# কিশোৰ সাৰথি

[ দহখন কিশোৰ গ্ৰন্থৰ একত্ৰ সংকলন ]

হোমেন বৰগোহাঞি





ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১



**প্ৰতিষ্ঠাতা ঃ নৰেন্দ্ৰ চন্দ্ৰ দত্ত, স্থাপিত ঃ ১৯৪৫**

**কিশোৰ সাৰথি**

*হোমেন বৰগোহাঞি*


**প্ৰকাশক**

শ্ৰীঅজয় কুমাৰ দত্ত

ষ্টুডেণ্টছ্ ষ্ট'ৰছ্

কলেজ হোষ্টেল ৰোড

গুৱাহাটী-৭৮১০০১

**পৰিৱেশক**

ভাৰতী বুক ষ্টল

মেইন ৰোড

গোলাঘাট-৭৮৫৬২১

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ২০১০

প্ৰচ্ছদ ঃ বিষ্ণু তামুলী

**মূল্য ঃ ৩৫০.০০ টকা**

**মুদ্ৰক**

আঙ্গিক প্ৰেছ

গোপীনাথ বৰদলৈ পথ

আমবাৰী, গুৱাহাটী-১

ফোন-৯৮৬৪০-৩২৮২৯

# প্ৰকাশকৰ নিবেদন

কেৱল কিশোৰ বা বয়স্ক বুলি কথা নাই, হোমেন বৰগোহাঞিদেৱৰ প্ৰায় সমস্ত লেখাই যে সকলো শ্ৰেণীৰ পাঠকৰ বাবে সহজ-বোধগম্য সেই কথা তেখেতৰ পাঠক মাত্ৰেই স-প্ৰশংসে স্বীকাৰ কৰে। তথাপি লেখকৰ লিখাৰ উদ্দেশ্য, বিষয়-বস্তুৰ সৰলতা, বুদ্ধিদীপ্ত কিন্তু সহজ-সৰল বোধগম্য ভাষা আৰু ৰচনা-কৌশললৈ লক্ষ্য কৰি তেখেতৰ এলানি গ্ৰন্থক নিঃসন্দেহে কিশোৰ-গ্ৰন্থৰ শ্ৰেণীত পেলাব পাৰি। ইতিমধ্যে গ্ৰন্থকাৰে প্ৰকাশিত আৰু পাঠক-সমাজৰ দ্বাৰা বিপুলভাৱে সমাদৃত এই গ্ৰন্থকেইখন হ'ল— **কিতাপ পঢ়াৰ আনন্দ, আধুনিক যুগৰ জন্ম-কাহিনী, বেঞ্জামিন ফ্ৰেংকলিন, অন্তহীন প্ৰেৰণাৰ উৎস ঃ লুই পেষ্টিঅ'ৰ, মোৰ প্ৰিয় মানুহ ছক্ৰেটিছ, মানুহ হোৱাৰ গৌৰৱ, [illegible]াইৰ সাধনা, ডাৰউইন ঃ এক যুগান্তকাৰী বিজ্ঞানী, স্বাস্থ্য ৰক্ষাৰ সহজ নিয়ম** আৰু **উচ্চাকাংক্ষা**। এই গ্ৰন্থকেইখনৰ মাজৰে তেখেতৰ 'কিতাপ পঢ়াৰ আনন্দ', 'বেঞ্জামিন ফ্ৰেংকলিন' আৰু 'মানুহ হোৱাৰ গৌৰৱ' আদি পুথিয়ে মাধ্যমিক শিক্ষা পৰিষদ, অসমৰ অসমীয়া দ্ৰুত পাঠ্যৰ ৰূপতো ছাত্ৰ-ছাত্ৰীৰ পৰা যথেষ্ট সঁহাৰি লাভ কৰিছিল। তদুপৰি বাকীকেইখন গ্ৰন্থয়ো যে কিশোৰ-কিশোৰী নাইবা অন্য পাঠকবৰ্গৰ পৰা যথেষ্ট সঁহাৰি পাই আহিছে, এইবোৰৰ একাধিক সংস্কৰণেই তাৰ প্ৰমাণ দিয়ে। দ্ৰুতপাঠ্য নহ'লেও লেখকৰ 'উচ্চাকাংক্ষা' নামৰ গ্ৰন্থখনে বৰ্তমানলৈ দহটা সংস্কৰণ অতিক্ৰম কৰিছে।




এই গ্ৰন্থকেইখনৰ পঢুৱৈ— বিশেষকৈ কিশোৰ-কিশোৰী, ছাত্ৰ-ছাত্ৰী, তেওঁলোকৰ অভিভাৱক আৰু এচাম ৰসগ্ৰাহী পাঠকে বহুদিনৰ পৰাই ইয়াৰ এখন একত্ৰ সংকলনৰ বাবে আমাক অনুৰোধ জনাই আহিছে। তেওঁলোকৰ প্ৰিয় লেখকজনৰ কিশোৰোপযোগী গ্ৰন্থকেইখন হাত মেলিলেই থুপতে পোৱাকৈ গ্ৰন্থবদ্ধ হোৱাটো তেওঁলোকে বিচাৰে।

প্ৰকাশক হিচাপে আমি এই উদ্দেশ্য আগত ৰাখিয়েই বৰগোহাঞিদেৱৰ উপৰোক্ত দহখন কিশোৰ গ্ৰন্থক একেথুপে গ্ৰন্থবদ্ধ ৰূপ দিয়াৰ প্ৰয়াস কৰিলো। ইয়াৰ নাম ৰখা হ'ল 'কিশোৰ-সাৰথি'। আশা কৰো 'কিশোৰ সাৰথি'য়ে আমাৰ কিশোৰ-কিশোৰী সকলক বিশেষভাৱে উপকৃত কৰিব, আৰু লগতে লেখকৰ অন্যান্য গ্ৰন্থসমূহৰ দৰে এইখনেও পাঠক-সমাজৰ পৰা সমাদৰ পোৱা দেখিলে আমাৰ সযত্ন-প্ৰয়াস সাৰ্থক হ'ব।

# সূচীপত্ৰ

# সূচীপত্ৰ

## প্ৰথম অধ্যায়



## দ্বিতীয় অধ্যায়

# পাতনি

ছপাশালৰ আৱিষ্কাৰে মানুহৰ সভ্যতাত বিপ্লৱ ঘটোৱাৰ দিন ধৰি কিতাপেই আধুনিক পৃথিৱীখন শাসন কৰি আহিছে। ছপাশাল আৱিষ্কাৰ হোৱাৰ আগতে মানুহে কিতাপ হাতেৰে নকল কৰি ল'ব লগা হৈছিল। ফলত কিতাপৰ সংখ্যা তেনেই তাকৰ আছিল। ভাগ্যবান মাত্ৰ এমুঠিমান মানুহেহে কিতাপ পঢ়াৰ সুযোগ পাইছিল। ইয়াৰ ফলত মাত্ৰ এমুঠিমান মানুহৰ হাতত সকলো জ্ঞান-বিজ্ঞান কেন্দ্ৰীভূত হৈছিল আৰু তেওঁলোকে বাকী সংখ্যা-গৰিষ্ঠ মানুহৰ অজ্ঞানতাৰ সুযোগ লৈ তেওঁলোকৰ মনৰ ওপৰত প্ৰভুত্ব কৰিছিল। কিন্তু ছপাশালৰ আৱিষ্কাৰে গোটেই পৰিস্থিতিটো সলনি কৰি পেলালে। আগতে এখন কিতাপ হাতেৰে নকল কৰি ল'বলৈ বহুত সময় লাগিছিল আৰু অশেষ পৰিশ্ৰম কৰি একোখন কিতাপৰ মাত্ৰ কেইটামান প্ৰতিলিপিহে প্ৰস্তুত কৰাটো সম্ভৱ আছিল। ফলত সেই দুৰ্লভ আৰু দুৰ্মূল্য কিতাপৰ প্ৰচলন স্বাভাৱিকতে অতি সীমাবদ্ধ আছিল। কিন্তু ছপাশালে অতি কম সময়ৰ ভিতৰতে একোখন কিতাপৰ লাখ লাখ প্ৰতিলিপি ছপা কৰি উলিওৱা সম্ভৱ কৰি তুলিলে। কম সময় আৰু কম পৰিশ্ৰমতে হাজাৰ হাজাৰ বা লাখ লাখ কিতাপ ছপা কৰি উলিওৱা সম্ভৱ হোৱাৰ ফলত তাৰ দামো কম আৰু সৰ্বসাধাৰণ মানুহে ঢুকি পোৱাৰ ভিতৰত হ'ল। ইয়াৰ ফলত মানুহৰ সভ্যতাত এটা অভূতপূৰ্ব ঘটনা ঘটিল। আগতে যি জ্ঞান-বিজ্ঞান এমুঠি মানুহৰ এদনীয়া সম্পত্তি আছিল, এতিয়া ছপা কৰা কিতাপৰ যোগেদি লাখ লাখ মানুহে সেই জ্ঞান-বিজ্ঞানৰ ভাগ পোৱা হ'ল। কিতাপে মানুহক চিন্তাৰ খোৰাক দিলে; তাৰ ফলত সমাজত চিন্তা কৰা মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। চিন্তা-শক্তিৰ বিকাশৰ ফলত সভ্যতাৰো দ্ৰুত বিকাশ ঘটিবলৈ ধৰিলে, কিতাপৰ যোগেদিয়েই সৰ্বসাধাৰণ মানুহেও দৈনন্দিন ব্যৱহাৰত লগা নানা লাগতিয়াল জ্ঞান আৰু তথ্য আহৰণ কৰিব পৰা হ'ল; তাৰ ফলত মানুহৰ জীৱন-যাপনৰ মানো উন্নত হ'বলৈ ধৰিলে। একে আষাৰে ক'বলৈ গ'লে কিতাপে মানুহৰ সমাজ, সভ্যতা আৰু জীৱন-ধাৰাৰ আমূল পৰিবৰ্তন ঘটালে। আগৰ চাৰি হাজাৰ বছৰতকৈ যোৱা চাৰিশ বছৰত যে সভ্যতাৰ দ্ৰুত বিকাশ ঘটিছে আৰু মানুহৰ জীৱন-ধাৰা উন্নত হৈছে তাৰ মূলতেই হ'ল কিতাপ। এই কথাৰ প্ৰতি লক্ষ্য ৰাখিয়েই ফৰাচী দাৰ্শনিক ভল্‌তেয়ৰে কৈছিল ঃ 'কিতাপেই আধুনিক পৃথিৱীখন শাসন কৰিছে। যি সমাজত কিতাপৰ প্ৰচলন নাই সেই সমাজ থকা-নথকা একে কথা।'

ভল্‌তেয়ৰৰ কথাষাৰ কিমান সঁচা সেই কথা বুজিবলৈ আমি পৃথিৱীৰ চাৰিওফালে এবাৰ চকু ফুৰাই চালেই হ'ল। যিবোৰ দেশত শিক্ষিতৰ সংখ্যা আৰু কিতাপৰ প্ৰচলন আটাইতকৈ বেছি সেইবোৰ দেশেই আজি পৃথিৱীৰ ভিতৰত আটাইতকৈ উন্নত দেশ বুলি পৰিগণিত হৈছে। আধুনিক যুগত কিতাপেই যে উন্নতিৰ প্ৰধান আহিলা সেই কথা বুজিবলৈ জাপানৰ বুৰঞ্জীত এবাৰ চকু ফুৰাই চালেই হ'ল। মাত্ৰ ডেৰশ বছৰৰ আগলৈকে জাপানে বাহিৰৰ পৃথিৱীৰ লগত কোনো সম্পৰ্ক নাৰাখিছিল। কোনো বিদেশী মানুহক জাপানত প্ৰৱেশ কৰিবলৈ অনুমতি দিয়া

নহৈছিল আৰু জাপানৰ মানুহেও বিদেশলৈ যাব নোৱাৰিছিল। ফলত বাহিৰৰ জগতখন জ্ঞান-বিজ্ঞানৰ চৰ্চা আৰু শিল্প-বাণিজ্যৰ ক্ষেত্ৰত ইতিমধ্যে কিমান আগুৱাই গৈছিল— জাপানে তাৰ একো ভু নাপাইছিল। কিন্তু ১৮৫৪ চনত জাপান বাহিৰৰ জগতৰ সংস্পৰ্শলৈ আহিবৰ মুহূৰ্তৰ পৰা মাত্ৰ যোৱা ডেৰশ বছৰৰ ভিতৰতে জাপানে এনে অবিশ্বাস্য দ্ৰুত গতিত উন্নতি কৰিবলৈ ধৰিলে যে আজি সেই দেশে আমেৰিকা যুক্তৰাষ্ট্ৰৰ নিচিনা ধনী আৰু উন্নত দেশৰ লগতো সমানে ফেৰ মাৰিব পৰা হৈছে। কেনেকৈ এইটো সম্ভৱ হ'ল? একে আষাৰে ক'বলৈ গ'লে কেৱল কিতাপৰ কাৰণে। বাহিৰৰ জগতৰ সংস্পৰ্শলৈ আহিয়েই জাপানে আবিষ্কাৰ কৰিলে যে তেওঁলোক শুই থাকোঁতেই ইউৰোপ জ্ঞান-বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ ক্ষেত্ৰত দুশ বছৰ আগুৱাই গৈছে। এতিয়া জাপান ইউৰোপৰ সমকক্ষ হ'বলৈ হ'লে ইউৰোপে দুশ বছৰ ধৰি জমা কৰা জ্ঞান-বিজ্ঞান জাপানে বিশ বছৰতে আয়ত্ত কৰিব লাগিব। বজ্ৰ-কঠোৰ সংকল্প মনত লৈ জাপানে ইউৰোপৰ বিভিন্ন ভাষাৰ জ্ঞান-বিজ্ঞানৰ কিতাপ জাপানী ভাষালৈ অনুবাদ কৰি গভীৰ মনোযোগেৰে সেইবোৰ পঢ়িবলৈ ধৰিলে। তাৰ পিছৰ কাহিনী আজি সকলোৱেই জানে। জাপানৰ অবিশ্বাস্য উন্নতিৰ মূলতে অন্যান্য কথাৰ লগতে কিতাপেও এটা প্ৰধান ভূমিকা লৈছিল।

অসমৰ মানুহেও যদি আধুনিক জগতৰ উন্নতিৰ প্ৰতিযোগিতাত সমানে ভাগ ল'ব খোজে তেন্তে তেওঁলোকে কিতাপক ভাল পাবলৈ শিকিব লাগিব আৰু নিয়মিতভাৱে কিতাপ পঢ়াৰ অভ্যাস কৰিব লাগিব। এই কথা সকলোৱেই জানে যে অসমৰ মানুহে কিতাপ খুব কম পঢ়ে। তেওঁলোকৰ মনত কিতাপৰ প্ৰতি অনুৰাগ কেনেকৈ বঢ়োৱা যায় সি এটা ডাঙৰ সমস্যা। কিন্তু এটা কথা ঠিক যে ছাত্ৰ অৱস্থাতেই যদি মানুহৰ মনত কিতাপৰ প্ৰতি আগ্ৰহ সৃষ্টি কৰা নহয়, তেন্তে পিছলৈ সেই আগ্ৰহ সৃষ্টি কৰা সম্ভৱ নহয়। পৃথিৱীৰ উন্নত দেশবোৰত মানুহৰ মাজত কিতাপ পঢ়াৰ অভ্যাস গঢ়ি তুলিবলৈ অবিৰাম চেষ্টা কৰা হয়। কিতাপ কিয় পঢ়িব লাগে আৰু কেনেকৈ পঢ়িব লাগে সেইবোৰ কথা শিকাবলৈ নানা কিতাপো লেখা হয়, আমাৰ দেশত তেনে চেষ্টা খুব কমেই চকুত পৰে। ছাত্ৰ-ছাত্ৰীৰ মনত কিতাপৰ প্ৰতি অনুৰাগ সৃষ্টি কৰিবলৈ আৰু কিতাপ কেনেকৈ পঢ়িব লাগে সেই কথা শিকাবলৈ এই সৰু পুথিখনিত এটি সামান্য চেষ্টা কৰা হৈছে। ঠাইৰ অভাৱত স্বাভাৱিকতেই প্ৰয়োজনীয় সকলো কথা সামৰি ল'ব পৰা হোৱা নাই। কিন্তু কিতাপখন পঢ়াৰ পাছত বিষয়টোৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ মনত সামান্য কৌতূহল জাগ্ৰত হ'লেও লেখকৰ পৰিশ্ৰম সাৰ্থক হ'ব।

—হোমেন বৰগোহাঞি

## প্ৰথম অধ্যায়



# কিতাপ যদি নাথাকিলেহেঁতেন (১)

কিতাপৰ কথা ক'বলৈ গৈ মোৰ নিজৰ ল'ৰালিকালৰ কথা এটা মনত পৰিছে। আমাৰ স্কুলৰ দুজন শিক্ষক এদিন আমাৰ ঘৰলৈ ফুৰিবলৈ আহিছিল। তেওঁলোক আমাৰ ঘৰলৈ প্ৰায়েই আহে আৰু দেউতাৰ লগত বহুত সময় ধৰি নানা ধৰণৰ সজ কথা আলোচনা কৰে। মোৰ এটা অভ্যাস আছিল যে ঘৰলৈ কোনোবা আলহী আহিলেই মই খিৰিকিৰ কাষত থিয় দি বা দেউতাৰ কাষতে চকী এখনত বহি তেওঁলোকৰ কথা-বাৰ্তা শুনি থাকোঁ। দেউতাই মোৰ এইটো কথাত কেতিয়াও আপত্তি নকৰিছিল, কাৰণ দেউতাৰ আটাইবোৰ বন্ধুৱেই আছিল গুণী-জ্ঞানী আৰু চৰিত্ৰবান মানুহ। তেওঁলোকে সদায় সজ কথাহে চৰ্চা কৰিছিল। তেওঁলোকৰ কথা-বাৰ্তা মনোযোগ দি শুনি থাকিলে মোৰ লাভেই হ'ব বুলি দেউতাই বিশ্বাস কৰিছিল। আলহী যোৱাৰ পিছত দেউতাই মোক কেতিয়াবা সুধিছিল— 'আজি বাৰু আমাৰ মাজত কি কি বিষয়ে আলোচনা হৈছিল কচোন'। মোক এনেকুৱা প্ৰশ্ন সুধি দেউতাই কেৱল যে মোৰ স্মৃতি-শক্তিৰহে পৰীক্ষা কৰিছিল এনে নহয়। শিকা বা মনত ৰখা কথাবোৰ যুকিয়াই ক'বলৈ চেষ্টা কৰিলে মানুহৰ ভাষাৰ ওপৰত দখল বৃদ্ধি হয় আৰু চিন্তাবোৰ পৰিপাটি হয়। দেউতাই যে তেনে উদ্দেশ্যৰেই মোক প্ৰশ্নবোৰ কৰিছিল সেই কথা অৱশ্যে মই ডাঙৰ হৈহে বুজিব পৰা হৈছোঁ। সি যি কি নহওক, সিদিনাও শিক্ষক দুজন আহি আমাৰ চ'ৰাঘৰত বহাৰ লগে লগে ময়ো দেউতাৰ কাষতে মোৰ আসন ল'লোঁ। তেওঁলোকে সেইদিনা কি কি কথা পাতিছিল আজি সেইবোৰ মোৰ একেবাৰে মনত নাই। কেৱল এটা কথাৰ বাহিৰে। কথা-প্ৰসঙ্গত তেওঁলোকৰ মাজত কিতাপৰ কথা ওলাল।

দেউতাৰ এটা সৰু পুথি-ভঁৰাল আছিল। তেওঁ সেই সময়ত চলি থকা আটাইকেইখন অসমীয়া বাতৰি-কাকত আৰু আলোচনীৰ গ্ৰাহক আছিল। তদুপৰি নতুন অসমীয়া কিতাপ ওলালেই তেওঁ ডাক-যোগে মগাই আনিছিল। সেই কাৰণে কিতাপ ভাল পোৱা সকলো মানুহেই দেউতাৰ ওচৰলৈ আহিছিল আৰু তেওঁৰ লগত কিতাপৰ বিষয়ে নানা আলোচনা কৰিছিল। সেই দিনাও কিবা এটা প্ৰসঙ্গত কিতাপৰ কথা ওলাল। দেউতাৰ বন্ধু শিক্ষক দুজনৰ ভিতৰত এজন আছিল দেউতাৰ নিচিনাই কিতাপৰ ভক্ত। কিন্তু আনজনৰ বোধহয় কিতাপৰ প্ৰতি বিশেষ তেনে অনুৰাগ নাছিল। দেউতা আৰু গ্ৰন্থ-প্ৰেমী শিক্ষকজন কিতাপৰ বিষয়ে নানা আলোচনাত মত্ত হৈ পৰাৰ সময়ত আনজন শিক্ষক নীৰৱ হৈ থাকিবলৈ বাধ্য হ'ল, কাৰণ সেই আলোচনাত অংশ ল'বলৈ তেওঁৰ একো যোগ্যতা নাছিল। কিন্তু বহুত সময় মনে মনে থাকি আৰু তেওঁ ভাল নোপোৱা কথাবোৰ শুনি শুনি এটা সময়ত বোধহয় তেওঁৰ অসহ্য বিৰক্তি লাগিল। আন দুজনৰ কথাৰ মাজতে তেওঁ হঠাৎ মাত লগালে— 'হেৰি, আপোনালোক দুয়োজনে কিতাপ নপঢ়া বা কিতাপ ভাল নোপোৱা মানুহক মানুহ বুলিয়েই গণ্য নকৰে নেকি? আজিৰ নিচিনাকৈ কিতাপৰ ওৱাদানি পৃথিৱীত জানো সদায় আছিল? সৌ সিদিনালৈকে পৃথিৱীত দেখোন বেছিভাগ মানুহেই নিৰক্ষৰ আছিল। লাখৰ ভিতৰত মাত্ৰ এজন বা দুজনেহে লিখিব আৰু পঢ়িব পাৰিছিল। কিন্তু সেই নিৰক্ষৰ মানুহবোৰৰ মাজৰ পৰাই অনেক সাধু-সন্ত, বীৰপুৰুষ আৰু সমাজৰ নেতা ওলোৱা নাছিল জানো? কেৱল কিতাপ পঢ়িলেই মানুহ জ্ঞানী হয়, এনে কথা মই কেতিয়াও নামানো। হজৰত মহম্মদৰ কথাকে নধৰে কিয়? তেওঁ দেখোন সম্পূৰ্ণ নিৰক্ষৰ আছিল। আপোনালোক হজৰত মহম্মদতকৈয়ো বেছি জ্ঞানী নেকি?

শিক্ষকজনৰ এই আকস্মিক আক্ৰমণত বাকী দুজন মানুহ অলপ সময়ৰ কাৰণে হতভম্ব হৈ পৰিল। কিছু সময় মনে মনে থাকি অৱশেষত আনজন শিক্ষকে মিচিকিয়া হাঁহি এটা মাৰি ক'লে, 'আপুনি ঠিকেই কৈছে। হজৰত মহম্মদ নিৰক্ষৰ হৈয়ো মহাজ্ঞানী আছিল। তেওঁ মানৱ-জাতিক দি গৈছে এটা মহান ধৰ্ম আৰু উচ্চ নৈতিক আদৰ্শ। কিন্তু আচলতে তেওঁ মানৱ-জাতিলৈ কি এৰি থৈ গৈছে? এখন কিতাপ নহয়নে? হজৰত মহম্মদে ঈশ্বৰৰ পৰা পোৱা বাণী যদি কোৰাণত লিপিবদ্ধ হৈ নাথাকিলহেঁতেন, তেন্তে মানৱ-জাতিয়ে সেই বাণীৰ প্ৰতিটো অমৃতময় শব্দ বা বাক্য অবিকলভাৱে মনত ৰাখিব পাৰিলেহেঁতেননে? নিৰক্ষৰ হজৰত মহম্মদে কিতাপ লেখা নাছিল সঁচা; কিন্তু আমি তেওঁক বিচাৰি পাওঁ কিতাপৰ মাজতহে।'

# স্মৃতি-শক্তি আৰু চিন্তা-শক্তি

প্ৰকৃতিৰ আটাইতকৈ বিস্ময়কৰ সৃষ্টিৰ ভিতৰত এটা হ'ল মানুহৰ মস্তিষ্ক বা মগজু। মস্তিষ্কৰ ৰহস্য আজিলৈকে সম্পূৰ্ণভাৱে উদ্‌ঘটিত হোৱা নাই। কিন্তু এটা কথা ঠিক যে যিটো বস্তুৱে আন সকলো প্ৰাণীৰ পৰা মানুহক পৃথক কৰিছে আৰু মানুহৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে সেইটো হ'ল মানুহৰ মস্তিষ্ক। অন্যান্য প্ৰাণীৰ তুলনাত মানুহৰ মস্তিষ্কৰ এটা বৈশিষ্ট্য সহজেই চকুত পৰে। সেইটো হ'ল এই যে মানুহৰ শৰীৰটোৰ তুলনাত মস্তিষ্কটো আন সকলো প্ৰাণীতকৈ ডাঙৰ। দ্বিতীয়তে, মানুহৰ মস্তিষ্কৰ বিকাশ অবিৰামভাৱে হ'বই লাগিছে— যিটো ঘটনা ইতৰ প্ৰাণীৰ ক্ষেত্ৰত ঘটা নাই। মস্তিষ্কৰ বিশেষজ্ঞ হিচাপে জনাজাত ছাৰ চাৰ্লছ শ্বেৰিংটন নামৰ এজন বৈজ্ঞানিকে কৈছে যে মানুহৰ মস্তিষ্কৰ পূৰ্ণ বিকাশ হ'বলৈ এতিয়াও বহুত বাকী। বিৱৰ্তনৰ পথত মানুহৰ মস্তিষ্ক বৰ্তমান যি অৱস্থাত উপনীত হৈছে তাক এটা অন্তৰ্বৰ্ত্তী অৱস্থা বুলিহে ক'ব পাৰি। যোৱা চল্লিশ হাজাৰ বছৰত মানুহৰ মস্তিষ্কৰ যিখিনি বিকাশ ঘটিছে তাৰ সহায়েৰেই যদি মানুহে এনে এক বিস্ময়কৰ সভ্যতা-সংস্কৃতি আৰু বিশাল জ্ঞান-ভাণ্ডাৰ গঢ়ি তুলিব পাৰিছে, তেন্তে অহা চল্লিশ হাজাৰ বছৰত মস্তিষ্কৰ অবিৰাম বিকাশ ঘটি থাকিলে মানুহে চাগৈ আৰু কিমান অসাধ্য সাধন কৰিব পাৰিব সেই কথা কল্পনা কৰিলেও মন ৰোমাঞ্চিত হৈ উঠে। মানুহৰ এই অন্তহীন সম্ভাৱনাই প্ৰত্যেক ব্যক্তিকে তেওঁৰ বুদ্ধি-বৃত্তিৰ উৎকৰ্ষ সাধন কৰিবলৈ অনুপ্ৰাণিত কৰা উচিত। কাৰণ কেৱল তেতিয়াহে তেওঁ সভ্যতাৰ নিৰ্মাণৰ কামত আন সকলোৰে লগত সমান অংশীদাৰ হ'ব পাৰিব আৰু মানুহ হোৱাৰ পৰিপূৰ্ণ গৌৰৱ অনুভৱ কৰিব পাৰিব।

মস্তিষ্কই শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গৰ কাম পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰে। বিভিন্ন অঙ্গ-প্ৰত্যঙ্গৰ কামৰ মাজত সমন্বয় সাধন কৰাটোও মস্তিষ্কৰ এটা প্ৰধান কাম। মস্তিষ্কৰ এই ভূমিকা সকলো প্ৰাণীৰ ক্ষেত্ৰতে একে। কিন্তু মানুহৰ মস্তিষ্কই আৰু দুটা অতিৰিক্ত কাম কৰে— যি দুটা কাম ইতৰ প্ৰাণীৰ মস্তিষ্কই কৰিব নোৱাৰে। সেই দুটা কাম হ'ল মনত ৰখা আৰু চিন্তা কৰা। কোনো কোনো উন্নত বিধৰ প্ৰাণীৰ সামান্য পৰিমাণে স্মৃতি-শক্তি থাকিব পাৰে; কিন্তু মানুহৰ চিন্তা-শক্তিৰ তুলনাত সি নগণ্য। স্মৃতি-শক্তিৰ সহায়েৰে মানুহে তেওঁৰ আটাইবোৰ অভিজ্ঞতা-লব্ধ তথ্য মস্তিষ্কত সংৰক্ষিত কৰি থ'ব পাৰে কাৰণেই নিজৰ ভুলবোৰ পৰিহাৰ কৰি চলিবলৈ সক্ষম হয় আৰু সেই তথ্যবোৰক চিন্তাৰ খোৰাক হিচাপে ব্যৱহাৰ কৰিব পাৰে। স্মৃতি-শক্তিৰ অবিহনে মানুহে কেতিয়াও চিন্তা কৰিব নোৱাৰিলেহেঁতেন, কাৰণ চিন্তা কৰিবলৈ তেওঁৰ কোনো অৱলম্বন নাথাকিলেহেঁতেন। আনহাতে চিন্তা-শক্তিৰ অবিহনে মানুহ আজিও ইতৰ প্ৰাণীৰ পৰ্যায়তেই থাকি গ'লহেঁতেন, কাৰণ চিন্তা-শক্তিৰ অবিহনে কেতিয়াও মানুহৰ উদ্ভাৱিকা-শক্তিৰ উন্মেষ আৰু বিকাশ নঘটিলেহেঁতেন। মানুহৰ উদ্ভাৱিকা-শক্তিৰ প্ৰথম বিৰাট সাফল্য হ'ল ভাষাৰ সৃষ্টি। বস্তুতঃ মানুহৰ উন্নতিৰ আটাইতকৈ ডাঙৰ সঁজুলি হ'ল ভাষা। মানুহৰ চিন্তা-শক্তি আৰু ভাষাৰ মাজত অবিচ্ছেদ্য সম্পৰ্ক বিৰাজমান। এটাক বাদ দি আনটোৰ অস্তিত্ব কল্পনা কৰিব নোৱাৰি। এই কথাটো বুজিবলৈ খুব বেছি বুদ্ধিৰ দৰকাৰ নাই। যি কোনো মানুহেই শব্দৰ সহায় নোলোৱাকৈ মাত্ৰ এক মিনিট সময় চিন্তা কৰিবলৈ চেষ্টা কৰিলেই তেওঁ নিজে নিজে আৱিষ্কাৰ কৰিব পাৰিব যে শব্দ বা ভাষাৰ সহায় নোলোৱাকৈ চিন্তা কৰাটো একেবাৰে অসম্ভৱ। আমি যেতিয়া স্মৃতি-শক্তিৰ কথা কওঁ, তেতিয়াও আমি ঘাইকৈ শব্দ মনত ৰখাৰ কথাহে কওঁ; কাৰণ আমি বিশ্ব-জগতৰ প্ৰতিটো বস্তু, ঘটনা আৰু

বিমূৰ্ত ধাৰণা বুজাবৰ কাৰণে একো একোটা সংকেত তথা শব্দ ব্যৱহাৰ কৰোঁ। জ্যোতিৰ্বিজ্ঞানীসকলে যেতিয়া আকাশত এটা নতুন নক্ষত্ৰ বা নীহাৰিকা-পুঞ্জ আবিষ্কাৰ কৰে, লগে লগে তেওঁলোকে তাৰ এটা নাম দিয়ে। এটা নাম অৰ্থাৎ শব্দৰ দ্বাৰা বিশেষভাৱে চিহ্নিত নোহোৱালৈকে সেই নক্ষত্ৰ বা নীহাৰিকাপুঞ্জক এটা তথ্য হিচাপে আমাৰ মস্তিষ্কত সংৰক্ষিত কৰি ৰখাটো সম্ভৱ নহয়। বিশ্ব-জগতৰ প্ৰত্যেক বস্তু, ঘটনা আৰু বিমূৰ্ত ধাৰণাৰ ক্ষেত্ৰতে এই কথা খাটে। আমাৰ সকলো জ্ঞান সঞ্চিত হৈ থাকে ভাষাৰ মাজত, আৰু ভাষাৰ সহায়েৰে চিন্তা কৰি কৰি আমি নতুন নতুন জ্ঞান আহৰণ কৰি থাকোঁ।

## স্মৃতি-শক্তিৰ সীমাবদ্ধতা

কিন্তু জ্ঞান আহৰণ কৰি আমি যদি তাক জমা কৰি ৰাখিব নোৱাৰোঁ, তেন্তে সেই জ্ঞান আমাৰ কোনো কামত নালাগে। আমি খেতি কৰি শস্য চপাই ভঁৰালত জমা কৰি ৰাখোঁ কাৰণেহে গোটেই বছৰ জুৰি আমি ভঁৰালৰ ভাত খাব পাৰোঁ। জমা কৰি ৰখাৰ ব্যৱস্থা নোহোৱা হ'লে শস্যবোৰ অবাবতে নষ্টহে হ'লহেঁতেন। জ্ঞানৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। আমি জ্ঞান আহৰণ কৰাৰ কিছু দিনৰ পিছত বা লগে লগে তাক পাহৰি যোৱা হ'লে উন্নতিৰ সঁজুলি হিচাপে ব্যৱহাৰ কৰিবলৈ আমাৰ হাতত একো অৱশিষ্ট নাথাকিলেহেঁতেন আৰু আমিও বিবৰ্তনৰ এটা পৰ্যায়ত উপনীত হৈ ইতৰ প্ৰাণীৰ নিচিনাকৈ তাতেই চিৰকাললৈ থমকি ৰৈ গ'লোঁহেঁতেন।

ওপৰত এবাৰ কৈ আহিছোঁ যে মানুহৰ মস্তিষ্ক আন সকলো প্ৰাণীৰ মস্তিষ্কতকৈ অনেকগুণে উন্নত আৰু সেই মস্তিষ্কৰ সহায়েৰে আমি বহুত কথা মনত ৰাখিব পাৰোঁ। মানুহৰ মস্তিষ্কৰ মনত ৰখাৰ শক্তি কেনে বিস্ময়কৰ সেই কথা বুজাবলৈ মাত্ৰ এটা কথা ক'লেই যথেষ্ট হ'ব। এজন মানুহ যদি সত্তৰ বছৰ জীয়াই থাকে তেন্তে তেওঁৰ মস্তিষ্কই সেই সময়ছোৱাৰ ভিতৰত ১৫০ কোটি বিভিন্ন তথ্য সঞ্চয় আৰু সংৰক্ষণ কৰিবলৈ সমৰ্থ হয়। অৱশ্যে চেষ্টা বা সাধনাৰ অভাৱত সকলো মানুহেই নিজৰ মস্তিষ্কৰ এই অবিশ্বাস্য স্মৃতি-শক্তিৰ এটা সামান্য অংশৰো সদ্ব্যৱহাৰ কৰিব নোৱাৰে। কিন্তু এই কথা যদি ধৰিও লোৱা হয় যে সকলো মানুহেই নিজৰ স্মৃতি-শক্তিৰ পৰিপূৰ্ণ বিকাশ ঘটাব পাৰে আৰু তাৰ সহায়েৰে অসংখ্য কথা মনত ৰাখিব পাৰে, তেতিয়াহ'লেও কেৱল মস্তিষ্কৰ স্মৃতি-শক্তিৰ ওপৰত নিৰ্ভৰ কৰি মানুহৰ পক্ষে জ্ঞান-ভাণ্ডাৰ গঢ়ি তোলা সম্ভৱ নহয়।

কিয় সম্ভৱ নহয় তাৰ কাৰণটো নিহিত হৈ আছে মানুহৰ শৰীৰৰ মাজতে। আমি জানো যে এটা নিৰ্দিষ্ট সময়লৈকে মানুহ তথা সকলো প্ৰাণীৰে শৰীৰৰ বৃদ্ধি ঘটে; কিন্তু পূৰ্ণতা-প্ৰাপ্ত হোৱাৰ পাছত প্ৰকৃতিৰ অমোঘ নিয়ম অনুযায়ী জীৱ-দেহ ক্ষয়-প্ৰাপ্ত হ'বলৈ আৰম্ভ কৰে আৰু এটা সময়ত তাৰ শেষ পৰিণতি ঘটে মৃত্যুৰ মাজত। মস্তিষ্কও শৰীৰৰ এটা অংশ মাত্ৰ। সমস্ত শৰীৰৰ লগতে মস্তিষ্কৰো ক্ৰমাৎ ক্ষয় হ'বলৈ ধৰে আৰু তাৰ ফলত বাৰ্ধক্য আৰম্ভ হোৱাৰ লগে লগে মানুহৰ স্মৃতি-শক্তি হ্ৰাস পাবলৈ আৰম্ভ কৰে। বুঢ়া বয়সত মানুহৰ মস্তিষ্কই কেনেকুৱা ৰূপ লয় সেই কথা বুজিবলৈ এজন ডেকা ল'ৰাৰ গাৰ ছালৰ লগত এজন বুঢ়া মানুহৰ গাৰ ছাল তুলনা কৰি চালেই হয়। বয়স বঢ়াৰ লগে লগে মানুহৰ মস্তিষ্ক শুকাবলৈ ধৰে। শুকাই শুকাই সি সৰু হয়; তাৰ ওজনো ভালেখিনি কমি যায়। মস্তিষ্কৰ উপৰিভাগ চোতাল এখনৰ নিচিনা সমান নহয়; বৰং সি এলানি পৰ্বতৰ নিচিনা খলা-বমা। বুঢ়া বয়সত এই খলা-বমাবোৰ নৈৰ বালিগৰা খহাৰ দৰে খহি ইটোৱে সিটোৰ গাৰ ওপৰত পৰি সমান হ'বলৈ আৰম্ভ কৰে। ফলত মস্তিষ্কৰ এই ঠাইবোৰত সংৰক্ষিত হৈ থকা তথ্য-ভাণ্ডাৰ বিনষ্ট

হ'বলৈ ধৰে। মানুহৰ মস্তিষ্ক কোটি কোটি কোষৰ সমষ্টি। কিন্তু ষাঠি বছৰমান বয়সৰ পৰাই প্ৰতিদিনে মস্তিষ্কৰ লক্ষ লক্ষ কোষ মৰিবলৈ আৰম্ভ কৰে। সেইবোৰৰ ঠাইত আৰু নতুন কোষ কেতিয়াও সৃষ্টি নহয়। মস্তিষ্কৰ অভ্যন্তৰত ঘটা এই সকলোবোৰ ঘটনাৰ পৰিণামত মানুহে গোটেই জীৱন ধৰি সঞ্চয় কৰা তথ্য আৰু জ্ঞানবোৰ বুঢ়া বয়সত পাহৰিবলৈ আৰম্ভ কৰে।


এমাৰ্ছন

লংফেলো নামেৰে এজন ডাঙৰ আমেৰিকান কবি আছিল। তেওঁৰ সমসাময়িক আৰু বন্ধু এমাৰ্ছন আছিল সেই সময়ৰ আমেৰিকাৰ শ্ৰেষ্ঠ দাৰ্শনিক। মুষ্টিমেয় উচ্চ-শিক্ষিত আৰু অধ্যয়নশীল মানুহৰ বাহিৰে সৰ্বসাধাৰণ শিক্ষিত মানুহে এমাৰ্ছনৰ নাম নাজানিব পাৰে বা তেওঁৰ ৰচনাৰ লগত পৰিচিত নহ'ব পাৰে। কিন্তু লংফেলোৰ নামটোৰ লগত পৰিচিত নহ'লেও তেওঁৰ অন্ততঃ এটা কবিতা— বা সম্পূৰ্ণ কবিতাটো নহ'লেও তাৰ দুই-এটা পংক্তি প্ৰত্যেকজন শিক্ষিত অসমীয়াই মুখস্থ মাতিব পাৰে বুলি মোৰ বিশ্বাস। তেওঁৰ The Psalm of Life নামৰ এটা বিখ্যাত কবিতা আছে। পৃথিৱীৰ য'তেই ইংৰাজী ভাষা-সাহিত্যৰ চৰ্চা হয়, ত'তেই লংফেলোৰ এই কবিতাটো এসময়ত খুব জনপ্ৰিয় হৈছিল কাৰণ তেওঁ এই কবিতাটোৰ যোগেদি মানুহক মহত্ত্বৰ সাধনাত ব্ৰতী হ'বলৈ অনুপ্ৰাণিত কৰিছিল। অসমীয়া কবি আনন্দ চন্দ্ৰ আগৰৱালাই লংফেলোৰ এই বিখ্যাত কবিতাটো "জীৱন-সঙ্গীত" নাম দি অসমীয়ালৈ অনুবাদ কৰিছিল। কবিতাটোৰ অনুবাদ ইমান সুন্দৰ হৈছিল যে সেইটো যে মূল অসমীয়াত লেখা কবিতা নহয়, বিদেশী ভাষাৰ পৰা কৰা অনুবাদহে, সেই কথা বিশ্বাস কৰাই টান হৈছিল। আনন্দচন্দ্ৰ আগৰৱালাই আৰু কেবাটাও ইংৰাজী কবিতা মূলৰ ভাব আৰু ভাষাৰ সৌন্দৰ্য অক্ষুণ্ণ ৰাখি অসমীয়ালৈ অনুবাদ কৰিছিল, আৰু তেওঁৰ সেই অনূদিত কবিতাবোৰ পঢ়ি শিক্ষিত অসমীয়াসকল ইমান মোহিত হৈছিল যে তেওঁলোকে মৰমতে আনন্দচন্দ্ৰ আগৰৱালাক 'ভাঙনি-কোঁৱৰ' নাম দিছিল। আনন্দচন্দ্ৰ আগৰৱালাৰ 'জীৱন-সঙ্গীত' কবিতাৰ কেইটিমান জনপ্ৰিয় পংক্তি তলত উদ্ধৃত কৰা হ'ল ঃ

দিন যায় আহে ৰাতি আয়ুস গৈছে টুটি
লাহে লাহে চমু চাপি আহিছে মৰণ,
সংসাৰ যুঁজৰ ঠাই শুবৰ সকাম নাই
কাচি পাৰি যুঁজা সবে কৰি প্ৰাণপণ।

* * *

এলাহ নিহালি থোৱা বীৰবেশ গাত লোৱা
নহ'বা মৰাৰ প্ৰায় জ্ঞানৰ সন্তান,
নহ'বা গৰুৰ দৰে খুচিলেহে খোজ ধৰে
ৰণত বীৰেন্দ্ৰ বুলি হোৱা খ্যাতিমান।

* * *

মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ
আমিও কৰিব পাৰোঁ জীৱন গঢ়িত,
অভিনয় শেষ হ'লে আয়ু বেলি মাৰ গ'লে
থৈ যাব পাৰোঁ খোজ সময় বালিত।

'জীৱন-সঙ্গীত'ৰ কবি লংফেলোৰ যেতিয়া মৃত্যু হ'ল, তেতিয়া শ্মশানত তেওঁৰ অন্ত্যেষ্টি-ক্রিয়াৰ সময়ত কবিৰ অন্যান্য বন্ধু-বান্ধৱ আৰু গুণগ্ৰাহীৰ লগতে এমাৰ্ছনো উপস্থিত আছিল। মৃতকৰ প্রতি শ্রদ্ধা জনাই এটি চমু ভাষণ দিবলৈ এমাৰ্ছনক অনুৰোধ কৰা হ'ল। এমাৰ্ছনে ভাষণ দিবলৈ উঠি হঠাৎ আতংকিত হৈ আৱিষ্কাৰ কৰিলে যে যাৰ মৃত্যুত শোক প্রকাশ কৰি ভাষণ দিবলৈ তেওঁ থিয় হৈছে সেই মানুহজনৰ নামটোকে তেওঁ মনত পেলাব পৰা নাই। অথচ গোটেই জীৱন ধৰি সেই মানুহজন আছিল তেওঁৰ নলে-গলে বন্ধু! নিৰুপায় হৈ তেওঁ অৱশেষত ক'লে— 'তেওঁ এজন খুব ভাল মানুহ আছিল আৰু মোৰ বন্ধু আছিল। কিন্তু মই তেওঁৰ নামটো মনত পেলাব পৰা নাই।'

অতি প্রতিভাবান মানুহৰো স্মৃতি-শক্তি কালৰ প্ৰভাৱত কেনেকৈ ক্ষয়-প্রাপ্ত হয়, এমাৰ্ছনৰ এই ঘটনাটোৱেই তাৰ প্রমাণ।


*হেন্ৰিক্ ইব্‌ছেন*

হেন্ৰিক্ ইব্‌ছেন আধুনিক কালৰ এজন ডাঙৰ নাট্যকাৰ। তেওঁ ছুইডেনৰ মানুহ। পৃথিবীৰ সকলো দেশৰ নাট্য-সাহিত্যৰ ওপৰত তেওঁৰ গভীৰ প্ৰভাৱ পৰিছে। তেওঁৰ একাধিক নাটক অসমীয়া ভাষালৈকো অনূদিত হৈছে আৰু ৰঙ্গমঞ্চত অভিনীত হৈ জনপ্রিয়তা অর্জন কৰিছে। এনেহেন মানুহজনে কিন্তু সত্তৰ বছৰ বয়সত নতুনকৈ বৰ্ণমালা লিখিবলৈ শিকিব লগা হৈছিল। কিয়? কাৰণ সত্তৰ বছৰ বয়সত তেওঁৰ এটা সাংঘাতিক ষ্ট্ৰ'ক হ'ল, অৰ্থাৎ তেওঁৰ হৃৎপিণ্ডৰ ক্রিয়া সাময়িকভাৱে বন্ধ হ'ল। তাৰ ফলত মানুহৰ মগজুৰ যি অংশই আখৰ আৰু শব্দ মনত ৰখা কাম কৰে, ইব্‌ছেনৰ মগজুৰ সেই অংশটো সমূলি নষ্ট হৈ গ'ল। এদিন ইব্‌ছেনৰ পুতেকে ফুৰি-চাকি ঘৰলৈ আহি দেখে, বুঢ়াই কাগজ-কলম লৈ বৰ্ণ-পৰিচয় আৰম্ভ কৰা শিশুৰ দৰে আখৰ লিখিবলৈ চেষ্টা কৰিছে। পুতেকক দেখি বুঢ়াই এটা কৰুণ হাঁহি মাৰি ক'লে— 'চোৱাচোন মই কি কৰিছোঁ। মই নতুনকৈ আখৰ লিখিবলৈ চেষ্টা কৰিছোঁ। অথচ অসময়ত ময়েই বোলে এজন লেখক আছিলোঁ।'

মানুহৰ স্মৃতি-শক্তি অসাধাৰণ হ'ব পাৰে, কিন্তু সি ক্ষণ-ভঙ্গুৰ। গোটেই জীৱন ধৰি শিকা কথাবোৰ মানুহে নিজৰ জীৱন-কালতেই পাহৰি যাব পাৰে। তেনেহ'লে উত্তৰ-পুৰুষৰ কাৰণে মানুহে সেই জ্ঞান সাঁচি থৈ যাব কেনেকৈ? আনহাতে জ্ঞান যদি সঞ্চিত হৈ নাথাকে, তেন্তে মানুহে উন্নতি কৰিব কিহৰ ওপৰত ভিত্তি কৰি?

## স্মৃতি-শক্তি বৃদ্ধি কৰাৰ উপায়

মানুহে সেই সমস্যাৰ সমাধান কৰিলে লেখন পদ্ধতি আৱিষ্কাৰ কৰি। মানৱ-সভ্যতাৰ নাতি-দীৰ্ঘ ইতিহাসত যি কেইটা ঘটনা যুগান্তকাৰী বুলি পৰিগণিত হৈছে সেইবোৰৰ ভিতৰত এটা হ'ল লেখন পদ্ধতিৰ আৱিষ্কাৰ। সি এক ৰোমাঞ্চকৰ কাহিনী। কিন্তু সেই কাহিনী ক'বলৈ যোৱাৰ আগতে মানুহৰ মস্তিষ্কৰ প্ৰসঙ্গটো ওলাওঁতেই সেই বিষয়ে আৰু দুটামান কথা কৈ ল'ব খুজিছোঁ। এই সৰু পুথিখনি ঘাইকৈ ছাত্ৰ-ছাত্ৰীৰ কাৰণে লেখা হৈছে। স্মৃতি-শক্তি কেনেকৈ বৃদ্ধি কৰা যায় সেইটো ছাত্ৰাৱস্থাৰ এটা প্ৰধান সমস্যা। বিশেষকৈ পৰীক্ষাৰ সময়ত ছাত্ৰই আতংক-গ্ৰস্ত হৈ স্মৃতি-শক্তি-বৰ্ধক টনিকৰো আশ্ৰয় লয়— যদিও টনিকে স্মৃতি-শক্তি বৃদ্ধি কৰিব পৰাৰ কোনো বৈজ্ঞানিক প্রমাণ নাই। কিন্তু শাৰীৰিক ব্যায়ামৰ সহায়েৰে যেনেকৈ শৰীৰৰ অঙ্গ-প্রত্যঙ্গ সুস্থ আৰু

সবল কৰি তুলিব পাৰি, তেনেকৈ মানসিক ব্যায়ামৰ সহায়েৰে মগজৰ চিন্তা-শক্তি আৰু স্মৃতি-শক্তিও বৃদ্ধি কৰিব পাৰি। উদাহৰণ হিচাপে চাৰ জন গিয়েল্‌গাডৰ কথাকে কওঁ। তেওঁ আধুনিক কালৰ এজন ডাঙৰ অভিনেতা। যি ইংলেণ্ডে পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ শ্বে'ক্‌ছ্‌পীয়েৰৰ জন্ম দিছে সেই ইংলেণ্ডত নাট্যাভিনয়ৰ এটা দীঘলীয়া গৌৰৱময় পৰম্পৰাও গঢ়ি উঠিছে। কোৱা হয় যে অভিনেতা সৃষ্টিৰ কাৰণে ইংলেণ্ডৰ নিচিনা উত্তম পৰিবেশ আন ক'তো নাই। ইংৰাজ নাট্যাভিনয়ৰ সেই মহৎ পৰম্পৰাৰে এটি সাৰ্থক সৃষ্টি হ'ল চাৰ জন গিয়েল্‌গাড। এবাৰ তেওঁ যুগোশ্লাভিয়ালৈ ফুৰিবলৈ গৈছিল। তেতিয়া তেওঁৰ বয়স পঁচাশী বছৰ। বিদেশী পৰ্যটকসকলক ফুৰাবলৈ নিয়া এখন চৰকাৰী মটৰ গাড়ীত এদিন এগৰাকী মহিলা তেওঁৰ সহযাত্ৰিণী আছিল। কিছু বাট নীৰৱে যোৱাৰ পিছত মহিলাগৰাকীয়ে মন কৰিলে যে বুঢ়াই চকু মুদি মুখেৰে কিবা বিৰ্‌বিৰাই আছে। ভালকৈ কাণ পাতিহে মহিলা গৰাকীয়ে বুজি পালে যে চাৰ জন গিয়েল্‌গাডে আচলতে মুখস্থ মাতিছে শ্বে'ক্‌ছ্‌পীয়েৰৰ 'তৃতীয় ৰিচাৰ্ড' নাটকখন। বিদেশত ভ্ৰমণ কৰিবলৈ গৈ তেওঁ কিয় গাড়ীত বহি বহি শ্বে'ক্‌ছ্‌পীয়েৰৰ নাটক মুখস্থ মাতিব লগা হ'ল, তাৰ কাৰণ হ'ল এই যে অভিনেতাসকলো অভিনয়ৰ কাৰণে দীঘলীয়া বচন মুখস্থ ৰাখিব লগা হয়— যাৰ কাৰণে আন সকলো বৃত্তিৰ মানুহতকৈ স্মৃতি-শক্তি প্ৰখৰ ৰখাৰ প্ৰয়োজন তেওঁলোকৰ বেছি। চাৰ জন গিয়েল্‌গাডে পঁচাশী বছৰ বয়সতো মঞ্চত অভিনয় কৰে। বাৰ্ধক্যই তেওঁৰ স্মৃতি-শক্তি ক্ষয়-কৰি আনিছে। কিন্তু স্মৃতি-শক্তি লোপ পালে তেওঁ বচন মনত ৰাখিব কেনেকৈ? কিন্তু তেওঁ এটা কথা জানে যে নিয়মিতভাৱে শাৰীৰিক পৰিশ্ৰম আৰু ব্যায়াম কৰিলে মাংসপেশীবোৰ যেনেকৈ সবল আৰু কৰ্মক্ষম হৈ থাকে, ঠিক তেনেকৈ প্ৰতিদিনে নিয়মিতভাৱে স্মৃতি-শক্তিৰ অনুশীলন কৰিলে জীৱনৰ শেষ মুহূৰ্ত পৰ্যন্ত কাম চলাকৈ স্মৃতি-শক্তি অটুট ৰাখিব পাৰি। স্মৃতি-শক্তিৰ অনুশীলন কৰাৰ এটা ভাল উপায় হ'ল দীঘলীয়া কবিতা মুখস্থ কৰিবলৈ চেষ্টা কৰা। চাৰ জন গিয়েল্‌গাডে সেই কাৰণে প্ৰতিদিনে শ্বে'ক্‌ছ্‌পীয়েৰৰ নাটকবোৰ মুখস্থ কৰে। আনকি বিদেশ ভ্ৰমণ কৰিবলৈ গৈয়ো তেওঁ সেই কাম কৰিবলৈ নাপাহৰে। ইয়াৰ পৰা আমি এই শিক্ষাই পাওঁ যে স্মৃতি-শক্তি অটুট ৰখা বা বৃদ্ধি কৰাৰ এটা প্ৰধান উপায় হ'ল দীঘলীয়া কবিতা মুখস্থ কৰিবলৈ চেষ্টা কৰি প্ৰতিদিনে নিয়মিতভাৱে স্মৃতি-শক্তিৰ অনুশীলন অৰ্থাৎ ব্যায়াম কৰা।

# বহুত সময় লেখা-পঢ়া কৰি থাকিলে ভাগৰ লাগে নেকি

কেৱল কথা মনত ৰখাই মগজৰ একমাত্ৰ কাম নহয়। মগজৰ আৰু এটা গুৰুত্বপূৰ্ণ কাম হ'ল চিন্তা কৰা। মনত ৰখা আৰু চিন্তা কৰা— এই দুটাই হ'ল মগজৰ প্ৰধান পৰিশ্ৰম। একেলেথাৰিয়ে কেইবাঘণ্টা ধৰি শাৰীৰিক পৰিশ্ৰম কৰিলে আমাৰ মাংসপেশীবোৰ অৱশ হৈ পৰে আৰু ফলত আমি ভাগৰ অনুভৱ কৰোঁ। আমাৰ মগজৰো বাৰু ভাগৰ লাগিব পাৰে নেকি? যিসকল ছাত্ৰই পৰীক্ষাৰ সময়ত ঘণ্টাৰ পিছত ঘণ্টা ধৰি পৰীক্ষাৰ কাৰণে প্ৰস্তুতি চলাব লগা হয় বা যিসকল লেখকে একেলেথাৰিয়ে বহুত সময় ধৰি লেখাৰ টেবুলত বহি থাকিব লগা হয়, তেওঁলোকে প্ৰায়েই মগজৰ ভাগৰ লগা যেন অনুভৱ কৰে। এনে ধৰণৰ মানসিক অৱসাদ বা মগজৰ অৱসাদ ছাত্ৰ, লেখক আৰু চিন্তাশীল মানুহৰ এটা প্ৰধান সমস্যা। কিন্তু এটা কথা জানিলে তেওঁলোকে সকাহ অনুভৱ কৰিব পাৰে যে বৈজ্ঞানিক দৃষ্টিৰে চাবলৈ গ'লে মগজে কোনো ধৰণৰ ভাগৰ অনুভৱ কৰিব নোৱাৰে। তাৰ কাৰণ হ'ল এই যে দেহৰ অন্যান্য অঙ্গ-প্ৰত্যঙ্গৰ নিচিনাকৈ মগজে মাংসপেশীৰ সহায়েৰে কাম নকৰে। মগজৰ সকলো কাম-কাজ সম্পন্ন হয় এটা বৈদ্যুতিক-ৰাসায়নিক প্ৰক্ৰিয়াৰ দ্বাৰা— যাৰ ফলত মগজৰ ভাগৰ লগাৰ কোনো কাৰণ নঘটে।

তথাপি এই কথাটোও সঁচা যে বহুত সময় লেখা-পঢ়াৰ কাম কৰি থাকিলে আমি এক ধৰণৰ গভীৰ অৱসাদ অনুভৱ কৰোঁ। এনে অৱস্থাত আমাৰ পক্ষে যি কোনো কথা মনত ৰখা, চিন্তা কৰা বা মনোযোগ কেন্দ্ৰীভূত কৰা প্ৰায় অসম্ভৱ হৈ পৰে। ইয়াৰ কাৰণ কি আৰু প্ৰতিকাৰৰ উপায় কি?

ওপৰত এবাৰ কৈ অহা হৈছে যে মগজে ভাগৰ অনুভৱ কৰিব নোৱাৰে। তথাপিও যে আমি মগজৰ অৱসাদ অনুভৱ কৰোঁ, তাৰ কাৰণটো সেই কাৰণে মগজৰ মাজত নিবিচাৰি দেহৰ অন্যান্য অংশতহে বিচাৰিব লাগিব। আচলতে আমি বহুত সময় একেথিৰে বহি লেখা-পঢ়া কৰি থাকিলে আমাৰ ডিঙি আৰু পিঠিৰ মাংসপেশীবোৰ অৱশ হৈ পৰে। এই শাৰীৰিক অৱসাদটোকে আমি মগজৰ অৱসাদ বুলি ভুল কৰোঁ। কিন্তু বৈজ্ঞানিক পৰীক্ষাৰ দ্বাৰা এই কথা প্ৰমাণিত হৈছে যে এই শাৰীৰিক অৱসাদৰ কাৰণবোৰ দূৰ কৰিব পাৰিলে মগজে কোনো ভাগৰ অনুভৱ নকৰাকৈ ঘণ্টাৰ পিছত ঘণ্টা ধৰি অনিৰ্দিষ্ট সময়ৰ কাৰণে কাম কৰি থাকিব পাৰে।

এই কথাটো জনাৰ পিছত আমি অৱসাদ অনুভৱ কৰা মাত্ৰকতে লেখা-পঢ়া বন্ধ নকৰি বৰং সেই অৱসাদৰ কাৰণবোৰ দূৰ কৰিবলৈ চেষ্টা কৰা উচিত। তেতিয়াহ'লে আমি লেখা-পঢ়াৰ সময় দুই-তিনিগুণ বৃদ্ধি কৰিব পাৰিম। সেইটো কৰাৰ এটা প্ৰধান উপায় হ'ল একেলেথাৰিয়ে চল্লিশ মিনিট লেখা বা পঢ়াৰ পিছত প্ৰায় দহ মিনিটমান সময় চকু আৰু ডিঙিৰ কেইটামান সহজ ব্যায়াম কৰা। চকুৰ ব্যায়াম এনেকৈ কৰিব পাৰি— হাতৰ তলুৱা দুখন একেলগে ঘঁহাই অলপ গৰম কৰি তাৰ পিছত দুয়োখন হাতৰ তলুৱাৰে দুয়োটা চকু ঢাকি ধৰিব লাগে। চাব লাগে যাতে চকুৰ ওপৰত হাতৰ তলুৱাৰ হেঁচা বৰকৈ নপৰে। ইয়াৰ পিছত চকু দুটা মুদি এটা ঘন ক'লা ৰঙৰ ধ্যান কৰিবলৈ চেষ্টা কৰিব লাগে। এইদৰে তিনিবাৰ চকুৰ ব্যায়াম কৰাৰ পিছত কেইমিনিটমান সময় ডিঙিৰ ব্যায়াম কৰিব লাগে। ডিঙিৰ সহজ এটা ব্যায়াম হ'ল এনে ধৰণৰ : প্ৰথমতে থুঁতৰিটো বুকুত লগাই তাৰ পিছত লাহে লাহে থুঁতৰিটো দাঙি মূৰটো পিছফাললৈ হলাই নি থাকিব লাগে। মূৰৰ পিছফালৰ অংশই যেতিয়া গলধন স্পৰ্শ কৰিব, তেতিয়া সেই অৱস্থাতে বিশ ছেকেণ্ড ৰৈ থাকি আকৌ লাহে

লাহে পূৰ্বৰ অৱস্থালৈ অৰ্থাৎ থুঁতৰিটো বুকুত লাগি থকা অৱস্থালৈ আনিব লাগে। এইদৰে তিনিবাৰ কৰাৰ পিছত আকৌ স্বাভাৱিক অৱস্থাত মূৰ পোন কৰি থিয় হৈ খন্তেক জিৰণি লৈ ডিঙিৰ পৰা মূৰটো এবাৰ বাওঁফালে আৰু এবাৰ সোঁফালে হলাই কাণৰ লতিটোৱে কান্ধ স্পৰ্শ কৰিব লাগে। চাব লাগে যাতে ডিঙিৰ পৰা তলৰ গোটেই গাটো সম্পূৰ্ণ পোন অৱস্থাত থাকে; কেৱল গলধনৰ ওপৰত মূৰটোহে এবাৰ সোঁফালে আৰু এবাৰ বাওঁফালে বেঁকা হৈ কাণৰ লতিৰে কান্ধ স্পৰ্শ কৰে। এইটো ব্যায়াম তিনিবাৰ কৰাৰ পিছত আকৌ স্বাভাৱিক অৱস্থাত মূৰ পোন কৰি থিয় হৈ গাটো অকণো লৰচৰ নকৰাকৈ কেৱল গলধনৰ ওপৰত মূৰটো এবাৰ সোঁফালে আৰু এবাৰ বাওঁফালে সম্পূৰ্ণ ১৮০ ডিগ্ৰী কোণ কৰি ঘূৰাব লাগে। মূৰটো ঘূৰাৰ লগে লগে স্বাভাৱিকতেই চকু দুটাও ১৮০ ডিগ্ৰী কোণ কৰি এবাৰ সোঁফাললৈ আৰু এবাৰ বাওঁফাললৈ ঘূৰিব। তাৰ ফলত ডিঙি আৰু কান্ধৰ লগতে চকু দুটাৰো ব্যায়াম হ'ব। এইটো ব্যায়ামো তিনিবাৰ কৰিব লাগে।

এনেকৈ চল্লিশ মিনিটৰ মূৰে মূৰে বা যেতিয়াই প্ৰয়োজন অনুভৱ হয় তেতিয়াই ডিঙি আৰু চকুৰ ব্যায়াম কৰি ল'লে অকণো অৱসাদ অনুভৱ নকৰাকৈ ঘণ্টাৰ পিছত ঘণ্টা ধৰি লেখা-পঢ়া কৰি থাকিব পাৰি। এই প্ৰসঙ্গতে আৰু এটা কথা মনত ৰখা দৰকাৰ। সদায় তলমূৰা হৈ দীঘলীয়া সময় ধৰি লেখা-পঢ়া কৰা মানুহৰ স্পণ্ডিলাইটিছ্ নামৰ এবিধ গলধনৰ অৰ্থাৎ ৰাজহাড়ৰ ওপৰ অংশৰ ৰোগ হয়। যন্ত্ৰণাদায়ক এই ৰোগে আমাৰ পৰিশ্ৰম-শক্তি আৰু চিন্তা-শক্তি বহু পৰিমাণে হ্ৰাস কৰে। কিন্তু জীৱনৰ আগ বয়সৰ পৰাই ওপৰত বৰ্ণনা কৰা সহজ ব্যায়াম কেইটা নিতৌ নিয়মিতভাৱে কৰাৰ অভ্যাস কৰিলে জীৱনৰ শেষ মুহূৰ্তলৈকে স্পণ্ডিলাইটিছ্‌ৰ হাত সাৰি থাকিব পাৰি।

কিতাপ পঢ়িবৰ সময়ত আমি আৰু এক ধৰণৰ ক্লান্তি বা অৱসাদ অনুভৱ কৰোঁ— যাৰ লগত অৱশ্যে ওপৰত উল্লেখ কৰা ধৰণৰ শাৰীৰিক কাৰণৰ কোনো সম্পৰ্ক নাই। যেতিয়া আমি দুৰ্বোধ্য বিষয়ৰ কঠিন কিতাপ পঢ়োঁ, তেতিয়া দুপাতমান পঢ়িয়েই আমি ক্লান্ত হৈ পৰা যেন অনুভৱ কৰোঁ। তাৰ কাৰণ হ'ল আমাৰ মনৰ মাজত একে সময়তে চলা দুটা বিপৰীত-মুখী ইচ্ছাৰ দ্বন্দ্ব। আমাৰ মনৰ এটা অংশই আমাক কয় যে পঢ়ি ভাল নালাগিলেও আমি কিতাপখন পঢ়ি থকা উচিত, কাৰণ তেতিয়াহে আমাৰ জ্ঞান বৃদ্ধি হ'ব। কিন্তু মনৰ আন এটা অংশই কিতাপখন বন্ধ কৰি আন কিবা এটা আনন্দদায়ক কাম বা চিন্তাত লাগিবলৈ আমাক কুতুৰি থাকে। দুটা বিপৰীত-মুখী ইচ্ছাৰ এই দ্বন্দ্বৰ ফলত আমি কিতাপখনত অখণ্ড মনোনিবেশ কৰিব নোৱৰা হৈ পৰোঁ। অমনোযোগৰ ফাঁকে ফাঁকে আমাৰ মনলৈ নানা ধৰণৰ ভাব-চিন্তা আহিবলৈ ধৰে। মনৰ এই অৱস্থাকে আমি অৱসাদ বুলি ভুল কৰোঁ।

কিন্তু জ্ঞানাৰ্জনৰ কাৰণে তথা মানসিক বিকাশ সাধনৰ কাৰণে আমি কঠিন কিতাপো পঢ়িবই লাগিব। অৱসাদ অনুভৱ কৰা মাত্ৰকতে আমি যদি কিতাপখন জপাই থওঁ, তেতিয়াহ'লে আমাৰ জীৱনত আৰু বেছি কিতাপ পঢ়া হৈ নুঠিব। কিন্তু কঠিন কিতাপ পঢ়িলে আমি কিয় সহজে মানসিক অৱসাদ অনুভৱ কৰোঁ সেই কথা আগতীয়াকৈ জানিলে তেনে ধৰণৰ অৱসাদ একেবাৰে নাহিবও পাৰে। আহিলেও ইচ্ছা-শক্তিৰ সহায়েৰে আমি তাক দূৰ কৰিব পাৰিম। কিতাপখন পঢ়িবলৈ আৰম্ভ কৰাৰ সময়ত আমি কেৱল নিজকে এই কথা কৈ ল'ব লাগিব যে কেৱল মনে ভাল পোৱা সহজ কাম কৰি জীৱনত কোনেও ডাঙৰ কাম কৰিব নোৱাৰে। আমাৰ আকাংক্ষা যিমানেই উচ্চ হ'ব, আমাৰ পৰিশ্ৰমো হ'ব লাগিব সিমানেই কঠোৰ। আন কথাত ক'বলৈ গ'লে আমি যদি পুঠি মাছ খায়েই সন্তুষ্ট হৈ থাকিব খোজোঁ তেন্তে পুঠি মাছৰ দাম দিম; কিন্তু ৰৌ মাছ খাব খুজিলে ৰৌ মাছৰ দাম দিবলৈ প্ৰস্তুত হ'ব লাগিব।

# ভাষাৰ কিয় আৰু কেনেকৈ সৃষ্টি হৈছিল

চেষ্টা বা সাধনাৰ দ্বাৰা মগজৰ শক্তি কেনেকৈ বঢ়াব পাৰি সেই কথালৈ আমি আকৌ পিছত আহিম।

ইয়াৰ আগতে আমি কৈছিলোঁ যে মানৱ সভ্যতাৰ ইতিহাসত যিকেইটা ঘটনা যুগান্তকাৰী বুলি প্ৰমাণিত হৈছে সেইবোৰৰ ভিতৰত এটা হ'ল লেখন-পদ্ধতিৰ আৱিষ্কাৰ। মানুহৰ প্ৰাচীনতম লেখন-পদ্ধতিৰ যি নমুনা এতিয়ালৈকে আৱিষ্কৃত হৈছে সি প্ৰায় ৬০০০ বছৰ পুৰণি। বানপানীয়ে পৃথিৱী প্লাৱিত কৰাৰ আখ্যান পৃথিৱীৰ বহুতো জাতিৰ মাজত যুগ যুগ ধৰি চলি আছিল। খ্ৰীষ্টৰ জন্মৰ ৪০০০ বছৰৰ আগতে মাটিৰ ফলিত লিপিবদ্ধ কৰা তেনে এটা আখ্যান মধ্যপ্ৰাচ্যৰ কেলডিয়া নামৰ ঠাইত আৱিষ্কৃত হৈছে আৰু ইয়াক এতিয়া ব্ৰিটিছ মিউজিয়ামত ৰখা হৈছে। তাৰ পিছৰ ডেৰ হাজাৰ বছৰত লেখন-পদ্ধতিৰ ইমান বিকাশ ঘটিল যে মহাবীৰ আলেকজেণ্ডাৰে খ্ৰীঃপূঃ ৩৩২ চনত আলেকজেণ্ড্ৰিয়াত স্থাপন কৰা পুথি-ভঁৰালত তেওঁৰ পিছত ইজিপ্তত ৰাজত্ব কৰা টলেমি বংশৰ ৰজাসকলে প্ৰায় সাত লাখ কিতাপ সংগ্ৰহ কৰিছিল।

ওপৰত কোৱা হৈছে যে এতিয়ালৈকে আৱিষ্কৃত হোৱা লেখন-পদ্ধতিৰ নমুনা প্ৰায় ৬০০০ বছৰ পুৰণি। কিন্তু তাৰ অৰ্থ এই নহয় যে লেখন-পদ্ধতি উদ্ভাৱিত হোৱাৰ আগতে মানুহে নানা ধৰণৰ শিল্প-কলা আৰু জ্ঞানৰ চৰ্চা কৰা নাছিল। আচলতে মানুহে যিদিনা কথা ক'বলৈ শিকিলে অৰ্থাৎ ভাষাৰ ব্যৱহাৰ আয়ত্ত কৰিলে সেই দিনাৰ পৰাই মানুহৰ সভ্যতাৰ জয়যাত্ৰা আৰম্ভ হ'ল। মানুহে যেতিয়াৰ পৰাই সমাজ পাতি বাস কৰিবলৈ আৰম্ভ কৰিলে তেতিয়াৰ পৰাই ভাষাৰ ব্যৱহাৰো আৰম্ভ হ'ল, কাৰণ পৰস্পৰৰ মাজত ভাব-বিনিময় নকৰাকৈ সমাজ পাতি বাস কৰা সম্ভৱ নহয়। ইতৰ প্ৰাণীবোৰৰ ভিতৰতো কিছুমান প্ৰাণীয়ে যূথ-বদ্ধ হৈ বাস কৰে আৰু সিহঁতেও পৰস্পৰৰ মাজত ভাব-বিনিময়ৰ কাৰণে কিছুমান সাংকেতিক ধ্বনি ব্যৱহাৰ কৰে। কিন্তু ইতৰ প্ৰাণীয়ে ব্যৱহাৰ কৰা সাংকেতিক আৰু মানুহে ব্যৱহাৰ কৰা ভাষাৰ মাজত এটা ডাঙৰ মৌলিক পাৰ্থক্য আছে। সাংকেতিক শব্দই এটা মাত্ৰ বিচ্ছিন্ন ভাব বা তথ্য প্ৰকাশ কৰিব পাৰে। কিন্তু ভাষাৰ সহায়েৰে শ্ৰোতাজনে বক্তাজনৰ মনত উদয় হোৱা এটা সম্পূৰ্ণ ভাব-প্ৰবাহ অৰ্থাৎ ইটোৰ পিছত সিটোকৈ উদয় হোৱা ভাব অনুসৰণ কৰিব পাৰে। ক্ৰমানুসৰি উচ্চাৰণ কৰা প্ৰতিটো শব্দই বক্তাজনৰ মনত উদয় হোৱা আৰু ক্ৰমে ক্ৰমে বিকশিত হোৱা ভাববোৰ প্ৰকাশ কৰিব পাৰে আৰু শ্ৰোতাজনেও বক্তাজনৰ চিন্তা-প্ৰক্ৰিয়া খোজে খোজে অনুসৰণ কৰি গৈ থাকিব পাৰে। কথাটো আমি এনেকৈয়ো ক'ব পাৰোঁ যে ইতৰ প্ৰাণী আৰু মানৱ-শিশুৱে ব্যৱহাৰ কৰা সাংকেতিক ধ্বনিৰ দ্বাৰা কেৱল তথ্যৰ বিনিময় আৰু অনুভূতিৰ প্ৰকাশহে কৰিব পাৰি। পশু-পক্ষীয়ে বিপদ দেখিলে লগৰীয়াবোৰক সতৰ্ক কৰি দিবলৈ সাংকেতিক ধ্বনি ব্যৱহাৰ কৰে। মানৱ-শিশুৱে ভোক লাগিলে বা শৰীৰত আঘাত পালে কান্দে। কিন্তু— 'এই বিপদৰ স্থায়ী প্ৰতিকাৰৰ কাৰণে আমি এটা উপায় উদ্ভাৱন কৰিব লাগিব, বা এটা নতুন কৌশল ল'ব লাগিব'— এই গোটেই ভাবটো প্ৰকাশ কৰিবলৈ এটাৰ পিছত এটাকৈ যি ধৰণে শব্দ ব্যৱহাৰ কৰিব লগা হয় আৰু সেই শব্দবোৰে এটা মানৱ-মস্তিষ্কত ক্ৰমে ক্ৰমে বিকশি উঠা ভাব আন এটা মানৱ-মস্তিষ্কলৈ প্ৰেৰণ বা সঞ্চাৰণ কৰিব পাৰে— এই গোটেই প্ৰক্ৰিয়াটোকে আমি ভাষা বুলি কওঁ আৰু এই ভাষাৰ ব্যৱহাৰ একমাত্ৰ মানুহেহে আয়ত্ত কৰিব পাৰিছে। যিহেতু ভাষাৰ প্ৰধান কাম হ'ল ভাব-বিনিময়, সেই কাৰণে ভাষাৰ বিকাশ আৰু চিন্তা-শক্তিৰ বিকাশ পৰস্পৰৰ লগত ওত-প্ৰোতভাৱে জড়িত।

মানুহৰ ভাষা আৰু চিন্তা-শক্তিৰ বিকাশ কেনেকৈ সমান্তৰালভাৱে আৰম্ভ হৈছিল সেই কথা জানিবলৈ

আমি ঘূৰি যাব লাগিব মানৱ-সভ্যতাৰ একেবাৰে দোক-মোকালিৰ সময়খিনিলৈ। সেই সুদূৰ অতীতত পৃথিৱীৰ বেছি ভাগ ঠাই দুৰ্গম অটব্য অৰণ্যই আবৰি ৰাখিছিল আৰু সেই অৰণ্যত সদৰ্পে বিচৰণ কৰিছিল বিচিত্ৰ পশু-পক্ষীয়ে। এই বিশাল পৃথিৱীত মানুহৰ সংখ্যা তেতিয়া নিচেই কম আৰু তেতিয়াও মানুহে ইতৰ প্ৰাণীক জয় কৰি পৃথিৱীৰ একমাত্ৰ অধিপতি হ'ব পৰা নাছিল। মানুহ আৰু পশু সেই সময়ত পৰস্পৰৰ সমান প্ৰতিদ্বন্দ্বী। এনে অৱস্থাত মানুহ যে অন্যান্য ইতৰ প্ৰাণীতকৈ শ্ৰেষ্ঠ জীৱ সেই কথা ভবাটো মানুহৰ পক্ষে একেবাৰেই অসম্ভৱ আছিল। মানুহে বৰং তেতিয়া স্বাভাৱিকতেই ধৰি লৈছিল যে মানুহৰ নিচিনাকৈ অন্যান্য ইতৰ প্ৰাণীৰো আত্মা আছে; আৰু সিহঁতেও মানুহৰ নিচিনাকৈ কথা ক'ব পাৰে।

মানুহৰ বিচাৰ-বুদ্ধি আৰু চিন্তা-শক্তিৰ তেতিয়া সামান্য আৰম্ভণি হৈছে মাত্ৰ, কিন্তু তেতিয়াও সি ইমান অপৰিণত অৱস্থাত আছিল যে প্ৰাণ আৰু জড়-পদাৰ্থৰ মাজত থকা পাৰ্থক্য বুজিবলৈকো মানুহৰ তেতিয়া সামৰ্থ্য নাছিল। সেই কাৰণে আদিম মানুহৰ চকুত আকাশ, বায়ু, অগ্নি, নদী, সূৰ্য, চন্দ্ৰ আদি সকলো বস্তুৱেই আছিল একো একোটা প্ৰাণ থকা ব্যক্তি। এটা সামান্য ফিৰিঙতিৰ পৰা দপ্‌দপ্‌কৈ বাঢ়ি অহা জুই একুৰাৰ ৰঙা শিখাবোৰ সাপৰ জিভাৰ দৰে লক্‌লকাই থাকে; সেই কাৰণে প্ৰাচীন মিচৰীয়সকলে নিশ্চিতভাৱে বিশ্বাস কৰিছিল যে অগ্নি হ'ল এটা জীৱন্ত প্ৰাণী। সেই একে কাৰণতে বিভিন্ন প্ৰাকৃতিক শক্তি আৰু ঘটনাবোৰ আদিম মানুহৰ চকুত প্ৰতীয়মান হৈছিল জীৱন্ত প্ৰাণীৰ ৰূপত।

অৰ্থাৎ আদিম মানুহৰ যি ফালেই চকু ফুৰাই চায় সেইফালেই দেখে কেৱল অজস্ৰ ৰহস্যময় আৰু ভয়ংকৰ প্ৰাণী। হাতী বা বাঘ যেনেকৈ হিংস্ৰ প্ৰাণী আৰু মানুহৰ প্ৰতিদ্বন্দ্বী, ঠিক তেনেকৈ জুই, ধুমুহা, আকাশ আৰু সূৰ্য-চন্দ্ৰও একো একোটা ৰহস্যময় আৰু প্ৰাণ-যুক্ত ব্যক্তি।

# মানৱ-জাতিৰ প্ৰথম সাহিত্য আছিল মৌখিক সাহিত্য

আদিম মানুহৰ চকুত আছিল অপাৰ বিস্ময়, মনত আছিল অন্তহীন কৌতূহল। তেওঁলোকৰ মনত স্বাভাৱিকতেই যিটো প্ৰশ্ন প্ৰথমে উদয় হৈছিল সেইটো আছিল এই ঃ এই পৃথিৱীখন কেনেকৈ সৃষ্টি হ'ল? আমি মানুহবোৰ ক'ৰ পৰা আহিলোঁ? আমাক কোনে সৃষ্টি কৰিলে? আকাশত যে একোটা নিৰ্দিষ্ট সময়ত সূৰ্য, চন্দ্ৰ আৰু তৰাবোৰ ওলায় সিহঁতৰ কাম কি? মানুহ কিয় মৰে আৰু মৰাৰ পিছত সিহঁত ক'লৈ যায়?

আদিম মানুহৰ জ্ঞান বা চিন্তা-শক্তি যিমান আছিল তাতোকৈ বহুগুণে বেছি আছিল কল্পনা-শক্তি। তেওঁলোকৰ মনত যিবোৰ প্ৰশ্নৰ উদয় হৈছিল সেইবোৰৰ উত্তৰ পাবলৈ তেওঁলোকে কল্পনা-শক্তিৰ আশ্ৰয় ল'লে। মানুহৰ জন্ম-মৃত্যুৰ ব্যাখ্যা কৰিবৰ কাৰণে তেওঁলোকে কিছুমান কাল্পনিক কাহিনী সৃষ্টি কৰিলে। পৃথিৱীৰ সকলো জন-সমষ্টিৰ মাজত প্ৰচলিত থকা এই প্ৰাচীনতম কাল্পনিক কাহিনীবোৰৰ এটা সাধাৰণ বৈশিষ্ট্য হ'ল যে এই কাহিনীবোৰত ইতৰ প্ৰাণী আৰু জড়-বস্তুকো মানুহৰ নিচিনাকৈ ব্যক্তিত্ব আৰোপ কৰা হৈছে, অৰ্থাৎ ইতৰ প্ৰাণী আৰু জড়-বস্তুৱেও মানুহৰ নিচিনাকৈ কথা কয়, আচৰণ কৰে আৰু জীৱনৰ নাটকত সমানে অংশ লয়। ইয়াৰ ভিতৰতে আকৌ যিবোৰ জড়-বস্তু আৰু প্ৰাকৃতিক শক্তিৰ প্ৰভাৱ মানুহে বেছিকৈ অনুভৱ কৰিছিল, কিন্তু তাৰ কাৰণ ব্যাখ্যা কৰিব পৰা নাছিল, সেইবোৰক আদিম মানুহে মানুহতকৈ এবিধ উচ্চ স্তৰৰ সত্তা অৰ্থাৎ দেৱতা বুলি কল্পনা কৰিবলৈ ধৰিলে আৰু সেই দেৱতাসকলক তুষ্ট কৰিবৰ কাৰণে স্তুতি বা প্ৰাৰ্থনা-সঙ্গীত ৰচনা কৰিলে।

আদিম মানুহে সৃষ্টি কৰা এই কাল্পনিক পৌৰাণিক কাহিনীবোৰেই হ'ল মানুহৰ প্ৰাচীনতম সাহিত্য। পুৰুষানুক্ৰমে মানুহৰ মুখে মুখে বাগৰি অহা এই পৌৰাণিক কাহিনীবোৰত যুগে যুগে নতুন নতুন কাহিনীৰো যোগ হ'ল আৰু এনেকৈয়ে পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ মানুহৰ মাজত গঢ়ি উঠিল এক বিশাল মৌখিক সাহিত্য।

সৃষ্টি-তত্ত্বৰ ৰহস্য ব্যাখ্যা কৰিবলৈ সৃষ্টি কৰা কাল্পনিক পৌৰাণিক কাহিনীৰ সমান্তৰালভাৱে আৰু এবিধ কাহিনীৰ সৃষ্টি হৈছিল— যিবোৰৰ উদ্দেশ্য আছিল যুদ্ধ-জয় বা বীৰত্বৰ কাহিনী বৰ্ণনা কৰা। সুদূৰ প্ৰাগৈতিহাসিক কালতে ঘাঁহনি কিংবা খেতিৰ পথাৰৰ অধিকাৰ লৈ দুটা জন-গোষ্ঠীৰ মাজত হয়তো খণ্ড-যুদ্ধ লাগিল। যিটো পক্ষ যুদ্ধত জিকিল সিহঁতে গাঁৱলৈ ঘূৰি গৈ নিজৰ ল'ৰা-তিৰোতাৰ আগত নিজৰ বীৰত্বৰ কাহিনী সবিস্তাৰে ক'বলৈ ধৰিলে। কাহিনীবোৰ স্বাভাৱিকতেই আছিল অতিৰঞ্জিত। নিজৰ বীৰত্বৰ কাহিনী দুগুণে বঢ়াই ক'বলৈ কোনেনো ভাল নাপায়? চিকাৰ কৰি ঘূৰি আহিও আদিম মানুহে নিজৰ বীৰত্বৰ কাহিনী নানা ৰহণ সানি নিজৰ ল'ৰা-তিৰোতাক নিশ্চয় কৈছিল। কেতিয়াবা দুটা জন-গোষ্ঠী বা একেটা জন-গোষ্ঠীৰে দুটা ফৈদৰ মাজত তিৰোতাৰ কাৰণেও ৰক্তাক্ত সংঘৰ্ষ হৈছিল, আৰু যুদ্ধত জিকা পক্ষই নিজৰ বীৰত্বৰ কাহিনী ঢোল পিটি প্ৰচাৰ কৰিছিল। আমি সকলোৱেই জানো যে গদ্যতকৈ পদ্য মনত ৰাখিবলৈ সহজ। যিহেতু সেই সুদূৰ অতীত কালত বৰ্ণমালা বা লেখন-পদ্ধতিৰ উদ্ভাৱন হোৱা নাছিল, সেই কাৰণে প্ৰাচীন পৌৰাণিক কাহিনী, দেৱতাৰ স্তুতি, ৰণ-সঙ্গীত আৰু বীৰত্বৰ কাহিনীবোৰ মুখে মুখে ৰচনা কৰা হৈছিল পদ্যৰ আকাৰত— যাতে কেৱল শ্ৰুতিৰ সহায়েৰে অৰ্থাৎ বাপেকৰ মুখৰ পৰা পুতেকে শুনি এই কাহিনী আৰু প্ৰাৰ্থনা-সঙ্গীতবোৰ পুৰুষানুক্ৰমে ৰক্ষা কৰিব পৰা যায়। গদ্যতকৈ পদ্য কিয় কেইবাহাজাৰ বছৰ বেছি পুৰণি— এতিয়া আৰু সেই কথা বুজাবলৈ একো টান নহয়।

সৃষ্টি-ৰহস্যৰ ব্যাখ্যা কৰা পৌৰাণিক কাহিনী, দেৱতাৰ স্তুতি, গোষ্ঠীগত সংঘৰ্ষ আৰু বীৰত্বৰ কাহিনী— এইবোৰৰ উপৰিও অতি প্ৰাচীন কালতে মানুহে মুখে মুখে আৰু এবিধ সাহিত্য ৰচনা কৰিব লগা হৈছিল। সি হ'ল নীতি-শাস্ত্ৰ বা সামাজিক মানুহৰ আচৰণ-বিধি সম্পৰ্কীয় শাস্ত্ৰ। মানুহে যেতিয়া সমাজ পাতি বাস কৰে তেতিয়া সমাজত শান্তি ৰক্ষাৰ কাৰণে অৰ্থাৎ পৰস্পৰৰ মাজত সু-সম্পৰ্ক ৰক্ষা কৰি চলিবৰ কাৰণে কিছুমান নীতি-নিয়ম তথা আচৰণ-বিধি মানি চলিব লগা হয়। অতি প্ৰাচীন কালতেই মানুহে এই কথা উপলব্ধি কৰিছিল আৰু নিজৰ নিজৰ সমাজৰ উপযোগীকৈ কিছুমান আচৰণ-বিধি তৈয়াৰ কৰি উলিয়াইছিল। যুগৰ পিছত যুগ ধৰি এইবোৰ মানুহৰ মুখে মুখে চলি আছিল আৰু প্ৰত্যেক যুগৰ মানুহেই নিজৰ অভিজ্ঞতাৰ পৰা পুৰুষানুক্ৰমে চলি অহা সকলো বিধৰ মৌখিক সাহিত্যত নতুন কথা যোগ দিছিল।



এনেকৈয়ে শতাব্দীৰ পিছত শতাব্দী ধৰি মানুহৰ মুখে মুখে ৰচিত, সংৰক্ষিত আৰু পৰিবৰ্ধিত হৈছিল বেদ আৰু বাইবেলৰ নিচিনা ধৰ্ম-গ্ৰন্থবোৰ; মহাভাৰত, ৰামায়ণ, ইলিয়াড, ওডিছি, নিবেলুঙ্‌জেন্‌লিয়েড, আইচলেণ্ড আৰু স্কাণ্ডিনেভিয়াৰ 'ছাগা' (Saga) আদি মহাকাব্যবোৰ; ঈছপৰ সাধুকথা আৰু পঞ্চতন্ত্ৰৰ কাহিনীবোৰ; কন্‌ফিউচিয়াচে সংগ্ৰহ আৰু সম্পাদনা কৰি থৈ যোৱা নীতি-কথাবোৰ।

# কিতাপ যদি নাথাকিলেহেঁতেন (২)

এই মৌখিক সাহিত্যিক লিপিবদ্ধ কৰি গ্ৰন্থৰ আকাৰ দিব পৰা হোৱা নাছিল, কাৰণ মানুহে তেতিয়াও বৰ্ণমালা আৰু লেখন-পদ্ধতি উদ্ভাৱন কৰিব পৰা নাছিল।

কিন্তু সেই প্ৰাচীন কালতেই মানুহে বৰ্ণমালা তথা লেখন-পদ্ধতিৰ নিচিনা এটা বস্তুৰ প্ৰয়োজন নিশ্চয় সততে অনুভৱ কৰি আছিল। উদাহৰণ স্বৰূপে, মানুহে নিজৰ সম্পত্তি আৰু গৰু-গাই ৰক্ষা কৰিবলৈ সেইবোৰত কিবা এক ধৰণৰ চিন দিয়াৰ প্ৰয়োজন অনুভৱ কৰিছিল। যিবোৰ কথা পাহৰি গ'লে নানা বিপদ হ'ব পাৰে সেইবোৰ কথা মনত ৰাখিবলৈকো মানুহে সংকেত-চিহ্ন ব্যৱহাৰ কৰাৰ প্ৰয়োজন অনুভৱ কৰিছিল। এতিয়াও আনকি শিক্ষিতা তিৰোতায়ো দৰকাৰী কথা মনত ৰাখিবলৈ ৰিহা বা চাদৰৰ আগত গাঁঠি বান্ধি থোৱা দেখা যায়। এনেবোৰ উদ্দেশ্যত ব্যৱহাৰ কৰা কিবা এক ধৰণৰ সংকেত-চিহ্ন যেতিয়াই মানুহৰ আয়ত্ত হ'ল তেতিয়া মানুহে তেনেবোৰ সংকেত-চিহ্নৰ সহায়েৰে নিজৰ বংশধৰসকলৰ কাৰণে ৰণ-সংগীত আৰু প্ৰাৰ্থনা-সংগীত সংৰক্ষণ কৰিবলৈ চেষ্টা কৰিলে।

আমি আগতেই এই কথা কৈ আহিছোঁ যে সভ্যতাৰ বিকাশ সাধন কৰিবলৈ অৰ্থাৎ উন্নতিৰ জখলাত ক্ৰমে ক্ৰমে ওপৰলৈ উধাই যাবলৈ যিটো বস্তু মানুহৰ কাৰণে আটাইতকৈ বেছিকৈ প্ৰয়োজন সেইটো হ'ল পূৰ্ব-পুৰুষৰ জ্ঞান আৰু অভিজ্ঞতাক সংৰক্ষণ কৰি তাক ব্যৱহাৰ কৰাৰ ক্ষমতা। এটা পুৰুষে আহৰণ কৰা জ্ঞান আৰু অভিজ্ঞতা যদি পিছৰ পুৰুষলৈ উত্তৰাধিকাৰ হিচাপে এৰি যোৱাৰ কোনো ব্যৱস্থা নাথাকে, তেন্তে প্ৰত্যেকটো পুৰুষেই সকলো কথাকে নতুনকৈ আৰম্ভ কৰিবলৈ বাধ্য হ'ব। ফলত মানুহ সদায় একে অৱস্থাতে ৰৈ থাকিব। উন্নতিৰ সাধন কৰাই হ'ব অসম্ভৱ।

বৰ্ণমালা আৰু লেখন-পদ্ধতি আৱিষ্কাৰ হোৱাৰ আগলৈকে মানুহে কেইবাহাজাৰ বছৰ ধৰি অতীতৰ সমস্ত জ্ঞান আৰু কলা-বিদ্যা সংৰক্ষণ কৰিছিল কেৱল স্মৃতি-শক্তিৰ ওপৰত নিৰ্ভৰ কৰি। কিন্তু ইয়াৰ বিপদো আছিল অনেক। প্ৰথমতে, সকলোৰে স্মৃতি-শক্তি সমানে প্ৰখৰ নহয়। ফলত সমাজে উত্তৰাধিকাৰ-সূত্ৰে পোৱা স্মৃতি-লব্ধ জ্ঞান কেন্দ্ৰীভূত হৈছিল এক শ্ৰেণী মুষ্টিমেয় মানুহৰ হাতত। দ্বিতীয়তে, কেৱল শ্ৰুতি তথা স্মৃতি-শক্তিৰ সহায়েৰে সংৰক্ষিত কৰা জ্ঞান-ভাণ্ডাৰ হেৰাই যোৱা বা পাহৰি যোৱাৰ সম্ভাৱনা আছিল অতি বেছি। মানুহৰ স্মৃতি-শক্তিৰ স্বাভাৱিকতেই এটা সীমাবদ্ধতা আছে। যুগ বাগৰি যোৱাৰ লগে লগে মানুহৰ জ্ঞান-ভাণ্ডাৰ অন্তহীনভাৱে বাঢ়ি গৈ থাকে; কিন্তু তাৰ লগত সমানে তাল মিলাই মানুহৰ স্মৃতি-শক্তি বাঢ়ি যোৱা সম্ভৱ নহয়। তদুপৰি কেৱল মুখস্থ কৰাৰ কামতেই যদি মানুহে তেওঁৰ বেছিভাগ সময় আৰু শক্তি খৰচ কৰিব লগা হয় তেন্তে তেওঁৰ মৌলিক চিন্তা-শক্তিৰ বিকাশ ঘটিব নোৱাৰে। তেওঁ সম্পূৰ্ণৰূপে উত্তৰাধিকাৰ-সূত্ৰে লাভ কৰা জ্ঞানৰ ওপৰত নিৰ্ভৰশীল হৈ পৰে যাৰ ফলত তেওঁ চিন্তাশীল আৰু ভৱিষ্যত-মুখী হোৱাৰ পৰিৱৰ্তে সংৰক্ষণশীল আৰু অতীত-মুখী হৈ পৰিবলৈ বাধ্য হয়।

তেন্তে মানুহে তেওঁৰ অন্তৰ্নিহিত প্ৰতিভাৰ বিকাশ ঘটাই উন্নতিৰ বাটত দ্ৰুত গতিৰে আগুৱাই যাবলৈ কোনটো বস্তুৰ প্ৰয়োজন আটাইতকৈ বেছি আছিল?

প্ৰয়োজন আছিল এনে এটা ব্যৱস্থাৰ— যাৰ দ্বাৰা মানুহে যুগ যুগ ধৰি আহৰণ কৰা জ্ঞান-ভাণ্ডাৰ লিপিবদ্ধ কৰি ৰাখিব পাৰি; অৰ্থাৎ প্ৰয়োজন আছিল কিতাপৰ।

কিতাপৰ অবিহনে মানৱ-জাতিৰ অৱস্থা কি হ'লহেঁতেন সেই কথা মাত্ৰ দুটা উদাহৰণ দিয়েই বুজাব পাৰি।

মানৱ-সমাজৰ যিবোৰ জনগোষ্ঠীক আমি 'জনজাতি' (tribal communities) বুলি কওঁ, তেওঁলোকৰ মাজত প্ৰতিভাৰ অভাৱ নাই। তথাপি তেওঁলোক আন সকলোতকৈ বহুত পিছ পৰি ৰ'ল ঘাইকৈ এই কাৰণেই যে তেওঁলোকে লেখন-পদ্ধতি আৱিষ্কাৰ কৰি তেওঁলোকৰ জ্ঞান আৰু অভিজ্ঞতাক সংৰক্ষিত কৰাৰ কোনো ব্যৱস্থা কৰিব নোৱাৰিলে। আন কথাত ক'বলৈ গ'লে তেওঁলোকে লিখিত সাহিত্যৰ সৃষ্টি কৰিব নোৱাৰিলে। আমি সেইবোৰকেই সভ্য জাতি বুলি কওঁ যিসকলৰ লিখিত সাহিত্য আছে, অৰ্থাৎ কিতাপ আছে। যিসকলৰ লিখিত সাহিত্য তথা কিতাপ নাই, তেওঁলোক সভ্যতাৰ দীঘলীয়া যাত্ৰা-পথত পিছ পৰি থাকিল সহস্ৰ যোজন। ফৰাচী দাৰ্শনিক ভল্‌তেয়ৰে সেই কাৰণে একে আষাৰে কৈছে ঃ 'পৃথিৱীখনক শাসন কৰে কেৱল কিতাপে; অন্ততঃ পৃথিবীৰ সেইবোৰ জাতিক কিতাপে শাসন কৰে— যিসকলৰ লিখিত সাহিত্য আছে। বাকী আনবোৰ জাতি ধৰ্তব্যৰ ভিতৰত নপৰে।'


*ভল্‌তেয়ৰ*

এতিয়া দ্বিতীয় উদাহৰণটোৰ কথালৈ আহোঁ।

ইউৰোপৰ ইতিহাসত মধ্যযুগ বুলিলে আমি যিটো যুগক বুজি পাওঁ সেই যুগটো চলিছিল প্ৰায় ৫০০ খ্ৰীষ্টাব্দৰ পৰা ১৪৫০ খ্ৰীষ্টাব্দলৈ। মধ্যযুগত ধৰ্ম আৰু দৰ্শনৰ পাণ্ডিত্য-পূৰ্ণ চৰ্চা হৈছিল; কিন্তু সভ্যতাৰ অগ্ৰগতিত মানুহক নতুন পথৰ সন্ধান দিব পৰা কোনো মৌলিক চিন্তা-চৰ্চা সেই যুগত হোৱা নাছিল। কিন্তু ১৪৫৩ খ্ৰীষ্টাব্দৰ ২৯ মে'ৰ দিনা এটা যুগান্তকাৰী ঘটনা ঘটিল। চতুৰ্থ শতিকাতে ৰোমানসকলৰ এটা ফৈদে খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰা প্ৰথম ৰোমান সেনানায়ক কন্‌ষ্টান্‌টিনৰ নেতৃত্বত ৰোমৰ পৰা ফাটি আহি তুৰস্কৰ ইস্তাম্বুলত (তেতিয়া নাম আছিল বাইজেন্‌টিয়াম) এখন নতুন ৰোমান সাম্ৰাজ্য স্থাপন কৰিছিল। তেওঁলোকে বাইজেন্‌টিয়ামৰ নতুন নাম দিছিল কন্‌ষ্টান্‌টিন'প্‌ল। তুৰ্কীসকলে ৰোমানসকলক বাইজেন্‌টিয়ামৰ পৰা ওফৰাবলৈ দীৰ্ঘকাল ধৰি চেষ্টা কৰি আছিল। অৱশেষত তেওঁলোকৰ চেষ্টা সফল হ'ল ১৪৫৩ খ্ৰীষ্টাব্দৰ ২৯ মে'ৰ দিনা। সেইদিনা তুৰ্কীসকলে গড় ভাঙি কন্‌ষ্টান্‌টিন'প্‌লৰ ভিতৰত প্ৰবেশ কৰিলে আৰু লগে লগে এহেজাৰ বছৰ ধৰি ৰোমান সাম্ৰাজ্যৰ ৰাজধানী হৈ থকা কন্‌ষ্টান্‌টিন'প্‌লৰ পতন ঘটিল।

কিন্তু এই ঘটনাটো যুগান্তকাৰী আছিল এই কাৰণে নহয় যে সেইদিনাই ৰোমান সাম্ৰাজ্যৰ পতন ঘটিল। কন্‌ষ্টান্‌টিন'প্‌ল ৰোমান সাম্ৰাজ্যৰ ৰাজধানী হৈ থকা এহেজাৰ বছৰ সময়ৰ ভিতৰত ৰোমান সাম্ৰাজ্যৰ আটাইবোৰ পণ্ডিতে আহি তাত আশ্ৰয় লৈছিল। তেওঁলোকে লগত লৈ আহিছিল সেই সমস্ত পুথি-পাঁজি— যিবোৰত সঞ্চিত হৈ আছিল প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলৰ বিপুল জ্ঞান-ভাণ্ডাৰ। কিন্তু ইউৰোপে সেই জ্ঞান-ভাণ্ডাৰৰ কথা সমূলি পাহৰিয়েই গৈছিল, কাৰণ তেওঁলোক এহেজাৰ বছৰ ধৰি ব্যস্ত হৈ আছিল কেৱল খ্ৰীষ্টধৰ্ম আৰু দৰ্শনক লৈ। তুৰ্কীসকলৰ হাতত কন্‌ষ্টানটিন্'প্‌লৰ পতন হোৱাৰ পিছত তাত বাস কৰা পণ্ডিতসকলে তেওঁলোকৰ সমস্ত পুথি-পাঁজি লৈ ইউৰোপৰ বিভিন্ন দেশলৈ পলাই যাবলৈ ধৰিলে। ফলত প্ৰথমবাৰৰ কাৰণে ইউৰোপৰ মানুহে পাহৰণিৰ গৰ্ভত লয় পোৱা প্ৰাচীন গ্ৰীক আৰু ৰোমান চিন্তা-চৰ্চাৰ লগত নতুনকৈ পৰিচিত হ'বলৈ সুযোগ পালে। অৰ্থাৎ ইউৰোপৰ মানুহে সুদীৰ্ঘ এহেজাৰ বছৰৰ পিছত গ্ৰীচ আৰু ৰোমৰ প্ৰাচীন জ্ঞান-ভাণ্ডাৰ নতুনকৈ আৱিষ্কাৰ কৰিলে। ইয়াৰ ফলত জীৱন আৰু জগত সম্পৰ্কে তেওঁলোকৰ

দৃষ্টি-ভঙ্গী এনেভাৱে সলনি হ'ল যে তেওঁলোকে সকলো কথাকেই নতুনকৈ ভাবিবলৈ আৰম্ভ কৰিলে। তেওঁলোকৰ নিজৰ ভাষাতেই তেওঁলোকৰ 'পুনর্জন্ম' (Rennaisance) হ'ল। তাৰ পিছৰ পৰা ইউৰোপৰ সভ্যতা-সংস্কৃতিত যিটো নতুন যুগৰ সূচনা হ'ল তাকে নৱ-জাগৰণৰ যুগ বুলি কোৱা হয়। আধুনিক যুগৰ যিবোৰ শ্রেষ্ঠ সম্পদ— বিজ্ঞান আৰু প্রযুক্তি-বিদ্যা, বৈজ্ঞানিক দৃষ্টি-ভঙ্গী, গণতন্ত্র ধর্ম-নিৰপেক্ষতাৰ আদর্শ, সার্বজনীন শিক্ষা-ব্যৱস্থা, চিন্তা আৰু প্রকাশৰ স্বাধীনতা, ঐহিকতাবাদ— এই সকলোবোৰৰে কাৰণে আধুনিক মানুহ ইউৰোপৰ নৱ-জাগৰণৰ ওচৰত ঋণী।

কিন্তু অলপ দকৈ ভাবি চালেই দেখা যাব যে মানুহ আচলতে ঋণী কিতাপৰ ওচৰত। প্রাচীন গ্রীক আৰু ৰোমানসকলৰ চিন্তা কিতাপত লিপিবদ্ধ আৰু সংৰক্ষিত হৈ আছিল কাৰণেহে এহেজাৰ বছৰৰ বিৰতিৰ পিছতো মানুহে তাক নতুনকৈ জানিবলৈ সুযোগ পালে। কিতাপ নথকা হ'লে সেই চিন্তা আৰু জ্ঞান-ভাণ্ডাৰ চিৰকাললৈ হেৰাই গ'লহেঁতেন। মানৱ-জাতিৰ অৱস্থা তেতিয়া কি হ'লহেঁতেন সেই কথা ইয়াৰ পিছত নতুনকৈ কোৱাৰ জানো কিবা প্রয়োজন আছে?



# লিপি, কাকত, কিতাপ

যিদিনাৰ পৰা মানুহে কিতাপ লিখিবলৈ আৰু পঢ়িবলৈ ল'লে সেই দিনাৰ পৰাই মানুহ আচলতে সভ্য হ'ল। পৃথিৱীৰ প্ৰাচীনতম যি লেখা এতিয়া উদ্ধাৰ কৰা হৈছে আৰু যাৰ কথা ইয়াৰ আগৰ এটা অধ্যায়ত কৈ অহা হৈছে সেই লেখা আচলতে খোদিত কৰা হৈছিল এচপৰা ডাঙৰ পৰ্বতীয়া শিলত। লেখিব জনা মানুহজনে শিলত আখৰকেইটা আঁকি দিছিল আৰু এজন শিল-কটীয়াই আখৰকেইটা কাটি উলিয়াইছিল। এনেকৈ শিলত কটা আখৰেৰে লিপিবদ্ধ কৰা হৈছিল বানপানীয়ে পৃথিৱী প্লাৱিত কৰাৰ কাহিনী। সেই দিনত পঢ়া-শুনা জনা মানুহ হয়তো লাখৰ ভিতৰত এজনো নাছিল। তদুপৰি পঢ়িব পৰা মানুহৰ ভিতৰতো কেইজনেনো গৈ পাহাৰৰ শিলত কটা লেখাখিনি পঢ়ি জ্ঞান বা আনন্দ পাবলৈ চেষ্টা কৰিব? কিন্তু সেইবুলি প্ৰাচীন মানুহৰ নিজৰ অভিজ্ঞতাৰ স্মৃতিক যুগমীয়া কৰি যোৱাৰ সেই প্ৰয়াস অথলে গ'লনে? আমি এতিয়া নিশ্চিতভাৱে জানো যে বাইবেলৰ অ'ল্ড-টেষ্টামেণ্টত যি বানপানীৰ কাহিনী আছে সেই কাহিনী ইহুদীসকলে পাইছিল বাইবেল ৰচনা কৰাৰ কেবাহেজাৰ বছৰৰ আগতেই কেল্‌ডিয়াৰ পাহাৰৰ শিলত খোদিত বানপানীৰ কাহিনীৰ পৰা। যিজন বা যিবোৰ মানুহে ইতিহাসত সৰ্ব-প্ৰথমবাৰৰ বাবে আখৰৰ নিচিনা সংকেত-চিহ্ন উদ্ভাৱন কৰি তাৰ সহায়েৰে নিজৰ স্মৃতি বা জ্ঞান বা অভিজ্ঞতাক উত্তৰ-পুৰুষৰ কাৰণে সংৰক্ষিত কৰাৰ কথা ভাবিছিল তেওঁলোকেই আচলতে সভ্যতাৰ ভেঁটি স্থাপন কৰিছিল; কাৰণ, নিজৰ কামৰ দ্বাৰা তেওঁলোকে এই কথা প্ৰমাণ কৰিছিল যে মানুহৰ সমুখত এটা দীঘল ভৱিষ্যত আছে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। মানুহৰ দৃষ্টি সুদূৰ ভৱিষ্যতৰ ওপৰত নিবদ্ধ কাৰণেই এটা নিৰ্দিষ্ট লক্ষ্য অভিমুখে নিৰন্তৰে আগবাঢ়ি যোৱাটো মানুহৰ পক্ষে সম্ভৱ হৈছে।

মানুহৰ উদ্ভাৱিকা-শক্তিৰ প্ৰধান বৈশিষ্ট্যই হ'ল এই যে কিবা এটা বস্তু বা সঁজুলি উদ্ভাৱন কৰাৰ পিছত মানুহে ক্ৰমাগতভাৱে তাক উন্নত কৰাৰ চেষ্টা কৰি থাকে। মানুহৰ জ্ঞান বা অভিজ্ঞতা লিপিবদ্ধ কৰি ৰাখিবৰ কাৰণে পাহাৰীয়া শিল বা শিলাময় পাহাৰ খুব আদৰ্শ সঁজুলি নিশ্চয় নহয়। মানুহৰ লেখন-পদ্ধতিৰ ক্ষেত্ৰত প্ৰথমটো ডাঙৰ বিপ্লৱ সংঘটিত হ'ল— যেতিয়া ইজিপ্তত পেপিৰাচ নামৰ নল-জাতীয় গছৰ পৰা এবিধ কাগজ তৈয়াৰ কৰিব পৰা হ'ল। অৱশ্যে ইয়াৰ আগতেও প্ৰাচীন গ্ৰীকসকলে আৰু এছিয়াৰ কোনো কোনো সভ্য জাতিয়ে জন্তুৰ ছালত আৰু কাঠৰ টুকুৰাত কিতাপ লিখিবলৈ চেষ্টা কৰিছিল। প্ৰাচীন কালত ইজিপ্তত নীল নদীৰ উজনি ফালে বিস্তীৰ্ণ জলাহ অঞ্চলত প্ৰচুৰ পৰিমাণে পেপিৰাচ নামৰ এবিধ নল-জাতীয় ওখ গছ গজিছিল। প্ৰাচীন ইজিপ্তৰ কোনোবা বুদ্ধিমান মানুহে পেপিৰাচ গছবোৰ গাঁথেৰে কাগজ তৈয়াৰ কৰি তাক লেখাৰ উপকৰণ হিচাপে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছিল। ই যীশু খ্ৰীষ্টৰ জন্মৰ প্ৰায় তিনি হাজাৰ বছৰৰ আগৰ ঘটনা। এইখিনিতে উল্লেখ কৰি থ'ব পাৰি যে এই পেপিৰাচৰ পৰাই আহিছে ইংৰাজী 'পেপাৰ' (Paper) শব্দটো— যাৰ অসমীয়া প্ৰতিশব্দ হ'ল কাকত। পেপিৰাচৰ কাকতৰ এটা ডাঙৰ সুবিধা আছিল এয়েই যে কেইবাখিলাও কাকত একেলগে জোৰা লগাই নুৰা কৰি থ'ব পাৰি। ফলত ইতিহাসত প্ৰথমবাৰৰ কাৰণে অ'ৰ পৰা ত'লৈ লৈ যাব পৰা বা এঠাইত ভালকৈ সাঁচি থ'ব পৰা কিতাপ সৃষ্টি হ'ল।

পেপিৰাচ গছৰ পৰা কাগজ তৈয়াৰ কৰিবলৈ শিকাৰ পিছত প্ৰাচীন মিচৰীয়াসকলে যিবোৰ কিতাপ লিখিছিল সেইবোৰৰ ভিতৰত এখন হ'ল 'মৃতকৰ কাহিনী' (The Book of the Dead)। এই কিতাপখন


BIBLIA
The Bible, that
is, the holy Scripture of the
Olde and New Testament, faith-
fully and truly translated out
of Douche and Latyn
in to Englishe.

M.D.XXXV.

S. Paul II. Tessa. iii.
Praie for vs, that the worde of God maie
haue fre passage, and be glorified. &c.

S. Paul Col. iii.
Let the worde of Christ dwell in you plen-
teously in all wysdome &c.

Josue i.
Let not the boke of this lawe departe
out of thy mouth, but exercyse thyselfe
therin daye and nyghte &c.

১৯৩৫ চনত মুদ্ৰিত (অ'ল্ড টেষ্টামেণ্ট আৰু নিউ টেষ্টামেণ্টৰ) কভাৰডেল
সংস্কৰণৰ নাম-পত্ৰ

লেখা হৈছিল যীশু খ্ৰীষ্টৰ জন্মৰ প্ৰায় ২৫০০ হাজাৰ বছৰৰ আগতে। মৃতকৰ সদ্গতি কামনা কৰি দেৱতাৰ প্ৰতি কৰা প্ৰাৰ্থনা আৰু পৰকালত মৃতকৰ কাৰণে অপেক্ষা কৰি থকা অভিজ্ঞতাৰ বৰ্ণনা— ঘাইকৈ এইবোৰেই আছিল 'মৃতকৰ কাহিনীৰ' বিষয়-বস্তু। মৃতকৰ আত্মাই যাতে বিশেষ বাধা-বিঘিনি নোপোৱাকৈ ইহকালৰ পৰা পৰকাললৈ গমন কৰিব পাৰে— সেই উদ্দেশ্যে কিতাপখন ৰখা হৈছিল 'পিৰামিড' অৰ্থাৎ সমাধি-স্থলত। পৃথিৱীৰ প্ৰাচীনতম গ্ৰন্থ হিচাপে পৰিগণিত 'মৃতকৰ কাহিনী'ৰ এটা কপি এতিয়াও ব্ৰিটিছ মিউজিয়ামত সংৰক্ষিত হৈ আছে।

গ্ৰীচত অতি প্ৰাচীন কালৰ পৰাই জ্ঞানৰ চৰ্চা চলিছিল যদিও তাত কিতাপৰ সংখ্যা আছিল অতি তাকৰ। তাৰ কাৰণ আছিল— প্ৰাচীন গ্ৰীকসকলে কিতাপ লিখিবলৈ জন্তুৰ ছাল বা কাঠৰ টুকুৰা আদি যিবোৰ সঁজুলি ব্যৱহাৰ কৰিছিল সেইবোৰত এখন সম্পূৰ্ণ কিতাপ লেখা সহজ কাম নাছিল, আৰু লেখা সম্ভৱ হ'লেও সেইবোৰ অধ্যয়ন কৰা কামটো আছিল অতি কষ্টসাধ্য। খ্ৰীষ্টপূৰ্ব সপ্তম শতিকাত ইজিপ্তৰ পৰা গ্ৰীচলৈ প্ৰথমবাৰৰ কাৰণে পেপিৰাচ আমদানি কৰা হয়। গ্ৰীকসকলে ইমান দিনে যিবোৰ লেখাৰ সঁজুলি ব্যৱহাৰ কৰি আছিল সেইবোৰতকৈ পেপিৰাচেৰে তৈয়াৰ কৰা আৰু সহজে মেৰিয়াই থ'ব পৰা কাকতবোৰ আছিল বহুত বেছি সুবিধাজনক। মিচৰীয় 'পেপিৰাচ' শব্দটোৰ গ্ৰীক প্ৰতিশব্দ আছিল বিব্লছ্ (Biblos)। গ্ৰীকসকলে সেই কাৰণে পেপিৰাচত লেখা কিতাপৰ নামো দিছিল বিব্লছ্ অৰ্থাৎ কিতাপ। এই বিব্লছ্ শব্দৰ পৰাই ওলাইছে খ্ৰীষ্টানসকলৰ পবিত্ৰ ধৰ্মগ্ৰন্থ 'বাইবেল'ৰ নামটো, কাৰণ বাইবেল প্ৰথম ৰচিত হৈছিল গ্ৰীক ভাষাত।

প্ৰাচীন ইজিপ্ত আৰু গ্ৰীচৰ সভ্যতাৰ সমানেই আৰু এটা মহান পুৰণি সভ্যতা হ'ল চীন দেশৰ সভ্যতা। যীশু খ্ৰীষ্টৰ জন্মৰ ২৮০০ বছৰৰ আগতেই চীনৰ সম্ৰাট ফু-হাইয়ে চীনা লিপি তথা বৰ্ণমালাৰ উদ্ভাৱন কৰি লিখিত চীনা সাহিত্যৰ সূচনা কৰে। বাঁহৰ পৰা কাগজ তৈয়াৰ কৰা পদ্ধতি আৰু মুদ্ৰণ-যন্ত্ৰও চীনাসকলেই প্ৰথমে উদ্ভাৱন কৰে। পৃথিৱীৰ সাহিত্য আৰু দৰ্শনৰ ইতিহাসত এটি চিৰস্মৰণীয় নাম হ'ল কন্‌ফ্যুচিয়াছ (৫৫১-৪৭৯ খ্ৰীঃ পূঃ)। প্ৰায় দু-হাজাৰ বছৰ ধৰি চীন দেশত যিবোৰ সাধু কথা, কবিতা আৰু ৰাজবংশৰ বিৱৰণ ৰচিত হৈছিল বা মুখে মুখে চলি আহিছিল সেই সকলোবোৰকে কন্‌ফ্যুচিয়াছে সংকলন আৰু সম্পাদনা কৰি প্ৰকাশ কৰে। তাৰ লগতে তেওঁ যোগ দিয়ে নিজৰ টীকা-টিপ্পনি— যিবোৰ আচলতে আছিল চীনা সমাজৰ কাৰণে কন্‌ফ্যুচিয়াছে প্ৰণয়ন কৰা আচৰণ-বিধি। কেইবাহাজাৰ বছৰ ধৰি চীনাসকলে কন্‌ফ্যুচিয়াছৰ নীতি-শিক্ষা আৰু আচৰণ-বিধি মানি চলিছিল। সেই কাৰণে কন্‌ফ্যুচিয়াছক মানৱ-জাতিৰ আটাইতকৈ প্ৰভাৱশালী শিক্ষকসকলৰ ভিতৰত এজন বুলি ধৰা হয়।

# মুদ্ৰণ যন্ত্ৰৰ আৱিষ্কাৰ আৰু কিতাপৰ জয়যাত্ৰা

প্ৰায় ৬০০০ বছৰৰ আগতে আৱিষ্কৃত হোৱা লেখন-পদ্ধতিয়ে মানৱ-সভ্যতাত যি বিপ্লৱৰ সূচনা কৰিছিল সেই বিপ্লৱৰ দ্বিতীয়টো অধ্যায় আৰম্ভ হ'ল পোন্ধৰ শতিকাত মুদ্ৰণ-যন্ত্ৰ আৱিষ্কৃত হোৱা মুহূৰ্তৰ পৰা। মানৱ-সভ্যতাৰ ইতিহাসত মুদ্ৰণ-যন্ত্ৰৰ আৱিষ্কাৰ এটা বিৰাট যুগান্তকাৰী ঘটনা। কিতাপেই হ'ল জ্ঞানৰ আকৰ, অৰ্থাৎ চিন্তাশীলৰ চিন্তা আৰু জ্ঞান কিতাপৰ মাজতেই সংৰক্ষিত হৈ থাকে। কিন্তু আধুনিক মুদ্ৰণ-যন্ত্ৰ আৱিষ্কৃত হোৱাৰ আগলৈকে প্ৰায় ৪০০০ বছৰ ধৰি সকলো কিতাপ লিখিব লগা হৈছিল হাতেৰে। হাতেৰে লেখা মূল কিতাপখন আকৌ আনে হাতেৰে লিখি প্ৰতিলিপি কৰি ল'ব লগা হৈছিল। কিন্তু কেৱল হাতেৰে লিখি আৰু কিমান প্ৰতিলিপি কৰা সম্ভৱ? প্ৰাচীন কালত জ্ঞানৰ চৰ্চা সীমাৱদ্ধ আছিল সমাজৰ মুষ্টিমেয় মানুহৰ মাজত। জ্ঞানৰ চৰ্চা সীমাবদ্ধ হৈ থকাৰ কাৰণে কিতাপৰ প্ৰতিলিপিও আছিল কম; আনহাতে কিতাপৰ সংখ্যা কম হোৱাৰ কাৰণে জ্ঞানৰ চৰ্চা আৰু প্ৰচাৰো সীমাবদ্ধ হ'বলৈ বাধ্য হৈছিল। সংখ্যাত অতি তাকৰীয়া হাতে লেখা কিতাপবোৰ ইমান দুষ্প্ৰাপ্য আৰু ব্যয়-বহুল আছিল যে কিতাপৰ গৰাকীসকলে আনক পৰাপক্ষত কেতিয়াও কিতাপ নিদিছিল। মধ্য যুগৰ খ্ৰীষ্টীয় মঠবোৰত কিতাপবোৰ লোৰ শিকলিৰে বান্ধি ৰখাৰ নিয়ম আছিল—- যাতে আনে সহজে সেইবোৰ চুৰ কৰিব নোৱাৰে। কিন্তু পোন্ধৰ শতিকাত আৱিষ্কৃত হোৱা মুদ্ৰণ যন্ত্ৰই কিতাপক এই বন্দী-দশাৰ পৰা মুক্তি দিলে আৰু লগতে মানুহৰ সভ্যতাত যুগান্তৰ আনিলে। ই এইচ মিন্‌ছ্ নামৰ ঐতিহাসিক এজনে একে আষাৰে কৈছে যে মুদ্ৰণ-যন্ত্ৰৰ আৱিষ্কাৰ হোৱাৰ মুহূৰ্তৰ পৰাহে পশ্চিমীয়া সভ্যতাৰ দ্ৰুত বিকাশ সম্ভৱ হ'ল। কেৱল পশ্চিমীয়া সভ্যতা নহয়, সমগ্ৰ মানৱ-সভ্যতাৰ ক্ষেত্ৰতেই এই কথা খাটে।

সভ্যতাৰ বিকাশ ঘাইকৈ নিৰ্ভৰ কৰে জ্ঞানৰ বহল প্ৰচাৰৰ ওপৰত। এজন মানুহৰ শাৰীৰিক শক্তিয়ে যিখিনি কাম কৰিব পাৰে, এশজন মানুহৰ শাৰীৰিক শক্তি লগ লাগিলে এশগুণ বেছি কাম কৰা সম্ভৱ হয়। মগজৰ পৰিশ্ৰমৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। সমাজত শিক্ষিতৰ সংখ্যা যিমানেই বাঢ়ে সিমানেই সমাজৰ উন্নতিৰ কাৰণে প্ৰয়োজনীয় ভাব-সম্পদো বাঢ়ি গৈ থাকে। মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ হোৱাৰ আগলৈকে সমাজত শিক্ষিতৰ সংখ্যা আছিল স্বাভাৱিকতেই অতি কম; কাৰণ, শিক্ষাৰ বিস্তাৰ আৰু বিকাশৰ ঘাই আহিলা কিতাপ আছিল মাত্ৰ এমুঠিমান মানুহৰ এদনীয়া সম্পত্তি। কিন্তু মুদ্ৰণ-যন্ত্ৰৰ সহায়েৰে যি কোনো এখন কিতাপৰ লাখ লাখ বা কোটি কোটি কপি ছপা কৰি উলিওৱা সম্ভৱ হোৱাৰ ফলত আগতে যিখন কিতাপ পঢ়িবলৈ পাইছিল মাত্ৰ এমুঠিমান ভাগ্যৱান মানুহে, এতিয়া সেই কিতাপ পঢ়িব পৰা হ'ল লাখ লাখ কোটি কোটি মানুহে। তদুপৰি একেলগে বহুত কিতাপ ছপা কৰা সম্ভৱ হোৱাৰ ফলত কিতাপৰ দামো ইমান হ্ৰাস পালে যে ধনী-দুখীয়া সকলোৱেই কিতাপ কিনিব পৰা হ'ল। ফলত অতীতত যি জ্ঞান-বিজ্ঞান আছিল মাত্ৰ এমুঠিমান মানুহৰ এদনীয়া সম্পত্তি এতিয়া সি হৈ পৰিল সমাজৰ সকলো মানুহৰ উমৈহতীয়া সম্পত্তি।

দ্বিতীয়তে, কিতাপ সুলভ হোৱাৰ লগে লগে শিক্ষা সাৰ্বজনীন কৰাও সম্ভৱ হ'ল। শিক্ষিতৰ সংখ্যা দ্ৰুত গতিৰে বাঢ়িবলৈ ধৰিলে। মানুহৰ মাজত কিতাপ পঢ়াৰ অভ্যাস গঢ়ি উঠিল। ইয়াৰ ফলত সাহিত্যই বাণিজ্যিক ৰূপ ল'বলৈ আৰম্ভ কৰিলে; অৰ্থাৎ কিতাপৰ লেখক, প্ৰকাশক, মুদ্ৰক আৰু বিক্ৰেতা আদি বিভিন্ন শ্ৰেণীৰ মানুহৰ কাৰণে কিতাপৰ ব্যৱসায়েই হ'ল প্ৰধান জীৱিকা।

তৃতীয়তে, মুদ্ৰণ-যন্ত্ৰ হৈ উঠিল বিৰাট সামাজিক পৰিবৰ্তনৰ এটা পৰম শক্তিশালী সঁজুলি। আগতে

কোনোবাই যদি প্ৰচলিত মত বা আদৰ্শৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব খুজিছিল, তেওঁ সেইটো কৰিব লগা হৈছিল সীমিত সংখ্যক মানুহৰ আগত কথা কৈ বা বক্তৃতা দি। নতুন এটা মত প্ৰচাৰ কৰিব খুজিলেও তেওঁ ঠিক তাকেই কৰিব লগা হৈছিল। ইয়াৰ ফলত যি কোনো নতুন মত বা আদৰ্শ প্ৰচাৰ কৰিবলৈ স্বভাবতেই দীঘলীয়া সময় লাগিছিল। তদুপৰি এনে মানুহৰ পদে পদে লাঞ্ছিত বা আক্ৰান্ত হোৱাৰ ভয় আছিল। মুদ্ৰণ-যন্ত্ৰ আবিষ্কাৰ হোৱাৰ ফলত এইবোৰ বিপদ আৰু অসুবিধা নোহোৱা হ'ল। কোনোবাই কিবা এটা নতুন কথা বা বৈপ্লবিক মত প্ৰচাৰ কৰিব খুজিলে কিতাপ এখন লিখি ছপা কৰি দিলেই বা বাতৰি কাকতত প্ৰবন্ধ লিখিলেই হ'ল। ছপা হোৱা মাত্ৰে লাখ লাখ মানুহৰ মাজত তেওঁৰ বাণী বিয়পি পৰিব।

এইবোৰ কাৰণতে মুদ্ৰণ-যন্ত্ৰ আবিষ্কাৰ হোৱাৰ পাঁচ শ বছৰৰ ভিতৰতে মানুহে সকলো ক্ষেত্ৰতে যি প্ৰগতি লাভ কৰিছে তাৰ আগৰ পাঁচ হাজাৰ বছৰতো সিমানখিনি কৰিব পৰা নাছিল। মানুহৰ প্ৰগতি আৰু মুক্তিৰ ক্ষেত্ৰত যি কেইটা বস্তুৱে আটাইতকৈ বেছি অৰিহণা যোগাইছে সেইবোৰৰ ভিতৰত সৰ্ব-প্ৰথমে নাম ল'ব লাগিব মুদ্ৰণ-যন্ত্ৰৰ।

## দ্বিতীয় অধ্যায়



# 'পৃথিৱীৰ আটাইতকৈ ডাঙৰ মহাসাগৰখন'

আমি পৃথিৱীৰ চাৰিখন মহাসাগৰৰ কথা জানো। সেই কেইখন হ'ল প্ৰশান্ত মহাসাগৰ, আটলাণ্টিক মহাসাগৰ, ভাৰত মহাসাগৰ আৰু সুমেৰু মহাসাগৰ। কিন্তু উইল ডুৰাণ্ট নামৰ এজন লেখকে কৈছে যে তেওঁৰ মতে পৃথিৱীৰ আটাইতকৈ ডাঙৰ মহাসাগৰ হ'ল চিয়াঁহিৰ মহাসাগৰ। মহাসাগৰত যেনেকৈ জাহাজ ঘূৰি ফুৰে, তেনেকৈ চিয়াঁহিৰ মহাসাগৰত ঘূৰি ফুৰে অসংখ্য কিতাপ। এটা কথা অৱশ্যে আমি সহজেই বুজিব পাৰোঁ যে কিতাপ লিখিবলৈ বা ছপা কৰিবলৈ আজিলৈকে যিমান চিয়াঁহি ব্যৱহাৰ কৰা হৈছে সেই আটাইখিনি চিয়াঁহি একে ঠাইতে থূপ খুৱালেও সি নিশ্চয় মহাসাগৰৰ আকাৰ ল'ব নোৱাৰিব। তথাপি আলংকাৰিক অৰ্থত চিয়াঁহিৰ মহাসাগৰৰ কথা কৈ উইল ডুৰাণ্টে এহাতে বুজাব খুজিছে কিতাপৰ সংখ্যা; আনহাতে বুজাব খুজিছে কিতাপৰ গুৰুত্ব।

বৰ্তমান গোটেই পৃথিৱীতে প্ৰতিদিনে লাখ লাখ কিতাপ, আলোচনী আৰু বাতৰি-কাকত প্ৰকাশ হয়। কোৱা বাহুল্য মাথোন যে এইটো সম্ভৱ হৈছে মুদ্ৰণ যন্ত্ৰ আৱিষ্কাৰ হোৱাৰ ফলত। মুদ্ৰণ যন্ত্ৰ আৱিষ্কাৰ হোৱাৰ পিছত পৃথিৱীত কিতাপৰ সংখ্যা কেনেকৈ বাঢ়িছে সেইটো বুজাবলৈ ইংৰাজী ভাষাৰ উদাহৰণকে দিওঁ, কাৰণ ইংৰাজী পৃথিৱীৰ আটাইতকৈ চহকী আৰু বহুত-প্ৰচলিত ভাষা। ১৯৪০ চনতে কেম্ব্ৰিজ বিশ্ববিদ্যালয়ে সেই বছৰলৈকে ইংৰাজী ভাষাত প্ৰকাশিত সকলো কিতাপৰ এখন তালিকা প্ৰকাশ কৰিছিল। The Cambridge Bibliography of English Literature নামৰ এই কিতাপখনৰ মুঠ পৃষ্ঠা-সংখ্যা আছিল ৩০১৩। প্ৰত্যেক পৃষ্ঠাৰে দুটা স্তম্ভত খুব ঘনকৈ সৰু সৰু আখৰেৰে ছপা কৰা তিনি হাজাৰ তেৰ পৃষ্ঠাৰ এই বিৰাট গ্ৰন্থত কেৱল ১৯০০ চনলৈকে প্ৰকাশিত হোৱা কিতাপৰ তালিকাহে অন্তৰ্ভুক্ত কৰা হৈছে। তাৰ পিছৰ নব্বৈ বছৰত প্ৰকাশিত হোৱা কিতাপৰ তালিকা কৰিবলৈ কমেও আৰু এহেজাৰ পৃষ্ঠা লাগিব, কাৰণ আগৰ আটাইবোৰ শতাব্দীতকৈ বিংশ শতাব্দীত পৃথিৱীৰ সকলো ভাষাতেই বেছি কিতাপ লিখিত আৰু প্ৰকাশিত হৈছে। যদি কেৱল কিতাপৰ নামৰ তালিকা কৰিবলৈকে চাৰি হাজাৰ পৃষ্ঠাৰ দৰকাৰ হয়, তেন্তে কিতাপৰ সংখ্যা কিমান হ'ব সেই কথা সহজেই অনুমান কৰিব পাৰি। লগতে এই কথাও মনত ৰাখিব লাগিব যে প্ৰতিদিনে সেই তালিকাত হাজাৰ হাজাৰ নতুন কিতাপৰ নাম যোগ হৈছে।

অৱশ্যে সকলো ভাষাই ইংৰাজী ভাষাৰ দৰে চহকী নহয়। উদাহৰণ স্বৰূপে, আমাৰ অসমীয়া ভাষাৰ কথাই ক'ব পাৰি। প্ৰয়োজনৰ তুলনাত অসমীয়া ভাষাত কিতাপ ইমান কম যে কেৱল অসমীয়া কিতাপ পঢ়ি আমি আধুনিক জ্ঞান-বিজ্ঞানৰ সকলো তত্ত্ব আৰু তথ্য আয়ত্ত কৰিবলৈ আশা কৰিব নোৱাৰোঁ। আমাৰ এই সমস্যা সমাধান কৰাৰ মাত্ৰ দুটা উপায় আছে। প্ৰথমটো উপায় হ'ল এই যে আমি ইংৰাজী তথা অন্যান্য বিদেশী ভাষাত লেখা সকলোবোৰ উৎকৃষ্ট কিতাপ অসমীয়ালৈ অনুবাদ কৰাৰ ব্যৱস্থা কৰিব লাগিব। পৃথিৱীৰ সকলো উন্নতিকামী আৰু জ্ঞান-পিপাসু জাতিয়েই এই কাম কৰি থাকে। প্ৰসঙ্গত জাপানৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। জাপানে দীৰ্ঘকাল ধৰি বহিৰ্জগতৰ লগত সকলো সম্পৰ্ক এৰাই চলিছিল। কোনো জাপানীক বিদেশ ভ্ৰমণ কৰিবলৈ অনুমতি দিয়া নহৈছিল; কোনো বিদেশীকো জাপানত বসবাস কৰিবলৈ দিয়া নহৈছিল। ফলত ইউৰোপৰ নৱ-জাগৰণ আৰু শিল্প-বিপ্লৱে সমগ্ৰ পৃথিৱীতে যি পৰিৱৰ্তন আনিছিল, জাপানে তাৰ একো ভু ৰখা নাছিল। কিন্তু ১৮৫৪ খ্ৰীষ্টাব্দত আমেৰিকাৰ নৌ-সেনাপতি মেথ্যু চি পেৰিয়ে বিদেশৰ লগত বাণিজ্য কৰিবৰ কাৰণে জাপানৰ বন্দৰবোৰ মুকলি কৰি দিবলৈ জাপান চৰকাৰক বাধ্য কৰালে। এনেকৈয়ে বহিৰ্জগতৰ লগত জাপানৰ প্ৰথম সংযোগ ঘটিল। টোপনিৰ পৰা হঠাৎ খকমককৈ সাৰ পোৱা মানুহৰ দৰে জাপানে চাৰিওফালে চকু ফুৰাই চাই দেখিলে— আধুনিক জ্ঞান-বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ সাধনাত পৃথিৱীখন ইতিমধ্যেই বহুত আগ বাঢ়ি গ'ল। এতিয়া যদি জাপানে বাকীবোৰ অগ্ৰসৰ দেশৰ সমকক্ষ হ'ব খোজে, তেন্তে আনে দুশ বছৰত অৰ্জন কৰা জ্ঞান জাপানে বিশ বছৰতে আয়ত্ত কৰিব লাগিব। কিন্তু এই অসম্ভৱক কেনেকৈ সম্ভৱ কৰা যায়। জাপানে যিটো প্ৰথম কাম হাতত ল'লে সেইটো হ'ল আধুনিক জ্ঞান-বিজ্ঞানৰ পীঠস্থান ইউৰোপৰ সকলো উন্নত ভাষাৰ লাগতিয়াল কিতাপবোৰ জাপানী ভাষালৈ অনুবাদ কৰা। একে আষাৰে ক'বলৈ গ'লে জাপানে কেৱল অনুবাদৰ যোগেদিয়েই সমস্ত পৃথিৱীৰ জ্ঞান-ভাণ্ডাৰ আয়ত্ত কৰি নিজকে পৃথিৱীৰ আটাইতকৈ উন্নত দেশকেইখনৰ ভিতৰত এখন ৰূপে গঢ়ি তুলিবলৈ সক্ষম হ'ল।

আমি যদি দ্ৰুত গতিৰে উন্নতি কৰিব খোজোঁ তেন্তে আমিও জাপানৰ আৰ্হি অনুসৰণ কৰি অনুবাদৰ যোগেদি ক্ৰমবৰ্ধমান জ্ঞান-বিজ্ঞান আহৰণ কৰিবলৈ চেষ্টা কৰিব লাগিব। কিন্তু আমাৰ এটা বিশেষ সুবিধা আছে যিটো জাপানীসকলৰ নাছিল। ইংৰাজসকলে দুশ বছৰ ভাৰত শাসন কৰাৰ ফলত দুশ বছৰ ধৰি ভাৰতত

উচ্চ-শিক্ষা আৰু জ্ঞান-চৰ্চাৰ মাধ্যম আছিল ইংৰাজী ভাষা। সঁচা কথা ক'বলৈ গ'লে, ইংৰাজী ভাষাৰ যোগেদিয়েই ভাৰতে আধুনিক যুগত প্ৰৱেশ কৰিলে। এতিয়া ইংৰাজসকলে ভাৰত এৰি গ'ল যদিও তেওঁলোকৰ সমৃদ্ধিশালী ভাষাটো কিন্তু আমালৈ এৰি থৈ গ'ল। ভাৰতৰ স্কুল-কলেজত ইংৰাজী এতিয়াও এটা অৱশ্য-শিক্ষণীয় বিষয়। এইটো আমাৰ এটা ডাঙৰ সুবিধা; কাৰণ ইংৰাজী ভাষাৰ লগত পৰিচয় থকাৰ কাৰণে বিশ্বৰ বিপুল জ্ঞান-ভাণ্ডাৰ সঁচাৰ কাঠিটো আপোনা-আপুনি আমাৰ হাতৰ মুঠিলৈ আহি গৈছে। সেই কাৰণে যিসকল লোকে কিতাপ পঢ়ি জ্ঞান আহৰণ কৰিব খোজে আৰু জীৱনটো আনন্দময় কৰি ৰাখিব খোজে তেওঁলোকে নিজৰ স্বাৰ্থতে ইংৰাজী ভাষাটো আয়ত্ত কৰিবলৈ চেষ্টা কৰিব লাগে।

গ্ৰীকসকল আছিল প্ৰাচীন জগতৰ আটাইতকৈ সভ্য জাতি। কিন্তু পিছত সামৰিক আৰু ৰাজনৈতিক ক্ষমতাত ৰোমানসকল গ্ৰীক সকলতকৈয়ো বেছি শক্তিশালী হৈ উঠিল। ৰোমানসকলে গ্ৰীচ দেশ জয় কৰি নিজৰ তলতীয়া কৰিলে। কিন্তু গ্ৰীচক তলতীয়া কৰিলে যদিও এই কথা বুজিবলৈ ৰোমানসকলৰ যথেষ্ট সুবুদ্ধি আছিল যে গ্ৰীকসকলৰ সভ্যতা-সংস্কৃতি ৰোমানসকলতকৈ অনেক বেছি উন্নত। সেই কাৰণে ৰাজনৈতিকভাৱে ৰোমানসকল গ্ৰীকসকলৰ প্ৰভু হ'ল যদিও জ্ঞান-বিজ্ঞানৰ সাধনাৰ ক্ষেত্ৰত কিন্তু তেওঁলোকে গ্ৰীকসকলক নিজৰ গুৰু বুলি মানি ল'লে। তেওঁলোকে গ্ৰীক ভাষা শিকি আৰু গ্ৰীক ভাষাৰ দৰ্শন, বিজ্ঞান আৰু সাহিত্য লেটিন ভাষালৈ অনুবাদ কৰি নিজৰ সাহিত্য-সংস্কৃতিৰ ভেঁটি স্থাপন কৰিলে। এই উদাহৰণৰ পৰা আমি এই শিক্ষাই পাওঁ যে জ্ঞান আহৰণৰ কাৰণে নিজতকৈ উন্নত জাতিৰ ভাষা আয়ত্ত কৰিবলৈ চেষ্টা কৰাটো লাজৰ কথা হ'ব নোৱাৰে।

# দুজন বুঢ়া মানুহৰ কথা

**গোটেই পৃথিৱীতে প্ৰতিদিনে লাখ লাখ কিতাপ ৰচিত আৰু প্ৰকাশিত হ'ব ধৰিছে। তদুপৰি যোৱা চাৰি-পাঁচ হাজাৰ বছৰত ৰচিত হৈ অমৰত্ব লাভ কৰা মহৎ গ্ৰন্থবোৰতো আছেই। কিন্তু মানুহৰ চুটি জীৱনত এই গোটেইবোৰ কিতাপ পঢ়ি শেষ কৰা সম্ভৱনে?**

সম্ভৱতো নহয়েই, তাৰ কোনো দৰকাৰো নাই। ঘৰত নানাবিধ সুখাদ্য উভৈনদী হৈ থাকিলেও আমি যেনেকৈ সেইবোৰ একেবাৰতে খাই শেষ কৰাৰ কথা নাভাবোঁ, আনকি কেতিয়াবা বেছিকৈ খাই বদ হজমত ভোগাতকৈ খাদ্য পেলাই দিবলৈকো কুণ্ঠাবোধ নকৰোঁ, ঠিক সেইদৰে পৃথিৱীত যিমান কিতাপ আছে, সেই সকলোবোৰ পঢ়িবই লাগিব বুলি ভবাৰ কোনো দৰকাৰ নাই। তদুপৰি সকলোৰে কিতাপৰ প্ৰয়োজন একে নহয়। এটা বিশেষ বিষয়ৰ অধ্যয়ন বা গৱেষণাত ব্ৰতী হোৱা এজন পণ্ডিতে হয়তো গোটেই জীৱনত হাজাৰ হাজাৰ কিতাপ পঢ়িব লগা হ'ব পাৰে। তেওঁ কোনবোৰ কিতাপ পঢ়িব বা কিমান কিতাপ পঢ়িব সেইটো ঠিক কৰিব তেওঁৰ বিশেষ প্ৰয়োজনেই; কিন্তু এজন সাধাৰণ মানুহে লাখ লাখ কিতাপ থকা এটা পুথি-ভঁৰালত থিয় হৈ স্বাভাৱিকতেই নিজকে প্ৰশ্ন কৰে বা কৰা উচিত ঃ 'এই পুথি-ভঁৰালটোৰ আটাইবোৰ কিতাপ পঢ়িবলৈ মোৰ একো গৰজ পৰা নাই। কিন্তু বাছি বাছি পঢ়িবলৈ হ'লেও মই কোনবোৰ কিতাপ পঢ়া উচিত? কেনেকৈ পঢ়া উচিত?'

কিন্তু হায়, এনেকৈ প্ৰশ্ন কৰা অৰ্থাৎ কিতাপ পঢ়িবলৈ প্ৰয়োজন অনুভৱ কৰা মানুহ খুব বেছি নহয়। বিশেষকৈ আমাৰ দেশত। পঢ়িব নজনা নিৰক্ষৰসকলৰ কথা বাদেই দিলোঁ; আনকি তথাকথিত শিক্ষিত লোকসকলৰো বেছিভাগেই স্কুল-কলেজ এৰাৰ পিছত কিতাপৰ লগত সম্পৰ্ক চিৰকাললৈ ছেদ কৰে। যি ফালেই চকু যায় সেই ফালেই অমৃতৰ কলহ ওৱাদানি হৈ থকা সত্ত্বেও যি সকল লোকে তাৰ এটা মাত্ৰ টোপালো জিভাত লৈ জুতি চোৱাৰ কথা নাভাবে তেওঁলোকতকৈ দুৰ্ভগীয়া আন কোন আছে?

গতিকে 'কোনবোৰ কিতাপ পঢ়িম' বা 'কেনেকৈ কিতাপ পঢ়িম'— সেইটোৱেই একমাত্ৰ প্ৰশ্ন নহয়। তাতোকৈ জৰুৰী প্ৰশ্ন হ'ল— 'কিয় কিতাপ পঢ়িম?' মানুহে প্ৰথমে কিতাপ পঢ়াৰ প্ৰয়োজন অনুভৱ কৰিব লাগিব। তাৰ পিছতহে তেওঁৰ মনলৈ প্ৰশ্ন আহিব ঃ 'কোনবোৰ কিতাপ পঢ়িম? কেনেকৈ পঢ়িম?'

কিতাপ কিয় পঢ়িব লাগে এই প্ৰশ্নৰ এশ-এটা উত্তৰ থাকিব পাৰে। কিন্তু সদ্যহতে মই এটা মাত্ৰ উত্তৰ দিবলৈ চেষ্টা কৰিম।

**মই বছৰত এবাৰ বা কেতিয়াবা দুবাৰকৈ গাঁৱৰ ঘৰলৈ যাওঁ। প্ৰতিবাৰেই গাঁৱৰ কোনোবা নহয় কোনোবা এজন মানুহ মৰাৰ খবৰ পাওঁ; কিন্তু যিবোৰ মানুহ জীয়াই থাকে তেওঁলোকো যে ক্ৰমে ক্ৰমে বাৰ্ধক্য আৰু মৃত্যুৰ মুখলৈ আগবাঢ়িছে, সেই কথা তেওঁলোকক সদায় দেখি থকা মানুহতকৈ মোৰ চকুত বেছিকৈ পৰে। গাঁৱলৈ গ'লেই মই বংশ-পৰিয়ালৰ আৰু চুবুৰিটোৰ বুঢ়া মানুহকেইজনক এবাৰ দেখা কৰিবলৈ যাওঁ; কাৰণ, সদায় মনত এই ভাব লাগি থাকে যে পিছৰ বছৰ আহি তেওঁলোকক আৰু মই নেদেখিবও পাৰোঁ।**

**তেনেকুৱা দুজন বুঢ়া মানুহৰ কথা কওঁ। এজনৰ ঘৰলৈ গ'লেই দেখোঁ, বুঢ়াই দিনৰ দিনটো পিৰালিতে চটাই-ঢৰা এখনত বহি হামিয়াই-হিকটিয়াই থাকে। তেওঁৰ এতিয়া কাম-বন একো নাই। কথা পাতি সময়**

কটাববৈলেকো লগ-সঙ্গ নাই। সেই কাৰণে বুঢ়াৰ এতিয়া দিন নাযায় ৰাতি নুপুৱায় অৱস্থা। মই গৈ তেওঁৰ কুশল-বাৰ্তা সুধিলেই তেওঁ কৰুণ দৃষ্টিৰে মোৰ মুখলৈ চাই কয়— 'আমাৰনো ভাল-বেয়া কি আছে বোপাই! যমে কেতিয়া মাৰি নিয়ে কেৱল তালৈহে বাট চাই আছোঁ।'

বুঢ়াৰ মুখলৈ চাই মোৰ মনটো সঁচাকৈয়ে খুব বেয়া লাগি যায়। ডেকা কালৰ পৰাই তেওঁক দেখি আহিছোঁ। তেওঁৰ নিচিনা ৰঙিয়াল ডেকা গাঁওখনত খুব কমেই আছিল। বিয়া-সবাহ, ভাওনা-থিয়েটাৰ সকলোতে আছিল তেওঁ আগৰণুৱা। কিন্তু বুঢ়া হৈ দেহাৰ শক্তি পৰি অহাৰ লগে লগে জীৱনটো ক্ৰমে ক্ৰমে তেওঁৰ কাৰণে অৰ্থহীন হৈ আহিল। নিঃসঙ্গতা আৰু নিষ্ক্ৰিয়তাই তেওঁক জীয়াতে মৰাৰ তুল্য কৰি পেলালে। তেওঁৰ কাৰণে বাৰ্ধক্যৰ নিঃসঙ্গ বছৰবোৰ এতিয়া কেৱল মৃত্যুৰ কাৰণে কৰুণ যন্ত্ৰণাময় প্ৰতীক্ষা মাত্ৰ। যৌৱনৰ সোণালী দিনবোৰৰ কথা মনত পেলাই বুঢ়াই হয়তো গোপন দীৰ্ঘশ্বাস পেলাই মনে মনে ভাবে— 'জীৱনৰ শেষৰ দিনকেইটা যে এনেকুৱা যন্ত্ৰণা-দায়ক আৰু বিষাদময় হ'ব সেই কথা গাৰ তেজ গৰম হৈ থাকোঁতে এবাৰ জানো ভাবি চাইছিলোঁ?'

এতিয়া আনজন বুঢ়াৰ কথালৈ আহোঁ। যেতিয়াই তেওঁৰ ওচৰলৈ যাওঁ, তেতিয়াই দেখোঁ— বুঢ়াই কিবা নহয় কিবা এখন কিতাপ পঢ়ি আছে। বুঢ়া হ'ল বুলি তেওঁ যে কেৱল ধৰ্মগ্ৰন্থহে পঢ়ে এনে নহয়। উপন্যাস, জীৱন-কাহিনী, বিজ্ঞান, আনকি ৰাজনীতিৰ কিতাপো বাদ নপৰে। কিতাপ পঢ়ি চকুৰ কষ্ট অনুভৱ কৰিলে তেওঁ কিছু সময়ৰ কাৰণে কিতাপখন এফলীয়াকৈ থৈ দূৰৈৰ গছ-বনবোৰলৈ চাই থাকে, অথবা চকু দুটা মুদি কিবা-কিবি কথা ভাবিবলৈ চেষ্টা কৰে। মই যদি ঠিক সেই সময়তে তেওঁৰ ওচৰত থিয় হওঁগৈ, তেওঁক মাত দিয়াৰ আগতেই মই মুগ্ধ দৃষ্টিৰে কিছু সময় তেওঁৰ মুখলৈ চাই ৰওঁ। তেওঁ যেন সকলো সময়তে কাৰোবাৰ লগত কথা পতাত ব্যস্ত বা আনন্দময় ভাবত মগ্ন, এনে এটা ভাব সকলো সময়তে মই তেওঁৰ মুখত দেখা পাওঁ। মোৰ মাত শুনিলেই তেওঁ প্ৰশান্ত দৃষ্টিৰে মোৰ ফালে চাই উচ্ছ্বসিত হৈ কয়— 'তুমি ঠিক সময়তে আহিছা মইনা। মই অমুক কিতাপখনৰ কেবাটাও কথা ভালকৈ বুজি পোৱা নাই। বুঢ়া হৈ আহিছোঁ, কথাবোৰো আগৰ নিচিনাকৈ ভালকৈ মনত নাথাকে। বহাচোন বহা, মইনা! এয়া চোৱাচোন, এই কিতাপখনত যে এনেকৈ লিখিছে...'



এই দ্বিতীয় বুঢ়াজনে কেতিয়াও নিজকে অকলশৰীয়া বুলি ভবা নাই, কাৰণ কিতাপৰ মাজত তেওঁ বিচাৰি পাইছে আটাইতকৈ আনন্দ-দায়ক সঙ্গী। দেহাৰ শক্তি পৰি আহিলেও তেওঁ নিষ্কৰ্মা হৈ হা-হুতাশ কৰিব লগা হোৱা নাই, কাৰণ

আনন্দ আৰু জ্ঞান আহৰণৰ কাৰণে কিতাপ পঢ়াটোৱেই তেওঁৰ এতিয়া ঘাই কাম। মানৱ জীৱনৰ এটা ডাঙৰ বৈশিষ্ট্য হ'ল এই যে দিন যোৱাৰ লগে লগে এফালে দেহটো ক্ষয় হৈ আহে, কিন্তু আনফালে বুদ্ধি-বৃত্তি তথা মনন-শক্তি ক্ৰমাৎ বাঢ়িহে গৈ থাকে। সেই কাৰণে বুঢ়া বয়সত শাৰীৰিক শ্ৰম কৰিব নোৱাৰিলেও জ্ঞান-আহৰণৰ কাৰণে মানসিক শ্ৰম কৰাটো তথা অধ্যয়ন কৰাটো একো টান কাম নহয়। যি সেইটো কৰিব পাৰে, তেওঁৰ কাৰণে বাৰ্ধক্যৰ কালছোৱা মৃত্যুৰ কাৰণে অসহায় আৰু কৰুণ প্ৰতীক্ষাৰ সময় মাত্ৰ নহয়; সি জীৱনৰ এটা নতুন আৰু ৰোমাঞ্চকৰ অধ্যায় মুকলি কৰাৰ সময়।


বাৰ্ট্ৰাণ্ড ৰাছেল

এফ. এল. লুকাছ নামৰ ইংৰাজ লেখক এজনৰ ৰচনাত এগৰাকী মহিলাৰ কথা পঢ়িছিলোঁ— যি গৰাকী মহিলাই এশ দুবছৰ বয়সত গ্ৰীক ভাষা শিকিবলৈ আৰম্ভ কৰিছিল। দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলৰ বুঢ়ীমাকে আশী বছৰ পাৰ হৈ দেখিলে যে তেওঁক বুঢ়া বয়সৰ বেমাৰ অনিদ্ৰাই লগ ধৰিছে। কিন্তু তেওঁ বাৰ্ধক্যক অভিশাপ দি বিছনাত ছাটি-ফুটি কৰি নাথাকি সেই বয়সত আৰম্ভ কৰিলে সহজ-বোধ্য বিজ্ঞানৰ কিতাপ পঢ়িবলৈ। এনেকুৱা উদাহৰণ হাজাৰ হাজাৰ দিব পাৰি। চমুকৈ ইমানকে ক'লেই যথেষ্ট হ'ব যে যি মানুহে গোটেই জীৱন ধৰি কিতাপ পঢ়াৰ অভ্যাস কৰিছে আৰু কিতাপৰ মাজত জীয়াই থকাৰ আনন্দ বিচাৰি পাইছে তেওঁ বুঢ়া বয়সত উপনীত হৈ আৱিষ্কাৰ কৰে যে কিতাপ হ'ল জীৱনৰ সঞ্জীৱনী সুধা। যেতিয়া সকলোৱেই মানুহক লগ এৰা দিয়ে তেতিয়াও তেওঁৰ কাৰণে অপেক্ষা কৰি থাকে কিতাপ— তেওঁৰ নিঃসঙ্গ মুহূৰ্তবোৰত তেওঁক সঙ্গ দিবলৈ; তেওঁৰ নিৰানন্দ মুহূৰ্তবোৰত তেওঁক আনন্দ দিবলৈ; তেওঁৰ হতাশা আৰু বিষাদৰ মুহূৰ্তবোৰত তেওঁক সান্ত্বনা দিবলৈ।

# অভ্যাসটো আৰম্ভ কৰিব লাগিব ল'ৰাকালতেই

বুঢ়া বয়সত কিতাপে মানুহক সঙ্গ আৰু আনন্দ দিব পাৰে হয়, কিন্তু সেই বুলি গোটেই জীৱন কিতাপ চুই নোপোৱা মানুহে বুঢ়াকালত হঠাতে কিতাপ পঢ়িবলৈ আৰম্ভ কৰিব নোৱাৰে। প্ৰকৃত বন্ধুত্ব গঢ়ি উঠিবলৈ দীঘলীয়া সময় লাগে। এই কথা মানুহৰ ক্ষেত্ৰত যেনেকৈ প্ৰযোজ্য, ঠিক তেনেকৈ সমানভাৱেই প্ৰযোজ্য কিতাপৰ ক্ষেত্ৰতো।

কোমল-বয়সীয়া ল'ৰা-ছোৱালীক কিতাপলৈ আকৃষ্ট কৰিবলৈ বহুত উপায় থাকিব পাৰে বা আছে। মই ইয়াত কেৱল এটা উপায়ৰ কথা ক'ম।

ল'ৰাই হওক বা বুঢ়াই হওক, সকলো মানুহেই আনৰ ওচৰত আকৰ্ষণীয় হ'বলৈ বিচাৰে। নানাপ্ৰকাৰে মানুহে নিজকে আকৰ্ষণীয় কৰি গঢ়ি তুলিব পাৰে। যি মানুহ শাৰীৰিকভাৱে সুন্দৰ, যি মানুহ শক্তিশালী ব্যক্তিত্বৰ অধিকাৰী, যি মানুহ প্ৰতিভাবান বা খ্যাতিমান— এই সকলো ধৰণৰ মানুহেই আনৰ প্ৰশংসা বা মনোযোগ আকৰ্ষণ কৰে। কিন্তু কৈশোৰত ভৰি দিয়াৰ সময়ৰে পৰা যৌৱন কাললৈকে উভয় লিঙ্গৰ মানুহৰ এটা তীব্ৰ আকাংক্ষা হয় এখন আকৰ্ষণীয় মুখৰ অধিকাৰী হোৱাৰ— যাতে তেওঁৰ মুখত চকু পৰা মাত্ৰকতে আনে তেওঁৰ প্ৰতি এটা বিশেষ আকৰ্ষণ অনুভৱ কৰে।

শাৰীৰিক সৌন্দৰ্য প্ৰকৃতিৰ দান। কিন্তু আৰু এবিধ সৌন্দৰ্য আছে যি সৌন্দৰ্য মানুহে চেষ্টা কৰি আয়ত্ত কৰি ল'ব পাৰে। শাৰীৰিকভাৱে অসুন্দৰ মানুহো নিজৰ সাধনাৰ দ্বাৰা আয়ত্ত কৰি লোৱা এইবিধ সৌন্দৰ্যৰ দ্বাৰা আনৰ চকুত অতীব আকৰ্ষণীয় হৈ উঠিব পাৰে। কেনেকৈ— উদাহৰণসহ তাৰ ব্যাখ্যা কৰি দেখুৱাইছে লিন্ য়ুটাঙ নামৰ এজন বিখ্যাত লেখকে। জন্ম-সূত্ৰে লিন্ য়ুটাঙ চীনা-বংশোদ্ভূত মানুহ হ'লেও তেওঁ লিখে কিন্তু ইংৰাজী ভাষাত। তেওঁৰ দুখন বিখ্যাত কিতাপ হ'ল The Wisdom of China আৰু The Wisdom of India।

লিন্ য়ুটাঙে তেওঁৰ এখন ৰচনাত খুব জোৰ দি এই কথা কৈছে যে তেওঁ জীৱনত যিমানবোৰ ধুনীয়া মানুহ দেখিছে বা লগ পাইছে সেই সকলৰ ভিতৰত এজন অতি ধুনীয়া মানুহ হ'ল জি. কে. চেষ্টাৰ্টন। জি. কে. চেষ্টাৰ্টন উনৈশ শতিকাৰ এজন ডাঙৰ ইংৰাজ লেখক। কিন্তু যিজন চেষ্টাৰ্টনক লিন্ য়ুটাঙে ইমান ধুনীয়া বুলি ভাবিছিল, তেওঁনো আচলতে দেখিবলৈ কেনেকুৱা আছিল?


জি.কে চেষ্টাৰ্টন

এদিন চেষ্টাৰ্টন লণ্ডনত বাছেৰে কোনোবা এঠাইলৈ গৈ আছিল। তেওঁ যি ঠাইত বাছত উঠিছিল সেই ঠাইত পুৰুষৰ এখনো আসন বাছত খালি নাছিল। কিন্তু মহিলাৰ কাৰণে সংৰক্ষিত এখন বেঞ্চ খালি হৈ আছিল। চেষ্টাৰ্টন মহিলাৰ বেঞ্চখনতে বহি পৰিল। বাছখন কিছু দূৰ যোৱাৰ পিছত পিছৰ কোনোবা এটা ষ্টেছনত তিনিগৰাকী মহিলা বাছত উঠিল। মহিলা কেইগৰাকীক দেখাৰ লগে লগে চেষ্টাৰ্টনে আসন এৰি

থিয় হৈ দিলে। কি আচৰিত কথা! ইমান পৰে যিখন আসন চেষ্টাৰ্টনে অকলেই দখল কৰি আছিল, এতিয়া তেওঁ উঠি দিয়াৰ লগে লগে সেই একেখন আসনত তিনিগৰাকী মহিলা বহিবৰ কাৰণে ঠাই হ'ল।

যিজন মানুহৰ শৰীৰটো তিনিগৰাকী মহিলাৰ সমান শকত, যাৰ পেটটো টেকেলিৰ নিচিনা আৰু মুখখন চৰ্বিৰে ওলমি থকা, তেনে এজন মানুহক বাৰু ধুনীয়া বুলি ক'ব পাৰিনে?

কিন্তু লিন্ য়ুটাঙে খুব জোৰ দি কৈছে যে চেষ্টাৰ্টন এজন অতি ধুনীয়া মানুহ। তেওঁ চেষ্টাৰ্টনক কিয় ইমান ধুনীয়া দেখে তাৰ যুক্তিও তেওঁ দিছে। তেওঁৰ মতে নিৰ্বোধ মানুহ দৈহিকভাৱে যিমানেই ধুনীয়া নহওক কিয়, কিন্তু প্ৰকৃতপক্ষে তেওঁক কেতিয়াও ধুনীয়া বা আকৰ্ষণীয় মানুহ বুলি ক'ব নোৱাৰি। যিটো বস্তুৱে পুৰুষ বা নাৰীক সুন্দৰ কৰি তোলে সেইটো হ'ল তেওঁলোকৰ মুখত ফুটি উঠা বুদ্ধিৰ দীপ্তি আৰু আবেগৰ লাবণ্য। বুদ্ধিৰ দীপ্তি আৰু আবেগৰ লাবণ্য অৰ্জন কৰাৰ প্ৰধান উপায় হ'ল নিয়মিতভাৱে কিতাপ পঢ়া আৰু চিন্তা-শক্তিৰ বিকাশ সাধন কৰা। কিতাপে মানুহৰ মনত নানা ভাবৰ আলোড়ন সৃষ্টি কৰে। সেই আলোড়ন মানুহৰ মুখতো ফুটি উঠে। অৱশ্যে সকলো কিতাপেই এই কাম কৰিব নোৱাৰে। প্ৰকৃত স্বাস্থ্যদায়ক আৰু কেৱল মুখৰোচক আহাৰৰ মাজত যেনেকৈ এটা ডাঙৰ পাৰ্থক্য থাকে, ঠিক তেনেকৈ আঘাত আলোড়ন তুলিব পৰা মহৎ সাহিত্য আৰু কেৱল আমোদ পাবৰ কাৰণে বা সময় কটাবৰ কাৰণে পঢ়া তৰল সাহিত্যৰ মাজতো ডাঙৰ পাৰ্থক্য থাকে। যি মানুহে মনত গভীৰ চিন্তা আৰু আবেগ জগাই তুলিব পৰা ভাল কিতাপ নিয়মিতভাৱে পঢ়ে তেনে মানুহৰ মুখ কেতিয়াও উকা আৰু ভাবলেশহীন হ'ব নোৱাৰে। কিতাপে মানুহৰ মনত নানা প্ৰশ্ন জগাই তোলে। মানুহে যেতিয়া নিজে নিজৰ লগত কথা পাতি সেই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰে, তেতিয়া তেওঁৰ মনৰ মাজত এখন গহীন নাটকৰ অভিনয় চলি থাকে। সেই নাটক প্ৰতিফলিত হয় মানুহৰ মুখৰ পৰ্দাত। যি মানুহৰ মুখখনে অন্তৰ্জগতৰ এই গভীৰ আবেগময় নাটকখন সকলো সময়তে প্ৰতিফলিত কৰি থাকে তেওঁতকৈ বেছি সুন্দৰ আৰু আকৰ্ষণীয় মানুহ আন কোন হ'ব পাৰে? মানুহৰ মুখেই হ'ল মনৰ দাপোণ। নিয়মিত অধ্যয়নে মনটোক ঐশ্বৰ্যবান কৰি তোলে আৰু সেই ঐশ্বৰ্যবান মনটো মুখৰ দাপোণত প্ৰতিবিম্বিত হৈ মুখখনকো সুন্দৰ কৰি তোলে।

কিশোৰ কালত সকলো ল'ৰা-ছোৱালীয়েই আনৰ চকুত আকৰ্ষণীয় হ'ব খোজে। সেইটো হোৱাৰ এটা প্ৰধান উপায় হ'ল নিয়মিতভাৱে ভাল কিতাপ পঢ়া। জীৱনৰ আগ বয়সতে কিতাপ পঢ়াৰ অভ্যাস গঢ়ি উঠিলে সেই অভ্যাস গোটেই জীৱন থাকি যাব। বুঢ়াকালত যেতিয়া কৰিবলৈ একো নাথাকিব আৰু সকলোৱেই তেওঁক লগ এৰা দিব, তেতিয়া কিতাপেই হ'ব তেওঁৰ আটাইতকৈ নিৰ্ভৰযোগ্য সঙ্গী আৰু অন্তহীন সান্ত্বনাৰ উৎস।

# কিতাপে আমাক সদায় সৎ পথত ৰাখে

কেৱল যে সুন্দৰ হ'বৰ কাৰণেই কিতাপ পঢ়িব লাগে, এনে নহয়। আমি যদি সদায় সৎ পথত থাকি এটা আদৰ্শ জীৱন যাপন কৰিব খোজোঁ, সেইটো কৰাতো কিতাপেই আমাক আটাইতকৈ বেছি সহায় কৰিব পাৰে। এই বিষয়ে ইংৰাজ কবি টমাছ হুডে কি কয় শুনা। তেওঁ কৈছিল ঃ 'মোৰ কিতাপবোৰেই মোক সদায় জুৱাৰিৰ আড্ডা, মদপীৰ সঙ্গ আৰু ধোদৰ পচলা নিষ্কৰ্মাবোৰৰ মেলৰ পৰা আঁতৰাই ৰাখে। যি মানুহে পোপ আৰু এডিছনৰ সান্নিধ্য পাইছে, যি মানুহে মিল্টন আৰু শ্বে'ক্‌ছ্‌পীয়েৰৰ নীৰৱ কিন্তু মহৎ চিন্তাধাৰাৰ অংশ লোৱাৰ সুযোগ পাইছে, তেওঁ নিশ্চয় অসৎ আৰু হীন সংসৰ্গ কেতিয়াও সহ্য কৰিব নোৱাৰে।'

কিতাপ পঢ়াৰ সপক্ষে এইটো এটা বৰ ডাঙৰ যুক্তি। আজৰি সময় কেনেকৈ কটোৱা যায়, সেইটো মানুহৰ জীৱনৰ এটা অতি ডাঙৰ সমস্যা। আধুনিক যান্ত্ৰিক যুগত অতীতৰ সকলো যুগতকৈ মানুহৰ আজৰি সময় অনেক গুণে বৃদ্ধি পাইছে। গতিকে আজৰি সময় কেনেকৈ কটোৱা যায় সেই প্ৰশ্নও আগতকৈ বেছি জটিল হৈ আহিছে। জীৱিকা উপাৰ্জনৰ কাৰণে যিখিনি সময় খৰচ কৰিব নালাগে, বা প্ৰত্যেক মানুহেই নিজে বাছি লোৱা কৰ্মক্ষেত্ৰত এটা নিৰ্দিষ্ট সময়ৰ কাৰণে নিয়মিতভাৱে কাম কৰাৰ পিছতো যিখিনি সময় বাকী থাকে তাকে আমি আজৰি সময় বুলি কওঁ। এই আজৰি সময়খিনি কোনে কেনেকৈ কটায় তাৰ ওপৰতে তেওঁৰ জীৱনৰ মূল্য আৰু ব্যক্তিত্বৰ বিকাশ বহু পৰিমাণে নিৰ্ভৰ কৰে।

বেছিভাগ মানুহেই ভাবে যে শুই-বহি জিৰণি লৈ, বা ৰং-তামাছা, খেলা-ধূলা কৰি থকাটোৱেই হ'ল আজৰি সময় কটোৱাৰ প্ৰকৃষ্ট উপায়। ৰং-তামাছাৰ এটা সীমিত প্ৰয়োজন নিশ্চয় আছে। ই আমাৰ দৈহিক আৰু মানসিক অৱসাদ দূৰ কৰি জীৱনটোক বেছি উপভোগ্য কৰি তোলে। কিন্তু আজৰি সময় বুলিলে কেতিয়াও আলস্যৰ সময় বুলি বুজিব নালাগে। গ্ৰীক দাৰ্শনিক এৰিষ্ট'ট্‌লৰ মতে এটা কাম কৰি ভাগৰ লগাৰ পিছত শুই-বহি থকা বা কথাৰ মালিহা মাৰি সময় কটোৱাটোকে আজৰি সময় কটোৱা বুলি নকয়। তেওঁৰ মতে আজৰি সময় কটোৱাৰ সৰ্বোত্তম উপায় হ'ল এটা কাম কৰি কৰি আমনি লাগিলে সেই কামটো এৰি আন এটা কামত ধৰা।

আমাৰ আজৰি সময় কটোৱাৰ উপায়বোৰ এনে হোৱা উচিত যিবোৰে আমাৰ চৰিত্ৰ উন্নত কৰে, বুদ্ধি-বৃত্তিৰ বিকাশ ঘটায়, আৰু লগতে সি আমাৰ দৈহিক আৰু মানসিক অৱসাদ দূৰ কৰে। ওপৰতেই কৈ আহিছোঁ যে অতীতৰ সকলো যুগতকৈ এতিয়া মানুহৰ আজৰি সময় বেছি বাঢ়িছে। তাৰ লগে লগে অৱশ্যে বৃদ্ধি পাইছে চিনেমা, টেলিভিছন আৰু ভিডিঅ'-ফিল্ম আদি অৱসৰ-বিনোদনৰ বিচিত্ৰ পন্থা আৰু উপায়। কিন্তু আধুনিক কালৰ অৱসৰ-বিনোদন বা আমোদ-প্ৰমোদত বেছিভাগ সহজ-লভ্য উপায়ৰ প্ৰধান ত্ৰুটি হ'ল এয়েই যে ই মানুহক কেৱল নিষ্ক্ৰিয় দৰ্শক বা শ্ৰোতা কৰিয়েই ৰাখে; কেতিয়াও সক্ৰিয় অংশীদাৰ হ'বলৈ নিদিয়ে। এনেবোৰ সস্তীয়া আৰু তৰল আমোদ-প্ৰমোদৰ মাজেদি মানুহে পৰিপূৰ্ণ আনন্দও পাব নোৱাৰে আৰু তেওঁৰ বুদ্ধি-বৃত্তিৰো বিকাশ হ'ব নোৱাৰে। বৰং টেলিভিছন আৰু ভিডিঅ'-চিনেমাৰ সমুখত ঘণ্টাৰ পিছত ঘণ্টা ধৰি বহি থকা ল'ৰা-ছোৱালীৰ শৰীৰ আৰু মন দুয়োটাই অৱশ হৈ পৰে। শৰীৰ অৱশ হয় ব্যায়ামৰ অভাৱত। মন অৱশ হয় চিন্তাৰ খোৰাকৰ অভাৱত। গতিকে খুব বেছিকৈ চিনেমা আৰু টেলিভিছন চোৱা ল'ৰা-ছোৱালীৰ দেহ আৰু মন দুয়োটাই খুব বেছিকৈ ক্ষতিগ্ৰস্ত হয়।

আজৰি সময় কটোৱাৰ আটাইতকৈ লাভদায়ক আৰু আনন্দদায়ক উপায় হ'ল কিতাপ পঢ়া। টমাছ হুডৰ নিচিনাকৈ বহুতকেই ই কু-কৰ্ম আৰু কু-সঙ্গৰ পৰা ৰক্ষা কৰিব পাৰে। অৱশ্যে সকলো মানুহেই আজৰি সময় কটাবলৈ জুৱাৰিৰ আড্ডা বা মদৰ দোকানলৈ নাযায়। বিশেষকৈ আমাৰ দেশৰ মধ্যবিত্ত শ্ৰেণীৰ বেছি ভাগ মানুহেই গল্প-গুজব কৰি, চিনেমা-টেলিভিছন চাই বা তাচ-পাশা খেলি আজৰি সময় কটায়। কিন্তু এইবোৰৰ দ্বাৰাও জীৱনৰ অমূল্য সময়বোৰ অবাবতে নষ্ট হোৱাৰ বাহিৰে আন একো নহয়। চিনেমা-টেলিভিছন একেবাৰেই চাব নালাগে বা তাচ-পাশা একেবাৰেই খেলিব নালাগে— এনে কথা কেতিয়াও হ'ব নোৱাৰে। কিন্তু গোটেই আজৰি সময়খিনি যদি কেৱল সেইবোৰকে কৰি কটোৱা যায়, তেন্তে সি আমাৰ জীৱনৰ অশেষ ক্ষতি সাধন কৰে। দুঘণ্টা সময় গাজাখুৰি আড্ডা দিয়া বা এখন নিকৃষ্ট চিনেমা চোৱাৰ পিছত জীৱনৰ সঞ্চয় বুলিবলৈ একো বাকী নাথাকে। দিনৰ পিছত দিন যদি কেৱল তাকেই কৰি থকা যায়, তেন্তে সি সৃষ্টি কৰিব পাৰে দীৰ্ঘস্থায়ী গভীৰ মানসিক অৱসাদ।

কিতাপে মানুহক কু-সঙ্গ আৰু কু-কৰ্মৰ পৰা ৰক্ষা কৰাৰ উপৰিও এই মানসিক অৱসাদৰ পৰা ৰক্ষা কৰে। ই মানুহক সঙ্গ দিয়ে, শিক্ষা দিয়ে, আনন্দ দিয়ে। যি যি মানুহক এবাৰ কিতাপৰ নিচাই পাইছে, তেওঁক আন একো নিচাই টলাব নোৱাৰে।

# কিতাপৰ নিচা

মানুহে আনন্দ পাবলৈ বা সংসাৰৰ দুখ-কষ্ট পাহৰি থাকিবলৈ যিমানবোৰ নিচা-যুক্ত দ্ৰব্য ব্যৱহাৰ কৰে সেই সকলোবোৰ বস্তুৱেই কিবা নহয় কিবা প্ৰকাৰে মানুহৰ দেহ-মন উভয়ৰে ক্ষতি কৰে। একমাত্ৰ ব্যতিক্ৰম হ'ল কিতাপ। কিতাপকো এটা নিচা-যুক্ত বস্তু বুলি কোৱা হ'ল এই কাৰণেই যে এবাৰ কানি-ভাং-মদ আদি ৰাগিয়াল বস্তুৰ প্ৰতি আসক্ত হৈ পৰা মানুহে সেইবোৰ বস্তু নোহোৱাকৈ চলিব নোৱৰাৰ দৰে কিতাপ পঢ়ি পঢ়ি অভ্যস্ত হোৱা মানুহেও কিতাপ পঢ়িবলৈ নাপালেই জীৱনটো অৰ্থহীন আৰু নিৰানন্দ হৈ যোৱা যেন অনুভৱ কৰে।



*মেক্সিম গৰ্কী*

বিখ্যাত ৰাছিয়ান লেখক মেক্সিম গৰ্কীয়ে কিতাপৰ নিচাৰ কথা বৰ্ণনা কৰি এটা গল্প লিখিছে। গল্পটোৰ নাম 'এখন কিতাপৰ কথা'। এজন মানুহক কিতাপৰ নিচাই এনেকৈ ধৰিছিল যে কানীয়া বা মদপীয়ে সময় মতে কানি বা মদ খাবলৈ নাপালে পগলাৰ নিচিনা হোৱাৰ দৰে এই মানুহজনেও কিতাপ পঢ়িবলৈ নাপালে ভীষণ অশান্তি অনুভৱ কৰিছিল। তেওঁ ৰেলৰ ষ্টেচন-মাষ্টৰৰ চাকৰি কৰিছিল। এবাৰ তেওঁক এনে এখন পাগুৱ-বৰ্জিত ঠাইলৈ বদলি কৰা হ'ল— য'ত ষ্টেচনৰ চৌদিশে কেইবা মাইল দূৰলৈকে লোকালয়ৰ কোনো অস্তিত্ব নাই। তাত কিতাপ যোগাৰ কৰাটো মানুহজনৰ কাৰণে এটা ডাঙৰ সমস্যা হৈ উঠিল। লগত নিয়া কিতাপকেইখন কেইদিনমানৰ ভিতৰতে পঢ়ি শেষ হ'ল। এবাৰ পঢ়া কিতাপ কেইখনকে তেওঁ উৰাই-ঘূৰাই আৰু কেইবাবাৰো পঢ়িলে। তাৰ পিছত ষ্টেচনৰ ৰেলৱে টাইম-টেবুলৰ পৰা আৰম্ভ কৰি হাবি-জাবি যিমানবোৰ কাগজ-পত্ৰ আছিল সেই আটাইবোৰ তেওঁ এফালৰ পৰা পঢ়ি শেষ কৰিলে। অৱশেষত যেতিয়া পঢ়িবলৈ আৰু একোৱেই বাকী নাথাকিল, বকৰাণিত পৰি থকা পুৰণি বাতৰি-কাকতৰ ছিগা টুকুৰা পৰ্যন্ত পঢ়ি শেষ হ'ল, তেতিয়া মানুহজনৰ অৱস্থা হ'ল দুৰ্ভিক্ষৰ সময়ত খাবলৈ নাপাই তিলে তিলে মৰিবলৈ ধৰা মানুহৰ নিচিনা। ক্ষুধাতুৰ মানুহে কেৱল খাদ্যবস্তুৰ স্বপ্ন দেখাৰ দৰে সেই মানুহজনেও দিনে-ৰাতিয়ে কেৱল ছপাৰ আখৰৰ স্বপ্ন দেখিবলৈ ধৰিলে। যিকোনো ছপা আখৰ— এখন পেলনীয়া পুৰণি টেলিফোন ডাইৰেক্টৰি, কিংবা কেবা বছৰৰ আগৰ পুৰণি খবৰ-কাগজ, কিংবা অফিচৰ জমা-খৰচৰ বহী— মুঠতে ছপাৰ আখৰ হ'লেই হ'ল। মানুহজন ছপা আখৰৰ কাৰণে বলিয়া হৈ উঠিল।



*গোটে*

'সৰ্বং অত্যন্ত্যং গৰ্হিতম'। যি কোনো বস্তুৰে অতি বেছিটো সদায় বেয়া। সৰ্বসাধাৰণ মানুহক— বিশেষকৈ ল'ৰা-ছোৱালীক কিতাপৰ প্ৰতি

আকৃষ্ট কৰাৰ উদ্দেশ্যেই মই এই কিতাপখন লিখিছোঁ। কিন্তু সেই বুলি মই নিজেই এই কথা বিশ্বাস নকৰোঁ যে কিতাপেই জীৱনৰ সৰ্বস্ব; কিতাপ পঢ়াৰ বাহিৰে মানুহে আন একো কামেই কৰিব নালাগে। কিতাপৰ নিচাই মানুহক ঠিক সিমানলৈকেহে ধৰিব লাগে— যাৰ ফলত প্ৰতিদিনে কিছু সময় কিতাপ পঢ়াটো মানুহৰ দৈনন্দিন কাৰ্য-সূচীৰ এটা অংশ হৈ পৰে। জাৰ্মান মহাকবি গ্যেটেই কৈছিল— 'নিতৌ ৰাতিপুৱা এটা ভাল কবিতা পঢ়িবা, এটা ভাল গান শুনিবা, এখন ভাল ছবি চাবা'। গ্যেটেই যি সময়ত এই কথা কৈছিল সেই সময়ত নিতৌ ৰাতিপুৱা এটা ভাল কবিতা পঢ়াটো সকলোৰে পক্ষেই হয়তো সম্ভৱ আছিল; কিন্তু তেওঁৰ নিচিনা ধনবান শ্ৰেণীৰ মানুহৰ বাহিৰে নিতৌ এটা গান শুনা বা ছবি চোৱা আনৰ পক্ষে সহজ কথা নাছিল। বৰ্তমান যুগত অৱশ্যে ইলেকট্ৰনিক বিপ্লৱৰ ফলত প্ৰায় ঘৰে ঘৰে কেছেট-প্লেয়াৰ; গতিকে এটা ভাল কবিতা পঢ়াৰ লগতে এটা ভাল গান শুনাটো ইচ্ছা থাকিলে সকলোৰে পক্ষেই সম্ভৱ। কিন্তু এখন ভাল ছবি এতিয়াও প্ৰত্যেকৰে কাৰণে সহজ-লভ্য হৈ উঠা নাই। সি যি কি নহওক, গ্যেটেৰ উপদেশ আক্ষৰিক অৰ্থত নল'লেও তেওঁৰ কথাৰ পৰা ইয়াকে বুজিব লাগে যে মানুহে বিভিন্ন আৰু বিচিত্ৰ উৎসৰ পৰা জীৱনৰ আনন্দ আহৰণ কৰিবলৈ চেষ্টা কৰিব লাগে। যি কোনো ধৰণৰ মহৎ শিল্প-কলা মানুহৰ কাৰণে অন্তহীন আনন্দৰ উৎস। কিন্তু প্ৰকৃতিৰ সৌন্দৰ্য, গুণী-জ্ঞানী মানুহৰ লগত সদালাপ, নিজে এখন ফুলনি-বাৰী পাতি সুন্দৰ বস্তু সৃষ্টি কৰাৰ চেষ্টা, বন্য-জীৱন অধ্যয়ন, দেশ-ভ্ৰমণ, সমাজ-সেৱা— এই আটাইবোৰেই এটা পৰিপূৰ্ণ জীৱন যাপন কৰাত আমাক সহায় কৰে। নিয়মিতভাৱে কিতাপ পঢ়াৰ উপৰিও এইবোৰ উৎসৰ পৰাও আমি শিক্ষা আৰু আনন্দ আহৰণ কৰিবলৈ চেষ্টা কৰিব লাগে। আনাতোল ফ্ৰাঁ উনৈশ শতিকাৰ এজন ডাঙৰ ফৰাচী লেখক। নিজে বহুতো বিখ্যাত কিতাপ ৰচনা কৰাৰ উপৰিও তেওঁ জীৱনৰ বেছি ভাগ সময় কিতাপ পঢ়িয়েই অতিবাহিত কৰিছিল। কিন্তু আধুনিক যুগত বিশেষকৈ মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ হোৱাৰ পিছৰ পৰ— পশ্চিমৰ মানুহ কিতাপৰ প্ৰতি অত্যধিক আসক্ত হৈ পৰাৰ কথাটো লক্ষ্য কৰি আনাতোল ফ্ৰাঁই অৱশেষত কিতাপৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ বাধ্য হৈছিল। তেওঁ কৈছিল, 'কিতাপ হ'ল পাশ্চাত্য জগতৰ কানি। কিতাপে আমাক ধ্বংস কৰিছে'।



*আনাতোল ফ্ৰাঁ*

মানুহে আহাৰ নোখোৱাকৈ জীয়াই থাকিব নোৱাৰে। কিন্তু প্ৰয়োজনতকৈ বা হজম কৰিব পৰাতকৈ বেছিকৈ খালে আহাৰেই আমাৰ দেহত নানাবিধ মাৰাত্মক ৰোগ-ব্যাধিৰ সৃষ্টি কৰি অকাল মৃত্যু মাতি আনিব পাৰে। ঠিক তেনেকৈয়ে কিতাপ পঢ়াৰ ক্ষেত্ৰতো এটা মাত্ৰা-জ্ঞান ৰক্ষা কৰি চলা দৰকাৰ।

জ্ঞানী মানুহে আহাৰ খায় দেহৰ পুষ্টি-সাধন আৰু শক্তি-বৃদ্ধিৰ কাৰণে। অজ্ঞানীয়ে সেই একে আহাৰকে খায় কেৱল জিভাৰ লোভ চৰিতাৰ্থ কৰিবৰ কাৰণে। ফলত যি আহাৰে জ্ঞানীক দিয়ে মেদ-হীন নিৰোগী শৰীৰ, সেই একে আহাৰেই অজ্ঞানীক দিয়ে চৰ্বিৰ টোপোলা আৰু নানাবিধ ৰোগ-ব্যাধি।

কিতাপ পঢ়াৰ বিষয়েও সেই একে কথাকে ক'ব পাৰি। কিতাপক আমি যদি মনৰ আহাৰ বুলি কল্পনা কৰি লওঁ, তেন্তে জ্ঞানীয়ে কিতাপ পঢ়িব মানসিক বিকাশ আৰু তাৰ পৰা পোৱা আনন্দৰ কাৰণে। আনহাতে কেৱল জিভাৰ জুতিৰ কাৰণে অতি-ভোজন কৰা মানুহৰ দৰে অজ্ঞানীয়ে কিতাপ পঢ়িব কেৱল স্থূল আনন্দ পাবৰ কাৰণে।

অৱশ্যে এই প্ৰসঙ্গতে আৰু এটা কথা কোৱা দৰকাৰ। আমাৰ শৰীৰক পুষ্টি আৰু শক্তি যোগোৱাটোৱেই হ'ল আহাৰৰ ঘাই কাম। কিন্তু সেই কাম কৰিবলৈকো আহাৰে প্ৰথমে আমাৰ জিভাক তৃপ্তি দিব পাৰিব লাগিব। যি আহাৰে আমাৰ জিভাত জুতি লগাব নোৱাৰে, সেই আহাৰ আমি ভালকৈ হজম কৰিব নোৱাৰোঁ। তদুপৰি, আমি কেৱল জিভাৰ তৃপ্তিৰ কাৰণেও অনেক বস্তু খাওঁ আৰু আহাৰক জিভাৰ কাৰণে তৃপ্তিদায়ক কৰি তোলাটো যুগ যুগ ধৰি মানুহৰ এটা বিশেষ সাধনা। কিতাপৰ ক্ষেত্ৰতো এই একে কথাই খাটে। অৰুচিকৰ আহাৰ পুষ্টিযুক্ত হ'লেও আমি যেনেকৈ তাক ভালকৈ হজম কৰি তাৰ পৰা সম্পূৰ্ণ পুষ্টি আহৰণ কৰিব নোৱাৰোঁ, ঠিক তেনেকৈ যি কিতাপ সুলিখিত নহয়, যি কিতাপে তাৰ ভাষাৰ কাৰুকাৰ্য আৰু ৰচনা-ৰীতিৰ সৌন্দৰ্যৰ দ্বাৰা আমাৰ হৃদয়ত আনন্দৰ আবেগ জগাব নোৱাৰে, সেই কিতাপৰ ভাব অতি মহৎ হ'লেও আমাৰ মন বা মস্তিষ্কই তাক সহজে গ্ৰহণ কৰিব নোৱাৰে। সেই কাৰণে ভাষা আৰু ৰচনা-ৰীতিৰ উৎকৰ্ষ-সাধন হ'ল যুগ যুগ ধৰি মানুহৰ এটা প্ৰধান সাধনা।

# কেনেকুৱা কিতাপ পঢ়া উচিত

যি মানুহ শিক্ষিত, লগতে সৎ আৰু শিষ্টাচাৰীও, তেনে মানুহক ইংৰাজী ভাষাত কাল্‌চাৰ্ড (cultured) মানুহ বুলি কোৱা হয়। কাল্‌চাৰ্ড— অৰ্থাৎ কৰ্ষিত। খেতিয়কে গুটি সিঁচাৰ আগতে মাটিডৰা হাল বাই চহ কৰি আৰু সাৰ-জাবৰ দি খেতিৰ উপযোগী কৰি ল'লেহে গুটি সিঁচাৰ লগে লগে শস্য ন্সহ্‌পহ্‌কৈ বাঢ়ি আহিব। তদুপৰি মাটিৰ পৰা সম্পূৰ্ণ পুষ্টি আহৰণ কৰি শস্যবোৰ যাতে অবাধে বাঢ়িব পাৰে তাৰ কাৰণে অলাগতিয়াল ঘাঁহ-বনবোৰ উঘালি নষ্ট কৰি পেলাব লাগিব। মানুহৰ সজ গুণ আৰু সজ প্ৰবৃত্তিবোৰৰ সুস্থ বিকাশৰ কাৰণেও ঠিক তেনেকৈয়ে শিক্ষাৰ সহায়েৰে নিজৰ ব্যক্তিত্বৰ কৰ্ষণ কৰি তাত সজ আদৰ্শবোৰৰ বীজ সিঁচিব লাগিব আৰু অনিষ্টকাৰী ভাব-চিন্তা আৰু প্ৰবৃত্তিবোৰ নিৰ্মূল কৰিব লাগিব। যি এই কাম কৰি নিজৰ ব্যক্তিত্ব আদৰ্শ ৰূপত গঢ়ি তুলিব পাৰে, তেওঁকেই কাল্‌চাৰ্ড মানুহ বুলি কোৱা হয়। অসমীয়াত এনে মানুহক আমি পৰিশীলিত বা সংস্কৃ...বান মানুহ বুলি ক'ব পাৰোঁ।

সংস্কৃতিবান মানুহ হোৱাটোৱেই প্ৰত্যেক শিক্ষিত মানুহৰ লক্ষ্য হোৱা উচিত। তাৰ কাৰণে সংস্কৃতিৰ সাধনা কৰিব লাগিব। কিন্তু সংস্কৃতিনো কি? তাৰ সাধনা কৰাৰ উপায়েই বা কি?


মেথ্যু আৰ্ণল্ডে

এই প্ৰশ্নৰ উত্তৰ দিবলৈ এখন মহাভাৰত লিখিব পাৰি। আচলতে লিখা হৈছেও— বিভিন্ন ভাষাত, বিভিন্ন দেশত। কিন্তু কোনোবাই যদি সহজে বুজি পোৱাকৈ মাত্ৰ এটা বাক্যত এই প্ৰশ্নৰ উত্তৰ বিচাৰে, তেন্তে তেওঁক কৈ শুনাব লাগিব উনৈশ শতিকাৰ বিখ্যাত ইংৰাজ কবি আৰু সমালোচক মেথ্যু আৰ্ণল্ডে কৈ যোৱা এষাৰ কথা। মেথ্যু আৰ্ণল্ডে কৈছিল— 'যিবোৰ বিষয়ৰ জ্ঞান আহৰণ কৰাটো আমাৰ কাৰণে একান্ত প্ৰয়োজনীয় সেইবোৰৰ বিষয়ে পৃথিৱীত যিবোৰ সৰ্বোত্তম কথা কোৱা হৈছে বা চিন্তা কৰা হৈছে সেই আটাইবোৰ আয়ত্ত কৰি আমাৰ ব্যক্তিত্বৰ সৰ্বাঙ্গীণ বিকাশ কৰাৰ সাধনাই হ'ল সংস্কৃতি'।

একেটা বাক্যতে বহুত কথা ক'ব লগা হোৱাৰ কাৰণে বাক্যটো অলপ জটিল হ'ল। কিন্তু কথাবোৰ সদায় সৰল ৰূপত নিবিচাৰি জটিল কথাৰো জঁট ভাঙিবলৈ চেষ্টা কৰিলেহে আমাৰ বুদ্ধিৰ বিকাশ হ'ব। সি যি কি নহওক, ওপৰৰ বাক্যটোৰ প্ৰতিটো কথা ভালকৈ নুবুজিলেও কেৱল এটা কথা হৃদয়ংগম কৰিবলৈ চেষ্টা কৰিলেই যথেষ্ট হ'ব যে সংস্কৃতিবান মানুহ হোৱাৰ এটা প্ৰধান উপায় হ'ল জ্ঞান-বিজ্ঞানৰ বিভিন্ন বিষয়ে গোটেই পৃথিৱীতে যিবোৰ সৰ্বোত্তম কথা কোৱা হৈছে বা চিন্তা কৰা হৈছে সেই আটাইবোৰ কথা জানিবলৈ চেষ্টা কৰা। আৰু এই কথা নিশ্চয় নক'লেও হ'ব যে সেইবোৰ জনাৰ একমাত্ৰ উপায় হ'ল কিতাপ পঢ়া। আমি যদি ব্ৰিটিছ মিউজিয়াম বা নায়েগ্ৰা জলপ্ৰপাত বা তাজমহল চাব খোজোঁ, তেন্তে আমি সেইবোৰ ঠাইলৈ যাব লাগিব; কিন্তু আমি যদি হাজাৰ হাজাৰ আলোক-বৰ্ষ দূৰৈৰ নক্ষত্ৰ-পুঞ্জৰ বিষয়েই জানিব খোজোঁ, তেন্তে আমি ক'লৈকো নগৈ ঘৰতে চকীত বহি ঠেঙৰ ওপৰত ঠেং তুলি কাৰ্ল ছাগান বা আইজাক আছিমভৰ কিতাপ পঢ়িলেই হ'ল। মানুহৰ সমগ্ৰ জ্ঞান-ভাণ্ডাৰৰ একমাত্ৰ সঁচাৰ-কাঠি হৈছে কিতাপ, আৰু এই সঁচাৰ-কাঠি যি কোনো মানুহেই হাত মেলিলেই ঢুকি পোৱাতে আছে।

মানব-জাতিৰ সৰ্বোত্তম চিন্তা আৰু কথাবোৰ জানিবলৈ হ'লে আমি স্বভাৱতেই পঢ়িব লাগিব সৰ্বোত্তম

কিতাপবোৰ। যিবোৰ কিতাপত প্ৰতিভাবান লোকসকলৰ মহৎ চিন্তা আৰু কল্পনা-শক্তি ফুটি উঠিছে, যিবোৰ কিতাপে যুগ যুগ ধৰি মানুহক চিন্তা আৰু কল্পনাৰ খোৰাক যোগাইছে, যিবোৰ কিতাপৰ মাজত মানুহে যুগ যুগ ধৰি জীৱনৰ অৰ্থ আৰু বিশ্ব ৰহস্যৰ ব্যাখ্যা বিচাৰিছে সেইবোৰ কিতাপকে আমি সৰ্বোত্তম কিতাপ বুলি কওঁ। গোটেই পৃথিৱীতে কেইবাহাজাৰ বছৰ ধৰি ৰচিত লাখ লাখ কিতাপৰ মাজৰ পৰা আমি মাত্ৰ এটা জীৱন-কালত পঢ়ি শেষ কৰিব পৰা এনেকুৱা সৰ্বোত্তম কিতাপ কেনেকৈ বাছি উলিয়াম? আমাৰ নিচিনা সাধাৰণ পাঠকৰ কাৰণে এই কাম একেবাৰেই অসম্ভৱ। প্ৰথমবাৰৰ কাৰণে আমি যেতিয়া কোনোবা এখন মহানগৰত ফুৰিবলৈ যাওঁ তেতিয়া আমাক গাইড অৰ্থাৎ বাট চিনাই দিয়া মানুহৰ দৰকাৰ হয়। কিতাপৰ বিশাল জগততো পথ-প্ৰদৰ্শক নহ'লে আমাৰ অৱস্থা হ'ব অধিক মাছত বগলী কণা হোৱাৰ নিচিনা। পশ্চিমৰ উন্নত দেশবোৰত শিক্ষাব্ৰতী পণ্ডিতসকলে অশেষ পৰিশ্ৰম কৰি শিক্ষাৰ্থী আৰু সাধাৰণ জ্ঞান-পিপাসু মানুহৰ কাৰণে এনেকুৱা অৱশ্য-পঠনীয় কিতাপৰ বহুতো তালিকা কৰি উলিয়াইছে। উদাহৰণ স্বৰূপে ড° ৰবাৰ্ট বি হাচিন্‌ছ যেতিয়া চিকাগো বিশ্ববিদ্যালয়ৰ প্ৰেছিডেণ্ট আছিল তেতিয়া তেওঁ সকলো ছাত্ৰই বাধ্যতামূলকভাৱে পঢ়িবৰ কাৰণে ৪৩২ খন Great Books অৰ্থাৎ মহৎ কিতাপৰ তালিকা প্ৰস্তুত কৰি দিছিল। তেওঁৰ মতে এই ৪৩২ খন কিতাপ পঢ়িলেই যি কোনো মানুহ পশ্চিমীয়া সভ্যতাৰ মহত্তম ভাব-সম্পদ তথা সাহিত্য-দৰ্শন-বিজ্ঞানৰ লগত মোটামুটিভাৱে পৰিচিত হ'ব পাৰে। উইল ডুৰাণ্ট নামৰ আন এজন পণ্ডিতে বাছি বাছি মাত্ৰ ১০০ খন কিতাপৰ এখন তালিকা কৰি কৈছে যে এই এশখন কিতাপ খৰচি মাৰি পঢ়িলেই যি কোনো মানুহে জ্ঞান-বিজ্ঞানৰ বিভিন্ন শাখাৰ লগত পৰিচিত হৈ নিজকে শিক্ষিত মানুহ বুলি দাবী কৰিব পাৰে। বিশ্ববিখ্যাত এন্‌চাইক্লোপিডিয়া ব্ৰিটেনিকাই ৫৪ টা খণ্ডত Great Books of the Western World নামৰ যি গ্ৰন্থমালা প্ৰকাশ কৰিছে, তাত হোমাৰৰ পৰা আৰম্ভ কৰি ফ্ৰয়েডলৈকে মাত্ৰ ৭৪ জন লেখকৰ ৰচনা অন্তৰ্ভুক্ত কৰা হৈছে। অৰ্থাৎ এন্‌চাইক্লোপিডিয়া ব্ৰিটেনিকাৰ মতে এই ৭৪ জন লেখকৰ শ্ৰেষ্ঠ ৰচনাখিনি পঢ়িলেই পশ্চিমীয়া সভ্যতা-সংস্কৃতিৰ মৰ্ম-বাণীৰ লগত পৰিচিত হ'ব পাৰি। এনেকুৱা আৰু অনেক তালিকা আছে। কিন্তু বেছিভাগ পণ্ডিতৰ মতে এন্‌চাইক্লোপিডিয়া ব্ৰিটেনিকাৰ বাছনিয়েই হ'ল আটাইতকৈ উত্তম বাছনি।

কিন্তু পশ্চিমীয়া পণ্ডিতসকলে প্ৰস্তুত কৰা এই তালিকাবোৰত সন্নিবিষ্ট আটাইবোৰ কিতাপেই পশ্চিমৰ অৰ্থাৎ ইউৰোপ-আমেৰিকাৰ কবি, দাৰ্শনিক আৰু বৈজ্ঞানিকসকলে লেখা কিতাপ। সেই তালিকাবোৰত এছিয়াৰ মহান সভ্যতা-সংস্কৃতিয়ে সৃষ্টি কৰা এখনো মহৎ গ্ৰন্থৰ উল্লেখ নাই। উদাহৰণ স্বৰূপে, সেইবোৰ তালিকাত গ্ৰীক মহাকাব্য ইলিয়াড আৰু ওডিছিক অতি উচ্চ আসন দিয়া হৈছে, কিন্তু বিশ্ব সাহিত্যৰ আন দুখন শ্ৰেষ্ঠ মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ কোনো উল্লেখেই নাই। অৱশ্যে, তাৰ কাৰণে সেই তালিকাবোৰ প্ৰস্তুত কৰা পণ্ডিতসকলক দোষ দিব নোৱাৰি। তেওঁলোকে সেই তালিকাবোৰ যুগুতাইছে নিজৰ দেশৰ ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ পাঠকসকলক কেৱল পাশ্চাত্য জগতৰ শ্ৰেষ্ঠ গ্ৰন্থবোৰৰ লগত পৰিচয় কৰি দিয়াবৰ উদ্দেশ্যে।

আজি আমি যিখন পৃথিৱীত বাস কৰিছোঁ সেই পৃথিৱীখন ঘাইকৈ ইউৰোপীয় সভ্যতা-সংস্কৃতিৰ সৃষ্টি। পৃথিৱীৰ সকলো দেশৰ মানুহৰ ওপৰতে ইউৰোপীয় জ্ঞান-বিজ্ঞান আৰু সাহিত্য-দৰ্শনৰ গভীৰ প্ৰভাৱ পৰিছে। কথাষাৰ অলপ ঘূৰাই এনেকৈয়ো ক'ব পাৰি যে আমি যদি প্ৰকৃত অৰ্থত শিক্ষিত হ'ব খোজোঁ, তেন্তে পাশ্চাত্য জগতৰ শ্ৰেষ্ঠ গ্ৰন্থবোৰৰ লগত আমাৰ অলপ নহয় অলপ পৰিচয় থাকিবই লাগিব। কাৰণ আমি যি জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰোঁ সি ঘাইকৈ পশ্চিমীয়া জ্ঞান-বিজ্ঞান। সেই কাৰণে পশ্চিমীয়া পণ্ডিতসকলে যিবোৰ কিতাপ সকলো ছাত্ৰ-ছাত্ৰী আৰু শিক্ষিত মানুহে পঢ়া উচিত বুলি বিবেচনা কৰিছে সেই কিতাপবোৰ আমিও পঢ়া উচিত। কিন্তু তাৰ লগতে আমি যোগ দিব লাগিব আমাৰ নিজৰ দেশৰ মহৎ গ্ৰন্থবোৰ— মহাকাব্য, পুৰাণ, ইতিহাস, কাহিনী— কাৰণ নিজৰ দেশৰ সভ্যতা-সংস্কৃতি আৰু সাহিত্যৰ কথা নজনাকৈ আমি কেতিয়াও নিজকে শিক্ষিত বুলি দাবী কৰিব নোৱাৰোঁ।

# কোনবোৰ কিতাপ পঢ়া উচিত

প্ৰায়বোৰ সভ্য জাতিৰে এখন বা একাধিক জাতীয় মহাকাব্য থাকে। এই মহাকাব্যবোৰৰ মূল কাহিনীবোৰ কেইবাহাজাৰ বছৰৰ আগতে মানুহে কেনেকৈ মুখে মুখে ৰচনা কৰিবলৈ আৰম্ভ কৰিছিল সেই কথা ইয়াৰ আগৰ এটা অধ্যায়ত কৈ অহা হৈছে। পুৰুষানুক্ৰমে মুখ বাগৰি অহা এই কাব্য-কাহিনীবোৰত প্ৰত্যেকটো নতুন পুৰুষৰ মানুহেই ন ন কাহিনী যোগ দিছিল, অথবা আগৰ কাহিনীবোৰতে নতুনকৈ ডাল-পাত জোৰা দিছিল। কিতাপ আকাৰে লিপিবদ্ধ হোৱাৰ আগলৈকে এই কাব্য-কাহিনীবোৰ শ শ বছৰ ধৰি মানুহৰ মুখে মুখে ৰচিত হৈছিল; ফলত এখন সমগ্ৰ সমাজৰ আশা-আকাংক্ষা, অভিজ্ঞতা আৰু আনন্দ-বেদনা এইবোৰৰ মাজেদি প্ৰকাশ পাইছিলি। এইটোৱেই হ'ল কাব্য আৰু মহাকাব্যৰ পাৰ্থক্য : কাব্য ৰচনা কৰে এজন বিশেষ কবিয়ে, এটা বিশেষ সময়ত। কিন্তু মহাকাব্য ৰচনা কৰে নাম-পৰিচয়হীন বহু মানুহে, বহু শতাব্দী ধৰি। আন কথাত ক'বলৈ গ'লে, গোটেই সমাজখনেই হ'ল মহাকাব্যৰ ৰচয়িতা। সেই কাৰণে প্ৰত্যেক জাতিৰ মানুহেই নিজৰ দেশৰ মহাকাব্য ভালকৈ অধ্যয়ন কৰা উচিত, কাৰণ তেতিয়াহে তেওঁ নিজৰ দেশৰ সভ্যতা-সংস্কৃতি আৰু জীৱনৰ আদৰ্শৰ বিষয়ে ভালকৈ জানিব পাৰিব।

ভাৰতৰ দুখন মহাকাব্য হ'ল ৰামায়ণ আৰু মহাভাৰত। এই মহাকাব্য দুখনৰ মূল কাহিনীবোৰ জাতি-ধৰ্ম-নিৰ্বিশেষে প্ৰত্যেক ভাৰতীয়ই ছাত্ৰাৱস্থাতে জনা উচিত। কিয় জনা উচিত তাৰ বহুতো কাৰণৰ ভিতৰত এটা কাৰণ এইখিনিতে বিশেষভাৱে উল্লেখ কৰোঁ। মহাকাব্যবোৰৰ এটা প্ৰধান বিশেষত্ব এই যে ই এনে কিছুমান চৰিত্ৰ অংকন কৰে আৰু কাহিনী বৰ্ণনা কৰে— যিবোৰে এটা জাতিৰ মনত চিৰকালৰ কাৰণে স্থায়ী আসন দখল কৰি লয়। যুগ যুগ ধৰি সেই চৰিত্ৰ আৰু কাহিনীবোৰকে অৱলম্বন কৰি হাজাৰ হাজাৰ কাব্য-নাটক-উপন্যাস লেখা হয়; নৃত্য-গীত-অভিনয় কৰা হয়; ছবি আঁকা হয়। আনকি যিবোৰ কাব্য, নাটক আৰু নৃত্য-গীত মহাকাব্যৰ চৰিত্ৰ বা কাহিনীক পোনপটীয়াকৈ অৱলম্বন কৰি ৰচনা কৰা নহয়, সেইবোৰৰ ওপৰতো বিভিন্ন প্ৰকাৰে মহাকাব্যৰ পৰোক্ষ প্ৰভাৱ পৰে। গতিকে মহাকাব্য দুখনৰ অৰ্থাৎ ৰামায়ণ আৰু মহাভাৰতৰ মূল কাহিনীবোৰৰ লগত পৰিচয় নাথাকিলে অসমীয়া তথা ভাৰতীয় সাহিত্য, দৰ্শন, সঙ্গীত, চিত্ৰকলা, চিনেমা আদিৰ সম্পূৰ্ণ ৰস গ্ৰহণ কৰা কেতিয়াও সম্ভৱ নহয়।

যি কাৰণে আমি ছাত্ৰাৱস্থাতেই ভাৰতীয় মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ মূল কাহিনীবোৰ জনা উচিত, ঠিক সেই একে কাৰণতে গ্ৰীক মহাকাব্য ইলিয়াড আৰু ওডিছিৰ মূল কাহিনীবোৰো আমি পঢ়া উচিত। সমগ্ৰ পাশ্চাত্য সভ্যতাৰ মূল ভেঁটি হৈছে প্ৰাচীন গ্ৰীক সভ্যতা। সেই কাৰণে ইলিয়াড আৰু ওডিছি কেৱল গ্ৰীচৰ মহাকাব্য হৈ নাথাকি সমগ্ৰ পাশ্চাত্য জগতৰ মহাকাব্যত পৰিণত হৈছে। সেই মহাকাব্য দুখনৰ কাহিনী আৰু চৰিত্ৰক অৱলম্বন কৰি যোৱা আঢ়ৈ হাজাৰ বছৰ ধৰি ইউৰোপৰ সকলো দেশত আৰু সকলো ভাষাত কিমান কাব্য, নাটক, উপন্যাস ৰচিত হৈছে, তাৰ সীমা-সংখ্যা নাই। ওপৰতেই এবাৰ কৈ অহা হৈছে যে আমি আজিকালি যি সাহিত্য অধ্যয়ন কৰোঁ বা জ্ঞানৰ চৰ্চা কৰোঁ, তাৰ এটা বৃহৎ অংশ হ'ল ইউৰোপীয় সাহিত্য আৰু জ্ঞান-বিজ্ঞান। গতিকে আমি যদি ছাত্ৰ অৱস্থাতেই ইলিয়াড আৰু ওডিছিৰ মূল কাহিনী আৰু চৰিত্ৰবোৰৰ লগত চিনাকি হৈ লওঁ, তেন্তে গোটেই জীৱন-ধৰি ইউৰোপীয় সাহিত্য আৰু জ্ঞান-বিজ্ঞান বুজিবলৈ আমাৰ পক্ষে সহজ

হ'ব। ঠিক সেই একে কাৰণতে আমি বাইবেল আৰু গ্ৰীচ আৰু ৰোমৰ পৌৰাণিক কাহিনীবোৰ পঢ়া উচিত। সৌভাগ্যৰ কথা যে বাইবেলক বাদ দি ওপৰত উল্লেখ কৰা বাকী আটাইখিনি কিতাপ এতিয়া অসমীয়া ভাষাতো পোৱা গৈছে। পৃথিৱীৰ বিভিন্ন জাতিৰ মহাকাব্যবোৰৰ সম্যক পৰিচয় দি ড° সত্যেন্দ্ৰনাথ শৰ্মাই অসমীয়া ভাষাত এখন ভাল কিতাপ লিখিছে। ওপৰত উল্লেখ কৰা আটাইবোৰ কিতাপ ছাত্ৰাৱস্থাতেই পঢ়া উচিত।

অসমীয়া ভাষাত কিতাপৰ সংখ্যা ইমান কম যে সেইবোৰৰ ভিতৰত বাছি বাছি কিতাপ পঢ়িবলৈ কোৱাৰ অৰ্থ নাই। যিসকল ছাত্ৰক কিতাপৰ নিচাই ধৰিছে বা জ্ঞান-বিজ্ঞানৰ বিভিন্ন বিষয়ৰ প্ৰতি যিসকল ছাত্ৰৰ কৌতূহল আছে তেওঁলোকে হাইস্কুলৰ ডেওনা পাৰ নৌ হওঁতেই এই আটাইবোৰ কিতাপ পঢ়ি শেষ কৰিব পাৰে। সেই কাৰণে এইটো অধ্যায়ত কিতাপৰ নাম নকৈ মই বৰং কিতাপ পঢ়াৰ পৰিকল্পনা কেনেকৈ কৰিব লাগে, সেই কথাকে অলপ কওঁ। কিতাপ আমি দুই প্ৰকাৰে পঢ়িব পাৰোঁ। প্ৰথমতে, যেতিয়াই যি কিতাপ আমাৰ হাতত আহি পৰে সেই কিতাপকে আমি পঢ়িব পাৰোঁ। এনেকৈ কিতাপ পঢ়িলেও আমাৰ কিতাপ পঢ়াৰ অভ্যাস হয় আৰু তাৰ সুফল গোটেই জীৱনলৈকে থাকি যায়। কিন্তু মানৱ-দেহৰ পৰিপূৰ্ণ বিকাশৰ কাৰণে যেনেকৈ সুষম আহাৰৰ দৰকাৰ, ঠিক তেনেকৈ সুষম মানসিক আহাৰৰ দৰকাৰ। এনে মানসিক আহাৰৰ প্ৰয়োজন পূৰ্ণ কৰিবলৈ ছাত্ৰ অৱস্থাতেই পৰিকল্পনা কৰি কিতাপ পঢ়াৰ অভ্যাস কৰিব লাগে।

মানুহৰ জ্ঞান-চৰ্চাক আমি সাধাৰণতে কলা আৰু বিজ্ঞান— এই দুটা প্ৰধান শাখাত ভাগ কৰি দেখুৱাওঁ। কিন্তু কলা আৰু বিজ্ঞানৰ কোনো এটাই পৰস্পৰৰ লগত একো সম্পৰ্ক নথকা পানী-নসৰকা কোঠালি নহয়। এজন মানুহ প্ৰকৃত অৰ্থত শিক্ষিত হ'বলৈ হ'লে তেওঁ যেনেকৈ বুৰঞ্জী, দৰ্শন, সাহিত্য, আদি বিষয়বোৰ অধ্যয়ন কৰি ভাল পাব লাগিব, ঠিক তেনেকৈ বিজ্ঞানৰ ইতিহাস আৰু ঘাই ঘাই বৈজ্ঞানিক তত্ত্ববোৰৰ লগতো তেওঁৰ এটা থূলমূল পৰিচয় থাকিব লাগিব। তদুপৰি যোৱা এশ বছৰত বিজ্ঞানে বিশ্ব-ৰহস্যৰ ব্যাখ্যা কৰি যিবোৰ বিস্ময়কৰ তত্ত্ব আৱিষ্কাৰ কৰিছে, সেইবোৰৰ কাহিনী কোনো মহাকাব্য বা উপন্যাসতকৈ কম চিত্তাকৰ্ষক নহয়। যি মানুহে নিজকে প্ৰকৃত অৰ্থত শিক্ষিত কৰি তুলিব খোজে, তেওঁ ছাত্ৰ অৱস্থাৰ পৰাই বিজ্ঞানৰ বিষয়ে সহজ-সৰল ভাষাত লেখা জনপ্ৰিয় কিতাপবোৰ পঢ়া উচিত। বিশেষকৈ পঢ়া উচিত বিজ্ঞানৰ এখন ইতিহাস। তেতিয়াহ'লে গোটেই জীৱনধৰি বিজ্ঞানৰ লগত সম্পৰ্ক ৰাখি চলিবলৈ আৰু বৈজ্ঞানিক গ্ৰন্থ পঢ়ি আনন্দ পাবলৈ তেওঁৰ পক্ষে সুচল হ'ব। অসমীয়া ভাষাত আজিকালি বিজ্ঞানৰ বিষয়ে কেইবাখনো ভাল কিতাপ ওলাইছে। কিন্তু যিসকল ছাত্ৰই জ্ঞানৰ তৃষ্ণা পূৰণ কৰিবলৈ ইংৰাজী ভাষা আয়ত্ত কৰিছে বা অদূৰ ভৱিষ্যতত কৰিবলৈ আশা কৰিছে তেওঁলোকে জে. এ. থমছনৰ The Outline of Science নামৰ কিতাপখন পঢ়িবলৈ চেষ্টা কৰা উচিত।

Outline—এই ইংৰাজী শব্দটোৰ অসমীয়া প্ৰতিশব্দ হ'ল 'ৰূপৰেখা'। শব্দটোৰ ব্যাখ্যা কৰি এজন পণ্ডিতে লিখিছে : 'ৰূপৰেখা (Outline) শব্দটোৰ অৰ্থ হ'ল এয়েই যে ই সকলো কথাকে সামৰি লয়, কিন্তু কোনো কথাৰে পুংখানুপুংখ বিৱৰণ নিদিয়ে। এইচ. জি. ওৱেল্‌ছেই সৰ্বপ্ৰথমে এই বিধৰ ৰচনাক বিখ্যাত কৰি তোলে। প্ৰথম বিশ্বযুদ্ধৰ ধ্বংসলীলা দেখি তেওঁৰ মন অতিকৈ বিচলিত হ'ল। তেওঁ তেতিয়া এনেকুৱা এখন ইতিহাস লিখিবলৈ সংকল্প ল'লে, যিখন ইতিহাস পঢ়ি মানুহে সমগ্ৰ মানৱ-জাতিটোকে বুজিব পাৰিব। তাৰ আগলৈকে গোটেই পৃথিৱীৰ বা বিভিন্ন জাতি আৰু সভ্যতাৰ কাহিনী একেলগে কোৱা কোনো ইতিহাস নাছিল। আছিল মাত্ৰ প্ৰত্যেকটো জাতিৰে নিজৰ নিজৰ ইতিহাস— তাকো কেৱল নিজৰ দৃষ্টিকোণৰ পৰা লেখা। এইচ.

জি. ওৱেলছেই সৰ্বপ্ৰথম মানহ, যি বিশ্বাস কৰিছিল যে ৰূপৰেখা-জাতীয় গ্ৰন্থৰ প্ৰধান কাম হ'ল এটা ধাৰাবাহিক কাহিনীৰ মাজত বিষয়টোৰ সকলো দিশ সামৰি তাৰ এটা সম্পূৰ্ণ ৰূপ ফুটাই তোলা। কিন্তু তাকে এনে সহজ-সৰলভাৱে কৰিব লাগিব যাতে বিষয়টোৰ লগত গভীৰ পৰিচয় নথকা মানুহেও ক'তো খোকোজা নলগাকৈ গোটেই কাহিনীটো বুজিব পাৰে। অৰণ্যৰ প্ৰতিডাল গছ দেখাতকৈ সামগ্ৰিকভাৱে গোটেই অৰণ্যখন দেখাত পাঠকক সহায় কৰাটোৱেই হ'ল ৰূপৰেখা-জাতীয় গ্ৰন্থৰ প্ৰধান উদ্দেশ্য।'


মেথ্যু আৰ্ণল্ডে

ইয়াৰ আগৰ এটা অধ্যায়ত কৈ অহা হৈছে যে উইল ডুৰাণ্ট নামৰ এজন পণ্ডিতে মানুহক শিক্ষিত কৰিবলৈ 'এশখন সৰ্বশ্ৰেষ্ঠ কিতাপ'ৰ এখন তালিকা প্ৰস্তুত কৰিছিল। সেই এশখন কিতাপৰ এখন হ'ল এইচ. জি. ওৱেলছৰ 'An Outline of the History of the world'। প্ৰত্যেক মানুহে স্কুল বা কলেজত পঢ়ি থকা অৱস্থাতে এই কিতাপখন পঢ়া উচিত। মানৱ-জাতিৰ কাহিনী মোটামুটিকৈ জনা থাকিলে গোটেই জীৱনধৰি জ্ঞান-বিজ্ঞানৰ বিভিন্ন কিতাপ পঢ়ি সেইবোৰৰ পৰা যথোচিত জ্ঞান আৰু আনন্দ আহৰণ কৰিবলৈ বেছি সহজ হয়। এই বিষয়ৰ আন এখন সুখপাঠ্য কিতাপ হ'ল হেণ্ড্ৰিক বিলেম ভেন লুনৰ The Story of Mankind।

ওপৰত যি দুখন কিতাপৰ কথা উল্লেখ কৰিলোঁ তাৰ পৰা বিজ্ঞান আৰু ইতিহাসৰ বিষয়ে ছাত্ৰৰ এটা মোটামুটি ধাৰণা হ'ব আৰু সি তেওঁক গোটেই জীৱন-ধৰি জ্ঞান-চৰ্চা কৰিবলৈ সহায় কৰিব। কিন্তু বিজ্ঞান আৰু ইতিহাসৰ বাহিৰেও দৰ্শনৰ বিষয়েও প্ৰত্যেক শিক্ষিত মানুহৰে কিছু প্ৰাথমিক জ্ঞান থকা দৰকাৰ। উইল ডুৰাণ্টে বোধহয় বিনয়-বশতঃ তেওঁৰ 'সৰ্বশ্ৰেষ্ঠ এশখন কিতাপ'ৰ তালিকাত তেওঁ নিজে লেখা এখন কিতাপৰ নাম অন্তৰ্ভুক্ত কৰা নাই। কিতাপখনৰ নাম The Story of Philosophy। দৰ্শন বুলিলেই সৰ্বসাধাৰণ মানুহে ভয় কৰে। তেওঁলোকে ভাবে যে অতি পণ্ডিত মানুহৰ বাহিৰে দৰ্শনৰ বিষয়ে পঢ়ি সাধাৰণ মানুহে একো বুজিব নোৱাৰে বা তাৰ পৰা একো আনন্দ পাব নোৱাৰে। কিন্তু উইল ডুৰাণ্টে এনে মনোৰম ভাষাত গল্প-উপন্যাসতকৈয়ো আকৰ্ষণীয় কৰি দৰ্শনৰ কাহিনী লিখিলে যে তেওঁৰ সেই কিতাপ পঢ়ি সমগ্ৰ সভ্য-জগতৰ কোটি কোটি মানুহ দৰ্শনৰ প্ৰতি আকৃষ্ট হ'ল। তাৰ ফলত তেওঁলোকৰ জীৱনটো আগতকৈ সুন্দৰ আৰু আনন্দময় হ'ল। উইল ডুৰাণ্টৰ 'দৰ্শনৰ কাহিনী'ও মানুহে যিমান সম্ভৱ কম বয়সতে পঢ়া উচিত। সৌভাগ্যৰ কথা যে আৰু বোধহয় কেইবছৰমানৰ ভিতৰতে এই কিতাপখন অসমীয়া ভাষাতো পঢ়িবলৈ পোৱা হ'ব। অসম চৰকাৰৰ দ্বাৰা স্থাপিত 'আনন্দৰাম বৰুৱা ভাষা-সাহিত্য-সংস্কৃতি কেন্দ্ৰ'ই The Story of Philosophy অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিছে।

বিজ্ঞান, দৰ্শন আৰু ইতিহাসৰ দৰে আমি যদি সাহিত্যৰ ৰূপৰেখাৰ লগতো চিনাকি হৈ লওঁ, তেন্তে গোটেই জীৱনধৰি সাহিত্য অধ্যয়ন কৰি তাৰ পৰা আনন্দ আহৰণ কৰিবলৈ সহজ হ'ব। অনুসন্ধিৎসু ছাত্ৰই কিতাপৰ দোকানত বা স্কুল-কলেজৰ লাইব্ৰেৰীত এই কিতাপবোৰ বিচাৰি উলিয়াবলৈ চেষ্টা কৰিব লাগে। কিতাপৰ সন্ধান কৰি ফুৰাটো জীৱনৰ এটা ৰোমাঞ্চকৰ অভিযান। মই ছাত্ৰসকলৰ সুবিধাৰ কাৰণে মাত্ৰ দুখন কিতাপৰ নাম উনুকিয়াই থওঁ। সেই দুখন হ'ল— The Outline of Literature (edited by John Drinkwater) আৰু The March of Literature (লেখক— ফৰ্ড মেডক্স ফৰ্ড) — দুয়োখন কিতাপ Standard

Literature Company-ত পোৱা যাব। আজিকালি গুৱাহাটীতো তেওঁলোকৰ শাখা আছে।

ছাত্ৰ অৱস্থাতেই আৰু এবিধ কিতাপ পঢ়াটো অতি দৰকাৰী বুলি মই ভাবোঁ। সেইবিধ কিতাপ হ'ল স্বাস্থ্য-গঠনত সহায় কৰিব পৰা যিকোনো কিতাপ। মানুহে কথাতে কয়— 'দেহাইহে বেহা'। প্ৰাচীন গ্ৰীকসকলে মানৱ-জাতিৰ কাৰণে যিটো যুগমীয়া শিক্ষা এৰি থৈ গৈছে, সেইটো হ'ল এই যে দেহটো সুস্থ হ'লেহে মনো সুস্থ হ'ব পাৰে। সেই কাৰণে সকলো কামৰ আগতে স্বাস্থ্যৰ ভেটিটো টনকিয়ালকৈ গঢ়ি লোৱা দৰকাৰ। এই কথা মনত ৰাখি ব্যায়াম, পুষ্টিকৰ আহাৰ, সজ অভ্যাস, মানসিক প্ৰফুল্লতা আৰু ৰোগৰ পৰা হাত সাৰি থকাৰ উপায় ইত্যাদি বিষয়বোৰ সম্পৰ্কে খৰচি মাৰি জানি সেই মতে কাম কৰিবলৈ স্বাস্থ্য আৰু পুষ্টি-বিজ্ঞান সম্পৰ্কীয় সকলো কিতাপ ছাত্ৰ অৱস্থাতে পঢ়া উচিত। এই শিক্ষা মৰণৰ সময়লৈকে মানুহৰ কামত লাগে।

এইখিনিলৈকে পঢ়ি কোনোবাই ক'ব পাৰে যে ছাত্ৰ অৱস্থাতে এইবোৰ কিতাপ পঢ়া সম্ভৱ নহয়, বা কোমল বয়সীয়া ছাত্ৰৰ কাৰণে এইবোৰ বৰ টান কিতাপ। কিন্তু এই কথা একেবাৰে ভুল। বহুতো মাক-বাপেকে ল'ৰা-ছোৱালীক সহজে সন্তুষ্ট কৰিবলৈ টফি-লজেন্সৰ নিচিনা মুখৰোচক কিন্তু আচলতে কোনো পুষ্টি-গুণ নথকা বস্তু খাবলৈ দিয়ে। এইবোৰ বস্তুৱে ল'ৰা-ছোৱালীৰ স্বাস্থ্য নষ্ট কৰাৰ উপৰিও দাঁত চিৰকাললৈ ঘুণীয়া কৰে। তদুপৰি, কেৱল জিভাৰ জুতিৰ কাৰণে এইবোৰ নিকৃষ্ট খাদ্য খোৱাত যিবোৰ ল'ৰা-ছোৱালী অভ্যস্ত হৈ পৰে, সিহঁতে প্ৰকৃষ্ট পুষ্টিকৰ সু-খাদ্যলৈ আকৰ্ষণ অনুভৱ নকৰা হয়। মানসিক আহাৰ তথা কিতাপৰ ক্ষেত্ৰতো এই কথা খাটে। সৰুতেই নানা ধৰণৰ ফল-মূল বা কুঁহিয়াৰ জাতীয় টান বস্তু চোবালে দাঁত ভাল হোৱাৰ লগতে স্বাস্থ্যও ভাল হয়। ঠিক সেই দৰে কুমলীয়া বয়সতে কঠিন আৰু জ্ঞান-গৰ্ভ কিতাপ পঢ়িবলৈ অভ্যাস কৰিলে মনৰ পুষ্টি সাধন হোৱাৰ উপৰিও গোটেই জীৱনৰ কাৰণে ভাল ৰুচি গঢ়ি উঠে। টান কিতাপ পঢ়ি গোটেইবোৰ কথা নুবুজিলেই কোনো ক্ষতি নাই। অন্ততঃ কিছুমান কথা অৱচেতন মনত সঞ্চিত হৈ থাকিব। ডাঙৰ হৈ সেইবোৰ কিতাপ আকৌ পঢ়িবলৈ মন যাব আৰু তেতিয়া কিতাপবোৰ বুজিবলৈ সহজ হ'ব।

# টান কিতাপ কেনেকৈ পঢ়া উচিত

কিতাপ কেনেকৈ পঢ়িব লাগে, সেই বিষয়ে মই নিজৰ অভিজ্ঞতাৰ পৰা শিকা কিছু কথা পিছৰ অধ্যায়ত ক'ম। কিন্তু টান কিতাপ কেনেকৈ পঢ়িব লাগে সেই বিষয়ে ড° মৰ্টিমাৰ এড্‌লাৰ নামৰ এজন পণ্ডিতে দিয়া উপদেশ মোৰ ইমান মনঃপূত হৈছে যে তেওঁৰ কথাৰ সাৰাংশখিনিকে মই তোমালোকক কৈ শুনাব খোজোঁ।

ড° এড্‌লাৰে কৈছে— 'টান কিতাপ কেনেকৈ পঢ়িব লাগে সেই বিষয়ে আটাইতকৈ গুৰুত্বপূৰ্ণ নিয়মটো হৈছে এই ঃ এখন টান কিতাপ প্ৰথমবাৰৰ কাৰণে যেতিয়া পঢ়িবলৈ মেলি ল'বা, তেতিয়া ক'তো নোৰোৱাকৈ গোটেই কিতাপখন আদিৰ পৰা অন্তলৈ পঢ়ি শেষ কৰি পেলাবা। কিতাপখনৰ যিখিনি কথা তোমাৰ বুজি পোৱা যেন লাগে সেইখিনি মনোযোগ দি পঢ়িবলৈ চেষ্টা কৰিবা। কিন্তু যিখিনি কথা ভালকৈ বুজিব নোৱাৰা, সেইখিনি বুজিবলৈ চেষ্টা কৰি থমকি নৰ'বা। কিতাপখনৰ পাদ-টীকা, যুক্তি-জাল, বিভিন্ন কঠিন বিষয়ৰ উল্লেখ এইবোৰে তোমাক পদে পদে ভয় খুৱাবলৈ চেষ্টা কৰিব পাৰে। কিন্তু তুমি ভয় নাখাই আৰু সকলো কথা বুজিবলৈ চেষ্টা নকৰি এফালৰ পৰা পঢ়ি যাবা। যদি এবাৰ মাত্ৰ ভয় খাই তুমি থমকি ৰোৱা, তেন্তে তোমাৰ ফালে আৰু হ'ল! জীৱনত আৰু তোমাৰ কিতাপ পঢ়া নহ'ব। বুজি নোপোৱা কথাবোৰ বুজি পাবলৈ চেষ্টা কৰি তোমাৰ বিশেষ একো লাভ নহ'ব। কিতাপখন দ্বিতীয়বাৰৰ কাৰণে যেতিয়া পঢ়িবা তেতিয়া টান কথাবোৰ বুজিবলৈ তোমাৰ পক্ষে বেছি সহজ হ'ব। কিন্তু দ্বিতীয়বাৰ কিতাপখন পঢ়ি সহজে বুজিবলৈ প্ৰথমবাৰ তুমি নুবুজাকৈ হ'লেও পঢ়িব লাগিব। আচল কথাটো হ'ল এই যে এখন টান কিতাপৰ প্ৰত্যেকটো কথা বুজাৰ আগতে তুমি গোটেই কিতাপখনৰ চাৰিসীমাটো এবাৰ গৰকি আহিব লাগিব। তেতিয়া কিতাপখনেনো তোমাক কি কথা ক'ব খুজিছে, সেইটো তুমি মোটামুটিকৈ বুজি পাবা। কিতাপখনৰ চাৰিসীমা আৰু অলি-গলিবোৰ চিনি পাবলৈ তুমি যিমানেই দেৰি কৰিবা, কিতাপখনৰ প্ৰত্যেকটো কথা বুজি পাবলৈকো তোমাৰ সিমানেই দেৰি লাগিব। আন কথাত ক'বলৈ গ'লে, কিতাপখনৰ বিভিন্ন অংশ তন্ন তন্নকৈ বুজাৰ আগতে তুমি প্ৰথমে গোটেই কিতাপখনৰ সামগ্ৰিক ৰূপটো চিনি পাব লাগিব।

**শ্বে'ক্‌ছ্‌পীয়েৰৰ হেম্‌লেট, মেক্‌বেথ আৰু জুলিয়াছ চীজাৰ আদি অমৰ নাটকবোৰ পঢ়ি হাইস্কুলৰ ছাত্ৰই একো ৰস নাপায়; কাৰণ সেই কিতাপবোৰ স্কুলৰ পাঠ্যপুথি ৰূপে পঢ়িবলৈ তেওঁলোকক বাধ্য কৰা হয়। নাটকবোৰৰ এটাৰ পিছত এটা দৃশ্যকে মাহৰ পিছত মাহ ধৰি ছাত্ৰসকলে পঢ়িব লগা হয়; নতুন নতুন শব্দৰ অৰ্থ বিচাৰি বাৰে বাৰে অভিধান মেলিব লগা হয়; ইচ্ছা নাথাকিলেও বাধ্যত পৰি পাণ্ডিত্যপূৰ্ণ পাদ-টীকাবোৰ পঢ়িব লগা হয়। ফলত হয় কি? আচল নাটকখন ছাত্ৰসকলে কেতিয়াও পঢ়িবলৈ নাপায়। পঢ়াৰ পৰিৱৰ্তে ছাত্ৰসকলক সপ্তাহৰ পিছত সপ্তাহ ধৰি নাটকখনৰ মাজেদি চোঁচোৰাই লৈ ফুৰোৱা হয়। তেওঁলোকে নাটকখনৰ শেষ দৃশ্য গৈ পায় মানে আৰম্ভণিৰ দৃশ্যটোৰ কথা সমূলি পাহৰিয়ে যায়। ইয়াকে নকৰি ছাত্ৰসকলক যদি একে বহনতে গোটেই নাটকখন আদিৰ পৰা অন্তলৈ পঢ়ি শেষ কৰিবলৈ উদগনি দিয়া হ'লহেঁতেন, তেতিয়াহ'লে তেওঁলোকে নাটকখন পঢ়ি কিছু ৰস পালেহেঁতেন আৰু দ্বিতীয়বাৰ পঢ়োঁতে তাক বেছি ভালকৈ বুজি পালেহেঁতেন।**

**'ধৰি লোৱা, এখন টান কিতাপ প্ৰথমবাৰ পঢ়োঁতে তুমি মাত্ৰ শতকৰা পঞ্চাশ ভাগহে বুজি পালা। সেইখিনিও তোমাৰ কামত আহিব; কাৰণ, নুবুজা কথাবোৰ বুজিবৰ কাৰণে অতিৰিক্ত চেষ্টা কৰিবলৈ তোমাৰ**

মন যাব। এখন টান কিতাপ পঢ়া কামটোক এখন নতুন ঠাইত ফুৰিবলৈ যোৱাৰ লগত তুলনা কৰিব পাৰি। প্ৰথমবাৰ যদি তুমি ঠাইখনৰ তলা-নলা বুজিবলৈ চেষ্টা নকৰি চাৰি-চুক মাৰি ওপৰে-ওপৰে ফুৰি লোৱা, তেতিয়া এবাৰ চিনাকি হৈ লোৱা ঠাইবোৰৰ পৰা তুমি নিৰ্ভয় মনেৰে অচিনাকি ঠাইবোৰৰ বাট বিচাৰি উলিয়াবলৈ সাহস কৰিব পাৰিবা। কিতাপ পঢ়াৰ ক্ষেত্ৰতো সেই একেটা কথাই খাটে।

'সেই বুলি তুমি এনে কথাক মনত ঠাই নিদিবা যে এখন টান কিতাপ প্ৰথমবাৰ ক'তো নোৰোৱাকৈ লৰালৰিকৈ পঢ়ি শেষ কৰিলেই দ্বিতীয়বাৰ পঢ়োঁতে কিতাপখন বুজাত সি তোমাক যাদু-মন্ত্ৰৰ দৰে সহায় কৰিব। দ্বিতীয়বাৰ তুমি কিতাপখনৰ প্ৰত্যেকটো শব্দ গভীৰ মনোযোগ দি পঢ়িবই লাগিব। কিন্তু প্ৰথমবাৰ কিতাপখন ওপৰে ওপৰে পঢ়ি ল'লে দ্বিতীয়বাৰ মনোযোগ দি পঢ়িবলৈ সহজ হ'ব।'



# কিতাপ কেনেকৈ পঢ়া উচিত

কিতাপ কেনেকৈ পঢ়িব লাগে সেই কথা কোৱাৰ আগতে কিতাপে কেনেকৈ মানুহৰ জীৱন সলনি কৰি দিব পাৰে, সেই বিষয়ে এটা সত্য কাহিনী কৈ লওঁ।

ইয়াৰ আগৰ এটা অধ্যায়ত বিখ্যাত লেখক এইচ জি ওৱেলছ আৰু তেওঁৰ 'বিশ্ব-ইতিহাসৰ ৰূপৰেখা' (The Outline of the History of the World) নামৰ কিতাপৰ কথা কৈ আহিছোঁ। কিতাপখন পঢ়িবলৈকো তোমালোকক উপদেশ দিছোঁ। আধুনিক কালৰ যি কেইজন লেখকে মানুহৰ চিন্তাৰ ওপৰত গভীৰ প্ৰভাৱ পেলাইছে, অৰ্থাৎ মানুহক বহুত কথা নতুনকৈ চিন্তা কৰিবলৈ শিকাইছে, তেওঁলোকৰ ভিতৰত এইচ জি ওৱেল্ছো এজন। তেওঁৰ এনেকুৱা দূৰদৃষ্টি আছিল যে মানুহে মহাকাশ-যান বা মহাকাশ-ভ্ৰমণৰ কথা কল্পনা কৰাৰ বহু আগতেই তেওঁ The War of the Worlds আৰু The Shape of the Things to Come আদি উপন্যাসত সেইবোৰৰ জীৱন্ত বৰ্ণনা দিছিল। তেওঁৰ কল্পনা আজি বাস্তৱত পৰিণত হৈছে। সিয়েই প্ৰমাণ কৰে যে তেওঁ আছিল বিৰাট প্ৰতিভাশালী মানুহ। কিন্তু এইচ জি ওৱেল্ছে নিজেই স্বীকাৰ কৰি থৈ গৈছে যে তেওঁ যদি ঘটনাক্ৰমে কেইখনমান কিতাপ পঢ়িবলৈ নাপালেহেঁতেন আৰু তাৰ ফলস্বৰূপে তেওঁ কিতাপৰ প্ৰেমত নপৰিলেহেঁতেন, তেন্তে তেওঁ এজন বিশ্ববিখ্যাত লেখক হোৱাৰ পৰিৱৰ্তে জীৱনটো হয়তো শেষ কৰিব লগা হ'লহেঁতেন কাপোৰৰ দোকানৰ এজন সাধাৰণ বিক্ৰীদাৰ হিচাপে।

ওৱেল্ছৰ দেউতাকে ক্ৰিকেট খেলিছিল আৰু মদ খাইছিল। ঘৰ-সংসাৰৰ কোনো দায়িত্ব তেওঁ নলৈছিল। সংসাৰ চলাবলৈ আৰু এপাল ল'ৰা-ছোৱালীক পোহ-পাল দিবলৈ মাকে বাধ্য হৈ ধনী মানুহৰ ঘৰত চাকৰণীৰ কাম কৰিছিল। গতিকে নক'লেও হ'ব যে ঘৰৰ এনে এটা পৰিবেশত ওৱেল্ছে পঢ়া-শুনাৰ কথা কল্পনাই কৰিব নোৱাৰিছিল। ইটো-সিটো সৰু-সুৰা কাম কৰি কেনেকৈ পেট প্ৰৱৰ্তাব পাৰি, সেইটোৱেই আছিল তেওঁৰ ল'ৰাকালৰ একমাত্ৰ চিন্তা।

ওৱেল্ছৰ তেতিয়া বাৰ-তেৰ বছৰ বয়স। এদিন তেওঁ আলিবাটত সমনীয়া ল'ৰাৰ লগত খেলি আছিল। এনেতে এজন ধনী মানুহৰ পুতেকে ওৱেল্ছক দুই হাতেৰে তুলি লৈ শূন্যলৈ দলি মাৰি দি সুধিলে— 'ঐ, তই কাৰ ঘৰৰ ল'ৰা? তোৰ বাপেৰ কোন? মাৰ কোন?'

ওৱেল্ছ শূন্যৰ পৰা উলটি আহি ইমান জোৰেৰে মাটিত পৰিল যে তেওঁৰ কৰঙনৰ হাড় এডাল বৰ বেয়াকৈ ভাগিল। ফলত তেওঁ বহুত দিন বিছনাত পৰি থাকিব লগা হ'ল। যিটো ল'ৰাৰ দুষ্টামিৰ কাৰণে ওৱেল্ছৰ এই দশা হ'ল তাৰ মাকে স্বাভাৱিকতেই নিজকে অতি অপৰাধী বুলি অনুভৱ কৰিবলৈ ধৰিলে। তেওঁ ওৱেল্ছলৈ প্ৰতি দিনে জাম, জেলি, কেক, বিস্কুট আদি নানা সুখাদ্য পঠাবলৈ ধৰিলে। পৃথিৱীত যে এনে সুস্বাদু অমৃতময় খাদ্য-বস্তু থাকিব পাৰে সেই কথা উপজিবৰ দিন-ধৰি পেট ভৰাই খাবলৈ নোপোৱা ওৱেল্ছৰ কাৰণে আছিল কল্পনাৰো অতীত। কিন্তু মহিলাগৰাকীয়ে ওৱেল্ছলৈ কেৱল জাম-জেলি আৰু কেক পঠিয়ায়েই ক্ষান্ত থকা নাছিল। দিনৰ পিছত দিন বিছনাতে শুই থাকি যাতে ওৱেল্ছৰ আমনি নালাগে, তাৰ কাৰণে তেওঁ ওৱেল্ছলৈ কেইখনমান কিতাপো পঠাই দিছিল। জীৱনত কেতিয়াও নাম নুশুনা এই বিচিত্ৰ কিতাপবোৰ উপহাৰ

হিচাপে পাই ওৱেল্‌ছে হাততে স্বৰ্গ ঢুকি পালে বুলি ক'লে তেওঁৰ সেই সময়ৰ মানসিক অৱস্থাৰ কথা অতি কমাইহে কোৱা হ'ব। দিনৰ পিছত দিন কিতাপবোৰ আত্মহাৰা হৈ পঢ়ি ওৱেল্‌ছে এখন নতুন জগত আৰু জীৱনৰ এটা নতুন লক্ষ্য আবিষ্কাৰ কৰিলে। তেওঁ তেতিয়াই ঠিক কৰিলে যে কিতাপ পঢ়িবৰ জোখাৰে নিজকে যোগ্য কৰি তুলিবলৈ তেওঁ যিকোনো প্ৰকাৰে নিজকে শিক্ষিত কৰি তুলিবই লাগিব; কাৰণ, জ্ঞান আহৰণ কৰাৰ অৰ্থাৎ মানৱ-মনৰ অন্তহীন কৌতূহল চৰিতাৰ্থ কৰাৰ একমাত্ৰ উপায় হ'ল কিতাপ পঢ়া। ইয়াৰ পিছত সেই লক্ষ্যৰ পৰা তেওঁ জীৱনত এদিনৰ কাৰণেও বিচলিত নহ'ল। জীৱিকাৰ তাড়নাত তেওঁ সৰু-সুৰা বহুতো চাকৰি কৰিব লগা হ'ল যদিও তাৰ মাজতেই অশেষ কষ্ট কৰি তেওঁ জীৱ-বিজ্ঞানৰ স্নাতক হ'ল; কিন্তু এই জীৱ-বিজ্ঞানৰ স্নাতক-জনেই এদিন লিখি উলিয়ালে 'বিশ্ব-ইতিহাসৰ ৰূপৰেখা'— সমগ্ৰ পৃথিৱীতে এনে ধৰণৰ প্ৰথম কিতাপ— যিখন কিতাপৰ যহত আটাইবোৰ দেশৰ কোটি কোটি মানুহে মানৱ-জাতিৰ ইতিহাসক এটা নতুন দৃষ্টিকোণৰ পৰা চাবলৈ শিকিলে। কল্পনা কৰিবলৈ চেষ্টা কৰাচোন— গোটেই পৃথিৱীৰ বিভিন্ন জাতি আৰু সভ্যতাৰ ইতিহাস লিখিবলৈ ওৱেল্‌ছে গোটেই জীৱনধৰি কিমান কিতাপ পঢ়িব লগা হৈছিল! অথচ ওৱেল্‌ছে নিজেই স্বীকাৰ কৰি থৈ গৈছে যে ঘটনাক্ৰমে যদি তেওঁ কিতাপৰ প্ৰেমত পৰাৰ সুযোগ নাপালেহেঁতেন, তেন্তে তেওঁ হয়তো জীৱনটো শেষ কৰিব লগা হ'লহেঁতেন কাপোৰৰ দোকানৰ বিক্ৰীদাৰ হিচাপে!

এতিয়া আহোঁ কিতাপ কেনেকৈ পঢ়িব লাগে, সেই কথালৈ।

এই কথাটো জনা দৰকাৰ কেৱল সেইসকল লোকেহে— যিসকলে গোটেই জীৱনধৰি নিজকে ক্ৰমে ক্ৰমে বেছি শিক্ষিত কৰি তুলিবৰ কাৰণে কিতাপক অপৰিহাৰ্য সঁজুলি হিচাপে ব্যৱহাৰ কৰে। আন যি কোনো কামৰ দৰেই কিতাপ পঢ়াৰ ক্ষেত্ৰতো মানুহে নিজৰ বুদ্ধি খটুৱাই আৰু নিজৰ অভিজ্ঞতাৰ পৰা শিক্ষা আহৰণ কৰি নিজৰ পথ বিচাৰি লোৱা উচিত। কিন্তু আনৰ অভিজ্ঞতায়ো তেওঁক সহায় কৰিব পাৰে। বস্তুতঃ কিতাপ পঢ়াৰ প্ৰধান উদ্দেশ্যই হ'ল আনৰ অভিজ্ঞতাৰ বিষয়ে জানি তাৰ পৰা শিক্ষা আহৰণ কৰা।

যিসকল লোকে প্ৰণালীবদ্ধভাৱে কিতাপ পঢ়িব খোজে আৰু তাকে কৰি গোটেই জীৱন শিক্ষা আৰু আনন্দ আহৰণ কৰিব খোজে, তেওঁলোকে সৰ্বপ্ৰথমে কেইখনমান পকাবন্ধা বহী যুগুত কৰি লোৱা ভাল। বেলেগ বেলেগ ৰঙৰ বহী বেলেগ বেলেগ বিষয়ৰ টোকাবহী হিচাপে ব্যৱহাৰ কৰিব পাৰি। যিসকলৰ লাগ বুলিলেই কিতাপ কিনিব পৰাৰ আৰ্থিক সামৰ্থ্য আছে, অৰ্থাৎ যিসকলে এটা ব্যক্তিগত পুথিভঁৰাল গঢ়ি ল'ব পাৰে, তেওঁলোকে হয়তো টোকাবহী বেছিকৈ ব্যৱহাৰ কৰাৰ দৰকাৰ নহ'বও পাৰে। কিন্তু আমাৰ দৰে দুখীয়া দেশত ব্যক্তিগত পুথিভঁৰাল কৰিব পৰা মানুহ হাজাৰৰ ভিতৰতো এজন ওলায় নে নোলায় সন্দেহ। তেওঁলোকৰ একমাত্ৰ ভৰসা হ'ল ৰাজহুৱা পুথিভঁৰাল বা ধনী বন্ধু-বান্ধৱৰ ব্যক্তিগত পুথিভঁৰাল। তেওঁলোকৰ কাৰণে টোকাবহী অপৰিহাৰ্য।

কিতাপ পঢ়িবলৈ সংকল্প লোৱাৰ পিছত ক'ত কেনেকৈ আৰম্ভ কৰা যায়, সেইটো এটা ডাঙৰ প্ৰশ্ন হৈ দেখা দিয়ে। মই কিন্তু নিজৰ অভিজ্ঞতাৰ পৰা ক'ব পাৰোঁ যে সামান্য বুদ্ধি খটুৱাব জানিলে আৰু পৰিশ্ৰম কৰিব পাৰিলে সেই প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা খুব টান কাম নহয়। অসমীয়াত এষাৰ কথা আছে— 'কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ।' অৰ্থাৎ যিকোনো এষাৰ কথা আৰম্ভ কৰিলেই সেই কথাৰ প্ৰসঙ্গতে আৰু দহষাৰ কথা আপোনা-আপুনি আহি যায়। কিতাপৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। গভীৰ মনোযোগ দি যি কোনো এখন কিতাপ লৈ পঢ়িবলৈ আৰম্ভ কৰিলেই সেই এখন মাত্ৰ কিতাপে আৰু দহখন বা এশখন কিতাপলৈ তোমাক বাট দেখুৱাই লৈ যাব। তুমি যেতিয়া সেই দহখন (বা এশখন) কিতাপ পঢ়িবলৈ আৰম্ভ কৰিবা, সিহঁতে

আকৌ তোমাক আৰু এহেজাৰখন পঢ়িবলগীয়া কিতাপৰ সন্ধেদ দিব। এনেকৈ কিতাপে নিজেই পথ-প্ৰদৰ্শক হৈ কিতাপৰ বিশাল জগতত তোমাক গোটেই জীৱন ঘূৰাই লৈ ফুৰিব।

উদাহৰণ স্বৰূপে, এইখন কিতাপৰ কথাকে ধৰা। কিতাপখনৰ প্ৰথম অধ্যায়টোতে তুমি হজৰত মহম্মদ আৰু কোৰাণৰ উল্লেখ পালা। ইতিমধ্যে হয়তো তুমি অনেকবাৰ হজৰত মহম্মদ আৰু কোৰাণৰ নাম শুনিছা। কিন্তু মই কিতাপ পঢ়াৰ যিটো পদ্ধতি তোমাক শিকাব খুজিছোঁ সেই পদ্ধতিটো আয়ত্ত কৰিব খুজিলে তুমি এই বিশেষ প্ৰসঙ্গত হজৰত মহম্মদ আৰু কোৰাণৰ নাম শুনিয়েই অলপ থমকি ৰৈ মনে মনে ভাবিবা— 'হজৰত মহম্মদ নিৰক্ষৰ আছিল। অথচ তেওঁৰ মুখৰপৰা ওলোৱা বাণীৰেই কোৰাণ নামৰ এখন মহাগ্ৰন্থ ৰচিত হৈছে আৰু সেই মহাগ্ৰন্থই যুগ যুগ ধৰি পৃথিৱীৰ কোটি কোটি মানুহক জীৱনৰ বাট দেখুৱাইছে। হজৰত মহম্মদ আৰু কোৰাণৰ বিষয়ে মই কিছু কথা নিশ্চয় জনা উচিত'।

তুমি যদি ভাগ্যবান মানুহ হোৱা আৰু তোমাৰ ঘৰত এটা পুথিভঁৰাল থাকে, তেন্তে তুমি পঢ়িবলৈ আৰম্ভ কৰা এই কিতাপখন কিছু সময়ৰ কাৰণে এফলীয়াকৈ থৈ তোমাৰ পুথিভঁৰালৰ পৰা কিতাপ উলিয়াই হজৰত মহম্মদ আৰু কোৰাণৰ বিষয়ে ভালকৈ পঢ়ি ল'বা। কিন্তু মই আশা নকৰোঁ যে তুমি ইমান ভাগ্যবান মানুহ। তেনেহ'লে আৰু বেছি ভাল কথা। নিজৰ ভাগ্য তুমি এতিয়া নিজে গঢ়ি ল'ব পাৰা। তুমি এতিয়া যিখন টোকাবহী তুমি পঢ়িবলগীয়া কিতাপ আৰু বিষয়ৰ নামবোৰ টুকি থ'বৰ কাৰণে ব্যৱহাৰ কৰিছা, তাত লিখি থ'বা— হজৰত মহম্মদ, কোৰাণ। অৰ্থাৎ যিবোৰ কিতাপত তুমি হজৰত মহম্মদ আৰু কোৰাণৰ বিষয়ে জানিবলৈ পাবা সেই কিতাপবোৰ যেনে তেনে যোগাৰ কৰি তুমি এদিন নহয় এদিন পঢ়িবাই।

এনেকৈয়ে এই কিতাপখনৰ পাতে পাতে মস্তিষ্ক, স্মৃতি-শক্তি, এমাৰ্ছন, লংফেলো, আনন্দচন্দ্ৰ আগৰৱালা, শ্বেক্‌ছ্‌পীয়েৰ, হোমাৰ, মহাকাব্য, গ্ৰীক দৰ্শন আদি অজস্ৰ বিষয়, কিতাপ আৰু মানুহৰ নামৰ উল্লেখ আছে। প্ৰত্যেকটো বিষয়ে নহ'লেও অন্ততঃ কিছুমান বিষয়ে আৰু বেছি কথা জানিবলৈ তুমি নিশ্চয় কৌতূহল অনুভৱ কৰিবা বা কৰা উচিত। উদাহৰণ স্বৰূপে, মস্তিষ্কৰ কথাই ধৰা। মই সেইটো অধ্যায়ত উল্লেখ কৰিছোঁ যে এজন মানুহ যদি সত্তৰ বছৰ জীয়াই থাকে, তেন্তে সেইখিনি সময়ৰ ভিতৰত মানুহৰ মস্তিষ্কই ১৫ কোটি তথ্য মনত ৰাখিব পাৰে। এই কথা জনাৰ পিছত তুমি মস্তিষ্কৰ বিষয়ে আৰু বেছি কথা জানিবলৈ, আৰু লগতে কম্পিউটাৰৰ বিষয়েও জানিবলৈ কৌতূহল অনুভৱ কৰা উচিত। কেনেকৈ জানিবা? কিতাপ ক'ত পাবা? তোমাৰ স্কুলৰ পুথি-ভঁৰালত বা তোমাৰ চহৰৰ চৰকাৰী পুথি-ভঁৰালত বিশ্বকোষ জাতীয় কিতাপ থাকিব পাৰে। সেইখন মেলি চালেও তুমি মস্তিষ্কৰ বিষয়ে বহুখিনি কথা জানিব পাৰিবা। লগতে তুমি তোমাৰ টোকাবহীখনতো লিখি থ'বা— মস্তিষ্ক। অৰ্থাৎ মস্তিষ্কৰ বিষয়ে জানিবলৈ প্ৰয়োজনীয় কিতাপ-পত্ৰ তুমি যথাসময়ত সংগ্ৰহ কৰিবা। আচল কথা হ'ল— জানিবলগীয়া বিষয়বোৰৰ সম্পৰ্কে ধাৰাবাহিকভাৱে তালিকা কৰি যোৱা আৰু সেইবোৰৰ প্ৰতি নিজৰ মনত কৌতূহল চিৰ-জাগ্ৰত কৰি ৰখা।



*হোমাৰ*

প্ৰণালীবদ্ধভাৱে কিতাপ পঢ়িবৰ কাৰণে আৰম্ভ কৰোঁতেই মই তোমাক বিজ্ঞান, দৰ্শন, ইতিহাস আৰু

সাহিত্য সম্পৰ্কে কেইখনমান ৰূপৰেখা-জাতীয় কিতাপ পঢ়ি ল'বলৈ পৰামৰ্শ দিছোঁ। উদাহৰণ স্বৰূপে, এইচ. জি. ওৱেল্ছৰ 'বিশ্ব-ইতিহাসৰ ৰূপৰেখা' গ্ৰন্থখনৰ কথাকে ধৰা। তাত অসংখ্য বিষয় কেৱল চুই যোৱা হৈছে। কিন্তু তোমাৰ কৌতূহল তীব্ৰ কৰি তুলিবৰ কাৰণে সিয়েই যথেষ্ট। ধৰ্মগুৰু হিচাপে যীশু খ্ৰীষ্টৰ নাম তুমি সদায় শুনি আছা। কিন্তু এইচ জি ওৱেল্ছে তোমাকে যীশু খ্ৰীষ্ট সম্পৰ্কে এনে এটা সম্পূৰ্ণ নতুন ধাৰণা দিব যে তুমি তেওঁৰ সম্পৰ্কে আৰু অনেক কিতাপ নপঢ়ালৈকে শান্তিত থাকিব নোৱাৰিবা। তুমি ওৱেল্ছৰ কিতাপখনত সামন্তবাদ, জাতীয়তাবাদ, পুঁজিবাদ আদি শব্দ পাবা। কিতাপখন পঢ়ি যাওঁতেই বা পঢ়ি শেষ কৰাৰ পিছত তুমি সেই শব্দবোৰেনো আচলতে কি বুজাব খুজিছে সেই কথা জানিবলৈ চেষ্টা কৰিবা। এনেকৈ এই এখন মাত্ৰ কিতাপক পথ-প্ৰদৰ্শক হিচাপে ব্যৱহাৰ কৰিলেই তুমি আপোনা-আপুনি শ শ খন কিতাপ পঢ়াৰ নিৰ্দেশ পাই যাবা। সেই দৰে সাহিত্যৰ ৰূপৰেখা-জাতীয় যিকোনো কিতাপে বিশ্বসাহিত্যৰ মহৎ গ্ৰন্থবোৰৰ তুলনামূলক গুৰুত্ব বুজিবলৈ আৰু সেই কিতাপবোৰ প্ৰণালীবদ্ধভাৱে পঢ়িবৰ কাৰণে পৰিকল্পনা কৰিবলৈ তোমাক সহায় কৰিব।

কিতাপ কেৱল পঢ়িলেই নহয়। পঢ়া কথাবোৰ মনতো ৰাখিব লাগিব। তাৰে কিছুমান কথা তোমাৰ জ্ঞান বঢ়াবৰ কাৰণে; আনবোৰ কথা তোমাৰ ব্যক্তিগত জীৱনত প্ৰয়োগ কৰিবৰ কাৰণে। এই দুয়োটা উদ্দেশ্যত তুমি বেলেগ বেলেগ টোকাবহী ব্যৱহাৰ কৰিবা। ওপৰত এবাৰ কৈ আহিছোঁ যে বেলেগ বেলেগ বিষয়ৰ গুৰুত্বপূৰ্ণ বা দৰকাৰী কথাবোৰ টুকি ৰাখিবৰ কাৰণে বেলেগ বেলেগ ৰঙৰ বাকলিৰ টোকাবহী ব্যৱহাৰ কৰিব পাৰা। তেতিয়া টোকাবহীখন প্ৰয়োজনমতে বিচাৰি উলিয়াবলৈ সহজ হয়। বিজ্ঞান, দৰ্শন, সাহিত্য, স্বাস্থ্য আদি প্ৰত্যেকটো বিষয়ৰ কাৰণে একোখন টোকাবহী ব্যৱহাৰ কৰিবা। মাজে মাজে সেইবোৰ পঢ়ি চাবা।

ব্যক্তিগত জীৱনত প্ৰয়োগ কৰিব লগীয়া কথাবোৰ টুকি থ'বৰ কাৰণে যিখন বহী ব্যৱহাৰ কৰিবা, সেইখনত কেৱল এনে কথাবোৰ টুকি থ'বা— যিবোৰে তোমাক সৎ আৰু পৰিশ্ৰমী হ'বলৈ প্ৰেৰণা দিয়ে, সজ অভ্যাস গঢ়ি তোলাত তোমাক সহায় কৰে আৰু সকলো সময়তে জীৱনৰ মহৎ আদৰ্শবোৰ তোমাৰ চকুৰ আগত ৰাখে। এনেকৈ টুকি ৰখা সজ কথাবোৰে সংকটৰ সময়ত মানুহক কেনেকৈ সহায় কৰে, তাৰ এটা উদাহৰণ মই ব্যক্তিগত অভিজ্ঞতাৰ পৰা দিওঁ। বহুত দিনৰ আগতে মই কোনোবা এখন কিতাপৰ পৰা ভল্‌তেয়ৰৰ এই কথাফাকি মোৰ টোকাবহীত টুকি ৰাখিছিলোঁ ঃ 'প্ৰত্যেক মানুহেই নিজে নিজৰ চিকিৎসক হোৱা উচিত। এজন বুদ্ধিমান মানুহে নিজৰ বিষয়ে যিমান জানে, সিমানখিনি কথা কোনো চিকিৎসকে জানিব নোৱাৰে। ... সদায় পৰিমিতভাৱে আহাৰ কৰিবা। প্ৰয়োজনতৈক বেছি নাখাবা। যিবোৰ আহাৰ তুমি ভালকৈ হজম কৰিব পাৰা, কেৱল সেইবোৰ আহাৰহে খাবা। আমি যিবোৰ আহাৰ হজম কৰিব পাৰোঁ, কেৱল সেইবোৰ আহাৰেহে আমাৰ শৰীৰৰ পুষ্টি সাধন কৰিব পাৰে। এনেকুৱা কি ঔষধ আছে যি আহাৰ হজম কৰাত আমাক সহায় কৰিব পাৰে? ব্যায়াম। দেহৰ হেৰোৱা শক্তি কিহে আমাক ঘূৰাই দিব পাৰে? সু-নিদ্ৰাই। দুৰাৰোগ্য ৰোগ-ব্যাধি আৰু দুখ-যন্ত্ৰণা কিহে উপশম কৰিব পাৰে? ধৈৰ্যই।'— শুনাত অতি সাধাৰণ যেন লগা এই কথাবোৰেই কিন্তু এটা সুস্থ আৰু আশাবাদী জীৱন যাপনৰ কাৰণে আটাইতকৈ দৰকাৰী কথা। অথচ মাজে মাজে কথাবোৰ পাহৰি গৈ অশেষ শাৰীৰিক আৰু মানসিক কষ্ট ভোগোঁ। তেনেবোৰ মুহূৰ্তত মই টোকাবহীখন উলিয়াই লওঁ আৰু বহীখন পঢ়ি যাওঁতে ভল্‌তেয়ৰৰ উপদেশটোত চকু পৰা মাত্ৰকে মই আকৌ নিজৰ ভুলৰ বিষয়ে সচেতন হৈ উঠোঁ। বিশেষকৈ ভল্‌তেয়ৰৰ এই কথাষাৰিয়ে মোক জীৱনত অশেষ সহায় কৰিছে। — 'দুৰাৰোগ্য ৰোগ-ব্যাধি আৰু দুখ-যন্ত্ৰণা কিহে উপশম কৰিব পাৰে? ধৈৰ্যই।' মোৰ অৱশ্যে কোনো দুৰাৰোগ্য ৰোগ-ব্যাধি নাই;

বৰং স্বাস্থ্য-বিধি নিষ্ঠাৰে মানি চলাৰ ফলত দেহটো প্ৰায় ৰোগমুক্ত। কিন্তু জীৱনৰ সকলো কথাতে ধৈৰ্যৰ প্ৰয়োজন কিমান বেছি, সেই কথা ভল্‌তেযৰৰ এই উক্তিয়েই মোৰ মনত দকৈ দাগ বহুৱাই দিছে। মোৰ ধাৰণা যে ভল্‌তেয়ৰৰ এই মূল্যবান উপদেশফাকি মই যদি মোৰ টোকাবহীত টুকি নথলোঁহেঁতেন আৰু মাজে মাজে তাক পঢ়ি নাথাকিলোঁহেঁতেন, তেন্তে সি মোৰ মনৰ ওপৰত এনেকৈ মন্ত্ৰৰ দৰে ক্ৰিয়া নকৰিলেহেঁতেন।

ড° ছেমুৱেল জন্‌ছনে কৈছে— 'মানুহে নিতৌ ন ন কথা শিকি থকাতকৈ আগতে শিকা কথাবোৰ নতুনকৈ মনত পেলাই থাকিবলৈ চেষ্টা কৰাটো বেছি দৰকাৰী'।

## টোকা

চাৰ চাৰ্ল্‌ছ শ্বেৰিংটন : বিখ্যাত ব্ৰিটিছ শৰীৰ-বিজ্ঞানী। তেওঁৰ গৱেষণাই মানুহৰ মস্তিষ্কৰ গঠন আৰু কৰ্ম-পদ্ধতি বুজাত মানুহক বহুত সহায় কৰিছে।

লংফেলো : হেন্‌ৰি ওৱেডছ্‌বৰ্থ লংফেলো (১৮০৭–৮২) উনৈশ শতিকাৰ এজন বিখ্যাত আমেৰিকান কবি। তেওঁ অনুবাদৰ যোগেদি ইউৰোপৰ বিশাল সাহিত্য-সম্পদৰ লগত আমেৰিকাৰ মানুহক চিনাকি কৰি দিয়াত আগভাগ লৈছিল। তদুপৰি কবি হিচাপেও তেওঁ বিপুল জনপ্ৰিয়তা অৰ্জন কৰিছিল। তেওঁৰ আটাইতকৈ জনপ্ৰিয় দুটা কবিতা হ'ল A Psalm of Life আৰু The Song of Hiwatha.

এমাৰ্ছন : ৰাল্‌ফ্ ওৱাল্ডো এমাৰ্ছন (১৮০৩–৮২) উনৈশ শতিকাৰ বিখ্যাত আমেৰিকান দাৰ্শনিক আৰু কবি। এমাৰ্ছনৰ আদৰ্শবাদী ৰচনাসমূহে সেই যুগৰ আমেৰিকানসকলক অতি গভীৰভাৱে প্ৰভাৱিত কৰিছিল। তেওঁৰ শ্ৰেষ্ঠ ৰচনাসমূহৰ ভিতৰত The Over-soul, Compensation আৰু Self-Reliance বিশেষভাৱে উল্লেখযোগ্য।

হেন্‌ৰিক ইব্‌ছেন (১৮২৮–১৯০৬) : নৰৱে দেশৰ নাট্যকাৰ হেন্‌ৰিক ইব্‌ছেনক আধুনিক কালৰ আটাইতকৈ প্ৰভাৱশালী নাট্যকাৰ বুলি গণ্য কৰা হয়। তেওঁৰ বাস্তৱবাদী নাটকবোৰে বৰ্তমান কালৰ সকলো নাট্যকাৰকে গভীৰভাৱে প্ৰভাৱিত কৰিছে। তেওঁৰ কেইখনমান বিখ্যাত নাটক হ'ল A Doll's House, Ghosts, An Enemy of the People, The Wild Duck আৰু Hedda Gabler.

গিয়েল্‌গাড : চাৰ জন গিয়েল্‌গাড (১৯০৪–) বিখ্যাত ব্ৰিটিছ অভিনেতা। চিনেমা আৰু ৰঙ্গমঞ্চ উভয়তে শ্বে'ক্‌ছ্‌পীয়েৰৰ নাটকসমূহৰ বিভিন্ন চৰিত্ৰত অভিনয় কৰি তেওঁ বিশ্বজোৰা জনপ্ৰিয়তা অৰ্জন কৰিছে। 'হেম্‌লেট' চৰিত্ৰৰ অভিনয়ৰ কাৰণে তেওঁ আটাইতকৈ বিখ্যাত।

নিবেলুঙ্‌জেনলিয়েড : জাৰ্মানীৰ এটা লোক-কাহিনীৰ আলম লৈ ৰচিত নিবেলুঙ্‌জেনলিয়েড্ জাৰ্মানীৰ মহাকাব্য ৰূপে পৰিচিত। তেৰ শতিকাৰ আগভাগত এই মহাকাব্য ৰচিত হৈছিল।

ছাগা : স্কাণ্ডিনেভিয়াৰ দেশকেইখনত এঘাৰ শতিকাৰ পৰা চৈধ্য শতিকাৰ ভিতৰত গদ্য আৰু পদ্য উভয়তে এবিধ কাহিনী-কাব্য ৰচিত হৈছিল। লৌকিক উপাখ্যান, বুৰঞ্জীমূলক কাহিনী বা একোটা পৰিয়ালৰ উত্থান-পতনৰ বিৱৰণ আছিল এই কাহিনী-কাব্যবোৰৰ মূল উপজীব্য। এই কাহিনী-কাব্যবোৰকে ছাগা (Saga) বুলি কোৱা হয়।

কন্‌ফিউচিয়াচ (খ্ৰীঃ পূঃ ৫৫১–৪৭৯) ঃ চীনদেশৰ দাৰ্শনিক। কন্‌ফিউচিয়াচৰ দৰ্শনে যোৱা আঢ়ৈ হাজাৰ বছৰ ধৰি চীনদেশৰ সমাজ আৰু সভ্যতা-সংস্কৃতিক গভীৰভাৱে প্ৰভাৱিত কৰি আহিছে। তেওঁ শিষ্যসকলক দিয়া উপদেশবোৰ শিষ্যসকলে লিপিবদ্ধ কৰি ৰাখিছিল। কন্‌ফিউচিয়াচক পৃথিৱীৰ আটাইতকৈ প্ৰভাৱশালী শিক্ষকসকলৰ এজন বুলি ধৰা হয়।

ভল্‌তেয়ৰ (১৬৯৪–১৭৭৮) ঃ ফৰাচী দেশৰ বিখ্যাত দাৰ্শনিক। ওঠৰ শতিকাৰ যি কেইজন ইউৰোপীয় দাৰ্শনিক আৰু চিন্তাশীল লোকৰ ৰচনাই মানুহৰ দৃষ্টিভঙ্গীলৈ নতুন পৰিৱৰ্তন আনিছিল, তেওঁলোকৰ ভিতৰত ভল্‌তেয়ৰো এজন। তেওঁৰ বিখ্যাত ৰচনাসমূহৰ ভিতৰত 'কেন্দিদ' (Candid) নামৰ উপন্যাস আটাইতকৈ জনপ্ৰিয়।

ঐহিকতাবাদ ঃ পৃথিৱীৰ সকলো প্ৰধান ধৰ্মই মানুহৰ জীৱনটোক ইহকাল আৰু পৰকাল এই দুটা ভাগত ভাগ কৰিছে। ইহকাল হ'ল মানুহৰ পাৰ্থিৱ জীৱন অৰ্থাৎ জন্মৰ পৰা মৃত্যুলৈকে এই পৃথিৱীত কটোৱা জীৱন। পৰকাল হ'ল মৃত্যুৰ পিছত অমৰ আত্মাৰ স্বৰ্গবাস বা নৰক-বাস। ধৰ্মই মানুহৰ ইহকালতকৈ পৰকালৰ ওপৰত বেছি গুৰুত্ব দিবলৈ শিক্ষা দিয়ে। কিন্তু পোন্ধৰ শতিকাত আৰম্ভ হোৱা ইউৰোপৰ নৱ-জাগৰণে (Rennaisance) মানুহক নতুনকৈ এই শিক্ষা দিলে যে মানুহে কল্পিত পৰকালৰ কথা চিন্তা কৰি সময় কটোৱাতকৈ ইহকালত এই পৃথিৱীত যি জীৱন লাভ কৰিছে তাৰ সৰ্বাঙ্গীণ বিকাশ আৰু উপভোগৰ কাৰণেহে অধিক মনোযোগ দিয়া উচিত। মানুহৰ এই নতুন দৃষ্টিভঙ্গীকেই ঐহিকতাবাদ বুলি কোৱা হয়।

অ'ল্ড টেষ্টামেণ্ট ঃ খ্ৰীষ্টিয়ানসকলৰ ধৰ্ম-শাস্ত্ৰ বাইবেলৰ দুটা ভাগ ঃ অ'ল্ড টেষ্টামেণ্ট আৰু নিউ টেষ্টামেণ্ট। নিউ টেষ্টামেণ্টৰ প্ৰধান বিষয় হ'ল যীশুখৃষ্টৰ জীৱন-কাহিনী আৰু তেওঁৰ ধৰ্মোপদেশ। কিন্তু অ'ল্ড টেষ্টামেণ্টত প্ৰধানকৈ বৰ্ণিত হৈছে যীশুখৃষ্টৰ পূৰ্বৱৰ্তী ইহুদী পয়গম্বৰসকলৰ জীৱন-কাহিনী আৰু ধৰ্মোপদেশ।

উইল ডুৰাণ্ট (১৮৮৫–১৯৮১) ঃ কানাডিয়ান-আমেৰিকান বংশোদ্ভূত উইল ডুৰাণ্ট তেওঁৰ The Story of Philosophy আৰু The Story of Civilisation নামৰ গ্ৰন্থ দুখনৰ কাৰণে জগদ্বিখ্যাত। দৰ্শনক সাধাৰণ মানুহৰ মাজতো জনপ্ৰিয় কৰি তোলাত তেওঁৰ The Story of Philosophy নামৰ গ্ৰন্থই এটা বিশেষ ভূমিকা লৈছে। সভ্য জগতৰ প্ৰায় আটাইবোৰ ভাষালৈ অনূদিত হোৱা এই গ্ৰন্থখনৰ অসমীয়া অনুবাদৰ কামো এতিয়া 'আনন্দৰাম বৰুৱা ভাষা-সাহিত্য-সংস্কৃতি কেন্দ্ৰ'ৰ তত্ত্বাৱধানত চলি আছে।

এফ এল লুকাছ ঃ ব্ৰিটিছ প্ৰাৱন্ধিক আৰু সাহিত্য সমালোচক। The Greatest Problem of the World and Other Essays তেওঁৰ বিশেষ উল্লেখযোগ্য গ্ৰন্থ।

বাৰ্ট্ৰাণ্ড ৰাছেল (১৮৭২–১৯৭০) ঃ ব্ৰিটিছ দাৰ্শনিক আৰু গণিতজ্ঞ। তেওঁৰ দাৰ্শনিক চিন্তাই বৰ্তমান যুগৰ দাৰ্শনিকসকলক বিশেষভাৱে প্ৰভাৱিত কৰিছে। তেওঁৰ দাৰ্শনিক গ্ৰন্থবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল Principles of Mathematics আৰু Principia Mathematica। তেওঁৰ আটাইতকৈ জনপ্ৰিয় গ্ৰন্থ হ'ল A History of Western Philosophy আৰু Marriage and Morals। ১৯৫০ চনত তেওঁ সাহিত্যৰ ন'বেল পুৰস্কাৰ লাভ কৰে।

লিন য়ুটাঙ ঃ চৈনিক লেখক আৰু দাৰ্শনিক। তেওঁৰ ইংৰাজী ভাষাত লেখা The Wisdom of China আৰু The Wisdom of India নামৰ গ্ৰন্থ দুখনে প্ৰাচ্যৰ দুটা মহান সভ্যতাৰ মৰ্মবাণী বুজাত পশ্চিমৰ মানুহক বিশেষভাৱে সহায় কৰিছে।

চেষ্টাৰটন : গিলবাৰ্ট কিথ চেষ্টাৰটন (১৮৭৪–১৯৩৬) এজন বিখ্যাত ইংৰাজ লেখক। তেওঁ একাধাৰে কবি, সমালোচক, ঔপন্যাসিক আৰু প্ৰবন্ধকাৰ। তেওঁৰ উপন্যাসসমূহৰ ভিতৰত ফাডাৰ ব্ৰাউন নামৰ ধৰ্মযাজক এজনক নায়ক হিচাপে লৈ ৰচিত চোৰাংচোৱা কাহিনীমালা বিশেষভাৱে জনপ্ৰিয়।

টমাছ হুড : (১৭৯৯–১৮৮৫) ঊনৈশ শতিকাৰ জনপ্ৰিয় ইংৰাজ কবি। সমাজৰ দৰিদ্ৰ শ্ৰেণীৰ মানুহৰ প্ৰতি সহানুভূতি তেওঁৰ কবিতাৰ মূল বিষয়। তেওঁৰ দুটা বিখ্যাত কবিতা হ'ল The Song of the Shirt আৰু The Bridge of Sighs.

গ্যেটে : যোহান উল্‌ফ্‌গাঙ ফন গ্যেটে (১৭৪৯–১৮৩২) জাৰ্মানীৰ সৰ্বশ্ৰেষ্ঠ মহাকবি। পাশ্চাত্য জগতৰ চাৰিজন মহাকবিৰ ভিতৰত তেওঁক এজন বুলি ধৰা হয়। বাকী তিনিজন হ'ল হোমাৰ, ডান্টে আৰু শ্বে'ক্‌ছ্‌পীয়েৰ। গ্যেটেৰ বিশ্ববিখ্যাত ৰচনা হ'ল 'ফাউষ্ট' নামৰ মহাকাব্য।

আনাতোল ফ্ৰাঁ (১৮৪৪–১৯২২) : ফ্ৰান্সৰ সৰ্বশ্ৰেষ্ঠ লেখকসকলৰ অন্যতম আনাতোল ফ্ৰাঁই ১৯২১ চনত সাহিত্যৰ ন'বেল বঁটা লাভ কৰে। তেওঁৰ বিখ্যাত উপন্যাস দুখন হ'ল Thais আৰু Penguin Island।

মেথ্যু আৰ্ণল্ড (১৮২২–৮৮) : ঊনৈশ শতিকাৰ বিখ্যাত ইংৰাজ কবি আৰু সমালোচক। তেওঁৰ সমালোচনা-মূলক গ্ৰন্থৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল Culture and Anarchy আৰু Essays in Criticism। The Scholar Gypsy আৰু Dover Beach তেওঁৰ আটাইতকৈ বিখ্যাত কবিতা।

কাৰ্ল ছাগান : আমেৰিকান জ্যোতিৰ্বিজ্ঞানী কাৰ্ল ছাগানৰ বিখ্যাত গ্ৰন্থ Cosmos পৃথিৱীৰ বহু ভাষালৈ অনূদিত হৈ আধুনিক কালৰ আটাইতকৈ জনপ্ৰিয় বিজ্ঞান সম্পৰ্কীয় গ্ৰন্থ বুলি পৰিগণিত হৈছে। এই গ্ৰন্থৰ আধাৰত নিৰ্মিত টেলিভিছন চিৰিজো সমানেই জনপ্ৰিয় হৈছে। Cosmos গ্ৰন্থত বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টি-ৰহস্য ব্যাখ্যা কৰা হৈছে।

এইচ জি ওৱেল্‌ছ : হাৰ্বাৰ্ট জৰ্জ ওৱেল্‌ছ (১৮৬৬–১৯৪৬) আধুনিক কালৰ আটাইতকৈ প্ৰভাৱশালী লেখক আৰু সমাজ-সমালোচকসকলৰ অন্যতম। তেওঁক science fiction তথা বৈজ্ঞানিক কল্প-কাহিনীৰ অন্যতম জনক বুলি কোৱা হয়। তেওঁৰ বিশ্ববিখ্যাত Outline of History এই বিধৰ সৰ্বপ্ৰথম গ্ৰন্থ। এই গ্ৰন্থৰ আৰ্হিতে পিছলৈ বিভিন্ন বিষয়ৰ ওপৰত অনেক গ্ৰন্থ লিখিত হৈছে আৰু জ্ঞান-চৰ্চা জনপ্ৰিয় কৰি তোলাত এই গ্ৰন্থবোৰে এটা বিশেষ ভূমিকা লৈছে।

হেণ্ড্ৰিক বিলেম ভেন লুন : এইচ জি ওৱেল্‌ছৰ Outline of History -ৰ আৰ্হিত পিছলৈ যিবোৰ গ্ৰন্থ ৰচিত হ'ল সেইবোৰৰ ভিতৰত এখন অতি উৎকৃষ্ট আৰু জনপ্ৰিয় গ্ৰন্থ হ'ল ডাচ বংশোদ্ভূত আমেৰিকান লেখক হেণ্ড্ৰিক বিলেম ভন লুনৰ The Story of Mankind.

ড : মৰ্টিমাৰ এড্‌লাৰ : আমেৰিকান শিক্ষাবিদ আৰু অধ্যাপক। Great Books of the Western World নামৰ গ্ৰন্থমালা নিৰ্বাচন আৰু সম্পাদনা কৰি তেওঁ বিশ্বজোৰা খ্যাতি অৰ্জন কৰিছে।

ড° ছেমুৱেল জনছন : (১৭০৯–৮৪) ওঠৰ শতিকাৰ শীৰ্ষস্থানীয় ইংৰাজ লেখক আৰু সমালোচক। কিন্তু তেওঁ অধিক বিখ্যাত তেওঁ প্ৰণয়ন কৰা ইংৰাজী ভাষাৰ প্ৰথম উচ্চমানবিশিষ্ট অভিধান আৰু

বিদগ্ধ বন্ধুমহলৰ আড্ডাত তেওঁৰ বুদ্ধিদীপ্ত ৰসালাপৰ কাৰণে। তেওঁৰ লগত হোৱা কথোপকথনৰ আলম লৈ জেম্‌ছ বছ্‌বেলে ৰচনা কৰা জনছনৰ জীৱন-চৰিতে জনছন আৰু বছ্‌বেল উভয়কে সাহিত্যৰ বুৰঞ্জীত অমৰ কৰি ৰাখিছে।

ছিগ্‌মুণ্ড ফ্ৰয়েড : (১৮৫৬–১৯৩৯) আইনষ্টাইনৰ আপেক্ষিকতাবাদ, চাৰ্লচ ডাৰউইনৰ বিবৰ্তনবাদ আৰু কাৰ্ল মাৰ্ক্সৰ শ্ৰেণী-সংগ্ৰামৰ তত্ত্বই আধুনিক মানুহৰ চিন্তাক যিদৰে জোকাৰণি দিছে, সেইবোৰ তত্ত্বৰ লগত সমানে তুলনা কৰিব পৰা আন এটা যুগান্তকাৰী তত্ত্ব হ'ল অষ্ট্ৰিয়ান মনোবিজ্ঞানী ছিগ্‌মুণ্ড ফ্ৰয়েডৰ মনস্তাত্ত্বিক বিশ্লেষণ তথা নিৰ্জ্জান আৰু অৱচেতন মনৰ আবিষ্কাৰ। ফ্ৰয়েডৰ চিন্তাধাৰাই আধুনিক কালৰ সাহিত্য, শিল্প-কলা, দৰ্শন আৰু চিকিৎসা বিজ্ঞানক বিপুলভাৱে প্ৰভাৱিত কৰিছে।

জে জে থম্‌ছন : (১৮৫৬–১৯৪০) চাৰ জোছেফ জন থম্‌ছন আধুনিক কালৰ এজন আগশাৰীৰ পদাৰ্থ-বিজ্ঞানী। ১৮৯৭ চনত তেওঁ ইলেকট্ৰন আবিষ্কাৰ কৰে। তেওঁৰ সুযোগ্য পৰিচালনাত কেম্‌ব্ৰিজৰ কেভেন্‌দিশ্ব লেবৰেটৰী আণবিক গৱেষণাৰ বিশ্ববিখ্যাত কেন্দ্ৰত পৰিণত হয়। ১৯০৬ চনত তেওঁ পদাৰ্থ বিজ্ঞানৰ ন'বেল পুৰস্কাৰ লাভ কৰে।

মেক্সিম গৰ্কী : (১৮৬৮–১৯৩৬) যি কেইজন ৰাছিয়ান লেখকে বিশ্বজোৰা খ্যাতি অৰ্জন কৰিছে, তেওঁলোকৰ ভিতৰত মেক্সিম গৰ্কীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁৰ বিখ্যাত উপন্যাস 'মাতৃ' অসমীয়াকে ধৰি সভ্য জগতৰ প্ৰায়বোৰ ভাষালৈকে অনূদিত হৈছে। তেওঁৰ আত্মজীৱনীমূলক তিনিখন গ্ৰন্থ আৰু The Lower Depths নামৰ নাটকো আধুনিক বিশ্বসাহিত্যৰ অন্যতম কীৰ্তিস্তম্ভ বুলি পৰিগণিত হৈছে।

* * *

# এক

১৮১৩ খ্ৰীষ্টাব্দৰ কথা। ভাৰতত তেতিয়াও ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসন চলিছে। অৰ্থাৎ ইংৰাজ চৰকাৰে তেতিয়ালৈকে ভাৰতৰ শাসন-ভাৰ আনুষ্ঠানিকভাৱে ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতৰ পৰা নিজৰ হাতলৈ নিয়া নাই। কিন্তু ভাৰতৰ শাসনৰ লগত পোনপটীয়াকৈ জড়িত নহ'লেও ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাম-কাজৰ ওপৰত ইংৰাজ চৰকাৰে সততে চকু ৰাখিব লগা হয়, কাৰণ তাৰ লগত সমগ্ৰ ইংৰাজ জাতিৰ স্বাৰ্থ জড়িত আছে। ইষ্ট ইণ্ডিয়া কোম্পানী হ'ল মূলতে এটা বেপাৰী কোম্পানী। কিন্তু ইংলণ্ডত ইতিমধ্যে শিল্প-বিপ্লৱ সংঘটিত হোৱাৰ ফলত তাত যি নতুন শিল্পপতি শ্ৰেণীৰ উত্থান ঘটিল, তেওঁলোক সেইদেশৰ ৰাজনীতি আৰু অৰ্থনীতিত আটাইতকৈ বেছি প্ৰভাৱশালী শক্তিত পৰিণত হ'ল। তেওঁলোকৰ চকুৰ আগত ভাৰতে এক নতুন সম্ভাৱনাৰ দুৱাৰ মুকলি কৰি দিলে। তেওঁলোকে ভাৰতক ইষ্ট ইণ্ডিয়া কোম্পানীৰ দৰে মাত্ৰ এখন বজাৰ বুলি নাভাবি এখন স্থায়ী উপনিৱেশ ৰূপে কল্পনা কৰিবলৈ আৰম্ভ কৰিলে। ঘাইকৈ তেওঁলোকৰ প্ৰভাৱত পৰিয়েই ইংৰাজ চৰকাৰে ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাম-কাজত আগতকৈ বেছিকৈ হস্তক্ষেপ কৰিবলৈ আৰম্ভ কৰিলে। ভাৰতৰ প্ৰতি ইংৰাজ চৰকাৰৰ এই পৰিৱৰ্তিত দৃষ্টিভঙ্গীৰ ফল স্বৰূপেই ১৮১৩ খ্ৰীষ্টাব্দত ব্ৰিটিছ সংসদে ইষ্ট ইণ্ডিয়া কোম্পানীক এই বুলি নিৰ্দেশ দিলে যে ভাৰতত শিক্ষা-বিস্তাৰৰ কাৰণে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বছৰি এক লাখ টকা খৰচ কৰিব লাগিব।



*ৰাজা ৰামমোহন ৰায়*

শিক্ষা বুলিলে আধুনিক অৰ্থত আমি যি বুজি পাওঁ তেনে ধৰণৰ শিক্ষা-ব্যৱস্থাৰ কোনো অস্তিত্ব তেতিয়া ভাৰতত নাছিল। সমাজৰ মুষ্টিমেয় শ্ৰেণীৰ লোকৰ কাৰণে কেৱল ঠায়ে ঠায়ে সংস্কৃত আৰু ফাৰ্চি শিক্ষাৰ ব্যৱস্থা আছিল। গতিকে তেতিয়া ভাৰতীয়সকলৰ মাজত শিক্ষা-বিস্তাৰৰ কাৰণে বছৰি এক লাখ টকা খৰচ কৰাৰ প্ৰস্তাৱ উঠিল, তেতিয়া স্বভাৱতেই ধৰি লোৱা হ'ল যে এই টকা ঘাইকৈ খৰচ কৰা হ'ব সংস্কৃত আৰু ফাৰ্চি শিক্ষাৰ কাৰণে। এই বিষয়ে গুণা-গঁথা চলি থাকোঁতেই ৰাজা ৰামমোহন ৰায়ে ইষ্ট ইণ্ডিয়া কোম্পানীলৈ এখন চিঠি লিখি এই বুলি দাবী কৰিলে যে শিক্ষাৰ কাৰণে প্ৰস্তাৱিত এই সমুদায় ধন খৰচ কৰিব লাগিব ভাৰতীয়সকলক গণিত, প্ৰাকৃতিক দৰ্শন, ৰসায়ন, শৰীৰ-বিদ্যা আৰু অন্যান্য ব্যৱহাৰিক শিক্ষা দিবৰ কাৰণে; সংস্কৃত শিক্ষাৰ কাৰণে কেতিয়াও নহয়।

ৰাজা ৰামমোহন ৰায়ক ভাৰতীয় নৱ-জাগৰণৰ

অগ্ৰদূত আৰু আধুনিক ভাৰতৰ জন্মদাতা বুলি কোৱা হয়। কিয় তেওঁক সেই বুলি কোৱা হয় সেই কথা বুজিবলৈ বেছি দূৰলৈ যাব নালাগে। ওপৰত উল্লেখ কৰা কথাটিৰ তাৎপৰ্য অনুধাৱন কৰিবলৈ চেষ্টা কৰিলেই সেই কথা অতি সহজে বুজা যাব। এই কথা ঠিক যে সংস্কৃত এটা অতি প্ৰাচীন আৰু সমৃদ্ধিশালী ভাষা; সংস্কৃত ভাষা আৰু সাহিত্যই বহু যুগ ধৰি ভাৰতৰ সভ্যতা-সংস্কৃতিক নিজৰ বুকুত ধাৰণ কৰি আহিছে। কিন্তু প্ৰায় তিনিশ বছৰৰ আগতে ইউৰোপত আৰম্ভ হোৱা যি আধুনিক ভাব-বিপ্লৱে মানৱ-সভ্যতাৰ ইতিহাসত নতুন যুগৰ সূচনা কৰিছে তাৰ লগত পৰিচিত হ'বলৈ সংস্কৃত শিক্ষাই ভাৰতীয়সকলক একো সহায় কৰিব নোৱাৰে। ইতিহাসৰ বিভিন্ন যুগত আৰু বিশ্বৰ বিভিন্ন স্থানত বহুতো ভিন ভিন সভ্যতা গঢ় লৈ উঠিছে। এই আটাইবোৰ সভ্যতাৰ উৎকৃষ্ট ফচলবোৰ সদৌ মানৱ-জাতিৰ উমৈহতীয়া সম্পত্তি। বতাহে যেনেকৈ কোনো ভৌগোলিক বা ৰাষ্ট্ৰীয় সীমান্ত নামানি চাৰিওফালে বৈ ফুৰে আৰু প্ৰাণীকুলৰ প্ৰাণ ৰক্ষা কৰে, ঠিক তেনেকৈ মানুহৰ সভ্যতা-সংস্কৃতিয়েও কোনো ভৌগোলিক বা ৰাষ্ট্ৰীয় সীমান্ত নামানি নিজে নিজে চাৰিওফালে বিচ্ছুৰিত হৈ সকলো মানুহকে নিজৰ সুফল বিতৰণ কৰে। বিশ্ব-নাগৰিক ৰামমোহন ৰায়ে এই কথা ভালকৈ জানিছিল যে আধুনিক সভ্যতাৰ পীঠস্থান হ'ল ইউৰোপ। ইউৰোপত যি নতুন জ্ঞান-বিজ্ঞানৰ সাধনা চলিছে সেই জ্ঞান-বিজ্ঞানে মানৱ-সভ্যতাৰ ইতিহাসত যুগান্তৰ আনিছে। মানুহে যিখন পৃথিৱী আৰু যি জীৱন-ধাৰাক বহু হাজাৰ বছৰ ধৰি চিনি পাইছিল, সেইখন পৃথিৱী আৰু সেই জীৱন-ধাৰাক ইউৰোপৰ নতুন জ্ঞান-বিজ্ঞানে মাত্ৰ তিনিশ বছৰৰ ভিতৰতে চিনিব নোৱৰাকৈ সলনি কৰি পেলাইছে। এতিয়া পৃথিৱীৰ সকলো দেশৰ মানুহেই ইউৰোপীয় জ্ঞান-সাধনাৰ সমস্ত সুফল আত্মসাৎ কৰি উন্নতিৰ পথত আগুৱাই যাবলৈ চেষ্টা কৰিব লাগিব। তাকে যি নকৰিব, তেওঁলোকে বন্দী হৈ ৰ'ব সভ্যতাৰ এৰাসুঁতিত। সেই কাৰণে যি মুহূৰ্ততে ভাৰতত শিক্ষা-বিস্তাৰৰ কাৰণে বছৰি এক লাখ টকা খৰচ কৰাৰ প্ৰস্তাৱ উঠিল, সেই মুহূৰ্ততে সেই সময়ৰ সৰ্বশ্ৰেষ্ঠ ভাৰতীয়জনে দাবী কৰিলে ঃ 'আমাক কেৱল সংস্কৃত-শিক্ষা নালাগে; আমাক লাগে গণিত, ৰসায়ন, শৰীৰ-বিদ্যা, প্ৰাকৃতিক দৰ্শন।'

সেই মুহূৰ্ততে ভাৰতেও আধুনিক যুগত প্ৰৱেশ কৰিলে।

## দুই

**আধুনিক যুগ বুলিলে আমি কি বুজোঁ?**

'আধুনিক' শব্দৰ অভিধান-গত অৰ্থ হ'ল, 'এতিয়াৰ, আজিকালিৰ, নতুন।' কিন্তু 'আধুনিক' শব্দটোক আৰু এটা গভীৰতৰ অৰ্থত ব্যৱহাৰ কৰা হয় কেতবোৰ বিশেষ লক্ষণাক্রান্ত এটা ঐতিহাসিক যুগক চিহ্নিত কৰিবৰ কাৰণে। এই যুগটো অৱশ্যেই ইউৰোপীয় ভাব-বিপ্লৱৰ ইতিহাস। বৰ্তমান কালত সমগ্ৰ মানৱ-সমাজেই ইউৰোপৰ সভ্যতা-সংস্কৃতিৰ দ্বাৰা বিপুলভাৱে প্ৰভাৱিত হৈছে। সেই কাৰণে শিক্ষিত মানুহ মাত্ৰেই ইউৰোপৰ বৌদ্ধিক ইতিহাসৰ লগত সামান্য পৰিমাণে হ'লেও পৰিচিত হোৱা দৰকাৰ।



*ফ্রাঞ্চিছ্ বে'কন*

ইউৰোপত আধুনিক যুগৰ সূচনা হয় পোন্ধৰ শতিকাত। ইংৰাজ দাৰ্শনিক ফ্রাঞ্চিছ্ বে'কনক 'আধুনিক যুগৰ আটাইতকৈ মেধাৰী মানুহ' বুলি কোৱা হয়; আন বহুতেই আকৌ ক'ব খোজে যে তেৱেঁই আছিল আধুনিক যুগৰ প্ৰথম উদ্‌গাতা। অথচ ফ্রাঞ্চিছ্ বে'কনৰ জন্ম হৈছিল ১৫৬১ চনত। পোন্ধৰ আৰু যোল শতিকাত ইউৰোপৰ ভাব-জগতত এনে কিছুমান মহত্ত্বপূৰ্ণ ঘটনা ঘটিছিল—যিবোৰ ঘটনাই মধ্যযুগৰ অৱসান ঘটাই আধুনিক যুগৰ সূচনা কৰিলে। সেই কাৰণে ঐতিহাসিক অৰ্থত আমি যি আধুনিক যুগৰ কথা ইয়াত ক'ব খুজিছোঁ সেই যুগটোৱে যোৱা প্ৰায় চাৰিশটা বছৰ সামৰিছে।

এই প্ৰসঙ্গতে কৈ থোৱা দৰকাৰ যে ইউৰোপৰ ইতিহাসক থূলমূলকৈ তিনিটা প্ৰধান যুগত ভাগ কৰিব পাৰি ঃ (১) প্ৰাচীন যুগ (২) মধ্য যুগ আৰু (৩) আধুনিক যুগ। ইংৰাজীত Classical antiquity নামে পৰিচিত প্ৰাচীন যুগটো খ্ৰীষ্টপূৰ্ব ১০০০ চনমানৰ পৰা আৰম্ভ হৈ প্ৰায় ৫০০ খ্ৰীষ্টাব্দলৈকে চলি আছিল। অৱশ্যে এটা কথা ঠিক যে ঐতিহাসিক যুগবোৰ কোনো এটা বিশেষ বছৰৰ বিশেষ দিনত আৰম্ভ হৈ আন এটা বিশেষ বছৰৰ বিশেষ দিনত অন্ত নপৰে। কামৰ সুবিধাৰ কাৰণেহে মোটামুটিকৈ একোটা তাৎপৰ্যপূৰ্ণ বছৰ ধৰি লোৱা হয়। সি যি কি নহওক, সুদীৰ্ঘ ১৫০০ বছৰ কাল সামৰা ইউৰোপীয় ইতিহাসৰ এই প্ৰাচীন যুগটো কিন্তু আচলতে গ্ৰীক আৰু ৰোমানসকলৰ যুগ। এই যুগটোৰ প্ৰথম ভাগত গ্ৰীকসকলে আৰু পিছৰ ভাগত ৰোমানসকলে ইউৰোপৰ সভ্যতা-সংস্কৃতি গঢ়াত প্ৰধান ভূমিকা লৈছিল। মানৱ-সভ্যতালৈ গ্ৰীকসকলৰ অবিনাশী দান হ'ল তেওঁলোকৰ সাহিত্য, বিজ্ঞান-দৰ্শন আৰু শিল্প-কলা। আনহাতে ৰোমানসকলে উত্তৰাধিকাৰ হিচাপে এৰি থৈ গৈছে তেওঁলোকৰ শাসন-ব্যৱস্থা আৰু আইন-ব্যৱস্থা। ইউৰোপৰ সভ্যতা-সংস্কৃতি গঢ়াত গ্ৰীক আৰু ৰোমানসকলৰ অসাধাৰণ ভূমিকাৰ কথা বুজাবলৈ মাত্ৰ দুটা কথা ক'লেই যথেষ্ট হ'ব। ইউৰোপীয়সকলে বিশ্বাস কৰে যে প্ৰকৃতিৰ অন্ধ শক্তিবোৰৰ বাহিৰে এই

পৃথিৱীৰ প্ৰতিটো জীৱিত আৰু চলৎ-শক্তিসম্পন্ন বস্তুৰে মূল উৎস হ'ল গ্ৰীক। সন্দেহ নাই যে ই হ'ল এটা অতিশয়োক্তি। এইছ্.এ.এল. ফিছাৰ নামৰ এজন ঐতিহাসিকে এই অতিশয়োক্তিৰ বিৰুদ্ধে আপত্তি তুলি কৈছে যে যিসকল লোকে গ্ৰীকসকলৰ বিষয়ে এনে ধাৰণা পোষণ কৰে, তেওঁলোকে ভাৰতীয়, চৈনিক কিংবা জাপানী সভ্যতাৰ বিৰাট আধ্যাত্মিক সম্পদৰ কথা সমূলি পাহৰি থাকে। অৱশ্যে সেই একেজন ঐতিহাসিকেই এই বুলিও কৈছে যে যদিহে 'পৃথিৱী' মানে ইউৰোপক বুজোৱা হয় আৰু লগতে অন্যান্য মহাদেশৰ ওপৰত ইউৰোপৰ সামগ্ৰিক প্ৰভাৱৰ কথা বুজোৱা হয়, তেনেহ'লে এই কথা মানি লোৱাত কোনো আপত্তি নাই। সমগ্ৰ ইউৰোপীয় সভ্যতা-সংস্কৃতিৰ উৎপত্তি-স্থল হ'ল প্ৰাচীন গ্ৰীচ। ঠিক সেইদৰে ইউৰোপৰ ইতিহাসত প্ৰাচীন ৰোমান সভ্যতাৰ মহত্ত্বপূৰ্ণ ভূমিকাৰ গুণ-কীৰ্তন কৰি এজন ৰোমান কবিয়ে কৈছিল ঃ

ভিন ভিন জনগোষ্ঠীৰ মানুহক একত্ৰিত কৰি
তুমি এটা জাতি গঢ়ি তুলিলা;
তোমাৰ চৰণ-প্ৰান্তত লুটি খাই পৰিবলৈ পাই
ধন্য হৈছিল অন্যায়-আচৰণকাৰীসকল;
তোমাৰ শত্ৰুবোৰেও সমান অংশীদাৰ হিচাপে
গ্ৰহণ কৰিছিল তোমাৰ আইন,
আৰু এইদৰেই একেঠাইতে মিলিত হৈছিল
মহানগৰ আৰু পৃথিৱী।

## তিনি

প্ৰায় ৫০০ খ্ৰীষ্টাব্দত ইউৰোপৰ ইতিহাসৰ প্ৰাচীন যুগৰ অন্ত পৰিল। আৰম্ভ হ'ল মধ্যযুগ। মধ্যযুগ পোন্ধৰ শতিকালৈকে বা আৰু বেছি সঠিককৈ ক'বলৈ গ'লে প্ৰায় ১৪৫০ খ্ৰীষ্টাব্দলৈকে চলি আছিল বুলি ধৰা হয়। মধ্যযুগ নামেৰে পৰিচিত ইউৰোপৰ এই এহাজাৰ বছৰৰ ইতিহাসৰ প্ৰধান বৈশিষ্ট্য হ'ল এয়ে যে এই কালছোৱাত ইউৰোপৰ সভ্যতা-সংস্কৃতি, ধৰ্ম-দৰ্শন আৰু সাধাৰণ জীৱন-ধাৰাৰ কেন্দ্ৰীয় চালিকা-শক্তি আছিল খ্ৰীষ্টীয় চাৰ্চ তথা খ্ৰীষ্টীয় যাজক-সম্প্ৰদায়। জীৱনৰ সকলো ক্ষেত্ৰতে খ্ৰীষ্টীয় ধৰ্মীয় সংগঠনৰ প্ৰভাৱ আছিল অপৰিসীম। প্ৰাচীন যুগত ইউৰোপীয় সমাজ আৰু সভ্যতাৰ কেন্দ্ৰবিন্দু স্বৰূপে ৰোমান সাম্ৰাজ্যই যি ভূমিকা লৈছিল, মধ্যযুগত সেই ভূমিকা লৈছিল ৰোমান চাৰ্চ খ্ৰীষ্টীয়ান ধৰ্মীয় সংগঠনে। আনকি স্থানীয় নৃপতিসকলো ৰোমান চাৰ্চৰ তলতীয়া আছিল। সমগ্ৰ ইউৰোপতে ৰোমান চাৰ্চৰ কৰ্তৃত্ব চলিছিল; সমগ্ৰ ইউৰোপৰে জ্ঞান-চৰ্চাৰ ভাষা আছিল লেটিন; ফলত সমগ্ৰ ইউৰোপে এক বিশ্বজনীন ৰাষ্ট্ৰৰ চেহেৰা লৈছিল। কিন্তু প্ৰত্যেকটো যুগেই নিজৰ গৰ্ভত ধাৰণ কৰে অনাগত যুগৰ ভ্ৰূণ। মধ্যযুগৰ দ্বিতীয়াৰ্ধৰ পৰাই এনে কিছুমান ঘটনা ঘটিবলৈ ধৰিলে—যিবোৰে অৱশেষত মধ্যযুগৰ অৱসান ঘটাই আধুনিক যুগৰ সূচনা কৰিলে। তেনে এটা ঘটনা হ'ল যাতায়াত ব্যৱস্থাৰ উন্নতি-সাধন। এইখিনিতে এটা কথা কৈ থোৱা দৰকাৰ যে যাতায়াত-ব্যৱস্থাৰ উন্নতিয়ে সভ্যতাৰ ইহিহাসত কেবাবাৰো যুগান্তৰ আনিছে। এটা মাত্ৰ উদাহৰণ হিচাপে নাৱিকৰ কম্পাছৰ কথাই উল্লেখ কৰিব পাৰি। প্ৰাচীন কালৰ পৰাই মানুহে সাগৰত নাও বা জাহাজ চলাই আহিছে; কিন্তু মাজ-সাগৰত দিক-নিৰ্ণয় কৰিব নোৱাৰি বাট হেৰুওৱাৰ ভয়ত মানুহে আগৰ দিনত উপকূলৰ পৰা সাগৰৰ বেছি দূৰলৈ যাবলৈ বা মহাসাগৰবোৰ অতিক্ৰম কৰিবলৈ সাহস কৰা নাছিল। ফলত আটলাণ্টিক মহাসাগৰৰ সিপাৰে যে এখন বিশাল অনাবিষ্কৃত মহাদেশ আছে সেই কথা মানুহে নাজানিছিল। ইউৰোপৰ মানুহৰ পক্ষে সমুদ্ৰ পথেৰে ভাৰত বা চীনদেশলৈ আহি এইবোৰ দেশৰ লগত বেপাৰ-বাণিজ্য কৰা সম্ভৱ নাছিল। কিন্তু ১৩০০ খ্ৰীষ্টাব্দ মানত ফ্লেভিঅ'গিওজা নামৰ ইটালী-দেশীয় মানুহ এজনে চুম্বকৰ কম্পাছ আবিষ্কাৰ কৰাৰ লগে লগে পৃথিৱীৰ আটাইবোৰ মহাসাগৰৰ ওপৰত মানুহৰ অবাধ ৰাজত্ব আৰম্ভ হ'ল। মানুহে আমেৰিকা আবিষ্কাৰ কৰিলে। প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত সমুদ্ৰ-পথেৰে যাতায়াত সম্ভৱ হ'ল। মাত্ৰ এটা শতাব্দীৰ ভিতৰতে পৃথিৱীখন আৰু মানৱ-সভ্যতাৰ ৰূপটোৱেই চিনিব নোৱৰাকৈ সলনি হৈ পৰিল। আনিক পৃথিৱীখন যে কাঁহী এখনৰ নিচিনা চেপেটা নহয়, ৰবাব টেঙা এটাৰ দৰে ঘূৰণীয়াহে, এই আধুনিক বৈজ্ঞানিক ধাৰণাও বেছিভাগ মানুহৰ পক্ষে গ্ৰহণ কৰা সম্ভৱ হ'ল দুঃসাহসী নাৱিকসকলে জাহাজেৰে পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰি দেখুওৱাৰ পিছতহে। অথচ এই সকলোৰে মূলত আছিল এটি ক্ষুদ্ৰ বস্তু ঃ চুম্বকৰ কম্পাছ।

যাতায়াত-ব্যৱস্থাৰ উন্নতি-সাধনে কেনেকৈ ইউৰোপত যুগান্তৰৰ সূচনা কৰিলে এতিয়া সেই কথা কওঁ। মধ্যযুগৰ প্ৰথমাৰ্ধত ইউৰোপৰ বেছিভাগ মানুহেই আছিল নাদৰ ভেকুলিৰ নিচিনা; নিজৰ ক্ষুদ্ৰ বাসভূমি এৰি তেওঁলোক ক'লৈকো নগৈছিল আৰু পৃথিৱীত ক'ত কি ঘটিছে তেওঁলোকে তাৰ

ভু নাপাইছিল। কিন্তু এঘাৰ শতিকাত এটা ডাঙৰ ঘটনা ঘটিল। খ্ৰীষ্টীয়ানসকলৰ পবিত্ৰ-ভূমি জেৰুজালেম মুছলমানসকলে দখল কৰাত ৰোমৰ পোপ দ্বিতীয় আৰ্বানে ১০৯৫ খ্ৰীষ্টাব্দত এই বুলি ফতোৱা জাৰি কৰিলে যে ইউৰোপৰ সমুদায় খ্ৰীষ্টীয়ানে যুদ্ধ কৰি জেৰুজালেম পুনৰুদ্ধাৰ কৰিব লাগিব। আৰম্ভ হ'ল ইউৰোপীয় ইতিহাসৰ বিখ্যাত ক্ৰুছেদ বা ধৰ্মযুদ্ধবোৰ। ক্ৰুছেদ শব্দটো আহিছে খ্ৰীষ্টীয়ানসকলৰ পবিত্ৰ চিহ্ন ক্ৰুছৰ পৰা। ১০৯৫ খ্ৰীষ্টাব্দৰ পৰা ১২৯১ খ্ৰীষ্টাব্দলৈকে মুঠতে ন বাৰ মুছলমানসকলৰ বিৰুদ্ধে ক্ৰুছেদ অৰ্থাৎ ধৰ্মযুদ্ধ চলোৱা হৈছিল, কিন্তু ক্ৰুছেদৰ মূল লক্ষ্য পূৰণ নহ'ল। জেৰুজালেম পুনৰুদ্ধাৰ কৰিব নোৱাৰিলেও আন প্ৰকাৰে কিন্তু ইউৰোপীয় খ্ৰীষ্টীয়ানসকলৰ ডাঙৰ লাভ হ'ল। প্ৰথম লাভ হ'ল প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত বাণিজ্যিক সম্পৰ্ক স্থাপন। ইউৰোপৰ বিভিন্ন প্ৰান্তৰ পৰা জেৰুজালেমত ধৰ্মযুদ্ধ কৰিবলৈ যোৱা মানুহবোৰে প্ৰাচ্যৰ নানা বিলাস-বৈভৱৰ উপকৰণবোৰৰ লগত পৰিচিত হৈ সেইবোৰ আনি ইউৰোপৰ বজাৰত বিক্ৰী কৰিবলৈ ধৰিলে। পিছলৈ বহুত মানুহে সেইবোৰ বস্তু প্ৰাচ্যৰ পৰা আমদানি নকৰি নিজৰ ঠাইতে উৎপাদন কৰিবলৈ ধৰিলে। বহল পৰিসৰত বাণিজ্যৰ কাৰণে দৰকাৰ যাতায়াতৰ সুব্যৱস্থাৰ। যাতায়াতৰ ব্যৱস্থা উন্নত হোৱাৰ লগে লগে প্ৰধান পথবোৰৰ কাষে কাষে বহুতো সমৃদ্ধিশালী নগৰ গঢ়ি উঠিল। এই নগৰবোৰক কেন্দ্ৰ কৰি গঢ়ি উঠিল এটা নতুন ধনী মধ্যবিত্ত সম্প্ৰদায়। এই মধ্যবিত্ত সম্প্ৰদায়টো ঘাইকৈ গঠিত হৈছিল স্বাধীন ব্যৱসায়ী আৰু কাৰিকৰসকলক লৈ। এই নৱোত্থিত মধ্যবিত্ত সম্প্ৰদায়ৰ প্ৰভাৱত পৰি মধ্যযুগৰ সামন্ততন্ত্ৰই ৰূপ সলাবলৈ আৰম্ভ কৰিলে। ৰজা বা ভূস্বামীসকলে কেৱল মাটিৰ লেনদেনতে সন্তুষ্ট নাথাকি ৰাজনৈতিক ক্ষমতা আহৰণ কৰাৰ প্ৰয়োজন অনুভৱ কৰিবলৈ ধৰিলে। অৰ্থাৎ ঠিক এই সময়তে গীৰ্জাৰ সৰ্বময় কৰ্তৃত্বৰ বিপৰীতে এটা ছেকুলাৰ তথা ধৰ্ম-নিৰপেক্ষ শক্তিয়ে অকণ অকণকৈ মূৰ দাঙিবলৈ আৰম্ভ কৰিলে। পিছলৈ এই দুই শক্তিৰ মাজত যি সংঘৰ্ষ হ'ল তাৰ ফলতেই জন্ম হ'ল আধুনিক জাতীয়তাবাদ তথা জাতি-ৰাষ্ট্ৰবোৰৰ।

দ্বিতীয়তে, ক্ৰুছেদ বা ধৰ্মযুদ্ধবোৰৰ ফলত ইউৰোপৰ মানুহ যে কেৱল প্ৰাচ্যৰ বিলাস-বৈভৱৰ উপকৰণবোৰৰ লগতেই পৰিচিত হ'ল এনে নহয়। তাৰ লগতে তেওঁলোক পৰিচিত হ'ল ইছলামী সভ্যতাৰ শ্ৰেষ্ঠ আধ্যাত্মিক সম্পদ আৰু জ্ঞান-বিজ্ঞানৰ লগত। সেই সময়ত ইউৰোপতকৈ প্ৰাচ্যৰ ইছলামী সভ্যতা সকলো প্ৰকাৰে বেছি উন্নত আছিল। প্ৰাচীন গ্ৰীচৰ যি বিপুল জ্ঞান-ভাণ্ডাৰৰ লগত তেতিয়ালৈকে ইউৰোপীয়সকলৰ কোনো পৰিচয় ঘটা নাছিল। সেই জ্ঞান-ভাণ্ডাৰৰ সাঁচাৰ-কাঠি তেতিয়া আছিল আৰব জ্ঞান-তপস্বীসকলৰ দখলত। এই আৰবসকলৰ সংস্পৰ্শলৈ আহি ইউৰোপৰ চকু নতুনকৈ মুকলি হ'ল। আনকি যি গ্ৰীক দাৰ্শনিক এৰিষ্ট'টল্ সুদীৰ্ঘ পাঁচশ বছৰ ধৰি ইউৰোপীয় জ্ঞান-সাম্ৰাজ্যৰ একচ্ছত্ৰী সম্ৰাট আছিল আৰু যাৰ দাৰ্শনিক চিন্তাধাৰাক খ্ৰীষ্টধৰ্মই নিজৰ বুলি গ্ৰহণ কৰিছিল, সেই এৰিষ্ট'টলকো ইউৰোপে আৱিষ্কাৰ কৰিছিল আৰব পণ্ডিতসকলৰ যোগেদিহে। অষ্টম শতিকাতে স্পেইন জয় কৰা আৰবসকলে ত্ৰয়োদশ শতিকাত এৰিষ্ট'টলৰ ৰচনাৱলী ইউৰোপলৈ কঢ়িয়াই আনে। এৰিষ্ট'টলৰ দৰ্শনৰ আৰবী অনুবাদৰ যোগেদিহে ইউৰোপৰ মানুহে তেওঁৰ দাৰ্শনিক চিন্তাধাৰাৰ লগত পৰিচিত হ'বলৈ প্ৰথম সুযোগ পালে।

ইছলামী তথা আৰবী সভ্যতাৰ লগত ঘটা সংস্পৰ্শই ইউৰোপীয় চিন্তা আৰু জ্ঞান-চৰ্চাত নতুন প্ৰাণ-সঞ্চাৰ কৰিলে হয়; কিন্তু তাৰ অৰ্থ এই নহয় যে ইউৰোপীয়সকলে নিজৰ সাধনাৰ দ্বাৰাই মধ্যযুগত একো মহৎ সৃষ্টি কৰিব পৰা নাছিল। মধ্যযুগতে আধুনিক জাতীয়তাবাদৰ কেনেকৈ সূচনা

হৈছিল সেই কথা ওপৰত কৈ অহা হৈছে। এই জাতীয় চেতনাই ইউৰোপীয় মানসত প্ৰথমবাৰৰ কাৰণে দেশপ্ৰেমৰ নতুন ধাৰণাৰো সৃষ্টি কৰিলে। দেশপ্ৰেমৰ লগে লগে আহিল থলুৱা ভাষাবোৰৰ প্ৰতি সেই ভাষা কোৱা মানুহবোৰৰ এক নতুন শ্ৰদ্ধাৰ মনোভাৱ। অৰ্থাৎ আন কথাত ক'বলৈ গ'লে নৱোন্মেষিত জাতীয় চেতনাই এহাতে যেনেকৈ খ্ৰীষ্টীয় গীৰ্জাৰ সৰ্বময় কৰ্তৃত্বক প্ৰত্যাহ্বান জনাবলৈ আৰম্ভ কৰিছিল, আনহাতে ঠিক তেনেকৈ ইউৰোপৰ থলুৱা ভাষাবোৰেও লেটিন ভাষাৰ একাধিপত্যক অস্বীকাৰ কৰি নিজৰ স্বাধীন অস্তিত্ব আৰু বিকাশৰ অধিকাৰ ঘোষণা কৰিছিল। ইটালীৰ এনেকুৱা এটা থলুৱা ভাষাত ৰচিত 'ডিভাইন কমেডি' নামৰ মহাকাব্যখনেই মধ্যযুগৰ ইউৰোপৰ সৰ্বশ্ৰেষ্ঠ সাহিত্য-কৃতি। এই মহাকাব্যৰ ৰচয়িতা হ'ল আলিঘিয়েৰি ডাণ্টে (১২৬৫-১৩২১)। যি চাৰিজন মহাকবিক ইউৰোপৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ কবি বুলি গণ্য কৰা হয়, তেওঁলোকৰ ভিতৰত এজন হ'ল ডাণ্টে। বাকী তিনিজন হ'ল হ'মাৰ (গ্ৰীচ), শ্বেক্‌ছ্‌পীয়েৰ (ইংলেণ্ড) আৰু গোয়েটে (জাৰ্মানী)। ডাণ্টেৰ 'ডিভাইন কমেডি' এফালে এখন দাৰ্শনিক মহাকাব্য, আনফালে সি সমগ্ৰ মধ্যযুগৰ বিশ্বকোষ। ডাণ্টেৰ 'ডিভাইন কমেডি'য়েই মধ্যযুগৰ সমাপ্তি ঘোষণা কৰা বুলি ক'ব পাৰি। কিন্তু সেই সমাপ্তি আছিল অস্তমিত সূৰ্যৰ সোণালী আভাই অপৰূপ কৰি তোলা দিনাৱসানৰ দৰেই সুন্দৰ।

## চাৰি

ডাণ্টেক কোৱা হয় মধ্যযুগৰ সৰ্বশ্ৰেষ্ঠ আৰু সৰ্বশেষ প্ৰতিভূ। আনহাতে আকৌ কোৱা হয় যে ৰেনেছাঁ তথা নৱ-জাগৰণ নামেৰে প্ৰসিদ্ধ ইউৰোপীয় মানসৰ যুগান্তকাৰী আন্দোলনৰো প্ৰথম উদ্‌গাতা আছিল ডাণ্টেই। এই নতুন যুগৰ উন্মোচন কৰিলে ডাণ্টেই আৰু সমাপ্তি ঘটালে গেলিলিঅ'ই (১৫৬৪–১৬৪২)। এজন বিখ্যাত পণ্ডিতে ক'বৰ দৰে ডাণ্টেৰ 'ডিভাইন কমেডি' আছিল এখন মৃত জগতৰ সমাধি-ক্ষেত্ৰ আৰু এখন নতুনকৈ জন্ম হ'ব ধৰা জগতৰ গৰ্ভাশয়।

অৱশেষত আমি আহি উপনীত হৈছোঁ নৱ-জাগৰণৰ উজ্জ্বল সুন্দৰ প্ৰভাতত, আধুনিক যুগৰ দুৱাৰ-ডলিত।

কিন্তু এই ৰেনেছাঁ বা নৱ-জাগৰণটোনো কি বস্তু?

এই প্ৰশ্নটোৰ পোনপটীয়া উত্তৰ দিয়াৰ আগতে আমি পোন্ধৰ শতিকাৰ ইটালীৰ ফ্ল'ৰেঞ্চ্ নগৰীত এপাক ফুৰি আহিব পাৰিলে ভাল হয়।

আবেলি পৰৰ সোণালী ৰ'দত ফ্ল'ৰেঞ্চ্ নগৰী জল্‌মলাব ধৰিছে। দিনটোৰ কাম শেষ কৰি এজন ডেকা মানুহ ফুৰিবলৈ ওলাই আহিছে। গোলাপী ৰঙৰ হলৌ চোলাৰে ঢকা তেওঁৰ দীৰ্ঘ সুগঠিত শৰীৰ, উজ্জ্বল গৌৰকান্তি শোভিত মুখমণ্ডল ঘনকৃষ্ণ ডাঢ়ি-গোঁফেৰে আবৃত, তেওঁৰ দেহৰ প্ৰতিটো লোমকূপৰ পৰা বিকিৰিত হৈছে ব্যক্তিত্বৰ উজ্জ্বল প্ৰভা। মানুহ যে ইমান সুন্দৰ হ'ব পাৰে সেই কথা তেওঁক নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। সৃষ্টিকৰ্তাই যেন তেওঁৰ কল্পনাৰ সমস্ত ঐশ্বৰ্য ঢালি দিছে এই এজন মাত্ৰ মানুহক সৃষ্টি কৰাৰ কামত। মানুহজনে ফ্ল'ৰেঞ্চ্ নগৰীৰ ব্যস্ত বজাৰ অঞ্চল অভিমুখে আগবাঢ়িবলৈ ধৰিলে। সময় পালেই তেওঁ তালৈ যায়। তেওঁৰ গন্তব্য-স্থল হ'ল বজাৰৰ সেই বিশেষ অঞ্চলটো—য'ত সজাত বন্দী কৰি থোৱা নানা জাতৰ বনৰীয়া চৰাই বিক্ৰী কৰা হয়। মানুহজনে তেনেকুৱা চৰাই বিক্ৰী কৰা এজন বেপাৰীৰ দোকানৰ সন্মুখত গৈ থিয় হ'ল আৰু একেলগে কেইবাটাও চৰাই কিনি ল'লে। চৰাইকেইটা কিনি লৈয়েই তেওঁ কি কৰিলে? এটা এটাকৈ সজাৰ দুৱাৰ মেলি দি তেওঁ চৰাইকেইটা মুকলি কৰি দিলে। বন্দীদশাৰ পৰা মুক্তি পাই চৰাইকেইটাই যেতিয়া মনৰ আনন্দত আকাশত উৰিবলৈ আৰম্ভ কৰিলে, তেতিয়া মানুহজনে আপোন-পাহৰা হৈ বহুতপৰ সেই দৃশ্যটো চাই থাকিল। তেওঁৰ দেৱতাৰ দৰে সুন্দৰ মুখ স্বৰ্গীয় আনন্দৰ হাঁহিৰে উদ্ভাসিত হৈ উঠিল।

ইউৰোপৰ নৱ-জাগৰণটো নো কি ঘটনা আছিল সেই কথা একে আষাৰে বুজাবলৈ গৈ এজন পণ্ডিতে এই ঘটনাটোৰ উল্লেখ কৰিছে। নৱ-জাগৰণৰ আগলৈকে ইউৰোপৰ মানুহৰ ভাব-চিন্তা আৰু আশা-আকাংক্ষাও আছিল সজাত বন্দী কৰি ৰখা চৰাইৰ নিচিনা। ৰেণেছাঁ তথা নৱ-জাগৰণৰ প্ৰধান বৈশিষ্ট্য আছিল এয়েই যে ই ইউৰোপীয় মানসক মধ্যযুগৰ দাসত্ব-বন্ধনৰ পৰা মুক্ত কৰি ইউৰোপীয় সভ্যতা আৰু সংস্কৃতিৰ ক্ষেত্ৰত এটা নতুন যুগৰ সূচনা কৰিলে। বন্দীদশাৰ পৰা মুক্তি পোৱা চৰাইৰ দৰে ইউৰোপৰ মানুহেও মুক্তিৰ উল্লাসত নাচি-বাগি নিজৰ প্ৰতিভাৰ সৰ্বাঙ্গীণ বিকাশৰ কাৰণে নতুন নতুন কৰ্মক্ষেত্ৰ বিচাৰি উলিয়াবলৈ ধৰিলে।

মধ্যযুগৰ দাসত্ব-বন্ধন নো কি আছিল সেই কথা পিছত বহলাই কোৱা হ'ব। কিন্তু তাৰ আগতে ওপৰত কৈ অহা কথাখিনিৰ আচল তাৎপৰ্য আৰু অলপ বহলাই ব্যাখ্যা কৰাৰ প্ৰয়োজন আছে।

ইতিহাসৰ প্ৰত্যেকটো যুগেই কিছুমান মহৎ প্ৰতিভাশালী লোকৰ জন্ম দিয়ে। কিন্তু তাৰ আগতে সেই বিশেষ যুগটোৰ প্ৰতিনিধি-স্থানীয় মানুহ বুলি ধৰা হয়, কাৰণ তেওঁলোকৰ চিন্তা আৰু কৰ্মৰ মাজত সেই যুগৰ ধ্যান-ধাৰণা, আশা-আকাংক্ষা আৰু জীৱনৰ আদৰ্শ প্ৰতিফলিত হয়। ইউৰোপৰ নৱ-জাগৰণৰ যুগৰ আদৰ্শ আছিল 'পূৰ্ণ মানৱ' সৃষ্টি কৰা। মধ্যযুগত মানুহক ব্যক্তি হিচাপে স্বীকৃতি দিয়া নহৈছিল। তেওঁ আছিল সমাজৰ এজন সদস্য মাত্ৰ, আৰু সমাজে যি ভাবে বা কৰে, তেৰোঁ তাকে কৰিবলৈ বা ভাবিবলৈ বাধ্য হৈছিল। সেই সময়ত মানুহৰ জীৱনটো জন্মৰ পৰা মৃত্যুলৈকে বাইবেল আৰু গীৰ্জাৰ দ্বাৰা পৰিচালিত হৈছিল। বাইবেল আৰু গীৰ্জাই মানুহক এই শিক্ষা দিছিল যে এই পৃথিৱীখন মানুহৰ অস্থায়ী জিৰণিৰ ঠাই মাত্ৰ; আচলতে মৃত্যুৰ পাছতহে মানুহৰ কাৰণে অনন্ত জীৱনে অপেক্ষা কৰি আছে। এনে শিক্ষা পোৱাৰ ফলত মানুহে পাৰ্থিৱ উন্নতি আৰু পাৰ্থিৱ সুখ-সম্ভোগৰ কাৰণে চেষ্টা কৰাটো অনুচিত আৰু অদৰকাৰী কাৰ্য বুলি বিবেচনা কৰিছিল; তেওঁ এই পৃথিৱীখনৰ ফালে পিঠি দি সকলো সময়তে কেৱল পৰকালৰ চিন্তাত ব্যস্ত আছিল। দ্বিতীয়তে কোনো বিষয়েই একো প্ৰশ্ন কৰিবলৈ তেওঁৰ অধিকাৰ নাছিল, কাৰণ তেওঁক কোৱা হৈছিল যে তেওঁৰ সকলো প্ৰশ্নৰ উত্তৰ চিৰকালৰ কাৰণে ধৰ্মশাস্ত্ৰতে লিপিবদ্ধ হৈ আছে। এতিয়া যদি মানুহে ভাবে যে তেওঁৰ পাৰ্থিৱ জীৱনটো অৰ্থহীন, আৰু কোনো বিষয়েই তেওঁৰ একো প্ৰশ্ন কৰিবলৈ অধিকাৰ নাই, তেন্তে তেনে মানুহৰ নিজস্ব ব্যক্তিত্ব বুলি কোনো এটা বস্তু গঢ়ি উঠিব নোৱাৰে। ইয়াৰ কাৰণ দুটা। প্ৰথমতে, পাৰ্থিৱ উন্নতিৰ কাৰণে চেষ্টা নকৰাৰ ফলত তেওঁৰ সহজাত বুদ্ধি-বৃত্তি আৰু প্ৰতিভাৰ পূৰ্ণ বিকাশ নঘটে। দ্বিতীয়তে, সমাজৰ সকলো মানুহেই একেবোৰ কথাকে ভবা আৰু একেবোৰ কাৰ্যকে কৰাৰ ফলত ইজনক সিজনৰ পৰা সুকীয়াকৈ চিনি পাবলৈ কোনো উপায় নাথাকে। কিন্তু ইউৰোপৰ নৱ-জাগৰণে এইবোৰ সকলো সলনি কৰি পেলালে। কেনেকৈ কৰিলে সেই কথা পিছৰ এটা অধ্যায়ত বহলাই কোৱা হ'ব। অন্যান্য বহু কথাৰ লগতে নৱ-জাগৰণে ইউৰোপৰ মানুহক এই শিক্ষা দিলে যে প্ৰত্যেক মানুহৰে স্বাধীনভাৱে চিন্তা কৰাৰ আৰু সকলো বিষয়ে প্ৰশ্ন কৰাৰ অধিকাৰ আছে; অৰ্থাৎ সকলো কথাতে আনৰ কৰ্তৃত্ব মানি চলাৰ একো দৰকাৰ নাই। দ্বিতীয়তে, এই পৃথিৱীখনেই হ'ল মানুহৰ আচল বাসভূমি; মানুহে সকলো সুখ, আনন্দ আৰু জ্ঞানৰ অভিজ্ঞতা এই পৃথিৱীৰ পৰাই আহৰণ কৰিব লাগিব। অৱশ্যে এই শিক্ষা নৱ-জাগৰণৰ যুগৰ ইউৰোপৰ নিজস্ব আৱিষ্কাৰ নহয়; তেওঁলোকে এই শিক্ষা পাইছিল প্ৰাচীন গ্ৰীকসকলৰ পৰা। সি যি কি নহওক, এই শিক্ষা পাই ইউৰোপৰ মানুহে বুজিলে যে মানুহ কেৱল সমাজৰ সদস্য মাত্ৰ নহয়। নিজৰ ধ্যান-ধাৰণা, আশা-আকাংক্ষা আৰু বিচাৰ-বুদ্ধি—এই সকলোকে লৈ তেওঁ এজন অদ্বিতীয় ব্যক্তি। আৰু এই ব্যক্তিত্বৰ পূৰ্ণ বিকাশ হ'ল জীৱনৰ এটা প্ৰধান লক্ষ্য। দ্বিতীয়তে, এই অপৰূপ ঐশ্বৰ্যমণ্ডিত পৃথিৱীখনেই মানুহৰ প্ৰকৃত বাসভূমি, আৰু এই পাৰ্থিৱ জীৱনতেই সকলো ধৰণৰ অভিজ্ঞতা অৰ্জন কৰিবলৈ মানুহৰ জন্মগত অধিকাৰ আছে। এই দুটা শিক্ষা পোৱাৰ ফলত নৱ-জাগৰণৰ যুগৰ ইউৰোপৰ মানুহে মানৱ-প্ৰতিভাৰ সৰ্বাঙ্গীণ বিকাশৰ ওপৰত বিশেষ গুৰুত্ব দিবলৈ ধৰিলে। অৰ্থাৎ মানুহ কেৱল মানুহ হ'লেই নহ'ব। তেওঁ হ'ব লাগিব সম্পূৰ্ণ মানুহ। উদাহৰণ স্বৰূপে এজন মানুহে যদি দিনে-ৰাতিয়ে কেৱল শৰীৰ-চৰ্চাত ব্যস্ত হৈ থাকে, তেন্তে তেওঁ মানসিক উৎকৰ্ষই মানুহক দিব পৰা আনন্দৰ পৰা বঞ্চিত হ'ব। আনহাতে, এজন মানুহে যদি কেৱল গভীৰ বিষয়ৰ ধ্যানত বা দুৰূহ জ্ঞান-চৰ্চাত নিমগ্ন হৈ থাকে, তেন্তে তেওঁ ইন্দ্ৰিয়ৰ যোগেদি পাব পৰা বিচিত্ৰ অভিজ্ঞতাৰ পৰা বঞ্চিত হ'ব। যি মানুহে কেৱল শিল্পকলা আৰু সঙ্গীতৰ পৰা আনন্দ আহৰণ

কৰিব জানে, তেওঁ যুদ্ধবিদ্যা বা দুঃসাহসিক ভ্ৰমণৰ ৰোমাঞ্চকৰ অভিজ্ঞতাৰ লগত চিৰকাল অপৰিচিত হৈ থাকিব। আনহাতে যি মানুহে বিজ্ঞানৰ বাহিৰে আন একো বিষয়ৰে চৰ্চা নকৰে, তেওঁ এখন ৰমণীয় চিত্ৰ বা এটা সুন্দৰ কবিতাই দিব পৰা অনিৰ্বচনীয় আনন্দৰ একো আস্বাদ নোপোৱাকৈয়ে এই পৃথিৱীৰ পৰা বিদায় ল'ব লাগিব। এতেকে পাৰ্থিৱ জীৱনে দিব পৰা সকলো সুখ আৰু আনন্দ পাবলৈ হ'লে মানুহে তেওঁৰ অন্তৰ্নিহিত বিচিত্ৰ প্ৰতিভাৰ বিকাশ ঘটাই এজন সম্পূৰ্ণ মানুহ হ'বলৈ চেষ্টা কৰিব লাগিব। এইটো আছিল নৱ-জাগৰণৰ এটা মূল শিক্ষা। এই শিক্ষা সাৰোগত কৰি সেই যুগৰ শ্ৰেষ্ঠ প্ৰতিভাশালী লোকসকলে কোনো এটা মাত্ৰ বিষয়ত বিশেষজ্ঞ হ'বলৈ চেষ্টা নকৰি বিভিন্ন আৰু বিচিত্ৰ কৰ্মক্ষেত্ৰত নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰিছিল। উদাহৰণ স্বৰূপে সেই যুগৰ ৰাজসভাৰ এজন সভাসদ কেৱল কূটনীতি বা যুদ্ধবিদ্যাত নিপুণ হ'লেই যথেষ্ট বুলি বিবেচনা কৰা নহৈছিল; যিখন হাতেৰে নিপুণভাৱে তৰোৱাল চলাই তেওঁ মানুহক চমৎকৃত কৰিছিল, সেই একেখন হাতেৰেই তেওঁ এটা সুন্দৰ চতুৰ্দশপদী কবিতা ৰচনা কৰিও মানুহক মুগ্ধ কৰিছিল। যিজন মানুহে গ্ৰীক আৰু লেটিন কবিতা ফৰ্ফৰাই মুখস্থ মাতিব পাৰিছিল, সেই একেজন মানুহেই যুদ্ধক্ষেত্ৰত অসামান্য বীৰত্ব প্ৰদৰ্শন কৰিছিল। ইউৰোপৰ নৱ-জাগৰণৰ যুগে এনেকুৱা বহুতো অসাধাৰণ মানুহৰ জন্ম দিছিল। তেওঁলোকৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ আছিল লিঅ'নাৰ্ড'-দা-ভিঞ্চি—নৱ-জাগৰণৰ জীৱন্ত প্ৰতিমূৰ্তি।

ওপৰত যিজন দেৱ-সদৃশ সুন্দৰ মানুহে সজাত বন্দী হৈ থকা চৰাইবোৰক মুকলি কৰি দি বিমল আনন্দ পোৱাৰ কথা উল্লেখ কৰি অহা হৈছে, তেৱেঁই হ'ল লিঅ'নাৰ্ড'-দা-ভিঞ্চি। পশু-পক্ষীক তেওঁ ভাল পাইছিল; সিহঁতৰ কষ্ট বা বন্দীদশা তেওঁ সহ্য কৰিব নোৱাৰিছিল। তেওঁ সজাৰ চৰাইবোৰ কিনি লৈ মুকলি কৰি দিয়াৰ সেইটোৱেই আছিল প্ৰধান কাৰণ। কিন্তু ঐতিহাসিকসকলে তেওঁৰ এই কাৰ্যৰ মাজত এটা প্ৰতীকী তাৎপৰ্যও আৱিষ্কাৰ কৰিছে। নৱ-জাগৰণে ইউৰোপৰ আত্মাক মধ্যযুগৰ সজাৰ পৰা মুক্তি দিছিল; সেই নৱ-জাগৰণৰ সৰ্বশ্ৰেষ্ঠ সন্তান লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে বিমল আনন্দ পাইছিল সজাত বন্দী হৈ থকা চৰাইবোৰক মুক্তি দি। মুক্তিয়েই আছিল নৱ-জাগৰণৰ মূলমন্ত্ৰ। ইউৰোপৰ নৱ-জাগৰণে মানুহৰ স্বাধীন চিন্তাৰ পথ সুগম কৰি আধুনিক যুগৰ সূচনা কৰিলে।

## লিঅ'নাৰ্ড'-দা-ভিঞ্চি

ভাছাৰি নামৰ এজন ইটালীয়ান ঐতিহাসিকে লিঅ'নাৰ্ড'-দা-ভিঞ্চিৰ বিষয়ে লিখি থৈ গৈছে—'বিধাতাই মাজে-সময়ে মাত্ৰ এজন মানুহকে ইমান বেছি ৰূপ, গুণ আৰু প্ৰতিভা দি সৃষ্টি কৰে যে তেওঁ যি কামকে কৰে সিয়েই অলৌকিক বুলি মানুহৰ মনত ধাৰণা হয় আৰু বাকী সকলো মানুহৰ লগত তেওঁৰ পাৰ্থক্যটো স্পষ্টভাৱে ধৰা পৰে। এই কথাও প্ৰমাণিত হয় যে তেওঁৰ প্ৰতিভা চেষ্টাৰ দ্বাৰাই আৰ্জি লোৱা বস্তু নহয়; সি হ'ল ঈশ্বৰৰ দান। এনে এজন মানুহ আছিল লিঅ'নাৰ্ড'-দা-ভিঞ্চি। তেওঁৰ শাৰীৰিক সৌন্দৰ্য আৰু কমনীয়তা আছিল বৰ্ণনাৰ অতীত; তেওঁৰ প্ৰতিভা আছিল এনে অসাধাৰণ যে তেওঁ কৰিব নোৱৰা কাম একোৱেই নাছিল।'

লিঅ'নাৰ্ড'-দা ভিঞ্চিয়ে কৰিব নোৱৰা কাম একোৱেই নাছিল। ভাছাৰিৰ এই উক্তি অকণো অতিৰঞ্জন নহয়। লিঅ'নাৰ্ড'-দা-ভিঞ্চি আছিল পৃথিৱীৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ চিত্ৰকৰ। তেওঁ অঁকা 'ম'নালিছা' আৰু

'লাষ্ট ছাপাৰ' নামৰ ছবি দুখনক পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ ছবি বুলি সমগ্ৰ জগতে একবাক্যে স্বীকাৰ কৰি লৈছে। সেই একেজন মানুহেই ইমান ডাঙৰ বিজ্ঞানী আছিল যে আজিৰ মানুহে যিবোৰ বৈজ্ঞানিক তত্ত্বৰ কথা চিন্তা কৰিছে বা যিবোৰ বৈজ্ঞানিক আৱিষ্কাৰ কৰিছে সেইবোৰ তত্ত্ব-চিন্তা আৰু আৱিষ্কাৰ লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে কৰিছিল আজিৰ পৰা চাৰিশ বছৰৰ আগতেই। শৰীৰ-তত্ত্ব সম্পৰ্কে সৰ্বপ্ৰথম সৰ্বমান্য গ্ৰন্থ ৰচনা কৰিছিল লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে। নিজ হাতেৰে শৱদেহ কাটি মানৱ-দেহৰ বিভিন্ন অঙ্গ-প্ৰত্যঙ্গৰ বিষয়ে সচিত্ৰ প্ৰামাণ্য গ্ৰন্থ ৰচনা কৰিছিল লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে। যিজন মানুহ ইমান ডাঙৰ বিজ্ঞানী আছিল, সেই একেজন মানুহেই আছিল অসাধাৰণ প্ৰতিভাশালী সঙ্গীতজ্ঞ আৰু সুৰকাৰ। আকৌ যিজন মানুহে বাদ্য-যন্ত্ৰৰ পৰা উলিয়াই আনিব পাৰিছিল স্বৰ্গীয় সুৰৰ ঝঙ্কাৰ, সেই একেজন মানুহেই একে দুখন হাতেৰেই নিৰ্মাণ কৰিব পাৰিছিল নানাবিধ যুদ্ধাস্ত্ৰ, সেতু আৰু যন্ত্ৰপাতি। যিজন মানুহ গোটেই জীৱন নিমগ্ন আছিল শিল্পৰ সাধনাত আৰু বিচিত্ৰ জ্ঞান-বিজ্ঞানৰ চৰ্চাত, তেওঁৰ শাৰীৰিক বল-বীৰ্যও এনে অসাধাৰণ আছিল যে কঠিন লোহাৰে সজা ঘোঁৰাৰ খুৰাৰ নালো তেওঁ অনায়াসে কুমলীয়া বাঁহৰ দৰে বেঁকা কৰি দিব পাৰিছিল।


*লিঅ'নাৰ্ড'-দা-ভিঞ্চি*

সম্পূৰ্ণ আক্ষৰিক অৰ্থত লিঅ'নাৰ্ড'-দা-ভিঞ্চি আছিল এজন 'পূৰ্ণ মানৱ।' নৱ-জাগৰণৰ আদৰ্শৰ জীৱন্ত প্ৰতিমূৰ্তি।

১৪৫২ খ্ৰীষ্টাব্দত ইটালীৰ ফ্ল'ৰেঞ্চ নগৰত লিঅ'নাৰ্ড'-দা-ভিঞ্চিৰ জন্ম হয়। সৰু কালত লিঅ'নাৰ্ড' অতি চঞ্চল স্বভাৱৰ ল'ৰা আছিল। বিভিন্ন বিষয়ৰ প্ৰতি তেওঁৰ আগ্ৰহ, কিন্তু কোনো এটা বিষয়তে বেছি দিন তেওঁৰ মন নবহে। ল'ৰাটোক লৈ দেউতাকৰ যথেষ্ট দুশ্চিন্তাই হৈছিল। কিন্তু তেওঁ এটা কথা মন কৰিছিল যে লিঅ'নাৰ্ড'ই আন সকলো বিষয়তে অধৈৰ্য দেখুৱালেও একমাত্ৰ ছবি অঁকাৰ প্ৰতি তেওঁৰ আকৰ্ষণ আছিল গভীৰ আৰু অকৃত্ৰিম। বহুত ভাবি-চিন্তি দেউতাকে এদিন লিঅ'নাৰ্ড'ক ফ্ল'ৰেঞ্চৰ সেই সময়ৰ আটাইতকৈ বিখ্যাত শিল্পী এণ্ড্ৰিয়া-ডেল-ভেৰকছিঅ'ৰ ওচৰলৈ লৈ গ'ল। ভেৰকছিঅ'য়ো লিঅ'নাৰ্ড'ক শিষ্য হিচাপে গ্ৰহণ কৰিলে।

লিঅ'নাৰ্ড'ই তেওঁৰ অসাধাৰণ প্ৰতিভাৰ পৰিচয় দিবৰ কাৰণে উপযুক্ত সুযোগ পাবলৈ বেছিদিন অপেক্ষা কৰিব লগা নহ'ল। এটা স্থানীয় মঠৰ খ্ৰীষ্টিয়ান সন্ন্যাসীসকলে এদিন ভেৰকছিঅ'ক 'ছেইণ্ট জনৰ দ্বাৰা খ্ৰীষ্টক দীক্ষাদান' নামৰ এখন ছবি আঁকি দিবলৈ অনুৰোধ কৰিলে। সেই সময়ত ভেৰকছিঅ'ৰ হাতত আৰু বহুত কাম আছিল। তেওঁ ভাবিলে যে তেওঁৰ পক্ষে অকলে ছবিখন যথা সময়ত আঁকি শেষ কৰা সম্ভৱ নহ'ল। সেই কাৰণে ছবিখনৰ এটা চুকত এজন দেৱদূতৰ ছবি আঁকি দিবলৈ তেওঁ লিঅ'নাৰ্ড'ক নিৰ্দেশ দিলে। লিঅ'নাৰ্ড'ই যেতিয়া ছবিখন আঁকি সম্পূৰ্ণ কৰিলে, ছবিখনৰ ফালে চাই ভেৰকছিঅ' বিস্ময়ত হতভম্ব হ'ল। তেওঁৰ কিশোৰ শিষ্যই স্বাভাৱিক প্ৰতিভাৰ বলেৰে এনে এখন অনিন্দ্য-সুন্দৰ ছবি

আঁকি উলিয়াইছে—যিখন ছবি তেওঁৰ দৰে অভিজ্ঞ আৰু প্ৰবীণ শিল্পীৰ পক্ষেও সাধ্যৰ অতীত। ভেৰকছিঅ'ই বুজিলে যে তেওঁৰ শিষ্যই ইতিমধ্যে তেওঁক অতিক্ৰম কৰি গৈছে। শিষ্যৰ কৃতিত্বত তেওঁ অতিশয় আনন্দিত হ'ল, কিন্তু লগে লগে এটা পৰাজয়ৰ গ্লানিয়েও তেওঁক গ্ৰাস কৰি ধৰিলে। সেইদিনাৰ পৰা তেওঁ চিত্ৰকৰৰ তুলিকা চিৰদিনলৈ বিসৰ্জন দি ভাস্কৰ্যৰ সাধনাত মনোনিৱেশ কৰিবলৈ ধৰিলে।

ইফালে চিত্ৰকৰ হিচাপে লিঅ'নাৰ্ড'ৰ খ্যাতি চাৰিওফালে ফাটি-ফুটি যাবলৈ ধৰিলে। কিন্তু সেই খ্যাতিয়ে লিঅ'নাৰ্ড'ক অলপো সন্তুষ্ট কৰিব নোৱাৰিলে। বৰং জীৱনত প্ৰথমবাৰৰ কাৰণে অঁকা আৰু শিল্প-ৰসিকসকলৰ দ্বাৰা অভিনন্দিত হোৱা সেই ছবিখনে তেওঁৰ মনত এটা গভীৰ অতৃপ্তিহে জগাই তুলিলে। তেওঁ অনুভৱ কৰিলে যে শিল্প-কলাৰ সাধনাৰ মাজেদি যদি তেওঁ জীৱনৰ এটা বিশেষ তাৎপৰ্য সন্ধান কৰিব খোজে, তেন্তে তেওঁ প্ৰকৃতিৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰিব লাগিব। কাৰণ প্ৰকৃতিয়েই হ'ল সকলো জ্ঞানৰ উৎস। এই সময়ছোৱাত তেওঁ কেৱল ছবি অঁকাতে ব্যস্ত নাথাকি নানা যন্ত্ৰপাতিৰ নক্সা অঁকা আৰু কঠিন কাৰিকৰী প্ৰকল্পৰ পৰিকল্পনা কৰাতো যথেষ্ট সময় খৰচ কৰিবলৈ ধৰিলে। সেই সময়ত তেওঁ যিবোৰ কামৰ সপোন দেখিছিল, আজিৰ মানুহে তেনেকুৱা বহুবোৰ সপোনকে দিঠকত পৰিণত কৰিছে। কিন্তু আজিৰ পৰা চাৰিশ বছৰৰ আগতেই সেইবোৰ কথা চিন্তা কৰিব পৰা বিৰাট প্ৰতিভা আৰু অসামান্য কল্পনা-শক্তি আছিল লিঅ'নাৰ্ড'-দা-ভিন্সিৰ। পৰ্বত বিদীৰ্ণ কৰি তাৰ মাজেদি পথ নিৰ্মাণ কৰা, মানুহৰ উপকাৰৰ কাৰণে নদীৰ গতিবেগ সলনি কৰি দিয়া, গগন-চুম্বী প্ৰাসাদ—আধুনিক ভাষাত 'স্কাইস্ক্ৰোপাৰ' নিৰ্মাণ কৰা, এইবোৰ কথা তেতিয়াই চিন্তা কৰিছিল লিঅ'নাৰ্ড'-দা-ভিন্সিয়ে।

ইতিমধ্যে সমগ্ৰ ইটালীতে লিঅ'নাৰ্ড'ৰ খ্যাতি বৈ-বৈ গৈছে। বিভিন্ন ঠাইৰ ডিউক আৰু অমাত্যসকল তেওঁৰ সঙ্গ পাবলৈ ব্যাকুল হৈ পৰিছে। এনে এজন ডিউক আছিল মিলানৰ লুডোভিক' স্ফৰ্জা। লুডোভিক'ৰ দ্বাৰা নিমন্ত্ৰিত হৈ লিঅ'নাৰ্ড' ১৪৮৩ খ্ৰীষ্টাব্দত মিলানত গৈ উপস্থিত হ'ল। পিছে লিঅ'নাৰ্ড' যদিও ইতিমধ্যে বিখ্যাত হৈ পৰিছে চিত্ৰকৰ হিচাপেহে, কিন্তু লুডোভিক'ৰ ৰাজসভাত তেওঁ উপস্থিত হ'লগৈ তেওঁ নিজে সজা ৰূপৰ এটা আচৰিত বাদ্যযন্ত্ৰ লৈ। সেই বাদ্যযন্ত্ৰ বজাই লিঅ'নাৰ্ড'ই ডিউকক এনেভাৱে মুগ্ধ কৰিলে যে ডিউক লিঅ'নাৰ্ড'ৰ চিত্ৰকলাৰ প্ৰতি যিমান আকৃষ্ট হ'ল, ঠিক সিমানেই আকৃষ্ট হ'ল তেওঁৰ সঙ্গীতৰ প্ৰতি।

মিলানত লুডোভিক'ৰ অতিথি হৈ থকাৰ সময়তে লিঅ'নাৰ্ড'ই মানুহৰ প্ৰতিকৃতি অঁকাত বিশেষভাৱে মনোনিৱেশ কৰিবলৈ ধৰিলে। সেই উদ্দেশ্যে তেওঁ নিসৰ্গ তথা প্ৰকৃতিক অধ্যয়ন কৰাৰ উপৰি মানৱ-প্ৰকৃতিও গভীৰভাৱে অধ্যয়ন কৰিবলৈ ধৰিলে। মিলানত থকা সময়ত লিঅ'নাৰ্ড'ই যিবোৰ ছবি আঁকিছিল সেইবোৰৰ ভিতৰত আটাইতকৈ বিখ্যাত হ'ল 'লাষ্ট ছাপাৰ' তথা শেষ ভোজন। এই ছবিৰ বিষয়-বস্তু লোৱা হৈছিল বাইবেলৰ পৰা। যীশুখ্ৰীষ্টই তেওঁৰ প্ৰধান বাৰজন শিষ্যক লৈ খাবলৈ বহিছে। তেওঁ জানে যে এয়েই তেওঁৰ শেষ ভোজন, কাৰণ ৰোমান শাসন-কৰ্তাই তেওঁৰ বিৰুদ্ধে যি বিচাৰ আৰম্ভ কৰিছে সেই বিচাৰত তেওঁৰ প্ৰাণদণ্ড হোৱাটো ধ্ৰুৱপ। খাবলৈ বহি তেওঁ শিষ্যসকলৰ উদ্দেশ্যে ক'লে—Verily I say unto you that one of you shall betray me—অৰ্থাৎ 'মই নিশ্চয়কৈ তোমালোকক কৈছোঁ যে তোমালোকৰ মাজৰে কোনোবা এজনে মোৰ প্ৰতি বিশ্বসঘাতকতা কৰিবা।' লিঅ'নাৰ্ড'ই তেওঁৰ ছবিখনৰ কাৰণে বাছি লৈছিল ঠিক এই মুহূৰ্তটো, কাৰণ ইয়াৰ দ্বাৰাই মানৱ-চৰিত্ৰ অধ্যয়ন কৰিবলৈ আৰু মানুহৰ অন্তৰ্জীৱনৰ নাটকীয় চিত্ৰ প্ৰকাশ কৰিবলৈ তেওঁ সুযোগ পাব।

'লাষ্ট ছাপাৰ'খন আঁকি শেষ কৰোঁতে লিঅ'নাৰ্ড'ক কেইবাবছৰো সময় লাগিল। তেওঁ বিশ্বাস কৰিছিল যে এখন মহৎ ছবি আঁকিবলৈ কেৱল সহজাত প্ৰতিভা আৰু শ্ৰমশক্তিয়েই যথেষ্ট নহয়; তাৰ কাৰণে গভীৰ চিন্তা আৰু ধ্যানৰো প্ৰয়োজন। ১৪৯৭ খ্ৰীষ্টাব্দত ছবিখন অঁকা শেষ হ'ল। আগতেই কৈ অহা হৈছে যে মানৱ-প্ৰতিভাৰ মহত্তম কীৰ্তি আৰু জগতৰ সৰ্বশ্ৰেষ্ঠ ছবিকেইখনৰ ভিতৰত 'লাষ্ট ছাপাৰ' অন্যতম। যীশুখ্ৰীষ্টই তেওঁৰ বাৰজন শিষ্যৰ লগত শেষ ভোজন কেনেকৈ কৰিছিল বা তেওঁৰ অভিযোগ শুনি শিষ্যসকলৰ মুখত কেনেধৰণৰ প্ৰতিক্ৰিয়া প্ৰকট হৈ উঠিছিল সেইবোৰ কথা আন কোনেও দেখা নাই। কিন্তু লিঅ'নাৰ্ড'ৰ এই অমৰ চিত্ৰখনে যোৱা চাৰিশ বছৰ ধৰি মানুহৰ কল্পনাত এনে দকৈ ছাব বহুৱাইছে যে লিঅ'নাৰ্ড'ই তেওঁৰ চিত্ৰখনত যীশুখ্ৰীষ্ট আৰু তেওঁৰ শিষ্যসকলক যেনেকৈ দেখুৱাইছে, আচলতেও তেওঁলোক দেখিবলৈ ঠিক তেনেকুৱাই আছিল আৰু তেনেকুৱা আচৰণেই কৰিছিল বুলি মানুহে বিশ্বাস কৰে।

ইতিমধ্যে মিলানত কেইবাটাও ঘটনা ঘটিল। ১৪৯৮ খ্ৰীষ্টাব্দত—অৰ্থাৎ লিঅ'নাৰ্ড'ই 'লাষ্ট ছাপাৰ' আঁকি শেষ কৰাৰ পিছৰ বছৰতে—ফৰাচীসকলে মিলান আক্ৰমণ কৰি দখল কৰিলে। মিলানৰ ডিউক আৰু লিঅ'নাৰ্ড'ৰ পৃষ্ঠপোষক লুডোভিক' স্ফৰ্জাক মাটিৰ তলৰ পোতাশালত বন্দী কৰি ৰখা হ'ল। লিঅ'নাৰ্ড'ৱে মিলান ত্যাগ কৰি জন্মভূমি ফ্ল'ৰেঞ্চলৈ ঘূৰি আহিবলৈ বাধ্য হ'ল। এইবাৰ ফ্ল'ৰেঞ্চলৈ আহিয়েই তেওঁ আঁকি উলিয়ালে 'ম'নালিছা'—তেওঁৰ সৰ্বশ্ৰেষ্ঠ চিত্ৰ, পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ চিত্ৰ, জগতৰ এটি চিৰন্তন বিস্ময়।

লিঅ'নাৰ্ড'-দা-ভিঞ্চিৰ 'ম'নালিছা' ছবিখনক কেন্দ্ৰ কৰি এক বিশাল সাহিত্য গঢ়ি উঠিছে। ৰসিক আৰু ভাবুক মানুহৰ মনত এই ছবিখনে যোৱা চাৰিশ বছৰ ধৰি বিচিত্ৰ ভাবৰ খলকনি তুলিছে। যিগৰাকী মহিলাক মডেল বা আৰ্হি হিচাপে লৈ 'ম'নালিছা' ছবিখন অঁকা হৈছে, তেওঁ আছিল ফ্ৰান্সেস্ক' ডেল গিঅ'কণ্ড' নামৰ ফ্ল'ৰেঞ্চৰ এজন অমাত্যৰ তৃতীয় পত্নী। নাম—ম'নালিছা ডি এণ্টনিঅ' মেৰিয়া ডি নল্ডো ঘেৰাৰডিনি। ফ্ল'ৰেঞ্চৰ অভিজাত সমাজৰ লগত বন্ধুত্ব-সূত্ৰে লিঅ'নাৰ্ড'ৱে এদিন তেওঁক ক'ৰবাত দেখিবলৈ পায় আৰু লগে লগে মহিলাগৰাকীৰ ছবি এখন আঁকিবলৈ তেওঁৰ মনত ইচ্ছা জাগে। কিন্তু কেৱল এখন ধুনীয়া ছবি অঁকাই লিঅ'নাৰ্ড'ৰ উদ্দেশ্য নহয়। ছবিৰ মাজেদি তেওঁ প্ৰকাশ কৰিব খোজে মানৱ-চৰিত্ৰৰ গভীৰ ৰহস্য অথবা কোনো প্ৰতীকী তাৎপৰ্য। 'ম'নালিছা' ছবিখনৰ মাজেদি ফুটি উঠিছে নাৰীৰ চিৰন্তন ৰহস্যময় ৰূপ। বিশেষকৈ ম'নালিছাৰ মুখত যিটো ৰহস্যময় হাঁহি দিয়া হৈছে তাৰ অৰ্থ বিচাৰি পৃথিৱীৰ মানুহে আজি চাৰিশ বছৰ ধৰি হাবাথুৰি খাই ফুৰিছে। সেই মায়াময় হাঁহিয়ে মানুহক শতাব্দীৰ পিছত শতাব্দী ধৰি মন্ত্ৰমুগ্ধ কৰি ৰাখিছে। যিমানদিনলৈকে এই পৃথিৱীত মানুহৰ সভ্যতা-সংস্কৃতি থাকিব, সিমানদিনলৈকে ম'নালিছাৰ মুখৰ সেই ৰহস্যময় হাঁটিটো হৈ ৰ'ব মানুহৰ আনন্দ আৰু বিস্ময়ৰ যুগমীয়া উৎস, মানুহৰ শিল্প-প্ৰতিভাৰ চৰমতম নিদৰ্শন।

'ম'নালিছা' ছবিখনক কেন্দ্ৰ কৰি যি বিশাল সাহিত্য গঢ়ি উঠিছে তাৰে মাত্ৰ দুটা চানেকি ইয়াত দিয়া হ'ল।

ওৱাল্টাৰ পেটাৰ এজন বিখ্যাত কলা-সমালোচক। জাতিত ইংৰাজ। ইংৰাজী ভাষাত লিঅ'নাৰ্ড'-দা-ভিঞ্চি তথা ম'নালিছাৰ বিষয়ে যিমান লেখা ওলাইছে সেইবোৰৰ ভিতৰত ওৱাল্টাৰ পেটাৰে লেখা ৰচনাখনেই অধিক সুপৰিচিত আৰু জনপ্ৰিয়। ম'নালিছাৰ বিষয়ে লিখিবলৈ গৈ তেওঁ এনে তীব্ৰ কবিত্বময় ভাষা ব্যৱহাৰ কৰিছে যে গদ্যত লেখা হ'লেও ৰচনাখনৰ এটা অংশই কবিতাৰ ধৰ্ম অৰ্জন

কৰিছে। বিখ্যাত আইৰিছ কবি উইলিয়াম বাট্‌লাৰ ইয়েট্‌ছে সম্পাদনা আৰু সংকলন কৰা 'অক্সফ'ৰ্ড বুক অব্ ইংলিছ ভাৰ্ছে' নামৰ কবিতা-সংগ্ৰহত ওৱাল্টাৰ পেটাৰৰ ৰচনাখনৰ উক্ত অংশটো কবিতা হিচাপেই স্থান দিয়া হৈছে। ৰচনাখনৰ আচল সৌন্দৰ্য আৰু মহত্ত্ব অনুভৱ কৰিবলৈ হ'লে মূল ইংৰাজীতেই তাক সকলোৱে পঢ়া উচিত। ইয়াত সংক্ষেপে কেৱল এইখিনিকে ক'লেই যথেষ্ট হ'ব যে ওৱাল্টাৰ পেটাৰৰ চকুত ম'নালিছা কেৱল এখন অনিন্দ্য-সুন্দৰ ছবি নহয়; চিত্ৰিত ম'নালিছাৰ মুখত তেওঁ দেখা পাইছে মানুহৰ কেইবা হাজাৰ বছৰৰ আধ্যাত্মিক বাসনা আৰু অভিজ্ঞতাৰ প্ৰকাশ। তেওঁৰ চকুত 'Lady Lisa might stand as the embodiment of the old fancy, the symbol of the modern idea.' আলেকজেণ্ডাৰ লেৰ্নেট-হ'লেনিয়া এজন অষ্ট্ৰিয়ান লেখক। বিংশ শতাব্দীৰ জাৰ্মান সাহিত্যত তেওঁ এটা নতুন ধাৰাৰ সূচনা কৰিছিল বুলি কোৱা হয়। তেওঁৰ এটা বিখ্যাত গল্প হ'ল 'ম'নালিছা'। এই গল্পত আমি সমান্তৰালভাৱে দুটা বস্তু পাওঁ। প্ৰথমতে পাওঁ মানুহৰ কল্পনাৰ ওপৰত ম'নালিছা ছবিখনে পেলোৱা বিস্ময়কৰ প্ৰভাৱৰ বিৱৰণ। দ্বিতীয়তে, ম'নালিছাৰ স্ৰষ্টা লিঅ'নাৰ্ড'-দা-ভিন্সিৰ জীৱন আৰু ব্যক্তিত্বৰ আভাস। গল্প বুলি যদিও কোৱা হৈছে, কিন্তু কাহিনীটোৰ মূল অৱলম্বন হ'ল এটা সত্য ঐতিহাসিক ঘটনা।

১৫০২ খ্ৰীষ্টাব্দত ফ্ৰাঞ্চৰ সম্ৰাট দ্বাদশ লুইয়ে ইটালীৰ মিলান চহৰ দখল কৰিবলৈ এটা সৈন্যবাহিনী পঠালে। এই বাহিনীৰ সেনাপতি আছিল মঁচিয়ে দ লা ট্ৰেমুই। তেওঁৰ এজন তলতীয়া সেনাপতি আছিল ফিলিপ দ বুৰ্গৌভিল নামৰ এজন তেইশ বছৰীয়া ডেকা। শিল্প-ৰসিক ফৰাচী সম্ৰাটে তেওঁৰ সেনাপতিক এই বুলি নিৰ্দেশ দিছিল যে ৰাজ্য-জয় কৰাৰ লগতে তেওঁ যেন সম্ৰাটৰ কাৰণে চিত্ৰ আৰু ভাস্কৰ্য জাতীয় কিছু উৎকৃষ্ট শিল্প-সম্পদ সংগ্ৰহ কৰি আনিবলৈ নাপাহৰে। শিল্প-কলাৰ প্ৰতি ফৰাচী সেনাপতিৰ নিজৰ তেনে কোনো বিশেষ আগ্ৰহ বা অনুৰাগ নাছিল; কিন্তু সম্ৰাটৰ নিৰ্দেশটো তেওঁ সকলো সময়তে মনত ৰাখিছিল। মিলানলৈ যোৱাৰ বাটতে ফ্ল'ৰেঞ্চ চহৰ পৰে। সেনাপতি ট্ৰেমুইয়ে সৈন্য-বাহিনীক গন্তব্য-স্থল অভিমুখে আগবাঢ়ি যাবলৈ নিৰ্দেশ দি নিজে কেইজনমান তলতীয়া সেনাপতিক লগত লৈ ফ্ল'ৰেঞ্চত কেইটামান দিন কটাবলৈ ঠিক কৰিলে।

এই ফ্ল'ৰেঞ্চৰে এজন বিখ্যাত বাসিন্দা হ'ল লিঅ'নাৰ্ড'-দা-ভিন্সি। তেওঁৰ খ্যাতি তেতিয়া দূৰ-দূৰান্তৰলৈকে বিয়পি পৰিছে, কিন্তু সেনাপতি ট্ৰেমুইয়ে কেতিয়াও লিঅ'নাৰ্ড'ৰ নাম শুনি পোৱা নাই। কিন্তু যিহেতু ফৰাচী সম্ৰাটে তেওঁক য'তে পাৰে উৎকৃষ্ট চিত্ৰ আৰু ভাস্কৰ্য সংগ্ৰহ কৰিবলৈ নিৰ্দেশ দিছিল, সেই কাৰণে বন্ধু-বান্ধৱৰ পৰামৰ্শক্ৰমে এদিন তেওঁ লিঅ'নাৰ্ড'ৰ ষ্টুডিঅ' চাবলৈ গ'ল। অন্যান্য পালি সেনাপতিসকলৰ লগতে তেওঁৰ লগত আছিল ফিলিপ্। ট্ৰেমুইৱে লিঅ'নাৰ্ড'ৰ লগত কথা-বাৰ্তা পাতিবলৈ আৰম্ভ কৰাৰ অলপ সময়ৰ ভিতৰতে তেওঁলোক দুয়োৰে মাজত এখন তৰ্ক-যুদ্ধ আৰম্ভ হ'ল। তৰ্ক-যুদ্ধৰ বিষয় আছিল ঃ মাখিৰ ঠেং কেইখন? লিঅ'নাৰ্ড'ৰ মতে মাখিৰ ঠেং চাৰিখন। আনহাতে ফৰাচী সেনাপতিয়ে ক'ব খোজে যে মাখিৰ ঠেং চাৰিখন নহয়, ছখন। কোনেও নিজৰ মত নেৰে। এনেকৈ কিছুসময় তৰ্ক-যুদ্ধ চলাৰ পিছত ফৰাচী সেনাপতিয়ে ক'লে যে বিবাদ মীমাংসা কৰাৰ এটাই মাত্ৰ উপায় আছে, আৰু সেইটো হ'ল মাখি এটা ধৰি তাৰ ঠেংকেইখন গণ্টি কৰি চোৱা। উপস্থিত পালি সেনাপতিসকলৰ ভিতৰত ফিলিপেই আছিল বয়সত আটাইতকৈ সৰু। মাখি এটা ধৰি আনিবলৈ ট্ৰেমুইয়ে ফিলিপক হুকুম দিলে।

ঠিক সেই সময়তে উপস্থিত পালি সেনাপতি এজনৰ কান্ধত মাখি এটা পৰি আছিল। ফিলিপে মাখিটো

ধৰিবলৈ থাপ মাৰোঁতেই সি উৰা মাৰি কোঠাটোৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। এনেকৈ ঘূৰি ফুৰা মাখিটো কোনোবা এপাকত কোঠাটোৰ পিছ ফালে আঁৰি থোৱা এখন পৰ্দাৰ সিপাৰে অদৃশ্য হৈ গ'ল। ফিলিপেও পৰ্দাখন টান মাৰি ফাঁক কৰি মাখিটোৰ পিছ ল'বলৈ ধৰিলে।

ফিলিপ পৰ্দাখনৰ সিপাৰত থিয় হোৱা মাত্ৰকে অকস্মাতে এটা উজ্জ্বল পোহৰ আহি তেওঁৰ চকুত লগাত খন্তেকৰ কাৰণে তেওঁৰ কণা-মুনা লাগি গ'ল। তেওঁৰ ধাৰণা হ'ল যে সি নিশ্চয় একুৰা জুইৰ পোহৰ অথবা হীৰা-মুকুতাৰ চকমকনি। কিন্তু দৃষ্টিশক্তি ঘূৰাই পোৱাৰ পিছত তেওঁ ভালকৈ লক্ষ্য কৰি দেখিলে যে আচলতে সেই পোহৰটো ওলাইছে এখন ছবিৰ পৰা। সেই সময়ত নতুনকৈ আৱিষ্কৃত তেল-ৰঙেৰে অঁকা ছবিখন আছিল এগৰাকী মহিলাৰ। তেওঁ চকুদুটা সামান্য বাওঁফাললৈ ঘূৰাই এনেকৈ চাই আছে যে ফিলিপ থিয় হোৱা ঠাইখিনিৰ পৰা দেখিলে ছবিৰ মহিলাগৰাকীয়ে ঠিক ফিলিপলৈকে চাই থকা যেন লাগে। মহিলাগৰাকীৰ মুখত এটা মোহিনী হাঁহি। কিন্তু মহিলাগৰাকীয়ে কিয় হাঁহিছে আৰু সেই হাঁহিৰ অৰ্থ কি সেই কথা বুজা অসম্ভৱ। তদুপৰি মহিলাগৰাকীৰ মুখত যদিও ওৰণি নাই, কিন্তু তেওঁৰ হাঁহিটো দেখিলে এনেহে ভাব হয় যেন এখন পাতল ওৰণিৰ মাজেদিহে হাঁহিটো দেখা গৈছে। যিটো উজ্জ্বল পোহৰ দেখি ফিলিপৰ চকু কণা-মুনা লাগি গৈছিল সেই পোহৰটো সৃষ্টি কৰিছিল ছবিৰ মহিলাগৰাকীৰ মুখৰ সেই হাঁহিটোৱেই।

মাত্ৰ কেইমুহূৰ্তমানৰ ভিতৰতে লিঅ'নাৰ্ড'-দা-ভিঞ্চিৰ সেই ছবিখনে ফিলিপৰ জীৱনৰ গতি সলনি কৰি দিলে। ছবিখনত চকু পৰিবৰ মুহূৰ্তৰ পৰা সেই ছবিখনেই হৈ উঠিল তেওঁৰ জীৱনৰ একমাত্ৰ ধ্যান-জ্ঞান। কোন জীৱন্ত মহিলাক মডেল অৰ্থাৎ আৰ্হি হিচাপে লৈ ছবিখন অঁকা হৈছে সেই কথা জানিবলৈ তেওঁ উন্মাদ হৈ পৰিল। ফ্ল'ৰেঞ্চৰ মানুহক সুধি-পুছি ফিলিপে জানিব পাৰিলে যে লিঅ'নাৰ্ড'ৰ ছবিৰ মডেল মহিলাগৰাকীৰ নাম ম'নালিছা ডি এন্টনিঅ' মেৰিয়া ডি নল্ডো ঘেৰাৰডিনি, আৰু তেওঁ হ'ল ফ্ৰান্সেস্ক' ডেলগিঅ'কণ্ড' নামৰ ফ্ল'ৰেঞ্চৰ এজন ৰাজ-বিষয়াৰ তৃতীয় পত্নী। কিন্তু লগতে এই কথা জানিও ফিলিপ মৰ্মাহত হ'ল যে তেওঁক মন্ত্ৰমুগ্ধ কৰা সেই মহিলাগৰাকী আৰু ইহ-সংসাৰত নাই; প্ৰায় দুবছৰৰ আগতে ১৫০১ খ্ৰীষ্টাব্দত মহামাৰী প্লেগত তেওঁৰ মৃত্যু হৈছে।

কিন্তু ফিলিপৰ মানসিক অৱস্থা তেতিয়া এনেকুৱা যে যিগৰাকী মহিলাক মডেল হিচাপে লৈ ম'নালিছাৰ ছবিখন অঁকা হৈছে তেওঁ আৰু সঁচাকৈয়ে ইহ সংসাৰত নাই বুলি বিশ্বাস কৰিবলৈ ফিলিপে টান পালে। তেওঁ নিজকে এই বুলি পতিয়ন নিয়ালে যে ম'নালিছাৰ মডেল নিশ্চয় আন কোনোবা এগৰাকী মহিলা, আৰু তেওঁ এতিয়াও জীয়াই আছে। সেই মহিলাগৰাকীক যেনে-তেনে বিচাৰি উলিয়াবলৈ তেওঁ মনতে দৃঢ় সংকল্প ল'লে। কিন্তু তথাপি গোটেই কথাটোৰ বিষয়ে নিশ্চিত হৈ ল'বলৈ তেওঁ আকৌ এবাৰ দা-ভিঞ্চিৰ ঘৰলৈ গ'ল।

এইবাৰো দা-ভিঞ্চিয়ে ফিলিপক নতুনকৈ একো আশা দিব নোৱাৰিলে। তেওঁ ফিলিপক গোটেই ঘটনাটো সবিস্তাৰে ব্যাখ্যা কৰি বুজাই দিলে যে ম'নালিছাৰ সঁচাকৈয়ে কেতিয়াবাই মৃত্যু হৈছে। সেই বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই।

এইবাৰো ফিলিপৰ কাম হ'ল ম'নালিছাৰ সমাধি-স্থল বিচাৰি উলিওৱা। তেওঁ ম'নালিছাৰ সমাধি খান্দি চাব। যদি তাত তেওঁ ম'নালিছাৰ শৱদেহ আৱিষ্কাৰ কৰে, তেন্তে ম'নালিছাৰ মৃত্যু সম্পৰ্কে তেওঁ চিৰকাললৈ নিশ্চিন্ত হ'ব পাৰিব। তদুপৰি দা-ভিঞ্চিৰ ছবিৰ যিখন মুখে তেওঁক উন্মাদ-প্ৰায় কৰি তুলিছে, আন একো নহ'লেও মুখখনৰ শৰীৰী ৰূপটো অন্ততঃ তেওঁ নিজৰ চকুৰে দেখিবলৈ পাব! আৰু যদি সমাধিত ম'নালিছাৰ শৱদেহ নাই...

অশেষ চেষ্টাৰ মূৰত তেওঁ ম'নালিছাক সমাধিস্থ কৰা গীৰ্জাঘৰটো বিচাৰি উলিয়ালে। সমাধি খান্দিবলৈ তেওঁ লগত দুটা মানুহ লৈ গৈছিল। সেই সময়ত ইউৰোপত এনেকুৱা সিন্ধি-খনা চোৰৰ অভাৱ নাছিল। সিহঁতৰ হতুৱাই ম'নালিছাৰ সমাধি খন্দুৱাই ফিলিপে সবিস্ময়ে আৱিষ্কাৰ কৰিলে যে য'ত ম'নালিছাৰ শৱদেহ থকাৰ কথা আছিল তাত আচলতে একো নাই! সমাধি শূন্য! এই কথাৰ অৰ্থ কি? ফিলিপৰ মনত কোনো সন্দেহ বাকী নৰ'ল যে ম'নালিছা এতিয়াও জীয়াই আছে আৰু কিবা বিশেষ উদ্দেশ্যত তেওঁক ক'ৰবাত লুকুৱাই ৰখা হৈছে। কেৱল মানুহক বিভ্ৰান্ত কৰিবলৈ এটা শৱ-শূন্য সমাধিৰ ওপৰত ম'নালিছাৰ নামটো লিখি থোৱা হৈছে। এনেকুৱাও হ'ব পাৰে যে ছেৰ ফ্ৰান্সেস্ক' অৰ্থাৎ ম'নালিছাৰ গিৰিয়েকে তেওঁৰ পত্নীৰ চৰিত্ৰত সন্দেহ কৰি তেওঁক নিৰ্জন পোতাশালত বন্দী কৰি ৰাখি তেওঁৰ ওপৰত নানা অকথ্য অত্যাচাৰ কৰিছে! ফিলিপে সেই মুহূৰ্ততে প্ৰতিজ্ঞা কৰিলে যে তেওঁ যেনে-তেনে ম'নালিছাক বন্দীশালৰ পৰা মুক্ত কৰিবই কৰিব।

ইয়াৰ দিনদিয়েকৰ পিছতে ফিলিপে তেওঁৰ কেইজনমান বন্ধু সামৰিক বিষয়া আৰু সৈন্য লগত লৈ ছেৰ ফ্ৰান্সেস্ক'ৰ ঘৰলৈ গ'ল। উদ্দেশ্য—বন্দীদশাৰ পৰা ম'নালিছাক মুক্ত কৰা। তাত ম'নালিছাৰ স্বামী ফ্ৰান্সেস্ক'ৰ লগত ফিলিপৰ বহুত সময় তৰ্ক-বিতৰ্ক হ'ল। ফিলিপে অভিযোগ কৰিলে যে ম'নালিছাৰ মৃত্যু হোৱা বুলি ফ্ৰান্সেস্ক'ই মিছাকৈয়ে প্ৰচাৰ কৰিছে, কাৰণ যিটো সমাধিত ম'নালিছাৰ শৱদেহ থকাৰ কথা, তাত সেই শৱদেহ নাই। তাৰ একমাত্ৰ অৰ্থ এয়েই হ'ব পাৰে যে ম'নালিছা এতিয়াও জীয়াই আছে আৰু ফ্ৰান্সেস্ক'ই তেওঁক বন্দী কৰি ৰাখিছে। ফিলিপে এতিয়া দৰকাৰ হ'লে অস্ত্ৰ প্ৰয়োগ কৰি হ'লেও ম'নালিছাক উদ্ধাৰ কৰিব। ফিলিপৰ অভিযোগ শুনি ফ্ৰান্সেস্ক' হতভম্ব হ'ল, তাৰ পিছত কোনোবা এপাকত তেওঁ ফিলিপ আৰু তেওঁৰ লগৰীয়াসকলক ঠেলা মাৰি একাষৰীয়া কৰি দি আলিবাটৰ ফালে দৌৰ মাৰিলে।

ফিলিপ আৰু তেওঁৰ লগৰীয়াসকলে ম'নালিছাক বিচাৰি ফ্ৰান্সেস্ক'ৰ প্ৰাসাদ লণ্ড-ভণ্ড কৰিবলৈ ধৰিলে। ম'নালিছা বুলি ভাবি দুজনী শুই থকা লিগিৰীকে তেওঁলোকে বিছনাৰ পৰা চোঁচোৰাই আনিলে; কিন্তু তেওঁলোকৰ ভুল ভাগিবলৈ বেছি সময় নালাগিল। এনেতে ফ্ৰান্সেস্ক'ৱে ফ্ল'ৰেঞ্চৰ কেইজনমান সশস্ত্ৰ ডা-ডাঙৰীয়াক লগত লৈ নিজৰ প্ৰাসাদলৈ ঘূৰি আহিল। তেওঁলোকে ফিলিপ আৰু তেওঁৰ ফৰাচী সৈন্যকেইজনক এনে শিশুপাল-খেদা দিলে যে তেওঁলোকে প্ৰাণ-কাতৰে দৌৰি পলাবলৈ বাধ্য হ'ল। ফ্ল'ৰেঞ্চৰ অধিবাসীসকলে নিজ নিজ ঘৰৰ পৰা আলিবাটলৈ ওলাই আহি ফৰাচী সৈন্যসকলৰ মূৰৰ ওপৰত শিলাবৃষ্টি কৰিবলৈ ধৰিলে।

কিন্তু ফিলিপ ইমানতে সেও মনা ভকত নহয়। ম'নালিছাৰ চিন্তাই তেওঁৰ চেতনাক এনেভাৱে আচ্ছন্ন কৰি ৰাখিছিল যে তেওঁৰ হিতাহিত-জ্ঞান প্ৰায় বিলুপ্ত হৈছিল। তেওঁ খবৰ লৈ জানিব পাৰিলে যে ফ্ল'ৰেঞ্চৰ প্ৰাসাদটোৰ উপৰি গাঁৱত ফ্ৰান্সেস্ক'ৰ আৰু দুটা ঘৰ আছে। সেই দুটা ঘৰৰ যিকোনো এটাতে ম'নালিছাক লুকুৱাই ৰখা অসম্ভৱ নহয়। বিপদ-বিঘিনিৰ ভয় তুচ্ছ কৰি তেওঁ সেই দুটা ঘৰতো ম'নালিছাক পিতপিত কৰি বিচাৰিবলৈ ধৰিলে। কিন্তু আগৰবাৰৰ দৰেই এইবাৰো তেওঁ হতাশ হ'ব লগা হ'ল। ম'নালিছাৰ নিষ্ফল সন্ধানত গোটেই দিনটো এনেকৈ অতিবাহিত কৰি সন্ধিয়া পৰত তেওঁ আকৌ এবাৰ ফ্ৰান্সেস্ক'ৰ ফ্ল'ৰেঞ্চৰ বাসগৃহলৈ ঢাপলি মেলিলে। উদ্দেশ্য—আকৌ এবাৰ ফ্ৰান্সেস্ক'ৰ মুখামুখি হোৱা। ফ্ৰান্সেস্ক'ৰ ঘৰৰ পদুলি-মুখ পাই তেওঁ ঘোঁৰাৰ পৰা নামিছে মাত্ৰ, এনেতে, তেওঁ দেখিবলৈ পালে যে এজন ডাঙৰীয়া শ্ৰেণীৰ ডেকা মানুহে দুজন লিগিৰা লগত লৈ ফ্ৰান্সেস্ক'ৰ ঘৰত

সোমাবলৈ ধৰিছে। তেওঁক দেখিয়ে ফিলিপে পদুলি-মুখৰ পৰাই চিঞৰ মাৰিলে—'হেৰি ডাঙৰীয়া, শুনকচোন আপুনি ছেৰ ফ্ৰান্সেস্ক' ডেল গিঅ'কণ্ড'ক চিনি পায় নেকি? যদি পায়, তেন্তে মই আপোনাৰ পৰা তেওঁৰ বিষয়ে দুটামান কথা জানিব বিচাৰিছোঁ।'

ইয়াৰ পাছত স্বাভাৱিকতেই দুয়োজনৰ মাজত কিছু কথা-বাৰ্তা হ'ল আৰু ইজনে সিজনক নিজৰ পৰিচয় দিব লগা হ'ল। কিন্তু ফ্ৰান্সেস্ক'ৰ ঘৰলৈ ফুৰিবলৈ অহা মানুহজনে যেই ক'লে যে তেওঁৰ নাম আমেৰিগো কাপ্পনি, ফিলিপৰ তৎক্ষণাৎ মনত পৰি গ'ল যে সেই নামটো তেওঁ আগতেও ক'ৰবাত শুনিছিল। ক'ত শুনিছিল? ক'ত শুনিছিল? অৱশেষত তেওঁৰ মনত পৰিল। লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে এদিন ফিলিপৰ জেৰাৰ উত্তৰত কৈছিল যে ফ্ৰান্সেস্ক'ৰ পত্নী ম'নালিছা বোধহয় গোপনে কাপ্পনিৰ প্ৰতি আসক্তা আছিল। কথাষাৰ মনত পৰাৰ লগে লগে ফিলিপে চিঞৰি উঠিল—'তোমাৰ ইমান স্পৰ্ধা? তুমি যিটো মানুহে ফ্ৰান্সেস্ক'ৰ প্ৰতি চৰম বিশ্বাসঘাতকতা কৰিছা, সেই একেটা মানুহেই বন্ধুৰ বেশত ফ্ৰান্সেস্ক'ৰ ঘৰলৈ ফুৰিবলৈ আহিছা? আজি তোমাক মই শুদাই নেৰিছোঁ। আহাঁ, তুমি এতিয়া মোৰ লগত যুদ্ধ কৰিব লাগিব।'

ফিলিপৰ আচহুৱা আচৰণ দেখি কথা-বাৰ্তা শুনি কাপ্পানিৰ মনত দৃঢ় ধাৰণা হ'ল যে মানুহটো নিশ্চয় পাগল। নহ'লে নো লোকৰ ঘৰলৈ আহি অচিনাকি মানুহ এজনৰ লগত এনেকৈ ফেপেৰি পাতি লয়নে? তেওঁ ফিলিপৰ কথাত বিশেষ গুৰুত্ব নিদি ঘৰৰ ভিতৰলৈ সোমাবলৈ চেষ্টা কৰিলে। কিন্তু ফিলিপে তেওঁৰ বাট ভেটি ধৰি তৰ্জন-গৰ্জন কৰি কাপ্পনিক দ্বন্দ্ব-যুদ্ধলৈ আহ্বান কৰিবলৈ ধৰিলে। অৱশেষত কাপ্পনিৰ ধৈৰ্যচ্যুতি ঘটিল। ফিলিপক গঁতা মাৰি বাহিৰ কৰি দিবলৈ তেওঁ নিজৰ অনুচৰবোৰক হুকুম দিলে। প্ৰভুৰ হুকুম পাই অনুচৰবোৰ ফিলিপৰ ওপৰত জঁপিয়াই পৰিল। তাকে দেখি ফিলিপৰ অনুচৰবোৰেও সিহঁতৰ প্ৰভুক ৰক্ষা কৰিবলৈ বুলি ইটালীয়ানবোৰৰ লগত দবৰা-দবৰি কৰিবলৈ আৰম্ভ কৰি দিলে। দুই পক্ষৰ মাজত ভীষণ যুঁজ-বাগৰ হ'বলৈ ধৰিলে। অৱশেষত ঘটনাই এনেকুৱা ৰূপ ল'লে যে কাপ্পনিয়ে নিজেও খাপৰ পৰা তৰোৱাল উলিয়াই ল'বলৈ বাধ্য হ'ল। কিন্তু তেওঁ আৰু সেই তৰোৱাল ব্যৱহাৰ কৰিবলৈ সুযোগ নাপালে। ফিলিপৰ এজন অনুচৰে পিছফালৰ পৰা তেওঁক হঠাৎ এনেকৈ আক্ৰমণ কৰিলে যে কাপ্পনিয়ে নিজৰ তৰোৱালৰ ওপৰতে হামখুৰি খাই পৰিল আৰু থিতাতে তেওঁৰ মৃত্যু হ'ল।

এই ঘটনা ফৰাচীসকলৰ কাৰণে ডাঙৰ বিপদৰ কাৰণ হৈ উঠিল, কাৰণ ওপৰতেই কৈ অহা হৈছে যে তেওঁলোক ফ্ল'ৰেঞ্চত কেইদিনমানৰ কাৰণে আলহী হৈহে আহিছিল। ফিলিপৰ উন্মাদ-সদৃশ আচৰণেই ইতিমধ্যেই ফ্ল'ৰেঞ্চৰ অধিবাসীসকলক ফৰাচীসকলৰ বিৰুদ্ধে বিদ্ৰোহী কৰি তুলিছিল। এতিয়া ফিলিপৰ হাতত ফ্ল'ৰেঞ্চৰ এজন নেতৃস্থানীয় ডাঙৰীয়াৰ শোকাবহ মৃত্যু হোৱাত ফ্ল'ৰেঞ্চৰ মানুহ খণ্ডত টিঙিৰি-তুলা হৈ উঠিল। তেওঁলোকে জাকে জাকে আহি ফৰাচী ছাউনী ঘেৰি ধৰি প্ৰতিশোধ দাবী কৰিবলৈ ধৰিলে। ফৰাচী সেনাপতি মছিয়ে দ লা ত্ৰেমুইয়ে অৱশেষত বুজি পালে যে যিকোনো উপায়েৰে ইটালীয়ানসকলক সন্তুষ্ট কৰিব নোৱাৰিলে তেওঁৰ পক্ষে প্ৰাণ লৈ ফ্ল'ৰেঞ্চ ত্যাগ কৰিব পৰাটো অসম্ভৱ। তেওঁ ফিলিপৰ প্ৰাণদণ্ডৰ আদেশ দিলে।

লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে আঁকা 'ম'নালিছা' ছবিখনৰ এনেকুৱাই মহিমা আছিল যে মৃত্যুৰ দুৱাৰ-ডলিত ভৰি দিও ফিলিপে ম'নালিছাৰ মৃত্যু হোৱা নাই বুলিয়েই বিশ্বাস কৰি থাকিল। মৰাৰ আগতে তেওঁ শেষবাৰলৈ ম'নালিছাক চাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। কিন্তু ম'নালিছা তো সঁচাকৈয়ে কাহানিবাই মৰিছে;

তেওঁ ফিলিপক দেখা দিবলৈ কেনেকৈ আহিব? কিন্তু ম'নালিছা নাহিলেও ফিলিপক শেষ দেখা দিবলৈ বেলেগ এজন মানুহ আহিল। তেওঁ হ'ল লিঅ'নার্ড'-দা-ভিঞ্চি।

মৃত্যুপথযাত্রী ফিলিপৰ সন্মুখত থিয় হৈ লিঅ'নার্ড'ই শান্তভাৱে ঘোষণা কৰিলে যে ম'নালিছা এতিয়াও জীয়াই আছে বুলি ভাবি থকাটো ফিলিপৰ পক্ষে উচিত হোৱা নাই, কাৰণ ম'নালিছা সঁচাকৈয়ে ইহ সংসাৰত নাই। লিঅ'নার্ড'ৰ কথা শুনি ফিলিপে কিছু সময় দাঁত কামুৰি নীৰৱ হৈ ৰ'ল। তাৰ পিছত তেওঁ দীঘল হুমুনিয়াহ এটা পেলাই ক'লে—'অৱশেষত মই পতিয়ন গ'লো যে ম'নালিছা এতিয়া সঁচাকৈয়ে পৰলোকৰ অধিবাসিনী। কাৰণ কোনো মানুহেই মৃত্যুদণ্ডত দণ্ডিত মানুহ এজনক মিছা কথা নকয়। যি হ'ল ভালেই হ'ল, কাৰণ যিখন পৃথিৱীত ম'নালিছা নাই সেইখন পৃথিৱীত জীয়াই থাকিবলৈ মোৰ অকণো ইচ্ছা নাই। এতিয়া মোৰ কাৰণে মৰণেই ভাল, কাৰণ মৰাৰ লগে লগেই মই সিপুৰীত ম'নালিছাক দেখিবলৈ পাম।'

ফিলিপৰ কথা শুনি লিঅ'নার্ড'ই ক'লে—'ডাঙৰীয়া, মৃত্যুক সকলোৱেই ভয় কৰে, যদিও মই ভাবোঁ যে সেই ভয় অতিৰঞ্জিত। সি যি কি নহওক, খন্তেক পিছতেই আপুনি মৃত্যু-বৰণ কৰিব। এনে অৱস্থাত মৃত্যুৰ পিছত আপুনি যি আনন্দ আৰু সৌভাগ্যৰ অভিজ্ঞতা লাভ কৰিব বুলি বিশ্বাস কৰি আছে সেই বিশ্বাসৰ পৰা আপোনাক বঞ্চিত কৰাটো মোৰ পক্ষে উচিত নহয়। বহুত মানুহে বিশ্বাস কৰে যে তেওঁলোকৰ মৃত্যুৰ পিছত স্বৰ্গলৈ গৈ প্ৰথমবাৰৰ কাৰণে মনৰ হেঁপাহেৰে এনেকুৱা সুখ আৰু বিলাস-ব্যসন উপভোগ কৰিবলৈ পাব—যিবোৰ সুখ আৰু বিলাস-ব্যসন সাধাৰণতে পৃথিৱীত থাকে বুলিহে ভবা হয়। আপুনি নিজেও ঠিক এনেকুৱা এটা আনন্দ অৰ্থাৎ ৰমণীৰ ৰূপভোগ কৰিবলৈ হাবাথুৰি খায়েই নিজৰ জীৱনটো ধ্বংস কৰিলে। আমি দুয়ো অভিজাত শ্ৰেণীৰ মানুহ। সেই কাৰণে এজন বন্ধু হিচাপে আপোনাক মই এটা কথা খোলাখুলিকৈ ক'ব খোজোঁ। মই আপোনাক ক'ব খোজোঁ যে যিটো বস্তু আপুনি ইহ জীৱনত নাপালে, সেইটো বস্তু আপুনি মৃত্যুৰ সিপাৰত পাবলৈ কেতিয়াও আশা কৰিব নোৱাৰে। জীৱনৰ অন্তিম মুহূৰ্তত উপনীত হৈ আপুনি মোৰ মুখত এনে ধৰ্ম-বিৰুদ্ধ কথা শুনি বেয়া পালেও তাৰ কাৰণে মোৰ আক্ষেপ কৰিবলৈ একো নাই। স্বৰ্গ আৰু নৰকৰ অস্তিত্ব মানুহৰ এটা উদ্ভট কল্পনা। ঘাইকৈ ভীৰু প্ৰকৃতিৰ মানুহেই স্বৰ্গ আৰু নৰকৰ অস্তিত্বত বিশ্বাস কৰে। আৰু বিশ্বাস কৰে মৃত্যুৰ দুৱাৰ-ডলিত আহি উপনীত হোৱা মানুহে। মোৰ কিন্তু স্বৰ্গ আৰু নৰকৰ কথা শুনিলে হাঁহিহে উঠে। আমি মৃত্যুৰ পিছত স্বৰ্গসুখ লাভ কৰিম বা অবৰ্ণনীয় ইন্দ্ৰিয়-সুখ লাভ কৰিম—এনেকুৱা অলীক বিশ্বাসৰ পৰা আমি জীয়াই থাকিবলৈ প্ৰেৰণা বিচৰা উচিত নহয়। সত্য আৰু সৌন্দৰ্যৰ মাজত আমি যি আনন্দ অনুভৱ কৰোঁ, একমাত্ৰ সেইটো বস্তুৱেই আমাক শক্তি যোগোৱা উচিত। আমি শক্তি আহৰণ কৰা উচিত সন্মান আৰু নৈতিকতাৰ মাজত অনুভৱ কৰা আনন্দৰ পৰাও।'

## পাঁচ

নৱ-জাগৰণৰ যুগ তথা আধুনিক যুগৰ মৰ্ম-বাণী আছিল এইটোৱেই ঃ কল্পিত পৰকালৰ পৰা আমি আমাৰ দৃষ্টি ঘূৰাই আনিব লাগিব এই বাস্তৱ মাটিৰ পৃথিৱীলৈ; আমাৰ পাৰ্থিৱ জীৱনটোক অসাৰ আৰু অনিত্য বুলি ভাবি তাক অৱহেলা কৰাৰ পৰিৱৰ্তে আমি আমাৰ সমস্ত শক্তি আৰু সময় নিয়োগ কৰিব লাগিব মানুহৰ পাৰ্থিৱ অস্তিত্বৰ পৰিপূৰ্ণতম বিকাশৰ কাৰণে। ভাৰতীয় সভ্যতাৰ স্বৰ্ণযুগত ৰামায়ণৰ শ্ৰীৰামচন্দ্ৰয়ো দৃপ্ত কণ্ঠেৰে ঘোষণা কৰিছিল ঃ 'এই পৃথিৱীয়েই হ'ল আমাৰ আচল কৰ্মভূমি।' ঠিক তাৰেই যেন প্ৰতিধ্বনি শুনা গ'ল নৱ-জাগৰণৰ যুগৰ ইউৰোপৰ মানুহৰ কণ্ঠত।

নৱ-জাগৰণৰ যুগৰ মানুহৰ এই নতুন বিশ্ব-বীক্ষা তথা জীৱন-বোধৰ আচল তাৎপৰ্য বুজিবলৈ হ'লে আমি উলটি চাব লাগিব ইউৰোপৰ ইতিহাসৰ তাৰ পূৰ্ববৰ্তী প্ৰায় এহেজাৰটা বছৰলৈ। এই এহেজাৰটা বছৰ (৫০০ খ্ৰীঃ—১৪৫০ খ্ৰীঃলৈ) ইউৰোপৰ ইতিহাসত 'মধ্যযুগ' নামে পৰিচিত।

মধ্যযুগৰ ইউৰোপত যে মানুহৰ মনুষ্যত্ব-বিকাশৰ সাধনা একেবাৰেই নহৈছিল বা জ্ঞান-চৰ্চাৰ ক্ষেত্ৰত উল্লেখযোগ্য কাম একোৱেই হোৱা নাছিল সেই কথা নহয়। কিন্তু সাধাৰণভাৱে মধ্যযুগৰ বৈশিষ্ট্য আছিল ইহকালতকৈ পৰকালৰ প্ৰতি আৰু যুক্তিবাদ তথা মুক্ত বিচাৰ-বুদ্ধিতকৈ অন্ধবিশ্বাস আৰু ধৰ্মৰ প্ৰতি মানুহৰ আসক্তিৰ প্ৰাবল্য। মধ্যযুগত ধৰ্মৰ প্ৰভাৱ ইমান সুগভীৰ আৰু সৰ্বব্যাপী আছিল যে জন্মৰ পৰা মৃত্যুলৈকে মানুহৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত নিয়ন্ত্ৰিত হৈছিল শাস্ত্ৰীয় অনুশাসনৰ দ্বাৰা। তাৰ ফল কি হৈছিল—খুব কম কথাতে তাৰ এটা সুস্পষ্ট আৰু উজ্জ্বল বৰ্ণনা আমি পাওঁ হেণ্ড্ৰিক ৱিলেম ভান লুন নামৰ এজন ঐতিহাসিকে লেখা তলৰ কথাখিনিত ঃ—

প্ৰথমেই আমি এটা কথা মনত ৰাখিব লাগিব যে মধ্যযুগৰ মানুহে কেতিয়াও নিজকে স্বাধীন হৈ জন্ম গ্ৰহণ কৰা নাগৰিক বুলি ভাবিব নোৱাৰিছিল। তেওঁলোকে এই কথাও ভাবিব নোৱাৰিছিল যে নিজৰ ইচ্ছানুযায়ী য'লৈকে ত'লৈকে যাবলৈ কিংবা নিজৰ সামৰ্থ্য বা শক্তি বা অদৃষ্ট অনুযায়ী নিজৰ ভাগ্যক গঢ় দিবলৈ তেওঁলোকৰ অধিকাৰ আছে। বৰং তেওঁলোকে এই বুলিহে ভাবিছিল যে যি সাধাৰণ ব্যৱস্থাই সম্ৰাট আৰু ভূমিদাস, ধৰ্মগুৰু আৰু অধৰ্মী, বীৰ আৰু অত্যাচাৰী, ধনী আৰু দৰিদ্ৰ, ভিক্ষাৰী আৰু চোৰ— এই সকলোকে সামৰি ৰাখিছে, সেই সাধাৰণ ব্যৱস্থাৰে তেওঁলোকো এটা অংশ মাত্ৰ। এই ঐশ্বৰিক অধ্যাদেশ তেওঁলোকে নতশিৰে মানি লৈছিল আৰু সেই বিষয়ে কোনো প্ৰশ্ন নকৰিছিল। এইটোৱেই হ'ল আধুনিক মানুহৰ লগত তেওঁলোকৰ প্ৰধান পাৰ্থক্য। আধুনিক মানুহে বিনা প্ৰশ্নে একো কথাকেই মানি নলয় আৰু তেওঁলোকে নিজৰ আৰ্থিক আৰু ৰাজনৈতিক পৰিস্থিতি উন্নত কৰিবলৈ অবিৰামভাৱে চেষ্টা কৰি থাকে।

'তেৰ শতিকাৰ ইউৰোপীয় নৰ-নাৰীৰ কাৰণে পৰকালৰ তথা বিস্ময়কৰ আনন্দৰে পৰিপূৰ্ণ স্বৰ্গ আৰু অবৰ্ণনীয় যন্ত্ৰণাৰে পৰিপূৰ্ণ নৰক কেৱল অৰ্থহীন শব্দ বা অস্পষ্ট ধৰ্মতাত্ত্বিক উক্তি মাত্ৰ নাছিল। তেওঁলোকৰ কাৰণে ই আছিল এটা বাস্তৱ সত্য। মধ্যযুগৰ মানুহৰ জীৱনৰ বেছিভাগ সময় অতিবাহিত হৈছিল পৰকালৰ কাৰণে প্ৰস্তুতিৰ কামতেই। প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলে এটা সুযাপিত জীৱনৰ অন্তত মহৎ মৃত্যুক যি স্থিৰ প্ৰশান্তিৰে গ্ৰহণ কৰে, আমি আধুনিক মানুহেও মৃত্যুক ঠিক তেনেভাৱেই গ্ৰহণ কৰোঁ। তিনি কুৰি বছৰৰ পৰিশ্ৰম আৰু সাধনাৰ অন্তত আমি এই শান্ত প্ৰত্যয় লৈ টোপনিৰ কোলাত ঢলি পৰোঁ যে ইয়াৰ পিছত যি হ'ব লগা আছে সেই সকলো ভালৰ কাৰণেই হ'ব। কিন্তু মধ্যযুগত বিকট-দৰ্শন

লাওখোলা আৰু টিং টিং শব্দ কৰি থকা হাড়েৰে সৈতে আতংকৰ সম্ৰাটসকল আছিল মানুহৰ নিত্য-সহচৰ। ৰাতিপুৱা সিহঁতে মানুহক টোপনিৰ পৰা জগাইছিল সিহঁতৰ ঘেঁঘেঁৰীয়া একতাৰাত বীভৎস সুৰ বজাই; সিহঁত উপস্থিত আছিল মানুহে খাবলৈ বহাৰ সময়ত; কোনোবাই এজনী ছোৱালী লগত লৈ ফুৰিবলৈ যোৱা দেখিলে সিহঁতে গছৰ আঁৰৰ পৰা মূৰ দুপিয়াই হাঁহি মাৰিছিল। ল'ৰালি কালত তুমি যদি গ্ৰিম আৰু এণ্ডাৰছনৰ সাধুকথা শুনাৰ পৰিবৰ্তে সকলো সময়তে কেৱল মৰিশালি আৰু কফিন আৰু ভয়ংকৰ ৰোগ-ব্যাধিৰ লোমহৰ্ষক গল্পই শুনি থাকিব লগা হয়, তেন্তে তোমাৰো জীৱনৰ আটাইবোৰ দিন অন্তিম প্ৰহৰ আৰু ভয়ংকৰ শেষ বিচাৰৰ দিনৰ আতংকতেই অতিবাহিত হ'বলৈ বাধ্য। ঠিক এইটোৱেই ঘটিছিল মধ্যযুগৰ ল'ৰা-ছোৱালীবোৰৰ ক্ষেত্ৰত। তেওঁলোকে বিচৰণ কৰিছিল ভূত-প্ৰেতেৰে পৰিপূৰ্ণ এখন জগতত; সেইখন জগতত কাচিৎহে দুই-এজন দেৱদূতক দেখিবলৈ পোৱা গৈছিল। ভৱিষ্যতৰ ভয়ে কেতিয়াবা হয়তো নম্ৰতা আৰু ধৰ্মভাবেৰে তেওঁলোকৰ আত্মা পৰিপূৰ্ণ কৰি তুলিছিল; কিন্তু বেছিভাগ সময়তে তাৰ ফল হৈছিল বিপৰীত। ভৱিষ্যতৰ ভয়ে তেওঁলোকক কৰি তুলিছিল নিষ্ঠুৰ আৰু আৱেগ-প্ৰৱণ। কোনো এখন নগৰ অধিকাৰ কৰাৰ ঠিক পাছতে তেওঁলোকে সৰ্বপ্ৰথমে আটাইবোৰ তিৰোতা আৰু ল'ৰা-ছোৱালীক হত্যা কৰিছিল; তাৰ পাছত যিকোনো এখন পবিত্ৰ স্থানলৈ গৈ তেওঁলোকে নিৰপৰাধ মানুহৰ তেজেৰে ৰাঙলী হাত দুখন যোৰ কৰি ঈশ্বৰৰ ওচৰত ক্ষমা বিচাৰি প্ৰাৰ্থনা কৰিছিল। অনুতাপত তেওঁলোকে হিয়া ধাকুৰিয়াই কান্দিছিল। কিন্তু সেয়া মাত্ৰ এদিনৰ কাৰণেহে। পাছদিনাই কিন্তু হৃদয়ত এক বিন্দু কৰুণা অনুভৱ নকৰাকৈ তেওঁলোকে শত্ৰু-শিবিৰ আক্ৰমণ কৰি নিৰ্বিচাৰে সকলো মানুহকে কচু-কটা দিছিল।'

শতাব্দীৰ পিছত শতাব্দী ধৰি এয়েই আছিল মধ্যযুগৰ মানুহৰ জীৱন। ধৰ্মই মানুহক যি সদাচাৰ, কৰুণা আৰু নৈতিকতাৰ শিক্ষা দিয়ে, সেইবোৰ শিক্ষাতকৈ সাধাৰণ মানুহৰ জীৱনত ডাঙৰ হৈ দেখা দিছিল পৰকালৰ ভয়, অনন্ত নৰকৰ ভয়, ভূত-প্ৰেত আৰু চয়তানৰ ভয়। গীৰ্জাই মানুহক এই শিক্ষা দিছিল যে বিশ্ব-জগত আৰু মানৱ-জীৱন সম্পৰ্কীয় সকলো প্ৰশ্নৰ উত্তৰ বিচাৰিব লাগিব ধৰ্মশাস্ত্ৰৰ মাজত। কোনোবাই স্বাধীনভাৱে চিন্তা কৰিবলৈ চেষ্টা কৰিলেই তেওঁৰ আৰু ৰক্ষা নাছিল; তেওঁৰ কাৰণে অৱধাৰিতভাৱে অপেক্ষা কৰি আছিল ভয়ংকৰ যন্ত্ৰণাময় শাস্তি। ধৰ্মশাস্ত্ৰই যদি কৈছে যে পৃথিৱী একেঠাইতে স্থিৰ হৈ ৰৈ আছে আৰু সূৰ্যইহে পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰিছে, তেন্তে সেই সম্পৰ্কে এইটোৱেই শেষ সত্য। সেই বিষয়ে নতুনকৈ প্ৰশ্ন কৰিবলৈ কাৰো অধিকাৰ নাই। ধৰ্মশাস্ত্ৰই যদি কৈছে যে পাপৰ শাস্তি স্বৰূপেই মানুহে ৰোগ-ব্যাধিৰ কবলত পৰে, তাৰ বাহিৰে ৰোগ-ব্যাধিৰ আন কোনো বৈজ্ঞানিক কাৰণ নাই, তেন্তে ধৰ্ম-শাস্ত্ৰই কোৱা কথাৰ বাহিৰে ৰোগ-ব্যাধিৰ আন কাৰণ অনুসন্ধান কৰিবলৈ মানুহৰ কোনো অধিকাৰ নাই। ঠিক এই ভাবেই শতাব্দীৰ পিছত শতাব্দী ধৰি মানুহৰ সকলো প্ৰশ্নক স্তব্ধ কৰি দিয়া হৈছিল—যাৰ ফলত জ্ঞান-বিজ্ঞানৰ বিকাশৰ সকলো পথেই হৈ গৈছিল ৰুদ্ধ। মানুহক গীৰ্জাৰ বশ কৰি ৰাখিবলৈ ধৰ্মগুৰুসকলে নানা ভীতি-প্ৰদৰ্শনৰ আশ্ৰয় লৈছিল। জীয়াই জীয়াই জুইত পুৰি মৰাৰ নিচিনা দৈহিক শাস্তিৰ ভয় তো আছিলেই; লগতে আছিল অনন্ত নৰকৰ ভয়। প্ৰাৰ্থনাৰ সময়ত গীৰ্জাত দিয়া ধৰ্মোপদেশসমূহত মানুহক আধ্যাত্মিক চেতনাৰে উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰাৰ পৰিবৰ্তে বেছিভাগ সময়তে চেষ্টা কৰা হৈছিল নৰকৰ বীভৎস বৰ্ণনাৰে মানুহক ভীতিগ্ৰস্ত কৰি তুলিবলৈ। অধৰ্মী পাপীক নৰকত কিভাৱে শাস্তি দিয়া হয় তাৰ জীৱন্ত চিত্ৰ গীৰ্জাৰ বেৰত দেখি দেখি মানুহে এক মুহূৰ্তৰ কাৰণেও নৰকৰ কথা পাহৰি থাকিব পৰা নাছিল। ফলত মধ্যযুগৰ মানুহৰ চেতনাত জীৱনতকৈ মৃত্যু আৰু ইহকালতকৈ পৰকালৰ চিন্তাই আছিল বেছি প্ৰবল।

## ছয়

ওপৰত কোৱা হৈছে যে কেৱল ধৰ্মশাস্ত্ৰৰ ওপৰত একান্ত নিৰ্ভৰশীলতাই ইউৰোপীয় মানসক বহু শতাব্দী ধৰি অজ্ঞতা আৰু অন্ধবিশ্বাসৰ কাৰাগাৰত বন্দী কৰি ৰাখিছিল। কিন্তু বাৰ শতিকাৰ পৰা ইউৰোপৰ চিন্তাৰ ইতিহাসত আৰু এটা নতুন ঘটনা ঘটিল। সেই সময়ৰ পৰাই ইউৰোপত জ্ঞানৰ আকৰ-গ্ৰন্থ হিচাপে বাইবেলৰ বাহিৰেও এজন গ্ৰীক দাৰ্শনিকৰ ৰচনা নতুনকৈ যোগ হ'ল। সেই দাৰ্শনিকজনৰ নাম হ'ল এৰিষ্ট'ট্‌ল্। কিন্তু আচৰিত কথা এয়েহে যে যি এৰিষ্ট'ট্‌লক ইতিহাসৰ সৰ্বকালৰ এজন সৰ্বশ্ৰেষ্ঠ বিজ্ঞানী বুলি গণ্য কৰা হয়, সেই এৰিষ্ট'ট্‌লৰ প্ৰভাৱো কিন্তু এই কালছোৱাত জ্ঞানৰ বিকাশৰ ক্ষেত্ৰত সহায়ক নহৈ বহু পৰিমাণে ক্ষতিকাৰকহে হ'ল। বৰং কোৱা হয় যে জ্ঞান-সাম্ৰাজ্যৰ সম্ৰাট হিচাপে এৰিষ্ট'ট্‌লক সিংহাসন-চ্যুত কৰাৰ পিছৰ পৰাহে আধুনিক জ্ঞান-চৰ্চাৰ পথ সুগম হ'ল আৰু লগতে আধুনিক যুগৰ সূচনা হ'ল। সি যি কি নহওক, এৰিষ্ট'ট্‌লৰ বিষয়ে দুই-চাৰিটা কথা প্ৰত্যেক শিক্ষিত মানুহেই জনা উচিত, কাৰণ এৰিষ্ট'ট্‌লৰ নাম নুশুনা কোনো মানুহকেই প্ৰকৃত অৰ্থত শিক্ষিত বুলি ক'ব নোৱাৰি।

## এৰিষ্ট'ট্‌ল্

উইল্ ডুৰাণ্ট্ নামৰ এজন পণ্ডিতে পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ দহজন ভাবুক বা চিন্তাশীল লোকৰ যি তালিকা কৰিছে সেই তালিকাত এৰিষ্ট'ট্‌লে যে ঠাই পাব সেইটো জনা কথা। উইল্ ডুৰাণ্টে লিখেছে ঃ 'এৰিষ্ট'ট্‌ল্ যে আমাৰ তালিকাত থাকিবই লাগিব সেই কথাত গোটেই পৃথিৱী একমত। মধ্যযুগে তেওঁৰ নাম দিছিল The Philosopher অৰ্থাৎ 'দাৰ্শনিকজন' বুলি; অৰ্থাৎ মধ্যযুগৰ দৃষ্টিত তেওঁ আছিল দাৰ্শনিক-কুল-শিৰোমণি, দাৰ্শনিক শ্ৰেণীৰ সৰ্বশ্ৰেষ্ঠ প্ৰতিভূ। এৰিষ্ট'ট্‌লৰ পাণ্ডিত্য ইমান গভীৰ আৰু বহুমুখী আছিল যে সভ্যতাৰ ইতিহাসত তাৰ কোনো তুলনা নাই। এই পাণ্ডিত্যৰ মাজত আমি কি পাওঁ? তেওঁৰ প্ৰতিভাই সমগ্ৰ বিশ্ব এনেকৈ প্ৰদক্ষিণ কৰিছিল যে তেতিয়াৰ পৰা এতিয়ালৈকে আন কোনো মানুহেই সেইটো কৰিব পৰা নাই। তেওঁৰ প্ৰতিভাই বিজ্ঞান আৰু দৰ্শনৰ প্ৰতিটো সমস্যাকে বিচাৰ কৰি চাইছিল; তাৰ ওপৰত নতুন আলোকপাত কৰিছিল; প্ৰতিটো সমস্যাৰে মোটামুটি



*এৰিষ্ট'ট্‌ল্*

সমাধানো বাহিৰ কৰিছিল। তেওঁৰ প্ৰতিভাই যেন চাৰিওফালে হাজাৰ হাজাৰ চোৰাংচোৱা পঠাই জ্ঞান আৰু তথ্য সংগ্ৰহ কৰিছিল আৰু সেইবোৰ একেঠাইতে থূপ খুৱাই বিশ্বব্ৰহ্মাণ্ডৰ ৰহস্য ব্যাখ্যা কৰিব পৰা সাধাৰণ সূত্ৰত পৰিণত কৰিছিল। দৰ্শনৰ পৰিভাষা সৃষ্টি হৈছিল তেওঁৰ হাততেই। হাতৰ একেটা পাকতে বিজ্ঞানৰ ন ন শাখা সৃষ্টি কৰিছিল তেওঁ। একে আষাৰে ক'বলৈ গ'লে একমাত্ৰ জ্যোতিৰ্বিজ্ঞান আৰু চিকিৎসাশাস্ত্ৰ বাদ দি বাকী সমস্ত বিজ্ঞানৰ ইতিহাসৰ সূচনা হৈছিল জ্ঞান-তপস্বী এৰিষ্ট'ট্‌লৰ বিপুল পাণ্ডিত্য আৰু সাধনাৰ মাজত।'

যি মানুহে এনে এজন মানুহৰ নামেই শুনা নাই তেওঁক জানো প্ৰকৃত অৰ্থত শিক্ষিত মানুহ বুলি ক'ব পাৰি?

খ্ৰীষ্টপূৰ্ব ৩৮৪ চনত ইজিয়ান সাগৰৰ পাৰৰ ষ্টেগিৰা নামৰ এখন সৰু চহৰত এৰিষ্ট'ট্‌লৰ জন্ম হৈছিল। তেওঁৰ দেউতাক আছিল মেছিডনৰ ৰজা এমিণ্টাছৰ বন্ধু আৰু ব্যক্তিগত চিকিৎসক। এই এমিণ্টাছৰেই নাতি হ'ল বিশ্ববিজয়ী মহাবীৰ আলেকজেণ্ডাৰ—পিছলৈ যাৰ গৃহ-শিক্ষক হোৱাৰ সৌভাগ্য হৈছিল এৰিষ্ট'ট্‌লৰ। সৌভাগ্য বুলি কোৱা হৈছে কেৱল এই কাৰণেই নহয় যে আলেকজেণ্ডাৰৰ নিচিনা এজন ভুৱন-বিখ্যাত মহাবীৰক ছাত্ৰ হিচাপে পোৱাৰ গৌৰৱ তেওঁ অৰ্জন কৰিছিল। প্ৰাচীন গ্ৰীচতেই হওক বা আধুনিক পৃথিৱীতেই হওক, বৈজ্ঞানিক গৱেষণা আৰু অধ্যয়নৰ কাৰণে প্ৰচুৰ ধনৰ প্ৰয়োজন। ধন নহ'লে বৈজ্ঞানিক গৱেষণাৰ ক্ষেত্ৰত খুব বেছি দূৰ আগ বাঢ়িব নোৱাৰি। যিহেতু এৰিষ্ট'ট্‌ল্ এসময়ত আলেকজেণ্ডাৰৰ শিক্ষাগুৰু আছিল, সেই কাৰণে ৰজা হৈয়েই আলেকজেণ্ডাৰে এৰিষ্ট'ট্‌লক তেওঁৰ বৈজ্ঞানিক গৱেষণাৰ কাৰণে অকাতৰে ধন দান কৰিছিল। সেইটোহে আছিল এৰিষ্ট'ট্‌লৰ আচল সৌভাগ্য।

ওঠৰ বছৰ বয়সত এৰিষ্ট'ট্‌ল্ উচ্চ শিক্ষাৰ কাৰণে এথেন্সৰ অকাডেমিত ভৰ্তি হ'ল। সেই সময়ত সেইটোৱেই আছিল গ্ৰীচৰ সৰ্বশ্ৰেষ্ঠ শিক্ষাকেন্দ্ৰ। তাত এৰিষ্ট'ট্‌লে শিক্ষাগুৰু হিচাপে পালে প্লেট'ক। এৰিষ্ট'ট্‌লৰ দৰেই প্লেট'ও পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ দাৰ্শনিকসকলৰ অন্যতম। তেওঁৰ চিন্তাধাৰাই যোৱা দুহাজাৰ বছৰ ধৰি মানৱ-জাতিৰ ধৰ্ম, দৰ্শন, ৰাজনীতি আৰু সাহিত্যক গভীৰভাৱে প্ৰভাৱিত কৰি আহিছে। এনে দুটা বিৰাট প্ৰতিভা গুৰু-শিষ্য হিচাপে মিলিত হোৱাটো এটা অভাৱনীয় বিৰল ঘটনা। কিন্তু গুৰু-শিষ্যই পৰস্পৰৰ প্ৰতিভা আৰু পাণ্ডিত্য স্বীকাৰ কৰিলেও তেওঁলোকৰ মাজত মতানৈক্যও ঘটিছিল বহু কথাত। অৱশ্যে কোনো ব্যক্তিগত কাৰণত এই মতানৈক্য ঘটনা নাছিল; মতানৈক্যৰ কাৰণ আছিল জ্ঞান-চৰ্চাৰ লক্ষ্য আৰু পদ্ধতি সম্পৰ্কে দুয়োজনৰে দৃষ্টিভঙ্গীৰ মৌলিক পাৰ্থক্য। প্লেট'ৰ প্ৰধান আগ্ৰহ আছিল বিমূৰ্ত ধাৰণা আৰু গণিতৰ প্ৰতি। সত্য, ন্যায়, মঙ্গল—এই শব্দবোৰে প্ৰকাশ কৰা ধাৰণা হ'ল বিমূৰ্ত ধাৰণা। যিকোনো সংখ্যা—এক বা এহাজাৰ বা এক কোটি—ইও হ'ল বিমূৰ্ত ধাৰণা। প্লেট'ৰ মত আছিল এই যে মানুহৰ মন দাৰ্শনিক চিন্তাৰ উপযোগী কৰি তুলিবলৈ হ'লে গণিতৰ অধ্যয়ন অতি আৱশ্যক, কিয়নো গণিতৰ অধ্যয়নে মানুহৰ মন চকুৰে দেখা আৰু হাতেৰে ছুব পৰা বস্তুবোৰৰ পৰা আঁতৰাই আনি সংখ্যা, চিহ্ন, প্ৰতীক আৰু নক্সা আদি বিমূৰ্ত ধাৰণাবোৰৰ প্ৰতি আকৃষ্ট কৰে। এৰিষ্ট'ট্‌লে গণিতৰ মূল্য একেবাৰে অস্বীকাৰ কৰা নাছিল। কিন্তু প্লেট'ই গণিতৰ ওপৰত যিমানখিনি গুৰুত্ব দিছিল সিমানখিনি গুৰুত্ব দিবলৈ এৰিষ্ট'ট্‌ল্ প্ৰস্তুত নাছিল। তেওঁ ক'ব খুজিছিল যে একমাত্ৰ গাণিতিক পদ্ধতি প্ৰয়োগৰ দ্বাৰা সকলো ধৰণৰ বৈজ্ঞানিক জ্ঞান আৰু তথ্য আহৰণ কৰিব নোৱাৰি। তদুপৰি তেওঁ ক'ব খুজিছিল যে কেৱল বিমূৰ্ত ধাৰণাবোৰৰ বিষয়ে চিন্তা কৰিয়েই বিশ্বজগতৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিব নোৱাৰি। জ্ঞান লাভৰ প্ৰধান উপায় হ'ল চকুৰে দেখা বস্তুবোৰ ভালকৈ পৰ্যৱেক্ষণ কৰা আৰু পৃথিৱীত যিমান প্ৰাণী আছে সকলোৰে শ্ৰেণী-বিভাগ কৰা।

কিন্তু গুৰুৰ লগত এনে ধৰণৰ গুৰুতৰ মত-পাৰ্থক্য থাকিলেও প্লেট'ৰ অকাডেমিত বিশ বছৰ শিক্ষা-লাভ কৰিয়ে এৰিষ্ট'ট্‌ল্ সেই যুগৰ সৰ্বশ্ৰেষ্ঠ পণ্ডিত হৈ উঠিল। খ্ৰীঃপূঃ ৩৪২ চনত প্লেট'ৰ মৃত্যু হ'ল। এনেতে মেছিডনিয়াৰ ৰজা ফিলিপে এৰিষ্ট'ট্‌লক তেওঁৰ তেৰ বছৰীয়া পুত্ৰ আলেকজেণ্ডাৰৰ গৃহ-শিক্ষক হ'বলৈ নিমন্ত্ৰণ কৰিলে। ফিলিপৰ নিমন্ত্ৰণ ৰক্ষা কৰি এৰিষ্ট'ট্‌ল্ মেছিডনিয়ালৈ গৈ তাত সাত বছৰ থাকিল। এৰিষ্ট'ট্‌লে আলেকজেণ্ডাৰৰ ওপৰত বিশেষ প্ৰভাৱ পেলাব পাৰিছিল বুলি বিশ্বাস কৰিব নোৱাৰি। কিন্তু তেওঁলোকৰ এই গুৰু-শিষ্যৰ সম্পৰ্কটো যে বিজ্ঞানৰ উন্নতিৰ ক্ষেত্ৰত বিশেষ সহায়ক হৈছিল সেই কথা এবাৰ উল্লেখ কৰি অহা হৈছে। ফিলিপৰ মৃত্যুৰ পিছত আলেকজেণ্ডাৰে সিংহাসনত উঠিয়েই এৰিষ্ট'ট্‌লক বৈজ্ঞানিক গৱেষণাৰ কাৰণে যথেষ্ট ধন মঞ্জুৰ কৰিলে। তদুপৰি তেওঁ এৰিষ্ট'ট্‌লক বৈজ্ঞানিক তথ্য সংগ্ৰহ কৰাৰ কামত সহায় কৰিবলৈ এদল সহকাৰীও নিয়োগ কৰিলে। এই সহকাৰীসকলে এৰিষ্ট'ট্‌লৰ কাৰণে দূৰ-দূৰান্তৰৰ পৰা বিভিন্ন বিচিত্ৰ প্ৰাণীৰ নমুনা সংগ্ৰহ কৰি আনিছিল আৰু সেইবোৰক শ্ৰেণীবদ্ধ কৰাৰ কামত এৰিষ্ট'ট্‌লক সহায় কৰিছিল। এনেকৈ এৰিষ্ট'ট্‌লৰ হাততেই বিজ্ঞানৰ প্ৰাণীতত্ত্ব নামৰ শাখাটোৰ জন্ম হ'ল। এৰিষ্ট'ট্‌লৰ প্ৰাণীতত্ত্ব বা জীৱবিজ্ঞান সূক্ষ্ম পৰ্যৱেক্ষণ আৰু গৱেষণাৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ কাৰণে তাৰ মূল্য চিৰস্থায়ী বুলি বিবেচিত হৈছে। বস্তুতঃ এৰিষ্ট'ট্‌লে প্ৰাণীবোৰৰ যি শ্ৰেণী-বিভাগ কৰিছিল তাৰ কোনো সাল-সলনি ওঠৰ শতিকালৈকে হোৱা নাছিল। কিন্তু উপযুক্ত যন্ত্ৰ-পাতিৰ সহায় নোলোৱাকৈ কেৱল অনুমান আৰু কল্পনাৰ সহায়েৰে তেওঁ জ্যোতিৰ্বিজ্ঞান আৰু পদাৰ্থ-বিজ্ঞানৰ ক্ষেত্ৰত যিবোৰ তত্ত্ব বা মতবাদ উদ্ভাৱন কৰিছিল সেইবোৰ আছিল তেনেই ভুল। উদাহৰণ স্বৰূপে তেওঁ এই তত্ত্বত বিশ্বাস কৰিছিল যে আমাৰ এই পৃথিৱীয়েই হ'ল বিশ্ব-চৰাচৰৰ কেন্দ্ৰ আৰু ই সদায় একেঠাইতে স্থিৰ হৈ থাকে। সকলো গ্ৰহ-নক্ষত্ৰই এটা সম্পূৰ্ণ গোলাকাৰ কক্ষপথত পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰে। চন্দ্ৰৰ নিজস্ব পোহৰ আছে। ওপৰৰ পৰা তললৈ পৰিবলৈ এটা পাতল বস্তুতকৈ এটা গধুৰ বস্তুৰ বেছি সময় লাগে। ইত্যাদি। আজি-কালি এইবোৰ কথা শুনিলে পঢ়াশালিৰ তলৰ খাপত পঢ়া ছাত্ৰ-ছাত্ৰীৰো নিশ্চয় হাঁহি উঠিব। কিন্তু এৰিষ্ট'ট্‌লৰ মৃত্যুৰ পাছত সুদীৰ্ঘ এহেজাৰ 'বছৰ ধৰি এই উদ্ভট কথাবোৰকে বিশ্বাস কৰি থাকিবলৈ সমগ্ৰ পশ্চিমীয়া জগতক বাধ্য কৰোৱা হৈছিল। ইয়াৰ ফলত বিজ্ঞানৰ অগ্ৰগতি এহেজাৰ বছৰ ধৰি ৰুদ্ধ হৈ থাকিল।

তাৰ কাৰণে অৱশ্যে এৰিষ্ট'ট্‌লক দোষৰ ভাগী কৰিব নোৱাৰি। তেওঁ নিজে কেতিয়াও এই কথা কৈ থৈ যোৱা নাছিল যে তেওঁৰ মতবাদবোৰেই চিৰকালৰ কাৰণে সত্য বা সেই বিষয়ে কোনেও নতুনকৈ একো প্ৰশ্ন কৰিব নোৱাৰিব। বৰং তেওঁ নিজেই এখন গ্ৰন্থত লিখি থৈ গৈছে যে জানিবলৈ বিচৰাটোৱেই হ'ল মানুহৰ স্বভাৱ। কিন্তু জানিবলৈ বিচৰা মানুহে এটা প্ৰচলিত মতবাদত অন্ধভাৱে বিশ্বাস কৰিব নোৱাৰে। প্ৰকৃত সত্য জানিবৰ কাৰণে পূৰ্বৰ পৰা প্ৰচলিত হৈ অহা তত্ত্ব বা মতবাদবোৰক নতুনকৈ বিচাৰ-বিশ্লেষণ কৰি চাব লাগে আৰু নতুন নতুন তথ্য সংগ্ৰহ কৰিবলৈ চেষ্টা কৰিব লাগে। কিন্তু মধ্যযুগৰ ইউৰোপত এৰিষ্ট'ট্‌লৰ ৰচনাৱলীক বাইবেলৰ ঠিক পিছতেই এনেভাৱে প্ৰায় ধৰ্মশাস্ত্ৰৰ মৰ্যাদা দিয়া হ'ল যে জ্যোতিৰ্বিজ্ঞান আৰু পদাৰ্থ-বিজ্ঞানৰ ক্ষেত্ৰত তেওঁ প্ৰচাৰ কৰি যোৱা ভুল তত্ত্ববোৰকো ধ্ৰুৱসত্য বুলি বিশ্বাস কৰিবলৈ মানুহক বাধ্য কৰোৱা হ'ল। এৰিষ্ট'ট্‌লে নিজেই কৈছিল—'প্লেট'ক মই ভাল পাওঁ, কিন্তু প্লেট'তকৈ বেছি ভাল পাওঁ সত্যক।' কিন্তু মধ্যযুগৰ ইউৰোপে সত্যতকৈ এৰিষ্ট'ট্‌লকেই বেছি ভাল পাই থাকিল। সেই কাৰণেই ওপৰত কোৱা হৈছে যে এৰিষ্ট'ট্‌ল্ সৰ্বকালৰ এজন সৰ্বশ্ৰেষ্ঠ পণ্ডিত হোৱা সত্ত্বেও মধ্যযুগৰ ইউৰোপত তেওঁৰ প্ৰভাৱ জ্ঞান-বিজ্ঞানৰ উন্নতিৰ কাৰণে সহায়ক নহৈ ভীষণ ক্ষতিকাৰক হ'ল।

প্ৰাচীন গ্ৰীক দাৰ্শনিকসকলৰ প্ৰতিভা আৰু চিন্তাশক্তি আছিল বিস্ময়কৰ। কোনো যন্ত্ৰপাতিৰ সহায় নোলোৱাকৈয়ে কেৱল যুক্তি আৰু বিচাৰ-বুদ্ধিৰ সহায়েৰে সেই সুদূৰ অতীততে তেওঁলোকে বহুতো বৈজ্ঞানিক তত্ত্বৰ কল্পনা কৰিছিল—যিবোৰৰ মাজত নিহিত হৈ আছিল আধুনিক বিজ্ঞানৰ বীজ। কিন্তু অসামান্য মৌলিক প্ৰতিভাৰ অধিকাৰী হৈয়ো তেওঁলোকে বিজ্ঞানক আৰু বেছি দূৰ আগবঢ়াই নিব নোৱৰাৰ কাৰণ আছিল ঘাইকৈ দুটা। প্ৰথমটো কাৰণ হ'ল এই যে তেওঁলোকে বিজ্ঞানৰ সহায়েৰে প্ৰকৃতিক জয় কৰি তাক মানুহৰ সেৱাত লগোৱাৰ ধাৰণাটোক অতি হীন চকুৰে চাইছিল। অৰ্থাৎ তেওঁলোকৰ বৈজ্ঞানিক অনুসন্ধিৎসাৰ মূলতে কোনো ব্যৱহাৰিক উদ্দেশ্য নাছিল। দ্বিতীয় কাৰণটো ব্যাখ্যা কৰি জেম্‌ছ্ হাৰ্ভে ৰবিনছন নামৰ এজন পণ্ডিতে লিখিছে ঃ 'গ্ৰীক সভ্যতাৰ ঘাই ভেটি আছিল দাস-প্ৰথা। কাৰিকৰী বিদ্যাৰ উন্নতিৰ কাৰণে তেওঁলোকে কেতিয়াও চিন্তা কৰা নাছিল। তেওঁলোকৰ দৈনন্দিন সকলো কাম কৰিছিল দাসসকলে; এই ধৰণৰ কাম-কাজৰ লগত জড়িত সকলো সমস্যাৰ পৰা গ্ৰীক পণ্ডিত আৰু দাৰ্শনিকসকলে নিজকে সযতনে দূৰত ৰাখিছিল। ফলত তেওঁলোকৰ মাজত জীৱনৰ ব্যৱহাৰিক প্ৰয়োজনত লগা নানাবিধ সঁজুলি আৱিষ্কাৰ কৰা মানুহ কোনো নাছিল। অথচ এইবোৰৰ অবিহনে প্ৰকৃতিৰ ৰহস্য ভেদ কৰা সম্ভৱ নহয়। গ্ৰীকসকলৰ কাৰিকৰী প্ৰতিভা আছিল তেনেই নগণ্য। ফলত লেন্‌ছ্ (Lens) তৈয়াৰ কৰা তেওঁলোকৰ পক্ষে সম্ভৱ নহ'ল। চকুৰে মনিব নোৱৰা ক্ষুদ্ৰ বস্তু চাবলৈ তেওঁলোকৰ অণুবীক্ষণ যন্ত্ৰ নাছিল। দূৰৰ বস্তু চাবলৈ নাছিল দূৰবীক্ষণ যন্ত্ৰ। কেমেৰা আৰু স্পেকট্ৰ'স্কপ দূৰৰ কথা, তেওঁলোকে যান্ত্ৰিক ঘড়ি, থাৰ্মমিটাৰ আৰু বেৰ'মিটাৰো আৱিষ্কাৰ কৰিব নোৱাৰিলে। ফলত বিজ্ঞানৰ অগ্ৰগতিৰ ক্ষেত্ৰত পিছৰ পদক্ষেপটো ল'বলৈ মানুহে আৰু বহুত শতাব্দী অপেক্ষা কৰিব লগা হ'ল। বিজ্ঞানৰ এই দ্বিতীয় যুগটোৰ সূচনা হ'ল মাত্ৰ তিনিশ বছৰৰ আগতে।'

বাৰ শতিকালৈকে ইউৰোপে এৰিষ্ট'ট্‌লৰ বিষয়ে বিশেষ একো নাজানিছিল। তেওঁৰ অমূল্য ৰচনাৱলী কেনেকৈ ইউৰোপৰ জ্ঞান-পিপাসু পণ্ডিতসকলৰ হাতত পৰিলগৈ সিও এটা ইতিহাসৰ ৰোমাঞ্চকৰ কাহিনী।

এৰিষ্ট'ট্‌লৰ ছাত্ৰ মহাবীৰ আলেকজেণ্ডাৰে বিশ্ববিজয় অভিযানত বাহিৰ হৈ ইজিপ্ত জয় কৰাৰ পিছত তেওঁ তাত নিজৰ নামেৰে এখন নতুন নগৰ প্ৰতিষ্ঠা কৰে। খ্ৰীঃপূঃ ৩৩২ চনত স্থাপিত আলেকজেণ্ড্ৰিয়া নামৰ এই নগৰখন আছিল প্ৰাচীন গ্ৰীক আৰু ইহুদী সংস্কৃতিৰ প্ৰধান কেন্দ্ৰ। আলেকজেণ্ডাৰৰ মৃত্যুৰ পিছত ইজিপ্তৰ টলেমি বংশৰ গ্ৰীক ৰজাসকলৰ ৰাজত্ব কালতো আলেকজেণ্ড্ৰিয়া আছিল প্ৰাচীন জগতৰ এটা প্ৰধান জ্ঞান-চৰ্চাৰ কেন্দ্ৰ। তাত এটা বিশ্ববিদ্যালয় আৰু দুটা বৃহৎ ৰাজকীয় পুথিভঁৰাল আছিল। সেই পুথিভঁৰালত বিভিন্ন বিষয়ৰ প্ৰায় সাত লাখ কিতাপ আছিল। সেই পুথিভঁৰালৰ কাৰণে গ্ৰীচৰ পৰা অন্যান্য কিতাপৰ লগতে এৰিষ্ট'ট্‌লৰ কিতাপবোৰো লৈ যোৱা হৈছিল। কিন্তু কালক্ৰমত সেই কিতাপবোৰৰ বেছিভাগেই নষ্ট হ'ল বা চিৰকাললৈ হেৰাই গ'ল।

পিছৰ শতাব্দীবোৰত বিভিন্ন আক্ৰমণকাৰীৰ হাত বাগৰি আলেকজেণ্ড্ৰিয়া অৱশেষত ৬৪২ খ্ৰীষ্টাব্দত আৰবসকলৰ দখললৈ আহে। সেই সময়ছোৱা আছিল আৰব সভ্যতাৰ স্বৰ্ণযুগ। গ্ৰীকসকলৰ গৌৰৱ-ৰবি তেতিয়া অস্তমিত। ইউৰোপতো ধৰ্মীয় গোড়ামিয়ে মানুহৰ প্ৰশ্নশীলতাক স্তব্ধ কৰি ৰাখিছে। কিন্তু নতুনকৈ ইছলাম ধৰ্মত দীক্ষিত হোৱা আৰবসকল তেতিয়া পৃথিৱীৰ প্ৰধান ৰাজনৈতিক আৰু সাংস্কৃতিক শক্তি হিচাপে মূৰ দাঙি উঠিছে। পশ্চিমে আটলাণ্টিক মহাসাগৰৰ পৰা আৰম্ভ কৰি উত্তৰ আফ্ৰিকা, মধ্যপ্ৰাচ্য আৰু কেন্দ্ৰীয় এছিয়া পৰ্যন্ত এই বিৰাত ভূখণ্ডত বিয়পি পৰিছে আৰবসকলৰ ৰাজনৈতিক ক্ষমতা। এই ৰাজনৈতিক শক্তিৰ গইনা লৈ যি সমৃদ্ধিশালী আৰব সভ্যতা গঢ়ি উঠিল সেই আৰব-সভ্যতা আছিল পৃথিৱীৰ সেই যুগৰ শ্ৰেষ্ঠ সভ্যতা। শিক্ষা, সাহিত্য, বিজ্ঞান, দৰ্শন, গণিত, চিকিৎসা-বিজ্ঞান—জ্ঞানচৰ্চাৰ এই সকলো ক্ষেত্ৰতে আৰবসকলেই আছিল সেই যুগৰ প্ৰধান নায়ক। ৬৪২ খ্ৰীষ্টাব্দত আলেকজেণ্ড্ৰিয়া আৰবসকলৰ দখললৈ অহাৰ পিছত আৰব পণ্ডিতসকলে তাৰ বিশ্ববিখ্যাত পুথিভঁৰালত সংগৃহীত হৈ থকা গ্ৰীক গ্ৰন্থসমূহ অধ্যয়ন কৰিবলৈ আৰু লগতে সেইবোৰ আৰবী ভাষালৈ অনুবাদ কৰিবলৈ আৰম্ভ কৰে। অৱশ্যে পণ্ডিতসকলৰ অনুমান মতে আৰব পণ্ডিতসকলে নিজে বোধহয় গ্ৰীক ভাষা নাজানিছিল; মাজৰ শতাব্দীবোৰত ছিৰিয়াক ভাষালৈ অনূদিত হোৱা গ্ৰীক গ্ৰন্থবোৰ অধ্যয়ন কৰি তাৰ পৰাহে তেওঁলোকে সেইবোৰ গ্ৰন্থ আৰবী ভাষালৈ অনুবাদ কৰিছিল।

৭১১ খ্ৰীষ্টাব্দত আৰব আৰু মৰক্কোৰ বাৰবেৰ তথা মুৰসকলে লগ লাগি স্পেইন দখল কৰে। এই দখলকাৰী সেনাবাহিনীৰ ভিতৰত মুৰসকলেই আছিল সংখ্যাত বেছি; সেই কাৰণে স্পেইনত প্ৰায় সাতশ বছৰ ধৰি চলা মুছলমান শাসনৰ কালছোৱাক সাধাৰণতে মুৰসকলৰ যুগ বুলি কোৱা হয়। কিন্তু তেওঁলোকৰ নেতৃত্বত আছিল আৰবসকল। এই আৰবসকলে তেওঁলোকৰ জ্ঞান-ভাণ্ডাৰ স্পেইনলৈ লৈ যায় আৰু ইউৰোপীয়সকলৰ মাজত সেই জ্ঞান বিতৰণ কৰি সভ্যতাৰ ইতিহাসত এটা নতুন যুগৰ সূচনা কৰে।

মুছলমান শাসনৰ সময়ত স্পেইনত জ্ঞান-চৰ্চাৰ দুটা ডাঙৰ কেন্দ্ৰ গঢ় লৈ উঠিছিল। এটা কৰ্ডোভাত, আনটো টলেড'ত। কৰ্ডোভা বিখ্যাত হৈ পৰিছিল চিকিৎসা বিজ্ঞানৰ চৰ্চা আৰু অধ্যয়নৰ কেন্দ্ৰ হিচাপে। এই আৰব চিকিৎসা-বিজ্ঞানীসকলৰ ৰচনা লেটিন ভাষালৈ অনূদিত হৈ সমগ্ৰ ইউৰোপতে বিয়পি পৰিছিল। জ্যোতিৰ্বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰতো কৰ্ডোভাৰ আৰব পণ্ডিতসকলেই আছিল সেই সময়ত ইউৰোপৰ শিক্ষক আৰু পথ-প্ৰদৰ্শক। গ্ৰীক বিজ্ঞানী টলে'মিয়ে (৯০–১৬৮ খ্ৰীষ্টাব্দ) এই মত প্ৰচাৰ কৰিছিল যে পৃথিৱী এটা স্থিৰ গ্ৰহ আৰু ইয়েই হ'ল সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ কেন্দ্ৰ। ১৫১১ খ্ৰীষ্টাব্দত ক'পাৰ্নিকাছে এই মত ভুল বুলি প্ৰমাণ নকৰালৈকে প্ৰায় এহাজাৰ বছৰ ধৰি এই ভুল মতটোৱেই চলি আছিল। কিন্তু কৰ্ডোভাৰ আৰব পণ্ডিতসকল জ্যোতিৰ্বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰত ইমান আগ বাঢ়িছিল যে এল্ বিত্ৰুজি নামৰ আৰব জ্যোতিৰ্বিজ্ঞানী এজনে ক'পাৰ্নিকাছৰ জন্মৰ কেবা শতাব্দী আগতেই ট'লেমিৰ মতৰ *অভ্ৰান্ততা* সম্পৰ্কে সন্দেহ প্ৰকাশ কৰিছিল। তেওঁলোকে তেতিয়াই আলোকবৈজ্ঞানিক কাঁচ বা অপটিক গ্লাছ আৰু উৰিব পৰা যন্ত্ৰ নিৰ্মাণ কৰিছিল। চকুৰ গঠন তথা দৃষ্টিশক্তিৰ বিষয়েও আধুনিক বিজ্ঞানে জনা বহু কথা আৰব বিজ্ঞানীসকলে তেতিয়াই আৱিষ্কাৰ কৰিছিল। গতিকে এই কথাত আচৰিত হ'ব লগা একো নাই যে সমগ্ৰ ইউৰোপৰ লোকসকলৰ কাৰণে কাৰ্ডোভা পৰিণত হৈছিল পবিত্ৰ তীৰ্থক্ষেত্ৰত।

কাৰ্ডোভাৰ পতনৰ পাছত জ্ঞান-সাধনাৰ কেন্দ্ৰ হিচাপে কাৰ্ডোভাৰ ঠাই ল'লে টলেড'ই। ইউৰোপৰ আটাইবোৰ ঠাইৰ পৰা পণ্ডিত আৰু বিদ্যাৰ্থীসকল আহি টলেড'ত সমবেত হৈছিল আৰু তেওঁলোকে আৰবী ভাষাৰ গ্ৰন্থবোৰ লেটিন ভাষালৈ অনুবাদ কৰি সমগ্ৰ ইউৰোপতে এটা নতুন ভাব-আন্দোলনৰ সূচনা কৰিছিল। এই আৰবী ভাষাৰ গ্ৰন্থবোৰৰ ভিতৰত আছিল প্ৰাচীন গ্ৰীক দাৰ্শনিকসকল আৰু বিশেষকৈ এৰিষ্ট'ট্‌লৰ অমৰ ৰচনাৱলী। আৰবী ভাষাৰ পৰা লেটিনলৈ অনূদিত হৈ এৰিষ্ট'ট্‌লৰ ৰচনাৱলী যেতিয়া বাৰ শতিকাত সমগ্ৰ ইউৰোপত বিয়পি পৰিল, তেতিয়া ইউৰোপৰ মনৰ মাজেদি বিস্ময় আৰু আনন্দৰ এটা বিজুলী-সোঁত বৈ গ'ল। ইউৰোপে প্ৰথমবাৰৰ কাৰণে এৰিষ্ট'ট্‌লক আৱিষ্কাৰ কৰিলে আৰু তাৰ ফলত ইউৰোপীয় চিন্তাত এটা নতুন যুগৰ সূচনা হ'ল। কোৱা বাহুল্য মাথোন যে এৰিষ্ট'ট্‌লৰ লগত ইউৰোপক চিনাকি কৰি দিয়াৰ সকলো কৃতিত্ব আৰবসকলৰ প্ৰাপ্য। এই কথাই প্ৰমাণ কৰে যে আধুনিক ইউৰোপীয় সভ্যতাত আৰবসকলৰ এটা বিৰাট অৱদান আছে।

## আঠ

বাৰ শতিকাতেই প্ৰাচীন গ্ৰীক দৰ্শন তথা এৰিষ্টট্'ল দৰ্শনৰ লগত ইউৰোপৰ পৰিচয় হৈছিল যদিও প্ৰাচীন গ্ৰীচৰ সম্পূৰ্ণ জ্ঞান-ভাণ্ডাৰৰ লগত পৰিচিত হ'বলৈ ইউৰোপে আৰু প্ৰায় দুশ বছৰ অপেক্ষা কৰিব লগা হ'ল। এই দ্বিতীয়বাৰ গ্ৰীক জ্ঞান-ভাণ্ডাৰৰ লগত ইউৰোপৰ যি পৰিচয় ঘটিল তাৰ ফলতহে ইউৰোপৰ সভ্যতা, সংস্কৃতি আৰু জীৱন-ধাৰাত এক যুগান্তকাৰী পৰিৱৰ্তন ঘটি গ'ল।

ঘটনাটো ঘটিছিল এনেকৈ।

প্ৰাচীন কালত ৰোমানসকলে এক বিশাল সাম্ৰাজ্য গঢ়ি তুলিছিল—যাৰ কাৰণে তেওঁলোককেই ইতিহাসৰ প্ৰথম বিশ্বশক্তি বুলি ক'ব পাৰি। ৰোমান সম্ৰাটসকলৰ ভিতৰত খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰা প্ৰথম সম্ৰাট কনষ্টান্টিনে (৩১০ ৩৩৭ খ্ৰীঃ) ৩৩০ খ্ৰীষ্টাব্দত ৰোমান সাম্ৰাজ্যৰ পূব খণ্ডত অৱস্থিত বাইজেন্টিয়ামলৈ (বৰ্তমানৰ ইস্তাম্বুল) ৰাজধানী স্থানান্তৰিত কৰি তাত কনষ্টান্টিন'প'ল নামৰ এখন নতুন নগৰ গঢ়ি তোলে। ক্ষমতাৰ খোৱা-কামোৰাত যেতিয়া ৰোমান সাম্ৰাজ্য পূব আৰু পশ্চিম খণ্ড স্থায়ীভাৱে দুটা ভাগত ভাগ হৈ যায় আৰু ৪৭৬ খ্ৰীষ্টাব্দত পশ্চিম ৰোমান সাম্ৰাজ্যৰ সম্পূৰ্ণ পতন হয়, তেতিয়া পূব খণ্ডৰ ৰোমান সাম্ৰাজ্যই আচল ৰোমান সাম্ৰাজ্য বুলি পৰিগণিত হয়। এই ৰোমান সাম্ৰাজ্য প্ৰায় এহাজাৰ বছৰ তিষ্ঠি আছিল আৰু সেই সাম্ৰাজ্যৰ ৰাজধানী কনষ্টাটিন্'প'ল আছিল ইউৰোপৰ আটাইতকৈ সমৃদ্ধিশালী আৰু প্ৰসিদ্ধ নগৰ। ৰোমান সাম্ৰাজ্যৰ আটাইবোৰ পণ্ডিতে আহি কনষ্টান্টিন'প'লত আশ্ৰয় লৈছিল আৰু তেওঁলোকে গ্ৰীক আৰু লেটিন ভাষাত ৰচিত সকলো গ্ৰন্থ কনষ্টান্টিন'প'ললৈ লৈ আহিছিল। কনষ্টান্টিন'প'লত সংৰক্ষিত হৈ থকা এই গ্ৰন্থবোৰৰ কথা ইউৰোপৰ পশ্চিমাংশৰ মানুহে সমূলি পাহৰিয়ে পেলাইছিল। কিন্তু তেওঁলোকে এই জ্ঞান-ভাণ্ডাৰ এদিন নতুনকৈ আৱিষ্কাৰ কৰিলে—প্ৰায় নাটকীয়ভাৱে।

কনষ্টান্টিন'প'ল্ দখল কৰিবৰ কাৰণে তুৰ্কীসকলে বহুদিন ধৰি চেষ্টা চলাই আছিল। অৱশেষত তেওঁলোকৰ চেষ্টা সফল হ'ল। ১৪৫৩ খ্ৰীষ্টাব্দৰ ২৯ মে'ৰ দিনা ৰাতিপুৱা, তুৰ্কীসকলে গড় ভাঙি কনষ্টান্টিন'প'লৰ ভিতৰত প্ৰৱেশ কৰিলে আৰু লগে লগে এহাজাৰ বছৰ ধৰি ৰোমান সাম্ৰাজ্যৰ ৰাজধানী হৈ থকা কনষ্টান্টিন'প'লৰ পতন ঘটিল। তাত বাস কৰা পণ্ডিতসকলে যি পাৰে পুথি-পাঁজি লগত লৈ তাৰ পৰা পলাই আহিল আৰু ইউৰোপৰ বিভিন্ন দেশত সিঁচৰতি হৈ পৰিল। অৱশ্য বেছিভাগেই আহিল ইটালীলৈ।

বৰ্তমান যুগত ইটালী বুলিলে আমি যেনেকৈ সেই নামৰ এখন বিশেষ ৰাষ্ট্ৰৰ কথা বুজোঁ, মধ্যযুগত কিন্তু সেই ধৰণৰ ইটালীৰ কোনো অস্তিত্ব নাছিল। এখন অখণ্ড ৰাষ্ট্ৰৰ পৰিৱৰ্তে দেশখন বিভিন্ন স্ব-শাসিত নগৰত বিভক্ত আছিল—যিবোৰৰ ভিতৰত ভেনিচ, ফ্ল'ৰেন্স, নেপলছ্ আৰু জেনোৱা আদি নগৰ আছিল বেছি প্ৰসিদ্ধ। এইবোৰ নগৰৰ ভিতৰত কোনো কোনো নগৰত এক ধৰণৰ গণতান্ত্ৰিক শাসন চলিছিল; কোনো কোনো নগৰ শাসন কৰিছিল কেইজনমান অভিজাত শ্ৰেণীৰ মানুহে লগ লাগি; আৰু কোনো এখন নগৰত হয়তো চলিছিল এজন মাত্ৰ পৰাক্ৰমী মানুহৰ স্বেচ্ছাচাৰী শাসন। কিন্তু এটা কথাত ইটালীৰ এই নগৰবোৰৰ মাজত এটা ডাঙৰ মিল আছিল। সুচল ভৌগোলিক অৱস্থিতিৰ কাৰণে ইটালীৰ এই নগৰবোৰ হৈ পৰিছিল আন্তৰ্জাতিক বাণিজ্যৰ প্ৰধান কেন্দ্ৰ—যাৰ ফলত সেই সময়ত ইটালীত

এটা অভূতপূৰ্ব সমৃদ্ধিৰ যুগে দেখা দিছিল। দ্বিতীয়তে, খ্ৰীষ্টানসকলৰ পোপ ইটালীতেই বাস কৰাৰ কাৰণে কেইবা শতাব্দী ধৰি ইটালীলৈ ধন-সোণৰ সোঁত বৈছিল, কাৰণ ইউৰোপৰ সকলো খ্ৰীষ্টান ৰজা-প্ৰজাই পোপক কৰ দিব লাগিছিল। তদুপৰি পূবৰ মুছলমানসকলৰ বিৰুদ্ধে দীৰ্ঘদিন ধৰি চলা ধৰ্মযুদ্ধৰ সময়ত ইউৰোপৰ বিভিন্ন দেশৰ পৰা ধৰ্মযুদ্ধ কৰিবলৈ যোৱা হাজাৰ হাজাৰ সৈনিকে ইটালীৰ মাজেদিয়ে অহা-যোৱা কৰিব লগা হৈছিল, আৰু এই সৈনিকসকলৰ লগত ব্যৱসায়িক লেনদেন কৰিও ইটালীৰ মানুহে হোৰাহোৰে ধন ঘটিছিল।

মানুহে যেতিয়া জীৱিকা উপাৰ্জনৰ কাৰণে দিনে-ৰাতিয়ে উশাহ সলাবলৈ সময় নোপোৱাকৈ পৰিশ্ৰম কৰিব লগা হয়, তেতিয়া আন একো কথা চিন্তা কৰিবলৈ তেওঁৰ সময় আৰু শক্তি নাথাকে। কিন্তু সাঁচিব পৰাকৈ মানুহৰ হাতলৈ বেছি ধন-সম্পত্তি আহিলেই তেওঁ জীৱিকাৰ কাৰণে কম পৰিশ্ৰম কৰিব লগা হয় বা কেতিয়াবা একেবাৰেই কৰিব লগা নহয়। অৰ্থাৎ তেওঁ প্ৰচুৰ পৰিমাণে আজৰি সময় পায়। মানুহৰ সভ্যতা-সংস্কৃতি হ'ল এই আজৰি সময়ৰ সৃষ্টি। কিন্তু আজৰি সময়ৰ সদ্ব্যৱহাৰ কৰি সভ্যতা-সংস্কৃতিৰ বিকাশ ঘটাবলৈ হ'লে তাৰ উপযোগী পৰিবেশ আৰু প্ৰতিভাও মানুহৰ থাকিব লাগিব। ইটালীয়ানসকলৰ এই দুয়োটা বস্তুৱেই আছিল। প্ৰাচীন ৰোমানসকলৰ সাম্ৰাজ্যৰ কেন্দ্ৰ আছিল ইটালী। ৰোমান সভ্যতাৰ গৌৰৱময় যুগত তেওঁলোকে যি উচ্চস্তৰৰ ভাস্কৰ্য, স্থাপত্য আৰু সাহিত্য সৃষ্টি কৰিছিল, তাৰ উত্তৰাধিকাৰী আছিল মধ্যযুগৰ ইটালীয়ানসকল। বাৰ শতিকামানৰ পৰা যেতিয়া ইটালীত এটা অভূতপূৰ্ব সমৃদ্ধিৰ যুগ আৰম্ভ হ'ল আৰু এক শ্ৰেণীৰ মানুহৰ হাতত প্ৰচুৰ আজৰি সময় হ'ল, তেতিয়া তেওঁলোকে সেই আজৰি সময়খিনি কটাবলৈ উৎকৃষ্ট উপায় বিচাৰি শিল্প-সাহিত্য-সঙ্গীত আদি বিষয়ৰ প্ৰতি নতুনকৈ মনোযোগ দিবলৈ আৰম্ভ কৰিলে। অকাতৰে ধন খৰচ কৰি তেওঁলোকে প্ৰাচীন দুষ্প্ৰাপ্য পুথিৰ পাণ্ডুলিপি আৰু প্ৰাচীন কালৰ শিল্পকলাৰ নিদৰ্শনবোৰ কিনিবলৈ ধৰিলে। ইয়াৰ ফলত তেওঁলোকৰ মানসিকতাত ধীৰে ধীৰে এটা পৰিৱৰ্তনৰ সূচনা হ'ল। মধ্যযুগত সমগ্ৰ ইউৰোপৰ খ্ৰীষ্টানসকলে ইহকাললৈ পিঠি দি গোটেই জীৱন অতিবাহিত কৰিছিল কেৱল পৰকালৰ চিন্তাত। মৰাৰ পিছত কেনেকৈ স্বৰ্গ-লাভ কৰা যায় সেইটোৱেই আছিল তেওঁলোকৰ একমাত্ৰ ধ্যান-জ্ঞান। মধ্যযুগৰ বহু শতাব্দী ধৰি চলা অবিৰাম যুদ্ধ-বিগ্ৰহ আৰু মাৰি-মৰকে সৰ্বসাধাৰণ মানুহৰ জীৱন এনে যন্ত্ৰণাময় কৰি তুলিছিল যে পাৰ্থিৱ জীৱনৰ পৰা আশা কৰিব লগীয়া কিবা থাকিব পাৰে বুলি তেওঁলোকে কল্পনাই কৰিব পৰা নাছিল। সেই কাৰণে তেওঁলোকৰ একমাত্ৰ আশ্ৰয় আছিল ঈশ্বৰ, একমাত্ৰ সান্ত্বনা আছিল মৃত্যুৰ পাছত স্বৰ্গলাভ। কিন্তু প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলৰ দৃষ্টিভঙ্গী আছিল ইয়াৰ ঠিক বিপৰীত। তেওঁলোকৰ চিন্তাত পৰকালৰ কোনো অস্তিত্ব নাছিল। সেই কাৰণে তেওঁলোকে পাৰ্থিৱ জীৱনটোকেই পৰিপূৰ্ণভাৱে উপভোগ কৰিবলৈ বিচাৰিছিল। মৃত্যুৰ পিছত স্বৰ্গ পাবলৈ আশা কৰি বহি নাথাকি তেওঁলোকে এই পৃথিৱীখনকেই স্বৰ্গত পৰিণত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সেই কাৰণে একমাত্ৰ দাসসকলৰ বাহিৰে আন বেছিভাগ গ্ৰীক আৰু ৰোমানৰ জীৱন আছিল আনন্দময়। তেওঁলোকে শৰীৰটোক বিশেষ মূল্য দিছিল কাৰণে শৰীৰৰ পৰিপূৰ্ণ উৎকৰ্ষ সাধনৰ কাৰণে চেষ্টা কৰিছিল; মানৱ-দেহৰ মহিমাময় সৌন্দৰ্যৰ বন্দনা কৰি মাৰ্বল পাথৰৰ অপৰূপ মূৰ্তি নিৰ্মাণ কৰিছিল; তেওঁলোকে মৃত্যুৰ চিন্তাত ম্ৰিয়মাণ হৈ নাথাকি সকলো সময়তে চিন্তা কৰিছিল কেৱল জীৱনৰ কথা; আৰু তেওঁলোকৰ সাহিত্য আৰু দৰ্শনৰ কেন্দ্ৰস্থলত বিৰাজ কৰিছিল কেৱল মানুহ। তেৰ শতিকাৰ ইটালীয়ে যেতিয়া প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলৰ এই ভাব-সম্পদ নতুনকৈ আৱিষ্কাৰ কৰিলে, তেতিয়া তেওঁলোকৰ চিন্তাত এটা ডাঙৰ বিপ্লৱ ঘটি গ'ল। মৃত্যু আৰু পৰকালৰ পৰা চকু ঘূৰাই আনি তেওঁলোকে জীৱন আৰু ইহকালৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিলে। তেওঁলোকে

হঠাৎ আৱিষ্কাৰ কৰিলে যে এই পৃথিৱীখন সুন্দৰ; ইয়াক আৰু সুন্দৰ কৰিব পাৰি। এই জীৱনটো সুন্দৰ; ইয়াক আৰু সুন্দৰ কৰিব পাৰি। কিন্তু কাৰ কাৰণে সুন্দৰ কৰা হ'ব? মানুহৰ কাৰণে। যি মানুহ ইমানদিন অৱহেলিত হৈ আছিল, সেই মানুহেই হঠাৎ শিল্পী, কবি আৰু দাৰ্শনিকৰ ধ্যানৰ প্ৰধান বিষয় হৈ পৰিল। অৰ্থাৎ শিল্পী, কবি আৰু দাৰ্শনিকসকল হৈ পৰিল মানৱতাবাদী। মধ্যযুগৰ মানুহে সকলো প্ৰশ্নৰ উত্তৰ বিচাৰিছিল বাইবেল তথা ধৰ্মশাস্ত্ৰৰ মাজত। কিন্তু নতুন মন্ত্ৰৰ দীক্ষিত মানৱতাবাদীসকলে এইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ ধৰিলে প্ৰাচীন গ্ৰীচ আৰু ৰোমৰ সাহিত্য আৰু দৰ্শনৰ মাজত।

ইটালীত এই গোটেই ঘটনাবোৰ ঘটিবলৈ আৰম্ভ কৰিছিল তেৰ শতিকাৰ আৰম্ভণিৰ পৰাই। পৃথিৱীলৈ যে এটা নতুন যুগ আহিব ধৰিছে তাৰ আগলি বতৰা পাই কবি আৰু ভাবুকৰ মন তেতিয়াৰ পৰাই চঞ্চল হ'বলৈ আৰম্ভ কৰিছিল। যিজন মানুহৰ মন আটাইতকৈ বেছিকৈ চঞ্চল হৈছিল তেওঁৰ নাম হ'ল ফ্ৰান্সিছ পেট্ৰাৰ্ক (১৩০৪–১৩৭৪)। পণ্ডিতসকলৰ মতে তেৱেঁই হ'ল 'প্ৰথম আধুনিক মানুহ'। সম্পূৰ্ণ নতুন ধৰণৰ কবিতা লিখি তেওঁ ইতিহাসত এটা নতুন যুগৰ সূচনা কৰে। এই কবিতাৰ বৈশিষ্ট্য হ'ল এয়েই যে তেওঁৰ কবিতাতেই মানুহে প্ৰথমে ব্যক্তি হিচাপে আত্ম-প্ৰকাশ কৰে, অৰ্থাৎ এজন ব্যক্তিৰ আশা-আকাংক্ষা আৰু আনন্দ-বিষাদ তেওঁৰ কবিতাত ফুটি উঠে। ইয়াৰ আগতে আত্ম-বিলোপেই আছিল কবিসকলৰ আদৰ্শ। পেট্ৰাৰ্কে এটা নতুন আদৰ্শ দাঙি ধৰিলে। তেওঁ ক'লে যে আত্ম-বিলোপ নহয়, আত্ম-প্ৰকাশেই হোৱা উচিত সকলো কবি আৰু শিল্পীৰ প্ৰধান উদ্দেশ্য। তেওঁৰ এই বাণী সাৰোগত কৰি লোৱাৰ কাৰণেই ইউৰোপৰ মানুহৰ পক্ষে নৱ-জাগৰণ সম্ভৱ হ'ল। সেই কাৰণে 'প্ৰথম আধুনিক মানুহ' পেট্ৰাৰ্কক ৰেণেছাঁ তথা নৱ-জাগৰণৰো জন্মদাতা বুলিও কোৱা হয়।

সি যি কি নহওক, ঠিক এনেকুৱা এখন ইটালীলৈকে দলে দলে আহিল কনষ্টান্টিন'প'লৰ পৰা পলাই অহা পণ্ডিতসকল। যি সময়ত ইটালীৰ মানুহ প্ৰাচীন গ্ৰীচ আৰু ৰোমান জ্ঞান-ভাণ্ডাৰৰ সম্পূৰ্ণ আস্বাদ পাবৰ কাৰণে ব্যাকুল হৈ পৰিছিল, ঠিক সেই সময়তে এই শৰণাৰ্থী পণ্ডিতসকলে ইটালীলৈ লৈ আহিল কনষ্টান্টিন'প'লত হাজাৰ বছৰ ধৰি সঞ্চিত হৈ থকা সুপ্ৰাচীন গ্ৰন্থসমূহ। ইয়াৰ আগৰ প্ৰায় এশ বছৰ ধৰি ইটালী তথা ইউৰোপৰ মানুহে যি ব্যক্তিত্ববাদ আৰু ঐহিকতাবাদক ধীৰে ধীৰে মূল্য দিবলৈ আৰম্ভ কৰিছিল, তাৰেই পূৰ্ণ সমৰ্থন তেওঁলোকে বিচাৰি পালে প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলৰ চিন্তাত। প্ৰাচীন গ্ৰন্থ অধ্যয়ন কৰি নতুনকৈ বহু কথা জানিবলৈ আৰু চিন্তা কৰিবলৈ তেওঁলোক ব্যগ্ৰ হৈ পৰিল। ইমানদিনে তেওঁলোকে কৰি আহিছিল কেৱল ধৰ্ম-চৰ্চা। এতিয়া তাৰ ঠাই ল'লে জ্ঞান-চৰ্চাই। এন্ধাৰ বন্ধ কোঠালিৰ পৰা তেওঁলোক ওলাই আহিল বাহিৰৰ উজ্জ্বল মুকলি পৃথিৱীলৈ। ইটালীৰ পুনৰ্জন্ম হ'ল। এই পুনৰ্জন্মকেই কোৱা হয় ৰেণেছাঁ। অৰ্থাৎ নৱ-জাগৰণ। ক্ৰমে ক্ৰমে ই ইটালীৰ পৰা স্পেইন, ফ্ৰান্স আৰু ইংলেণ্ডলৈ বিয়পি পৰিল।

## ন

নৱ-জাগৰণৰ প্ৰধান বৈশিষ্ট্যবোৰ সংক্ষেপে ব্যাখ্যা কৰি এজন পণ্ডিতে লিখিছে ঃ

'জীৱনটো কেৱল সহ্য কৰিব লগা বস্তু নহয়, আচলতে ই এটা উপভোগ কৰিব লগা বস্তু— এনে এটা নতুন অনুভূতিয়ে মানুহৰ মন অধিকাৰ কৰিবলৈ ধৰিলে। মানুহে এই পৰিদৃশ্যমান বস্তু-জগতক গভীৰ আৱেগেৰে ভাল পাবলৈ আৰম্ভ কৰিলে আৰু পৃথিৱীৰ প্ৰতি সেই প্ৰেমেই জন্ম দিলে কলা আৰু স্থাপত্যৰ ক্ষেত্ৰত নৱ-জাগৰণৰ যুগৰ বিস্ময়কৰ আৰু মহিমামণ্ডিত শিল্পকৰ্মবোৰৰ। লিঅ'নাৰ্ড'-দা-ভিঞ্চি, মাইকেল্ এঞ্জেল' আৰু ৰাফায়েল—এই তিনিজন মহান শিল্পী আছিল নৱ-জাগৰণ যুগৰ শিল্প-আন্দোলনৰ প্ৰধান নেতা। মানুহে প্ৰকৃতিক নতুনকৈ পৰীক্ষা কৰি চাবলৈ আৰম্ভ কৰিলে—যাৰ ফলত আধুনিক বিজ্ঞানৰ সূচনা হ'ল। জ্যোতিৰ্বিজ্ঞানৰ ক্ষেত্ৰত ক'পাৰ্নিকাছৰ নতুন অনুসন্ধানবোৰো ইয়াৰ ফলতেই সম্ভৱ হ'ল। মানুহে তেওঁলোকৰ ব্যক্তিগত উদ্ভাৱনী দক্ষতা কামত খটাবলৈ প্ৰেৰণা লাভ কৰিলে আৰু তাৰ ফলত আৱিষ্কৃত হ'ল মুদ্ৰণ-যন্ত্ৰ। মুদ্ৰণ যন্ত্ৰৰ আৱিষ্কাৰে জ্ঞানৰ বিস্তাৰৰ পথ সুগম কৰি তুলিলে। এইবোৰ কাৰণতে নৱ-জাগৰণক আধুনিক জগত আৰু আধুনিক মানসিকতাৰ আৰম্ভণি বুলি কোৱা হয়।'

ইয়াৰ পিছৰ অধ্যায়বোৰত আমি মুদ্ৰণ-যন্ত্ৰ, ক'পাৰ্নিকাছ আৰু কলম্বছৰ কাহিনী কম। কিন্তু সেইবোৰ প্ৰসঙ্গলৈ যোৱাৰ আগতে—আহক—আমি নৱ-জাগৰণৰ যুগৰ আৰু এক বিৰাট বহুমুখী প্ৰতিভাৰ লগত চিনাকি হৈ লওঁ।

তেওঁ হ'ল মাইকেল্ এঞ্জেল'।

## মাইকেল্ এঞ্জেল'



*মাইকেল্ এঞ্জেল'*

মাইকেল্ এঞ্জেল' পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ চিত্ৰকৰ আৰু ভাস্কৰকেইজনৰ ভিতৰত অন্যতম। ইটালীৰ টাস্কেনিত ১৪৭৫ খ্ৰীষ্টাব্দৰ ৬ মাৰ্চ তাৰিখে তেওঁৰ জন্ম হয়। সৰুৰে পৰাই চিত্ৰকলাৰ প্ৰতি তেওঁৰ অদম্য ধাউতি আছিল। কিন্তু তেওঁৰ দেউতাকে ভাবিছিল যে এটা অভিজাত পৰিয়ালৰ সন্তানৰ কাৰণে চিত্ৰকৰ হোৱাটো এটা সন্মানজনক বৃত্তি নহয়। মাইকেল্ এঞ্জেল'ৰ বয়স যেতিয়া মাত্ৰ তেৰ বছৰ, তেতিয়াই ফ্ৰান্সেস্ক' গানাচ্ছি নামৰ এজন চিত্ৰকৰৰ লগত তেওঁৰ বন্ধুত্ব হয়। তেওঁৰ চিত্ৰশালাতে মাইকেল্ এঞ্জেল'ই শিক্ষানবিচীৰ জীৱন আৰম্ভ কৰে। চিত্ৰাংকণ-শিক্ষাৰ অংশ হিচাপে তেওঁক বিখ্যাত চিত্ৰ কিছুমান নকল কৰাৰ কামত নিয়োগ কৰা হয়। কিন্তু চিত্ৰাংকণতকৈ মাইকেল্ এঞ্জেল'ৰ বেছি আগ্ৰহ আছিল ভাস্কৰ্যকলাৰ প্ৰতি।

১৪৮৯ খ্ৰীষ্টাব্দত মাইকেল্ এঞ্জেল'ই ভাস্কৰ্যকলা শিকিবৰ কাৰণে ফ্ল'ৰেঞ্চৰ শাসক লৰেঞ্জ'-ডা-মেডিছিৰ ওচৰলৈ যায় আৰু তেওঁৰেই পৃষ্ঠপোষকতাত মাইকেল্ এঞ্জেল'ই বাটলভ'-দা-গিয়ভান্নিৰ লগত শিষ্য হিচাপে কাম কৰাৰ সুযোগ পায়। তেওঁৰ অসাধাৰণ প্ৰতিভাৰ কথা লৰেঞ্জ'ৰ কাণত পৰাত লৰেঞ্জ'ই তেওঁৰ নিজৰ ৰাজপ্ৰাসাদত বাস কৰিবলৈ নিমন্ত্ৰণ কৰে। লৰেঞ্জ'ৰ ৰাজপ্ৰাসাদত বাস কৰাৰ সময়তে মাইকেল্ এঞ্জেল'ই সেই সময়ৰ নেতৃস্থানীয় মানৱতাবাদী দাৰ্শনিকসকলৰ আলাপ-আলোচনা নিবিড় মনোযোগেৰে শুনাৰ সুযোগ লাভ কৰে আৰু তাৰ প্ৰভাৱ তেওঁৰ জীৱনত চিৰস্থায়ী হয়।

১৪৯২ খ্ৰীষ্টাব্দত লৰেঞ্জ'ৰ মৃত্যু হয়। তেওঁৰ পুতেক পিয়েৰ'-ডা-মেডিছিয়েও মাইকেল্ এঞ্জেল'ক তেওঁৰ প্ৰাসাদত থাকিবলৈ অনুৰোধ কৰে; কিন্তু মনোমত কোনো কাম কৰিবলৈ সুযোগ নোপোৱাত তেওঁ নিজৰ ঘৰলৈ ঘূৰি আহে। এনে সময়তে ফ্ৰান্সে ফ্ল'ৰেঞ্চ আক্ৰমণ কৰিবলৈ উদ্যত হোৱাত যুদ্ধ অনিবাৰ্য হৈ পৰে। ১৪৯৪ খ্ৰীষ্টাব্দত মাইকেল্ এঞ্জেল' ঘৰৰ পৰা পলাই যায়। তাৰ ছমাহৰ পাছতে ফৰাচী সৈন্যবাহিনীয়ে ফ্ল'ৰেঞ্চ দখল কৰি মেডিছিক সিংহাসন-চ্যুত কৰে। তাৰ পাছৰ চাৰি বছৰৰ কাৰণে ফ্ল'ৰেঞ্চ শাসন কৰা বিখ্যাত ধৰ্মপ্ৰচাৰক ছাভানাৰোলাই। ইউৰোপৰ নৱ-জাগৰণে মানুহৰ মনত যি নতুন চিন্তাৰ সোঁত বোৱাইছিল, ছাভানাৰোলা আছিল সেই সকলোৰে বিৰোধী। তেওঁ আছিল মধ্যযুগৰ গোড়া ধৰ্ম-বিশ্বাসৰ প্ৰতিভূ। কিছু দিনৰ কাৰণে তেওঁ মানুহৰ মনৰ ওপৰত গভীৰ প্ৰভাৱ পেলাবলৈ সমৰ্থ হৈছিল। কিন্তু নৱ-জাগৰণৰ মানৱতাবাদী আদৰ্শ মানুহৰ কাৰণে ইমান আকৰ্ষণীয় হৈ উঠিল যে সেই আদৰ্শৰ বিৰোধিতা কৰাৰ অপৰাধত তেওঁলোকে অৱশেষত ছাভানাৰোলাক ফাঁচী দি আধামৰা অৱস্থাতে তেওঁক পুৰি পেলালে।

পলাতক অৱস্থাত মাইকেল্ এঞ্জেল'ই প্ৰায় এবছৰ কাল বলোনাত বাস কৰে। কিন্তু অৰ্থাভাৱৰ সন্মুখীন হৈ তেওঁ পুনৰ ফ্ল'ৰেঞ্চলৈ ঘূৰি আহে আৰু ছেইণ্ট জন নামৰ এটা মূৰ্তি খোদাই কৰে। তেওঁ ডেকা বয়সত নিৰ্মাণ কৰা অন্যান্য কেবাটাও মূৰ্তিৰ লগতে ছেইণ্ট জনৰ মূৰ্তিটোও হেৰাই যায়। ছান গিয়ৰ্গিয়ৰ কাৰ্ডিনেলৰ পৃষ্ঠপোষকতা পোৱাৰ আশাত ১৪৯৬ খ্ৰীষ্টাব্দত তেওঁ ৰোমলৈ যায়। কাৰ্ডিনেলৰ পৰা তেওঁ একো সহানুভূতি লাভ কৰিব নোৱাৰিলে। কিন্তু প্ৰাচীন মূৰ্তি সংগ্ৰাহক জেকপো গেল্লিয়ে তেওঁক দণ্ডায়মান কিউপিডৰ এটা পূৰ্ণ-উচ্চতাসম্পন্ন মূৰ্তি গঢ়াৰ কামত নিয়োগ কৰে। এই মূৰ্তিটোও আজিলৈকে বিচাৰি পোৱা হোৱা নাই। সি যি কি নহওক, গেল্লিৰ সহায়তে মাইকেল্ এঞ্জেল'ই ফৰাচী কাৰ্ডিনেল জাঁ দ্য ভিলিয়াৰ দ্য গ্ৰছলেৰ পৰা 'পিয়েটা' অৰ্থাৎ মৃত খ্ৰীষ্টক কোলাত লৈ থকা কুমাৰী মাতৃৰ মূৰ্তি নিৰ্মাণ কৰিবলৈ কমিছন লাভ কৰে। মাইকেল্ এঞ্জেল'ই প্ৰতিশ্ৰুতি দিছিল যে এই মূৰ্তিটো হ'ব ৰোমৰ সুন্দৰতম মূৰ্তি; কোনো জীৱিত শিল্পীয়েই ইয়াতকৈ অধিক সুন্দৰ মূৰ্তি নিৰ্মাণ কৰিব নোৱাৰিব। মাইকেল্ এঞ্জেল'ই নিজৰ সেই প্ৰতিশ্ৰুতি আখৰে আখৰে পালন কৰিছিল। ১৪৯৯ খ্ৰীষ্টাব্দত এই মূৰ্তিটো বিশ্ববিখ্যাত ছেইণ্ট পিটাৰ্ছ গীৰ্জাত প্ৰতিষ্ঠা কৰা হয়। প্ৰসঙ্গতঃ উল্লেখযোগ্য যে মাইকেল্ এঞ্জেল'ই নিৰ্মাণ কৰা সকলো মূৰ্তিৰ ভিতৰত একমাত্ৰ এই মূৰ্তিটোৱেই তেওঁৰ স্বাক্ষৰ বহন কৰিছে। এনে এটা অসাধাৰণ মূৰ্তি নিৰ্মাণ কৰাৰ পাছতো কিন্তু মাইকেল্ এঞ্জেল'ই ৰোমত নতুন একো কাম কৰাৰ কমিছন নাপালে। ১৫০১ খ্ৰীষ্টাব্দত তেওঁ আকৌ ফ্ল'ৰেঞ্চলৈ ঘূৰি আহিল।

মাইকেল্ এঞ্জেল' মুঠতে পাঁচ বছৰ ফ্ল'ৰেঞ্চৰ পৰা আঁতৰি আছিল। এই সময়ছোৱাৰ ভিতৰতে ফ্ল'ৰেঞ্চত বহুতো ৰাজনৈতিক পৰিৱৰ্তন ঘটিল। ফ্ল'ৰেঞ্চত গণতান্ত্ৰিক শাসন প্ৰৱৰ্তিত হ'ল। এইবাৰ মাইকেল্ এঞ্জেল'ই ইমান বেছি কাম কৰিবলৈ ধৰিলে যে তেওঁৰ খাৱন-শোৱনৰ সময় নোহোৱা হ'ল।

অন্যান্য বহুতো কামৰ লগতে তেওঁ ডেভিডৰ এটা বিৰাট মাৰ্বলৰ মূৰ্তি নিৰ্মাণ কৰিবলৈ আৰম্ভ কৰি আধৰুৱাকৈ এৰি দিছিল। মাইকেল্ এঞ্জেল'ই সেই একেডোখৰ মাৰ্বলতে তেওঁৰ সোতৰ ফুট ডেভিডৰ নিৰ্মাণৰ কাম ১৫০১ খ্ৰীষ্টাব্দৰ ১৩ ছেপ্টেম্বৰ তাৰিখে আৰম্ভ কৰিলে। ১৫০৫ খ্ৰীষ্টাব্দৰ ৮ ছেপ্টেম্বৰত এই মূৰ্তিৰ নিৰ্মাণকাৰ্য সম্পূৰ্ণ হ'ল। ফ্ল'ৰেঞ্চৰ ত্ৰিশজন সৰ্বশ্ৰেষ্ঠ শিল্পীক লৈ গঠিত এখন কমিটিয়ে বাছনি কৰা এখন ঠাইত মূৰ্তিটো প্ৰতিষ্ঠা কৰা হ'ল। ডেভিড এটা অতি বৃহৎ আকাৰৰ নগ্ন পুৰুষ-মূৰ্তি। তেওঁ তেওঁৰ নিজৰ সম্প্ৰদায়ৰ শত্ৰু গলিয়াথৰ আগমনৰ কাৰণে শান্তভাৱে অপেক্ষা কৰি আছে।

১৫০৪ খ্ৰীষ্টাব্দত লিঅ'নাৰ্ড'-দা-ভিঞ্চিয়ে ফ্ল'ৰেঞ্চৰ শাসক-পৰিষদ ভৱনৰ পুবফালৰ বেৰখনত 'আঙ্গিয়াৰিৰ যুদ্ধ' নামৰ এখন বিৰাট চিত্ৰ আঁকিছিল। তাৰ কেইমাহমানৰ পাছত বেৰখনৰ আনটো ফালত ষাঠি ফুট দীঘল আৰু চৌবিশ ফুট বহল আন এখন ছবি আঁকিবলৈ মাইকেল্ এঞ্জেল'কো নিয়োগ কৰা হ'ল। তেওঁ নিজৰ চিত্ৰৰ বিষয়-বস্তু হিচাপে বাছি ল'লে ১৩৬৪ খ্ৰীষ্টাব্দৰ যুদ্ধৰ সময়ত ঘটা এটা ঘটনা ঃ ফ্ল'ৰেঞ্চৰ সৈন্যসকল আৰ্নো নদীত গা ধুই আছিল; এনেতে শত্ৰুৰ আগমনৰ সংকেত পোৱাৰ লগে লগে তেওঁলোক মুহূৰ্ততে যুদ্ধৰ কাৰণে সষ্টম হৈ উঠিল। মাইকেল্ এঞ্জেল'ই এই চিত্ৰখন আঁকিবৰ সময়ত ফ্ল'ৰেঞ্চৰ লগত পিছাৰ যুদ্ধ চলি আছিল। গতিকে তেওঁ এই চিত্ৰখনৰ যোগেদি ফ্ল'ৰেঞ্চবাসীক সাৱধান কৰি দিব খুজিছিল যে স্বদেশ ৰক্ষাৰ কাৰণে তেওঁলোক সকলো সময়তে সষ্টম হৈ থাকিব লাগে।

এই বিৰাট চিত্ৰখনেই মাইকেল্ এঞ্জেল'ক চিত্ৰকৰ হিচাপে সুপ্ৰতিষ্ঠিত কৰিলে। নৱ-জাগৰণৰ যুগৰ শিল্পকলাৰ মহত্তম আদৰ্শ মাইকেল এঞ্জেল'ৰ এই চিত্ৰখনৰ মাজত প্ৰতিফলিত হৈ উঠিল, আৰু মাত্ৰ ত্ৰিশ বছৰ বয়সতে তেওঁ ইটালীৰ সৰ্বশ্ৰেষ্ঠ শিল্পীৰূপে পৰিগণিত হ'ল।

১৫০৫ খ্ৰীষ্টাব্দত ৰোমৰ পোপ দ্বিতীয় জুলিয়াছে মাইকেল্ এঞ্জেল'ক ৰোমলৈ নিমন্ত্ৰণ কৰি তেওঁৰ সমাধি-মন্দিৰ নিৰ্মাণ কৰিবলৈ নিয়োগ কৰিলে। পৰম উৎসাহেৰে এই কাম আৰম্ভ কৰাৰ কিছুদিনৰ পাছত মাইকেল্ এঞ্জেল'ৱে লক্ষ্য কৰিলে যে কামটোৰ প্ৰতি পোপৰ আগ্ৰহ লাহে লাহে কমি আহিছে। ১৫০৬ খ্ৰীষ্টাব্দৰ ১৭ এপ্ৰিল তাৰিখে মাইকেল্ এঞ্জেল'ই ঘোঁৰাত উঠি ৰোমৰ পৰা পলাল। পোপে তেওঁৰ পিছে পিছে খেদা পঠিয়ালে। কিন্তু পোপৰ অনুচৰে তেওঁক ধৰিবলৈ পোৱাৰ আগতেই মাইকেল্ এঞ্জেল' নিৰাপদে আহি ফ্ল'ৰেঞ্চত উপস্থিত হ'ল। কিন্তু তাৰ কিছুদিনৰ পিছতে পোপে আকৌ তেওঁক ৰোমলৈ মাতি পঠিয়ালে আৰু পোপৰ ব্যক্তিগত উপাসনা-গৃহ ছিষ্টিন ছেপেলৰ চিলিংখন চিত্ৰাংকিত কৰাৰ কামত তেওঁক নিয়োগ কৰিলে। এই বিৰাট কামৰ প্ৰস্তুতি আৰম্ভ হ'ল ১৫০৮ খ্ৰীষ্টাব্দৰ মে' মাহত। ছিষ্টিন ছেপেলৰ কাম শেষ হোৱাৰ পাছত পোপে তেওঁক আৰু এটা ডাঙৰ কামত নিয়োগ কৰিলে। এই কামৰ কাৰণে মাইকেল্ এঞ্জেল'ই সাত বছৰ সময় ল'লে। তদুপৰি এই সময়ছোৱাৰ ভিতৰত তেওঁ আন একো কামৰ দায়িত্ব নল'বলৈ ঠিক কৰিলে। ১৫১৩ আৰু ১৫১৬ খ্ৰীষ্টাব্দৰ ভিতৰত তেওঁ 'ম'জেছ' আৰু 'দাসৰ' মূৰ্তি নিৰ্মাণ কৰি শেষ কৰিলে। শিল্পকলাৰ প্ৰসিদ্ধ ইতিহাস-ৰচয়িতা ভাছাৰিয়ে ১৫৬৮ খ্ৰীষ্টাব্দত লিখিলে ঃ 'মাইকেল্ এঞ্জেল'ই যেতিয়া ম'জেছৰ মূৰ্তি নিৰ্মাণ কৰি শেষ কৰিলে, তেতিয়া প্ৰাচীন বা আধুনিক এনে কোনো মূৰ্তি নাথাকিল—যি মূৰ্তি মাইকেল্ এঞ্জেল'ৰ ম'জেছৰ সমকক্ষ হ'ব পাৰে।'

এই মূৰ্তি এতিয়াও ৰোমৰ আটাইতকৈ বিখ্যাত মূৰ্তি।

ইয়াৰ পাছত মাইকেল্ এঞ্জেল'ই ইজনৰ পিছত সিজনকৈ কেবাজনো পোপৰ নিৰ্দেশক্ৰমে বহুতো চিত্ৰ আঁকিলে আৰু মূৰ্তি নিৰ্মাণ কৰিলে। সেইবোৰৰ ভিতৰত কিছুমান পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ শিল্পসৃষ্টিৰ

অন্যতম। ১৫৩৩ খ্ৰীষ্টাব্দত মাইকেল্ এঞ্জেল'ই আকৌ ৰোমলৈ গৈ জুলিয়াছ মনুমেণ্টৰ আধৰুৱা কাম শেষ কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু পোপ ক্লিমেণ্টে তেওঁক টানি ধৰিলে যে আনবোৰ কাম কৰাৰ আগতে তেওঁ ছিষ্টিন ছেপেলৰ বেদীৰ পিছফালৰ বেৰত এখন ছবি আঁকি ছেপেলৰ চিত্ৰাংকণৰ কাম সম্পূৰ্ণ কৰিব লাগিব। বিষয়-বস্তু ঠিক হ'ল 'শেষ বিচাৰ'। ১৫৩৫ খ্ৰীষ্টাব্দত এই ছবি অঁকা শেষ হ'ল। ছবিখন দেখি পোপে আৱেগত অভিভূত হৈ থিতাতে প্ৰাৰ্থনা কৰিবলৈ বহি গ'ল ঃ 'প্ৰভু, তুমি যিদিনা শেষ বিচাৰৰ কাৰণে অৱতীৰ্ণ হ'বা, সেইদিনা যেন মোৰ বিৰুদ্ধে কোনো পাপৰ অভিযোগ নানা।'

ইউৰোপৰ নৱ-জাগৰণে যি দুজন অতি-মানৱিক প্ৰতিভাৰ অধিকাৰী সৰ্বগুণী শিল্পীৰ জন্ম দিছিল তেওঁলোকৰ এজন হ'ল মাইকেল্ এঞ্জেল'। আনজন লিঅ'নাৰ্ড'-দা-ভিন্সি—যাৰ কথা আগতেই কৈ অহা হৈছে। মাইকেল্ এঞ্জেল'ৰ বিষয়ে আমি সাধাৰণ মানুহে জানিব লগা আটাইতকৈ ডাঙৰ কথাটো হ'ল এয়ে যে তেওঁ কেৱল সহজাত প্ৰতিভাৰ বলেৰেই শিল্পী হিচাপে অসামান্য কৃতকাৰ্যতা লাভ কৰা নাছিল; প্ৰতিভাৰ লগত যোগ হৈছিল তেওঁৰ অসাধাৰণ পৰিশ্ৰমশক্তি। তেওঁ শিল্পী-জীৱন আৰম্ভ কৰিছিল ভাস্কৰ হিচাপে। ৰোমৰ পোপে তেওঁক ছিষ্টিন ছেপেলৰ চিলিঙত চিত্ৰ আঁকিবলৈ নিয়োগ কৰাৰ আগলৈকে মাইকেল্ এঞ্জেল'ই চিত্ৰাংকণৰ প্ৰতি কেতিয়াও বিশেষ মনোযোগ দিয়া নাছিল, কাৰণ চিত্ৰকৰ হ'বলৈ তেওঁৰ অকণো ইচ্ছা নাছিল। ছিষ্টিন ছেপেলৰ চিত্ৰ আঁকিবলৈকো তেওঁ প্ৰথমতে অসন্মতি প্ৰকাশ কৰিছিল। কিন্তু পোপৰ ইচ্ছাই আইন; তেওঁৰ অবাধ্য হোৱাৰ সাধ্য কাৰ আছে? নিজৰ ইচ্ছাৰ বিৰুদ্ধেও চিত্ৰ আঁকিবলৈ আৰম্ভ কৰি প্ৰায় এবছৰৰ পাছত ১৫০৯ খ্ৰীষ্টাব্দৰ ২৭ জানুৱাৰীত মাইকেল্ এঞ্জেল'ই লিখিছিল ঃ 'চিত্ৰাংকণ মোৰ বৃত্তি নহয়। মই অনাহকত মোৰ সময়বোৰ নষ্ট কৰিছোঁ মাত্ৰ।' কিন্তু ছিষ্টিন ছেপেলৰ চিত্ৰ যেতিয়া আঁকি শেষ হ'ল, তেতিয়া সমগ্ৰ সভ্য জগতে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে মাইকেল্ এঞ্জেল'ৰ আগতে বা পিছতো কোনো চিত্ৰকৰে ইয়াতকৈ অধিক মহিমা-মণ্ডিত চিত্ৰ কেতিয়াও অঁকা নাই।

ইমান ডাঙৰ কাম কৰিবলৈ পোপৰ দ্বাৰা নিযুক্ত হোৱা অন্যান্য শিল্পীসকলে যোগালি হিচাপে বহুত মানুহৰ সহায় লয়। কিন্তু মাইকেল্ এঞ্জেল'ই গোটেই কামটো কৰিছিল সম্পূৰ্ণ অকলে। তেওঁ কাকো বিশ্বাস নকৰিছিল। সেই কাৰণে তেওঁ কাম কৰি থকা গোটেই সময়ছোৱাত ছেপেলৰ ভিতৰলৈ কোনো মানুহক সোমাব নিদিছিল। তেওঁৰ সমস্যাৰ অন্ত নাছিল। প্ৰথমতে, তেওঁৰ চিত্ৰাংকণৰ অভিজ্ঞতা আছিল নিচেই কম। সেই কাৰণে কাম আগবঢ়াৰ লগে লগে তেওঁ চিত্ৰাংকণৰ ন ন কৌশলো উদ্ভাৱন কৰিব লগা হৈছিল। কেতিয়াবা এনেকুৱা হৈছিল যে চিলিঙৰ এটা অংশত ছবি অঁকা শেষ কৰি দ্বিতীয় অংশত ছবি আঁকিবলৈ আৰম্ভ কৰাৰ লগে লগে চিলিঙৰ প্ৰথম অংশটো উৰলি গৈ ছবি নষ্ট হৈ গৈছিল। তেতিয়া গোটেই ছবিখন তেওঁ আকৌ নতুনকৈ আঁকিব লগা হৈছিল। এনে এটা প্ৰাণঘাতী কঠিন কামত তেওঁ যি সময়ত দিনে-নিশাই মগ্ন হৈ আছিল সেই সময়তে তেওঁৰ আত্মীয়-কুটুম্ববোৰে আৰ্থিক সাহায্য বিচাৰি তেওঁক অতিষ্ঠ কৰি মাৰিছিল। ইমানৰ বাহিৰেও ভূতৰ ওপৰত দানহৰ দৰে আছিল পোপৰ অবিৰাম তাগিদা। মাইকেল্ এঞ্জেল'ই কাৰো সহায় নোলোৱাকৈ অকলে কাম কৰিব খোজাৰ কাৰণে আৰু ছেপেলৰ ভিতৰলৈ কাকো সোমাবলৈ নিদিয়াৰ কাৰণে পোপে তেওঁক সন্দেহ কৰিবলৈ আৰম্ভ কৰিছিল। তদুপৰি তেওঁ ভাবিছিল যে কামটো শেষ কৰিবলৈ মাইকেল্ এঞ্জেল'ই প্ৰয়োজনতকৈ বেছি সময় লৈছে। মাজে মাজে পোপৰ ইমান ধৈৰ্যচ্যুতি ঘটিছিল যে মাইকেল্ এঞ্জেল'ই যিখন ওখ চাঙত উঠি চিলিঙত ছবি আঁকিছিল সেই চাংখনৰ পৰা তেওঁক

ঠেলা মাৰি মাটিলৈ বগৰাই পেলাই দিয়া হ'ব বুলি পোপে তেওঁক ভয় দেখুৱাইছিল। কিন্তু সকলো দুখ-কষ্ট আৰু আহুকাল অগ্ৰাহ্য কৰি মাইকেল্ এঞ্জেল'ই নীৰৱে কাম কৰি থাকিল। তেওঁ কি ধৰণৰ অমানুষিক পৰিশ্ৰম কৰিব লগা হৈছিল সেই কথা সাধাৰণ মানুহৰ পক্ষে কল্পনা কৰাও টান। যিহেতু ছবি আঁকিব লাগিব ছেপেলৰ ছিলিঙত, সেই কাৰণে মাইকেল্ এঞ্জেল'ই শুই ল'ব লগা হৈছিল এখন ওখ চাঙত। এনেকৈ শুই থকা অৱস্থাত ছবি অঁকাৰ সময়ত তেওঁ মূৰটো পিছলৈ হলাই ৰাখিব লগা হৈছিল—এদিন নহয়, দুদিন নহয়, সুদীৰ্ঘ চাৰিটা বছৰ—যাৰ ফলত তেওঁৰ ডিঙিৰ গ্ৰন্থিবোৰ ফুলি উঠি তেওঁক ভীষণ যন্ত্ৰণা দিছিল। এইবোৰৰ উপৰি চকুৰ কষ্ট তো আছিলেই। চাৰি বছৰৰ অমানুষিক পৰিশ্ৰমৰ অন্তত ছিষ্টিন ছেপেলৰ ছবি অঁকা যেতিয়া শেষ হ'ল, তেতিয়া মাইকেল্ এঞ্জেল'ৰ বয়স মাত্ৰ সাতত্ৰিশ বছৰ। কিন্তু ছিষ্টিন ছেপেলে তেওঁৰ যৌৱন আৰু শক্তি এনেকৈ হৰণ কৰিলে যে মাত্ৰ সাতত্ৰিশ বছৰ বয়সতে তেওঁ বুঢ়া হৈ গ'ল।

কিন্তু ইয়াৰ পাছতো মাইকেল এঞ্জেল' আৰু ৫২ বছৰ জীয়াই আছিল। এই সুদীৰ্ঘ ৫২টা বছৰৰ এটা দিনো এটা মুহূৰ্তও তেওঁ কাম নকৰাকৈ থকা নাছিল। তেওঁ আছিল এজন প্ৰেৰণা-মত্ত আৰু দুঃসাহসী শিল্পী। কিন্তু তেওঁ অকল শিল্পীয়েই আছিলনে? চিত্ৰ আৰু ভাস্কৰ্যৰ বাহিৰেও তেওঁ গোটেই জীৱনত ২৫০টা কবিতা ৰচনা কৰিছিল। চিত্ৰাংকণ আৰু ভাস্কৰ্যৰ দৰেই কাব্য ৰচনাতো তেওঁ অতি-মানৱিক শ্ৰমশক্তিৰ পৰিচয় দিছিল। বহুতৰ মতে তেওঁ ইটালীৰ সৰ্বশ্ৰেষ্ঠ কবি। যিজন মানুহ আছিল চিত্ৰকৰ, ভাস্কৰ আৰু কবি, সেই একেজন মানুহেই প্ৰয়োজনৰ সময়ত সামৰিক অভিযন্তাৰ দায়িত্বও ল'ব লগা হৈছিল। অৰ্থাৎ লিঅ'নাৰ্ড-দা-ভিঞ্চিৰ দৰেই মাইকেল্ এঞ্জেল'ও আছিল বহুমুখী প্ৰতিভাৰ অধিকাৰী 'পূৰ্ণ মানৱ'—নৱ-জাগৰণৰ আদৰ্শৰ মূৰ্ত প্ৰতীক।

মাইকেল্ এঞ্জেল'ৰ কলাই মানৱ-কল্পনাৰ উচ্চতম সীমা অতিক্ৰম কৰিছিল। যিবোৰ বিষয়ৰ চিন্তাই পৃথিৱীৰ সকলো যুগৰ সকলো ভাবুকৰ মন উদ্বেলিত কৰি ৰাখিছে—সৃষ্টিৰ আদি আৰু অন্ত—সেই শাশ্বত বিষয়-বস্তুৱেই তেওঁৰ কলাত অন্তহীন ৰূপত প্ৰকাশ পাইছে। পোহৰৰ সৃষ্টি, প্ৰাণৰ উন্মেষ, পাপৰ উৎপত্তি, শেষ বিচাৰৰ দিন—এই আটাইবোৰকে তেওঁ প্ৰকাশ কৰিছে মানৱ-দেহৰ গতি আৰু আন্দোলনৰ দ্বাৰা। আমি যিবোৰ বস্তুক মানুহৰ সভ্যতা আৰু সংস্কৃতিৰ আটাইতকৈ মূল্যৱান সম্পদ বুলি গণ্য কৰোঁ, সেইবোৰৰ ভিতৰত এটা হ'ল মাইকেল এঞ্জেল'ৰ শিল্প-কীৰ্তি। শিক্ষিত মানুহ মাত্ৰেই তেওঁৰ বিষয়ে অলপ-অচৰপ কথা জনা উচিত।

## দহ

যিকেইটা আৱিষ্কাৰে মানুহৰ সভ্যতাত যুগান্তৰ আনিছে সেইবোৰৰ ভিতৰত এটা হ'ল লেখন-পদ্ধতিৰ আৱিষ্কাৰ। প্ৰথম অৱস্থাত আদিম কিংবা অৰ্ধসভ্য মানুহে কেৱল ব্যৱহাৰিক প্ৰয়োজনত লেখন-পদ্ধতি উদ্ভাৱন কৰি তাক কামত লগাইছিল। উদাহৰণস্বৰূপে মানুহে নিজৰ সম্পত্তি আৰু গৰু-গাই ৰক্ষা কৰিবলৈ সেইবোৰত কিবা এক ধৰণৰ চিন দিয়াৰ প্ৰয়োজন অনুভৱ কৰিছিল। যিবোৰ কথা পাহৰি গ'লে নানা বিপদ হ'ব পাৰে সেইবোৰ কথা মনত ৰাখিবলৈকো মানুহে সংকেত-চিহ্ন ব্যৱহাৰ কৰাৰ প্ৰয়োজন অনুভৱ কৰিছিল। এতিয়াও আনকি শিক্ষিতা তিৰোতায়ো দৰকাৰী কথা মনত ৰাখিবলৈ ৰিহা বা চাদৰৰ আগত গাঁঠি বান্ধি থোৱা দেখা যায়। এনেবোৰ উদ্দেশ্যত ব্যৱহাৰ কৰা কিবা এক ধৰণৰ সংকেত-চিহ্ন যেতিয়া মানুহৰ আয়ত্ত হ'ল, তেতিয়া মানুহে সেই সংকেত-চিহ্নবোৰৰ সহায়েৰে নিজৰ বংশধৰসকলৰ কাৰণে ৰণ-সংগীত আৰু প্ৰাৰ্থনা-সঙ্গীত সংৰক্ষণ কৰিবলৈ চেষ্টা কৰিলে। মানুহৰ প্ৰাচীনতম লেখন-পদ্ধতিৰ যি নমুনা এতিয়ালৈকে আৱিষ্কৃত হৈছে সি প্ৰায় ৬০০০ বছৰ পুৰণি। বানপানীয়ে পৃথিৱী প্লাৱিত কৰাৰ আখ্যান পৃথিৱীৰ বহুতো জাতিৰ মাজত যুগ যুগ ধৰি চলি আছিল; খ্ৰীষ্টৰ জন্মৰ ৪০০০ বছৰৰ আগতে মাটিৰ ফলিত লিপিবদ্ধ কৰা তেনে এটা আখ্যান মধ্যপ্ৰাচ্যৰ ছালডিয়া নামৰ ঠাইত আৱিষ্কৃত হৈছে আৰু ইয়াক এতিয়া ব্ৰিটিছ মিউজিয়ামত ৰখা হৈছে। তাৰ পিছৰ ডেৰ হাজাৰ বছৰত লেখন-পদ্ধতিৰ ইমান বিকাশ ঘটিল যে আলেকজেণ্ডাৰে খ্ৰীঃপূঃ ৩৩২ চনত আলেকজেণ্ড্ৰিয়াত স্থাপন কৰা লাইব্ৰেৰিত তেওঁৰ পাছত ইজিপ্তত ৰাজত্ব কৰা ট'লেমি বংশৰ ৰজাসকলে প্ৰায় সাত লাখ কিতাপ সংগ্ৰহ কৰিছিল।

কালক্ৰমত পৃথিৱীৰ সকলো সভ্য জাতিয়েই নিজৰ নিজৰ লিপি উদ্ভাৱন কৰি আৰু তাৰ বিকাশ ঘটাই উন্নত সাহিত্য সৃষ্টি কৰিবলৈ সমৰ্থ হ'ল। কিন্তু এই লিপি আছিল হাতে লিখা লিপি। মূল কিতাপখন যিজন মানুহে লিখিছিল তেওঁ তাক লিখিছিল নিজৰ হাতেৰে। আনে হয়তো তাৰ প্ৰতিলিপি কৰিছিল; কিন্তু কেৱল হাতেৰে লিখি আৰু কিমান প্ৰতিলিপি কৰা সম্ভৱ? তদুপৰি প্ৰাচীন কালত জ্ঞান-চৰ্চা সীমাবদ্ধ আছিল সমাজৰ মুষ্টিমেয় মানুহৰ মাজত। জ্ঞানৰ চৰ্চা সীমাবদ্ধ থকাৰ কাৰণে কিতাপৰ প্ৰতিলিপিও আছিল খুব কম; আনহাতে কিতাপৰ সংখ্যা কম হোৱাৰ কাৰণেও জ্ঞানৰ চৰ্চা আৰু প্ৰচাৰ সীমাবদ্ধ হ'বলৈ বাধ্য হৈছিল। সংখ্যাত অতি তাকৰীয়া এই হাতে লিখা কিতাপবোৰ ইমান দুষ্প্ৰাপ্য আৰু ব্যয়বহুল আছিল যে কিতাপৰ গৰাকীসকলে আনক সেই কিতাপবোৰ পৰাপক্ষত কেতিয়াও নিদিছিল। মধ্যযুগৰ খ্ৰীষ্টীয় মঠবোৰত কিতাপবোৰ লোৰ শিকলিৰে বান্ধি ৰখাৰ নিয়ম আছিল—যাতে আনে সহজে সেইবোৰ চুৰ কৰিব নোৱাৰে।

কিতাপেই হ'ল জ্ঞানৰ আকৰ, অৰ্থাৎ চিন্তাশীলৰ চিন্তা আৰু জ্ঞান কিতাপৰ মাজতেই সংৰক্ষিত হৈ থাকে। সেই কিতাপ যদি সমাজৰ মাত্ৰ কেইজনমান মানুহেহে ছুবলৈ পায়, তেন্তে জ্ঞানো মাত্ৰ সেইকেইজন মানুহৰেই এদনীয়া সম্পত্তি হৈ থাকিবলৈ বাধ্য। প্ৰাচীন যুগত সমাজৰ মাত্ৰ কেইজনমান মানুহ শিক্ষিত আৰু বাকী সকলো মানুহেই নিৰক্ষৰ অজ্ঞানী হোৱাৰ কাৰণে তাৰ দুটা প্ৰধান কুফল দেখা গৈছিল। প্ৰথমতে, সমাজত দেখ্‌দেখ্‌কৈ দুটা শ্ৰেণীৰ সৃষ্টি হৈছিল ঃ কিতাপ পঢ়িবলৈ সুযোগ পোৱা মুষ্টিমেয় শিক্ষিত সম্প্ৰদায়—যিসকল স্বভাৱতেই বাকীবোৰতকৈ শ্ৰেষ্ঠ বুলি পৰিগণিত হৈছিল; আৰু

নিৰক্ষৰ অশিক্ষিত সম্প্ৰদায়—যিসকলে শিক্ষিত সম্প্ৰদায়ে যি কয় তাকেই ধ্ৰুৱসত্য বুলি মানি ল'বলৈ বাধ্য হৈছিল। দ্বিতীয়তে, অজ্ঞানতাৰ কাৰণে সমাজৰ বেছিভাগ মানুহৰে কোনো বিষয়েই প্ৰশ্ন কৰিবলৈ যোগ্যতা আৰু অধিকাৰ নথকাৰ কাৰণে এহাতে তেওঁলোকৰ মানসিক বিকাশ যুগ যুগ ধৰি ব্যাহত হৈ আছিল আৰু আনহাতে জ্ঞান-বিজ্ঞানৰ নিত্য-নৱ বিকাশৰ পথো ৰুদ্ধ হৈ আছিল। প্ৰাচীন যুগত জ্ঞান-চৰ্চাৰ পৰিবেশ বৰ্ণনা কৰিবলৈ এইচ.জি.ওৱেলছে এটা সুন্দৰ উপমা ব্যৱহাৰ কৰিছে। সেই যুগৰ জ্ঞান-চৰ্চাৰ কেন্দ্ৰবোৰ হ'ল অত্যুজ্জ্বল দীপশিখাৰ পোহৰত আলোকিত এটা বন্ধ কোঠালিৰ নিচিনা—যাৰ চাৰিওফালে সীমাহীন ঘন অন্ধকাৰ। আলোকিত কোঠাটোত বহি আছে মাত্ৰ কেইজনমান ভাগ্যৱান মানুহ। বাকী আন সকলো চিৰ-অন্ধকাৰত নিমজ্জিত।

মানৱ-সমাজৰ দ্ৰুত প্ৰগতিৰ কাৰণে জ্ঞানৰ বিস্তাৰ আৰু বিনিময় কিয় অতি দৰকাৰী সেই কথা ব্যাখ্যা কৰি জন ৰথেনষ্টেইন নামৰ এজন পণ্ডিতে কৈছে ঃ 'কিমান সহজে বা কিমান কষ্ট-সহকাৰে সকলো ধৰণৰ জ্ঞানৰ বিনিময় কৰিব পাৰি তাৰ ওপৰতেই সভ্যতাৰ প্ৰগতি নিৰ্ভৰ কৰে। আন কথাত ক'বলৈ গ'লে ইতিহাসৰ যিবোৰ যুগত সকলো ধৰণৰ জ্ঞান মানুহে সহজে পাব পৰা অৱস্থাত থাকে সেইবোৰ যুগতেই ইতিহাসৰ গতিবেগ হয় তীব্ৰতম।'

কোৱা বাহুল্য মাথোন যে, ইতিহাসৰ এই নতুন যুগটো আৰম্ভ হ'ল ১৪৪০ আৰু ১৪৫০ খ্ৰীষ্টাব্দৰ ভিতৰত জন গুটেনবাৰ্গ নামৰ এজন জাৰ্মানে মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ কৰাৰ দিনটোৰ পৰা। অৱশ্যে ঐতিহাসিক বিচাৰত জন গুটেনবাৰ্গ মুদ্ৰণ-যন্ত্ৰৰ প্ৰথম আৱিষ্কাৰক নহয়। মুদ্ৰণ-যন্ত্ৰ প্ৰথম আৱিষ্কাৰ কৰিছিল চীনাসকলে। গুটেনবাৰ্গে মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ কৰাৰ প্ৰায় ৪০০ বছৰৰ আগতেই পি শ্বেঙ্ নামৰ এজন চীনদেশীয় মানুহে মুদ্ৰণ-যন্ত্ৰ তৈয়াৰ কৰি তাক কামত লগাইছিল। কিন্তু চীনা বৰ্ণমালাৰ আখৰৰ সংখ্যা ইমান বেছি যে চীনত মুদ্ৰণ-যন্ত্ৰৰ ব্যৱহাৰ খুব কাৰ্যকৰী নহ'ল। দ্বিতীয়তে সেই সময়ত চীনৰ লগত বহিৰ্বিশ্বৰ যোগাযোগ খুব কম থকাৰ কাৰণে চীনাসকলৰ দ্বাৰা আৱিষ্কৃত মুদ্ৰণ-যন্ত্ৰৰ খবৰ বাহিৰৰ পৃথিৱীৰ কাণত নপৰিলগৈ। জন গুটেনবাৰ্গে মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ কৰাৰ প্ৰায় অৰ্ধ-শতাব্দী আগতেই কোৰিয়াতো মুদ্ৰণ-যন্ত্ৰৰ ব্যৱহাৰ হোৱাৰ প্ৰমাণ আছে। কিন্তু কেৱল ঐতিহাসিক তথ্য হিচাপে মনত ৰখাৰ বাহিৰে এইবোৰ তথ্যৰ আন একো মূল্য নাই, কাৰণ যি মুদ্ৰণ-যন্ত্ৰই আধুনিক সভ্যতাত যুগান্তকাৰী বিপ্লৱ আনিছে তাৰ আদি-পুৰুষ হ'ল জন গুটেনবাৰ্গৰ দ্বাৰা আৱিষ্কৃত মুদ্ৰণ-যন্ত্ৰ।

অৱশ্যে গুটেনবাৰ্গৰ আৱিষ্কাৰৰ প্ৰায় অৰ্ধ শতাব্দী আগতেই এজন অজ্ঞাতনামা ইউৰোপীয়ই মুদ্ৰণ-যন্ত্ৰ তৈয়াৰ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ এচটা কাঠৰ ওপৰত আখৰৰ নক্সা কাটি লৈ পাছত আখৰটোৰ চাৰিওফালৰ কাঠখিনি বটালিৰে চাঁচি কাটি পেলাইছিল। ইয়াৰ ফলত আখৰবোৰ যেতিয়া গোট গোটকৈ থিয় হৈ পৰিল, তেতিয়া তাৰ ওপৰত চিয়াঁহি সানি কাগজ এখনৰ ওপৰত হেঁচা মাৰি দিলেই এটা পৃষ্ঠা ছপা হৈ গৈছিল। এই পদ্ধতিটোক জাইল'গ্ৰাফি বুলি কোৱা হৈছিল। গ্ৰীক ভাষাত জাইলছ্ শব্দৰ অৰ্থ হ'ল কাঠ। গ্ৰাফি মানে লেখন।

কিন্তু জাইল'গ্ৰাফি জনপ্ৰিয় নহ'ল। যিহেতু আখৰবোৰ লৰচৰ কৰিব নোৱাৰি, সেই কাৰণে এনেকৈ আখৰ কাটি উলিওৱা কাঠচটা কেৱল মাত্ৰ এখন কিতাপৰ ক্ষেত্ৰতহে ব্যৱহাৰ কৰিব পৰা হৈছিল। দ্বিতীয় এখন কিতাপ ছপা কৰিবলৈ হ'লে আকৌ বেলেগ এচটা কাঠত নতুনকৈ আখৰ কাটিব লগা হৈছিল। ফলত এই পদ্ধতিৰে ছপা কৰিবলৈ এহাতে যেনেকৈ সময় লাগিছিল বেছি, আনহাতে তেনেকৈ খৰচো হৈছিল প্ৰচুৰ। ইয়াৰ কিছুদিনৰ পাছত, পোন্ধৰ শতিকাৰ আদিভাগত, লৰেঞ্চ কষ্টাৰ নামৰ এজন হলেণ্ড দেশীয় মানুহে ইঠাইৰ পৰা সিঠাইলৈ আখৰ চলাই ফুৰিব পৰা এটা নতুন পদ্ধতি উদ্ভাৱন কৰিলে। এই পদ্ধতিৰ সুবিধা হ'ল

এই যে প্ৰত্যেকখন নতুন কিতাপ ছপা কৰিবৰ কাৰণে জাইল'গ্ৰাফিৰ নিচিনাকৈ নতুন নতুন আখৰ কাটি থাকিবৰ দৰকাৰ নহয়। যিহেতু আখৰবোৰ ইচ্ছা মতে ইঠাই পৰা সিঠাইলৈ লৰচৰ কৰি থাকিব পাৰি, সেই কাৰণে একেবোৰ আখৰকে প্ৰয়োজন অনুসৰি ন ন ৰূপত সজাই দ্বিতীয় এখন কিতাপো কৰিব পাৰি।

ক'বলৈ গ'লে কষ্টাৰৰ দ্বাৰা উদ্ভাৱিত এই পদ্ধতিয়েই আছিল আধুনিক মুদ্ৰণ-যন্ত্ৰৰ প্ৰথম সূচনা। সেই কাৰণে হলেণ্ডৰ মানুহে লৰেঞ্চ কষ্টাৰেই মুদ্ৰণ-যন্ত্ৰৰ প্ৰথম আৱিষ্কাৰক বুলি দাবী কৰিব খোজে। কিন্তু কষ্টাৰৰ মুদ্ৰণ-পদ্ধতিৰ এটা ডাঙৰ অসুবিধা আছিল। তেওঁ আখৰবোৰ কাঠৰ পৰা কাটি উলিয়াইছিল। এই কাঠৰ আখৰ বেছি দিন ব্যৱহাৰ কৰা সম্ভৱ নাছিল। কিছুদিন ব্যৱহাৰ কৰাৰ পিছতে আখৰবোৰ ক্ষয় গৈ ব্যৱহাৰৰ অনুপযোগী হৈ পৰিছিল। ইফালে আকৌ নতুনকৈ আখৰ কাটি উলিয়াবলৈকো বহুত সময় লাগিছিল।

১৪৪০ খ্ৰীষ্টাব্দ কি তাৰ অলপ পাছতেই জাৰ্মানীৰ জন গুটেনবাৰ্গে কাঠৰ পৰিৱৰ্তে সীহৰ ধাতুৰ পৰা আখৰ কাটি উলিওৱা পদ্ধতি উদ্ভাৱন কৰিলে। সীহৰ আখৰ বা 'টাইপ'ৰ সুবিধা আছিল বহুত। প্ৰথমতে, সীহ কাঠতকৈ বহুত বেছি টান। ফলত টাইপবোৰ সহজে ক্ষয় নাযায়। দ্বিতীয়তে, সীহৰ টাইপৰ খৰচো কম, কাৰণ টাইপবোৰ ক্ষয় গ'লে তাক গলাই একেখিনি সীহৰ পৰাই আকৌ নতুনকৈ টাইপ তৈয়াৰ কৰিব পাৰি। গুটেনবাৰ্গে ১৪৫৭ খ্ৰীষ্টাব্দত তেওঁৰ মুদ্ৰণ-যন্ত্ৰত লেটিন বাইবেল ছপা কৰি উলিওৱাৰ দিন ধৰি যোৱা ৫০০ বছৰত মুদ্ৰণ-পদ্ধতিৰ বিপুল আৰু বিস্ময়কৰ উন্নতি সাধন হৈছে; কিন্তু তাৰ মূল আৰ্হিটো উদ্ভাৱন কৰিছিল তেৱেঁই। গতিকে জন গুটেনবাৰ্গকেই মুদ্ৰণ-যন্ত্ৰণৰ আৱিষ্কাৰকৰ স্বীকৃতি দিয়া হয়।

ওপৰত এবাৰ কৈ অহা হৈছে যে লেখন-পদ্ধতিৰ আৱিষ্কাৰ আছিল মানৱ-সভ্যতাৰ ইতিহাসত এটা বিৰাট যুগান্তকাৰী ঘটনা। সঁচা কথা ক'বলৈ গ'লে মানুহ মানুহ হোৱাৰ পথত সি আছিল প্ৰথমটো প্ৰকাণ্ড পদক্ষেপ। লেখন-পদ্ধতি আৱিষ্কৃত হোৱাৰ ফলতহে মানুহৰ সকলো চিন্তা, কল্পনা আৰু অভিজ্ঞতা লিখিত ৰূপত উত্তৰ-পুৰুষৰ কাৰণে সংৰক্ষিত কৰি ৰখা সম্ভৱ হ'ল; অৰ্থাৎ মানুহে যুগ যুগ ধৰি অৰ্জন কৰা জ্ঞান আৰু অভিজ্ঞতা বিস্মৃতিৰ গৰ্ভত হেৰাই নগৈ ক্ৰমান্বয়ে জমা হ'বলৈ ধৰিলে। কিন্তু এই পুঞ্জীভূত জ্ঞান সীমাবদ্ধ হৈ থাকিল সমাজৰ সৌভাগ্যৱান মুষ্টিমেয় মানুহৰ মাজত। তাৰ কাৰণ আৰু পৰিণাম ওপৰত ব্যাখ্যা কৰা হৈছে।

প্ৰায় ৬০০০ বছৰৰ আগতে আৱিষ্কৃত হোৱা লেখন-পদ্ধতিয়ে মানৱ-সভ্যতাত যি বিপ্লৱৰ সূচনা কৰিছিল, সেই বিপ্লৱৰ দ্বিতীয়টো অধ্যায় আৰম্ভ হ'ল পোন্ধৰ শতিকাত মুদ্ৰণ-যন্ত্ৰ আৱিষ্কৃত হোৱাৰ মুহূৰ্তৰ পৰা। মানৱ-সভ্যতাৰ ইতিহাসত মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ এটা বিৰাট যুগান্তকাৰী ঘটনা। একে আষাৰে ক'বলৈ গ'লে ই মানুহৰ চিন্তা-প্ৰক্ৰিয়া, জীৱন-ধাৰা আৰু সংস্কৃতিক চিনিব নোৱৰাকৈ সলনি কৰি পেলালে। প্ৰথমতে মুদ্ৰণ যন্ত্ৰৰ সহায়েৰে যিকোনো এখন কিতাপৰ লাখ লাখ বা কোটি কোটি প্ৰতিলিপি (কপি) ছপা কৰি উলিওৱা সম্ভৱ হোৱাৰ ফলত আগতে যিখন কিতাপ পঢ়িবলৈ পাইছিল মাত্ৰ এমুঠিমান ভাগ্যৱান মানুহে, এতিয়া সেই কিতাপ পঢ়িব পৰা হ'ল লাখ লাখ কোটি কোটি মানুহে। তদুপৰি একেলগতে



জন্ গুটেনবাৰ্গ

বহুত কিতাপ ছপা কৰা সম্ভৱ হোৱাৰ ফলত কিতাপৰ দামো ইমান হ্ৰাস পালে যে ধনী-দুখীয়া সকলোৱেই কিতাপ কিনিব পৰা হ'ল। ফলত অতীতত যি জ্ঞান-বিজ্ঞান আছিল মাত্ৰ এমুঠিমান মানুহৰ একচেটীয়া সম্পত্তি, এতিয়া সি হৈ পৰিল সমাজৰ সকলো মানুহৰ উমৈহতীয়া সম্পত্তি। দ্বিতীয়তে, কিতাপ সুলভ হোৱাৰ লগে লগে শিক্ষা সাৰ্বজনীন কৰাও সম্ভৱ হ'ল। শিক্ষিতৰ সংখ্যা দ্ৰুত গতিৰে বাঢ়িবলৈ ধৰিলে। মানুহৰ মাজত কিতাপ পঢ়াৰ অভ্যাস গঢ়ি উঠিল। ইয়াৰ ফলত সাহিত্যই বাণিজ্যিক ৰূপ ল'বলৈ আৰম্ভ কৰিলে। তৃতীয়তে, মুদ্ৰণ-যন্ত্ৰ হৈ উঠিল বিৰাট সামাজিক পৰিৱৰ্তনৰ এটা পৰম শক্তিশালী সঁজুলি। আগতে কোনোবাই যদি প্ৰচলিত মত বা আদৰ্শৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব খুজিছিল, তেওঁ সেইটো কৰিব লগা হৈছিল সীমিত সংখ্যক মানুহৰ আগত কথা কৈ বা বক্তৃতা দি। নতুন মত এটা প্ৰচাৰ কৰিব খুজিলেও তেওঁ ঠিক তাকেই কৰিব লগা হৈছিল। ইয়াৰ ফলত যিকোনো নতুন মত বা আদৰ্শ প্ৰচাৰ কৰিবলৈ স্বভাৱতেই দীঘলীয়া সময় লাগিছিল। তদুপৰি এনে মানুহৰ পদে পদে আক্ৰান্ত হোৱাৰ ভয় আছিল। মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ হোৱাৰ ফলত এইবোৰ অসুবিধা আৰু বিপদ নোহোৱা হ'ল। কোনোবাই কিবা এটা নতুন কথা বা বৈপ্লৱিক মত প্ৰচাৰ কৰিব খুজিলে কিতাপ এখন লিখি ছপা কৰি দিলেই বা বাতৰি কাকতত প্ৰবন্ধ লিখিলেই হ'ল। ছপা হোৱা মাত্ৰে লাখ লাখ মানুহৰ মাজত তেওঁৰ বাণী বিয়পি পৰিব। এইবোৰ কাৰণতে মুদ্ৰণ-যন্ত্ৰ আৱিষ্কাৰ হোৱাৰ পাঁচশ বছৰৰ ভিতৰতে মানুহে সকলো ক্ষেত্ৰতে যি প্ৰগতি লাভ কৰিছে, তাৰ আগৰ পাঁচ হাজাৰ বছৰতো সিমানখিনি কৰিব পৰা নাছিল। মানুহৰ প্ৰগতি আৰু মুক্তিৰ ক্ষেত্ৰত যিকেইটা বস্তুৱে আটাইতকৈ বেছি অৰিহণা যোগাইছে সেইবোৰৰ ভিতৰত সৰ্বপ্ৰথমে নাম ল'ব লাগিব মুদ্ৰণ-যন্ত্ৰৰ।

আমি ওপৰত কৈ আহিছোঁ যে ইউৰোপৰ নৱ-জাগৰণেই মানৱ-সভ্যতাৰ ইতিহাসত আধুনিক যুগৰ সূচনা কৰিলে। দুটা প্ৰধান ঘটনাই এই নৱ-জাগৰণ সম্ভৱ কৰি তুলিছিল। প্ৰথমটো আছিল ১৪৫৩ খ্ৰীষ্টাব্দত কনষ্টান্টিন'প'লৰ পতন—যাৰ ফলত তাত সংৰক্ষিত হৈ থকা প্ৰাচীন গ্ৰীচৰ জ্ঞানভাণ্ডাৰৰ লগত ইউৰোপৰ প্ৰথম ব্যাপক পৰিচয় ঘটিল আৰু তাৰ পৰিণামত মানুহৰ চিন্তাত এটা নতুন বিপ্লৱ আৰম্ভ হ'ল।

দ্বিতীয় ঘটনাটো আছিল ১৪৫০ খ্ৰীষ্টাব্দত মুদ্ৰণ-যন্ত্ৰৰ আৱিষ্কাৰ। মানৱ-সভ্যতাৰ ইতিহাসত ইয়াৰ বৈপ্লৱিক ভূমিকা থোৰতে ব্যাখ্যা কৰি হেণ্ড্ৰিক উইলেম ভেন লুনে লিখিছে ঃ 'মুদ্ৰণ-যন্ত্ৰৰ আৱিষ্কাৰৰ ফলত জ্ঞানৰ চৰ্চা জনদিয়েক সুবিধাভোগী মানুহৰ একচেটীয়া অধিকাৰ হৈ থকাৰ যুগৰ অন্ত পৰিল। ছপা কিতাপ সকলোৰে কাৰণে সুলভ হোৱাৰ ফলত পৃথিৱীৰ পৰা মানুহ অজ্ঞ আৰু অশিক্ষিত হৈ থকাৰ শেষ অজুহাতকণো অন্তৰ্হিত হ'ল। এৰিষ্ট'টল্ আৰু প্লেট', ভাৰ্জিল আৰু হোৰেছ আৰু প্লিনি—এইসকল লোকৰ সঙ্গসুখ অতীজ কালত ভোগ কৰিব পাৰিছিল কেৱল মুষ্টিমেয় পণ্ডিত, দাৰ্শনিক আৰু বিজ্ঞানীসকলেহে। কিন্তু এতিয়া মাত্ৰ নগণ্য কেইটামান মুদ্ৰাৰ বিনিময়ত সকলোৱেই তেওঁলোকৰ সঙ্গসুখ লাভ কৰিব পৰা হ'ল। মুদ্ৰিত শব্দৰ সন্মুখত সকলো মানুহকেই মুক্ত আৰু সমান কৰি তুলিলে মানৱতাবাদে।'

## এঘাৰ

ইমানুৱেল্ কাণ্ট্ নামৰ এজন দাৰ্শনিকে কৈছিল—'দুটা বস্তুৱে মোক সকলো সময়তে বিস্ময়ত অভিভূত কৰি ৰাখে। এটা হ'ল মূৰৰ ওপৰৰ তৰাৰে ফুল বছা আকাশখন; আনটো হ'ল মোৰ নিজৰ অন্তৰত থকা নৈতিক অনুশাসন।'

কেৱল দাৰ্শনিককে নহয়, ল'ৰা-বুঢ়া, জ্ঞানী-মূৰ্খ সকলো মানুহকেই ৰাতিৰ ৰহস্যময় আকাশখনে বিস্ময়ত অভিভূত কৰি ৰাখে। জ্ঞান হ'বৰ মুহূৰ্তৰ পৰা মানৱ-শিশুৱে যেতিয়া সাঁজৰ আকাশখনলৈ মূৰ তুলি চাই শীতল পোহৰ দিয়া জোনটো আৰু তাৰ চাৰিওফালে টিপীয়াটিপি কৰি থকা তৰাবোৰ দেখে, তেতিয়া তাৰ মনত কল্পনাৰ পাখি গজে। কেতিয়াবা সি জোনটোক বাই এজনী বুলি কল্পনা কৰি তৰা এটা খোজে; কেতিয়াবা আকৌ সি জোনটোৰ গাত তুলসী গছৰ তলত মৃগপহু চৰি ফুৰা দেখে। পৃথিৱীত মানুহৰ আৱিৰ্ভাবৰ দিন ধৰি মানুহে আকাশলৈ চাই বিস্ময়ত শিহৰিত হৈছে আৰু সূৰ্য-চন্দ্ৰ-তাৰকামালাৰ বিষয়ে নানা কথা কল্পনা কৰিবলৈ চেষ্টা কৰিছে। এইদৰে আকাশলৈ চাওঁতে চাওঁতে আজিৰ পৰা ছয়-সাত হাজাৰ বছৰৰ আগতেই মানুহে আৱিষ্কাৰ কৰিছিল যে আকাশৰ তৰাবোৰে সদায় এটা নিৰ্দিষ্ট নিয়ম মানি আকাশত ঘূৰি ফুৰে; অৰ্থাৎ তৰাবোৰৰ গতি-বিধি বহুদিন ধৰি ভালকৈ নিৰীক্ষণ কৰি থাকিলে সিহঁত বছৰৰ কোনটো সময়ত ক'ত থাকিব সেই কথা আগতেই কৈ দিয়া সম্ভৱ। এইদৰে মানৱ-সভ্যতাৰ উষালগ্নতে অৰ্থাৎ সভ্যতাৰ বিকাশৰ প্ৰাথমিক অৱস্থাতে জ্যোতিৰ্বিজ্ঞানৰ সূচনা হ'ল। সেই কাৰণে কোৱা হয় যে বিশুদ্ধ বিজ্ঞানৰ আটাইবোৰ শাখাৰ ভিতৰত জ্যোতিৰ্বিজ্ঞানেই হ'ল প্ৰাচীনতম।

কিন্তু প্ৰাচীন কালত ইজিপ্ত আৰু বেবিলন প্ৰভৃতি যিবোৰ দেশত জ্যোতিৰ্বিজ্ঞানৰ চৰ্চা হৈছিল, সেইবোৰ দেশত জ্যোতিৰ্বিজ্ঞান আধা বিজ্ঞান আৰু আধা কুসংস্কাৰ হৈয়ে আছিল। তেতিয়া জ্যোতিৰ্বিজ্ঞানৰ চৰ্চা কৰিছিল কেৱল পুৰোহিতসকলে। তেওঁলোকে বিভিন্ন সময়ত আকাশত সূৰ্য-চন্দ্ৰ আৰু তৰাবোৰৰ সংস্থান লক্ষ্য কৰি মাহ আৰু বছৰৰ ধাৰণা কৰিব পাৰিছিল; তাৰ ভিত্তিত তেওঁলোকে কেলেণ্ডাৰ তৈয়াৰ কৰিছিল। এইটো আছিল আদিম জ্যোতিৰ্বিজ্ঞানৰ বৈজ্ঞানিক দিশ। কিন্তু এই পুৰোহিত-বিজ্ঞানীসকলে বিশ্বাস কৰিছিল যে আকাশৰ সূৰ্য-চন্দ্ৰ আৰু তৰাবোৰেই মানুহৰ ভাগ্যও নিয়ন্ত্ৰণ কৰে। এই ভুল বিশ্বাসৰ বশৱৰ্তী হৈ তেওঁলোকে জ্যোতিৰ্বিজ্ঞানক সাঙুৰি ৰাখিছিল জ্যোতিষ-বিদ্যাৰ নিচিনা নকল বিজ্ঞানৰ লগত। যোৱা সাত হাজাৰ বছৰত মানুহ যদিও সভ্যতাৰ বাটত বহুখিনি আগ বাঢ়িল আৰু যোৱা পাঁচশ বছৰত জ্যোতিৰ্বিজ্ঞানৰ চমকপ্ৰদ আৱিষ্কাৰসমূহে বিশ্বব্ৰহ্মাণ্ডৰ গঠন আৰু প্ৰকৃতি সম্পৰ্কে বহুতো নতুন সত্যৰ লগত মানুহক পৰিচয় কৰাই দিলে, তথাপি জ্যোতিষ-বিদ্যাৰ নিচিনা নকল বিজ্ঞানৰ প্ৰভাৱৰ পৰা এতিয়াও সকলো মানুহ মুক্ত হ'ব পৰা নাই। আনকি আমেৰিকাৰ নিচিনা যিবোৰ দেশত বিজ্ঞানৰ চৰম বিকাশ ঘটিছে আৰু প্ৰায় সকলো মানুহেই উচ্চ শিক্ষাৰ সুযোগ লাভ কৰিছে, সেইবোৰ দেশতো বহুতো মানুহেই এতিয়াও জ্যোতিষ-বিদ্যাত বিশ্বাস কৰে। বিখ্যাত জ্যোতিৰ্বিজ্ঞানী কাৰ্ল ছাগানে তেওঁৰ 'কছমছ' নামৰ বহু-পঠিত গ্ৰন্থত লিখিছে : 'সমসাময়িক পশ্চিমীয়া সমাজত জ্যোতিষ-শাস্ত্ৰৰ বিষয়ে এখন আলোচনী কিনিবলৈ পোৱাটো যিমান সহজ, জ্যোতিৰ্বিজ্ঞানৰ বিষয়ে আলোচনী এখন কিনিবলৈ পোৱাটো সিমানেই কঠিন। আমেৰিকাৰ

প্ৰায় প্ৰতিখন দৈনিক কাকতেই প্ৰতিদিন ৰাশিফল প্ৰকাশ কৰে; কিন্তু কোনো এখন কাকতেই আনকি সপ্তাহত এবাৰো জ্যোতিৰ্বিজ্ঞানৰ বিষয়ে এটাও প্ৰবন্ধ প্ৰকাশ নকৰে।'

কিন্তু জ্যোতিষ-শাস্ত্ৰৰ যে কোনো বৈজ্ঞানিক ভিত্তি নাই সেই কথা প্ৰমাণ কৰি কাৰ্ল ছাগানে একেখন গ্ৰন্থতে লিখিছে ঃ 'জ্যোতিষ-শাস্ত্ৰই দাবী কৰে যে মানুহৰ জন্মৰ সময়ত গ্ৰহ-নক্ষত্ৰবোৰে আকাশৰ কোন ঠাইত অৱস্থান কৰে তাৰ ওপৰত ভিত্তি কৰি সেই বিশেষ মানুহজনৰ জীৱনত ভৱিষ্যতে কি কি ঘটনা কেতিয়া ঘটিব সেই কথা আগতীয়াকৈ জনা আৰু কৈ দিয়া সম্ভৱ। যঁজা মানুহৰ জীৱন অনুধাৱন কৰি এই দাবীৰ সত্যাসত্য পৰীক্ষা কৰি চাব পাৰি। বহুতো ক্ষেত্ৰত এনেকুৱা দেখা গৈছে যে এহাল যঁজা শিশুৰ ভিতৰত এটা খুব কম বয়সতে আকস্মিক দুৰ্ঘটনাত মৰি গৈছে, কিন্তু আনটোৱে দীঘলীয়া আয়ুস পাই সুখে-সন্তোষেৰে বুঢ়া কাললৈকে জীয়াই আছে অথচ দুয়োটা শিশুৰে ঠিক একেঠাইতে আৰু খুব বেছি মাত্ৰ এক মিনিটৰ ব্যৱধানত জন্ম হৈছিল। দুয়োৰে জন্মৰ সময়ত একেকেইটা গ্ৰহেই আকাশত অৱস্থান কৰিছিল। জ্যোতিষ-শাস্ত্ৰ যদি অভ্ৰান্তই হয়, তেন্তে দুয়োটা শিশুৰে ভাগ্য বেলেগ বেলেগ হ'ল কিয়?'

প্ৰাচীন জ্যোতিৰ্বিজ্ঞানে এনেকৈ এটা অপবিজ্ঞানৰ জন্ম দিলে—যাৰ ফলত বহুতো প্ৰাচীন সভ্যতাত জ্যোতিৰ্বিজ্ঞানৰ বিকাশে শুদ্ধ পথত আগ বাঢ়িব নোৱাৰিলে। প্ৰাচীনকালত জ্যোতিৰ্বিজ্ঞানৰ চৰম বিকাশ ঘটিল গ্ৰীকসকলৰ হাতত। মহাবীৰ আলেকজেণ্ডাৰে খ্ৰীঃপূঃ ৩৩২ চনত স্থাপন কৰা বিশ্ববিখ্যাত আলেকজেণ্ড্ৰিয়াৰ পুথিভঁৰালৰ কথা ওপৰত কৈ অহা হৈছে। এই পুথিভঁৰালত যিসকল বিজ্ঞানীয়ে অধ্যয়ন আৰু গৱেষণা কৰিছিল তেওঁলোকৰ ভিতৰত এজন আছিল ক্লডিয়াছ ট'লেমি। ওপৰত এবাৰ ইজিপ্তত ৰাজত্ব কৰা ট'লেমি বংশৰ ৰজাসকলৰ কথা কৈ অহা হৈছে। জ্যোতিৰ্বিজ্ঞানী ক্লডিয়াছ্ ট'লেমি (৯০ ১৬৮ খ্ৰীষ্টাব্দ) অৱশ্যে সেই ৰাজবংশৰ মানুহ নাছিল। তেওঁৰ জন্ম আৰু ল'ৰাকালৰ বিষয়ে একো জনা নাযায়। কিন্তু জ্যোতিৰ্বিজ্ঞানৰ ক্ষেত্ৰত তেওঁ যি মত প্ৰতিষ্ঠা কৰি থৈ গ'ল, সুদীৰ্ঘ ডেৰ হাজাৰ বছৰ ধৰি তেওঁৰ সেই মত প্ৰায় সমগ্ৰ সভ্যজগতে বেদ-বাক্যৰ দৰে মানি আহিছিল। অৰ্থাৎ ইতিহাসৰ অতি বিখ্যাত আৰু প্ৰভাৱশালী লোকসকলৰ ভিতৰত ক্লডিয়াছ ট'লেমিও এজন।

ট'লেমি কেৱল এজন জ্যোতিৰ্বিজ্ঞানীয়েই নাছিল। তেওঁ আছিল প্ৰাচীন জগতৰ আটাইতকৈ বিখ্যাত ভূগোলবিজ্ঞানী। সেই সময়ত পৃথিৱীৰ যিমানবোৰ ঠাইৰ খবৰ গ্ৰীকসকলৰ কাণত পৰিছিলগৈ সেই সকলোবোৰ ঠাইৰ অৱস্থান সন্নিবিষ্ট কৰি ট'লেমিয়ে পৃথিৱীৰ এখন মানচিত্ৰ আঁকিছিল। টলেমিৰ সেই মানচিত্ৰত ভাৰতেও ঠাই পাইছিল। স্বাভাৱিক কাৰণতে ট'লেমিৰ সেই মানচিত্ৰত নানা ভুল-ভ্ৰান্তি থকা সত্ত্বেও বহু শতাব্দী ধৰি সেই মানচিত্ৰই আছিল নাৱিক আৰু সাউদসকলৰ একমাত্ৰ অৱলম্বন।

কিন্তু জ্যোতিৰ্বিজ্ঞানৰ ক্ষেত্ৰত ট'লেমিয়ে প্ৰতিষ্ঠা কৰা যি মত প্ৰায় ডেৰ হাজাৰ বছৰ ধৰি সমগ্ৰ সভ্যজগতে বিনাবাক্যব্যয়ে মানি চলিছিল, সেই মত কিন্তু আছিল সম্পূৰ্ণ ভুল। ট'লেমিৰ মতে মানুহৰ বাসভূমি এই পৃথিৱী এটা স্থিৰ গ্ৰহ আৰু ই সমগ্ৰ বিশ্বজগতৰ কেন্দ্ৰস্থলত অৱস্থিত। সূৰ্যকে ধৰি আকাশৰ সমগ্ৰ গ্ৰহ-নক্ষত্ৰই পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰে। অৰ্থাৎ সমগ্ৰ বিশ্ব-চৰাচৰত আটাইতকৈ গুৰুত্বপূৰ্ণ গ্ৰহ হ'ল আমাৰ এই পৃথিৱীখন।

আলেকজেণ্ড্ৰিয়াৰ পুথিভঁৰালত বহি ট'লেমিয়ে বিশ্বজগত সম্পৰ্কে এই ভুল তত্ত্ব প্ৰচাৰ কৰাৰ প্ৰায় তিনিশ বছৰৰ আগতেই এৰিষ্টাৰ্কাছ্ নামৰ আন এজন গ্ৰীক বিজ্ঞানীয়ে স্পষ্টভাৱে এই মত পোষণ কৰিছিল যে পৃথিৱী নহয়, সূৰ্যহে আমাৰ এই গ্ৰহমণ্ডলীৰ কেন্দ্ৰত বিৰাজ কৰিছে, আৰু আটাইবোৰ গ্ৰহেই সূৰ্যৰ চাৰিওফালেহে প্ৰদক্ষিণ কৰে। অৰ্থাৎ আজিৰ পৰা আঢ়ৈ হাজাৰ বছৰৰ

আগতেই কোনো যন্ত্ৰ-পাতিৰ সহায় নোলোৱাকৈ কেৱল নিজৰ বিচাৰ-বুদ্ধিৰ ওপৰত নিৰ্ভৰ কৰি এৰিষ্টাৰ্কাছে পৃথিৱী আৰু সৌৰজগত সম্পৰ্কে এনে এটা শুদ্ধ ধাৰণাত উপনীত হ'ব পাৰিছিল।

ট'লেমিৰ তত্ত্ব আছিল মানুহৰ বাস্তৱ অভিজ্ঞতা আৰু সাধাৰণ বুদ্ধিৰ ওপৰত প্ৰতিষ্ঠিত। সকলো মানুহেই নিজৰ প্ৰতি মুহূৰ্তৰ বাস্তৱ অভিজ্ঞতাৰ পৰা অনুভৱ কৰে যে পৃথিৱীখনে কেতিয়াও লৰচৰ নকৰে; ই সকলো সময়তে একে ঠাইতে স্থিৰ হৈ ৰৈ থাকে। আনহাতে, মানুহে নিতৌ দেখিবলৈ পায় যে বেলিটো ৰাতিপুৱা পূবৰ আকাশত উঠি গধূলি পশ্চিমত মাৰ গৈ আকৌ পাছদিনা ৰাতিপুৱা পূবৰ আকাশত দেখা দিয়ে। অৰ্থাৎ সূৰ্যই পৃথিৱীৰ চাৰিওফালে ঘূৰি ফুৰে। এই বাস্তৱ অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি পৃথিৱী বিশ্বজগতৰ কেন্দ্ৰ চিৰকাল স্থিৰ হৈ বিৰাজ কৰিছে বুলি ক'বলৈ বিশেষ বৈজ্ঞানিক বিচাৰ-বুদ্ধিৰ দৰকাৰ নহয়।

কিন্তু এৰিষ্টাৰ্কাছে কেৱল ইন্দ্ৰিয়গ্ৰাহ্য বাস্তৱ অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ নকৰি যুক্তি আৰু পৰ্যৱেক্ষণৰ সহায়েৰে আচল সত্যটো আৱিষ্কাৰ কৰিছিল। ইতিহাসত তেৱেঁই প্ৰথম মানুহ—যি সূৰ্যকেন্দ্ৰিক বিশ্বজগতৰ ধাৰণা প্ৰচাৰ কৰিছিল, অৰ্থাৎ পৃথিৱী নহয়, সূৰ্যহে বিশ্বজগতৰ কেন্দ্ৰ বুলি ঘোষণা কৰিছিল।

কি আচৰিত কথা, এৰিষ্টাৰ্কাছে এই শুদ্ধ তত্ত্ব আৱিষ্কাৰ কৰাৰ প্ৰায় তিনিশ বছৰৰ পাছত ট'লেমিয়ে এটা সম্পূৰ্ণ ভুল মত দাঙি ধৰিলে, আৰু সুদীৰ্ঘ ডেৰ হাজাৰ বছৰ ধৰি সমগ্ৰ সভ্যজগতে এৰিষ্টাৰ্কাছৰ শুদ্ধ তত্ত্বৰ বিপৰীতে ট'লেমিৰ এই ভুল মতটোকে মানি থাকিলে!

কিয় এনে হ'ল?

আৰু এই প্ৰশ্নৰ সহজ উত্তৰ হ'ল এয়েই যে সেই সময়ৰ গ্ৰীচৰ আটাইতকৈ প্ৰভাৱশালী পণ্ডিত আৰু চিন্তানায়কসকলে এৰিষ্টাৰ্কাছৰ মতৰ বিৰোধিতা কৰিছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে বিশ্বস্ৰষ্টাৰ সৰ্বোত্তম সৃষ্টি হ'ল মানুহ, আৰু সেই মানুহৰ বাসভূমি পৃথিৱী নিশ্চয় হ'ব লাগিব সমগ্ৰ বিশ্ব-চৰাচৰৰ কেন্দ্ৰবিন্দু। প্ৰাচীন গ্ৰীচৰ আটাইতকৈ প্ৰভাৱশালী দাৰ্শনিক আৰু বিজ্ঞানী এৰিষ্ট'ট্লে এই মতত বিশ্বাস কৰিছিল। ট'লেমিৰ তত্ত্ব আছিল এৰিষ্ট'ট্লৰ চিন্তাধাৰাৰ লগত খাপখোৱা। ওপৰতেই কৈ অহা হৈছে যে স্পেইনৰ আৰব পণ্ডিতসকলে বাৰ শতিকাত এৰিষ্ট'ট্লৰ ৰচনাৱলীৰ লগত খ্ৰীষ্টধৰ্মী ইউৰোপক চিনাকি কৰি দিয়াৰ পাছৰ পৰাই ইউৰোপীয়সকলে এৰিষ্ট'ট্লৰ ৰচনাৱলীক ঠিক বাইবেলৰ পিছতেই শ্ৰদ্ধাৰ আসনত বহুৱাইছিল। মধ্যযুগৰ ইউৰোপে দাৰ্শনিক বুলিলে একমাত্ৰ এৰিষ্ট'ট্লকেই বুজিছিল। তেওঁলোকে জীৱন আৰু জগত সম্পৰ্কীয় যাৱতীয় সকলো প্ৰশ্নৰ উত্তৰ বিচাৰিছিল বাইবেল আৰু এৰিষ্ট'ট্লৰ মাজত। সেই এৰিষ্ট'ট্লৰ চিন্তাধাৰা আৰু ট'লেমিৰ তত্ত্বৰ লগত যেতিয়া মূল বিষয়ত সম্পূৰ্ণ মিল দেখা গ'ল, তেতিয়া মধ্যযুগৰ ইউৰোপে বিনাবাক্যব্যয়ে ট'লেমিৰ তত্ত্ব শুদ্ধ বুলি মানি ল'লে। অৰ্থাৎ বাইবেলৰ সৃষ্টিতত্ত্ব যিমান শুদ্ধ, ট'লেমিৰ জ্যোতিৰ্বিজ্ঞান সম্পৰ্কীয় তত্ত্বও সিমানেই শুদ্ধ। এই বিষয়ে কোনো প্ৰশ্নই উঠিব নোৱাৰে। কোনোবাই প্ৰশ্ন কৰিব খুজিলে সি হ'ব চৰম ধৰ্ম-বিৰোধী কাম। আৰু মধ্যযুগৰ ইউৰোপত ধৰ্মৰ বিৰোধিতা কৰাৰ চিন্তাও আছিল মানুহৰ কল্পনাৰ অতীত।

এনেকৈয়ে শতাব্দীৰ পিছত শতাব্দী ধৰি মানুহে বিশ্বাস কৰি থাকিল যে সূৰ্যইহে পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰে—যিটো কথা শুনিলে আজিৰ দিনত বৰ্ণ-পৰিচয় আৰম্ভ কৰা ল'ৰা-ছোৱালীৰো কিজানি হাঁহি উঠিব।

# নিকোলাউছ ক'পার্নিকাছ

**ট'লেমিৰ ভুল তত্ত্ব খণ্ডন কৰি যিজন মানুহে সত্যক পুনৰ প্ৰতিষ্ঠা কৰিলে তেওঁ হ'ল নিকোলাউছ ক'পার্নিকাছ (১৪৭৩–১৫৪৩)।**



*নিকোলাউছ ক'পার্নিকাছ*

১৪৫৩ খ্ৰীষ্টাব্দত তুৰ্কী আক্ৰমণকাৰীসকলৰ হাতত কনষ্টান্‌টিন'প'লৰ পতনৰ পাছৰ পৰাই ইউৰোপত নৱ-জাগৰণৰ ধল নামিল বুলি আমি ওপৰত কৈ আহিছোঁ। তাৰ বিশ বছৰৰ পিছত ১৪৭৩ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰা নিকোলাউছ ক'পার্নিকাছ আছিল নৱ-জাগৰণৰ যুগৰ এজন বিৰাট মনীষী—সেই যুগৰ সৰ্বশ্ৰেষ্ঠ ইউৰোপীয় কেইজনৰ অন্যতম। নৱ-জাগৰণে অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ মানুহক উদ্বুদ্ধ কৰিছিল; প্ৰচলিত মতবাদবোৰক যুক্তিৰ পোহৰত নতুনকৈ পৰীক্ষা কৰি চাবলৈ মানুহক নৈতিক সাহস দিছিল। সেই বিদ্ৰোহ আৰু নৈতিক সাহসৰ এটা জীৱন্ত প্ৰতীক আছিল ক'পার্নিকাছ। তদুপৰি তেওঁ আছিল নৱ-জাগৰণৰ যুগৰ আন এজন 'পূৰ্ণ মানৱ'—একাধাৰে ধৰ্মতত্ত্বজ্ঞ, জ্যোতিৰ্বিজ্ঞানী, চিকিৎসক, অৰ্থনীতিবিদ, আইনজ্ঞ, কবি আৰু চিত্ৰকৰ।

'বিজ্ঞানৰ চমু ইতিহাস' নামৰ গ্ৰন্থত ছাৰ উইলিয়াম ছেছিল ডেম্পিয়াৰে লিখিছে ঃ 'পোন্ধৰ শতিকাৰ প্ৰথম ভাগত প্ৰাচীন সাহিত্যৰ প্ৰতি মানুহৰ আগ্ৰহ বাঢ়িবলৈ ধৰিলে আৰু তেওঁলোকে গ্ৰীক ভাষা শিকিবৰ উদ্দেশ্যে গ্ৰীক পণ্ডিতসকলক আমন্ত্ৰণ কৰিবলৈ ধৰিলে। এনেকৈ পূবৰ ফালৰ পৰা বহুতো গ্ৰীক ভাষা জনা পণ্ডিত আহি ইউৰোপৰ জ্ঞান-পিপাসু মানুহক আধুনিক গ্ৰীক ভাষাৰ সহায়েৰে প্ৰাচীন গ্ৰীক ভাষাৰ জ্ঞান দিবলৈ ধৰিলে। ১৪৫৩ খ্ৰীষ্টাব্দত তুৰ্কীসকলে কনষ্টান্‌টিন'প'ল দখল কৰাৰ পাছত পূবৰ পৰা পশ্চিমলৈ ভাগি অহা গ্ৰীক পণ্ডিতৰ সংখ্যা হঠাৎ খুব বৃদ্ধি পালে। তেওঁলোকে লগত বহুতো পাণ্ডুলিপি অৰ্থাৎ হাতে-লিখা পুথি লৈ আহিছিল। ইউৰোপৰ পুথিভঁৰালবোৰ চলাথ কৰিও আৰু বহুতো প্ৰাচীন পুথি পোৱা হ'ল। এইদৰে প্ৰায় আঠ-ন শ বছৰৰ বিৰতিৰ পাছত গ্ৰীক ভাষাৰ লগত ইউৰোপৰ নতুনকৈ ঘনিষ্ঠ পৰিচয় ঘটিল। যিসকল মানৱতাবাদী পণ্ডিতে গ্ৰীক ভাষাত ৰচিত প্ৰাচীন পুথিবোৰ প্ৰথমে অধ্যয়ন কৰিলে, তেওঁলোকে মানুহৰ মনৰ দিগন্ত বহল কৰাত এটা প্ৰধান ভূমিকা গ্ৰহণ কৰিলে। এনেকৈ মানুহৰ মনৰ দিগন্ত বহল হোৱাৰ ফলতেই বিজ্ঞানৰ নৱজন্ম সম্ভৱ হ'ল।'

প্ৰাচীন গ্ৰীচৰ জ্ঞানভাণ্ডাৰৰ লগত পৰিচিত হৈ ইউৰোপৰ যিসকল মনীষীয়ে জীৱন আৰু জগত সম্পৰ্কে বহুতো কথা নতুনকৈ চিন্তা কৰিবলৈ আৰম্ভ কৰিলে আৰু তাকে কৰি মানুহৰ জ্ঞান-চৰ্চাৰ ক্ষেত্ৰত বিপ্লৱ ঘটালে, তেওঁলোকৰ ভিতৰত এজন অগ্ৰগণ্য আছিল নিকোলাউছ ক'পার্নিকাছ।

ক'পার্নিকাছ প'লেণ্ডৰ মানুহ। প'লেণ্ডৰ থৰ্ন্ নামৰ এখন সৰু চহৰত তেওঁৰ জন্ম হৈছিল। প'লিছ ভাষাত তেওঁৰ পিতৃদত্ত নাম আছিল নিক্‌লাছ্ ক'পাৰনিগ্‌ক্। পাছলৈ তেওঁ নিজেহে নামটো সলনি কৰি গ্ৰীক ঠাচত তাৰ নতুন ৰূপ দি কৰিলে নিকোলাউছ ক'পার্নিকাছ। সৰুতেই ক'পার্নিকাছৰ পিতৃবিয়োগ হোৱাত তেওঁৰ প্ৰতিপালনৰ দায়িত্ব পৰিছিল খুৰাকৰ কান্ধত। সেই সময়ত প'লেণ্ডৰ ক্ৰাকাও বিশ্ববিদ্যালয় আছিল ইউৰোপৰ এটা প্ৰধান শিক্ষা-কেন্দ্ৰ। উচ্চ শিক্ষাৰ কাৰণে ক'পার্নিকাছ ক্ৰাকাও বিশ্ববিদ্যালয়ত ভৰ্তি হ'বৰ সময়ত তাত এলবাৰ্ট ব্ৰুড্‌যিউস্কি নামৰ এজন বিখ্যাত গণিতজ্ঞ

আৰু জ্যোতির্বিজ্ঞানী অধ্যাপক হৈ আছিল। তেওঁৰ সংস্পৰ্শলৈ অহাৰ ফলত বিজ্ঞানৰ এই দুটা শাখাৰ প্ৰতি ক'পাৰ্নিকাছৰ মনত প্ৰবল আগ্ৰহৰ সৃষ্টি হয়। কিন্তু খুৰাকৰ পৰামৰ্শ মানি তেওঁ তাত চিকিৎসা-শাস্ত্ৰ পঢ়িবলৈ বাধ্য হয়।

ক'পাৰ্নিকাছ যি সময়ত ক্ৰাকাও বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ আছিল সেই সময়ত গ্ৰীক জ্ঞানভাণ্ডাৰৰ পুনৰাৱিষ্কাৰে ইউৰোপত এটা বিপুল চাঞ্চল্যৰ সৃষ্টি কৰিছিল। এদিন এজন বাটৰুৱাক ক'ৰবালৈ গৈ থকা অৱস্থাত লগ পাই এজন চিনাকি মানুহে সুধিলে—'তুমি ক'লৈ যোৱা, বন্ধু?' বাটৰুৱাজনে উত্তৰ দিলে—'মৰা মানুহক প্ৰাণ দিবলৈ যাওঁ।' আচলতে তেওঁ ক'ব খুজিছিল যে কোনোবা এখন ঠাইত প্ৰাচীন গ্ৰীক পুথি থকাৰ সম্ভেদ পাই সেই পুথিৰ সন্ধানত তেওঁ তালৈ বুলি গৈ আছে। এই প্ৰাচীন পুথিবোৰেই ইউৰোপৰ মৰাদেহত নতুন প্ৰাণৰ সঞ্চাৰ কৰিছে। ব্যাকুল জ্ঞান-তৃষ্ণাই এনেকৈয়ে সেই সময়ত ইউৰোপৰ মানুহৰ মনত থৌকি-বাথৌ লগাইছিল। আৰু এই প্ৰাণ-চাঞ্চল্যৰ প্ৰধান কেন্দ্ৰ আছিল ইটালী।

ক্ৰাকাও বিশ্ববিদ্যালয়ত শিক্ষা সমাপ্ত কৰি ইটালীত পঢ়িবলৈ যাবলৈ ক'পাৰ্নিকাছে খুৰাকৰ পৰা অনুমতি বিচাৰিলে। খুৰাকে সানন্দে অনুমতি দিলে। ক'পাৰ্নিকাছে ইটালীত বলোনা বিশ্ববিদ্যালয়ৎ ছাত্ৰ হিচাপে ভৰ্তি হ'লগৈ। ১০৮৮ খ্ৰীষ্টাব্দত গ্ৰেটিয়ান নামৰ এজন খ্ৰীষ্টান সন্ন্যাসীয়ে স্থাপন কৰা এই বিশ্ববিদ্যালয় আছিল সেই সময়ৰ ইউৰোপৰ আটাইতকৈ বিখ্যাত বৌদ্ধিক কেন্দ্ৰবোৰৰ অন্যতম। বলোনা বিশ্ববিদ্যালয়ত ক'পাৰ্নিকাছে গণিত আৰু জ্যোতির্বিজ্ঞানৰ উচ্চ শিক্ষা লোৱাৰ উপৰি গ্ৰীক ভাষাৰ জ্ঞানো ভালকৈ আয়ত্ত কৰিলে। নৱ-জাগৰণৰ যুগৰ জ্ঞান-পিপাসু পণ্ডিতসকলৰ এটা প্ৰধান লক্ষ্য আছিল গ্ৰীক ভাষা আয়ত্ত কৰা—যাতে তেওঁলোকে নতুনকৈ আৱিষ্কৃত হোৱা গ্ৰীক পুথিবোৰ পঢ়িব পাৰে। স্বভাৱতেই ক'পৰ্নিকাছো তাৰ ব্যতিক্ৰম নাছিল।

গ্ৰীক ভাষাত পণ্ডিত হোৱাৰ পাছত ক'পাৰ্নিকাছে তেওঁৰ মনত বহুতদিন জুমুৰি দি থকা প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি প্ৰাচীন গ্ৰীক দাৰ্শনিক আৰু বিজ্ঞানীসকলৰ পুথিবোৰ পঢ়িবলৈ ধৰিলে। এনেকৈয়ে তেওঁ ওপৰত কৈ অহা এৰিষ্টাৰ্কাছৰ জ্যোতির্বিজ্ঞান সম্পৰ্কীয় তত্ত্ববোৰৰ লগত পৰিচিত হ'ল। বলোনা বিশ্ববিদ্যালয়ত শিক্ষা সমাপ্ত কৰাৰ পাছত তেওঁ ৰোম বিশ্ববিদ্যালয়ত জ্যোতির্বিজ্ঞানৰ অধ্যাপক নিযুক্ত হ'ল। সেই সময়ত জ্যোতির্বিজ্ঞান মানেই ট'লেমিৰ জ্যোতির্বিজ্ঞান। ট'লেমিৰ তত্ত্ব অনুযায়ী পৃথিৱী এটা স্থিৰ গ্ৰহ, আৰু পৃথিৱীক কেন্দ্ৰ কৰি প্ৰদক্ষিণ কৰে সূৰ্য, চন্দ্ৰ আৰু পাঁচটা গ্ৰহে (সেই সময়লৈকে সৌৰজগতৰ মাত্ৰ পাঁচটা গ্ৰহহে আৱিষ্কৃত হৈছিল)। ৰোম বিশ্ববিদ্যালয়ৰ জ্যোতির্বিজ্ঞানৰ অধ্যাপক হিচাপে ক'পাৰ্নিকাছে তেওঁৰ ছাত্ৰসকলক ট'লেমিৰ এই ভুল তত্ত্বকেই শিকাব লগা হৈছিল যদিও ভিতৰি ভিতৰি তেওঁৰ মনত নানা প্ৰশ্ন উদয় হ'ল—যিবোৰ প্ৰশ্নৰ উত্তৰ ট'লেমিৰ তত্ত্বৰ মাজত নাছিল। উদাহৰণ স্বৰূপে ঋতুৰ পৰিৱৰ্তন কিয় আৰু কেনেকৈ হয় তাৰ কোনো ব্যাখ্যা ট'লেমিৰ তত্ত্বই দিব নোৱাৰে। সেইদৰে গ্ৰহ আৰু নক্ষত্ৰবোৰে কিয় আকাশত ঠাই সলনি কৰি থাকে সেই বিষয়েও ট'লেমিৰ তত্ত্ব নীৰৱ। মনে মনে এইবোৰ প্ৰশ্ন চিন্তা কৰোঁতে কৰোঁতে ট'লেমিৰ তত্ত্বৰ অভ্ৰান্ততা সম্পৰ্কে ক'পাৰ্নিকাছৰ মনত গভীৰ সন্দেহ সৃষ্টি হ'ল। যিটো তত্ত্ব তেওঁ নিজে সত্য বুলি অন্তৰৰ পৰা গ্ৰহণ কৰিব পৰা নাই, সেই তত্ত্বটোকে ছাত্ৰসকলৰ আগত ভাটৌৰ দৰে আওৰাই থকাটো তেওঁৰ পক্ষে অসম্ভৱ হৈ পৰিল। অৱশেষত তেওঁ এদিন ৰোম বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ পদ ত্যাগ কৰি স্বদেশ প'লেণ্ডলৈ ঘূৰি গ'ল। তেওঁ তাত গীৰ্জাৰ কেনন তথা কাৰ্যাধ্যক্ষৰ পদত নিযুক্ত হ'ল।

গীৰ্জাৰ সন্ন্যাসীৰ জীৱনৰ বৰণ কৰিলেও এই সময়ত ক'পাৰ্নিকাছে তেওঁৰ স্বদেশ প'লেণ্ডৰ নানা ৰাজহুৱা কামতো আত্মনিয়োগ কৰিব লগা হ'ল। কিন্তু মনৰ মাজত সকলো সময়তে তেওঁৰ প্ৰধান চিন্তাৰ বিষয় আছিল এটাই ঃ বিশ্বজগতৰ ৰহস্য উদ্‌ঘাটন কৰা। সেই উদ্দেশ্যে তেওঁ প্ৰাচীন জ্যোতির্বিজ্ঞানীসকলৰ গ্ৰন্থ পৰম মনোযোগেৰে অধ্যয়ন কৰাৰ উপৰি ৰাতিৰ পিছত ৰাতি আকাশৰ গ্ৰহ-নক্ষত্ৰবোৰ পৰ্যবেক্ষণ কৰিবলৈ ধৰিলে। সেই সময়ত দূৰবীক্ষণ যন্ত্ৰ আৱিষ্কৃত হোৱা নাছিল; কেৱল খালী চকুৰ ওপৰত নিৰ্ভৰ কৰি ক'পাৰ্নিকাছে গোটেই আকাশখন চলাথ কৰিছিল। বছৰৰ বিভিন্ন

সময়ত গ্ৰহ-নক্ষত্ৰবোৰ আকাশত কোন কোন ঠাইত থাকে সেইবোৰ তথ্য তেওঁ বছৰৰ পাছত বছৰ ধৰি সাৱধানে টুকি ৰাখিছিল। তদুপৰি তেওঁ ১৫০৯ আৰু ১৫১১ খ্ৰীষ্টাব্দত সংঘটিত দুটা গ্ৰহণো সূক্ষ্মভাৱে অধ্যয়ন কৰিছিল। এইদৰে বহু কষ্টেৰে সংগৃহীত তথ্যবোৰ গাণিতিক সূত্ৰৰ সহায়েৰে বিশ্লেষণ কৰি ক'পাৰ্নিকাছ অৱশেষত এই সিদ্ধান্তত উপনীত হ'ল যে সমগ্ৰ সভ্য জগতে ডেৰ হাজাৰ বছৰ ধৰি বিনাবাক্যব্যয়ে গ্ৰহণ কৰি অহা ট'লেমিৰ তত্ত্ব সম্পূৰ্ণ ভুল; বৰং ট'লেমিতকৈ কেবা শ বছৰৰ আগতে পাইথাগ'ৰাছ আৰু এৰিষ্টাৰ্কাছে উদ্ভাৱন কৰি যোৱা তত্ত্বহে শুদ্ধ। সৃষ্টিৰ প্ৰথম মুহূৰ্তৰ পৰাই পৃথিৱীয়ে সূৰ্যৰ চাৰিওফালে প্ৰদক্ষিণ কৰি আহিছে; কিন্তু এই চিৰন্তন সত্যটোকে মানুহৰ চেতনাত দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰি গ'ল ক'পাৰ্নিকাছে।

মহাবিজ্ঞানী গেলিলিঅ'ৰ মতে ক'পাৰ্নিকাছে কোনো নতুন তত্ত্ব আৱিষ্কাৰ কৰা নাই; তেওঁৰ জন্মৰ প্ৰায় ওঠৰশ বছৰৰ আগতেই পাইথাগ'ৰাছ আৰু এৰিষ্টাৰ্কাছ আদি গ্ৰীক বিজ্ঞানীসকলে যি সত্য আৱিষ্কাৰ কৰিছিল আৰু যিটো সত্যক মানুহে চৰম বিৰ্বুদ্ধিতাৰ পৰিচয় দি ওঠৰশ বছৰ ধৰি অস্বীকাৰ কৰি আছিল, সেই সত্যক ক'পাৰ্নিকাছে বিস্মৃতিৰ গৰ্ভৰ পৰা উদ্ধাৰ কৰি পুনৰ নতুনকৈ প্ৰতিষ্ঠা কৰিলে মাত্ৰ। কথাটো মিছা নহয়। কিন্তু লগতে এই কথাও সঁচা যে ডেৰ হাজাৰ বছৰ ধৰি মানুহে মানি অহা এটা তত্ত্বক সিংহাসন-চ্যুত কৰিবলৈ যি সাহস, সত্যানুৰাগ আৰু প্ৰতিভাৰ দৰকাৰ, ক'পাৰ্নিকাছৰ সেই সকলোখিনি আছিল কাৰণেহে তেওঁৰ পক্ষে সত্যক এনেকৈ পুনঃপ্ৰতিষ্ঠা কৰা সম্ভৱ হ'ল। এই ক্ষেত্ৰত তেওঁ নৱ-জাগৰণৰ এজন সৰ্বশ্ৰেষ্ঠ প্ৰতিনিধি।

ক'পাৰ্নিকাছে তেওঁৰ সমগ্ৰ জীৱনৰ গৱেষণা-লব্ধ তথ্য আৰু তত্ত্ব সন্নিৱিষ্ট কৰি যিখন গ্ৰন্থ ৰচনা কৰিলে সেইখন ১৫৪৩ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা হ'ল। ক'পাৰ্নিকাছ তেতিয়া মৃত্যুশয্যাত। কিন্তু সূৰ্যই পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ নকৰে, পৃথিৱীয়েহে সূৰ্যৰ চাৰিওফালে প্ৰদক্ষিণ কৰে, এই সৰল সত্যটো প্ৰকাশ কৰিবলৈ মানুহৰ তেতিয়াও ইমান ভয় আছিল যে প্ৰকাশকে কাৰোবাৰ হতুৱাই কিতাপখনৰ পাতনি লিখোৱাই ঘোষণা কৰিলে—ক'পাৰ্নিকাছৰ গ্ৰন্থখন কোনো বৈজ্ঞানিক গৱেষণামূলক গ্ৰন্থ নহয়, ই এটা কাল্পনিক প্ৰস্তাৱ মাত্ৰ!

মৃত্যুশয্যাত শায়িত ক'পাৰ্নিকাছৰ হাতত ছপা কিতাপখন দিয়া হ'ল যদিও কিতাপ পঢ়িব পৰা অৱস্থা তেওঁৰ নাছিল। ১৫৪৩ খ্ৰীষ্টাব্দৰ ২১ মে'ত তেওঁৰ মৃত্যু হ'ল।

আধুনিক জ্যোতিৰ্বিজ্ঞানৰ ভেটি প্ৰতিষ্ঠা কৰি গ'ল ক'পাৰ্নিকাছে—যাৰ ওপৰত গঢ়ি উঠিছে বিশ্বসৃষ্টি সম্পৰ্কে যোৱা তিনিশ বছৰ ধৰি পুঞ্জীভূত হোৱা জ্ঞানভাণ্ডাৰ। এই জ্ঞানভাণ্ডাৰলৈ বিপুল অৰিহণা যোগাইছে গেলিলিঅ', নিউটন আৰু আইনষ্টাইন্ প্ৰমুখ্যে মহাবিজ্ঞানীসকলে। কোটি কোটি আলোকবৰ্ষৰ দূৰত্বত সিঁচৰতি হৈ থকা কোটি কোটি বিশ্বব্ৰহ্মাণ্ডৰ বিষয়ে আমি যে আজি অনেক কথা জানিব পৰা হৈছোঁ, তাৰ মূলতে আছে আধুনিক মানুহৰ প্ৰশ্ন সোধাৰ দুঃসাহস; লগতে আছে আধুনিক মানুহৰ এই দুৰ্মৰ বিশ্বাস যে এই বিশ্বসৃষ্টি সম্পূৰ্ণ দুৰ্জ্ঞেয় নহয়,—জ্ঞানৰ সাধনাৰ দ্বাৰাই মানুহে বিশ্বপ্ৰকৃতি সম্পৰ্কে অনেক কথাই জানিব পাৰে। অন্ধবিশ্বাসৰ ডাঠ কুঁৱলিয়ে যি সত্যক মানুহৰ চকুৰ পৰা আঁৰ কৰি ৰাখিছিল, বিজ্ঞান আৰু যুক্তিবাদৰ উজ্জ্বল ৰশ্মিৰেখাই কুঁৱলি ভেদ কৰি সেই সত্যক মানুহৰ চকুৰ আগত প্ৰতিভাত তুৰি তুলিলে। এই নতুন যুগৰ অন্যতম অগ্ৰদূত আছিল ক'পাৰ্নিকাছ। তেওঁ চিৰ-নমস্য।

ক'পাৰ্নিকাছে যদিও ১৫৩০ খ্ৰীষ্টাব্দতেই সূৰ্যক সৌৰজগতৰ কেন্দ্ৰত প্ৰতিষ্ঠা কৰিলে, কিন্তু এই তত্ত্বই খ্ৰীষ্টান জগতৰ ধৰ্মগুৰু পোপৰ অনুমোদন পাবলৈ আৰু বহু বছৰ অপেক্ষা কৰিব লগা হ'ল। ১৮২২ চনতহে পোপে এক অনুজ্ঞা-পত্ৰৰ দ্বাৰাই সূৰ্যক সৌৰজগতৰ কেন্দ্ৰত বিৰাজ কৰিবলৈ অনুমতি দিলে।

সি এক অন্য কাহিনী।

## বাৰ

আমি হাইস্কুলৰ ছাত্ৰ হৈ থাকোঁতে নৱম-দশম শ্ৰেণীত আমাৰ যিখন ইংৰাজী পাঠ্যপুথি আছিল, তাত অন্যান্য প্ৰবন্ধৰ লগতে এখন একাংক নাটিকাও আছিল। নাম—ক্ৰিষ্ট'ফাৰ কলম্বছ। ভূগোলৰ লগত পৰিচয় হোৱাৰ দিন ধৰি কলম্বছৰ নাম শুনি আহিছোঁ; কিন্তু ইতিহাসৰ কলম্বছ তথা মানুহ কলম্বছৰ লগত মোৰ প্ৰথম পৰিচয় হ'ল সেই নাটিকাখনৰ যোগেদি। নাটিকাখনৰ সকলো কথা এতিয়া মনত নাই। কিন্তু কলম্বছৰ মুখৰ এষাৰ কথাই মোৰ মনত মচিব নোৱৰা সাঁচ বহুৱাই থৈ গ'ল। মহাসমুদ্ৰৰ বুকুত উপৰ্যুপৰি অহা বিপদ-বিঘিনিয়ে যেতিয়া কলম্বছৰ নাৱিকসকলক ভয়ত কোঙা কৰি পেলাইছে আৰু তেওঁলোকে অচিনাকি সমুদ্ৰ-পথত আৰু বেছি দূৰ আগ বাঢ়িবলৈ অস্বীকাৰ কৰি অভিযাত্ৰী দলৰ নেতা কলম্বছৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে, তেতিয়া কলম্বছে এজাক বাওনাৰ মাজত বিশাল-কায় দৈত্যৰ দৰে থিয় হৈ দৃপ্ত কণ্ঠেৰে ঘোষণা কৰিছে—'Danger is the breath of my life'--'বিপদেই মোৰ প্ৰাণ-বায়ু।'

আমি সকলোৱেই এই কথা জানো যে পৃথিৱীৰ তিনিভাগেই পানী; এভাগ মাত্ৰ মাটি। পানীয়ে মহাসমুদ্ৰৰ ৰূপ ধৰি মহাদেশকেইখনক বেষ্টন কৰি আছে। কেবা হাজাৰ বছৰ আগৰ পৰাই মানুহে সমুদ্ৰ-ভ্ৰমণ কৰাৰ প্ৰমাণ আছে যদিও মহাসমুদ্ৰত পাৰি দিবলৈ মানুহে সাহস কৰা নাছিল। তাৰ কাৰণ আছিল সেই যুগৰ মানুহৰ ভৌগোলিক জ্ঞানৰ অভাৱ, মানচিত্ৰৰ অভাৱ, মহাসমুদ্ৰত দিক নিৰ্ণয় কৰিব পৰা যন্ত্ৰ-পাতিৰ অভাৱ, আৰু সমুদ্ৰগামী ডাঙৰ জাহাজ নিৰ্মাণ কৰিব পৰা কাৰিকৰী জ্ঞানৰ অভাৱ। অথচ যিহেতু পৃথিৱীৰ তিনিভাগেই পানী অৰ্থাৎ মহাসমুদ্ৰ, এতেকে মহাসমুদ্ৰত পাৰি দিব নোৱাৰিলে গোটেই পৃথিৱীখন আৱিষ্কাৰ কৰা কেতিয়াও সম্ভৱ নহয়। কলম্বছেই ইতিহাসৰ প্ৰথম মানুহ—যিজনে জাহাজেৰে আটলাণ্টিক মহাসমুদ্ৰ অতিক্ৰম কৰি তেতিয়ালৈকে অনাৱিষ্কৃত হৈ থকা এখন নতুন মহাদেশ আৱিষ্কাৰ কৰিলে। কলম্বছৰ আমেৰিকা-আৱিষ্কাৰ ইতিহাসৰ এটা যুগান্তকাৰী ঘটনা। ই যে কেৱল মানুহৰ ভৌগোলিক জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰিলে এনে নহয়। ইউৰোপৰ মানুহে গৈ সেই নতুন মহাদেশত উপনিৱেশ স্থাপন কৰাৰ ফলত সমগ্ৰ পৃথিৱীৰ ৰাজনীতি আৰু অৰ্থনীতিৰ ক্ষেত্ৰতো নানা যুগান্তকাৰী পৰিৱৰ্তন ঘটিল। সেই পৰিৱৰ্তনৰ নানা ক্ৰিয়া-প্ৰক্ৰিয়াই অৱশেষত পৃথিৱীখনৰ ৰূপটোকেই সলনি কৰি দিলে।

এই সকলোৰে মূলতে আছিল যিজন মানুহ—সেই ক্ৰিষ্ট'ফাৰ কলম্বছ (১৪৪৬–১৫০৬) আছিল নৱ-জাগৰণৰ যুগৰ সৃষ্টি আৰু সেই যুগৰ এজন শ্ৰেষ্ঠ প্ৰতিনিধি।

নৱ-জাগৰণে ইউৰোপৰ মানুহক প্ৰশ্নশীল, যুক্তিবাদী আৰু জ্ঞানপিপাসু কৰি তোলাৰ উপৰি ই তেওঁলোকৰ মনত জগাই তুলিলে প্ৰবল আত্মবিশ্বাস, উচ্চাকাংক্ষা আৰু পাৰ্থিৱ জীৱনৰ প্ৰতি গভীৰ অনুৰাগ। ধৰ্মই ইমানদিনে মানুহক পাৰ্থিৱ জীৱনৰ প্ৰতি উদাসীন কৰি ৰাখিছিল। কিন্তু নৱ-জাগৰণৰ পোহৰত মানুহে পৃথিৱীখন নতুনকৈ আৱিষ্কাৰ কৰাৰ লগে লগে এই পৃথিৱীৰ সকলো বস্তুৰ প্ৰতি তেওঁলোকে এটা নতুন আকৰ্ষণ অনুভৱ কৰিবলৈ ধৰিলে। এজন পণ্ডিতে কোৱাৰ দৰে—'পাৰ্থিৱ সকলো বস্তুৰ প্ৰতি নতুন আকৰ্ষণ আৰু পাৰ্থিৱ যশ-গৌৰৱৰ আকাংক্ষাৰ দ্বাৰা অনুপ্ৰাণিত হৈ নৱ-জাগৰণৰ যুগত মানুহ বিশ্ব-অভিযানত বাহিৰ হ'ল। এফালে তেওঁলোকে ভাৰত তথা দূৰ প্ৰাচ্যলৈ সমুদ্ৰ-পথ বিচাৰি

দুঃসাহসিক অভিযান আৰম্ভ কৰিলে; আনফালে পণ্ডিতসকলে প্ৰাচীন গ্ৰীক আৰু ৰোমান জ্ঞানভাণ্ডাৰৰ পুনৰুদ্ধাৰৰ কামত আত্মনিয়োগ কৰিলে।'

নৱ-জাগৰণৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ বিশ্ব-অভিযানত বাহিৰ হোৱা প্ৰথম মানুহজন আছিল ক্ৰিষ্ট'ফাৰ কলম্বছ। ইয়াৰ আগৰ এটা অধ্যায়ত আমি জ্যোতিৰ্বিজ্ঞানী নিকোলাউছ ক'পাৰ্নিকাছৰ কথা কৈ আহিছোঁ। সেই যুগৰ মানুহৰ মনত নতুন সাহস যোগোৱাৰ ক্ষেত্ৰত ক'পাৰ্নিকাছৰো ডাঙৰ অৱদান আছিল। ট'লেমিৰ তত্ত্ব ভুল বুলি প্ৰমাণ কৰি ক'পাৰ্নিকাছে মানুহৰ মনত এই নতুন ধাৰণাৰ সৃষ্টি কৰিলে যে পৃথিৱীখন একেঠাইতে তভক মাৰি বৈ থকা এটা চেপেটা বস্তু নহয়; ই আচলতে এটা চিৰ-ঘূৰ্ণায়মান ঘূৰণীয়া বস্তু। এই নতুন ভৌগোলিক ধাৰণাই মানুহৰ মনত এটা বিপ্লৱ আনিলে।

## ক্ৰিষ্ট'ফাৰ্ কলম্বছ


*ক্ৰিষ্ট'ফাৰ কলম্বছ*

আমেৰিকাৰ আবিষ্কাৰক হিচাপে কলম্বছৰ নামটো স্পেইনৰ লগত জড়িত, কাৰণ তেওঁৰ দুঃসাহসিক সমুদ্ৰ-অভিযানৰ পৃষ্ঠপোষকতা কৰিছিল স্পেইনৰ ৰাণী ইছাবেল্লাই। কিন্তু আচলতে কলম্বছ ইটালীৰ মানুহ। তেওঁৰ জন্ম হৈছিল ইটালীৰ জেনোৱাত। ইটালীয় ভাষাত তেওঁৰ নাম আছিল ক্ৰিস্তোফেৰো কলম্বো। স্পেইনলৈ অহাৰ পাছত তেওঁৰ নাম হ'ল ক্ৰিস্তোবাল কোলোন। কিন্তু পৃথিৱীৰ যিবোৰ দেশত ইংৰাজী ভাষা প্ৰচলিত সেইবোৰ দেশত তেওঁ ক্ৰিষ্ট'ফাৰ কলম্বছ নামেৰেই সমধিক প্ৰসিদ্ধ।

কলম্বছৰ দেউতাক আছিল এজন উল-ব্যৱসায়ী। কলম্বছে পাভিয়া বিশ্ববিদ্যালয়ত গণিত আৰু জ্যামিতিৰ অধ্যয়ন শেষ কৰি দেউতাকৰ ব্যৱসায়তেই আত্ম-নিয়োগ কৰিছিল। কিন্তু সমুদ্ৰই বোধহয় তেওঁক বাল্যকালৰ পৰাই হাত-বাউলি মাতিছিল। উলৰ ব্যৱসায়ত তেওঁৰ মন নবহা হ'ল। খুব কম বয়সতে নাৱিকৰ জীৱন গ্ৰহণ কৰি কলম্বছে সমুদ্ৰত ঘূৰি ফুৰিবলৈ ধৰিলে।

এইখিনিতে অলপ আগৰ কথা ক'ব লাগিব। মধ্যযুগত ইউৰোপৰ মানুহে বৰকৈ ফুৰা-চকা নকৰিছিল। সেই কাৰণে তেওঁলোকৰ পৃথিৱীৰ জ্ঞান তেনেই সীমাবদ্ধ আছিল। তেৰ শতিকাত ইটালীৰ পলো নামৰ দুজন ভাই-ককায়ে স্থলপথেৰে ভ্ৰমণ কৰি চীনদেশৰ সম্ৰাটৰ ৰাজসভা পৰ্যন্ত পাইছিলগৈ আৰু প্ৰায় বিশ বছৰমানৰ মূৰত তেওঁলোক স্বদেশলৈ ঘূৰি আহিছিল। তেওঁলোকৰ বিচিত্ৰ ভ্ৰমণ কাহিনীয়ে দূৰ প্ৰাচ্যৰ প্ৰতি ইউৰোপৰ মানুহৰ মনত বিপুল কৌতূহল জগাই তুলিছিল। সেই তেতিয়াৰে পৰা চীন আৰু ভাৰতলৈ কেনেকৈ এটা নিৰাপদ পথ বিচাৰি উলিওৱা যায় সেইটো আছিল ইউৰোপৰ মানুহৰ এটা প্ৰধান ধান্দা।

ইতিমধ্যে স্পেইন আৰু পৰ্টুগাল ইউৰোপৰ প্ৰধান নৌ-শক্তিত পৰিণত হৈছিল। ১৪৮৬ খ্ৰীষ্টাব্দত বাৰ্থল'মিউ ডায়াজ নামৰ এজন পৰ্টুগীজ নাৱিকে সমুদ্ৰ-পথেৰে গৈ দক্ষিণ আফ্ৰিকাৰ উত্তমাশা অন্তৰীপ আৱিষ্কাৰ কৰিছিল। এটা প্ৰকাণ্ড ধুমুহাই বাধা নিদিয়া হ'লে তেওঁ হয়তো আৰু পূবলৈ আগবাঢ়ি গৈ তেতিয়াই ভাৰতৰ উপকূলত লঙ্গৰ পেলাব পাৰিলেহেঁতেন। সি যি কি নহওক, উত্তমাশা অন্তৰীপৰ আৱিষ্কাৰে মানুহৰ মনত এনে এটা আশা জগাই তুলিছিল যে ভাৰতলৈ যোৱাৰ সমুদ্ৰ-পথ আৱিষ্কৃত হ'বলৈ হয়তো আৰু বেছি দিন নাই।

নৱ-জাগৰণৰ কলৰৱে তেতিয়া ইউৰোপৰ এটা বিশাল প্ৰান্তৰ মুখৰিত কৰি তুলিছে। ইমানদিনে তেওঁলোকে যিখন সংকীৰ্ণ পৃথিৱীত বাস কৰি আছিল তাৰ সীমা পাৰ হৈ বাহিৰৰ বিশাল পৃথিৱীখন আৱিষ্কাৰ কৰিবলৈ তেওঁলোক চঞ্চল হৈ উঠিছে। বিশেষকৈ ৰহস্যময় সাধুকথাৰ দেশ ভাৰতলৈ এটা সমুদ্ৰ-পথ আৱিষ্কাৰ কৰিবলৈ তেওঁলোক বদ্ধপৰিকৰ। কিন্তু মহাসমুদ্ৰৰ বুকু ফালি কোন দিশে অগ্ৰসৰ হ'লে তেওঁলোক এদিন গৈ ভাৰতত ওলাব সেই বিষয়ে কিন্তু নাৱিকসকলৰ মাজত মতৰ মিল নাই। কোনোৱে কয়—পূব অভিমুখে যোৱা ভাল; কোনোৱে কয় পশ্চিম অভিমুখে।

পৰ্টুগালে যি সময়ত সমুদ্ৰত নিজৰ আধিপত্য বিস্তাৰ কৰিছে আৰু সেই সময়ৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সমুদ্ৰ-অভিযানবোৰত নেতৃত্ব লৈছে, সেই সময়ত ক্ৰিষ্টফাৰ কলম্বছ পৰ্টুগালত। ১৪৭৮ খ্ৰীষ্টাব্দত তেওঁ ফেলিপে-মোঞিছ-দে-পেৰেষ্ট্ৰেল্লো নামৰ এগৰাকী পৰ্টুগীজ মহিলাক বিয়া কৰি পৰ্টুগালৰ স্থায়ী বাসিন্দা হৈছে। ফেলিপেৰ পিতৃও আছিল সেই সময়ৰ এজন বিখ্যাত নাৱিক। বহু দিন ধৰি কলম্বছৰ একমাত্ৰ স্বপ্ন আছিল ভাৰতলৈ যোৱাৰ এটা সমুদ্ৰ-পথ আৱিষ্কাৰ কৰা। সেই উদ্দেশ্যে তেওঁ এখন বিশদ আঁচনি প্ৰস্তুত কৰি পৰ্টুগাল আৰু স্পেইনৰ ৰজাৰ ওচৰত এনে এটা সমুদ্ৰ-অভিযানৰ কাৰণে সাহায্য প্ৰাৰ্থনা কৰিলে। কিন্তু দুয়োজন ৰজাই কলম্বছৰ প্ৰাৰ্থনা নামঞ্জুৰ কৰিলে। অৱশ্যে বেলেগ বেলেগ কাৰণত।

পূবৰ সমুদ্ৰ-পথত পৰ্টুগালে ইতিমধ্যেই নিজৰ একাধিপত্য বিস্তাৰ কৰিছিল। তেওঁলোকৰ মনত গভীৰ বিশ্বাস আছিল যে আৰু কিছুদিন চেষ্টা কৰি থাকিলে তেওঁলোকে নিজেই এদিন ভাৰতলৈ যোৱাৰ সমুদ্ৰ-পথ আৱিষ্কাৰ কৰিব পাৰিব। তাৰ কাৰণে কলম্বছৰ দৰে বিদেশী এজনৰ সহায় লোৱাৰ কোনো প্ৰয়োজন নাই। পৰ্টুগালৰ ৰজাই কলম্বছৰ প্ৰাৰ্থনা অগ্ৰাহ্য কৰাৰ সেইটোৱেই আছিল ঘাই কাৰণ।

অৱশ্যে স্পেইনৰ ৰজাৰ কাৰণটো আছিল সম্পূৰ্ণ বেলেগ। ইয়াৰ আগৰ এটা অধ্যায়ত কৈ অহা হৈছে যে সপ্তম শতিকাত মুৰসকলে স্পেইন আক্ৰমণ কৰি তাত প্ৰায় সাতশ বছৰ ৰাজত্ব কৰে। কলম্বছে যেতিয়া সমুদ্ৰ-অভিযানৰ কাৰণে সাহায্য বিচাৰি স্পেইনৰ ৰজালৈ আবেদন কৰে, তেতিয়া স্পেইনৰ ৰাজসিংহাসনত ফাৰ্ডিনাণ্ড্। তেওঁৰ ৰাণী হ'ল ইছাবেল্লা। আৰাগনৰ ৰজা ফাৰ্ডিনাণ্ডে কেষ্টিলৰ ৰাণী ইছাবেল্লাক বিয়া কৰি সেই মাত্ৰ দুয়োখন ৰাজ্যক লগ লগাই স্পেইনক এখন অখণ্ড দেশত পৰিণত কৰিছে, আৰু দুয়ো মুৰসকলক তেওঁলোকৰ শেষ ঘাটি গ্ৰানাডাৰ পৰা খেদি পঠাবলৈ দৃঢ় সংকল্প লৈছে। আন কোনো কথালৈ কাণ দিবলৈ তেওঁলোকৰ সময় নাই।

কিন্তু কলম্বছো সহজে হাৰ মনা ভকত নহয়। অসীম ধৈৰ্যেৰে সৈতে তেওঁ নিজৰ সংকল্পত অটল হৈ থাকিল। স্পেইনৰ ৰজাক খাটনি ধৰি থাকিবলৈকো তেওঁ নেৰিলে। কলম্বছৰ ভাগ্য ভাল, ১৪৯২ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত মুৰসকলে গ্ৰানাডাত যুদ্ধত হাৰি আত্মসমৰ্পণ কৰিলে, আৰু সেই বছৰৰে এপ্ৰিল মাহত স্পেইনৰ ৰজা-ৰাণীয়ে কলম্বছৰ লগত এখন চুক্তি কৰি তেওঁলৈ সমুদ্ৰ-অভিযানৰ কাৰণে প্ৰয়োজনীয় অৰ্থ-সাহায্য আগবঢ়ালে।

অৱশেষত ১৪৯২ খ্ৰীষ্টাব্দৰ ৩ আগষ্টৰ দিনা কলম্বছে তেওঁৰ ঐতিহাসিক সমুদ্ৰ-অভিযান আৰম্ভ কৰিলে। তেওঁৰ লগত আছিল ছাণ্টা মাৰিয়া (১০০ টন), পিণ্টা (৫০ টন) আৰু নিঞা (৪০ টন) নামৰ তিনিখন জাহাজ, আৰু ৮৮ জন নাৱিক। জাহাজৰ ওজনবোৰ উল্লেখ কৰা হ'ল এই কাৰণে যে আজিকালিৰ দিনৰ বিশালকায় অ'চন-লাইনাৰ (Ocean-liner) অৰ্থাৎ মহাসমুদ্ৰ পাৰাপাৰ কৰা জাহাজৰ তুলনাত কলম্বছৰ জাহাজকেইখন আছিল টুলুঙা নাও মাত্ৰ। যি ৮৮ জন নাৱিকক সাৰথি কৰি কলম্বছে সেই ভয়ংকৰ সমুদ্ৰ-অভিযানত বাহিৰ হৈছিল সেই নাৱিকসকলো আছিল ফাটেকৰ পৰা মুকলি হৈ অহা দাগী অপৰাধী, আৰু নৰহত্যাৰ নিচিনা নানা গুৰুতৰ অপৰাধত লিপ্ত সমাজ-বিৰোধী শ্ৰেণীৰ লোক।

সেই যুগত একমাত্র অপৰাধী শ্রেণীৰ মানুহৰ বাহিৰে আন মানুহ সমুদ্রত ভ্রাম্যমাণ নাৱিকৰ জীৱনৰ প্রতি আকৃষ্ট নোহোৱাৰ কাৰণ ব্যাখ্যা কৰি হেণ্ড্রিক-উইলেম-ভান-লুনে লিখিছে ঃ 'মধ্যযুগত সমুদ্রই মানুহক আকর্ষণ নকৰিছিল। তাৰ যুক্তিসঙ্গত কাৰণো আছিল। প্রথমতে, জাহাজবোৰ আছিল অতি সৰু। যিবোৰ জাহাজত উঠি মেগেলানে পৃথিৱী প্রদক্ষিণ কৰিছিল আৰু তাকে কৰিবলৈ তেওঁৰ বহু বছৰ সময় লাগিছিল, সেই জাহাজবোৰ আজিকালি বৰনৈ পাৰাপাৰ কৰা ফেৰি-নাৱৰ সমানো ডাঙৰ নাছিল। জাহাজবোৰত মাত্র বিশৰ পৰা পঞ্চাশজন মানুহৰ কাৰণে ঠাই আছিল। তেওঁলোকে যিবোৰ লেতেৰা কোঠালিত থাকিব লগা হৈছিল সেইবোৰ ইমান চাপৰ আছিল যে কাৰো পক্ষে, তাত গাটো সম্পূর্ণ পোন কৰি থিয় হোৱা সম্ভৱ নাছিল। সমুদ্রৰ বেয়া বতৰৰ কাৰণে জুই জ্বলোৱা প্রায়েই সম্ভৱ নহৈছিল; ফলত নাৱিকসকলে প্রায়েই আধা সিজোৱা বা নিসিজোৱা নিকৃষ্ট আহাৰ খাবলৈ বাধ্য হৈছিল। মাছ শুকুৱাই বা তেলত ডুবাই বহুতদিনৰ কাৰণে কেনেকৈ খাব পৰা কৰি ৰাখিব পাৰি সেই কথা মধ্যযুগৰ মানুহে জানিছিল। কিন্তু টেমাত ভৰাই খাদ্য সংৰক্ষণ কৰাৰ ব্যৱস্থা তেতিয়া নাছিল। কেঁচা শাক-পাচলি কি বস্তু সেই কথা নাৱিকসকলে উপকূল এৰাৰ লগে লগেই পাহৰিবলৈ বাধ্য হৈছিল। খোৱা পানী নিয়া হৈছিল সৰু সৰু পিপাত ভৰাই। অতি সোনকালেই সেই পানী খোৱাৰ অনুপযোগী হৈ পৰিছিল। পানী মুখত দিলেই পচা কাঠ কিংবা লোৰ মামৰ খোৱা যেন লাগিছিল। তদুপৰি সেই পানীত নানা তৰহৰ পোকে কিলবিলাবলৈ আৰম্ভ কৰিছিল। চকুৰে মণিব নোৱৰা জীৱাণুৰ অস্তিত্ব সম্পর্কে মধ্যযুগৰ মানুহৰ কোনো ধাৰণা নাছিল। (তেৰ শতিকাত বিদ্বান সন্ন্যাসী ৰ'জাৰ বেঁকনে জীৱাণুৰ অস্তিত্ব অনুমান কৰিছিল, কিন্তু নানা কথা বিবেচনা কৰি তেওঁ সেই আৱিষ্কাৰ নিজৰ মনৰ মাজতে গোপন কৰি ৰাখিছিল)। নাৱিকসকলে সদায় এনে লেতেৰা পানীকে খাব লগা হৈছিল; ফলত কেতিয়াবা একোখন জাহাজৰ আটাইবোৰ নাৱিক সন্নিপাত জ্বৰৰ দ্বাৰা আক্রান্ত হৈ মৃত্যুমুখত পৰিছিল। সেই যুগত নাৱিকৰ মৃত্যুৰ হাৰ আছিল অতি ভয়াৱহ। ১৫১৯ খ্রীষ্টাব্দত যি দুশজন নাৱিকে মেগেলানৰ লগত পৃথিৱী-প্রদক্ষিণ অভিযানত বাহিৰ হৈছিল, তেওঁলোকৰ ভিতৰত জীৱিত অৱস্থাত স্বদেশলৈ ঘূৰি আহিছিল মাত্র ওঠৰজন। আনকি সোতৰ শতিকা পর্যন্ত শতকৰা প্রায় চল্লিশজন নাৱিকৰ এনেকৈ মৃত্যু হোৱাটো আছিল তেনেই স্বাভাৱিক ঘটনা। বেছিভাগ নাৱিকৰ মৃত্যু হৈছিল স্কার্ভি বেমাৰত। আহাৰত সজীৱ শাক-পাচলিৰ অভাৱ ঘটিলে এই বেমাৰ হয়। এই বেমাৰৰ ফলত দাঁতৰ আলুত ঘা লাগে আৰু পিছলৈ শৰীৰৰ তেজ দূষিত হৈ মানুহ মৃত্যুমুখত পৰে। সমুদ্রই যে কিয় সমাজৰ শ্রেষ্ঠ আৰু গুণী মানুহবোৰক সেই যুগত আকর্ষণ কৰিব পৰা নাছিল সেই কথা বুজিবলৈ ইয়াৰ পিছত আৰু একো টান নহয়। মেগেলান, কলম্বছ আৰু ভাস্ক'-দা-গামা প্রভৃতি বিখ্যাত অভিযাত্রীসকলে যিসকল নাৱিকক সাৰথি কৰি দুঃসাহসিক সমুদ্র অভিযানত বাহিৰ হৈছিল, সেই নাৱিকসকলৰ প্রায় আটাইবোৰেই আছিল ফাটেকৰ পৰা মুকলি হোৱা দাগী অপৰাধী, কথাই-কথাই নৰহত্যা কৰিব পৰা জিঘাংসু প্রবৃত্তিৰ মানুহ আৰু চোৰ-ডকাইত ইত্যাদি।'

এনেকুৱা ৮৮ জন নাৱিকক লগত লৈ কলম্বছে অপৰিচিত মহাসমুদ্রৰ বুকুত পাৰি দিলে ১৪৯২ খ্রীষ্টাব্দৰ ৩ আগষ্টৰ দিনা। প্রায় সত্তৰ দিনৰ মূৰত তেওঁলোকে প্রথম মাটি দেখিবলৈ পালে। কলম্বছে ভাবিলে যে তেওঁ অলপ সময়ৰ পাছত ভাৰতৰ মাটিত ভৰি দিব। কিন্তু সত্তৰ দিনৰ ভয়ংকৰ আৰু বিপদ-সংকুল সমুদ্র-ভ্রমণৰ অন্তত যি উপকূল-ৰেখা দেখি কলম্বছ আৰু তেওঁৰ সঙ্গীসকলৰ মন-প্রাণ আনন্দত নাচি উঠিছিল আৰু যাক তেওঁলোকে ভাৰতৰ উপকূল-ৰেখা বুলি ভুল কৰিছিল সি আচলতে ভাৰত নাছিল। সি আচলতে আছিল এতিয়া বাহামা দ্বীপপুঞ্জ নামে জনাজাত দ্বীপপুঞ্জৰ ওৱাটলিং নামে এটা দ্বীপ।

কলম্বছে ভাৰতলৈ সমুদ্ৰ-পথ আৱিষ্কাৰ কৰিব নোৱাৰিলে সঁচা, কিন্তু তেওঁ আৱিষ্কাৰ কৰিলে এখন নতুন মহাদেশ, তেওঁ সূচনা কৰিলে ইতিহাসৰ এটা নতুন অধ্যায়।

কলম্বছৰ এইবাৰৰ অভিযানত ওৱাটলিঙৰ বাহিৰেও আৰু আন কেবাটাও দ্বীপ আৱিষ্কৃত হয়। কিন্তু এই যাত্ৰাতে তেওঁ হেৰুৱাব লগীয়া হয় ছান্টা মাৰিয়া নামৰ তেওঁৰ আটাইতকৈ ডাঙৰ জাহাজখন। নাৱিকসকলৰ গাফিলতিৰ ফলত জাহাজখন সম্পূৰ্ণৰূপে নষ্ট হয়। সি যি কি নহওক, কলম্বছে ওৱাটলিং দ্বীপত এটা দুৰ্গ নিৰ্মাণ কৰি তাত ৪৪ জন নাৱিকক থৈ নিএগ্ৰা নামৰ জাহাজখনেৰে ইউৰোপলৈ ঘূৰি আহে।

১৪৯৩ খ্ৰীষ্টাব্দৰ ৪ মাৰ্চত কলম্বছ পৰ্টুগালৰ ৰাজধানী লিছবনত আহি উপস্থিত হ'ল। যি পৰ্টুগালৰ ৰজাই কলম্বছক সমুদ্ৰ-অভিযানৰ কাৰণে সাহায্য দিবলৈ অস্বীকাৰ কৰিছিল, সেই একেজন ৰজাই এতিয়া কলম্বছৰ সন্মানতে বিপুল ৰাজকীয় অভ্যৰ্থনাৰ আয়োজন কৰিলে, লিছবনৰ পিছত কলম্বছ স্পেইনৰ ৰাজধানী বাৰ্ছিলোনালৈ গ'ল। তাত তো প্ৰত্যাশিতভাৱেই তেওঁৰ কাৰণে অপেক্ষা কৰি আছিল বিপুল উচ্ছ্বাসপূৰ্ণ সম্বৰ্ধনা। কিন্তু এইবোৰ আড়ম্বৰপূৰ্ণ ভোজ-ভাত আৰু সম্বৰ্ধনাই কলম্বছৰ চিৰ-চঞ্চল মনটোক বেছি দিন বান্ধি ৰাখিব নোৱাৰিলে। মাত্ৰ কেইমাহমান জিৰণি লৈয়েই ১৪৯৩ খ্ৰীষ্টাব্দৰ ১৪ ছেপ্টেম্বৰত তেওঁ আকৌ সমুদ্ৰত পাৰি দিলে। তেওঁৰ এইবাৰৰ অভিযানৰ উদ্দেশ্য আছিল ইতিমধ্যে আৱিষ্কাৰ কৰি অহা দ্বীপবোৰত উপনিৱেশ স্থাপন কৰা। গতিকে এইবাৰ তেওঁৰ লগত আছিল ১৭ খন জাহাজ আৰু ১৫০০ জন অনুচৰ। তাৰে ভিতৰত বাৰজন ধৰ্মপ্ৰচাৰক। এইবাৰৰ যাত্ৰাত তেওঁ কেবাটাও নতুন দ্বীপ আৱিষ্কাৰ কৰাৰ উপৰি কিউবা আৰু জামাইকাও আৱিষ্কাৰ কৰে। কিন্তু প্ৰথমবাৰৰ যাত্ৰাত তেওঁ ওৱাটলিং দ্বীপত যি দুৰ্গ নিৰ্মাণ কৰি ৪৪ জন নাৱিকক ৰাখি গৈছিল, এইবাৰ তালৈ গৈ তেওঁ দেখিলে যে দুৰ্গটোৰ কোনো চিনচাবেই নাই। তেওঁ নতুনকৈ এটা দুৰ্গ নিৰ্মাণ কৰি ইছাবেল্লা নামৰ এখন নগৰ প্ৰতিষ্ঠা কৰিলে।

ইয়াৰ পাছতো কলম্বছে আৰু দুবাৰ অভিযান কৰে। ১৪৯৮ খ্ৰীষ্টাব্দৰ ৩০ মে'ৰ পৰা ১৫০০ খ্ৰীষ্টাব্দৰ ১৭ ডিচেম্বৰলৈ কৰা তৃতীয় অভিযানত কলম্বছে দক্ষিণ আমেৰিকাৰ মাটিত ভৰি দিয়ে। ১৫০২ খ্ৰীষ্টাব্দৰ ৯ মে'ৰ পৰা ১৫০৪ খ্ৰীষ্টাব্দৰ ৭ নৱেম্বৰলৈকে কৰা চতুৰ্থ অভিযানত তেওঁ হন্দুৰাছৰ চুবুৰীয়া দ্বীপ কেইটামান আৱিষ্কাৰ কৰে। কিন্তু দূৰৰ পৰা হন্দুৰাছ দেখি তেওঁ ভাবিছিল যে তেওঁ নিশ্চয় কেথে তথা চীনদেশৰ ওচৰ চাপিছে। এই চতুৰ্থ অভিযানৰ সময়তে তেওঁ নাৱিকসকলৰ চূড়ান্ত উচ্ছৃংখলতা আৰু বিদ্ৰোহৰ সন্মুখীন হ'ব লগা হয়। এই অধ্যায়ৰ আৰম্ভণিতে মই পঢ়াশলীয়া পাঠ্যপুথিত পঢ়া যি একাংক নাটিকাৰ কথা উল্লেখ কৰিছিলো, সেই নাটিকাৰ বিষয়-বস্তু আছিল কলম্বছৰ চতুৰ্থ সমুদ্ৰ অভিযানৰ সময়ত হোৱা নাৱিক-বিদ্ৰোহ। চতুৰ্থ অভিযান শেষ কৰি কলম্বছ যেতিয়া স্পেইনলৈ ঘূৰি আহিল, তেতিয়া তেওঁৰ ভগ্ন-প্ৰায় অৱস্থা। দুবছৰমান ৰোগ-শয্যাত কটোৱাৰ পিছত ১৫০৬ খ্ৰীষ্টাব্দৰ ২০ মে'ত তেওঁৰ মৃত্যু হয়। কিন্তু মানুহৰ ইতিহাসত যিসকল পুৰুষ সঁচাকৈয়ে অমৰ, তেওঁলোকৰ ভিতৰত কলম্বছো এজন। যি বন্ধন-মুক্তি আৰু অনুসন্ধিৎসা আৰু অভিযান-স্পৃহা আছিল নৱ-জাগৰণৰ আদৰ্শ, সেই আদৰ্শৰ এটা মূৰ্ত প্ৰতীক আছিল ক্ৰিষ্টফাৰ কলম্বছ। মানুহৰ অভিধানত তেওঁ আজি কেৱল এটা নাম নহয়, তেওঁ এটা নতুন শব্দ। ছিগমুণ্ড ফ্ৰয়েডৰ বিষয়ে ক'বলৈ গৈ মানুহে কয় : 'তেওঁ আছিল মানুহৰ অৱচেতন মনৰ অনাৱিষ্কৃত নতুন মহাদেশ আৱিষ্কাৰ কৰা কলম্বছ।' অসমৰ কাৰ্বিসকলৰ বিষয়ে ক'বলৈ গৈ বিষ্ণুপ্ৰসাদ ৰাভাই কৈছিল : 'কাৰ্বিসকল হ'ল অসম আৱিষ্কাৰ কৰা কলম্বছ।'

১৪৫৩ খ্ৰীষ্টাব্দত কন্‌ষ্টান্‌টিন'প'লৰ পতনৰ লগে লগে ইউৰোপত যি নতুন যুগৰ সূচনা হৈছিল—ইতিহাসত যি যুগটোক কোৱা হয় ৰেণেছাঁ বা নৱ-জাগৰণ—সেই যুগৰ সামৰণি পৰিল মহাবিজ্ঞানী গেলিলিঅ'ৰ মৃত্যুৰ লগে লগে।

অৱশ্যে ইতিহাসৰ এনে যুগ-বিভাগ খুব বিভ্ৰান্তিকৰ। মানুহৰ চিন্তাধাৰাত যি বিপ্লৱ ঘটে সি নিশ্চয় কোনোবা এটা বিশেষ বছৰৰ বিশেষ এটা দিনত আৰম্ভ হৈ আন কোনোবা এটা বিশেষ বছৰৰ বিশেষ দিনত শেষ হ'ব নোৱাৰে। মানুহৰ অজানিতেই পৰিৱৰ্তনৰ প্ৰক্ৰিয়া হয়তো খুব ধীৰে ধীৰে বহুত আগৰ পৰাই আৰম্ভ হয়। ঠিক সেইদৰে ইতিহাস-ৰচনাৰ সুচলৰ কাৰণে এটা বিশেষ সময়ত ইতিহাসৰ এটা যুগৰ অন্ত পৰা বুলি ধৰিলেও তাৰ প্ৰভাৱ আৰু বহুত দিনলৈ কাৰ্যকৰী হৈ থাকে। তদুপৰি সকলো পণ্ডিতেই এটা কথাত জোৰ দিয়ে যে ইউৰোপৰ নৱ-জাগৰণ মাত্ৰ এটা বিশেষ ঐতিহাসিক যুগ নহয়; ই হ'ল মনৰ এটা বিশেষ অৱস্থা। অধ্যাপক ৰোমাইন পেটাৰছন নামৰ এজন পণ্ডিতে নৱ-জাগৰণৰ মূল বৈশিষ্ট্য ব্যাখ্যা কৰিছে এনেদৰে ঃ 'নৱ-জাগৰণ হ'ল মানুহৰ মনৰ সেই অৱস্থা—যি অৱস্থাত মানুহে আও-পুৰণি মান্ধাতা-কলীয়া নীতি-নিয়মৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠে আৰু অনাৱিষ্কৃত নতুনৰ সন্ধান কৰিবলৈ আৰম্ভ কৰে। নৱ-জাগৰণ হ'ল কলা আৰু বিজ্ঞান উভয়ক্ষেত্ৰতে নতুন নতুন প্ৰশ্ন সোধাৰ আৰু সেইবোৰৰ উত্তৰ বিচৰাৰ প্ৰৱণতা।'

## গেলিলিঅ' গেলিলেই (১৫৬৪–১৬৪২)



*গেলিলিঅ' গেলিলেই*

বিজ্ঞানৰ ক্ষেত্ৰত তেনে এজন নতুন প্ৰশ্ন সোধা মানুহ আছিল গেলিলঅ' গেলিলেই। 'বিজ্ঞানৰ চমু ইতিহাস' নামৰ গ্ৰন্থত ছাৰ উইলিয়াম ছেছিল ডেম্পিয়াৰে লিখিছে ঃ নৱ-জাগৰণৰ যুগত আৰম্ভ হোৱা বিজ্ঞানৰ যি জয়যাত্ৰা তিনিশ বছৰ ধৰি অব্যাহত আছিল সেই জয়যাত্ৰা আৰম্ভ কৰাত আটাইতকৈ ডাঙৰ ভূমিকা লৈছিল গেলিলিঅ' গেলিলেইয়ে। লিঅ'নাৰ্ড', ক'পাৰ্নিকাছ আৰু গিলবাৰ্ট—এওঁলোকৰ প্ৰত্যেকেই নিজস্ব ধৰণে আগন্তুক বিপ্লৱৰ আগলি বতৰা দিছিল হয়; কিন্তু গেলিলিঅ' তেওঁলোকতকৈ আৰু বহুত দূৰ আগুৱাই গৈছিল। তেওঁৰ ৰচনাতেই প্ৰকৃত আধুনিক স্পৰ্শ আমি প্ৰথমবাৰৰ কাৰণে অনুভৱ কৰোঁহঁক।'

তেৰ শতিকাৰ পৰা ইউৰোপত ইনকুইজিশ্যন নামৰ এটা অনুষ্ঠান প্ৰচলিত আছিল। ৰোমান কেথলিক চাৰ্চৰ মূল নীতি

আৰু বিশ্বাসৰ বিৰোধিতা কৰা লোকসকলক বিচাৰ কৰি শাস্তি দিবৰ কাৰণে পোপ গ্ৰেগৰিয়ে ১২৩৩ খ্ৰীষ্টাব্দত ইন্‌কুইজিশ্যন নামৰ এই ধৰ্মীয় আদালত স্থাপন কৰে। ধৰ্ম-বিৰোধী লোকসকলক ইন্‌কুইজিশ্যন তথা ধৰ্মীয় আদালতে কঠোৰ শাস্তি বিহিছিল; আনকি কেতিয়াবা তেনে লোকক জীয়াই জীয়াই পুৰি মাৰিবলৈ আদেশ দিয়া হৈছিল। অৱশ্যে বেছিভাগ ক্ষেত্ৰতেই ধৰ্ম-বিৰোধী লোকৰ প্ৰধান শাস্তি আছিল কাৰাদণ্ড।

১৬৩৩ খ্ৰীষ্টাব্দৰ ইন্‌কুইজিশ্যনৰ সন্মুখত হাজিৰ হ'ব লগা হ'ল ৬৯ বছৰ বয়সীয়া এজন বুঢ়া মানুহ। নাম গেলিলিঅ' গেলিলেই। তেওঁৰ অপৰাধ আছিল এয়েই যে তেওঁ সূৰ্যক সৌৰ জগতৰ কেন্দ্ৰ বুলি ঘোষণা কৰিছিল আৰু লগতে কৈছিল যে সূৰ্য একেঠাইতে নিশ্চল হৈ থকা এটা নক্ষত্ৰ। ৰোমান কেথলিক চাৰ্চৰ চকুত ই আছিল এটা ভয়ংকৰ অপৰাধ, কাৰণ চাৰ্চৰ মতে মানুহৰ বাসভূমি পৃথিৱীয়েই হ'ল সমগ্ৰ বিশ্বজগতৰ কেন্দ্ৰ। এই মতৰ বিৰুদ্ধাচৰণ কৰা লোকক চাৰ্চে কেতিয়াও ক্ষমা কৰিব নোৱাৰে। ইন্‌কুইজিশ্যনৰ বিচাৰত গেলিলিঅ' দোষী বুলি প্ৰমাণিত হ'ল। ফলত তেওঁ নিজৰ দোষ স্বীকাৰ কৰি ক'ব লগা হ'ল ঃ 'সূৰ্য বিশ্বজগতৰ কেন্দ্ৰ আৰু ই সদায় একেঠাইতে স্থিৰ হৈ থাকে—ই এটা ভ্ৰান্ত ধাৰণা, আৰু মই গেলিলিঅ' গেলিলেইয়ে, এই ভ্ৰান্ত ধাৰণা সম্পূৰ্ণভাৱে পৰিত্যাগ কৰিছোঁ। মই মোৰ এই ভুলক অভিশাপ দিছোঁ, শপত খাই তাক পৰিত্যাগ কৰিছোঁ আৰু অন্তৰৰ পৰা তাক ঘৃণা কৰিছোঁ।'

সকলোৱে শুনাকৈ এই কথাখিনি কৈ গেলিলিঅ'ই পিছ মুহূৰ্ততে মুখৰ ভিতৰতে ভোৰ্‌ভোৰাই ক'লে— 'মই এইদৰে ক'লে কি হ'ব? আচলতে পৃথিৱীখন সূৰ্যৰ চাৰিওফালে ঘূৰিয়েই আছে।'

মানুহৰ সভ্যতা প্ৰায় সাত হাজাৰ বছৰ পুৰণি। এই সাত হাজাৰ বছৰৰ ভিতৰত মানুহে অলেখ কীৰ্তি স্থাপন কৰিছে আৰু জ্ঞানৰ এক বিৰাট ভাণ্ডাৰ গঢ়ি তুলিছে। কিন্তু অতি আচৰিত কথা—পৃথিৱীয়ে যে সূৰ্যৰ চাৰিওফালে প্ৰদক্ষিণ কৰে এই সৰল আৰু চিৰন্তন সত্যটো আৱিষ্কাৰ কৰিবলৈ মানুহে অপেক্ষা কৰিব লগা হ'ল ষোল শতিকা পৰ্যন্ত। তাৰ আগলৈকে অন্ধ বিশ্বাসে মানুহৰ মন কোঙা কৰি ৰাখিছিল কাৰণেই সত্যৰ সন্ধান কৰিবলৈ মানুহে সাহস গোটাব পৰা নাছিল। যেতিয়াই মানুহে সেই সাহস গোটাব পাৰিলে, তেতিয়াই আৰম্ভ হ'ল বিজ্ঞানৰ জয়যাত্ৰা। ওপৰতেই কৈ অহা হৈছে যে এই জয়যাত্ৰা আৰম্ভ কৰাত আটাইতকৈ ডাঙৰ ভূমিকা লোৱা মানুহজন হ'ল গেলিলিঅ' গেলিলেই।

১৫৬৪ খ্ৰীষ্টাব্দত ইটালীৰ পিছা নগৰত গেলিলিঅ'ৰ জন্ম হৈছিল। তেওঁৰ সঙ্গীতজ্ঞ আৰু সুশিক্ষিত পিতৃয়ে অতি সৰু বয়সৰ পৰাই স্বাধীনভাৱে চিন্তা কৰিবলৈ গেলিলিঅ'ক উদগনি দিছিল। এই ক্ষেত্ৰত গেলিলিঅ' আছিল বিশেষভাৱে ভাগ্যবান কাৰণ সেই ধৰ্মান্ধ যুগত নিজৰ পিতৃৰ পৰা এনেকৈ সত্য-সন্ধানৰ সাহস আৰু প্ৰেৰণা পোৱা কম ভাগ্যৰ কথা নহয়। যিবোৰ গুণে মানুহক মানুহ কৰিছে, অৰ্থাৎ মানুহক আদিম পশুবৎ অৱস্থাৰ পৰা আনি আজিৰ যুগৰ এই সৰ্বগুণাকৰ বিস্ময়কৰ জীৱত পৰিণত কৰিছে, সেইবোৰৰ ভিতৰত এটা প্ৰধান গুণ হ'ল জ্বলন্ত কৌতূহল। এই বিশ্বসৃষ্টিৰ প্ৰতিটো ঘটনা আৰু প্ৰতিটো বস্তুৰ ৰহস্য জানিবলৈ যিবোৰ মানুহে অদম্য কৌতূহল অনুভৱ কৰে কেৱল সেইবোৰ মানুহেই জ্ঞানৰ ন ন দিগন্ত উন্মোচন কৰি মানৱ-সমাজক অন্তহীন বিকাশৰ পথত আগুৱাই লৈ গৈ থাকে। গেলিলিঅ'ই তেওঁৰ কৌতূহলৰ পৰিচয় দিছিল ছাত্ৰ অৱস্থাৰ পৰাই। পিছা বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাতে এদিন তেওঁ গীৰ্জাত লক্ষ্য কৰিলে যে তাত দীঘল ৰছিৰে বান্ধি ওলোমাই থোৱা লেম্পবোৰে ইফালৰ পৰা সিফাললৈ দুলি থাকিবলৈ এটা নিৰ্দিষ্ট সময় লয়। ঘৰলৈ আহিয়েই তেওঁ বিভিন্ন দৈৰ্ঘ্যৰ

ৰছিৰে বিভিন্ন ওজনৰ সীহৰ টুকুৰা বান্ধি সেইবোৰ দুলাই দুলাই পৰীক্ষা কৰিবলৈ ধৰিলে। অৱশেষত তেওঁ আবিষ্কাৰ কৰিলে যে সীহৰ টুকুৰাবোৰৰ ওজন যিমানেই নহওক কিয়, ইফালৰ পৰা সিফাললৈ দুলিবলৈ সিহঁতে একে সময় লয়। সময়ৰ তাৰতম্য নিৰ্ভৰ কৰে কেৱল ৰছিডালৰ দৈৰ্ঘ্যৰ ওপৰত। গেলিলিঅ'ৰ এই পৰীক্ষাৰ ফলস্বৰূপেই আৱিষ্কৃত হ'ল পেণ্ডুলাম বা দোলক।

শিক্ষা সমাপ্ত কৰাৰ পাছত গেলিলঅ' পিছা বিশ্ববিদ্যালয়ত গণিতৰ অধ্যাপক নিযুক্ত হ'ল। অধ্যাপক হিচাপে গেলিলিঅ'ৰ প্ৰথম কাম হ'ল এৰিষ্ট'টলৰ বৈজ্ঞানিক সিদ্ধান্তবোৰ যুক্তিৰ পোহৰত নতুনকৈ পৰীক্ষা কৰি চোৱা। যি যুগত এৰিষ্ট'টলে লিখি থৈ যোৱা প্ৰতিটো শব্দকেই শাস্ত্ৰ-বাক্যৰ দৰে মানি চলা হৈছিল আৰু সেইবোৰক প্ৰশ্নৰ অতীত বুলি বিবেচনা কৰা হৈছিল, সেই যুগত এৰিষ্ট'টলৰ বৈজ্ঞানিক সিদ্ধান্তবোৰ পুনৰ পৰীক্ষা কৰি চাবলৈ বিচৰাটোৱেই আছিল এটা বৈপ্লবিক ঘটনা। এৰিষ্ট'টলে এই মত ব্যক্ত কৰি থৈ গৈছিল যে ওপৰৰ পৰা তললৈ পৰা যিকোনো বস্তুৰ গতিবেগ নিৰ্ভৰ কৰিব তাৰ ওজনৰ ওপৰত। অৰ্থাৎ গধুৰ বস্তু বেছি জোৰেৰে তললৈ পৰিব আৰু পাতল বস্তু পৰিব কম জোৰেৰে। ষ্টেভিনাছ্ নামৰ এজন ডাচ্ (হলেণ্ডৰ) বিজ্ঞানীয়ে ইতিমধ্যে এৰিষ্ট'টলৰ এই মত অসত্য বুলি ঘোষণা কৰিছিল আৰু সেই কথা আহি গেলিলিঅ'ৰ কাণত পৰিছিল। গেলিলিঅ'ই এতিয়া তাকে হাতে-কামে প্ৰমাণ কৰি দেখুৱাবৰ মনেৰে এটা এক পাউণ্ড আৰু এটা দহ পাউণ্ড ওজনৰ সীহৰ বল লৈ পিছাৰ বিখ্যাত স্তম্ভৰ একেবাৰে ওপৰত উঠিলগৈ। তেওঁৰ পৰীক্ষা চাবলৈ তাত বহুত মানুহ গোট খালে। তেওঁলোকৰ মাজত আছিল পিছা বিশ্ববিদ্যালয়ৰ কেবাজনো অধ্যাপক। সকলোৰে চকুৰ আগতে গেলিলিঅ'ই বেলেগ বেলেগ ওজনৰ সীহৰ বল দুটা তললৈ পেলাই দিলে। সকলোৱেই দেখিলে যে জ্ঞান-শ্ৰেষ্ঠ এৰিষ্ট'টলৰ কথা সম্পূৰ্ণ মিছা বুলি প্ৰমাণ কৰি দুয়োটা বল প্ৰায় একে সময়তে মাটিত পৰিল। শুনাত অতি সাধাৰণ যেন লগা গেলিলিঅ'ৰ এই পৰীক্ষা আৰু তাৰ ভিত্তিত কৰা অন্যান্য পৰীক্ষাবোৰে পদাৰ্থ-বিজ্ঞানৰ ইতিহাসত এটা নতুন অধ্যায়ৰ সূচনা কৰিলে। গেলিলিঅ'ই গতিবিজ্ঞানক যি ৰূপত প্ৰতিষ্ঠা কৰিলে তাৰ ফলতেই পাছলৈ ছাৰ আইজাক নিউটনৰ যুগান্তকাৰী আৱিষ্কাৰবোৰ সম্ভৱ হ'ল। কিন্তু যিহেতু এইখন বিজ্ঞানৰ গ্ৰন্থ নহয়, সেই কাৰণে সেইবোৰ কথা আলোচনা কৰাৰ অৱকাশ ইয়াত নাই। কেৱল এটা কথা বিশেষভাৱে উল্লেখ কৰা প্ৰয়োজন। গেলিলিঅ'ৰ জন্মৰ প্ৰায় ডেৰ হাজাৰ বছৰৰ আগতে এৰিষ্ট'টলে কৈ গৈছিল যে গধুৰ বস্তু বেছি জোৰেৰে তললৈ পৰে আৰু পাতল বস্তু পৰে কম জোৰেৰে। কথাটো সঁচা নে মিছা সেই কথা এৰিষ্ট'টলে নিজে পৰীক্ষা কৰি চোৱা নাছিল, কাৰণ দাস-প্ৰথাৰ ওপৰত বৰ্তি থকা গ্ৰীক সভ্যতাত কোনো গ্ৰীক বিজ্ঞানীয়ে নিজৰ হাতেৰে এইবোৰ কাম কৰাৰ কথা ভাবিব পৰা নাছিল। কিন্তু অতি আচৰিত কথা যে তাৰ পাছত সুদীৰ্ঘ ডেৰ হাজাৰ বছৰ সময়ৰ ভিতৰতো এই সামান্য কথাটোৰ সত্যাসত্য জানিবলৈ কাৰো মনত কোনো কৌতূহল নুপজিল, কোনেও এবাৰো তাক হাতে-কামে পৰীক্ষা কৰি চোৱাৰ কথা নাভাবিলে। হাজাৰ বছৰ ধৰি বিজ্ঞানৰ গতি কিয় ৰুদ্ধ হৈ আছিল তাৰ কাৰণ ব্যাখ্যা কৰি এজন পণ্ডিতে লিখিছে : 'মধ্যযুগৰ পণ্ডিতসকলে বিশ্ব-চৰাচৰৰ সকলো বস্তুৰ ব্যাখ্যা বিচাৰিছিল কেৱল বাইবেল আৰু এৰিষ্ট'টলৰ মাজত। সন্দেহ নাই যে এই পণ্ডিতসকল আছিল অতিশয় প্ৰতিভাশালী মানুহ; কিন্তু তেওঁলোকে সকলো জ্ঞান আহৰণ কৰিছিল কেৱল কিতাপৰ পৰা। প্ৰকৃতিৰ বিষয়ে সত্য জ্ঞান পাবলৈ হ'লে যে পৰ্যবেক্ষণৰ দৰকাৰ সেই কথা তেওঁলোকে কেতিয়াও উপলব্ধি কৰা নাছিল। ধৰি লোৱা, এই পণ্ডিতসকলে তেওঁলোকৰ ছাত্ৰসকলৰ আগত কিবা এটা মাছ বা পলুৰ বিষয়ে বক্তৃতা দিব খুজিছে। বক্তৃতা দিয়াৰ আগতে মাছ আৰু পলুৰ বিষয়ে জানিবলৈ

তেওঁলোকে বাইবেল আৰু এৰিষ্ট'ট্‌লৰ ৰচনা পঢ়িব, আৰু ছাত্ৰসকলকো ক'ব যে মাছ আৰু পলুৰ বিষয়ে জানিব লগীয়া সকলো কথা বাইবেল আৰু এৰিষ্ট'ট্‌লৰ ৰচনাতে আছে। মাছ এটা বিচাৰি তেওঁলোকে ঘৰৰ কাষতে থকা নৈখনলৈ কেতিয়াও নাযায়। পলু এটা বিচাৰি তাক পৰীক্ষা কৰি চাবলৈ তেওঁলোকে নিজৰ পঢ়া কোঠালিটো এৰি এবাৰৰ কাৰণেও ঘৰৰ পিছফালৰ বাৰীখনলৈ নাযায়।'

গেলিলিঅ'ই তেওঁৰ যুগৰ মানুহক এই শিক্ষা দিলে যে মানুহে প্ৰকৃতিৰ বিষয়ে জানিবলৈ বিচাৰিলে তেওঁ যাব লাগিব প্ৰকৃতিৰ ওচৰলৈ। প্ৰকৃতিৰ বিষয়ে জ্ঞান আহৰণ কৰাৰ একমাত্ৰ উপায় হ'ল পৰ্যবেক্ষণ আৰু পৰীক্ষা। তাকে নকৰি তেওঁ যদি কেৱল ধৰ্মশাস্ত্ৰ কিংবা প্ৰাচীন পণ্ডিতসকলৰ ৰচনাত বিশ্ব-প্ৰকৃতি সম্পৰ্কে সকলো প্ৰশ্নৰ উত্তৰ বিচাৰে, তেন্তে তেওঁ চিৰকাল অজ্ঞতাৰ অন্ধকাৰতেই ডুব গৈ থাকিব লাগিব। গেলিলিঅ'ৰ এই শিক্ষাই হ'ল আধুনিক বিজ্ঞানৰ মূল ভেটি, কাৰণ মানুহে ধৰ্মশাস্ত্ৰ কিংবা প্ৰাচীন আপ্তবাক্যত অন্ধভাৱে বিশ্বাস কৰিবলৈ এৰি নিজে সকলো কথা পৰীক্ষা কৰি চাবলৈ আৰম্ভ কৰাৰ মুহূৰ্তৰ পৰাহে আধুনিক বৈজ্ঞানিক যুগৰ আৰম্ভ হ'ল।

গেলিলিঅ'ৰ সময়ত হলেণ্ড আছিল ইউৰোপত জ্ঞান-চৰ্চাৰ এটা প্ৰধান কেন্দ্ৰ। হলেণ্ডৰ পৰা মুখ বাগৰি এটা কথা আহি গেলিলিঅ'ৰ কাণত পৰিল যে তাত এজন মানুহে অৱতল আৰু উত্তল দুখন কাঁচ জোৰা লগাই এনে এখন নতুন কাঁচ তৈয়াৰ কৰিছে যে তাৰ মাজেদি চাই পঠিয়ালে দূৰৰ বস্তুবোৰক ওচৰত দেখা যেন লাগে। এই ইংগিতটোৰ ওপৰতে নিৰ্ভৰ কৰি গেলিলিঅ'ই নিজে এটা দূৰবীক্ষণ যন্ত্ৰ সাজি উলিয়ালে। সেই সময়ত তেওঁ পাদুৱা বিশ্ববিদ্যালয়ৰ অধ্যাপক। গেলিলিঅ'ৰ দূৰবীক্ষণ যন্ত্ৰই যিকোনো বস্তুক তাৰ প্ৰকৃত আকাৰতকৈ ত্ৰিশগুণ ডাঙৰ কৰি দেখুৱায়। আকাশৰ গ্ৰহ-নক্ষত্ৰবোৰ চাবলৈ মানুহে ইমানদিনে কেৱল নিজৰ খালী চকুৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। ইতিহাসত গেলিলিঅ'ই হ'ল প্ৰথম মানুহ—যিজনে আকাশৰ ৰহস্য আৱিষ্কাৰ কৰিবলৈ দূৰবীক্ষণ যন্ত্ৰ ব্যৱহাৰ কৰিলে। তেওঁ নিজেই লিখি থৈ গৈছে ঃ 'অতীতৰ কোনো যুগৰ মানুহে দেখি নোপোৱা বিস্ময়কৰ বস্তুবোৰ ময়েই প্ৰথম দেখিবলৈ পালো। তাৰ কাৰণে ঈশ্বৰক শত কোটি ধন্যবাদ। দূৰবীক্ষণ যন্ত্ৰেৰে চাই মই এতিয়া নিশ্চিত হ'লো যে চন্দ্ৰও পৃথিৱীৰ নিচিনাই এটা সমধৰ্মী বস্তু; চিৰকাল একেঠাইতে স্থিৰ হৈ থকা অলেখ তৰা মই দেখিবলৈ পালো যিবোৰ তৰা ইয়াৰ আগতে কোনেও দেখা নাছিল; কিন্তু আটাইতকৈ ডাঙৰ বিস্ময়কৰ কথা হ'ল এইটোহে যে মই চাৰিটা নতুন গ্ৰহ আৱিষ্কাৰ কৰিলো। মই এই কথাও লক্ষ্য কৰিলো যে সিহঁতে সূৰ্যৰ চাৰিওফালে প্ৰদক্ষিণ কৰে।'

ইয়াৰ প্ৰায় এশ বছৰৰ আগতে ক'পাৰ্নিকাছে খালী চকুৰে আকাশৰ গ্ৰহ-নক্ষত্ৰ নিৰীক্ষণ কৰি এই সত্য আৱিষ্কাৰ কৰিছিল যে নক্ষত্ৰবোৰ সদায় একে ঠাইতে স্থিৰ হৈ থাকে, আৰু পৃথিৱীকে ধৰি কেইটামান গ্ৰহে সূৰ্যৰ চাৰিওফালে প্ৰদক্ষিণ কৰে। এতিয়া গেলিলিঅ'ৰ দূৰবীক্ষণ যন্ত্ৰই ক'পাৰ্নিকাছৰ আৱিষ্কাৰৰ সত্যতা আৰু দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিলে।

গেলিলিঅ'ই তেওঁৰ আৱিষ্কাৰসমূহ লিপিবদ্ধ কৰি এখন কিতাপ লিখিলে। ইতিমধ্যে তেওঁ পাদুৱাৰ পৰা নিজৰ জন্মভূমি পিছালৈ প্ৰত্যাৱৰ্তন কৰিছে। ক'পাৰ্নিকাছৰ আৱিষ্কাৰৰ সমৰ্থনত লেখা গেলিলিঅ'ৰ কিতাপে পিছাৰ ৰক্ষণশীল পণ্ডিতসমাজ আৰু ধৰ্মগুৰুসকলক বিক্ষুব্ধ কৰি তুলিলে। শাস্ত্ৰ-বিৰোধী মত প্ৰচাৰ কৰাৰ অভিযোগত তেওঁৰ বিচাৰ কৰিবলৈ ইনকুইজিশ্যন বহিল। বিচাৰৰ শেষ ফল কি হ'ল সেই কথা ওপৰতেই কৈ অহা হৈছে। নিজৰ মত ভুল বুলি ৰাজহুৱাভাৱে স্বীকাৰ কৰিবলৈ তেওঁক বাধ্য কৰোৱা হ'ল। নিয়ম মতে ইয়াৰ পাছত তেওঁক ফাটেকত ভৰাই থোৱাৰ কথা। কিন্তু তেওঁৰ বয়সৰ কথা ভাবি তেওঁক নিজৰ ঘৰতে অন্তৰীণ বন্দী কৰি ৰখা হ'ল।

১৬৪২ খ্ৰীষ্টাব্দত ৭৬ বছৰ বয়সত গেলিলিঅ'ৰ মৃত্যু হ'ল। জীৱনৰ শেষৰ বছৰকেইটা তেওঁ সম্পূৰ্ণ অন্ধ হৈ গৈছিল। গেলিলিঅ'ৰ সমসাময়িক বহুতো মানুহেও এজন মহান বিজ্ঞানী আৰু জ্ঞান-তপস্বী হিচাপে তেওঁক শ্ৰদ্ধা কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু ধৰ্মান্ধতা তেতিয়াও ইমান প্ৰবল আছিল যে ইনকুইজিশ্যনে এনে এজন ঋষিতুল্য মানুহৰ মৃতদেহকো ৰাজহুৱাভাৱে সৎকাৰ কৰিবলৈ অনুমতি নিদিলে।

ইউৰোপৰ নৱ-জাগৰণে মানুহৰ মনত মুক্তিৰ প্ৰতি যি বিপুল আকাংক্ষা জগাই তুলিছিল সেই আকাংক্ষাৰ চৰম অভিব্যক্তি আছিল গেলিলিঅ'ৰ জীৱন। তেওঁ মানুহক অন্ধবিশ্বাসৰ পৰা মুক্ত হ'বলৈ শিকাই থৈ গ'ল। সত্যৰ সন্ধান কৰিবলৈ কোন পথেৰে আগবাঢ়িব লাগে সেই কথাও তেওঁ মানুহক শিকাই থৈ গ'ল। নৱ-জাগৰণৰ পৰৱৰ্তী তিনিশটা বছৰক এজন পণ্ডিতে মানুহৰ বৌদ্ধিক মুক্তিৰ কাৰণে চলা তিনিশ বছৰীয়া যুদ্ধৰ যুগ বুলি অভিহিত কৰিছে। তেওঁৰ মতে এই যুদ্ধৰ তিনিজন প্ৰধান সেনাপতি আছিল ফ্ৰান্সিছ্ বে'কন, ৰেনে' ডেকাৰ্টে আৰু গেলিলিঅ' গেলিলেই।

চৈধ্য

# উপসংহাৰ

বহু লক্ষ বছৰৰ আগতে মানুহ আৰু ইতৰ প্ৰাণীৰ মাজত কোনো পাৰ্থক্য নাছিল। কিন্তু ইতৰ প্ৰাণীবোৰ বহু লক্ষ বছৰৰ আগতে যি অৱস্থাত আছিল আজিও সিহঁত সেই একে অৱস্থাতে আছে। আনহাতে মানুহে উন্নতিৰ জখলাত খাপে খাপে উঠি আহি আজি এনে এটা স্তৰত উপনীত হৈছেহি যে পৃথিৱী নামৰ এই অকিঞ্চিৎকৰ গ্ৰহটোৰ অধিবাসী মানুহ নামৰ এই ক্ষুদ্ৰকায় ভঙ্গুৰ প্ৰাণীটোৱে পৃথিৱীত বহি বহিয়েই কোটি কোটি আলোক-বৰ্ষ দূৰৰ নক্ষত্ৰ-মণ্ডলীৰ বিষয়ে জ্ঞান আহৰণ কৰিব পৰা হৈছে আৰু গ্ৰহান্তৰত উপনিৱেশ স্থাপন কৰাৰ স্বপ্ন দেখিছে।

কিহৰ বলত মানুহে এই অসাধ্য সাধন কৰিব পাৰিছে?

বুদ্ধি তথা চিন্তাশক্তিৰ বলত। মস্তিষ্কৰ বলত।

কিন্তু এইখিনিতে এটা কথা বিশেষভাৱে মন কৰা দৰকাৰ। যদিও মানুহে আদিম অসভ্য অৱস্থাৰ পৰা ক্ৰমে ক্ৰমে উন্নতি কৰি আজিৰ এই অৱস্থা পাইছেহি, কিন্তু মানুহৰ উন্নতিৰ গতিবেগ সকলো সময়তে সমান নহয়।

বিৱৰ্তনৰ প্ৰক্ৰিয়াত মানুহ বান্দৰৰ পৰা পৃথক হৈ স্বতন্ত্ৰভাৱে বিকশিত হ'বলৈ আৰম্ভ কৰিছিল প্ৰায় ডেৰ কোটি বছৰৰ আগতে।

কিন্তু বৰ্তমান কালৰ মানুহৰ উপৰি-পুৰুষ বুলিলে আমি যাক বুজোঁ, নৃতাত্ত্বিক পৰিভাষাত সেই হ'ম'-ছেপিয়েন্‌ছ্‌ জাতীয় মানুহৰ পৃথিৱীত আবিৰ্ভাব ঘটিল মাত্ৰ তিনি লাখ বছৰৰ আগতে।

কিন্তু সেই মানুহকো আমি আচল মানুহ বুলি নকওঁ। মানুহৰ সম্পূৰ্ণ লক্ষণ ফুটি উঠিবলৈ তাৰ পাছতো প্ৰায় আঢ়ৈ লক্ষ বছৰ দৰকাৰ হ'ল। পৃথিৱীৰ বুকুত বৰ্তমান কালৰ মানুহৰ লগত মিল থকা মানুহক দেখা গ'ল মাত্ৰ চল্লিশ হাজাৰ বছৰৰ আগতে।

সভ্যতাৰ প্ৰথম ক্ষীণ পোহৰ দেখিবলৈ তাৰ পাছতো মানুহক ত্ৰিশ হাজাৰ বছৰতকৈ বেছি সময় লাগিল। সভ্যতাৰ আৰম্ভণি হ'ল মাত্ৰ ছহাজাৰ বছৰৰ আগতে।

ছহাজাৰ বছৰৰ আগতে যি মানৱ সভ্যতাৰ আৰম্ভণি হৈছিল, সৌ সিদিনাখনলৈকে অৰ্থাৎ তিনিশ বছৰৰ আগলৈকে তাৰ কোনো মৌলিক পৰিৱৰ্তন হোৱা নাছিল। পৰিৱৰ্তন যিখিনি হৈছিল তাৰ গতিবেগ আছিল অতি মন্থৰ। হাজাৰ হাজাৰ বছৰ ধৰি মানুহৰ জীৱন-ধাৰা প্ৰবাহিত হৈছিল ধীৰ মন্থৰ গতিৰে। পৰিৱৰ্তনৰ ঢৌৱে তাক বিশেষ স্পৰ্শ কৰিব পৰা নাছিল।

কিন্তু লুইতৰ বলিয়া বানে মথাউৰি ছিঙি চৌদিশ প্লাবিত কৰাৰ দৰে হঠাৎ এদিন পৰিৱৰ্তনৰ প্ৰকাণ্ড জোৱাৰে সমগ্ৰ পৃথিৱী প্লাবিত কৰি পেলালে। এই ঘটনা ঘটিল মাত্ৰ তিনিশ মান বছৰৰ আগতে। মানুহৰ ইতিহাসত তাৰ আগৰ ছহাজাৰ বছৰত যি পৰিৱৰ্তন হোৱা নাছিল, তাতকৈ হাজাৰ গুণ বেছি পৰিৱৰ্তন ঘটিল মাত্ৰ যোৱা তিনিশ বছৰৰ ভিতৰত। বাষ্প-চালিত ইঞ্জিনৰ পৰা আৰম্ভ কৰি স্বয়ং-চালিত মহাকাশ যানলৈ, টেলিগ্ৰাফ-টেলিফোনৰ পৰা আৰম্ভ কৰি সংযোগী কৃত্ৰিম উপগ্ৰহলৈ, ৰাইট

ভ্ৰাতৃদ্বয়ৰ প্ৰথম-আকাশ-ভ্ৰমণৰ পৰা আৰম্ভ কৰি চেলেঞ্জাৰৰ মহাকাশ অভিযানলৈ—মাত্ৰ যোৱা তিনিশ বছৰৰ ভিতৰতে মানুহে যি নতুন বিস্ময়কৰ সভ্যতা গঢ়ি তুলিছে তেনে এক সভ্যতাৰ কথা অতীতৰ সকলো যুগৰ মানুহৰ পক্ষে আছিল স্বপ্নৰো অগোচৰ। মানুহৰ এই অবিশ্বাস্য উন্নতি কেৱল বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ ক্ষেত্ৰতে সীমাবদ্ধ নহয়। গণতন্ত্ৰৰ, ধৰ্ম-নিৰপেক্ষতা, মানৱ-অধিকাৰ, নাৰী-মুক্তি, সাৰ্বজনীন শিক্ষা প্ৰভৃতি যিবোৰ আধুনিক আদৰ্শ আৰু ধাৰণাই মানৱ-সমাজত বৈপ্লৱিক পৰিৱৰ্তন ঘটাইছে—এই আটাইবোৰ ঘটনা সম্ভৱ হৈছে মাত্ৰ যোৱা তিনিশ বছৰৰ ভিতৰত।

এই গোটেই যুগটোকে আমি মানৱ জাতিৰ ইতিহাসত আধুনিক যুগ বুলি কওঁ। এই আধুনিক যুগৰ কেনেকৈ সূচনা হ'ল, মানৱ সভ্যতাৰ ছহাজাৰ বছৰত নঘটা যুগান্তকাৰী ঘটনাবোৰ মাত্ৰ যোৱা তিনিশ বছৰতে ঘটাটো কেনেকৈ সম্ভৱ হ'ল, মানুহৰ মন বা চিন্তাশক্তিত সংঘটিত কি ধৰণৰ পৰিৱৰ্তনৰ ফলত ই সম্ভৱ হ'ল—সেইবোৰ কথা প্ৰত্যেকজন শিক্ষিত মানুহেই জনা উচিত। জানিবলৈ কৌতূহল অনুভৱ কৰা উচিত।

আধুনিক যুগৰ সূচনা কৰিলে ইউৰোপৰ নৱ-জাগৰণে। এই ঘটনা যদিও ইউৰোপৰ এটা অংশত মাত্ৰ ঘটিছিল, কিন্তু তাৰ প্ৰভাৱ পৰিছে সমগ্ৰ মানৱ জাতিৰ ওপৰত। নৱ-জাগৰণৰ ৰোমাঞ্চকৰ কাহিনী পঢ়ি আমি এই কথা জানিব পাৰোঁ যে শিকলিৰে ভৰি বান্ধি থোৱা চৰায়ে যেনেকৈ আকাশলৈ উৰিব নোৱাৰে, ঠিক তেনেকৈ গোড়ামি, সংকীৰ্ণতা আৰু অন্ধ-বিশ্বাসৰ শিকলিৰে বান্ধি থোৱা মানুহৰ মনেও জ্ঞানৰ সীমাহীন ক্ষেত্ৰত মুক্তভাৱে বিচৰণ কৰিব নোৱাৰে। যেতিয়ালৈকে মানুহৰ মন এনেভাৱে শৃংখলিত হৈ আছিল, তেতিয়ালৈকে মানুহৰ উন্নতিও আছিল মন্থৰ আৰু সীমাবদ্ধ। নৱ-জাগৰণে গোড়ামি, ৰক্ষণশীলতা আৰু অন্ধ-বিশ্বাসৰ দাসত্ব-বন্ধনৰ পৰা মানুহৰ মনক মুক্তি দিয়াৰ মুহূৰ্তৰ পৰাই মানৱ জাতিৰ ইতিহাসত নতুন যুগৰ আৰম্ভ হ'ল। ইয়াৰ পৰা আমি এই শিক্ষা পাওঁ যে মানৱ-মনে সকলো প্ৰকাৰৰ বন্ধনৰ পৰা মুক্ত হৈ জ্ঞানৰ ৰাজ্যত স্বাধীনভাৱে বিচৰণ কৰিবলৈ সুযোগ-সুবিধা পালেহে মানুহে দ্ৰুত গতিৰে উন্নতি কৰিব পাৰে।

ভাৰতবৰ্ষৰ সভ্যতা-সংস্কৃতি অতি প্ৰাচীন আৰু সু-মহান। কিন্তু এই কথা স্বীকাৰ কৰিব লাগিব যে আধুনিক সভ্যতাৰ সৃষ্টিত ভাৰতৰ বিশেষ বৰঙণি নাই। এই সভ্যতা পশ্চিমৰ মানুহৰ সৃষ্টি। কিবোৰ গুণ আৰু আদৰ্শৰ বলত পশ্চিমৰ মানুহে আন সকলোকে চেৰ পেলাই উন্নতিৰ পথত আগবাঢ়ি গ'ল সেই কথা আমি প্ৰত্যেকেই জনা উচিত। সেই কথা জানিবলৈ হ'লে আমি ইউৰোপৰ নৱ-জাগৰণৰ বিষয়ে কিছু কথা জানিবই লাগিব। পশ্চিমৰ মানুহৰ লগত সমানে প্ৰতিযোগিতা কৰি ভৱিষ্যতৰ পৃথিৱীত মৰ্যাদাৰ আসন অধিকাৰ কৰিবলৈ হ'লে আমি পশ্চিমৰ মানুহৰ ভাল গুণখিনি আহৰণ কৰিব লাগিব।

ৰেণেছাঁ এটা ফৰাচী শব্দ। তাৰ আক্ষৰিক অৰ্থ হ'ল পুনৰ্জন্ম। আমি এই ক্ষুদ্ৰ গ্ৰন্থখনিত ইউৰোপৰ ইতিহাসৰ যি যুগটোৰ কথা সংক্ষেপে আলোচনা কৰিলো সেই যুগত ইউৰোপৰ আত্মাৰ পুনৰ্জন্ম ঘটিছিল। সেই পুনৰ্জন্মৰ পাছতহে ইউৰোপৰ মানুহৰ পক্ষে এই বিপুল ঐশ্বৰ্যময় আধুনিক সভ্যতা গঢ়ি তোলা সম্ভৱ হ'ল। এতেকে সেই পুনৰ্জন্মৰ কাহিনী জানিলেহে আমি ইউৰোপৰ মানুহৰ চৰিত্ৰৰ মহত্ত্ব আৰু প্ৰতিভাৰ বৈশিষ্ট্যৰ বিষয়ে জানিব পাৰিম, আৰু তাৰ পৰা প্ৰয়োজনীয় শিক্ষা আহৰণ কৰিব পাৰিম।

* * *

## সূচীপত্র

# বেঞ্জামিন ফ্রেঙ্কলিন

## মুখবন্ধ

১

বেঞ্জামিন ফ্রেঙ্কলিনৰ জীৱন-কাহিনী ক'বলৈ আৰম্ভ কৰাৰ আগতে মই কেনেকৈ তেওঁক আৱিষ্কাৰ কৰিলোঁ সেই কথা প্ৰথমে কৈ ল'ব খোজোঁ।

প্ৰায় আধা শতিকাৰ আগৰ কথা। মই তেতিয়া গাঁৱৰ মজলীয়া স্কুলৰ ছাত্ৰ। সেই সময়ত আমাৰ স্কুলৰ প্ৰধান উৎসব আছিল দুটা ঃ এটা হ'ল সৰস্বতী পূজা, আনটো বছৰেকীয়া বঁটা বিতৰণী সভা। এই দুয়োটা উৎসৱৰ ভিতৰত সৰস্বতী পূজাৰ পৰিৱেশ আছিল বেছি আনন্দময়, কাৰণ এই উৎসৱত স্কুলৰ সকলো ছাত্ৰই সমানে ভাগ ল'ব পাৰিছিল। আনহাতে বঁটা বিতৰণী সভাই আনন্দৰ বতৰা কঢ়িয়াই আনিছিল কেৱল বছা বছা কেইজনমান ছাত্ৰলৈ— যি কেইজন ছাত্ৰই গোটেই বছৰটো মন পুতি পঢ়া-শুনা কৰি পৰীক্ষাত প্ৰথম-দ্বিতীয়-তৃতীয় স্থান অধিকাৰ কৰি বঁটা পোৱাৰ যোগ্যতা অৰ্জন কৰিছিল। মই সৰস্বতী পূজা খুব ভাল পাইছিলোঁ। তাৰ কাৰণ আছিল ঘাইকৈ দুটা। কোৱা বাহুল্য যে প্ৰথম কাৰণটো আছিল পূজাৰ প্ৰসাদ হিচাপে বিশুদ্ধ ম'হৰ গাখীৰ আৰু জহা চাউলেৰে কৰা সুস্বাদু পায়স খোৱাৰ লোভ। জহা চাউল এনেয়ে সুগন্ধি। পায়সৰ সুগন্ধ বঢ়াবলৈ তাতে আকৌ সামান্য কৰ্পূৰ পেলাই দিয়া হৈছিল। বসন্তৰ মলয়া বতাহে পায়সৰ সুগন্ধ চৌদিশে বিয়পাই দি গোটেই গাঁওখনতে এটা মন মতলীয়া কৰা উৎসৱৰ পৰিৱেশ সৃষ্টি কৰিছিল। কিন্তু সুস্বাদু পায়স খোৱাৰ লোভতকৈ দ্বিতীয় যিটো কাৰণত মই সৰস্বতী পূজা ভাল পাইছিলোঁ সেইটো আছিল পায়স দিবলৈ ব্যৱহাৰ কৰা কৌপাত বিচাৰি গাঁৱৰ পৰা অলপ নিলগত থকা ঘন হাবিখন চলাথ কৰাৰ সুযোগ। এই কামৰ ভাৰ পৰিছিল স্কুলৰ ওপৰ শ্ৰেণীৰ বয়সত ডাঙৰ অৰ্থাৎ ন-দহ বছৰীয়া ল'ৰাবোৰৰ ওপৰত। কৌপাত বিচৰাৰ ছলতে আমি হাবিখনৰ এচম্‌কাও ঠাই বাদ নিদিয়াকৈ গোটেই হাবিখন পিত্‌পিতাই ঘূৰি ফুৰিছিলোঁ আৰু তাকে কৰি এটা ৰোমাঞ্চকৰ অভিযানৰ অভিজ্ঞতা লাভ কৰিছিলোঁ। হাবিখনত তেনেকৈ ঘূৰি ফুৰোঁতেই বিচিত্ৰ গছ-লতা, পশু-পক্ষী আৰু কীট-পতঙ্গৰ লগত ঘনিষ্ঠভাৱে চিনাকি হ'বলৈ মই সুযোগ পাইছিলোঁ। সেইবোৰৰ মধুৰ স্মৃতিয়ে আজিও মোৰ জীৱন আনন্দময় কৰি ৰাখিছে।

সৰস্বতী পূজা খুব ভাল পাইছিলোঁ যদিও সঁচা কথা ক'বলৈ গ'লে মোৰ কাৰণে সৰস্বতী পূজাতকৈ বছেৰেকীয়া বঁটা বিতৰণী সভাৰ আকৰ্ষণ আছিল তীব্ৰতৰ। মই শ্ৰেণীত সদায় প্ৰথম বা দ্বিতীয় হৈছিলোঁ আৰু ফলত বছৰি বঁটা পোৱাৰ যোগ্যতা অৰ্জন কৰিছিলোঁ। স্কুলৰ প্ৰায় দুশজনমান ছাত্ৰৰ ভিতৰত বঁটা পোৱা ছাত্ৰৰ সংখ্যা স্বাভাৱিকতেই আছিল অতি কম। মাত্ৰ ওঠৰ-বিশজনমান। স্কুলৰ হেড পণ্ডিতে বঁটা পোৱা ছাত্ৰজনৰ নামটো ঘোষণা কৰি তেওঁক বঁটা গ্ৰহণ কৰিবলৈ মতাৰ লগে লগে তেওঁ যেতিয়া বহাৰ পৰা উঠি থিয় হয়, তেতিয়া গৰ্ব আৰু আনন্দত তেওঁৰ অকণমানি বুকুখন ফুলি উঠে। বঁটা হিচাপে পোৱা কিতাপকেইখন অমূল্য সম্পদৰ দৰে দুহাতেৰে বুকুত সাবটি তেওঁ যেতিয়া নিজৰ আসনলৈ ঘূৰি আহে, তেতিয়া শ শ যোৰে চকুৱে ঈৰ্ষা আৰু প্ৰশংসাৰে তেওঁক অনুসৰণ কৰে। অন্ততঃ কেইটামান মুহূৰ্তৰ কাৰণে

তেওঁ বঁটা হিচাপে লাভ কৰা কিতাপ কেইখনতকৈ বেছি লোভনীয় যেন অনুভৱ কৰে সহপাঠী বন্ধুসকলৰ এই ঈৰ্ষা-কাতৰ আৰু প্ৰশংসাপূৰ্ণ দৃষ্টিক। যিহেতু বছৰি বঁটা পোৱা ছাত্ৰসকলৰ ভিতৰত ময়ো আছিলোঁ অন্যতম, গতিকে গৌৰৱ আৰু আনন্দৰ এই মুহূৰ্তকেইটা বাৰে বাৰে ঘূৰাই পোৱাৰ লোভত মই গোটেই বছৰটো উন্মুখ হৈ বাট চাই আছিলোঁ।

ব্যক্তি আৰু সমাজৰ উন্নতিৰ কাৰণে দুটা বস্তু সমানেই প্ৰয়োজনীয় বুলি বিবেচিত হৈছে। এটা হ'ল প্ৰতিযোগিতা, আনটো সহযোগিতা। প্ৰতিযোগিতাই মানুহক নিজৰ প্ৰতিভা আৰু বুদ্ধি-বৃত্তিৰ বিকাশৰ কাৰণে প্ৰেৰণা দিয়ে; তেনেভাৱে বিকশিত হোৱা প্ৰতিভাক সমাজৰ উমৈহতীয়া কল্যাণৰ প্ৰয়োজনত নিয়োগ কৰাটো সম্ভৱ হয় সহযোগিতাৰ জৰিয়তে। গতিকে অলপ দকৈ ভাবি চালেই দেখা যায় যে ব্যক্তি আৰু সমষ্টি উভয়ৰে উন্নতি আৰু কল্যাণৰ কাৰণে প্ৰতিযোগিতা আৰু সহযোগিতা দুয়োটাই অপৰিহাৰ্য্য।

প্ৰতিযোগিতাৰ মাদকতা পঢ়াশলীয়া ছাত্ৰ অৱস্থাত যিমান তীব্ৰভাৱে অনুভৱ কৰা হয়, জীৱনৰ আন কোনো সময়তেই তেনেভাৱে কৰা নহয়। স্কুলৰ ভাল ছাত্ৰ (আৰু ছাত্ৰী) কেইজনে শ্ৰেণীত নিজৰ শীৰ্ষস্থান ৰক্ষা কৰিবলৈ অখণ্ড মনোযোগেৰে অধ্যয়ন কৰোঁতে প্ৰতি মুহূৰ্ততে অনুভৱ কৰে সুস্থ প্ৰতিযোগিতাৰ এই তীব্ৰ মাদকতা। কিছুদিনৰ আগতে মই জনপ্ৰিয় ইংৰাজ লেখক জেফ্ৰে আৰ্চাৰৰ ডি প্ৰডিগেল ডটাৰ (The Prodigal Daughter) নামৰ এখন উপন্যাস পঢ়িছিলোঁ। উপন্যাসখনৰ এটা অধ্যায়ত এজনী ন-দহ বছৰীয়া ছোৱালীয়ে সহপাঠী এজন ল'ৰাক-শ্ৰেণীত প্ৰথম হোৱাৰ প্ৰতিযোগিতাত পৰাস্ত কৰিবলৈ দৃঢ় সংকল্প লৈ কঠোৰ সাধনাত নিমগ্ন হোৱাৰ বৰ্ণনা আছে। সেই অধ্যায়টো পঢ়ি থাকোঁতে মই নিজৰ দূৰ অতীতৰ পঢ়াশলীয়া দিনবোৰলৈ ঘূৰি গৈছিলোঁ আৰু ছোৱালীজনীয়ে অনুভৱ কৰা প্ৰতিযোগিতাৰ মধুৰ মাদকতাখিনি মই নিজেও অনুভৱ কৰিছিলোঁ। মই ভাবোঁ যে যিসকল ছাত্ৰ-ছাত্ৰীয়ে প্ৰতিযোগিতাৰ মঙ্গলজনক অভিজ্ঞতাৰ সোৱাদ জীৱনত এবাৰো পোৱা নাই তেওঁলোকে এটা বৰ মূল্যৱান বস্তু হেৰুৱাইছে। অৱশ্যে প্ৰতিযোগিতা কেৱল যে শ্ৰেণীত প্ৰথম-দ্বিতীয় হ'বৰ কাৰণেই হ'ব লাগে এনে কথা নহয়। খেলা-ধূলা, ব্যায়াম, সংগীত, সাহিত্য-চৰ্চা আৰু আনকি সমাজ-সেৱাৰ ক্ষেত্ৰত শ্ৰেষ্ঠত্ব অৰ্জন কৰিবলৈকো প্ৰতিযোগিতা হ'ব পাৰে। মই গাঁৱৰ যিখন চৰকাৰী মজলীয়া স্কুলত পঢ়িছিলোঁ সেইখন স্কুলত সজ স্বভাৱ-চৰিত্ৰ আৰু আচৰণৰ কাৰণেও বছৰি একোটা বঁটা দিয়াৰ ব্যৱস্থা আছিল।

আমাৰ ল'ৰাকালত অসমীয়া কিতাপৰ সংখ্যা এতিয়াতকৈ বহুত কম আছিল। পঢ়াশালিৰ পুথি-ভঁৰাল আৰু বঁটাৰ কাৰণে বাছনিত উঠা কিতাপৰ সংখ্যা আছিল আৰু কম। বঁটা দিবৰ কাৰণে যিবোৰ কিতাপ বছা হৈছিল সেইবোৰ আছিল ঘাইকৈ মহৎ লোকৰ জীৱন চৰিত, ৰামায়ণ-মহাভাৰত-ইলিয়াদ আদি মহাকাব্যৰ সংক্ষিপ্ত কাহিনী আৰু ল'ৰা-ছোৱালীৰ চৰিত্ৰ-গঠনত সহায় হ'ব পৰা কিতাপ। সেই দিনত অসমীয়া কিতাপৰ সংখ্যা নিচেই তাকৰ আছিল কাৰণে আমি বছৰি বঁটা পোৱা ল'ৰাবোৰে প্ৰায় একেবোৰ কিতাপকে বছৰৰ পিছত বছৰ বঁটা হিচাপে পাইছিলোঁ। মই বঁটা হিচাপে পোৱা কেইখনমান কিতাপৰ নাম এতিয়াও মনত আছে। মহাদেৱ শৰ্মাই লিখা 'মহম্মদ চৰিত' পাইছিলোঁ পাঁচখন মান। অম্বিকাপ্ৰসাদ গোস্বামীয়ে লিখা 'চৰিত্ৰ-গঠন' আৰু 'ইলিয়াদো' প্ৰায় সিমান কিখনেই পাইছিলোঁ। মৌ-মহাভাৰত, ধ্ৰুৱ, ভোগ, বুদ্ধদেৱ আদি কেইখনমান কিতাপৰ কথাও মনত আছে।

বছৰৰ পিছত বছৰ একেবোৰ কিতাপকে বঁটা হিচাপে পাই আৰু পঢ়ি আমনি লাগিছিল। এনেতে কোনোবা এবছৰত 'বেঞ্জামিন ফ্ৰেঙ্কলিন' নামৰ এখন কিতাপ বঁটা হিচাপে পালোঁ। লেখক— বসন্তকুমাৰ বৰুৱা। এনেয়ে আগতে কেতিয়াও নাম নুশুনা এখন নতুন কিতাপ বঁটা হিচাপে পালোঁ; তাতে আকৌ বেঞ্জামিন ফ্ৰেঙ্কলিন নামটো মোৰ কাৰণে আছিল একেবাৰে আচহুৱা। আমি কিতাপ পঢ়া ল'ৰাবোৰে সেই সময়ত গো-গ্ৰাসে

কিতাপ গিলিছিলোঁ; অৰ্থাৎ নতুন কিতাপ এখন হাতত পৰিলেই আন সকলো কাম-কাজ আৰু চিন্তা-ভাবনা এৰুলীয়াকৈ থৈ কিতাপখন প্ৰায় একে বহনতে পঢ়ি শেষ কৰিবলৈ চেষ্টা কৰিছিলোঁ। মই আগতে পঢ়া আন সকলো কিতাপতকৈ বেঞ্জামিন ফ্ৰেঙ্কলিনে মোৰ মনটোক বেছিকৈ গ্ৰাস কৰিছিল, কাৰণ কিতাপখনৰ বিষয়-বস্তু আছিল মোৰ কাৰণে একেবাৰে নতুন। কিতাপখন পঢ়ি যেতিয়া শেষ কৰিলোঁ তেতিয়া মই অনুভৱ কৰিলোঁ যে মোৰ জীৱনত এই কিতাপখনৰ প্ৰভাৱ হ'ব চিৰস্থায়ী। সেই তেতিয়াৰ পৰাই মই মনতে এনে এটা সংকল্প পুঁহি ৰাখিছিলোঁ যে বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বিষয়ে লিখা যিমানবোৰ কিতাপ আৰু প্ৰবন্ধ সংগ্ৰহ কৰিব পাৰোঁ সেই আটাইবোৰ মই পঢ়িম আৰু সম্ভৱ হ'লে ময়ো তেওঁৰ এখন জীৱনী লিখিম। এই জীৱনীখন লিখি মই দীৰ্ঘকাল ধৰি মনতে পুঁহি ৰখা সেই সংকল্প পূৰণ কৰিব পাৰিছোঁ। কিন্তু বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বিষয়ে লিখা বহুত কিতাপ-পত্ৰ পঢ়িছোঁ বুলি মই দাবী কৰিব নোৱাৰোঁ, কাৰণ অসমত থাকি কিতাপ-পত্ৰ যোগাৰ কৰা কামটো অতি কঠিন। উদাহৰণ স্বৰূপে কাৰ্ল ভান দোৰেনে লিখা যিখন কিতাপক বেঞ্জামিন ফ্ৰেঙ্কলিনৰ সৰ্বশ্ৰেষ্ঠ জীৱন-চৰিত বুলি কোৱা হয় সেইখন মই এতিয়ালৈকে পঢ়িবলৈ পোৱা নাই। তথাপি তেওঁৰ বিষয়ে লিখা যিখিনি কিতাপ আৰু প্ৰবন্ধ পঢ়িছোঁ সেইখিনিয়েই তেওঁৰ মহত্ত্ব উপলব্ধি কৰিবলৈ যথেষ্ট। তদুপৰি তেওঁৰ আত্ম-জীৱনীখনো মই পঢ়িছোঁ। অৱশ্যে আত্ম-জীৱনীখন তেওঁ লিখি সম্পূৰ্ণ কৰি থৈ যাব নোৱাৰিলে। আধৰুৱা অৱস্থাতে সেইখন প্ৰকাশ কৰা হৈছে।

## ২

সাহিত্যৰ এটা প্ৰধান শাখা হ'ল জীৱনী। মহৎ আৰু প্ৰসিদ্ধ লোকসকলৰ জীৱনৰ কাহিনী জানিবলৈ সকলো জ্ঞান-পিপাসু মানুহেই আগ্ৰহ অনুভৱ কৰে, কাৰণ মানুহৰ সভ্যতা-সংস্কৃতি সৃষ্টি কৰিছে ঘাইকৈ এইসকল লোকেই। ৰাল্‌ফ ওৱাল্ডো এমাৰ্ছন (১৮০৩—৮২) নামৰ প্ৰসিদ্ধ আমেৰিকান দাৰ্শনিক এজনে আনকি এই বুলিও ক'ব খোজে যে ইতিহাস বুলি কোনো বস্তুৱেই নাই; আছে কেৱল জীৱনী। মানুহৰ সভ্যতা-সংস্কৃতিত যিমানবোৰ মূল্যবান আৰু যুগমীয়া সম্পদ আছে সেই আটাইবোৰ সৃষ্টি কৰিছে প্ৰতিভাবান আৰু চৰিত্ৰবান লোকসকলে তেওঁলোকৰ জীৱন-জোৰা সাধনাৰ দ্বাৰা। তেওঁলোকৰ জীৱন-কাহিনী হ'ল ক্ৰমোৎকৰ্ষৰ পথত আগবঢ়া মানুহৰ যুগ যুগৰ সাধনাৰ কাহিনী।

কিন্তু কেৱল জ্ঞান অৰ্জন কৰাটোৱেই জীৱন-চৰিত পঢ়াৰ একমাত্ৰ বা প্ৰধান উদ্দেশ্য হ'ব নোৱাৰে। বেছিভাগ মানুহেই জীৱন-চৰিত পঢ়িবলৈ আগ্ৰহ অনুভৱ কৰাৰ এটা প্ৰধান কাৰণ হ'ল এই যে মহৎ আৰু বিখ্যাত লোকৰ জীৱনী পঢ়ি মানুহে নিজৰ জীৱনটো গঢ়িবলৈ নানা প্ৰকাৰৰ শিক্ষা আহৰণ কৰিব পাৰে। অৱশ্যে এটা কথা ঠিক যে এলবাৰ্ট আইনষ্টাইনৰ জীৱনী পঢ়ি কোনেও তেওঁক আৰ্হি হিচাপে লৈ দ্বিতীয় এজন আইনষ্টাইন হোৱাৰ কথা চিন্তাই কৰিব নোৱাৰে, কাৰণ আইনষ্টাইনৰ সমকক্ষ মহা-বিজ্ঞানী হ'বলৈ বিধি-দত্ত অসামান্য প্ৰতিভা লাগিব। এজন মহান চিত্ৰকৰ, দাৰ্শনিক বা সঙ্গীত-শিল্পীৰ জীৱনী পঢ়িয়েই কোনেও তেনে উচ্চ স্তৰৰ চিত্ৰকৰ, দাৰ্শনিক বা সুৰকাৰ হ'বলৈ আশা কৰিব নোৱাৰে। তাৰ কাৰণে বিৰাট প্ৰতিভাৰ দৰকাৰ। খুব কম মানুহেই তেনে প্ৰতিভা লৈ ওপজে। কিন্তু প্ৰতিভাবান লোকৰ জীৱনী পঢ়ি সাধাৰণ মানুহে নিজৰ সাধাৰণ জীৱন গঢ়িবলৈকো নানা মূল্যবান শিক্ষা আহৰণ কৰিব পাৰে; কাৰণ যি কোনো মহৎ কৰ্ম সম্পাদন কৰিবলৈ বা বিপুল খ্যাতি অৰ্জন কৰিবলৈ কেৱল প্ৰতিভাই যথেষ্ট নহয়। প্ৰতিভাৰ লগতে প্ৰয়োজন হয় পৰিশ্ৰম-শক্তি, আত্মসংযম, অধ্যৱসায় আৰু দৃঢ় সংকল্প আদি অন্যান্য নানা গুণৰ। জীৱনৰ যিকোনো কৰ্ম-ক্ষেত্ৰতে কৃতকাৰ্য্যতা অৰ্জন কৰিবলৈ এই গুণবোৰৰ দৰকাৰ হয়। ডাঙৰ মানুহৰ লক্ষ্য ডাঙৰ আৰু

সৰু মানুহৰ লক্ষ্য সৰু হ'ব পাৰে; কিন্তু ওপৰত উল্লেখ কৰি অহা সজ গুণবোৰ আয়ত্ত কৰি নোলোৱাকৈ কোনেও নিজৰ লক্ষ্যত উপনীত হ'ব নোৱাৰে। সেই কাৰণে সকলো ধৰণৰ মহৎ আৰু প্ৰসিদ্ধ লোকৰ জীৱনী পঢ়িয়েই সাধাৰণ মানুহো নানা প্ৰকাৰে উপকৃত হ'ব পাৰে।

কিন্তু এনে এজন মানুহৰ জীৱনী যদি ছাত্ৰ-ছাত্ৰীসকলে কম বয়সতে পঢ়িবলৈ পায়— যিজন মানুহৰ জন্ম হৈছিল তোমাৰ মোৰ নিচিনা সাধাৰণ দুখীয়া পৰিয়ালত, যিজন মানুহে স্কুলীয়া শিক্ষাও সাং কৰিবলৈ সুযোগ পোৱা নাছিল, যিজন মানুহক বাট দেখুৱাওতা কোনো নাছিল, যিজন মানুহে চেমনীয়া বয়সৰ পৰাই নিজৰ ভৰিৰ ওপৰত থিয় দিব লগা হৈছিল— অথচ তেনে এজন মানুহেই আন কাৰো সহায় নোলোৱাকৈ বা নোপোৱাকৈ নিজকে সকলো ফালেদি এনেভাৱে তিল তিলকৈ গঢ়ি তুলিছিল যে নিজৰ জীৱন-কালতে তেওঁ সমগ্ৰ পৃথিৱীৰ ভিতৰতে এজন অতি বিখ্যাত আৰু প্ৰভাৱশালী মানুহ হৈ উঠিছিল, আনকি তেওঁৰ মৃত্যুৰ দুশ বছৰৰ পিছতো আমি সকলোৱে তেওঁৰ নৈতিক প্ৰভাব অনুভৱ কৰি আছোঁ— তেন্তে তেনে এজন মানুহৰ জীৱনী পঢ়ি কম বয়সীয়া ল'ৰা-ছোৱালীয়ে নিজৰ জীৱনবোৰ গঢ়িবলৈ প্ৰয়োজনীয় শিক্ষা আৰু প্ৰেৰণা আহৰণ কৰাটো অনেক গুণে বেছি সহজ নহ'বনে?

তেনে এজন মানুহ আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন।

বেঞ্জামিন ফ্ৰেঙ্কলিনে নিজকে কেনেকৈ তিল তিল কৰি গঢ়ি তুলিছিল তাৰ এটা উদাহৰণ এইখিনিতে দি থওঁ।

নিজৰ স্বভাৱ, চৰিত্ৰ আৰু বুদ্ধি-বৃত্তিৰ ক্ৰমে ক্ৰমে বিকাশ সাধন কৰি নিজকে এজন আদৰ্শ আৰু সফল মানুহ হিচাপে গঢ়ি তোলাটোৱেই আছিল বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ এটা প্ৰধান সাধনা। ইয়াৰ কাৰণে তেওঁ আন কাৰো সহায় বিচৰা নাছিল। তেওঁ সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিছিল কেৱল নিজৰ ওপৰত; অৰ্থাৎ নিজৰ সৎ উদ্দেশ্য আৰু দৃঢ় সংকল্পৰ ওপৰত। ডেকা বয়সত এবাৰ তেওঁ ঠিক কৰিলে যে তেওঁ সু-পৰিকল্পিত আৰু প্ৰণালীবদ্ধভাৱে নিজৰ নৈতিক চৰিত্ৰ নিখুঁতভাৱে গঢ়ি তুলিব। সেই উদ্দেশ্যে তেওঁ এটা বিশেষ নৈতিক গুণ বা সজ অভ্যাসৰ অনুশীলন কৰিবলৈ একোটা সপ্তাহ ঠিক কৰি ল'লে। অৰ্থাৎ এটা সপ্তাহত তেওঁ কেৱল এটা সজ গুণৰ অনুশীলন কৰি সেইটো নিখুঁত কৰিবলৈ চেষ্টা কৰিব। লগতে তেওঁ নিজৰ স্বভাৱত থকা দোষবোৰৰ শুধৰণি কৰিবলৈ বা সেইবোৰ দূৰ কৰিবলৈ চেষ্টা কৰিব। সপ্তাহটোৰ অন্তত তেওঁ নিজেই নিজৰ পৰীক্ষা ল'ব; অৰ্থাৎ তেওঁ নিজৰ সাধনাত কিমানখিনি সিদ্ধি লাভ কৰিলে তাৰ এটা খতিয়ন ল'ব। উদাহৰণ স্বৰূপে তেওঁ যেনিবা ঠিক কৰিলে যে এটা সপ্তাহত তেওঁ সময়ৰ কাম সময়ত কৰি শেষ কৰাৰ অভ্যাস কৰিব; এলাহৰ বশৱৰ্তী হৈ তেওঁ কোনো এটা কামেই পিছলৈ পেলাই নথ'ব। পৰীক্ষকে যেনেকৈ অঙ্কৰ উত্তৰ-বহী পৰীক্ষা কৰি শুদ্ধ উত্তৰৰ কাৰণে পূৰা নম্বৰ আৰু অশুদ্ধ উত্তৰৰ কাৰণে শূন্য দিয়ে, বেঞ্জামিন ফ্ৰেঙ্কলিনেও ঠিক তেনেকৈ সময়ত কৰা প্ৰতিটো কামৰ কাৰণে নিজকে পূৰা নম্বৰ আৰু এলাহৰ বশৱৰ্তী হৈ পিছলৈ পেলাই থোৱা প্ৰতিটো কামৰ কাৰণে শূন্য দিলে। এনেকৈ সপ্তাহৰ পিছত সপ্তাহ ধৰি চলি থাকিল বেঞ্জামিন ফ্ৰেঙ্কলিনৰ নৈতিক উৎকৰ্ষ-সাধনৰ চেষ্টা।

এইখিনি কথা পঢ়াৰ পিছত কাৰো মনত বিন্দুমাত্ৰ সন্দেহ থাকিব নোৱাৰে যে আমি প্ৰত্যেকেই নিজৰ জীৱনটো গঢ়িবলৈ আৰ্হি হিচাপে ল'ব পৰা এজন অতি উপযুক্ত মানুহ হ'ল বেঞ্জামিন ফ্ৰেঙ্কলিন। বেঞ্জামিন আছিল তেওঁৰ যুগৰ এজন শীৰ্ষ-স্থানীয় ৰাষ্ট্ৰনেতা, কূটনীতিবিদ, বৈজ্ঞানিক, সাংবাদিক, সমাজ-সংস্কাৰক আৰু লেখক। ইমানবোৰ বিভিন্ন ক্ষেত্ৰত সফল হোৱা বা খ্যাতি অৰ্জন কৰা মানুহ বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বাহিৰেও আৰু অনেক নিশ্চয় আছে। কিন্তু বেঞ্জামিন ফ্ৰেঙ্কলিনৰ মৃত্যুৰ দুশ বছৰৰ পিছতো তেওঁৰ নৈতিক

প্ৰভাৱ আজিও যিমান জীৱন্ত হৈ আছে তাৰ সমতুল্য দ্বিতীয় এটা উদাহৰণ সতকাই বিচাৰি পোৱা টান। আমেৰিকাৰ প্ৰতিজন ল'ৰা-ছোৱালীয়ে ন-দহ বছৰ বয়সত ভৰি দিয়াৰ সময়ৰ পৰাই বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ প্ৰতিটো খুটি-নাটি কথা জনা হয়। অসমীয়া মানুহে যেনেকৈ কথাই কথাই ডাকৰ বচন আওৰায়, ঠিক তেনেকৈ বেঞ্জামিন ফ্ৰেঙ্কলিনে আজিৰ পৰা দুশ বছৰৰ আগতে লিখি থৈ যোৱা বহুতো নীতি-উপদেশ আমেৰিকাৰ মানুহৰ মুখত লাগিয়েই থাকে। অনুবাদৰ যোগেদি সেই নীতি-উপদেশবোৰ পৃথিৱীৰ বহু দেশলৈকে বিয়পি পৰিছে। আমিও বহুতেই হয়তো বেঞ্জামিন ফ্ৰেঙ্কলিনৰ নামটো নজনাকৈয়ে তেওঁৰ বহুতো নীতি-উপদেশ বা যোজনা-পটন্তৰ জানো। তেওঁৰ মহৎ জীৱনৰ চানেকিয়ে আজিও কেনেকৈ অগণন মানুহক বাট দেখুৱাইছে তাৰ প্ৰমাণ হিচাপে আৰু মাত্ৰ এটা উদাহৰণ দিলেই বোধহয় যথেষ্ট হ'ব। ওৱাল্ট ডিজনিৰ অমৰ সৃষ্টি মিকি মাউছৰ নাম নুশুনা বা কাৰ্টুন কথাছবি নোচোৱা মানুহ আজিৰ পৃথিৱীত খুব কমেই ওলাব। মিকি মাউছৰ নামটোৱেই কয় যে সি হ'ল এটা নিগনি। সেই নিগনিটোক মুখ্য চৰিত্ৰ হিচাপে লৈ ওৱাল্ট ডিজনিয়ে বহুতো কাৰ্টুন কথাছবি নিৰ্মাণ কৰিছিল। সেই চৰিত্ৰবোৰ চাই সমগ্ৰ পৃথিৱীৰ ল'ৰা-বুঢ়া সকলো মানুহে নিৰ্মল আনন্দ আৰু নৈতিক শিক্ষা পায়। আজিৰ পৰা প্ৰায় দুকুৰি বছৰৰ আগতে ওৱাল্ট ডিজনিয়ে এনে এখন কাৰ্টুন কথাছবি নিৰ্মাণ কৰিছিল— যিখনৰ নাম আছিল 'বেন এণ্ড মি' (Ben and Me)। ছবিখনত মিকি মাউছে নিজৰ কেউকাষে এজাক নিগনি পোৱালি বহুৱাই লৈ সিহঁতক বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ কাহিনী কৈছে। উঠি অহা ল'ৰা-ছোৱালীৰ চকুৰ আগত আদৰ্শ জীৱনৰ চানেকি দাঙি ধৰিবলৈ আজিও এনেকৈ বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ কাহিনী কোৱা হয়। জীৱনত সৎ আৰু সফল হ'বলৈ বিচৰা সকলো মানুহৰ কাৰণেই বেঞ্জামিন ফ্ৰেঙ্কলিন আৰ্হি হ'ব পৰাৰ এটা প্ৰধান কাৰণ হ'ল এয়েই যে তেওঁ এটা দুখীয়া পৰিয়ালত এটা সাধাৰণ ল'ৰা হৈ জন্ম গ্ৰহণ কৰিছিল; কিন্তু তেওঁ কেৱল নিজৰ চেষ্টা আৰু দৃঢ় সংকল্পৰ দ্বাৰাই নিজকে তিল তিলকৈ গঢ়ি অসাধাৰণ মানুহ হোৱাৰ গৌৰৱ অৰ্জন কৰিছিল।

হেৰল্ড উইলছন নামৰ এজন ইংৰাজ লেখকে তেওঁৰ The Age of Reason নামৰ কিতাপৰ ওঠৰ শতিকাৰ পাশ্চাত্য জগতৰ নেতৃস্থানীয় দাৰ্শনিক, ৰাষ্ট্ৰনেতা আৰু লেখকসকলৰ জীৱন আৰু কৰ্মৰ পৰিচয় দিছে। তেওঁৰ বাছনিত উঠা ওঠৰ শতিকাৰ নেতৃস্থানীয় ব্যক্তিসকলৰ ভিতৰত এজন হ'ল বেঞ্জামিন ফ্ৰেঙ্কলিন। কিতাপখনত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বিষয়ে লিখা প্ৰবন্ধটোৰ শিৰোনামা দিয়া হৈছে— The Simple Man– অৰ্থাৎ সহজ-সৰল মানুহ। কিন্তু লেখকে প্ৰবন্ধটো শেষ কৰিছে এনে এটা বাক্যৰে— 'তেওঁ যে কেৱল এজন মহান নাগৰিক আছিল এনে নহয়; তেওঁ আছিল এজন অতি মহৎ মানুহ।'

এজন সহজ-সৰল মানুহ কেনেকৈ নিজৰ চেষ্টা আৰু সাধনাৰ বলত অতি মহৎ মানুহত পৰিণত হ'ল সেই কাহিনীটোকে মই ইয়াত চমুকৈ ক'ব খুজিছোঁ।

# জন্ম আৰু ল'ৰাকাল

আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিশ্ব-বিখ্যাত নগৰবোৰৰ ভিতৰত এখন হ'ল ব'ষ্টন। জন উইন্‌থ্ৰপ নামৰ এজন ধনী ব্যৱসায়ীয়ে তেওঁৰ কোম্পানীৰ সদৰ কাৰ্য্যালয় হিচাপে ১৬৩০ চনত নগৰখন প্ৰতিষ্ঠা কৰে। আৰম্ভণিৰে পৰাই চহৰখন জ্ঞান-চৰ্চাৰ এটা প্ৰধান কেন্দ্ৰ হিচাপে গঢ় লৈ উঠিছিল। লগতে ই ব্যৱসায়-বাণিজ্যৰো এটা ডাঙৰ কেন্দ্ৰ আছিল। ব'ষ্টনৰ ধন-কুবেৰসকলে সাহিত্য আৰু শিল্প-সংস্কৃতিৰ উন্নতিৰ কাৰণে অকাতৰে ধন খৰচ কৰিছিল। ফলত নগৰখন আমেৰিকাৰ এথেন্স হৈ উঠিছিল। অৰ্থাৎ প্ৰাচীন গ্ৰীছত এথেন্স যেনেকৈ জ্ঞান-চৰ্চা আৰু সাহিত্য-সংস্কৃতিৰ প্ৰধান কেন্দ্ৰ আছিল, আমেৰিকাত সেই ঠাই লৈছিল ব'ষ্টনে। সৰ্ব-সাধাৰণ মানুহে সহজে ঢুকি নোপোৱা ওখ খাপৰ পণ্ডিতসকলক আমেৰিকানসকলে ব'ষ্টন ব্ৰাহ্মণ বুলি জোকায়। আমেৰিকানসকলে ব'ষ্টন চহৰক কি চকুৰে চায় সেই কথা এই এটা মাত্ৰ কথাৰ পৰাই বুজিব পাৰি। বৰ্তমান কালত ব'ষ্টন চিকিৎসা বিজ্ঞানৰো এটা প্ৰধান্ গৱেষণা কেন্দ্ৰত পৰিণত হৈছে। ব'ষ্টনৰ হাৰ্ৱাৰ্ড মেডিকেল স্কুলৰ খ্যাতি বিশ্ব-জোৰা।

এই ব'ষ্টন চহৰতে ১৭০৬ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰীত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জন্ম হৈছিল। তেওঁৰ পিতৃ জোছিয়া ফ্ৰেঙ্কলিনে চৰ্বিৰ পৰা চাবোন আৰু মমবাতি তৈয়াৰ কৰা সৰু ব্যৱসায় কৰিছিল। সেইবোৰ বস্তু বিক্ৰী কৰিবলৈ তেওঁৰ নিজাকৈ এখন দোকানো আছিল। কিন্তু তেওঁৰ উপাৰ্জনৰ তুলনাত খাওঁতাৰ সংখ্যা আছিল সৰহ। তেওঁ দুবাৰ বিয়া কৰিছিল। প্ৰথম পত্নীৰ ফালৰ পৰা সাত আৰু দ্বিতীয় পত্নীৰ ফালৰ পৰা দহ— মুঠতে তেওঁৰ সোতৰটি ল'ৰা-ছোৱালী হৈছিল। বেঞ্জামিন ফ্ৰেঙ্কলিনে তেওঁৰ আত্ম-জীৱনীত লিখি থৈ গৈছে যে দেউতাকৰ লগত একেখন টেবুলত খাবলৈ বহোঁতে তেৰজন ভাই-ভনীক একেলগে দেখাৰ কথা তেওঁৰ ভালকৈ মনত আছে।

বেঞ্জামিন ফ্ৰেঙ্কলিন আছিল দেউতাকৰ দ্বিতীয় পত্নীৰ অষ্টম সন্তান। জাকৰুৱা পৰিয়ালত ডাঙৰ হ'বলগীয়া ল'ৰা-ছোৱালীয়ে বহুতো অসুবিধা ভুগিব লগা হয় সঁচা; কিন্তু কিছু সুবিধাও নোহোৱা নহয়। জাকৰুৱা পৰিয়ালত ইজনে সিজনৰ কাৰণে কিছু ত্যাগ কৰিব লগা হয়; বহুতো অসুবিধা বিনা আপত্তিৰে সহ্য কৰিবলগা হয়। ফলত মৰম-চেনেহ, মানুহৰ লগত মিলিব পৰাৰ ক্ষমতা আৰু সহনশীলতা আদি গুণবোৰ গঢ় লৈ উঠে। বেঞ্জামিন ফ্ৰেঙ্কলিনে সৰুৰে পৰাই এই গুণবোৰ আয়ত্ত কৰিছিল। তেওঁ শান্ত স্বভাৱৰ ল'ৰা আছিল আৰু ঘৰৰ পৰিবেশে তেওঁক মিতব্যয়ী হ'বলৈ শিকাইছিল।

জোছিয়া ফ্ৰেঙ্কলিনৰ সোতৰটি ল'ৰা-ছোৱালীৰ ভিতৰত দহটি আছিল ল'ৰা; বাকী সাতজনী ছোৱালী। ল'ৰাবোৰৰ ভিতৰত বেঞ্জামিনেই আছিল আটাইতকৈ সৰু। জোছিয়া ফ্ৰেঙ্কলিনে তেওঁৰ নটা ল'ৰাক বিভিন্ন ব্যৱসায়-বাণিজ্যত শিক্ষা-নবিছ হিচাপে ভৰ্তি কৰি দিছিল; কিন্তু নুমলীয়া পুত্ৰ বেঞ্জামিনক তেওঁ কৰিব খুজিছিল গীৰ্জ্জাৰ যাজক। সেই উদ্দেশ্যে বেঞ্জামিনক এখন গ্ৰামাৰ স্কুলত নাম লগাই দিয়া হ'ল। তেতিয়া তেওঁৰ বয়স আঠ বছৰ।

গ্ৰামাৰ স্কুলখনত বেঞ্জামিন মাত্ৰ এবছৰহে আছিল। স্কুলত নাম লগোৱাৰ কিছু দিনৰ ভিতৰতে তেওঁ

শ্ৰেণীত প্ৰথম স্থান অধিকাৰ কৰিলে। কেৱল সেয়েই নহয়, দোপত দোপে উন্নতি কৰি আৰু আন সকলো ল'ৰাকে চেৰ পেলাই তেওঁ এটা বছৰৰ ভিতৰতে স্কুলৰ তিনিটা শ্ৰেণী বগাবলৈ সমৰ্থ হ'ল। কিন্তু মন পুতি পঢ়া-শুনা কৰিবৰ কাৰণে শিক্ষকে কেতিয়াও তেওঁক জোৰ কৰিব লগা হোৱা নাছিল বা সেই দিনৰ সজ অনুসৰি বেতেৰে কোবাই শাসন কৰিব লগা হোৱাও নাছিল। জ্ঞান হ'বৰ দিন ধৰি লেখা-পঢ়াৰ প্ৰতি তেওঁৰ ধাউতি আছিল প্ৰবল। তেওঁ নিজেই লিখি থৈ গৈছে— 'মই যে কেতিয়া পঢ়িব নোৱাৰিছিলোঁ সেই কথা মোৰ মনতেই নপৰে।' অৰ্থাৎ আখৰৰ লগত চিনাকি হ'বৰ দিন ধৰি তেওঁ কিতাপ নপঢ়াকৈ এখন্তেকো থাকিব নোৱাৰিছিল। বিচিত্ৰ বিষয়ৰ জ্ঞান অৰ্জন কৰিবলৈ তেওঁ সকলো সময়তে এটা প্ৰবল আগ্ৰহ অনুভৱ কৰিছিল। কৰ্ম-জীৱনত প্ৰবেশ কৰাৰ পিছত তেওঁ যেতিয়া পঢ়িবলৈ কম সময় পোৱা হ'ল, তেতিয়াও তেওঁ দেওবাৰবোৰ আছুতীয়াকৈ ৰাখিছিল কেৱল কিতাপ পঢ়িবৰ কাৰণে।

বেঞ্জামিনে গ্ৰামাৰ স্কুলত এবছৰ সম্পূৰ্ণ কৰাৰ পিছত দেউতাকে তেওঁক সেই স্কুলৰ পৰা এৰুৱাই আনিবলৈ ঠিক কৰিলে। সোতৰটা ল'ৰা-ছোৱালীৰে সৈতে বিৰাট সংসাৰখনৰ ভৰণ-পোষণ দিয়া তেওঁৰ পক্ষে কষ্টকৰ হৈ উঠিছিল। এনে অৱস্থাত বেঞ্জামিনক ধৰ্ম-যাজক কৰিবলৈ হ'লে যি ধৰণৰ দীঘলীয়া উচ্চ শিক্ষ'ৰ প্ৰয়োজন হ'ব তাৰ খৰচ বহন কৰিবলৈ তেওঁৰ সঙ্গতি নাছিল। গ্ৰামাৰ স্কুলৰ পৰা এৰুৱাই আনি বেঞ্জামিনক ভৰ্তি কৰি দিয়া হ'ল এনে এখন স্কুলত— য'ত কেৱল আখৰ লেখা আৰু পাটীগণিতৰ শিক্ষা দিয়া হয়। স্কুলখনৰ প্ৰধান শিক্ষক আছিল জৰ্জ ব্ৰাউনেল। শিক্ষক হিছাপে তেওঁ খুব বিখ্যাত আৰু জনপ্ৰিয় আছিল। জৰ্জ ব্ৰাউনেলৰ স্কুলত বেঞ্জামিনে আখৰ ধুনীয়াকৈ লেখাত পাৰদৰ্শিতা অৰ্জন কৰিলে যদিও পাটীগণিতৰ পৰীক্ষাত তেওঁ উত্তীৰ্ণ হ'ব নোৱাৰিলে।

বেঞ্জামিনৰ দেউতাকে অৱশেষত সেই স্কুলৰ পৰাও তেওঁক এৰুৱাই আনি নিজৰ ব্যৱসায়ৰ কামত লগাই দিলে। সেই সময়ত বেঞ্জামিনৰ বয়স হৈছিল মাত্ৰ দহ বছৰ। ওপৰতেই কৈ অহা হৈছে যে জোছিয়া ফ্ৰেঙ্কলিনৰ ব্যৱসায়টো আছিল জন্তুৰ চৰ্বিৰ পৰা চাবোন আৰু মমবাতি তৈয়াৰ তৈয়াৰ কৰি সেইবোৰ বিক্ৰী কৰা। বেঞ্জামিনে এতিয়া চাবোন আৰু মমবাতি তৈয়াৰ কৰাৰ বিভিন্ন পৰ্য্যায়ৰ কামত দেউতাকক সহায় কৰিব লগা হ'ল। মাজে মাজে তেওঁ দোকানত বিক্ৰীদাৰৰ কামো কৰিব লগা হ'ল। কিন্তু দেউতাকৰ ব্যৱসায়ত বেঞ্জামিনৰ সমূলি মন বহা নাছিল। বন্দৰ-চহৰ ব'ষ্টনত জন্ম হোৱা ল'ৰাটোৰ মন খুবকৈ টানিছিল সমুদ্ৰই। অৰ্থাৎ তেওঁৰ ইচ্ছা আছিল নাবিক হোৱা। কিন্তু দেউতাকে তেওঁক নাবিক হ'বলৈ অনুমতি নিদিলে।

নাবিক হোৱাৰ আশা পূৰণ নহ'ল যদিও বেঞ্জামিনে ঘৰৰ ওচৰৰ নৈ আৰু পুখুৰীতে সাঁতুৰি-নাদুৰি আৰু নাও বাই ল'ৰাকালটো আনন্দময় কৰি তুলিছিল। নেতা হোৱাৰ গুণ লৈয়েই তেওঁ উপজিছিল; সেই কাৰণে ল'ৰাকালৰ সকলো খেল-ধেমালি আৰু দুঃসাহসিক অভিযানত তেওঁ আছিল সমনীয়া ল'ৰাবোৰৰ নেতা। কিবা বিপদত পৰিলেই ল'ৰাবোৰে উদ্ধাৰৰ উপায় বিচাৰি তেওঁৰ মুখলৈ চাইছিল।

ল'ৰাকালত অলপ-অচৰপ দুষ্টামিনো কোন ল'ৰাই নকৰে? বেঞ্জামিনেও নিশ্চয় কৰিছিল। তাৰে এটা উদাহৰণ তেওঁ নিজেই আত্ম-জীৱনীত দি গৈছে।

বেঞ্জামিনৰ মাছ ধৰাৰো খুব চখ আছিল। তেওঁলোকৰ ঘৰৰ কাষতে এটা পুখুৰী আছিল। পুখুৰীটো পানীৰে যেতিয়া উপচি পৰে, তেতিয়া তাত মাছ ধৰিবলৈ বেঞ্জামিন আৰু তেওঁৰ লগৰীয়াসকল পুখুৰীৰ পাৰত থিয় হয়গৈ। ল'ৰাজাকৰ খচকনিত পুখুৰীটোৰ পাৰত একাঁঠু বোকা হয়। বেয়াটোক ভাল কৰা, অসুবিধাবোৰ দূৰ কৰি সুবিধা সৃষ্টি কৰি লোৱা— অতি কম বয়সৰ পৰাই এইটো আছিল বেঞ্জামিনৰ

মানসিকতাৰ এটা বৈশিষ্ট্য। একাঠু বোকাত থিয় হৈ মাছ ধৰিবলগীয়া হোৱা কথাটো বেঞ্জামিনে সহ্য কৰিব পৰা নাছিল। সেই কাৰণে পুখুৰীৰ পাৰত এটা পকী-ঘাট সাজিবলৈ তেওঁ ঠিক কৰিলে। পুখুৰীটোৰ পৰা অলপ দূৰতে এজন মানুহে এটা নতুন ঘৰ সাজিবলৈ আৰম্ভ কৰিছিল। তাৰ কাৰণে বহুত শিল জমা কৰা হৈছিল। বেঞ্জামিনৰ নিৰ্দেশত তেওঁৰ লগৰীয়াবোৰে গধূলি মিস্ত্ৰীবোৰ নথকাৰ সুযোগত শিলবোৰ কঢ়িয়াই আনি তাৰে পুখুৰীৰ পাৰত পকী-ঘাট সাজিলে। পিছদিনা পুৱা মিস্ত্ৰীবোৰ কামলৈ আহি শিলবোৰ নেদেখি হুৱা-দুৱা লগালে। অপৰাধীক ধৰা পেলাবলৈ বেছি সময় নালাগিল। ল'ৰাবোৰৰ বাপেকহঁতে যাক যেনেকৈ শাস্তি দিব লাগে দিলে। বেঞ্জামিনে নিজৰ দেউতাকক বুজাবলৈ চেষ্টা কৰিলে যে পুখুৰীত এটা পকী-ঘাট সকলোৰে কাৰণে দৰকাৰ হৈছিল আৰু তেওঁলোকে এটা ভাল কামকে কৰিছিল। কিন্তু দেউতাকে বেঞ্জামিনক এই কথা ভালকৈ বুজাই দিলে যে যিটো কাম সৎ উপায়েৰে কৰা নহয়, সেই কামে কেতিয়াও আনৰ উপকাৰ সাধিব নোৱাৰে। দেউতাকৰ এই শিকনিত বেঞ্জামিন সম্পূৰ্ণভাৱে পতিয়ন গ'ল।

# বেঞ্জামিনৰ আত্ম-শিক্ষাৰ আৰম্ভণি

স্কুল এৰাৰ পিছত প্ৰায় দুবছৰ কাল বেঞ্জামিন তেওঁৰ দেউতাকৰ ব্যৱসায়ৰ লগত জড়িত হৈ আছিল। বেছিভাগ দুখীয়া ল'ৰা-ছোৱালীয়েই স্কুল এৰিবলগা হোৱাৰ লগে লগেই শিক্ষা-জীৱনৰ সমাপ্তি হোৱা বুলি ধৰে। কিন্তু বেঞ্জামিনৰ ক্ষেত্ৰত হ'ল ঠিক তাৰ ওলোটাটো। স্কুল এৰাৰ লগে লগেই আৰম্ভ হ'ল তেওঁৰ আত্ম-শিক্ষাৰ সাধনা— যিটো অব্যাহতভাৱে চলি থাকিল তেওঁৰ জীৱনৰ শেষ মুহূৰ্ত পৰ্য্যন্ত।

বেঞ্জামিন ফ্ৰেংকলিনে নিজে লিখি থৈ গৈছে— 'ল'ৰাকালৰ পৰাই কিতাপ পঢ়ি মই খুব ভাল পাইছিলোঁ। হাতলৈ অলপমান ধন আহিলেই মই সেই ধন আন একো কামত খৰচ নকৰি কেৱল কিতাপ কিনিছিলোঁ। বুনিয়ানৰ Pilgrim's Progress নামৰ কিতাপখন পঢ়ি ভাল পাই মই তেওঁৰ আনবোৰ কিতাপো কিনিছিলোঁ। সেইখিনি কিতাপেই আছিল মোৰ কিতাপৰ প্ৰথম সংগ্ৰহ। পিছত সেইখিনি কিতাপ বিক্ৰী কৰি দি তাৰ পৰা পোৱা ধনেৰে মই আৰ. বাৰ্টনৰ বুৰঞ্জীমূলক ৰচনাৰ সংকলনবোৰ কিনিছিলোঁ। কিতাপবোৰৰ আকাৰ সৰু আছিল আৰু দামো বেছি নাছিল। মোৰ দেউতাৰ সৰু পুথি-ভঁৰালটোত থকা কিতাপবোৰ ঘাইকৈ আছিল ধৰ্ম সম্পৰ্কীয় বাদানুবাদৰ কিতাপ। কিতাপবোৰৰ বেছিভাগেই মই পঢ়িছিলোঁ যদিও মনতে এইবুলি এটা আক্ষেপো ৰৈ গৈছিল যে যিসময়ত মোৰ জ্ঞানৰ তৃষ্ণা আছিল অতি প্ৰবল, সেই সময়ত তেনে তৃষ্ণা পূৰণ কৰিব পৰা কিতাপ পঢ়িবলৈ পোৱা হ'লে মোৰ নিশ্চয় বেছি উপকাৰ হ'লহেঁতেন। মই যিহেতু ধৰ্ম-যাজক হোৱাৰ সংকল্প বাদ দিছিলোঁ সেই কাৰণে ধৰ্ম সম্পৰ্কীয় কিতাপ পঢ়াৰ পৰা মোৰ বিশেষ একো লাভ নহ'ল। দেউতাৰ পুথি-ভঁৰালত প্লুটাৰ্কৰ Lives খন আছিল। সেইখন মই উৰাই-ঘূৰাই পঢ়িছিলোঁ। মই এতিয়াও ভাবোঁ যে সেইখন কিতাপ পঢ়িবলৈ খৰচ কৰা সময়খিনি সম্পূৰ্ণ সাৰ্থক হৈছিল। পুথি-ভঁৰালটোত ডিফোৰ Essays on Projects আৰু ড° মেথাৰৰ Essays to do Good নামৰ আন দুখন কিতাপ আছিল। মোৰ জীৱনত ভৱিষ্যতে ঘটিব লগা কেবাটাও প্ৰধান ঘটনাৰ ওপৰত সেই কিতাপ দুখনে প্ৰভাৱ পেলাইছে বুলি মই ভাবোঁ।'

দেউতাকৰ সৰু পুথি-ভঁৰালটোৰ কিতাপবোৰ পঢ়ি শেষ কৰাৰ পিছত বেঞ্জামিনে আন আন ঠাইতো কিতাপ বিচাৰিবলৈ ধৰিলে। বেঞ্জামিনৰ দেউতাকে প্ৰথমে তেওঁক ধৰ্ম-যাজক কৰাৰ কথা ভাবিছিল। কিন্তু কিতাপৰ প্ৰতি পুতেকৰ হাবিয়াস দেখি তেওঁ অৱশেষত বেঞ্জামিনক প্ৰিন্টাৰ তথা মুদ্ৰক কৰিবলৈ ঠিক কৰিলে। আমেৰিকাত উপনিবেশ স্থাপন কৰি এটা নতুন সভ্যতাৰ পাতনি মেলা ইংৰাজসকলৰ মাজত সেই সময়ত ছপাশাল এটা অতি জনপ্ৰিয় ব্যৱসায় আছিল। জোছিয়া ফ্ৰেংকলিনৰ আন এজন পুতেক জেম্‌ছে ইংলেণ্ডত মুদ্ৰণ-বিদ্যা শিকি স্বদেশলৈ, ঘূৰি আহি বষ্টনত এটা ছপাশাল আৰম্ভ কৰিছিল আৰু তাৰে পৰাই তেওঁ এখন বাতৰি কাকতো উলিয়াইছিল। দেউতাকৰ নিৰ্দেশমতে বেঞ্জামিনে ককায়েকৰ ছপাশালত শিক্ষা-নবিচ হিচাপে যোগ দিলে। তেতিয়া তেওঁৰ বয়স মাত্ৰ বাৰ বছৰ।

জেম্‌ছৰ লগত বেঞ্জামিনৰ এই বুলি চুক্তি হৈছিল যে ২১ বছৰ বয়স নোহোৱালৈকে তেওঁ ককায়েকৰ ছপাশালত শিক্ষা-নবিচ হৈ থাকিব আৰু সেই সময়ছোৱাত তেওঁ দৰ্মহাৰ পৰিৱৰ্তে কেৱল দিন-হাজিৰা পাব। বেঞ্জামিনে যি কামতে হাত দিয়ে সেই কামটোৰ তলা-নলা সকলো বুজি লৈ তাক নিখুঁতভাৱে কৰাটো

আছিল তেওঁৰ স্বভাৱ। ছপাশালৰ কামো তেওঁ খুব মনোযোগ দি শিকিবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে তেওঁ সেই কামত অতি পটু হৈ উঠিল।

কিন্তু ছপাশালৰ কামত লাগি তেওঁ কিতাপৰ কথা পাহৰি যোৱা নাছিল। বৰং কিতাপ বিচৰাৰ কাম আগতকৈ সহজহে হ'ল, কাৰণ কিতাপ-ব্যৱসায়ীৰ লগত ছপাশালৰ ওতপ্ৰোত সম্পৰ্ক। ছপাশালৰ কামৰ যোগেদিয়েই কিতাপৰ দোকানত কাম কৰা এজন কৰ্মচাৰীৰ লগত বেঞ্জামিনৰ চিনাকি হ'ল। কিন্তু যিহেতু দোকানত বিক্ৰীৰ কাৰণে ৰখা কিতাপ দিনৰ ভাগত বাহিৰলৈ উলিয়াই নিবলৈ দিব নোৱাৰি, সেই কাৰণে বেঞ্জামিনে সন্ধিয়া পৰত দোকানৰ পৰা কিতাপ ধাৰলৈ আনে আৰু ৰাতি টোপনি খতি কৰি হ'লেও কিতাপখন পঢ়ি শেষ কৰে। ৰাতিপুৱা তেওঁ কিতাপখন ঘূৰাই দিয়ে। কিতাপখন যাতে কোনো প্ৰকাৰে নষ্ট নহয় বা ধূলি-মাকতি লাগি লেতেৰা নহয় তাৰ প্ৰতিও তেওঁ সতৰ্ক দৃষ্টি ৰাখে।

যি মানুহে নিজক সহায় কৰে তেওঁক ভাগ্যয়ো সহায় কৰে। মেথিউ আদমৃছ নামৰ এজন স্থানীয় ব্যৱসায়ী প্ৰায়েই বেঞ্জামিনহঁতৰ ছপাশাললৈ আহিছিল। তেওঁৰ নিজৰ এটা পুথি-ভঁৰাল আছিল। কিতাপৰ প্ৰতি বেঞ্জামিনৰ গভীৰ অনুৰাগ দেখি তেওঁ খুব মুগ্ধ হ'ল আৰু নিজৰ পুথি-ভঁৰালৰ দুৱাৰ তেওঁ বেঞ্জামিনৰ কাৰণে খুলি দিলে। মেথিউ আদমৃছৰ কিতাপৰ সংগ্ৰহটো আছিল যথেষ্ট ডাঙৰ। বেঞ্জামিনে এইবাৰ হেঁপাহ পলুৱাই কিতাপ পঢ়িবলৈ ধৰিলে।

কিন্তু কেৱল কিতাপ পঢ়ি জ্ঞান আহৰণ কৰিয়েই বেঞ্জামিন সন্তুষ্ট হৈ থকা নাছিল। উৎকৃষ্ট গদ্য-ৰচনা কৰাৰ ক্ষমতা অৰ্জন কৰাটো আছিল তেওঁৰ জীৱনৰ এটা প্ৰধান লক্ষ্য। কিন্তু এই লক্ষ্যত উপনীত হ'বৰ কাৰণেও তেওঁ আনৰ মুখাপেক্ষী নহৈ নিজেই কঠোৰ সাধনাত ব্ৰতী হৈছিল।

বেঞ্জামিনৰ গদ্যৰ সাধনাত ব্ৰতী হোৱাৰ মূলতো তেওঁৰ জীৱনৰ এটা সৰু কিন্তু তাৎপৰ্য্যপূৰ্ণ ঘটনা আছে।

বেঞ্জামিনৰ জন কলিন্স্ নামৰ এজন বন্ধু আছিল। বেঞ্জামিনৰ নিচিনাকৈ তেৰোঁ কিতাপ পঢ়ি খুব ভাল পাইছিল। দুই বন্ধুৰ মাজত প্ৰায়েই নানা বিষয়ে তৰ্ক-বিতৰ্ক হৈছিল। এদিন তৰ্কৰ বিষয় হ'ল নাৰী-শিক্ষা। কলিন্স্‌ৰ মতে নাৰী শিক্ষা-লাভৰ উপযুক্ত নহয়, কাৰণ শিক্ষা-লাভৰ কাৰণে প্ৰয়োজনীয় প্ৰতিভা প্ৰকৃতিয়ে তেওঁলোকক দিয়া নাই। বেঞ্জামিনৰ মত হ'ল ঠিক তাৰ ওলোটাটো। বেঞ্জামিনৰ যুক্তি বেছি সবল আছিল যদিও তৰ্কত তেওঁ হাৰিল, কাৰণ ভাষাৰ ওপৰত কলিন্স্‌ৰ দখল আছিল বেছি শক্তিশালী। কেৱল বাক-নৈপুণ্যৰ জোৰতে তেওঁ বেঞ্জামিনক তৰ্ক-যুদ্ধত পৰাস্ত কৰিলে।

বেঞ্জামিনে কিন্তু এই পৰাজয় সহজে মানি ল'ব নোৱাৰিলে, কাৰণ তেওঁৰ যুক্তি যে বেছি সবল আছিল সেই কথা তেওঁ নিজে ভালকৈ জানিছিল। তৰ্ক-যুদ্ধৰ পিছত কেবাদিনলৈকে তেওঁলোকৰ মাজত দেখা-দেখি হোৱা নাছিল। সেই সময়তে বেঞ্জামিনে এদিন তেওঁৰ যুক্তিখিনি নিয়াৰিকৈ লিখি বন্ধুজনলৈ পঠাই দিলে। বন্ধুজনেও তেওঁৰ উত্তৰ লিখিতভাৱে দিলে। এনেকৈ কেবাখনো চিঠিৰ আদান-প্ৰদান হ'ল, অৰ্থাৎ তৰ্ক-যুদ্ধখন এইবাৰ মৌখিকভাৱে নহৈ চিঠিৰ যোগেদি হ'ল। এনে সময়তে বেঞ্জামিনে কলিন্সলৈ লিখি থোৱা এখন চিঠি বেঞ্জামিনৰ দেউতাকৰ হাতত পৰিল। তেওঁ চিঠিখন মনোযোগ দি পঢ়ি সেই বিষয়ে আলোচনা কৰিবলৈ বেঞ্জামিনক মাতি পঠালে। তেওঁ পুতেকক ক'লে— 'তোমাৰ বানান শুদ্ধ। ডাৰি-কমাবোৰো ঠিক ঠাইত দিব জানিছা। এই বিষয়ত তুমি তোমাৰ বন্ধুতকৈ অলপ আগবাঢ়ি আছা। কিন্তু তোমাৰ ভাষা সৰল নহয়। কথাবোৰ পঢ়োঁতাজনে সহজে বুজিব পৰাকৈ আৰু ৰস লগাকৈ তুমি লিখিব জনা নাই। এই বিষয়ত উন্নতি কৰিবলৈ তুমি আৰু বেছি চেষ্টা কৰিব লাগিব।'

দেউতাকৰ কথাত বেঞ্জামিন সম্পূৰ্ণ পতিয়ন গ'ল, কাৰণ দেউতাকে তেওঁৰ কথাৰ সমৰ্থনত বেঞ্জামিনৰ

লেখাৰ পৰাই কেবাটাও উদাহৰণ দাঙি ধৰিলে। বেঞ্জামিনে তেতিয়াই সংকল্প ল'লে যে ভাষাৰ ওপৰত দখল বঢ়াবলৈ আৰু ভাল গদ্য লেখাৰ কিটিপটো আয়ত্ত কৰিবলৈ তেওঁ চেষ্টাৰ ত্ৰুটি নকৰিব।

সেই সময়তে তেওঁ এখন কিতাপৰ দোকানত 'স্পেক্‌টেটৰ' (Spectator) নামৰ এখন ইংৰাজী আলোচনীৰ এটা বন্ধোৱা খণ্ড দেখা পালে। তেওঁ ইয়াৰ আগতে আলোচনীখন কেতিয়াও দেখা নাছিল বা তাৰ নামো শুনা নাছিল। আলোচনীখন কিনি আনি তেওঁ উৰাই-ঘূৰাই পঢ়িবলৈ ধৰিলে। আলোচনীখনৰ গদ্যৰীতিয়ে তেওঁক ইমান মুগ্ধ কৰিলে যে সম্ভৱ হ'লে তেওঁ নিজেও সেই গদ্য-ৰীতিৰ অনুকৰণ কৰিবলৈ অৰ্থাৎ সেই ঠাঁচতে গদ্য লিখিবলৈ মনস্থ কৰিলে।

আলোচনীখন পঢ়াৰ সময়ত বেঞ্জামিনে এটা কথা জনা নাছিল যে তেওঁ পঢ়ি মুগ্ধ হোৱা আলোচনীখন আচলতে আছিল ইংৰাজী ভাষাৰ সৰ্বশ্ৰেষ্ঠ আলোচনীবোৰৰ এখন। আলোচনীখনৰ সম্পাদক জোছেফ এডিছনো (১৬৭২—১৭১৯) এজন বিৰাট প্ৰতিভাশালী গদ্য-লেখক আৰু প্ৰবন্ধকাৰ হিচাপে ইংৰাজী সাহিত্যৰ বুৰঞ্জীত অমৰ হৈ আছে। ইংৰাজী ভাষা-সাহিত্যৰ আন এজন প্ৰধান ওজা ড° ছেমুৱেল জনছনে কৈছিল— 'ইংৰাজী ভাষাত উৎকৃষ্ট গদ্য-ৰচনাৰ কৌশল যিসকলে আয়ত্ত কৰিব খোজে তেওঁলোকে দিনে-ৰাতিয়ে জোছেফ এডিছনৰ ৰচনাৱলী অধ্যয়ন কৰাত মনোনিৱেশ কৰিব লাগিব।' স্পেক্‌টেটৰৰ বেছিভাগ ৰচনাৰ লেখক আছিল জোছেফ এডিছন। এডিছনৰ গদ্যৰ বিষয়ে ড° জনছনে কি কৈছিল সেই কথা নজনাকৈয়ে বেঞ্জামিনে তেওঁৰ উপদেশ আখৰে আখৰে পালন কৰিবলৈ আৰম্ভ কৰিলে।

বেঞ্জামিনে নিজে লিখি থৈ গৈছে— 'স্পেক্‌টেটৰৰ গদ্য-ৰচনাৰ কৌশল আয়ত্ত কৰাৰ উদ্দেশ্যে মই আলোচনীখনৰ প্ৰবন্ধবোৰ পঢ়ি প্ৰত্যেকটো বাক্যৰ ভাবাৰ্থবোৰ লিখি ৰাখিলোঁ। কেইদিনমান পাৰ হৈ যোৱাৰ পিছত মই কিতাপখন নোচোৱাকৈ সেই স্পেক্‌টেটৰৰ মূল প্ৰবন্ধটোৰ লগত মোৰ নিজৰ লেখাখিনি মিলাই চালোঁ। যিবোৰ ভুল-ভ্ৰান্তি মোৰ চকুত পৰিল সেইবোৰ আকৌ শুদ্ধ কৰিলোঁ। কেতিয়াবা মই ইতিমধ্যে লিখি থোৱা ভাবাৰ্থবোৰ সান-মিহলি কৰি পেলাই কেই সপ্তাহমানৰ পিছত পুনৰ সেইবোৰ পৰিপাটিকৈ সজাই উলিয়াবলৈ চেষ্টা কৰিলোঁ। তেনে কৰাৰ উদ্দেশ্য আছিল ভাববোৰ নিয়াৰিকৈ সজাবলৈ নিজকে শিকোৱা মূল প্ৰবন্ধৰ লগত মই নিজৰ লেখাবোৰ আকৌ মিলাই চাই দ্বিতীয়বাৰ চকুত পৰা ভুল-ভ্ৰান্তিবোৰো শুদ্ধ কৰিলোঁ। এনেকৈ কৰি থাকোঁতে মাজে মাজে মোৰ মনলৈ এনে ভাব আহিল যে কিছুমান কথা মূল প্ৰবন্ধতকৈয়ো মই বেছি ভালকৈহে লিখিব পৰা হৈছোঁ। এজন ভাল গদ্য-লেখক হোৱাটো আছিল মোৰ জীৱনৰ এটা প্ৰধান আকাঙ্ক্ষা। সেই আকাঙ্ক্ষা পূৰণ কৰিব পাৰিম বুলি এতিয়া মোৰ মনত আত্ম-বিশ্বাস হ'ল। এনেভাৱে গদ্য-ৰচনাৰ অনুশীলন কৰিবলৈ আৰু পঢ়িবলৈ মই কেৱল ৰাতিহে সময় পাইছিলোঁ। কামৰ পৰা ঘূৰি আহি বা পুৱা কাম আৰম্ভ হোৱাৰ আগতেই মই ৰাতিৰ ভিতৰতে লেখা আৰু পঢ়া দুয়োটা কাম কৰিছিলোঁ। মোৰ দেউতাই বিচৰা মতে মই দেওবাৰে গীৰ্জালৈ নগৈ তাৰ পৰিৱৰ্তে ছপাশাললৈ গৈছিলোঁ— যাতে ছপাশালত কোনো মানুহ নথকা অৱস্থাত মই তাত শান্তিৰে লেখা-পঢ়া কৰিব পাৰোঁ।' (বেঞ্জামিন ফ্ৰেঙ্কলিনে লিখা মূল কথাখিনি ইয়াত সৰল আৰু সংক্ষিপ্ত কৰা হৈছে)।

অতি সাধাৰণ অৱস্থাৰ পৰা নিজৰ চেষ্টাৰে উন্নতি কৰি কৰি বেঞ্জামিন ফ্ৰেঙ্কলিন তেওঁৰ সমসাময়িক পৃথিৱীৰ এজন অতি মহৎ আৰু প্ৰভাৱশালী ব্যক্তি বুলি পৰিগণিত হৈছিল। বেঞ্জামিন ফ্ৰেঙ্কলিনে নিজে স্বীকাৰ কৰি থৈ যোৱা মতে তেওঁৰ এই উন্নতিৰ মূলতে আছিল ভাল গদ্য লেখাৰ দক্ষতা— যিটো তেওঁ অতি কষ্ট কৰি আয়ত্ত কৰিছিল। মনৰ ভাব সৰল আৰু মৰ্ম-স্পৰ্শী ভাষাত প্ৰকাশ কৰাৰ ওপৰত তেওঁ বিশেষ গুৰুত্ব দিছিল। তেওঁ লিখি থৈ গৈছে— 'গদ্য-ৰচনাই মোৰ জীৱনত এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছে আৰু ই মোৰ উন্নতিৰ এটা ঘাই আহিলাত পৰিণত হৈছে।'

# সাংবাদিক বেঞ্জামিন

বেঞ্জামিনে যেতিয়া তেওঁৰ ককায়েকৰ ছপাশালত শিক্ষা-নবিচ হিচাপে যোগ দিয়ে তেতিয়া তেওঁৰ বয়স আছিল বাৰ বছৰ। জেমছ অৰ্থাৎ বেঞ্জামিনৰ ককায়েকে নিজৰ ছপাশালৰ পৰা ব'ষ্টন গেজেট নামৰ এখন বাতৰি কাকত প্ৰকাশ কৰিছিল। কাকতখন ভালকৈ নচলিল। জেম্ছে সেইখন আনক বিক্ৰী কৰি দি The New England Courant নামৰ এখন নতুন বাতৰি কাকত প্ৰকাশ কৰিলে। বেঞ্জামিনে সেইখন কাকততে বিভিন্ন ধৰণৰ প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰি ষোল বছৰ বয়সত নিজৰ সাংবাদিক জীৱনৰ পাতনি মেলিলে।

কিন্তু বেঞ্জামিনে প্ৰবন্ধবোৰ লিখিব লগা হৈছিল ছদ্মনামত। নিজৰ নামত লিখিলে ককায়েকে তেওঁৰ লেখা নছপাব পাৰে বুলি তেওঁৰ মনত আশংকা আছিল। ছদ্মনাম হিচাপে তেওঁ বাছি ল'লে এগৰাকী মহিলাৰ নাম— শ্ৰীমতী চাইলেঞ্চ ডগ্‌উদ। শ্ৰীমতী ডগ্‌উদে লিখিবলৈ আৰম্ভ কৰি নিজৰ চিনাকি দিছিল এই বুলি— 'মই অনাচাৰৰ শত্ৰু আৰু সদাচাৰৰ বন্ধু।' ছদ্মনামত বেঞ্জামিনে যিবোৰ প্ৰবন্ধ আৰু ব্যঙ্গ-ৰচনা লিখিছিল সেইবোৰত তেওঁ মানুহক নানা নৈতিক উপদেশ দিয়াৰ লগতে সকলো ধৰণৰ সামাজিক সমস্যাৰ আলোচনা কৰি সেইবোৰৰ সমাধানৰ পথ দেখুৱালৈ চেষ্টা কৰিছিল। বেঞ্জামিন তেওঁৰ সময়ৰ তুলনাত যথেষ্ট আগবঢ়া আছিল। সেই ষোল বছৰীয়া ল'ৰাজনে তেতিয়াই ধৰ্মীয় ভণ্ডামিৰ কঠোৰ সমালোচনা কৰিছিল আৰু নাৰী-শিক্ষাৰ সপক্ষে ওকালতি কৰিছিল। তেওঁৰ সমালোচনামূলক ব্যঙ্গ -ৰচনাবোৰ পঢ়ি সমাজৰ মুখিয়াল লোকসকল খঙত জ্বলি-পকি উঠিছিল; কিন্তু আনহাতে সেই ৰচনাবোৰ The New England Courant-ক কৰি তুলিছিল ব'ষ্টনৰ আটাইতকৈ জনপ্ৰিয় বাতৰি কাকত।

বেঞ্জামিনৰ এই বয়সৰ আৰু এটা বিশেষ ঘটনাৰ কথা এইখিনিতে উল্লেখ কৰি থ'ব পাৰি, কাৰণ ঘটনাটোৱে তেওঁৰ মানসিকতা বুজাত আনক সহায় কৰে।

জ্ঞানৰ সন্ধানত বিভিন্ন বিষয়ৰ কিতাপ পঢ়াটো আছিল বেঞ্জামিনৰ নিচা বা অভ্যাস। প্ৰায় ষোল বছৰ বয়সত তেওঁ কোনোবা এজন ট্ৰায়ন নামৰ লেখকে লিখা এখন কিতাপ পঢ়িবলৈ পালে। কিতাপখনত আমিষ আহাৰতকৈ নিৰামিষ আহাৰক স্বাস্থ্যৰ কাৰণে বেছি হিতকৰ বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰা হৈছিল। লেখকজনৰ যুক্তিত পতিয়ন গৈ বেঞ্জামিনেও আমিষ আহাৰ ত্যাগ কৰি নিৰামিষহাৰী হ'বলৈ ঠিক কৰিলে। কিন্তু সেই ক্ষেত্ৰত এটা সমস্যাই দেখা দিলে। তেওঁৰ ককায়েক অৰ্থাৎ ছপাশালৰ মালিক জেম্ছে মাক-দেউতাকৰ লগত নাথাকি নিজৰ কৰ্মচাৰী আৰু শিক্ষা-নবিচকেইজনৰ লগত বেলেগে মেছ কৰি আছিল। বেঞ্জামিনো তেওঁলোকৰ লগতে আছিল। কিন্তু বেঞ্জামিনে নিৰামিষ আহাৰ খাবলৈ ঠিক কৰাৰ ফলত তেওঁৰ কাৰণে আহাৰ বেলেগে ৰান্ধিব লগা হ'ল। জেম্ছ সেই কথাত অসন্তুষ্ট হ'ল। তেতিয়া বেঞ্জামিনে ককায়েকক এই বুলি প্ৰস্তাৱ দিলে যে বেঞ্জামিনৰ খোৱাৰ কাৰণে সপ্তাহত যিমান ধন খৰচ হয় তাৰ মাত্ৰ আধা ধন যদি জেম্ছে বেঞ্জামিনক দিবলৈ ৰাজী হয়, তেন্তে তেওঁ নিজৰ আহাৰ নিজেই ৰান্ধি খোৱাৰ ব্যৱস্থা কৰিব। জেম্ছ সেই প্ৰস্তাৱত ৰাজী হ'ল। বেঞ্জামিনে তেতিয়া ট্ৰায়নৰ কিতাপখন পঢ়ি নিৰামিষ আহাৰ প্ৰস্তুত কৰাৰ কেইটামান সহজ নিয়ম শিকি ল'লে। নিৰামিষ আহাৰ খাবলৈ আৰম্ভ কৰি বেঞ্জামিনে দেখিলে যে জেম্ছৰ পৰা পোৱা

ধনৰ আধাহে তেওঁৰ আহাৰৰ কাৰণে খৰচ হয়; বাকী আধা ৰাহি হয়। ৰাহি হোৱা সেই ধনেৰে তেওঁ আগতকৈ বেছি কিতাপ কিনিব পৰা হ'ল। কেৱল সেয়েই নহয়, কিতাপ পঢ়িবৰ কাৰণেও তেওঁ আগতকৈ বেছি সময় উলিয়াব পৰা হ'ল।

জেম্‌ছ আৰু তেওঁৰ কৰ্মচাৰীসকল দুপৰীয়াৰ আহাৰ খাবৰ কাৰণে ঘৰলৈ যায়। সেই সময়ত বেঞ্জামিন ছপাশালত অকলে থাকে। কেইচকলমান পাওৰুটি, কিবা অলপ ফল-মূল আৰু এগিলাচ পানী— এয়েই হ'ল বেঞ্জামিনৰ দুপৰীয়াৰ আহাৰ। এই লঘু আহাৰ খাই লৈ তেওঁ কিতাপ পঢ়াত ব্যস্ত হৈ পৰে আৰু ককায়েকহঁত কামলৈ ঘূৰি নহালৈকে তেওঁ পঢ়িয়েই থাকে। বেঞ্জামিনে বিশ্বাস কৰিছিল যে সহজে হজম কৰিব পৰা লঘু আহাৰে মগজুটো পৰিষ্কাৰ কৰি ৰাখে আৰু সেই অৱস্থাতে পঢ়া কথাবোৰ বুজিবলৈ বেছি সহজ হয়।

কিন্তু বেঞ্জামিনৰ নিৰামিষ আহাৰৰ প্ৰতি আসক্তি মাত্ৰ এবছৰ স্থায়ী হ'ল। এবাৰ তেওঁ ব'ষ্টনৰ পৰা জাহাজত উঠি কোনোবা এখন ঠাইলৈ গৈছিল। সেইটোৱেই আছিল তেওঁৰ সমুদ্ৰ-ভ্ৰমণৰ প্ৰথম অভিজ্ঞতা। জাহাজৰ যাত্ৰীসকলে সমুদ্ৰৰ পৰা বহুত কড্ মাছ ধৰি সেইবোৰ ভাজি খাবলৈ ধৰিলে। ট্ৰায়নৰ যুক্তিত পতিয়ন গৈ নিৰামিষহাৰী হ'বলৈ লোৱাৰ আগতে বেঞ্জামিনেও মাছ খাই বৰ ভাল পাইছিল। এতিয়া ভজা মাছৰ গোন্ধ তেওঁৰ নাকত লগাৰ লগে লগে লোভত তেওঁৰ জিভাৰ পানী পৰিবলৈ ধৰিলে। কিন্তু সেই বুলি তেওঁ লগে লগে লোভৰ ওচৰত নতি-স্বীকাৰ নকৰিলে। এহাতে তেওঁৰ নীতি, আনহাতে লোভ— এই দুয়োটাকে তেওঁ কিছুসময় তুলাচনীৰে জুখিবলৈ ধৰিলে। কি কৰা উচিত সেই কথা ভাবি থাকোঁতে হঠাৎ এবাৰ তেওঁৰ মনত পৰিল যে এবাৰ এটা ডাঙৰ মাছৰ পেট ফালোঁতে তাৰ বহুতো সৰু মাছ ওলাই অহা তেওঁ দেখিছিল। আমিষ আহাৰৰ বিপক্ষে ট্ৰায়নৰ এটা প্ৰধান যুক্তি আছিল এই যে আমিষ আহাৰ খোৱাৰ অৰ্থই হ'ল প্ৰাণী-হত্যা— যিটো নৈতিকভাৱে সমৰ্থনযোগ্য নহয়। কিন্তু ডাঙৰ মাছৰ পেটৰ পৰা সৰু মাছ ওলোৱাৰ দৃশ্যটো মনত পৰাৰ লগে লগে বেঞ্জামিনে নিজকে প্ৰশ্ন কৰিলে— 'মাছবোৰে যদি ইটোৱে সিটোক খাব পাৰে তেন্তে মইনো মাছ খালে কি জগৰ লাগিব?'

নিজৰ-লগত এনেকৈ তৰ্ক-বিতৰ্ক কৰি অৱশেষত বেঞ্জামিনে হেঁপাহ পলুৱাই ভজা মাছ খাবলৈ ধৰিলে।

এই গোটেই ঘটনাটোত বেঞ্জামিনে পুনৰ মাছ খাবলৈ লোৱাতকৈ যিটো কথা বেছি তাৎপৰ্য-পূৰ্ণ, সেইটো হ'ল ঘটনাটোৰ মাজেদি ফুটি উঠা বেঞ্জামিনৰ যুক্তিবাদী মনৰ পৰিচয়। তেওঁ নিজেই লিখি থৈ গৈছে— 'সকলো কথাকে যুক্তিৰে বিচাৰ কৰি চাব পৰা ক্ষমতা থাকিলে নানা প্ৰকাৰে সুবিধা হয়। তেতিয়া মানুহে যি কোনো কথাৰ সপক্ষে বা বিপক্ষে নানা যুক্তি আৱিষ্কাৰ কৰিব পাৰে।'

# ব'ষ্টনৰ পৰা ফিলাডেল্‌ফিয়ালৈ

বেঞ্জামিন যদিও জেম্‌ছৰ নিজৰ ভায়েক আছিল তথাপি জেম্‌ছে ভায়েকক নিজৰ তলতীয়া কৰ্মচাৰীৰ দৰে ব্যৱহাৰ কৰিছিল। ছপাশালৰ মালিক হিচাপে তেওঁ অন্যান্য কৰ্মচাৰীৰ পৰা যিমানখিনি কাম আৰু যি ধৰণৰ বাধ্যতা দাবী কৰিছিল ঠিক সিমানখিনিয়েই তেওঁ দাবী কৰিছিল নিজৰ ভায়েকৰ পৰাও। বেঞ্জামিনে এই কথাটো সমুলি ভাল পোৱা নাছিল। জেম্‌ছে তেওঁক কৰিবলৈ দিয়া কেতবোৰ কাম তেওঁ অতিশয় অপমানজনক বুলি বিবেচনা কৰিছিল। ফলত ককায়েক-ভায়েক দুয়োৰে মাজত প্ৰায়েই খকা-খুন্দা লাগি আছিল। জেম্‌ছ অলপ খঙাল প্ৰকৃতিৰ মানুহ আছিল। মাজে মাজে তেওঁ ভায়েকক মাৰ-পিটো কৰিছিল। পৰিস্থিতি ক্ৰমাৎ অসহ্য হৈ উঠাত বেঞ্জামিনে ছপাশালৰ চাকৰি এৰি দিয়াৰ কথাই চিন্তা কৰিছিল। কিন্তু সেইটো কৰা তেওঁৰ পক্ষে সম্ভৱ নাছিল, কাৰণ একৈশ বছৰ নোহোৱালৈকে ককায়েকৰ ছপাশালত চাকৰি কৰি থাকিবলৈ তেওঁ চুক্তিবদ্ধ আছিল।

কিন্তু ঘটনাক্ৰমে বেঞ্জামিনৰ মনস্কামনা পূৰ্ণ হোৱাৰ এটা সুযোগ ওলাল।

The New England Courant-ৰ কোনোবা এটা সংখ্যাত ব'ষ্টনৰ বিধান পৰিষদক সমালোচনা কৰি লেখা এটা প্ৰবন্ধ প্ৰকাশ হৈছিল। কাকতখনৰ সম্পাদক জেম্‌ছে প্ৰবন্ধ-লেখকজনৰ নাম প্ৰকাশ কৰিবলৈ ৰাজী নোহোৱাত তেওঁক বিধান সভাৰ অধ্যক্ষৰ নিৰ্দেশ অনুযায়ী এমাহৰ কাৰণে কাৰাদণ্ড দিয়া হ'ল। জেম্‌ছৰ অনুপস্থিতিত বেঞ্জামিনেই অস্থায়ীভাৱে কাকতখন চলাব লগীয়া হ'ল। বেঞ্জামিনে ককায়েকক নানা কথাত বেয়া পাই আছিল যদিও ব'ষ্টনৰ শাসকসকলে বাতৰি কাকতৰ সম্পাদক এজনক এনেদৰে নিগ্ৰহ কৰা কাৰ্য্যকো তেওঁ সহ্য কৰিব পৰা নাছিল। সেই কাৰণে কাকতখন সম্পাদনা কৰাৰ অস্থায়ী দায়িত্ব পায়েই বেঞ্জামিনে শাসকসকলক আক্ৰমণ কৰি লেখা প্ৰবন্ধ প্ৰকাশ কৰিবলৈ ধৰিলে। ইয়াৰ আগতেও তেওঁ শ্ৰীমতী চাইলেঞ্চ ডগ্‌উদৰ ছদ্মনামত শাসকসকলৰ স্বৈৰাচাৰ আৰু আতিশয্যৰ সমালোচনা কৰি প্ৰবন্ধ লিখিছিল।

এমাহৰ পিছত জেম্‌ছ ফাটেকৰ পৰা মুকলি হৈ ওলাই আহিল; কিন্তু বিধান সভাই এই বুলি হুকুম জাৰি কৰিলে যে জেম্‌ছ ফ্ৰেঙ্কলিনে The New England Courant নামৰ বাতৰি কাকতখন প্ৰকাশ কৰিব নোৱাৰিব। এনে পৰিস্থিতিত কাকতখন বেঞ্জামিনৰ নামত প্ৰকাশ কৰাৰ বাহিৰে জেম্‌ছৰ আন একো উপায় নাথাকিল। এই উদ্দেশ্যে জেম্‌ছ আৰু বেঞ্জামিনৰ মাজত থকা চুক্তি-পত্ৰখনো নতুনকৈ কৰিব লগা হ'ল, কাৰণ পুৰণি চুক্তি-পত্ৰমতে বেঞ্জামিন এজন মাত্ৰ শিক্ষা-নচিবহে আছিল আৰু জেম্‌ছ আছিল প্ৰকাশক। নতুনকৈ কিবা অভিযোগত যদি কাকতখন পুনৰ বিচাৰৰ সন্মুখীন হ'ব লগা হয় আৰু খানা-তালাচৰ ফলত পুৰণি চুক্তি-পত্ৰখন বিচাৰকৰ হাতত পৰে, তেন্তে বিধান সভাৰ আদেশ উলংঘা কৰি জেম্‌ছেই কাকতখনৰ প্ৰকাশক হৈ থকা বুলি প্ৰমাণিত হ'ব।

বেঞ্জামিন কাকতখনৰ প্ৰকাশক তথা স্বত্বাধিকাৰী হ'ল হয়, কিন্তু তেতিয়াও ককায়েকে তেওঁৰ ওপৰত খবৰদাৰি চলাবলৈ নেৰিলে। দুয়োৰে মাজত আগৰ নিচিনাকৈ খকা-খুন্দা আৰু লপা-থপা চলিয়ে থাকিল। কিন্তু যিহেতু এতিয়া বেঞ্জামিন কাকতখনৰ মালিক, অন্ততঃ নামত, সেই কাৰণে তেৰোঁ আগৰ নিচিনাকৈ ককায়েকৰ

শাসন নমনা হ'ল। ফলত দুয়োৰে মাজত মনোমালিন্য বাঢ়ি যাবলৈ ধৰিলে। অৱশ্যে এইখিনিতেই বেঞ্জামিনৰ মহত্ত্ব যে ককায়েকৰ লগত চলি থকা নেৰা-নেপেৰা খৰিয়ালখনৰ কাৰণে তেওঁ কেৱল ককায়েককে দোষ দিয়া নাই। সততে আত্ম-সমালোচনা কৰি নিজৰ স্বভাৱ-চৰিত্ৰ উন্নত কৰিবলৈ বিচৰা বেঞ্জামিনে নিজেও আত্ম-জীৱনীত স্বীকাৰ কৰিছে যে ককায়েক তেওঁৰ ওপৰত সদায় টিঙিৰি-তুলা হৈ থকাৰ কাৰণে তেওঁৰ নিজৰ ওফাইদাং মৰা স্বভাৱটোও কিছু পৰিমাণে দায়ী আছিল।

সি যি কি নহওক, বেঞ্জামিনৰ প্ৰতি ককায়েকৰ দুৰ্ব্যৱহাৰ ক্ৰমাৎ ইমান বাঢ়িবলৈ ধৰিলে যে সি অৱশেষত সহ্যৰ অতীত হ'ল। তেওঁ ছপাশালৰ চাকৰি এৰাৰ সিদ্ধান্ত ল'বলৈ বাধ্য হ'ল। জেম্‌ছে যেতিয়া গম পালে যে ভায়েকে তেওঁৰ লগত সম্পৰ্ক ছেদ কৰিবলৈ ঠিক কৰিছে তেতিয়া তেওঁ ব'ষ্টনৰ ছপাশালবোৰৰ মালিকসকলৰ ঘৰে ঘৰে গৈ বেঞ্জামিনক তেওঁলোকৰ ছপাশালত চাকৰি নিদিবলৈ খাটনি ধৰিলে। বেঞ্জামিনে তেতিয়া বুজিলে যে ব'ষ্টন ত্যাগ কৰি ভাগ্যৰ অন্বেষণত আন কোনোবা চহৰলৈ যোৱাৰ বাহিৰে তেওঁৰ গত্যন্তৰ নাই।

তেওঁ নিউইয়ৰ্কলৈ যাবলৈ ঠিক কৰিলে। নিজৰ কিতাপৰ সংগ্ৰহৰ পৰা কিছুমান কিতাপ বিক্ৰী কৰি তেওঁৰ জাহাজৰ ভাড়াৰ কাৰণে ধন যোগাৰ কৰিলে তাৰ পিছত তেওঁ এদিন নিউইয়ৰ্কলৈ বুলি যাত্ৰা কৰিলে। তেতিয়া তেওঁৰ বয়স ১৭ বছৰ। ইতিমধ্যে তেওঁ ছপাশাল-পৰিচালনাৰ বিদ্যা সম্পূৰ্ণকৈ আয়ত্ত কৰিছে। সেই কম বয়সতে তেওঁ এজন পূৰ্ণ-বয়স্ক মানুহতকৈয়ো বেছি কিতাপ পঢ়ি শেষ কৰিছে। গতিকে ভাগ্যৰ অন্বেষণত তেওঁ যেতিয়া ঘৰ এৰি বাহিৰ ওলাল, তেতিয়া তেওঁৰ একমাত্ৰ মূলধন আছিল গভীৰ আত্ম-বিশ্বাস।

সমুদ্ৰ-পথেৰে ব'ষ্টনৰ পৰা নিউইয়ৰ্কৰ দূৰত্ব প্ৰায় পাঁচশ কিলোমিটাৰ। তিনি দিনত সেইখিনি পথ অতিক্ৰম কৰি বেঞ্জামিনে যেতিয়া নিউইয়ৰ্কত ভৰি দিলেগৈ, তেতিয়া তেওঁৰ জেপ প্ৰায় খালি; আনহাতে কাৰোবাৰ পৰা সহায় বা আশ্ৰয় বিচাৰিবলৈ নিউইয়ৰ্কৰ কোনো এজন মানুহকে তেওঁ চিনি নাপায়।

যিহেতু বেঞ্জামিনে একমাত্ৰ ছপাশালৰ কামহে ভালকৈ জানে, সেই কাৰণে তেওঁ নিউইয়ৰ্কৰ ছপাশাল এটা বিচাৰি উলিয়ালে। ছপাশালটোৰ মালিকৰ নাম উইলিয়াম ব্ৰেডফ'ৰ্ড। ব্ৰেডফ'ৰ্ডৰ ছপাশালত তেতিয়া কোনো পদ খালি নাছিল। কিন্তু তেওঁ বেঞ্জামিনক চাকৰি দিব নোৱাৰিলেও এটা আশাজনক খবৰ দিলে। নিউইয়ৰ্কৰ পৰা এশ ষাঠি কিলোমিটাৰ দূৰৰ ফিলাডেল্‌ফিয়া চহৰত ব্ৰেডফ'ৰ্ডৰ এজন পুতেক থাকে। তেৱোঁ এটা ছপাশালৰ মালিক। কিন্তু তেওঁৰ প্ৰধান সহকাৰীজনৰ অলপতে মৃত্যু হৈছে। ব্ৰেকফ'ৰ্ডে বেঞ্জামিনক ক'লে যে তেওঁ যদি ফিলাডেল্‌ফিয়ালৈ যায়, তেন্তে ব্ৰেডফ'ৰ্ডৰ পুতেকৰ ছপাশালত তেওঁ এটা চাকৰি পাবও পাৰে।

বেঞ্জামিনে ফিলাডেল্‌ফিয়ালৈ নাৱেৰে যাবলৈ ঠিক কৰিলে। কিন্তু তেওঁৰ এইবাৰৰ ভ্ৰমণ আছিল অতি দুৰ্য্যোগপূৰ্ণ। প্ৰচণ্ড ধুমুহাই তেওঁলোকৰ নাওখন পথচ্যুত কৰি লং আইলেণ্ডৰ ফালে ঠেলি দিলে। লং আইলেণ্ডৰ ওচৰ পাই তেওঁলোকে দেখিলে— শিলাময় ওখ গৰাত সাগৰৰ ফেনিল ঢৌবোৰ আছাৰ খাই পৰিছে; তাত নাও চপাবলৈ উপায় নাই। ইফালে মূষলধাৰে বৰষুণ পৰিবলৈ আৰম্ভ কৰিছে। বাধ্য হৈ তেওঁলোক নাৱতে বহি থাকিল। নাওখনৰ ছৈৰ অসংখ্য ফুটাইদি বৰষুণ পৰি তেওঁলোকক তিয়াই জুৰুলি-জুপুৰি কৰিলে। ভোক আৰু পিয়াহেও তেওঁলোকক আধামৰা কৰিলে, কাৰণ প্ৰায় ত্ৰিশ ঘণ্টা তেওঁলোকৰ পেটত খুদকণ এটাও পৰা নাছিল। খাবলৈ পানীও নাছিল। গধূলি পৰলৈ বেঞ্জামিনৰ তীৰ-কঁপে জ্বৰ উঠিল।

ৰাতিপুৱা তেওঁৰ অলপ কমিল। আন এটা বাটেদি নাওখন পাৰত লগাই বেঞ্জামিনে তাৰ পৰা আশী কিলোমিটাৰ দূৰৰ বাৰ্লিংটন নামৰ চহৰলৈ খোজ কাঢ়ি যাত্ৰা কৰিলে। বাৰ্লিংটনৰ পৰা ফিলাডেল্‌ফিয়ালৈ নাৱেৰে যাব পাৰি বুলি তেওঁ জানিব পাৰিছিল।

বাৰ্লিংটনলৈ যোৱা বাটছোৱাও বৰ সুখৰ নাছিল। গোটেই দিনটো আকাশে কলহৰ কাণেৰে বৰষুণ ঢালিছিল। ভোক আৰু ভাগৰত বেঞ্জামিন আধামৰা হৈছিল। তেওঁৰ চেহেৰাটো দেখিবলৈ এনেকুৱা হৈছিল যে মানুহে তেওঁক কাৰোবাৰ ঘৰৰ পৰা পলাই অহা চাকৰ বুলি সন্দেহ কৰিছিল। এনেকৈ অশেষ দুখ-কষ্ট সহ্য কৰি তেওঁ এদিন বাৰ্লিংটন ওলালগৈ আৰু তাৰ পৰা ফিলাডেল্‌ফিয়ালৈ যোৱা নাৱত উঠি তেওঁ অৱশেষত তেওঁৰ গন্তব্য-স্থল অৰ্থাৎ ফিলাডেল্‌ফিয়াত ভৰি দিলে।

ভোকত আধামৰা হৈ আৰু হাতত ফুটা কড়ি এটা নোহোৱাকৈ ফিলাডেল্‌ফিয়াত আহি উপস্থিত হোৱাৰ দিনা বেঞ্জামিন ফ্ৰেঙ্কলিনে জানো কল্পনা কৰিব পাৰিছিল যে সেই দৰিদ্ৰ আৰু অজ্ঞাত-কুলশীল ভাগ্যান্বেষী যুৱকে চহৰখনত প্ৰথম ভৰি দিয়াৰ ঘটনাটোক চিৰ-স্মৰণীয় কৰি ৰাখিবলৈ ভৱিষ্যতে ফিলাডেল্‌ফিয়া বিশ্ববিদ্যালয়ৰ চৌহদত তেওঁৰ বিশাল মূৰ্তি স্থাপন কৰা হ'ব?

# ফিলাডেল্‌ফিয়াত বেঞ্জামিন

বেঞ্জামিনৰ ফিলাডেল্‌ফিয়ালৈ অহাৰ মুখ্য উদ্দেশ্য আছিল উইলিয়াম ব্ৰেডফ'ৰ্ডৰ পুতেক এড্রু ব্ৰেডফ'ৰ্ডৰ ছপাশালত চাকৰি বিচৰি। কিন্তু বেঞ্জামিনে এণ্ড্ৰু ব্ৰেডফ'ৰ্ডক তেওঁৰ ছপাশালত লগ পাই জানিব পাৰিলে যে তেওঁৰ ছপাশালতো সেই সময়ত কোনো পদ খালি নাছিল। অৱশ্যে তেওঁ বেঞ্জামিনক বেঞ্জামিনক সম্পূৰ্ণ নিৰাশ নকৰিলে। তেওঁ বেঞ্জামিনক খবৰ দিলে যে ওচৰতে কেইমাৰ নামৰ এজন ভদ্ৰলোকৰ এটা ছপাশাল আছে। বেঞ্জামিনে তাত চাকৰিৰ কাৰণে চেষ্টা কৰি চাব পাৰে। যদি তাতো তেওঁ চাকৰি নাপায়, তেন্তে আন ক'ৰবাত চাকৰি নোপোৱালৈকে বেঞ্জামিনে তেওঁৰ লগতে থাকি ছপাশালৰ সৰু-সুৰা কাম কৰি তেওঁক সহায় কৰিব পাৰিব।

কিন্তু বেঞ্জামিনৰ ভাগ্য ভাল যে কেইমাৰৰ ওচৰলৈ যোৱাৰ লগে লগে তেওঁ বেঞ্জামিনক নিজৰ ছপাশালত নিযুক্তি দিলে।

সেই সময়ত পে'নছিলভেনিয়াৰ গৱৰ্ণৰ আছিল ছাৰ উইলিয়াম কীথ। (ফিলাডেল্‌ফিয়া পে'নছিলভেনিয়া ৰাজ্যৰ এখন প্ৰধান চহৰ)। মানুহৰ মুখ বাগৰি তেওঁৰ কাণতো গৈ এই কথাটো পৰিল যে বেঞ্জামিন নামৰ এজন ডেকা খোজ কাঢ়ি নিউইয়ৰ্কৰ পৰা ফিলাডেল্‌ফিয়ালৈ আহিছে। ডেকাজনক চাবলৈ বুলি তেওঁ নিজে এদিন কেইমাৰৰ ছপাশাললৈ গ'ল। বেঞ্জামিনৰ সৰস আৰু বুদ্ধিদীপ্ত কথা-বাৰ্তাই গৱৰ্ণৰক খুব মুগ্ধ কৰিলে। তেওঁ বেঞ্জামিনক নিজৰ এটা ছপাশাল স্থাপন কৰিবলৈ উপদেশ দিলে। তাৰ কাৰণে প্ৰয়োজনীয় আৰ্থিক সাহায্য দিবলৈকো তেওঁ গাত ল'লে। কিন্তু ছপাশাল স্থাপন কৰাৰ আগতে এবাৰ লণ্ডনলৈ যাবলৈ তেওঁ বেঞ্জামিনক পৰামৰ্শ দিলে। লণ্ডনত তেওঁ ছপাশালৰ নতুন সঁজুলি কিনিব পাৰিব আৰু কিতাপৰ ব্যৱসায়ীসকলৰ লগতো সম্পৰ্ক স্থাপন কৰিব পাৰিব।

কিন্তু ছাৰ উইলিয়াম কীথ প্ৰতিশ্ৰুতি দিয়াত যিমান উদাৰ আছিল, প্ৰতিশ্ৰুতি ৰক্ষা কৰাৰ প্ৰতি আগ্ৰহ বা মনোযোগ তেওঁৰ সিমান নাছিল। তেওঁ বেঞ্জামিনক কথা দিছিল যে তেওঁ লণ্ডনৰ কেইজনমান বন্ধুলৈ বেঞ্জামিনক চিনাকি কৰি দি কেইখনমান চিঠি লিখি দিব আৰু বেঞ্জামিনে চিঠিকেইখন লগত লৈ যাব। গৱৰ্ণৰৰ বন্ধুকেইজনে ছপাশালৰ সঁজুলি কিনিবলৈ বেঞ্জামিনক কিছু ধন ধাৰলৈকো দিব। কিন্তু গৱৰ্ণৰে নিজৰ কথা মতে কাম নকৰাৰ ফলত বেঞ্জামিনে কোনো পৰিচয়-পত্ৰ নোহোৱাকৈয়ে লণ্ডনলৈ যাব লগা হ'ল। উচ্চ পদত থকা মানুহে কথা দি কথা নৰখাৰ এনেকুৱা আৰু কেবাটাও তিক্ত অভিজ্ঞতা পিছৰ জীৱনতো হ'ল। ফলত তেওঁ উচ্চ পদত থকা ক্ষমতাশালী মানুহৰ ছলাহী কথাত বিশ্বাস নকৰা হ'ল।

১৭২৪ খ্ৰীষ্টাব্দৰ ২৪ ডিচেম্বৰত বেঞ্জামিন লণ্ডনত উপস্থিত হ'লগৈ। তেতিয়া তেওঁৰ হাতত ধন আছিল মাত্ৰ বাৰ পাউণ্ড। সিমান কম ধনেৰে ছপাশালৰ সঁজুলি কিনাৰ আশা বাদ দি বেঞ্জামিনে চাকৰি বিচাৰিবলৈ ধৰিলে। তেওঁ বেছি দিন নিবনুৱা হৈ থাকিব লগা নহ'ল। লণ্ডনৰ বাৰ্থলোমিউ ক্ল'জ নামৰ এখন ঠাইত ছেমুৱেল পামাৰ নামৰ এজন মানুহৰ এটা ডাঙৰ আৰু বিখ্যাত ছপাশাল আছিল। নিজৰ যোগ্যতাৰ বলেৰে বেঞ্জামিনে তাতে চাকৰি পালে। বেঞ্জামিন অতিশয় পৰিশ্ৰমী আছিল। ছপাশালত কাম কৰি তেওঁ যথেষ্ট ধন ঘটিছিল। কিন্তু প্ৰথম অৱস্থাত তেওঁ ধন সাঁচিবলৈ মন নকৰি লণ্ডনৰ বিখ্যাত নাট্যশালাবোৰত নাট্যাভিনয় চাই আৰু অন্যান্য আমোদ-প্ৰমোদত

উপাৰ্জনৰ বেছিভাগ ধন খৰচ কৰিছিল। সিও আছিল তেওঁৰ আত্ম-শিক্ষাৰ এটা অংশ।

কিন্তু বেঞ্জামিনে তেওঁৰ আজৰি সময়বোৰ কেৱল নাট্যাভিনয় চাবৰ কাৰণেই খৰচ কৰা নাছিল। বেঞ্জামিন লণ্ডনৰ যিটো ঘৰত আছিল, সেই ঘৰটোৰ প্ৰায় গাতে লাগি এখন কিতাপৰ দোকান আছিল। দোকানখনত বহুতো ছেকেণ্ড-হেণ্ড কিতাপ আছিল। বেঞ্জামিনে সামান্য দক্ষিণাৰ বিনিময়ত সেই কিতাপবোৰ পঢ়িবলৈ দোকানীজনৰ পৰা অনুমতি ল'লে। এনেকৈ তেওঁ দোকানখনৰ বেছিভাগ কিতাপেই পঢ়ি শেষ কৰি নিজৰ জ্ঞানৰ ভঁৰাল আগতকৈ বহুতো চহকী কৰিলে।

ছেমুৱেল পামাৰৰ ছপাশালত প্ৰায় এবছৰ কাম কৰাৰ পিছত বেঞ্জামিনে জেমছ্ ওৱাট নামৰ আন এজন মানুহৰ ছপাশালত চাকৰি পালে। এই ছপাশালটো পামাৰৰ ছপাশালতকৈ বেছি ডাঙৰ আছিল। পামাৰৰ ছপাশালত বেঞ্জামিনে ঘাইকৈ কম্পজিণ্ডৰ কাম কৰিছিল। বহি বহি কৰিব লগা সেই কামত শাৰীৰিক পৰিশ্ৰমৰ বেছি অৱকাশ নাছিল। কিন্তু নিজৰ সকলো ধৰণৰ শাৰীৰিক আৰু মানসিক বিকাশৰ প্ৰতি সকলো সময়তে তীক্ষ্ণ দৃষ্টি ৰখা বেঞ্জামিনে অনুভৱ কৰিলে যে শাৰীৰিক পৰিশ্ৰম নকৰিলে তেওঁৰ স্বাস্থ্য বেয়া হৈ যাব। সেই কাৰণে নতুন ছপাশালটোত তেওঁ নিজে ইচ্ছা কৰি মেচিন চলোৱাৰ দায়িত্ব ল'লে। ছপাশালটোত প্ৰায় পঞ্চাশজনমান কৰ্মীয়ে কাম কৰিছিল। পৰিশ্ৰমৰ ভাগৰ মাৰিবলৈ তেওঁলোকে প্ৰচুৰ পৰিমাণে বিয়াৰ নামৰ এবিধ লঘু সুৰাজাতীয় পানীয় খাইছিল। কিন্তু বেঞ্জামিনে দিনে-ৰাতিয়ে এনেকুৱা সঙ্গত থাকিও কেৱল বিশুদ্ধ খোৱা পানীৰ বাহিৰে আন একো নাখাইছিল। বিয়াৰ খোৱা ইংৰাজ কৰ্মীবোৰে বেঞ্জামিনক 'পানী-খোৱা আমেৰিকান' বুলি জোকাইছিল; কিন্তু তেওঁলোকে এটা কথা দেখি আচৰিত হৈছিল যে পানী-খোৱা আমেৰিকানজন তেওঁলোকতকৈ শাৰীৰিকভাৱে বহুত বেছি শক্তিমান আছিল। ছপাশালৰ টাইপৰ গধুৰ পাচিবোৰ ছিৰি বগাই তলৰ পৰা ওপৰ মহলালৈ নিব লগা হওঁতে ইংৰাজ কৰ্মীসকলে দুখন হাতেৰে এটা মাত্ৰ পাচি ভাৰ বৈ নিছিল; কিন্তু বেঞ্জামিনে নিছিল দুখন হাতত দুটা।

বেঞ্জামিন ইংলেণ্ডলৈ আহোঁতে জাহাজত টমাছ ডেন্‌হাম নামৰ এজন ব্যৱসায়ীৰ লগত তেওঁৰ পৰিচয় আৰু বন্ধুত্ব হৈছিল। ডেন্‌হামে এদিন বেঞ্জামিনৰ ওচৰলৈ আহি প্ৰস্তাৱ দিলে যে তেওঁ ফিলাডেলফিয়ালৈ ঘূৰি গৈ তাত গ্ৰাহকৰ প্ৰয়োজনীয় সকলো সামগ্ৰী একে ঠাইতে পোৱা এখন ডাঙৰ দোকান খুলিব খোজে আৰু বেঞ্জামিনক সেই দোকানত তেওঁ হিচাপ-ৰক্ষকৰ কাম দিব খোজে। বেঞ্জামিন প্ৰস্তাৱটোত সন্মত হ'ল। ১৭২৬ খ্ৰীষ্টাব্দৰ জুলাই মাহত তেওঁলোকে লণ্ডন ত্যাগ কৰি ফিলাডেলফিয়ালৈ বুলি ওভতনি-যাত্ৰা আৰম্ভ কৰিলে।

লণ্ডনৰ বিচিত্ৰ অভিজ্ঞতাই তেওঁৰ ব্যক্তিত্বৰ বিকাশত বহুখিনি সহায় কৰিলে। কেৱল এটা কথাত তেওঁৰ মনত কিছু অতৃপ্তি ৰৈ গ'ল। বেঞ্জামিন লণ্ডনত থকাৰ সময়ত বিশ্ব-বিখ্যাত বৈজ্ঞানিক ছাৰ নিউটন জীৱিত আছিল। তেওঁক এবাৰ সোঁ-শৰীৰেৰে চাবলৈ বেঞ্জামিনৰ খুব হেঁপাহ আছিল। কিন্তু তেওঁৰ সেই ইচ্ছা পূৰ্ণ নহ'ল।

ফিলাডেলফিয়ালৈ ঘূৰি আহি টমাছ ডেন্‌হামে তেওঁৰ প্ৰস্তাৱিত দোকানখন আৰম্ভ কৰিলে আৰু আগৰ প্ৰতিশ্ৰুতি মতে তেওঁ বেঞ্জামিনক হিচাপ-ৰক্ষকৰ চাকৰি দিলে। কিন্তু দোকান খোলাৰ কেইমাহমানৰ পিছতে ডেন্‌হাম হঠাৎ এদিন মৰি থাকিল। বেঞ্জামিনে আকৌ তেওঁৰ পূৰ্বৰ নিয়োগ-কৰ্তা কেইমাৰৰ ছপাশালত চাকৰি ল'বলৈ বাধ্য হ'ল। ১৭৩০ খ্ৰীষ্টাব্দৰ পহিলা ছেপ্তেম্বৰত তেওঁ দেব'ৰা ৰীড নামৰ এগৰাকী মহিলাক বিয়া কৰি সংসাৰ-জীৱনত প্ৰৱেশ কৰিলে।

কেইমাৰৰ ছপাশালত এজন তলতীয়া কৰ্মচাৰী হিচাপে বেঞ্জামিনে বেছি দিন কাম কৰি থাকিব লগা নহ'ল। নিজৰ এটা ছপাশাল স্থাপন কৰাৰ সংকল্প তেওঁ বহুদিন ধৰি মনতে পুহি ৰাখিছিল। সেই উদ্দেশ্যে লণ্ডন

এৰাৰ আগতেই তেওঁ ছপাশালৰ নতুন টাইপ কিনাৰ ব্যৱস্থা কৰি আহিছিল। কেইমাৰৰ ছপাশালত কিছুদিন কাম কৰাৰ পিছতে লণ্ডনৰ পৰা নতুন টাইপবোৰ আহি পালে। বেঞ্জামিনে অকণো সময় নষ্ট নকৰি নিজৰ ছপাশাল আৰম্ভ কৰিলে।

বাৰ বছৰ বয়সতে ছপাশালৰ শিক্ষা-নবিচ হিচাপে জীৱন আৰম্ভ কৰা পৰিশ্ৰমী আৰু অধ্যৱসায়ী বেঞ্জামিনে ছপাশালৰ যাৱতীয় বিদ্যা অতি নিখুঁতভাৱে আয়ত্ত কৰিছিল। তদুপৰি কেইমাৰৰ ছপাশালত কাম কৰোঁতে তেওঁ চহৰৰ আটাইবোৰ গণ্য-মান্য মানুহৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিবলৈ সুযোগ পাইছিল। বেঞ্জামিনে নিজেই আত্ম-জীৱনীত লিখি থৈ গৈছে যে ছপাশালৰ মালিক কেইমাৰৰ তুলনাত তেওঁৰ অধ্যয়নৰ পৰিধি আছিল বিশাল; ফলত মানুহে ছপাশালৰ মালিকতকৈ তেওঁৰ লগত কথা পাতিহে বেছি ভাল পাইছিল। বিভিন্ন কামত ছপাশাললৈ অহা মানুহবোৰে বেঞ্জামিনৰ সৰস বুদ্ধি-দীপ্ত কথা-বাৰ্তাত মুগ্ধ হৈ উপযাচি তেওঁৰ লগত বন্ধুত্ব কৰিছিল। তেওঁলোকে বেঞ্জামিনক নিজৰ ঘৰত আহাৰ খাবলৈ নিমন্ত্ৰণ কৰিছিল আৰু অন্যান্য বন্ধু-বান্ধৱৰ লগত চিনাকি কৰি দিছিল। এনেকৈ কেইমাৰৰ ছপাশালত তলতীয় কৰ্মচাৰী হৈ থাকোঁতেই ফিলাডেল্‌ফিয়াত বেঞ্জামিনৰ গুণমুগ্ধ এটা ডাঙৰ বন্ধু-চক্ৰ গঢ় লৈ উঠিছিল। ফলত তেওঁ নিজে যেতিয়া ছপাশালৰ ব্যৱসায় আৰম্ভ কৰিলে, তেতিয়া অতি কম সময়ৰ ভিতৰতে তেওঁৰ ব্যৱসায়ত দোপতদোপে উন্নতি কৰিবলৈ ধৰিলে।

বেঞ্জামিনৰ স্বভাৱ আন কিছুমান গুণেও কৰ্ম-জীৱনত কৃতকাৰ্য্য হোৱাত তেওঁক সহায় কৰিছিল। প্ৰচলিত অৰ্থত বেঞ্জামিনক ধৰ্ম-ভীৰু মানুহ বুলি ক'ব নোৱাৰি, কাৰণ ধৰ্মীয় আচাৰ-অনুষ্ঠান যান্ত্ৰিকভাৱে পালন কৰাৰ প্ৰতি তেওঁৰ বিশেষ আগ্ৰহ নাছিল। কিন্তু তেওঁ ব্যক্তিগত আৰু সামাজিক জীৱনত কেতবোৰ নীতি আৰু আদৰ্শ মানি চলাৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। তেওঁ বিশ্বাস কৰিছিল যে মানুহৰ পাৰস্পৰিক সম্পৰ্কৰ ভেটি হ'ব লাগিব সত্য, আন্তৰিকতা আৰু ন্যায়-পৰায়ণতা। এইকেইটা কথাৰ ওপৰত তেওঁ ইমান বেছি গুৰুত্ব দিছিল যে তেওঁ এটা সংকল্পৰ ৰূপত কথাকেইটা এখন কাগজত লিখি লৈছিল আৰু দৈনন্দিন জীৱনত সেই সংকল্প নিষ্ঠাৰে পালন কৰিছিল। সেই কাগজখন মৃত্যুৰ সময়লৈকে তেওঁৰ ডায়েৰিত আছিল।

# বেঞ্জামিনৰ বহুমুখী সাধনা

বেঞ্জামিনে কৰ্ম-জীৱন আৰম্ভ কৰিছিল মুদ্ৰক আৰু সাংবাদিক হিচাপে। এজন সফল সাংবাদিক হোৱাটো আছিল তেওঁৰ জীৱনৰ অন্যতম উচ্চাকাংক্ষা। ছপাশালৰ ব্যৱসায়ে কৃতকাৰ্য্যতাৰ মুখ দেখাৰ লগে লগে তেওঁ এখন বাতৰি কাকত আৰম্ভ কৰিলে। নাম— দা পে'ন্‌ছিল্‌ভেনিয়া গেজেট।

বেঞ্জামিন এতিয়া ফিলাডেল্‌ফিয়াৰ এজন বিশিষ্ট আৰু সন্মানিত নাগৰিক। তেওঁ নিজে এটা ডাঙৰ ছপাশালৰ মালিক। তদুপৰি তেওঁ এখন বাতৰি কাকতৰ সম্পাদক। কিন্তু বেঞ্জামিন কেৱল ব্যক্তিগত কৃতকাৰ্য্যতাত সন্তুষ্ট হৈ থকা মানুহ নাছিল। তেওঁ সকলো সময়তে নিজৰ স্বাস্থ্য, স্বভাৱ, চৰিত্ৰ আৰু বৃত্তিগত দক্ষতা উন্নত কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু তাৰ সমান্তৰালভাৱে তেওঁৰ আৰু এটা ব্ৰত আছিল— তেওঁ যিটো পৰিবেশ আৰু যিখন সমাজত বাস কৰে সেই পৰিবেশ আৰু সেই সমাজৰ উন্নতি সাধন কৰিবলৈ কাম কৰা। নিজৰ উন্নতি, লগতে আনৰো উন্নতি— এই সংকল্প তেওঁ গোটেই জীৱন চকুৰ আগত ৰাখিছিল আৰু সেই মতে কাম কৰিছিল।

ফিলাডেল্‌ফিয়াত প্ৰতিষ্ঠিত হোৱাৰ পিছত বেঞ্জামিনে তেওঁৰ বিশিষ্ট আৰু বিদগ্ধ বন্ধুসকলক লৈ এটা ক্লাব (সংঘ বা সমিতি) খুলিলে। ক্লাবটোৰ নাম দিলে জুণ্টো (Junto)। অহৰহ উন্নতিৰ কথা চিন্তা কৰা বেঞ্জামিনৰ এই ক্লাবটো খোলাৰো মূল উদ্দেশ্য আছিল আলোচনা-সমালোচনাৰ জৰিয়তে ক্লাবৰ আটাইবোৰ সদস্যৰ মানসিক উৎকৰ্ষ সাধনৰ চেষ্টা কৰা। ক্লাবৰ বৈঠক বহিছিল প্ৰতি শুক্ৰবাৰে সন্ধিয়া পৰত। ক্লাবৰ নিয়মাৱলী যুগুত কৰিছিল বেঞ্জামিনে নিজে। সেই নিয়মাৱলী অনুযায়ী ক্লাবৰ প্ৰতিজন সদস্যই পাল পাতি ৰাজনীতি, দৰ্শন, নীতি-শাস্ত্ৰ আৰু অন্যান্য যিকোনো বিষয়ে এটা বা ততোধিক প্ৰশ্ন উত্থাপন কৰিব আৰু বাকী সদস্যসকলে সেই বিষয়ে বহলাই আলোচনা কৰিব। তিনি মাহৰ মূৰে মূৰে ক্লাবৰ প্ৰতিজন সদস্যই নিজৰ পছন্দ অনুযায়ী যিকোনো বিষয়ৰ ওপৰত এখন ৰচনা লিখি ক্লাবৰ বৈঠকত পাঠ কৰিব আৰু বাকী সকলে তাৰ ওপৰত তৰ্ক কৰিব। কিন্তু তৰ্ক-যুদ্ধত জিকাটো কাৰো উদ্দেশ্য হ'ব নালাগিব। তৰ্কৰ একমাত্ৰ উদ্দেশ্য হ'ব লাগিব সত্যৰ সন্ধান।

যি সময়ৰ কথা লিখিছোঁ সেই সময়ত আমেৰিকা স্বাধীন হোৱা নাছিল বা এতিয়াৰ নিচিনা এখন বৃহৎ যুক্তৰাষ্ট্ৰও হোৱা নাছিল। ব্ৰিটেনৰ পৰা যোৱা পমুৱাসকলে তেতিয়ালৈকে উত্তৰ আমেৰিকাত তেৰখন উপনিৱেশ স্থাপন কৰিছিল। আটাইকেইখন উপনিৱেশেই আছিল ব্ৰিটিছ ৰাজ-সিংহাসনৰ অধীন। বেঞ্জামিনে জুণ্টো ক্লাব খুলি বন্ধুসকলৰ লগত নানা বিষয়ে তৰ্ক আৰু আলোচনা কৰি থকাৰ সময়তে তেৰখন উপনিৱেশতে মুদ্ৰাৰ নাটনিয়ে জনসাধাৰণৰ কাৰণে জটিল সমস্যাৰ সৃষ্টি কৰিছিল। ক্লাবৰ বৈঠকত সেই বিষয়েও এদিন আলোচনা হ'ল। সেই আলোচনাৰ ভিত্তিতে বেঞ্জামিনে নিজৰ নাম নিদিয়াকৈ এটা প্ৰবন্ধ লিখি ছপা কৰি মানুহৰ মাজত বিতৰণ কৰিলে। প্ৰবন্ধটোত মাটিৰ মূল্যৰ ওপৰত ভিত্তি কৰি কাগজৰ ন'ট ছপা কৰিবলৈ পৰামৰ্শ দিয়া হৈছিল। সৰল ভাষাত লিখা বেঞ্জামিনৰ অকাট্য যুক্তিত পতিয়ন গৈ পে'ন্‌ছিল্‌ভেনিয়াৰ বিধান সভাই কাগজৰ ন'ট প্ৰচলন কৰিবলৈ সিদ্ধান্ত ল'লে আৰু ন'ট ছপা কৰাৰ ঠিকাটোও দিলে বেঞ্জামিনৰ

ছপাশালটোক। ফলত একে সময়তে বেঞ্জামিনৰ হাতলৈ বহুত ধন আহিল। যিবা অলপ ঋণ পৰিশোধ কৰিবলৈ বাকী আছিল সেইখিনি পৰিশোধ কৰি তেওঁ এতিয়া এজন ধনী মানুহ হ'ল। বেঞ্জামিনে নিজে স্বীকাৰ কৰা মতে তেওঁৰ জীৱনত উন্নতি আৰু কৃতকাৰ্য্যতা লাভ কৰাৰ এটা প্ৰধান সম্বল আছিল তেওঁৰ ভাল গদ্য লেখাৰ ক্ষমতা। কাগজৰ ন'ট ছপাই ধনী হোৱাটোও তাৰ এটা প্ৰমাণ বুলি তেওঁ নিজে লিখি থৈ গৈছে।

ঠিক প্ৰায় এই সময়তে এটা ৰাজহুৱা পুথি-ভঁৰাল স্থাপন কৰাৰ চিন্তাও বেঞ্জামিনৰ মনলৈ আহিল। ইয়াৰ আগলৈকে আমেৰিকাত ৰাজহুৱা পুথি-ভঁৰালৰ অস্তিত্ব নাছিল। জুণ্টো ক্লাবত পাঠ কৰা ৰচনাবোৰত প্ৰায়েই নানা ধৰণৰ কিতাপৰ উল্লেখ থাকে। সেই আটাইবোৰ কিতাপ ক্লাবৰ সদস্যসকলৰ ব্যক্তিগত সংগ্ৰহত থকা কিতাপ। বেঞ্জামিনে এদিন ক্লাবৰ বৈঠকত প্ৰস্তাৱ কৰিলে যে সদস্যসকলে যদি তেওঁলোকৰ কিতাপবোৰ ঘৰৰ পৰা আনি ক্লাব বহা কোঠাটোত একেলগ কৰি থয়, তেন্তে ৰচনাবোৰৰ বিষয়ে আলোচনা কৰাৰ সময়ত সদস্যসকলে প্ৰয়োজন হ'লে কিতাপবোৰৰ পাত লুটিয়াই চাব পাৰিব; তদুপৰি তেওঁলোকে ইজনে সিজনৰ কিতাপ পঢ়িবৰ কাৰণে ঘৰলৈকো নিব পাৰিব। বেঞ্জামিনৰ প্ৰস্তাৱত জুণ্টো ক্লাবৰ সদস্যসকল সন্মত হ'ল। তেওঁলোকে প্ৰত্যেকেই নিজৰ নিজৰ কিতাপবোৰ ক্লাবত জমা দিলে। কিন্তু এই ব্যৱস্থা বেছি দিন স্থায়ী নহ'ল। যত্ন লোৱা মানুহৰ অভাৱত কিতাপবোৰ বেয়া হ'বলৈ ধৰিলে। প্ৰায় এবছৰৰ পিছত সদস্যসকলে কিতাপবোৰ ঘূৰাই লৈ গ'ল। ঠিক তেনে সময়তে বেঞ্জামিনে এটা ৰাজহুৱা পুথি-ভঁৰাল স্থাপন কৰাৰ কথা চিন্তা কৰিবলৈ আৰম্ভ কৰিলে।

বেঞ্জামিনৰ আঁচনি অনুযায়ী প্ৰস্তাৱিত পুথি-ভঁৰালৰ কাৰণে প্ৰথমে পঞ্চাশজন সদস্য বিচাৰি উলিওৱা হ'ল। সদস্য হ'বৰ কাৰণে তেওঁলোক প্ৰত্যেকেই চল্লিশ শ্বিলিংকৈ বৰঙণি তথা ভৰ্তি-মাচুল দিব লগা হ'ল। তদুপৰি ঠিক হ'ল যে পঞ্চাশ বছৰৰ কাৰণে তেওঁলোকে বছৰি দহ শ্বিলিংকৈ বৰঙণি দিব লাগিব। এই টকাৰে কিতাপ কিনি আমেৰিকাৰ সৰ্ব-প্ৰথম ৰাজহুৱা পুথি-ভঁৰাল স্থাপন কৰা হ'ল। বেঞ্জামিনে স্থাপন কৰা বৰঙণি পুথি-ভঁৰালৰ (Subscription library) আৰ্হিত পিছলৈ সমগ্ৰ আমেৰিকাতে এই ধৰণৰ অসংখ্য পুথি-ভঁৰাল স্থাপন কৰা হ'ল। পিছলৈ এই আৰ্হি পৃথিৱীৰ আন আন দেশলৈকো বিয়পি পৰিল। বেঞ্জামিনে নিজৰ জীৱন কালতে তেওঁৰ সৎ কৰ্মৰ সুফল দেখি গৈছিল। তেওঁ নিজে লিখি থৈ গৈছে— 'এই পুথি-ভঁৰালবোৰে আমেৰিকানসকলৰ সাধাৰণ কথা-বাৰ্তাৰ মান বহুখিনি উন্নত কৰিলে, আৰু সাধাৰণ খেতিয়ক আৰু ব্যৱসায়ীসকলকো বুদ্ধিমান কৰি তুলিলে। তদুপৰি এই পুথি-ভঁৰালবোৰে সাধাৰণ মানুহক নিজৰ অধিকাৰ সম্বন্ধে সচেতন কৰি তুলি সেইবোৰ ৰক্ষা কৰিবলৈ তেওঁলোকক প্ৰেৰণা দিলে।'

এই পুথি-ভঁৰালে বেঞ্জামিনৰ নিজৰ কিমান উপকাৰ কৰিলে সেই কথাও তেওঁ লিখি থৈ যাবলৈ পাহৰা নাই। বেঞ্জামিনে তেওঁৰ আত্ম-জীৱনীত লিখিছে— 'নিয়মিতভাৱে কিতাপ পঢ়ি নিজৰ উৎকৰ্ষ সাধন কৰিবলৈ এই পুথি-ভঁৰালে মোক বহুখিনি সহায় কৰিলে। দেউতাই বিচৰা মতে উচ্চ শিক্ষা আহৰণ কৰিব নোৱাৰাৰ ফলত মোৰ যি ক্ষতি হৈছিল, সেই ক্ষতি মই বহু পৰিমাণে পূৰণ কৰিব পাৰিলোঁ এই পুথি-ভঁৰালটোৰ সহায়ত। মই নিতৌ এঘণ্টা বা দুঘণ্টা সময় কিতাপ পঢ়িবৰ কাৰণে আছুতীয়াকৈ ৰাখিছিলোঁ। কিতাপ পঢ়াটোৱেই আছিল মোৰ একমাত্ৰ আমোদ-প্ৰমোদ। তাচ খেলি বা ৰং-তামাচা কৰি মই এটা মুহূৰ্তও নষ্ট কৰা নাছিলোঁ।'

সকলো সময়তে আত্মোৎকৰ্ষৰ সাধনা কৰা বেঞ্জামিনে ঠিক এই সময়তে নিজৰ নৈতিক উৎকৰ্ষৰ কাৰণে আৰু এখন অভিনৱ আঁচনি হাতত ল'লে। বহুত ভাবি-চিন্তি তেওঁ তলত উল্লেখ কৰা বাৰটা বিশেষ গুণ আয়ত্ত কৰিবলৈ সিদ্ধান্ত ল'লে আৰু সেই গুণকেইটা এখন বহীত লিখি ল'লে ঃ—

### ১। মিতাচাৰ

গা গধুৰ হৈ যোৱাকৈ নাখাবা; মগজ উত্তেজিত হৈ যোৱাকৈ সুৰাপান নকৰিবা।

### ২। নীৰৱতা

যি কথা ক'লে তোমাৰ নিজৰ বা আনৰ একো উপকাৰ নহয়, তেনে কথা নক'বা; তুচ্ছ অৰ্থহীন কথা পাতি সময় নষ্ট নকৰিবা।

### ৩। পৰিপাটিতা

যি বস্তু য'ত থ'ব লাগে ঠিক তাত থ'বা; যি কাম যেতিয়া কৰিব লাগে ঠিক তেতিয়া কৰিবা।

### ৪। সংকল্প

যি কাম উচিত তেনে কামহে কৰিবলৈ সংকল্প ল'বা; যিটো কাম কৰিবলৈ সংকল্প লোৱা, সেই কাম কেতিয়াও নকৰাকৈ নাথাকিবা।

### ৫। মিতব্যয়িতা

নিজৰ বা আনৰ উপকাৰত নহা কোনো কামত ধন খৰচ নকৰিবা; কোনো ধৰণৰ অপচয় নকৰিবা।

### ৬। অধ্যৱসায়

সময় নষ্ট নকৰিবা; সকলো সময়তে কিবা নহয় কিবা এটা কামত লাগি থাকিবা; অলাগতিয়াল কাম-কাজ সমূলি বাদ দিবা।

### ৭। আন্তৰিকতা

আনক অপকাৰ কৰিব পৰা কোনো ধৰণৰ ছলনা বা প্ৰতাৰণাৰ আশ্ৰয় নল'বা; সৎভাৱে চিন্তা কৰিবা; কথাও ক'বা সৎভাৱে চিন্তা কৰা অনুযায়ী।

### ৮। ন্যায়পৰায়ণতা

আনে আঘাত পাব পাৰে, এনে ধৰণৰ কোনো কাম কৰি আনৰ প্ৰতি অন্যায় আচৰণ নকৰিবা; ঠিক সেইদৰে আনক উপকাৰ কৰাটো যদি তোমাৰ কৰ্তব্য, সেইটোও নকৰাকৈ নাথাকিবা।

### ৯। আত্ম-সংযম

সকলো কথাতে আতিশয্য পৰিহাৰ কৰি চলিবা; পাব লগীয়া শাস্তি বা আঘাত পালে তাৰ কাৰণে খং বা অসন্তোষ প্ৰকাশ নকৰিবা।

### ১০। পৰিষ্কাৰ-পৰিচ্ছন্নতা

নিজৰ শৰীৰ, পিন্ধা কাপোৰ-কানি, ঢাৰি-পাটী আৰু বাসস্থান সকলো সময়তে নিখুঁতভাৱে পৰিষ্কাৰ কৰি ৰাখিবা।

### ১১। মানসিক প্ৰশান্তি

সৰু-সুৰা কথাত বিৰক্ত নহ'বা; সচৰাচৰ হৈ থকা বা এৰাব নোৱৰা বিপদ-বিঘিনিত বিচলিত হৈ মনৰ শান্তি নেহেৰুৱাবা।

### ১২। নম্ৰতা

যীশুখ্ৰীষ্ট আৰু ছক্ৰেটিছৰ আৰ্হি অনুসৰণ কৰি চলিবা।

অনুশীলন কৰিব লগীয়া বাৰটা গুণৰ তালিকাখন কৰি লোৱাৰ পিছত বেঞ্জামিনে প্ৰতিটো গুণৰ অনুশীলন

কৰিবলৈ একোটা সপ্তাহ উছৰ্গা কৰিবলৈ ঠিক কৰিলে। অৰ্থাৎ সম্পূৰ্ণ এটা সপ্তাহ তেওঁ এটা মাত্ৰ গুণৰ অনুশীলন কৰাত নিয়োগ কৰিবলৈ ঠিক কৰিলে। প্ৰথমটো সপ্তাহৰ কাৰণে তেওঁ বাছি ল'লে মিতাচাৰ। প্ৰথম সপ্তাহৰ কাৰণে মিতাচাৰ বাছি লোৱাৰ কাৰণ এয়েই যে, বেঞ্জামিনৰ মতে পান-ভোজনৰ ক্ষেত্ৰত সংযম ৰক্ষা কৰি চলিলে মানুহৰ মগজ শীতল আৰু পৰিষ্কাৰ হৈ থাকে। মগজৰ তেনে অৱস্থাত সকলো কথা ভালকৈ চিন্তা কৰি শুদ্ধ সিদ্ধান্ত ল'বলৈ সহজ হয়।

এসপ্তাহ মিতাচাৰৰ অনুশীলন কৰি বেঞ্জামিনে দ্বিতীয় সপ্তাহৰ কাৰণে বাছি ল'লে নীৰৱতাৰ অনুশীলনী। যি মানুহে মুখেৰে কম কথা কয়, কিন্তু কাণখন সদায় খোলা ৰাখে, সেই মানুহে আনৰ কথা শুনি বেছিকৈ জ্ঞান আহৰণ কৰিব পাৰে। আনহাতে যি মানুহৰ অনবৰত কথা কৈ থকাৰ অভ্যাস, তেওঁ আনৰ পৰা একো কথা শিকিব নোৱাৰে। সেই কাৰণেই বেঞ্জামিনে নীৰৱতা তথা কম কথা কোৱাৰ ওপৰত বিশেষ জোৰ দিছিল, আৰু তেওঁৰ গুণৰ তালিকাত তাক দ্বিতীয় স্থান দিছিল।

তৃতীয় সপ্তাহত অনুশীলন কৰিবলৈ তেওঁ বাছি ল'লে পৰিপাটিতা। যি মানুহৰ সকলো বস্তু পৰিপাটিকৈ ৰখাৰ আৰু সকলো কাম কৰিপাটিকৈ কৰাৰ অভ্যাস, তেওঁ কাম কৰিবলৈ আৰু পঢ়িবলৈ বেছি সময় উলিয়াব পাৰে।

চতুৰ্থ সপ্তাহত তেওঁ অনুশীলন কৰিবলৈ আৰম্ভ কৰিলে সংকল্পৰ। ইয়াৰ অৰ্থ এয়েই যে, সেই সপ্তাহটোৰ প্ৰতিটো দিনত তেওঁ যি যি কাম কৰিবলৈ সংকল্প লৈছিল, সেই কাম সম্পূৰ্ণ নকৰালৈকে তেওঁ কেতিয়াও ক্ষান্ত নহৈছিল। সংকল্পৰ দৃঢ়তাই তেওঁৰ তালিকাখনত থকা বাকী গুণবোৰ সম্পূৰ্ণভাৱে আয়ত্ত কৰিবলৈ তেওঁৰ মনত বল দিছিল।

মিতব্যয়িতা আৰু অধ্যৱসায়ৰ অনুশীলনে তেওঁক সকলো ধাৰৰ বোজাৰ পৰা মুক্ত কৰি আৰ্থিকভাৱে আত্মনিৰ্ভৰশীল আৰু স্বাধীন কৰি তুলিছিল। তাৰ ফলতেই বাকী দুটা গুণ, অৰ্থাৎ আন্তৰিকতা আৰু ন্যায়পৰায়ণতাৰ অনুশীলন কৰাটো তেওঁৰ পক্ষে বেছি সহজ হৈছিল।

অবিৰাম সাধনাৰ দ্বাৰা নিজৰ স্বভাৱ-চৰিত্ৰৰ উৎকৰ্ষ সাধন কৰিবলৈ চেষ্টা কৰা মানুহ বেঞ্জামিনৰ বাহিৰেও আন বহুতো নিশ্চিয় আছে। কিন্তু তেওঁৰ নিচিনাকৈ পৰিকল্পিত আৰু প্ৰণালীবদ্ধভাৱে এই কাম কৰাৰ উদাহৰণ বৰ বেছি নাই। নিজৰ চৰিত্ৰ গঠনৰ কাৰণে বেঞ্জামিনে উদ্ভাৱন কৰা এই পদ্ধতিয়ে পৃথিৱীৰ লাখ লাখ মানুহক বাট দেখুৱাইছে আৰু অনুপ্ৰেৰণা দিছে।

# বেচেৰা ৰিচাৰ্ডৰ বৰ্ষপঞ্জী

(Poor Richards Almanac) বেঞ্জামিন ফ্ৰেঙ্কলিন ইতিমধ্যে ফিলাডেল্‌ফিয়াৰ এজন নেতৃস্থানীয় আঢ্যৱন্ত মানুহ বুলি পৰিগণিত হৈছে।

১৭৩৩ খ্ৰীষ্টাব্দত ফ্ৰেঙ্কলিনে তেওঁৰ ছপাশালৰ পৰা প্ৰতিবছৰে এখন বৰ্ষপঞ্জী প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ বৰ্ষপঞ্জীখনৰ নাম দিলে— Poor Richards Almanac— অৰ্থাৎ বেচেৰা ৰিচাৰ্ডৰ বৰ্ষপঞ্জী। ৰিচাৰ্ড আছিল এটা কাল্পনিক চৰিত্ৰ। মানুহজন আছিল অতি সৎ, কিন্তু দৰিদ্ৰ। ঘৈণীয়েকৰ পৰা গালি-শপনি খাওঁতে তেওঁৰ দিন যায়। ফ্ৰেঙ্কলিনে বছৰি প্ৰকাশ কৰা বৰ্ষপঞ্জীখন আছিল ৰিচাৰ্ড নামৰ এই কাল্পনিক মানুহজনৰ স্বীকাৰোক্তি। নিজৰ জীৱনৰ কথা কোৱাৰ ছলেৰে ৰিচাৰ্ডে নানা বিষয়ে তেওঁৰ মন্তব্য আৰু নীতি-উপদেশ দিছিল। সেই আটাইবোৰ কথা তেওঁ লিখিছিল তেওঁৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰ পৰা। বেচেৰা ৰিচাৰ্ডৰ বৰ্ষপঞ্জী প্ৰকাশৰ লগে লগে আমেৰিকাত ইমান জনপ্ৰিয় হৈ উঠিছিল যে, ফ্ৰেঙ্কলিনে প্ৰতিবছৰে বৰ্ষপঞ্জীখনৰ দহ হাজাৰ কপি ছপা কৰিব লগীয়া হৈছিল। সুদীৰ্ঘ পঁচিশ বছৰ কাল বৰ্ষপঞ্জীখন প্ৰকাশ হৈ আছিল। এই বৰ্ষপঞ্জীখনে একে সময়তে তিনিটা কাম কৰিলে। প্ৰথমতে, ই আমেৰিকাৰ মানুহৰ স্বভাৱ-চৰিত্ৰ উন্নত কৰা আৰু জ্ঞানৰ ভঁৰাল চহকী কৰাত সহায় কৰিলে। দ্বিতিয়তে, বৰ্ষপুঞ্জীখনে বেঞ্জামিন ফ্ৰেঙ্কলিনৰ খ্যাতি আৰু জনপ্ৰিয়তা আমেৰিকাৰ চৌদিশে বিয়পাই দিলে। তৃতীয়তে, বৰ্ষপঞ্জীখনৰ পৰা ফ্ৰেঙ্কলিনে ইমান ধন উপাৰ্জন কৰিলে যে তেওঁ সেই সময়ৰ আমেৰিকাৰ আগশাৰীৰ ধনী লোকসকলৰ ভিতৰত এজন বুলি পৰিগণিত হ'ল।

বেচেৰা ৰিচাৰ্ডৰ বৰ্ষপঞ্জীৰ কিছুমান যোজনা-পটন্তৰৰ চানেকি তলত দিয়া হ'ল—

নিজৰ ওচৰ-চুবুৰীয়াক ভাল পাবা, কিন্তু দুঘৰৰ মাজৰ চকোৰাখন ভাঙি নেপেলাবা।

তোমাৰ নিজৰ ভাইজন তোমাৰ বন্ধু নহ'ব পাৰে, কিন্তু তোমাৰ বন্ধুজন সদায় তোমাৰ ভাই হৈ থাকিব।

মানুহ মাত্ৰেই ভুল কৰে; ক্ষমা কৰাটো স্বৰ্গীয় গুণ; কিন্তু একেটা ভুলকে বাৰে বাৰে কৰি থকাটো চয়তানৰ লক্ষণ।

'কৰ্কশ' শব্দ প্ৰয়োগ কৰি কোনো কাৰো বন্ধু হ'ব নোৱাৰে। এক গেলন ভিনিগাৰতকৈ এচামুচ মৌ দিলে বেছি মাখি ধৰিব পাৰিব।

যি মানুহে সুখ-শান্তিত জীয়াই থাকিব খোজে, তেওঁ নিজে জনা সকলো কথা মুখ খুলি নকয়; আৰু নিজে দেখা সকলো কথাৰ ওপৰত মন্তব্যও নিদিয়ে।

এজন হোজা গাঁৱলীয়া মানুহ যদি দুজন উকিলৰ পাল্লাত পৰে, তেন্তে তেওঁৰ অৱস্থা হয় দুটা মেকুৰীৰ মাজত পৰা মাছৰ নিচিনা।

পচা আপেলে একেটা পাচিত থকা বাকীবোৰ আপেলকো পচাবলৈ আৰম্ভ কৰে।

কোনো মানুহ ইমান বেয়া হ'ব নোৱাৰে যে তেওঁ আনৰ ভাল গুণখিনিক শ্ৰদ্ধা নকৰাকৈ থাকিব পাৰে।

সহজ উদাহৰণেই হ'ল সৰ্বোত্তম উপদেশ।

নিজৰ বিবেক সদায় নির্মল কৰি ৰাখিবা; তেতিয়াহ'লে তুমি ভয় কৰি চলিবৰ দৰ্কাৰ নাই।

যি মানুহে আদেশ পালন কৰিব নোৱাৰে, তেওঁ আনক আদেশ দিব নোৱাৰে।

মিছা কথাৰ ঠেং এখন; সত্যৰ ঠেং দুখন।

সকলো মানুহকে খুব সূক্ষ্মভাৱে পর্য্যবেক্ষণ কৰিবা, কিন্তু আটাইতকৈ বেছিকৈ পর্য্যবেক্ষণ কৰিবা নিজক।

জীৱন দীঘলীয়া হ'লেও সি ভাল জীৱন নহ'বও পাৰে; কিন্তু ভাল জীৱন সদায় দীঘলীয়া বুলি প্রমাণিত হয়।

জীয়াই থাকিবৰ কাৰণে খাবা; খাবৰ কাৰণে জীয়াই নাথাকিবা।

যি মানুহে কাৰো পৰা একো আশা নকৰে, তেৱেঁই সুখী আৰু ভাগ্যবান মানুহ। তেওঁ জীৱনত কেতিয়াও নিৰাশ হ'বলগীয়া নহয়।

তুমি সুখ-শান্তিত জীয়াই থাকিব খোজানে? যদিহে খোজা, তেন্তে যি কাম কৰা উচিত, কেৱল তেনে কামহে কৰিবা; যি কাম কৰি ভাল পোৱা, তেনে কাম নকৰিবা।

যদি আয়ুস দীঘলীয়া কৰিব খোজা, তেন্তে আহাৰৰ পৰিমাণ কম কৰিবা।

পৰ্ব্বাতকৈ বেছি ভাল নীতি-শিক্ষা আন কোনেও দিব নোৱাৰে; পৰ্ব্বাই কিন্তু মুখেৰে একো নকয়।

কষ্ট নকৰাকৈ কোনেও একো বস্তু লাভ কৰিব নোৱাৰে।

দোকানখন ভালকৈ সজাই-পৰাই ৰাখিবা; তেতিয়া দোকাখনেও তোমাক সুখ-সন্তোষত ৰাখিব।

যি মানুহ পৰিশ্ৰমী নহয়, তেনে মানুহ কেতিয়াও খ্যাতিমান হ'ব নোৱাৰে।

অহাকালিলৈ কৰিব লগা কিবা কাম তোমাৰ আছেনে? যদি আছে, তেন্তে সেই কাম আজিয়েই কৰা।

## এজন ডেকা ব্যৱসায়ীৰ প্ৰতি উপদেশ

তুমি বিচৰা মতে মই তলত কেইটামান সংকেত দিলোঁ। মই নিজে এইকেইটা নীতি অনুসৰণ কৰি জীৱনত অনেক সুফল পাইছোঁ। মই আশা কৰোঁ যে তুমিও মোৰ দৰেই সুফল পাবা।

মনত ৰাখিবা যে সময়েই হ'ল ধন। ধৰি লোৱা, তুমি গোটেই দিনটো কাম কৰি দহ শ্বিলিং ঘটিব পাৰা। কিন্তু তুমি মাত্র আধা দিন কাম কৰি দিনটোৰ বাকীভাগ সময় বহি-শুই কটাই দিলা। সেইখিনি সময়ত তুমি যেনিবা আমোদ-প্ৰমোদৰ কাৰণে ছয় শ্বিলিং খৰচ কৰিলা। তুমি ভাবিলা যে তুমি মাত্র ছয় শ্বিলিংহে খৰচ কৰিলা। কিন্তু আচলতে খৰচৰ তালিকাত তুমি আৰু পাঁচ শ্বিলিং যোগ দিব লাগিব। কাৰণ দিনটোৰ আধাভাগ সময় শুই-বহি বা ৰং-ৰহইচ কৰি নকটোৱা হ'লে তুমি পাঁচ শ্বিলিং ঘটিব পাৰিলাহেঁতেন।

মনত ৰাখিবা যে ধনৰ নিজৰ সংখ্যা-বৃদ্ধি কৰাৰ ক্ষমতা আছে। ধনে পোৱালি জগায়; ধনৰ পোৱালিয়ে নতুনকৈ পোৱালি জগায়। এনেকৈ ধনৰ সংখ্যা বাঢ়ি গৈ থাকে। পাঁচ শ্বিলিং ভালকৈ ব্যৱসায়ত খটুৱাব জানিলে সি এদিন ছয় শ্বিলিং হ'ব। ছয় শ্বিলিং অতি সোনকালে সাত শ্বিলিং তিনি পেঞ্চ হ'ব। এনেকৈ বাঢ়ি বাঢ়ি সি এদিন গৈ এশ পাউণ্ড হ'ব। ব্যৱসায় ভাল হ'বলৈ আৰম্ভ কৰাৰ লগে লগে লাভো দ্ৰুত গতিৰে বাঢ়িবলৈ ধৰিব। কোনোবাই যদি পোৱালি দি থকা অৱস্থাত এজনী গাহৰি মাৰি পেলায়, তেন্তে তেওঁ আচলতে ভৱিষ্যত হাজাৰটা পুৰুষৰ কাৰণে গাহৰি জনীৰ আটাইবোৰ বংশধৰক হত্যা কৰে। ঠিক তেনেকৈ কোনোবাই যদি এটা শ্বিলিং নষ্ট কৰে তেওঁ আচলতে সেই শ্বিলিংটোৰ পৰা হ'ব পৰা শ শ পাউণ্ড নষ্ট কৰে।

মনত ৰাখিবা যে যি মানুহে আনৰ পৰা ধন ধাৰলৈ লৈ সেই ধাৰ সময়মতে পৰিশোধ কৰে তেওঁ আচলতে আনৰ ধনৰ মোনাবোৰৰ গৰাকী হয়। যেতিয়া মানুহে দেখে এজন মানুহে আনৰ পৰা ধাৰলৈ লোৱা গোটেইখিনি ধন নিৰ্দিষ্ট সময়ত পৰিশোধ কৰে, অৰ্থাৎ তেওঁ নিজৰ শপত ৰক্ষা কৰে, তেতিয়া তেওঁৰ প্ৰয়োজন হ'লেই আনে তেওঁক ধন ধাৰে দিবলৈ সংকোচ নকৰে। ব্যৱসায়ী মানুহক এই কথাটোৱে খুব সহায় কৰে। ব্যৱসায়ত উন্নতি কৰিব খোজা যি কোনো ডেকা মানুহৰ কাৰণে অধ্যৱসায় আৰু মিতব্যয়িতাৰ পাছতেই আটাইতকৈ ডাঙৰ গুণ হ'ল আৰ্থিক লেন-দেনৰ ক্ষেত্ৰত বিশ্বাসযোগ্যতা। সেই কাৰণে কাৰোবাৰ পৰা ধন ধাৰলৈ ল'লে ধাৰ পৰিশোধ কৰিবলগীয়া নিৰ্দিষ্ট সময়তকৈ মাত্ৰ এঘণ্টা সময়ো বেছিকৈ সেই ধন নিজৰ হাতত নাৰাখিবা, কাৰণ তেতিয়াহ'লে তুমি আকৌ কেতিয়াও বন্ধুসকলৰ পৰা ধন ধাৰলৈ পাবলৈ আশা কৰিব নোৱাৰিবা।

তুমি যাৰ পৰা ধন ধাৰলৈ লোৱা তেওঁৰ মনত তোমাৰ সম্বন্ধে সন্দেহ বা অবিশ্বাস উপজাব পৰা সৰু-সুৰা কথাবোৰো সযতনে পৰিহাৰ কৰি চলিবলৈ চেষ্টা কৰিবা। তোমাৰ কাৰখানাত যদি ৰাতিপুৱা পাঁচ বজাত বা ৰাতি ন বজাত হাতুৰিৰ কাম চলি থাকে আৰু তোমাক ধন ধাৰলৈ দিয়া মানুহজনে সেই হাতুৰিৰ শব্দ শুনিবলৈ পায়, তেন্তে তেওঁ তোমাৰ হাতত তেওঁৰ ধনখিনি আৰু ছমাহ বেছিকৈ এৰি দিবলৈ একো টান নাপাব। কিন্তু আনহাতে তুমি যি সময়ত কামত ব্যস্ত হৈ থাকিব লাগিছিল সেই সময়ত যদি তেওঁ তোমাক তাচ খেলি থকা অৱস্থাত বা মদৰ দোকানত দেখিবলৈ পায়, তেন্তে ঠিক তাৰ পিছদিনাই তেওঁ তোমাৰ পৰা ধনখিনি ঘূৰাই পাবলৈ দাবী কৰিব।

সদায় আয় চাই ব্যয় কৰিবলৈ শিকিবা। তাকে নকৰিলে নিজে ক'ব নোৱৰাকৈয়ে তুমি এদিন ধৰুৱা হৈ পৰিবা আৰু ধাৰৰ বোজা বাঢ়ি গৈ থাকিব। সেইটো যাতে নহয় তাৰ কাৰণে তুমি কিছুদিনৰ কাৰণে তোমাৰ উপাৰ্জন আৰু খৰচৰ হিচাপ লিখি ৰখাৰ অভ্যাস কৰিবা। তুমি যদি অলপ কষ্ট কৰি খৰচৰ খুটি-নাটিবোৰো লিখি ৰাখা, তেন্তে খুচুৰা খৰচবোৰো কেনেকৈ এদিন গৈ এটা শকত অংকত পৰিণত হয় সেই কথা তুমি নিজেই আৱিষ্কাৰ কৰিবা। তেতিয়া তুমি নিজৰ কাৰণে বিশেষ অসুবিধা সৃষ্টি নকৰাকৈয়ে ধন সাঁচিবলৈ শিকিবা।

চমুকৈ ক'বলৈ গ'লে ধনী হোৱাৰ বাটটো বজাৰলৈ যোৱা বাটটোৰ নিচিনাই পোন। ই ঘাইকৈ নিৰ্ভৰ কৰে মাত্ৰ দুটা শব্দৰ ওপৰত ঃ অধ্যৱসায় আৰু মিতব্যয়িতা। অৰ্থাৎ সময় আৰু ধন এই দুটাৰ এটাৰো অপচয় নকৰিবা; বৰং দুয়োটাৰে পূৰ্ণ সদ্ব্যৱহাৰ কৰিবা। অধ্যৱসায় আৰু মিতব্যয়িতাৰ অবিহনে তুমি কেতিয়াও ব্যৱসায়ত সফল হ'ব নোৱাৰা। আনহাতে এই দুয়োটা লগ লাগিলে তুমি ব্যৱসায়ত সফল নোহোৱাৰ প্ৰশ্নই নুঠে। যি মানুহে সৎভাৱে পাব পৰা সকলোখিনি ধন পায় আৰু পোৱা ধনখিনি (অত্যাৱশ্যকীয় খৰচখিনি বাদ দি) সঞ্চয় কৰে তেওঁ নিশ্চয় এদিন ধনী মানুহ হ'বই হ'ব।

যি মানুহে ভাবে যে নিজৰ জোৰেৰে তেওঁ সকলো কাম কৰাই ল'ব পাৰে, তেন্তে তেনে মানুহক এই বুলি সন্দেহ কৰিবলৈ থল থাকে যে তেওঁ প্ৰত্যেকটো কাম ধনৰ কাৰণেহে কৰে।

কুঠাৰৰ অকণ আঘাতে এজোপা বিৰাট গছ বগৰাই পেলাব পাৰে।

তুমি যিমান অৰ্জন কৰা, তাতকৈ কম খৰচ কৰিবলৈ যদি শিকা, তেন্তে নিশ্চয়কৈ জানিবা যে সকলো বস্তুকে সোণত পৰিণত কৰিব পৰা পৰশ-পাথৰ তুমি পাই গৈছা।

সোণকালে বিছনালৈ যোৱা আৰু সোনকালে উঠাৰ অভ্যাস কৰিবা; তেতিয়া তুমি স্বাস্থ্যবান, ধনী আৰু জ্ঞানী হ'ব পাৰিবা।

গাড়ীৰ আটাইতকৈ বেয়া চকাটোৱে আটাইতকৈ বেছি শব্দ কৰে।

কৃতকাৰ্য্যতাই বহুতো মানুহৰ সৰ্বনাশ কৰিছে।

নিজৰ জ্ঞান গোপন কৰিব নোৱৰা মানুহতকৈ ডাঙৰ মূৰ্খ আন কোনো নাই।

সৰু-সুৰা দোষ-ত্ৰুটিবোৰ সময় মতে শুধৰাই নল'লে শেষত ইয়েই গৈ বিৰাট আকাৰ ধাৰণ কৰে।

আইনাৰ বাচন, চীনা-মাটিৰ বাচন আৰু মানুহৰ খ্যাতি অতি সহজে ভাগে; সেইবোৰ কেতিয়াও সম্পূৰ্ণভাৱে জোৰা নালাগে।

যি নিজকে সহায় কৰে, তেওঁক ঈশ্বৰেও সহায় কৰে।

ভোকেই ভাতৰ আঞ্জা।

অভিজ্ঞতাৰ পঢ়াশালিখন অতিপাত খৰচী কিন্তু মূৰ্খই তাৰ বাহিৰে আন একো পঢ়াশালিত শিকিব নোৱাৰে।

যি মানুহৰ কাঁইট সিঁচি ফুৰা অভ্যাস, তেওঁ কেতিয়াও খালী ভৰিৰে খোজ কঢ়া উচিত নহয়।

তিনিজন মানুহৰ পক্ষে এটা গোপনীয় কথা গোপন কৰি ৰখা সম্ভৱ— যদিহে সেই তিনিজন মানুহৰ ভিতৰত দুজন মানুহৰ ইতিমধ্যেই মৃত্যু হয়।

কুঁৱা শুকাই তলি ওলালেহে আমি পানীৰ মোল বুজোঁ।

সময় হ'ল এনে এটা মহৌষধ, যি সকলো ধৰণৰ ৰোগ নিৰাময় কৰিব পাৰে।

কেৱল জ্ঞানী আৰু সাহসী মানুহহে নিজৰ ভুলটো স্বীকাৰ কৰিব পাৰে।

বেয়া তীখাৰে কেতিয়াও ভাল কটাৰী গঢ়িব নোৱাৰি।

তুমি যদি তোমাৰ শত্ৰুৰ কিবা অপকাৰ কৰা, তেন্তে তুমি তোমাৰ শত্ৰুতকৈ নীচ খাপৰ মানুহ বুলি পৰিগণিত হ'বা।

তুমি যদি শত্ৰুৱে তোমাক কৰা অপকাৰৰ প্ৰতিশোধ ল'ব খোজা, তেন্তে তুমি তোমাৰ শত্ৰুৰ একে শাৰীৰ মানুহ বুলি গণ্য হ'বা। কিন্তু যদিহে শত্ৰুৱে তোমাৰ প্ৰতি কৰা অপকাৰৰ কাৰণে তুমি তেওঁক ক্ষমা কৰি দিব পাৰা, তেন্তে প্ৰমাণ হ'ব যে তুমি তোমাৰ শত্ৰুতকৈ বহুত ওখ খাপৰ মানুহ।

# বেঞ্জামিনৰ কৰ্মময় জীৱন

১৭৩৬ খ্ৰীষ্টাব্দত বেঞ্জামিন ফ্ৰেঙ্কলিনে পে'ন্ছিল্‌ভেনিয়াৰ বিধান সভাৰ সচিবৰ পদ লাভ কৰিলে। বিধান সভাৰ সচিব পদত নিযুক্তি মাত্ৰ এবছৰৰ কাৰণে দিয়া হয়। অৰ্থাৎ প্ৰত্যেক বছৰেই সচিব পদৰ নিযুক্তিৰ কাৰণে নতুন নতুন প্ৰস্তাৱ বিবেচনা কৰা হয়। বেঞ্জামিন ফ্ৰেঙ্কলিনে প্ৰথমবাৰ সচিবৰ পদত নিযুক্তি পাওঁতে তেওঁ বিনা প্ৰতিদ্বন্দ্বিতাই সেই পদলৈ নিৰ্বাচিত হৈছিল। কিন্তু দ্বিতীয়বাৰ তেওঁৰ নাম প্ৰস্তাৱ হ'লত বিধান সভাৰ এজন নতুন সদস্যই সেই প্ৰস্তাৱৰ বিৰোধিতা কৰিলে। কিন্তু তেওঁৰ বিৰোধিতা সত্বেও বেঞ্জামিন পুনৰ সচিব পদত নিযুক্ত হ'ল। দ্বিতীয়বাৰ নিযুক্তি পালেও সদস্যজনৰ বিৰোধিতাৰ কথাটো বেঞ্জামিনে সহজভাৱে ল'ব নোৱাৰিলে। তেওঁ অনুভৱ কৰিলে যে, কিবা প্ৰকাৰে যদি সদস্যজনৰ অন্তৰ জয় কৰিব পৰা নাযায়, তেন্তে ভৱিষ্যতেও সদস্যজনে বেঞ্জামিনৰ কাৰণে নানা অসুবিধাৰ সৃষ্টি কৰি থাকিব। কিন্তু সদস্যজনক তোষামোদ কৰি বা ভেটি দি তেওঁৰ প্ৰীতি অৰ্জন কৰিবলৈ বেঞ্জামিনৰ অকণো ইচ্ছা নাছিল। বেঞ্জামিনে তেওঁৰ স্বভাৱৰ বৈশিষ্ট্য অনুযায়ী সদস্যজনৰ অন্তৰ গলাবলৈ এটা অভিনৱ পন্থা ল'লে। তেওঁ জানিব পাৰিছিল যে উক্ত সদস্যজন এজন উচ্চ শিক্ষিত আৰু অধ্যয়নশীল মানুহ আছিল। ভালকৈ খবৰ লৈ বেঞ্জামিনে এই কথাও জানিব পাৰিলে যে সদস্যজনৰ পুথি-ভঁৰালত এখন অতি মূল্যবান আৰু দুষ্প্ৰাপ্য কিতাপ আছে। কিতাপখন ধাৰ লৈ বিচাৰি বেঞ্জামিনে তেওঁলৈ অতি নম্ৰভাৱে এখন চিঠি লিখিলে। চিঠিখন পঢ়ি সদস্যজন অতি মুগ্ধ হ'ল আৰু বেঞ্জামিনে বিচৰা কিতাপখন তেওঁ তৎক্ষণাত বেঞ্জামিনলৈ পঠাই দিলে। ইয়াৰ পিছৰ পৰাই সদস্যজনে বেঞ্জামিনৰ প্ৰতি শ্ৰদ্ধাপূৰ্ণ আচৰণ কৰিবলৈ আৰম্ভ কৰিলে আৰু দুয়োৰে মাজত গভীৰ বন্ধুত্ব স্থাপিত হ'ল। এই ঘটনাটোৱে প্ৰমাণ কৰে যে বেঞ্জামিনে একেটা দলিৰে দুটা চৰাই মৰাৰ কৌশল খুব ভালকৈ আয়ত্ত কৰিছিল। সদস্যজনৰ দয়া-দৃষ্টি পাবৰ কাৰণে তেওঁ যদি তোষামোদৰ আশ্ৰয় ল'লেহেঁতেন, তেন্তে তেওঁ কেতিয়াও সদস্যজনৰ শ্ৰদ্ধা অৰ্জন কৰিব নোৱাৰিলেহেঁতেন। কিন্তু বেঞ্জামিনে যি কৌশল অৱলম্বন কৰিলে তাৰ ফলত এহাতে এখন মূল্যবান আৰু দুষ্প্ৰাপ্য কিতাপ পঢ়ি তেওঁ নিজৰ জ্ঞানৰ পৰিধি বহলাবলৈ সমৰ্থ হ'ল; আনহাতে তেওঁ এজন শিক্ষিত আৰু প্ৰভাৱশালী মানুহৰ বন্ধুত্ব অৰ্জন কৰিব পাৰিলে।

বেঞ্জামিনৰ গোটেই জীৱনৰ মূল নীতি আছিল অবিৰামভাৱে নিজৰ আৰু লগতে আনৰ উৎকৰ্ষ সাধনৰ কাৰণে চেষ্টা কৰি থকা। এলাহ কৰি বহি-শুই থাকি তেওঁ জীৱনৰ এটা মুহূৰ্তও নষ্ট নকৰিছিল। ছাব্বিশ বছৰ বয়সত তেওঁ মাতৃভাষাৰ বাহিৰেও অন্যান্য ভাষা শিকিবলৈ আৰম্ভ কৰিলে। প্ৰথমতে ফৰাচী ভাষা শিকিবলৈ আৰম্ভ কৰি তেওঁ মাত্ৰ এবছৰৰ ভিতৰতে ফৰাচী ভাষাৰ কিতাপ ভালকৈ পঢ়িব পৰা হ'ল। ইয়াৰ পিছত তেওঁ ইটালীয়ান ভাষা শিকিবলৈ আৰম্ভ কৰিলে। একে সময়তে তেওঁৰ এজন বন্ধুৱেও ইটালীয়ান ভাষা শিকিবলৈ আৰম্ভ কৰিছিল। তেওঁ ডবা খেলি বৰ ভাল পাইছিল আৰু তেওঁৰ লগত ডবা খেলিবলৈ প্ৰায়েই বেঞ্জামিনক খুব জোৰ কৰিছিল। কিন্তু বেঞ্জামিন নিজৰ উৎকৰ্ষৰ সাধনাক অৱহেলা কৰি খেলা-ধূলাত মছগুল হৈ থকা মানুহ নাছিল। আনহাতে বন্ধুজনৰ অনুৰোধ উপেক্ষা কৰিবলৈকো তেওঁ টান পাইছিল। সেইকাৰণে ভাষাৰ অধ্যয়ন আৰু ডবা খেলা দুয়োটা কাম সমানে চলাই যাবলৈ তেওঁ এটা বুদ্ধি উলিয়ালে। তেওঁ বন্ধুজনক ক'লে

যে মাত্ৰ এটা চৰ্তত তেওঁ বন্ধুজনৰ লগত ডবা খেলিবলৈ ৰাজী হ'ব পাৰে। চৰ্তটো হ'ল এই ঃ খেলাত যিজনেই জিকিব তেওঁ হৰাজনক ইটালীয়ান ভাষাৰ ব্যাকৰণ মুখস্থ কৰা বা ইটালীয়ানৰ পৰা ইংৰাজীলৈ অনুবাদ কৰা আদি নানা ধৰণৰ কাম দিব; সেই কাম কৰি সম্পূৰ্ণ নকৰালৈকে খেলত হৰাজনে দ্বিতীয়বাৰ খেলাৰ প্ৰস্তাৱ দিব নোৱাৰিব। বেঞ্জামিনৰ এই চৰ্তটোৰ ফলত দুই বন্ধুয়ে কেৱল যে ডবা খেলত জিকিবৰ কাৰণে তীব্ৰ প্ৰতিযোগিতা কৰিব লগা হ'ল এনে নহয়; ইটালীয়ান ভাষাত ইজনে সিজনতকৈ অধিক পাৰদৰ্শিতা অৰ্জন কৰিবলৈকো দুয়োজনৰ মাজত তীব্ৰ প্ৰতিযোগিতা হ'ল। কোৱা বাহুল্য যে ইয়াৰ ফলত দুয়োজন বন্ধুৱেই ইটালীয়ান ভাষা অতি ভালকৈ আয়ত্ত কৰিলে। ফৰাচী আৰু ইটালীয়ান ভাষা শিকি শেষ কৰাৰ পিছত বেঞ্জামিনে স্পেনিছ ভাষাও শিকি অতি কম সময়ৰ ভিতৰতে সেই ভাষাৰ কিতাপো ভালকৈ পঢ়িব পৰা হ'ল।

১৭৩৭ খ্ৰীষ্টাব্দত বেঞ্জামিন ফ্ৰেঙ্কলিনে পে'নছিল্‌ভেনিয়াৰ প'ষ্টমাষ্টৰৰ পদ লাভ কৰিলে। নিজেই ৰাজ্যখনৰ প'ষ্ট-মাষ্টৰ হোৱাৰ ফলত ডাকযোগে গ্ৰাহকৰ মাজত নিজৰ বাতৰি কাকত আৰু বৰ্ষপঞ্জী বিতৰণ কৰিবলৈ বেঞ্জামিনে আগতকৈ বহুত বেছি সুবিধা পালে। সেইবোৰৰ পৰা উপাৰ্জন হোৱা ধনেৰে তেওঁ নিজৰ দোকানখনো ক্ৰমাৎ ডাঙৰ কৰি নিবলৈ ধৰিলে। সকলো ফালেদি এনেকৈ সুপ্ৰতিষ্ঠিত হোৱাৰ পিছত বেঞ্জামিনে সমাজ-সেৱাৰ কামত মনোনিৱেশ কৰিবলৈ আৰম্ভ কৰিলে।

বেঞ্জামিনৰ কাম কৰাৰ এটা নিজস্ব ধৰণ আছিল। সমাজৰ উন্নতিৰ হকে তেওঁ কৰিব খোজা প্ৰতিটো কামৰ সপক্ষে জনমত গঢ়ি তোলাৰ উদ্দেশ্যে তেওঁ প্ৰথমে সেই কামটোৰ যুক্তি-যুক্ততা ব্যাখ্যা কৰি নিজৰ বাতৰি কাকতত প্ৰবন্ধ লিখিছিল বা প্ৰবন্ধ লিখি জুণ্টো ক্লাবৰ আলোচনা-চক্ৰত পাঠ কৰিছিল। নিজৰ চৌপাশৰ প্ৰতিটো কথাৰ প্ৰতি তেওঁ সততে সতৰ্ক দৃষ্টি ৰাখিছিল। সমাজ-সেৱাৰ কাম আৰম্ভ কৰিবলৈ মন কৰি তেওঁ এটা কথা লক্ষ্য কৰিলে যে ফিলাডেল্‌ফিয়া চহৰত ৰাতি পহৰা দিবলৈ যিবোৰ চকিদাৰ নিযুক্ত কৰা হৈছিল, তেওঁলোকে কেতিয়াও নিজৰ কৰ্তব্য ভালকৈ পালন নকৰিছিল। বহুতো চকিদাৰে মদ খাই নিজৰ কৰ্তব্য অৱহেলা কৰিছিল। আন বহুতে নিজে পহৰা নিদি সেই কাম কৰিবলৈ নিজৰ দৰমহাৰ পৰা কিছু ধন দি আন মানুহ নিযুক্ত কৰিছিল— যি সকলে সদায় কামত ফাঁকি দিছিল। বেঞ্জামিনে এই কথাও লক্ষ্য কৰিলে যে চকিদাৰসকলক দৰমহা দিবলৈ যি ধন খৰচ কৰিব লগা হয় সেই ধন সংগ্ৰহ কৰিবলৈ দুখীয়া চহকী সকলোৱে সমপৰিমাণে কৰ দিব লাগে। বেঞ্জামিনে ফিলাডেল্‌ফিয়াৰ চকিদাৰী ব্যৱস্থাৰ আমূল সংশোধন ঘটাবলৈ প্ৰস্তাৱ কৰি প্ৰথমতে নিজৰ বাতৰি কাকতত এটা প্ৰবন্ধ লিখিলে। তেওঁৰ যুক্তিত চহৰৰ সকলো মানুহ পতিয়ন গ'ল। ইয়াৰ ফলত ফিলাডেল্‌ফিয়াৰ চকিদাৰী ব্যৱস্থাৰ সংশোধন ঘটোৱাটো সম্ভৱ হ'ল। মানুহৰ আৰ্থিক অৱস্থা অনুযায়ী কৰ ধাৰ্য্য কৰাৰ ব্যৱস্থা কৰা হ'ল; দক্ষ আৰু সৎলোকক চকিদাৰ হিচাপে নিয়োগ কৰা হ'ল; তেওঁলোকে যাতে কামত ফাঁকি নিদিয়ে, সেই উদ্দেশ্যে চকিদাৰসকলৰ দৰমহাও বৃদ্ধি কৰা হ'ল।

ইয়াৰ পিছত বেঞ্জামিনৰ চকু গ'ল চহৰৰ আলি-পদূলিবোৰলৈ। আলিবোৰ চাফা কৰা মানুহ কোনো নাছিল। চহৰৰ অধিবাসীসকলে ঘৰৰ ময়লা আৰু আৱৰ্জনা সাৰিপুচি আনি আলিবাটত জমা কৰিছিল। ফলত গোটেই চহৰখনেই হৈ পৰিছিল অতি লেতেৰা আৰু অস্বাস্থ্যকৰ। বেঞ্জামিনে চহৰৰ অধিবাসীসকলৰ আগত এই বুলি প্ৰস্তাৱ দাঙি ধৰিলে যে তেওঁলোকে যদি ঘৰেপতি এটা নিৰ্দিষ্ট পৰিমাণৰ চান্দা দিবলৈ ৰাজী হয় তেন্তে তেনেকৈ গোটখোৱা ধনেৰে আলিবাটবোৰ পৰিষ্কাৰ কৰি ৰাখিবলৈ কেইজনমান মানুহ নিযুক্ত কৰিবপৰা যায়। বেঞ্জামিনৰ প্ৰস্তাৱত চহৰৰ অধিবাসীসকল সন্মত হ'ল। ফলত কিছুদিনৰ ভিতৰতে ফিলাডেল্‌ফিয়াৰ আলি-পদূলিবোৰ ময়লা আৰু আৱৰ্জনাৰ পৰা মুক্ত হ'ল। এই কামৰ সাফল্যত উৎসাহিত হৈ বেঞ্জামিনে এইবাৰ চহৰৰ

আলিবাটবোৰ পকা কৰাৰ প্ৰস্তাৱ দিলে। তেওঁৰ সেই প্ৰস্তাৱৰ প্ৰতিও ফিলাডেল্‌ফিয়াৰ মানুহে বিপুলভাৱে সমৰ্থন দিলে।

এইবোৰ কাম কৰি থাকোঁতেই বেঞ্জামিনে আৰু এটা কথা লক্ষ্য কৰিলে যে চহৰখনত প্ৰায়েই হৈ থকা অগ্নিকাণ্ডৰ ফলত বহুতো মানুহ ক্ষতিগ্ৰস্ত হয়। কিন্তু সেই সময়ত ফিলাডেল্‌ফিয়াত বা আমেৰিকাৰ আন



*আমেৰিকাত সৰ্বপ্ৰথম অগ্নি-নিৰ্বাপক বাহিনী গঠন কৰিছিল বেঞ্জামিন ফ্ৰেঙ্কলিনে। ফ্ৰেঙ্কলিনৰ ইউনিয়ন ফায়াৰ কোম্পানীয়ে ব্যৱহাৰ কৰা হাতেৰে চলোৱা পানী-পাম্পৰ ছবি।*

কোনো ঠাইতেই অগ্নি নিৰ্বাপিত কৰাৰ কোনো ব্যৱস্থা নাছিল। অগ্নিকাণ্ডত ক্ষতিগ্ৰস্ত হোৱা লোকসকলেও ক্ষতিপূৰণ পাবলৈ বা নতুনকৈ ঘৰ-দুৱাৰ সাজিবৰ কাৰণে আৰ্থিক সাহায্য পাবলৈ আশা কৰিব নোৱাৰিছিল। বেঞ্জামিনে ফিলাডেল্‌ফিয়াত এটা অগ্নি নিৰ্বাপক বাহিনী গঢ়ি তুলিলে। তদুপৰি ক্ষতিগ্ৰস্ত লোকসকলে যাতে আৰ্থিক সাহায্য পাব পাৰে সেই উদ্দেশ্যে তেওঁ আমেৰিকাৰ সৰ্বপ্ৰথম অগ্নি-নিৰ্বাপক কোম্পানী স্থাপন কৰিলে।

বেঞ্জামিনৰ এইবোৰ সমাজ-সেৱাৰ কামে তেওঁৰ জনপ্ৰিয়তাৰ প্ৰভাৱ আগতকৈ বহুগুণে বৃদ্ধি কৰিলে। এতিয়া তেওঁ ফিলাডেল্‌ফিয়াৰ আটাইতকৈ সন্মানিত আৰু প্ৰভাৱশালী নাগৰিকত পৰিণত হ'ল। ফিলাডেল্‌ফিয়াৰ বৈষয়িক উন্নতিৰ কাৰণে ওপৰত উল্লেখ কৰা ধৰণৰ বহুতো জনহিতকৰ কাম কৰাৰ পিছত বেঞ্জামিনে এইবাৰ আমেৰিকাৰ বৌদ্ধিক উৎকৰ্ষ সাধনৰ কথা চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। সেই উদ্দেশ্যে ১৭৪৪ খ্ৰীষ্টাব্দত তেওঁ আমেৰিকান দাৰ্শনিক সমাজ (American Philosophical Society) প্ৰতিষ্ঠা কৰিলে। আমেৰিকান দাৰ্শনিক সমাজ প্ৰতিষ্ঠা কৰাৰ সপক্ষে যুক্তি দৰ্শাই এওঁ কৈছিল— 'নতুন উপনিবেশ স্থাপন কৰাৰ কষ্ট আৰু অৱসাদৰ এতিয়া সামৰণি পৰিছে। প্ৰত্যেকখন উপনিবেশতে এতিয়া এনেকুৱা বহুতো মানুহ আছে—

যি সকলে জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰি সমাজৰ উমৈহতীয়া জ্ঞানৰ ভঁৰাল চহকী কৰিব পাৰে।' এইখিনিতে এটা কথা বিশেষভাৱে উল্লেখ কৰা প্ৰয়োজন যে সেই সময়ত আমেৰিকাৰ ১৩ খন বৃটিছ উপনিৱেশেই একোখন স্বতন্ত্ৰ ৰাজ্য আছিল; উপনিৱেশকেইখনৰ মাজত কোনো সাধাৰণ যোগসূত্ৰ নাছিল। নিজৰ ৰাজ্যৰ সীমা অতিক্ৰম কৰি ১৩ খন উপনিৱেশৰ মাজত বৌদ্ধিক যোগসূত্ৰ স্থাপন কৰা প্ৰথম মানুহজন আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন। কেৱল সেয়েই নহয়— আমেৰিকা যে এদিন বিশ্ব শক্তিত পৰিণত হ'ব সেই কথা ভৱিষ্যত বাণী কৰা প্ৰথম মানুহজনো আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন।

১৭৪৪ খ্ৰীষ্টাব্দত 'আমেৰিকান দাৰ্শনিক সমাজ' স্থাপন কৰাৰ পিছত ১৭৫১ খ্ৰীষ্টাব্দত এওঁ ফিলাডেলফিয়া একাডেমী নামৰ এটা অনুষ্ঠান স্থাপন কৰিলে। এই একাডেমীটোৱেই পিছলৈ গৈ বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱন কালতে ফিলাডেলফিয়া বিশ্ববিদ্যালয়ত পৰিণত হ'ল। সুদীৰ্ঘ চল্লিশ বছৰ ধৰি বেঞ্জামিন ফ্ৰেঙ্কলিন নিজে এজন প্ৰধান কৰ্মকৰ্তা ৰূপে এই বিশ্ববিদ্যালয়ৰ লগত জড়িত হৈ আছিল। ফিলাডেলফিয়া বিশ্ববিদ্যালয়ৰ চৌহদত সেইকাৰণে আজি বেঞ্জামিন ফ্ৰেঙ্কলিনৰ এটা বিশাল প্ৰস্তৰ মূৰ্তি বিৰাজ কৰিছে।

# বৈজ্ঞানিক আৰু আৱিষ্কাৰক বেঞ্জামিন

বেঞ্জামিনে তেওঁৰ বাল্যকালৰ পৰাই নানা ধৰণৰ সঁজুলি আৱিষ্কাৰ কৰি আৰু যন্ত্ৰপাতিৰ লগত খেলা কৰি ভাল পাইছিল। এই বিশেষ প্ৰতিভা তেওঁ দেউতাকৰ পৰা জন্মসূত্ৰে লাভ কৰিছিল। নানা ধৰণৰ সমাজ-সেৱাৰ কাম আৰু গভীৰ অধ্যয়নত নিমগ্ন হৈ থকাৰ সময়তো তেওঁ বিবিধ যান্ত্ৰিক সঁজুলি উদ্ভাৱন কৰাৰ চেষ্টা বাদ দিয়া নাছিল। উদাহৰণ স্বৰূপে ফিলাডেল্‌ফিয়াৰ্লৈ অহাৰ কিছুদিনৰ ভিতৰতে তেওঁ এবিধ নতুন যান্ত্ৰিক চৌকা নিৰ্মাণ কৰি উলিয়াইছিল। 'ফিলাডেল্‌ফিয়া ষ্ট'ভ' নামৰ এই যান্ত্ৰিক চৌকাটো ইমান জনপ্ৰিয় হৈছিল যে বহুতে তাক নকল কৰি ইউৰোপলৈকো ৰপ্তানি কৰিছিল। বেঞ্জামিনে ইচ্ছা কৰা হ'লে তেওঁৰ যান্ত্ৰিক চৌকাটোৰ পেটেণ্ট কৰি, অৰ্থাৎ তেওঁৰ বিনা অনুমতিত আনে সেইটো নকল কৰি নিৰ্মাণ কৰিব নোৱৰাৰ আইনগত ব্যৱস্থা কৰি বহুত ধন ঘটিব পাৰিলেহেঁতেন। কিন্তু বেঞ্জামিনৰ ধন ঘটাৰ কোনো ইচ্ছা নাছিল। তেওঁৰ যান্ত্ৰিক চৌকাটোৰ দ্বাৰা মানুহৰ উপকাৰ হওক— একমাত্ৰ সেইটোকে তেওঁ বিচাৰিছিল।

ফিলাডেল্‌ফিয়া বিশ্ববিদ্যালয় সম্পূৰ্ণভাৱে গঢ় লৈ উঠাৰ পিছত বেঞ্জামিন ফ্ৰেঙ্কলিনে অনুভৱ কৰিলে যে এতিয়া তেওঁ ৰাজহুৱা জীৱনৰ পৰা অৱসৰ লৈ জীৱনৰ বাকী থকা সময়খিনি বৈজ্ঞানিক গৱেষণা আৰু অধ্যয়নৰ কামত উছৰ্গা কৰিব পাৰে। সেই উদ্দেশ্যে তেওঁ ডক্টৰ স্পেন্স নামৰ এজন ইংৰাজ বৈজ্ঞানিকৰ পৰা কিছু বৈজ্ঞানিক সঁজুলি কিনি লৈ বিজুলী শক্তিৰ বিষয়ে গৱেষণা কৰিবলৈ আৰম্ভ কৰিলে। এইটো আছিল তেওঁৰ অতি প্ৰিয় বিষয়। এনেকৈ গৱেষণা কৰি থাকোঁতে এদিন তেওঁ বিজুলী শক্তিৰ সহায়েৰে এটা কুকুৰা চৰাই মাৰিবলৈ চেষ্টা কৰি নিজেই প্ৰায় মৰিবলগীয়া হৈছিল। সি যি কি নহওক, তেওঁৰ বিজুলী শক্তিৰ গৱেষণাই এইক্ষেত্ৰত এটা নতুন অধ্যায়ৰ সূচনা কৰিলে।

বিজুলী শক্তিৰ বিষয়ে মানুহে পোনপ্ৰথমে কৰা প্ৰায় সকলো পৰীক্ষা-নিৰীক্ষা আছিল স্থিৰ বিদ্যুৎ সম্পৰ্কীয়। অষ্টাদশ শতাব্দীতহে বিজ্ঞানীসকলে বিদ্যুৎ প্ৰবাহৰ সম্ভাৱনা সম্পৰ্কে অনুসন্ধান আৰম্ভ কৰে। এই ক্ষেত্ৰৰো অগ্ৰণীসকলৰ ভিতৰত এজন আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন। ১৭৫২ খ্ৰীষ্টাব্দত তেওঁ এখন চিলা উৰুৱাই প্ৰমাণ কৰে যে বিদ্যুৎ শক্তি এঠাইৰ পৰা আন এঠাইলৈ প্ৰবাহিত হ'ব পাৰে। এই সম্পৰীক্ষাটোৰ বাবে বেঞ্জামিনে এখন চিল্কৰ (পাট কাপোৰৰ) চিলা সাজি তাৰ ওপৰত এডাল জোঙা তাঁৰ আঁটি দিলে। চিলাখন উৰুৱাবলৈ ব্যৱহাৰ কৰা দীঘল লিনেন (শন) সূতাডালৰ এটা মূৰ তাঁৰডালৰ লগত জুৰি দি তেওঁ আনটো মূৰত এডাল চিল্কৰ ফিটা বান্ধি ল'লে। লিনেন সূতাডাল পৰিবাহী আৰু চিল্কৰ ফিটাডাল অপৰিবাহী। চিল্কৰ ফিটাডালৰ সৈতে জোৰা দিয়া ঠাইতে সূতাডালত এপাত ছাবি গাঁথি দিয়া হ'ল। এদিন বিজুলী-ঢেৰেকনিৰে সৈতে ধুমুহা বলি থকাৰ সময়ত চিল্কৰ ফিটাডাল হাতেৰে ধৰি থাকি চিলাখন আকাশত উৰুৱাই দিলে। তাৰ পিছত তেওঁ ছাবিটোৰ ওচৰলৈ হাতৰ মুঠিটো আনিলত ছাবিটোৰ পৰা বিদ্যুৎ স্ফুলিঙ্গ ওলাই অহা দেখিবলৈ পালে। এনেকৈয়ে তেওঁ প্ৰমাণ কৰিব পাৰিলে যে মেঘৰ পৰা বিদ্যুতৰ শক্তি তিতি থকা লিনেন সূতাডালেৰে ছাবিটোলৈ বোৱাই আনিব পাৰি। বেঞ্জামিন ফ্ৰেঙ্কলিন আছিল সকলো পিনে সতৰ্ক দৃষ্টি ৰাখিব পৰা বহুদৰ্শী মানুহ। এই সম্পৰীক্ষাটো কৰাৰ সময়ত তেওঁ নিজকে আৰু চিল্কৰ ফিটাডালো বৰষুণৰ পৰা বচাই ৰাখিছিল। কাৰণ ফিটাডাল তিতিলেই ই বিদ্যুৎ পৰিবাহী হৈ তেওঁৰ মৃত্যুও ঘটাব পাৰিলেহেঁতেন। তেওঁ এই সম্পৰীক্ষাটো কৰাৰ কিছুদিনৰ পিছতে এজন ৰুছ বিজ্ঞানীয়ে একেটা সম্পৰীক্ষা কৰিবলৈ গৈ মৃত্যু মুখত পৰিছিল।

বিজুলী শক্তিৰ গৱেষণাৰ ক্ষেত্ৰত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ এই চমকপ্ৰদ সাফল্যৰ পিছত বৈজ্ঞানিক হিচাপে

তেওঁৰ খ্যাতি গোটেই পৃথিৱীতে বিয়পি পৰিল। তেওঁৰ গৱেষণাৰ ভিত্তিত লেখা এটা বৈজ্ঞানিক প্ৰবন্ধ লণ্ডনৰ বিশ্ববিখ্যাত ৰয়েল ছ'ছাইটিত পাঠ কৰা হ'ল। ১৭৬৬ খ্ৰীষ্টাব্দত তেওঁ ৰয়েল ছ'ছাইটিৰ সদস্য হিচাপে নিৰ্বাচিত হ'ল। ই আছিল এটা অতি দুৰ্লভ সন্মান। অৱস্থা এনেকুৱা হ'ল যে আমেৰিকাতকৈ ইউৰোপৰ মানুহেহে বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বৈজ্ঞানিক প্ৰতিভাৰ মোল বেছিকৈ বুজা হ'ল। তেওঁৰ বৈজ্ঞানিক গৱেষণাই ফ্ৰান্সৰ সম্ৰাট পঞ্চদশ লুইৰো মনোযোগ আকৰ্ষণ কৰিলে। সেই সময়ত জাৰ্মানীৰ সৰ্বশ্ৰেষ্ঠ দাৰ্শনিক ইমানুৱেল কাণ্ট জীয়াই আছিল। কাণ্টে বেঞ্জামিনক নতুন প্ৰমিথিউছ বুলি আখ্যা দি অভিনন্দন জনালে। গ্ৰীক পুৰাণৰ মতে প্ৰমিথিউছে মানুহক দিবৰ কাৰণে স্বৰ্গৰ পৰা জুই চুৰ কৰি আনিছিল। বেঞ্জামিনেও মেঘৰ পৰা বিজুলী শক্তি আহৰণ কৰি প্ৰায় একেটা কামকে কৰিছিল। সেই কাৰণেই দাৰ্শনিক কাণ্টৰ চকুত তেওঁ হৈ পৰিছিল আধুনিক যুগৰ প্ৰমিথিউছ।

আজিৰ দিনত 'বাইফ'কেল চছমা' এটা অতি সাধাৰণ দৃশ্য। কিন্তু এই বাইফ'কেল চছমাও যে বেঞ্জামিন ফ্ৰেঙ্কলিনেহে উদ্ভাৱন কৰিছিল সেই কথা খুব কম মানুহেহে জানে। মানুহৰ চকুৰ দূৰৰ বস্তু দেখাৰ আৰু ওচৰৰ বস্তু দেখাৰ ব্যৱস্থা একে নহয়। মানুহৰ দৃষ্টি-শক্তি হ্ৰাস হ'লে বা আন কিবা প্ৰকাৰে তাৰ বিকাৰ ঘটিলে মানুহে কেতিয়াবা দূৰৰ বস্তু ভালকৈ নেদেখা হয় আৰু কেতিয়াবা ওচৰৰ বস্তু ভালকৈ নেদেখা হয়। কিন্তু কেতিয়াবা দূৰৰ আৰু ওচৰৰ বস্তু ভালকৈ মণিব পৰাৰ ক্ষমতা একে সময়তে হ্ৰাস পাব পাৰে। তেনে অৱস্থাত মানুহে দূৰৰ বস্তু ভালকৈ দেখিবলৈ এবিধ চছমা আৰু ওচৰৰ বস্তু ভালকৈ দেখিবলৈ আন এবিধ চছমা ব্যৱহাৰ কৰিবলগা হয়। ফলত মানুহে সকলো সময়তে দুযোৰ চছমা লগত লৈ ফুৰিব লগা হয়। মানুহৰ নানাবিধ ব্যৱহাৰিক সমস্যাৰ সমাধান কৰিবৰ কাৰণে নিজৰ মগজ খটুৱাই নানাবিধ সঁজুলি আৱিষ্কাৰ কৰাটো আছিল বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বৈজ্ঞানিক চিন্তাৰ এটা প্ৰধান লক্ষ্য। দুযোৰ চছমা সকলো সময়তে লগত লৈ ফুৰাৰ অসুবিধাটো লক্ষ্য কৰি সেই সমস্যাটোৰ সমাধান কৰিবলৈ বেঞ্জামিন ফ্ৰেঙ্কলিনে চেষ্টা কৰিলে। তাৰ ফলস্বৰূপে উদ্ভাৱিত হ'ল 'বাইফ'কেল চছমা'। ই হ'ল এনে এবিধ চছমা— যাৰ সহায়েৰে মানুহে একে সময়তে দূৰৰ আৰু ওচৰৰ বস্তু ভালকৈ চাব পাৰে। বেঞ্জামিন ফ্ৰেঙ্কলিনে বাইফ'কেল চছমা উদ্ভাৱন কৰিছিল এনে এটা সময়ত— যি সময়ত তেওঁ আমেৰিকাৰ ৰাষ্ট্ৰদূতৰ কঠিন দায়িত্ব পালন কৰি সকলো সময়তে অতি ব্যস্ত হৈ থাকিব লগা হৈছিল।

বেঞ্জামিন ফ্ৰেঙ্কলিন আমেৰিকাৰ ৰাষ্ট্ৰদূত হৈ ফ্ৰান্সত থকা সময়তে ১৭৮৩ খ্ৰীষ্টাব্দৰ ২৭ আগষ্টত মানুহে প্ৰথম বাৰৰ কাৰণে আকাশলৈ বেলুন পঠায়। সেই দৃশ্য চাবলৈ সেইদিনা অন্যান্য মানুহৰ মাজত বেঞ্জামিন ফ্ৰেঙ্কলিনো উপস্থিত আছিল। এজন প্ৰথম শ্ৰেণীৰ বৈজ্ঞানিক হিচাপে তেওঁ ইতিমধ্যে ইউৰোপত সুপৰিচিত হৈ উঠিছে। সেইকাৰণে সমজুৱাৰ মাজৰ পৰা কোনোবা এজনে তেওঁক সুধিলে— 'মানুহে প্ৰথমবাৰৰ কাৰণে আকাশলৈ বেলুন উৰাইছে; ইয়াৰ ফলত মানৱ জাতিৰ কিবা উপকাৰ হ'ব বুলি আপুনি ভাবেনে?' উত্তৰত বেঞ্জামিন ফ্ৰেঙ্কলিনে ক'লে— 'নতুনকৈ জন্ম হোৱা এটা শিশুৰ ভৱিষ্যত সম্পৰ্কে আমি যি ভাবোঁ, ঠিক সেই একে কথাকে ক'ব পাৰি প্ৰথমবাৰৰ কাৰণে আজি আকাশলৈ উৰা এই বেলুনটোৰ বিষয়ে।' সকলো কথাতে বেঞ্জামিন ফ্ৰেঙ্কলিন ইমান দূৰদৰ্শী আছিল যে আকাশত উৰি ফুৰিব পৰা বেলুনটোৱে মানুহৰ ভৱিষ্যতৰ ওপৰত বিৰাট প্ৰভাৱ পেলাব বুলি তেওঁ সেইদিনাই অনুমান কৰিছিল। আকাশী জাহাজৰ আৱিষ্কাৰ হ'বলৈ তেতিয়াও বহুত দেৰি আছিল; কিন্তু যিজন বেঞ্জামিন ফ্ৰেঙ্কলিনে আমেৰিকা যুক্ত ৰাষ্ট্ৰৰ জন্ম হোৱাৰ আগতে সেইখন দেশক প্ৰথম শ্ৰেণীৰ বিশ্ব শক্তিৰূপে কল্পনা কৰিছিল, সেইজন বেঞ্জামিন ফ্ৰেঙ্কলিনে আকাশত বেলুন উৰা দেখিয়েই অনুমান কৰিব পাৰিছিল যে ই ভৱিষ্যতে যুদ্ধ-বিগ্ৰহ আৰু আন্তৰ্জাতিক সম্পৰ্কৰ গতি-প্ৰকৃতি সম্পূৰ্ণ সলনি কৰি দিব।

# আমেৰিকাৰ স্বাধীনতা

১৪৯২ খ্ৰীষ্টাব্দত কলম্বছে আমেৰিকা আৱিষ্কাৰ কৰাৰ প্ৰায় ১২৮ বছৰৰ পিছত ১০২ জন ইংৰাজ পুৰুষ আৰু মহিলাই সেই নতুন মহাদেশত উপনিৱেশ স্থাপন কৰাৰ উদ্দেশ্যে 'মে' ফ্লাৱাৰ' নামৰ এখন জাহাজত উঠি আমেৰিকালৈ যাত্ৰা কৰে। বুৰঞ্জীত তেওঁলোক পিল্‌গ্ৰিম ফাদাৰ্ছ নামেৰে পৰিচিত। ষোল আৰু সোতৰ শতিকাত ইংলেণ্ডত এটা ধৰ্মীয় আন্দোলন গঢ় লৈ উঠিছিল। কিছুমান গোড়া খ্ৰীষ্টানে ইংলেণ্ডৰ প্ৰচলিত ধৰ্ম-ব্যৱস্থা আৰু গীৰ্জাৰ বিৰোধিতা কৰি সেইবোৰৰ আমূল সংস্কাৰ দাবী কৰিছিল। গীৰ্জাৰ শুদ্ধিকৰণ (purification) বিচৰা এই লোকসকলক পিউৰিটান বুলি কোৱা হয়। কিছুদিনৰ কাৰণে তেওঁলোকে ইংলেণ্ডৰ শাসন-ক্ষমতাও দখল কৰিছিল। কিন্তু তুমুল যুদ্ধ-বিগ্ৰহৰ অন্তত তেওঁলোকে সেই ক্ষমতা হেৰুৱাব লগীয়া হয়। তেতিয়া ইংলেণ্ডৰ প্ৰচলিত ধৰ্ম-ব্যৱস্থাৰ লগত নিজকে খাপ খুৱাই ল'বলৈ টান পোৱা ১০২ জন পিউৰিটানে নতুন দেশত নতুন জীৱন আৰম্ভ কৰিবলৈ মন কৰি আমেৰিকাৰ উদ্দেশ্যে আটলাণ্টিক মহাসাগৰত পাৰি দিয়ে। ১৬২০ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত তেওঁলোক গৈ আমেৰিকাৰ উপকূলত উপনীত হয়। আধুনিক পৃথিৱীৰ আটাইতকৈ ধনী আৰু শক্তিশালী দেশ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভেটি স্থাপন কৰা প্ৰথম দলটো আছিল এই ১০২ জন পিল্‌গ্ৰিম ফাদাৰ্ছ।

পিল্‌গ্ৰিম ফাদাৰ্ছসকলৰ অনুকৰণ কৰি তাৰ পিছতো ইংলেণ্ডৰ পৰা দলে দলে মানুহ আমেৰিকালৈ যাবলৈ আৰম্ভ কৰে। কালক্ৰমত তেওঁলোকে প্ৰায় এহেজাৰ মাইল বিয়পি থকা আমেৰিকাৰ উপকূলৱৰ্তী অঞ্চলত তেৰখন উপনিৱেশ স্থাপন কৰে। বিশাল আটলাণ্টিক মহাসাগৰ পাৰ হৈ এখন অচিন-অজান মহাদেশত উপনিৱেশ স্থাপন কৰিবলৈ আগবঢ়া এই মানুহবোৰ স্বভাৱতে আছিল অতি দুঃসাহসী আৰু কঠোৰ পৰিশ্ৰমী। এজন বিখ্যাত ঐতিহাসিকৰ ভাষাত ক'বলৈ গ'লে সেই দিনত ভীৰু আৰু এলেহুৱা প্ৰকৃতিৰ মানুহে মহাসাগৰত পাৰি দিয়াৰ কথা কল্পনাই কৰিব পৰা নাছিল। নতুন মহাদেশত সকলো সময়তে প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে যুদ্ধ কৰি আত্মৰক্ষা কৰিব লগা হোৱাৰ ফলত তেওঁলোকৰ পৰিশ্ৰম-শক্তি আৰু আত্মনিৰ্ভৰশীলতা দুগুণে বৃদ্ধি পাইছিল।

ইংৰাজসকলে আমেৰিকাত স্থাপন কৰা তেৰখন উপনিৱেশ প্ৰথম অৱস্থাত ইংলেণ্ডৰ ৰজা আৰু সংসদৰ অধীন আছিল। কিন্তু উপনিৱেশকাৰীসকলৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে তেওঁলোকৰ মনত স্বাধীনতাৰ আকাংক্ষা জাগি উঠিল। স্বাধীনচিতীয়া আৰু আত্ম-বিশ্বাসী উপনিৱেশকাৰীসকলে চিৰকাল আনৰ বহতীয় হৈ থাকিবলৈ মন কৰি দেশ এৰি বিদেশলৈ যোৱা নাছিল। আনহাতে আমেৰিকাৰ পৰা কেবাহাজাৰ মাইল দূৰত আটলাণ্টিক মহাসাগৰৰ সিপাৰে থকা ইংলেণ্ডৰ শাসক-চক্ৰই উপনিৱেশকাৰীসকলৰ আৱেগ-অনুভূতি বুজা নাছিল বা বুজিবলৈ অকণো চেষ্টা কৰা নাছিল। ফলত কিছুদিনৰ ভিতৰতে উপনিৱেশকাৰীসকল আৰু তেওঁলোকৰ পূৰ্বৰ স্বদেশ ইংলেণ্ডৰ মাজত মনোমালিন্যৰ সূত্ৰপাত হ'ল।

ইংলেণ্ডৰ পাৰ্লামেণ্ট তথা সংসদত উপনিৱেশকাৰীসকলৰ এজনো প্ৰতিনিধি নাছিল। অথচ সংসদে উপনিৱেশকাৰীসকলৰ ওপৰত ইটোৰ পিছত সিটোকৈ কৰৰ বোজা জাপি দিছিল। ইংলেণ্ডৰ বিৰুদ্ধে উপনিৱেশকাৰীসকলৰ আপত্তি আৰু অসন্তোষৰ এইটোৱেই আছিল প্ৰধান কাৰণ। তেওঁলোকে এই বুলি ধ্বনি তুলিছিল যে ইংলেণ্ডক যিখন সংসদত উপনিৱেশকাৰীসকলৰ এজনো প্ৰতিনিধি নাই, সেইখন সংসদৰ উপনিৱেশকাৰীসকলৰ ওপৰত কৰ বহুৱাবলৈ কোনো নৈতিক অধিকাৰ নাই।

কিন্তু ইংলেণ্ডৰ সংসদে উপনিৱেশকাৰীসকলৰ অনুভূতিৰ প্ৰতি সন্মান দেখুৱাৰ কোনো প্ৰয়োজন অনুভৱ নকৰিলে। বৰং তেওঁলোকে আমেৰিকালৈ আমদানি কৰা চাহৰ ওপৰত কৰ লগাই জ্বলা জুইত ঘিউ ঢলাৰ নিচিনা কাম কৰিলে। উপনিৱেশকাৰীসকলে অনুভৱ কৰিলে যে ইংলেণ্ডৰ ৰজা আৰু সংসদৰ এই কাৰ্য্যই তেওঁলোকৰ সহ্যৰ সীমা চেৰাই গৈছে; অৰ্থাৎ প্ৰতিবাদ কৰাৰ সময় উপস্থিত হৈছে। ১৭৭৩ খ্ৰীষ্টাব্দৰ ১৩ ডিচেম্বৰত ইষ্ট ইণ্ডিয়া কোম্পানীৰ কেইখনমান জাহাজ ব'ষ্টন বন্দৰত উপস্থিত হোৱাৰ লগে লগে কেইজনমান উপনিৱেশকাৰী ৰে'ড ইণ্ডিয়ানৰ ছদ্মবেশ ধৰি জাহাজত উঠিল আৰু ৩৪০ টা চাহৰ বাকচ সাগৰত দলিয়াই পেলালে। আমেৰিকাৰ বুৰঞ্জীত ব'ষ্টন টি পাৰ্টি নামেৰে অভিহিত এই ঘটনাটোৱেই ইংলেণ্ডৰ বিৰুদ্ধে উপনিৱেশকাৰীসকলৰ বিদ্ৰোহৰ সূচনা কৰিলে।

ইংলেণ্ডৰ বিৰুদ্ধে উপনিৱেশকাৰীসকলৰ আচল যুদ্ধ আৰম্ভ হ'ল ১৭৭৫ খ্ৰীষ্টাব্দত। এই যুদ্ধ সাতত বছৰ ধৰি চলিছিল। সকলো উপনিৱেশকাৰীয়েই যুদ্ধ তথা স্বাধীনতাৰ সপক্ষে আছিল এনে নহয়। নগৰত বাস কৰা আঢ্যৱন্ত ব্যৱসায়ীসকলৰ বেছিভাগেই ইলেণ্ডৰ ৰজাৰ প্ৰতি অনুগত হৈ আছিল আৰু স্বাধীনতাৰ দাবীৰ বিৰোধিতা কৰিছিল। আনকি যিজন বেঞ্জামিন ফ্ৰেস্কলিনে আমেৰিকাৰ স্বাধীনতা-যুদ্ধত এটা অতি মহত্ত্বপূৰ্ণ ভূমিকা পালন কৰিছিল তেৰোঁ বহুতদিনলৈকে উপনিৱেশকাৰীসকলৰ স্বাধীনতাৰ দাবী সমৰ্থন কৰা নাছিল। তেওঁ ইংলেণ্ডৰ লগত এটা বুজাবুজি আৰু আপোচ হোৱাটো বিচাৰিছিল। কিন্তু স্বাধীনতাৰ দাবীৰ সমৰ্থকসকল আছিল নিজৰ সংকল্পত অবিচল। তেওঁলোকৰ ভাগ্য ভাল যে তেওঁলোকক নেতৃত্ব দিবলৈ আগবাঢ়ি আহিল জৰ্জ ৱাশ্বিংটনৰ নিচিনা এজন জ্ঞানী, বুদ্ধিমান আৰু চৰিত্ৰবান মানুহ। ঘাইকৈ তেওঁৰ বিচক্ষণ নেতৃত্বৰ ফলতেই সামৰিকভাৱে দুৰ্বল উপনিৱেশকাৰীসকলৰ পক্ষে ইংলেণ্ডৰ বিৰুদ্ধে যুদ্ধত জয়লাভ কৰা সম্ভৱ হ'ল। আমেৰিকা স্বাধীন হোৱাৰ পিছত সেই নতুন ৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰপতি হ'ল জৰ্জ ৱাশ্বিংটন।

কিন্তু নিজকে স্বাধীন বুলি ঘোষণা কৰিবলৈ যুদ্ধ শেষ হোৱালৈ বাট চাবলৈ উপনিৱেশকাৰীসকলৰ ধৈৰ্য্য নাছিল। যুদ্ধ আৰম্ভ হোৱাৰ এটা বছৰ পূৰ নৌ হওঁতেই ১৭৭৬ খ্ৰীষ্টাব্দৰ জুন মাহত আটাইকেইখন উপনিৱেশৰ নেতৃস্থানীয় লোকসকল তেওঁলোকৰ উমৈহতীয়া সমস্যাবোৰৰ বিষয়ে আলোচনা কৰিবলৈ বেঞ্জামিন ফ্ৰেস্কলিনৰ চহৰ ফিলাডেল্‌ফিয়াত সমবেত হ'ল। একেলেথাৰিয়ে কেবা সপ্তাহো আলোচনা কৰি তেওঁলোকে অৱশেষত তেৰখন উপনিৱেশ লগ লগাই এখন স্বাধীন যুক্তৰাষ্ট্ৰ গঠন কৰিবলৈ ঐতিহাসিক সিদ্ধান্ত গ্ৰহণ কৰিলে। ১৭৭৬ খ্ৰীষ্টাব্দৰ ৪ জুলাইৰ দিনা আমেৰিকা যুক্তৰাষ্ট্ৰক এখন স্বাধীন ৰাষ্ট্ৰ হিচাপে আনুষ্ঠানিকভাৱে ঘোষণা কৰা হ'ল। আধুনিক বিশ্বত নতুন যুগৰ সূচনা কৰা এই ঘোষণা-পত্ৰখন ৰচনা কৰিছিল টমাছ জেফাৰ্ছনে। তেওঁ পিছলৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিও হৈছিল। তেওঁ এজন বহুমুখী প্ৰতিভা-সম্পন্ন মানুহ আছিল। আমেৰিকাৰ সৰ্বশ্ৰেষ্ঠ ৰাষ্ট্ৰপতিসকলৰ ভিতৰত তেওঁকো এজন বুলি ধৰা হয়।

আমেৰিকাৰ স্বাধীনতা ঘোষণাৰ সুদুৰ-প্ৰসাৰী তাৎপৰ্য্য ব্যাখ্যা কৰি হেণ্ড্ৰিক ৱিলেম ভেন লুনে তেওঁৰ 'মানৱ-জাতিৰ কাহিনী' (The Story of Mankind) নামৰ বিখ্যাত কিতাপত লিখিছে— 'বন্দুকৰ যিটো গুলিয়ে লেক্সিংটনৰ যুদ্ধখন আৰম্ভ কৰিছিল, সেই গুলিৰ শব্দ শুনা গৈছিল পৃথিৱীৰ সৰ্বত্ৰ। কথাটো অলপ অতিৰঞ্জিত হ'ল। চীন, জাপান আৰু ৰাছিয়াৰ মানুহে এই গুলিৰ শব্দ শুনা নাছিল। কিন্তু এই গুলিৰ শব্দই আটলাণ্টিক মহাসাগৰ পাৰ হৈ ইউৰোপৰ পুঞ্জীভূত অসন্তোষৰ বাৰুদ-স্তূপ স্পৰ্শ কৰি তাত প্ৰচণ্ড বিস্ফোৰণ ঘটাইছিল। বিশেষকৈ ফ্ৰান্সত ই যিটো বিস্ফোৰণ ঘটাইছিল সেই বিস্ফোৰণে পেট্ৰোগ্ৰাডৰ পৰা মাদ্ৰিদলৈকে সমগ্ৰ ইউৰোপ মহাদেশ কঁপাই তুলিছিল। তাৰ ফল স্বৰূপে হোৱা বিশাল ধ্বংসস্তূপৰ তলত চিৰকাললৈ পোত গৈছিল পুৰণি ৰাষ্ট্ৰশাসন-পদ্ধতি আৰু পুৰণি কূটনীতি।'

# আমেৰিকাৰ স্বাধীনতা-যুদ্ধত বেঞ্জামিন ফ্রেঙ্কলিনৰ ভূমিকা

প্ৰথম অৱস্থাত বেঞ্জামিনে ফ্রেঙ্কলিনে আমেৰিকান উপনিৱেশবোৰৰ কাৰণে স্বাধীনতা বিচৰা নাছিল। তেওঁ বৰং এই কথা কল্পনা কৰিহে ভাল পাইছিল যে প্ৰব্ৰজনৰ ফলত আমেৰিকাৰ ব্ৰিটিছ উপনিৱেশবোৰত জন-সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে ব্ৰিটিছ সাম্ৰাজ্যৰো পৰিসৰ আৰু জনসংখ্যা বৃদ্ধি হৈ গৈ থাকিব। অৰ্থাৎ তেওঁ ধৰিয়েই লৈছিল যে আমেৰিকাৰ ব্ৰিটিছ উপনিৱেশবোৰ চিৰকাল ব্ৰিটিছ সাম্ৰাজ্য অবিচ্ছেদ্য অংশ হৈ থাকিব। ইংলেণ্ডৰ চৰকাৰে উপনিৱেশকাৰীসকলৰ ওপৰত কৰ লগোৱাতো তেওঁৰ কোনো আপত্তি নাছিল। কিন্তু প্ৰথমৰ পৰাই তেওঁ যিটো কথাত দুৰ্ঘোৰ আপত্তি কৰি আছিল সেইটো আছিল এই যে ইংলেণ্ডৰ যিখন সংসদত উপনিৱেশকাৰীসকলৰ কোনো প্ৰতিনিধি নাই, সেইখন সংসদৰ উপনিৱেশকাৰীসকলৰ ওপৰত কৰ লগাবলৈ কোনো নৈতিক অধিকাৰ নাই। তেওঁৰ ঘোষিত নীতি আছিল— No taxation without representation– অৰ্থাৎ 'যেতিয়ালৈকে সংসদত আমাৰ প্ৰতিনিধি নাথাকিব তেতিয়ালৈকে তোমালোকে আমাৰ ওপৰত কৰ লগাব নোৱাৰিবা।'

কিন্তু উপনিৱেশকাৰীসকলৰ ন্যায্য দাবী আৰু আৱেগ-অনুভূতিলৈ ভ্ৰুক্ষেপ নকৰি ব্ৰিটিছ চৰকাৰে তেওঁলোকৰ ওপৰত কৰ লগায়েই থাকিল। উপনিৱেশবোৰত— বিশেষকৈ বেঞ্জামিন ফ্রেঙ্কলিনৰ নিজৰ ৰাজ্য পে'ন্‌ছিল্‌ভেনিয়াত— কৰৰ উপৰিও আন বহুতো জটিল সমস্যাই মূৰ দাঙি উঠিল। বৃটিছ চৰকাৰক এই সমস্যাবোৰ বুজাই কৈ সেইবোৰৰ এটা সমাধান আদায় কৰাৰ উদ্দেশ্যে উপনিৱেশকাৰীসকলে ইংলেণ্ডলৈ এজন প্ৰতিনিধি পঠাবলৈ ঠিক কৰিলে। কোৱা বাহুল্য যে এই কঠিন কূটনৈতিক দায়িত্বৰ কাৰণে বাছনিত উঠিল বেঞ্জামিন ফ্রেঙ্কলিন।

১৭৫৭ খ্ৰীষ্টাব্দৰ ২৬ জুলাইত বেঞ্জামিন ফ্রেঙ্কলিন লণ্ডনত গৈ উপস্থিত হ'ল। এইবাৰ তেওঁ বহু বছৰ ইংলেণ্ডত থাকিব লগীয়া হ'ল। কিন্তু যিটো কামৰ দায়িত্ব লৈ তেওঁ ইংলেণ্ডলৈ গৈছিল সেই কামত তেওঁ কৃতকাৰ্য্য নহ'ল। সেই সময়ত ইংলেণ্ডৰ ৰজা আছিল তৃতীয় জৰ্জ আৰু প্ৰধান মন্ত্ৰী আছিল লৰ্ড নৰ্থ। দুয়োজনেই আছিল সমানে নিৰ্বোধ আৰু অদূৰদৰ্শী। উপনিৱেশকাৰীসকলৰ ন্যায্য দাবীৰ প্ৰতি কাণ-সাৰ দিবলৈ তেওঁলোকৰ বিন্দুমাত্ৰ আগ্ৰহ নাছিল। বেঞ্জামিন ফ্রেঙ্কলিন লণ্ডনত ব্ৰিটিছ চৰকাৰ আৰু সংসদৰ লগত আলোচনাত ব্যস্ত হৈ থাকোঁতেই চাহৰ আমদানিৰ ওপৰত নতুনকৈ কৰ লগোৱা হ'ল। অৱশেষত বেঞ্জামিন ফ্রেঙ্কলিনৰ নিচিনা ৰাজ-ভক্ত আৰু ইংৰাজ-প্ৰেমী মানুহজনৰো ধৈৰ্যচ্যুতি ঘটিল। উপনিৱেশকাৰীসকলৰ প্ৰতিনিধি হিচাপে ইংলেণ্ডত ভৰি দিয়েই তেওঁ ঘোষণা কৰিছিল— 'ইংলেণ্ডৰ যিটো বস্তুক মই আটাইতকৈ ঈৰ্ষা কৰোঁ সেই বস্তুটো হ'ল ইংলেণ্ডৰ মানুহবোৰ। এই ক্ষুদ্ৰ দ্বীপটোৰ প্ৰতিটো চুবুৰীতে যিমানবোৰ যুক্তিবাদী, ন্যায়পৰায়ণ আৰু বিদগ্ধ মানুহ আছে, সিমান ভাল মানুহ সমগ্ৰ আমেৰিকা মহাদেশতে নাই বুলি ক'ব পাৰি। কিন্তু সেই একেজন ফ্রেঙ্কলিনেই নিৰাশ আৰু ভগ্ন হৃদয়েৰে ইংলেণ্ড ত্যাগ কৰাৰ আগ মুহূৰ্তত ক'ব লগা হ'ল— 'এই গেলা-পচা দেশখনৰ সকলো শ্ৰেণীৰ মানুহৰ মাজত ইমান বেছি দুৰ্নীতি বিয়পি পৰিছে যে তেওঁলোকৰ লগত সংযুক্ত হৈ থাকিব লগা হ'লে এওঁলোকে আমাকো কলুষিত আৰু দুৰ্নীতিগ্ৰস্ত কৰিহে এৰিব।'

বেঞ্জামিন ফ্রেঙ্কলিনে আমেৰিকালৈ ঘূৰি আহি ১৭৭৫ খ্ৰীষ্টাব্দৰ ৫ মে'ৰ দিনা পুনৰ স্বদেশৰ মাটিত ভৰি দিলে। ইতিমধ্যেই আমেৰিকাৰ স্বাধীনতা-যুদ্ধ আৰম্ভ হৈ গৈছে। এইবাৰ তেওঁ কাৰ পক্ষত থাকিব সেই বিষয়ে তেওঁৰ মনত বিন্দুমাত্ৰ সন্দেহ নাছিল। ১৭৭৬ খ্ৰীষ্টাব্দৰ ৪ জুলাইৰ দিনা আমেৰিকাৰ স্বাধীনতা ঘোষণা কৰি যিখন ঐতিহাসিক দলিল প্ৰকাশ কৰা হ'ল সেইখন দলিলত অন্যান্য নেতাসকলৰ লগতে তেৰোঁ চহী কৰিলে। সেই সময়ত তেওঁৰ বয়স হৈছিল সত্তৰ বছৰ।

যুদ্ধ আৰম্ভ হোৱাৰ কেইমাহমানৰ ভিতৰতে দেখা গ'ল যে কোনোবা বাহিৰা শক্তিৰ সহায় নাপালে উপনিৱেশকাৰীসকলৰ পক্ষে যুদ্ধত জয়লাভ কৰা অসম্ভৱ। উপনিৱেশকাৰীসকল আৰ্থিকভাৱে ইমান দুৰ্বল আছিল যে তেওঁলোকৰ বেছিভাগ সৈনিকে ভয়ংকৰ জাৰৰ দিনতো জোতাৰ অভাৱত খালি ভৰিৰে যুদ্ধ কৰিব লগা হৈছিল আৰু তেওঁলোকে কোনোদিন পেট ভৰাই খাবলৈ পোৱা নাছিল। এনে অৱস্থাত যুদ্ধত পৰাজয় অনিবাৰ্য্য। সেই সময়ত ইংলেণ্ডৰ প্ৰধান শত্ৰু আৰু প্ৰতিদ্বন্দ্বী আছিল ফ্ৰান্স। উপনিৱেশকাৰীসকলে ফ্ৰান্সৰ সহায় বিচাৰিবলৈ ঠিক কৰিলে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰদূত হিচাপে যিজন মানুহে ১৭৭৬ খ্ৰীষ্টাব্দৰ ২১ ডিচেম্বৰৰ দিনা ফ্ৰান্সৰ ৰাজধানী পেৰিচত ভৰি দিলে, তেওঁ আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন।

বহু শতিকা ধৰি ফ্ৰান্স ইউৰোপৰ এটা প্ৰধান ৰাজ-শক্তিয়েই নাছিল, এই দেশখন আছিল শিল্প-সংস্কৃতি আৰু জ্ঞান-সাধনাৰো এটা প্ৰধান কেন্দ্ৰ। ফৰাচীসকলে গুণীৰ গুণৰ মোল বুজিছিল আৰু প্ৰতিভাৰ আদৰ কৰিব জানিছিল। ইউৰোপত বহুদিন ধৰি এনে এষাৰ কথা প্ৰচলিত হৈ আছে যে প্ৰত্যেক মানুহৰে দুখন স্বদেশ থাকে ঃ এখন হ'ল নিজৰ জন্মভূমি, আনখন হ'ল পেৰিছ। অৰ্থাৎ এজন প্ৰকৃত প্ৰতিভাশালী মানুহ পৃথিৱীৰ যি দেশৰে মানুহ নহওক কিয়— তেওঁক নিজৰে এজন বুলি আদৰি ল'বলৈ পেৰিছৰ মানুহ যে সদায় উন্মুখ হৈ থাকে, সেই বিষয়ে তেওঁ নিশ্চিত হৈ থাকিব পাৰে।

স্বাধীনতাৰ কাৰণে সংগ্ৰাম আৰম্ভ কৰা আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰদূত হিচাপে বেঞ্জামিন ফ্ৰেঙ্কলিন পেৰিছ গৈ পোৱাৰ আগতেই তেওঁৰ বহুমুখী প্ৰতিভাৰ বিচিত্ৰ কাহিনী ফ্ৰান্সৰ মানুহৰ কাণত পৰিছিল। অৰ্থাৎ ফৰাচীসকলৰ কাৰণে তেওঁ একেবাৰেই অচিনাকি মানুহ নাছিল। বিজুলী-শক্তিৰ গৱেষণাৰ ক্ষেত্ৰত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ মৌলিক আৱিষ্কাৰবোৰে তেওঁক ইউৰোপৰ বিদ্বান-মহলত সুপৰিচিত কৰি তুলিছিল। ইউৰোপে তেওঁক জানিছিল এজন প্ৰথম শ্ৰেণীৰ বিজ্ঞানী হিচাপে; মানুহৰ মঙ্গলৰ কাৰণে স্বৰ্গৰ পৰা অগ্নি আহৰণ কৰা এজন আধুনিক প্ৰমিথিউছ হিচাপে; নতুন পৃথিৱীৰ এজন আদৰ্শ নাগৰিক হিচাপে। এনে এজন মানুহক নিজৰ মাজত পাই পেৰিছৰ বিদ্বৎ-সমাজ পৰম আনন্দিত হ'ল। আমেৰিকাৰ আন এজন প্ৰতিনিধি হিচাপে পিছত গৈ বেঞ্জামিন ফ্ৰেঙ্কলিনৰ কাৰ্য্যালয়ত যোগ দিয়া জন আদম্ছে তেওঁৰ বিষয়ে লিখিলে— 'আজিৰ দিনত ফ্ৰান্সত এনে কোনো এজন নাগৰিক, খেতিয়ক, গৃহভৃত্য, কচোৱান বা চাপ্ৰাচী নাই— যিজন মানুহে বেঞ্জামিন ফ্ৰেঙ্কলিনক মানৱ-জাতিৰ বন্ধু বুলি স্বীকাৰ নকৰে।'

মানৱ-জাতিৰ বন্ধু ! এজন মানুহে পাব পৰা ইয়াতকৈ ডাঙৰ শ্ৰদ্ধাৰ নিদৰ্শন আন কি হ'ব পাৰে?

সেই সময়ত ফ্ৰান্সৰ ৰজা আছিল বাইশ বছৰীয়া ষষ্ঠদশ লুই আৰু ৰাণী একৈশ বছৰীয়া আঁতোৱানেত। ফ্ৰান্সৰ ৰাজসভাত যৌৱনৰ ৰাজত্ব আৰু ভোগ বিলাসৰ পয়োভৰ। কিন্তু সত্তৰ বছৰীয়া ঋষিকল্প বেঞ্জামিন ফ্ৰেঙ্কলিনে এই ৰাজসভাত প্ৰবেশ কৰিলে খেতিয়কৰ সাজ-পাৰ পিন্ধা এজন সাধাৰণ মানুহ হিচাপে। পেৰিছৰ ৰাজপথতো তেওঁক দেখা গ'ল সেই একেই ৰূপত। তেওঁক চাবলৈ জুম বন্ধা দৰ্শকৰ মাজৰ পৰা কোনোবা এজনে নিজৰ বিস্ময় প্ৰকাশ কৰি চিঞৰি সুধিলে— 'ব্যক্তিত্বৰ মহিমাৰে উজ্জ্বল কোন এইজন অসাধাৰণ খেতিয়ক?' দৰ্শকৰ জুমৰ মাজৰ পৰাই আন এজনে উত্তৰ দিলে— 'তেওঁ হ'ল স্বাধীনতাৰ জীৱন্ত প্ৰতীক... বিদ্ৰোহী আমেৰিকানসকলৰ প্ৰধান দলপতি।'



*দাৰ্শনিক আৰু ৰাষ্ট্ৰনেতা বেঞ্জামিন ফ্ৰেঙ্কলিন*

বেঞ্জামিন ফ্ৰেঙ্কলিন ফ্ৰান্সলৈ গৈছিল আমেৰিকাৰ স্বাধীনতা-যুদ্ধৰ কাৰণে ফ্ৰান্সৰ পৰা আৰ্থিক আৰু সামৰিক সাহায্য বিচাৰিবলৈ। কিন্তু প্ৰবল পৰাক্ৰমী ইংৰাজ ৰাজশক্তিৰ বিৰুদ্ধে যুদ্ধ কৰি আমেৰিকানসকলে জয় লাভ কৰিব পাৰিব বুলি ফ্ৰান্সৰ কোমল-বয়সীয়া ৰজা ষষ্ঠদশ লুইয়ে বিশ্বাস কৰিব পৰা নাছিল। সেই কাৰণে সাহায্য দিবলৈ তেওঁ ইতস্ততঃ কৰিছিল। কিন্তু ফ্ৰান্সৰ দূৰদৰ্শী বিদেশ-মন্ত্ৰীজনে খুব ভালকৈ উপলব্ধি কৰিলে যে আমেৰিকা যুক্তৰাষ্ট্ৰ কেনেবাকৈ স্বাধীন হ'ব পাৰিলে সেই দেশৰ লগত ব্যৱসায়-বাণিজ্য কৰি ফ্ৰান্স নানা প্ৰকাৰে লাভবান হ'ব পাৰিব। তদুপৰি ফ্ৰান্সৰ চিৰ-শত্ৰু ইংলেণ্ডক এশিকনি দিবলৈ পোৱাৰ এই সোণালী সুযোগটোও এৰি দিবলৈ তেওঁ টান পালে। সেই কাৰণে আমেৰিকাক গোপনে আৰ্থিক সাহায্য দিয়াৰ উদ্দেশ্যে ৰজাক নজনোৱাকৈ তেওঁ কেবাটাও ভুৱা কোম্পানী খুলিলে। ফ্ৰেঙ্কলিনৰ গুণ-মুগ্ধ পেৰিছৰ অভিজাত সমাজো তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহিল। তেওঁলোকৰ পৰা ঋণ হিচাপে পোৱা ধনেৰে বেঞ্জামিন ফ্ৰেঙ্কলিনে বৃটিছ জাহাজবোৰৰ ওপৰত আক্ৰমণ চলাবলৈ কেবাটাও ভেৰণীয়া সৈন্য-বাহিনী গঠন কৰিলে। মুঠতে যি কাম কৰিবলৈ বহুত আশাৰে সৈতে তেওঁক ফ্ৰান্সলৈ পঠোৱা হৈছিল, সেই কাম তেওঁ অতি দক্ষতাৰে সম্পাদন কৰিবলৈ ধৰিলে।

এনে সময়তে বেঞ্জামিন ফ্ৰেঙ্কলিনলৈ খবৰ আহিল যে ১৭৭৭ খ্ৰীষ্টাব্দৰ ১৭ অক্টোবৰৰ দিনা বৃটিছ সেনাপতি জেনেৰেল বাৰগইনে ছাৰাটোগাৰ যুদ্ধক্ষেত্ৰত পৰাজয় বৰণ কৰি নিজৰ সৈন্যবাহিনীৰে সৈতে আত্ম-সমৰ্পণ কৰিলে। খবৰটো শুনাৰ লগে লগে স্বাধীনতাৰ কাৰণে যুদ্ধ কৰা আমেৰিকানসকলৰ প্ৰতি ফ্ৰান্সৰ ৰজাৰ মনোভাব ৰাতিটোৰ ভিতৰতে সলনি হৈ গ'ল। বিদ্ৰোহী আমেৰিকানসকলে ইংৰাজসকলৰ বিৰুদ্ধে যুদ্ধত জয়লাভ কৰিব পাৰিব বুলি প্ৰথমবাৰৰ কাৰণে তেওঁৰ মনত বিশ্বাস উপজিল। তেওঁ আমেৰিকানসকলক সহায় কৰিবলৈ সিদ্ধান্ত ল'লে।

১৭৭৮ খ্ৰীষ্টাব্দৰ ২০ মাৰ্চৰ দিনা ফ্ৰান্সৰ ৰজা ষষ্ঠদশ লুইয়ে ভাৰ্ছাই ৰাজপ্ৰাসাদত আমেৰিক যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰদূত বেঞ্জামিন ফ্ৰেঙ্কলিনক সাক্ষাৎ দি আমেৰিকাৰ স্বাধীনতা-যুদ্ধৰ প্ৰতি ফ্ৰান্সৰ সমৰ্থন ঘোষণা কৰিলে।

১৭৮৩ খ্ৰীষ্টাব্দত যুদ্ধৰ সামৰণি পৰিল আৰু আমেৰিকা যুক্তৰাষ্ট্ৰই স্বাধীনতা লাভ কৰিলে। পৃথিৱীৰ বুৰঞ্জীত এটা নতুন অধ্যায়ৰ সূচনা হ'ল। আমেৰিকাই স্বাধীনতাৰ কথা নৌ ভাবোঁতেই বেঞ্জামিন ফ্ৰেঙ্কলিনে ভৱিষ্যদ্বাণী কৰিছিল যে আমেৰিকা যুক্তৰাষ্ট্ৰ এদিন প্ৰথম শ্ৰেণীৰ বিশ্বশক্তিত পৰিণত হ'ব। তেওঁৰ সেই ভৱিষ্যদ্বাণী ইতিমধ্যেই বাস্তৱত পৰিণত হৈছে। আমেৰিকা যুক্তৰাষ্ট্ৰক এখন স্বাধীন আৰু মহান ৰাষ্ট্ৰ হিচাপে গঢ়ি তোলাত যিকেইজন মানুহে আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল তেওঁলোকৰ ভিতৰত বিশেষভাৱে লেখত ল'ব লগীয়া এজন মানুহ আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন।

# বেঞ্জামিন ফ্রেঙ্কলিনৰ আমেৰিকালৈ প্ৰত্যাৱৰ্তন আৰু মৃত্যু

বেঞ্জামিন ফ্রেঙ্কলিনক যিটো দায়িত্ব দি ফ্রান্সলৈ পঠোৱা হৈছিল সেই দায়িত্ব তেওঁ অতি নিষ্ঠাৰে আৰু দক্ষতাৰে পালন কৰিলে। ফ্রান্স আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ মাজত বন্ধুত্বৰ চুক্তি নোহোৱা হ'লে আমেৰিকা যুক্তৰাষ্ট্ৰৰ পক্ষে স্বাধীনতা অৰ্জন কৰা সম্ভৱ নহ'লহেঁতেন, বা হ'লেও স্বাধীনতাৰ যুদ্ধখন অতি দীঘলীয়া হ'লহেঁতেন। ছাৰ জৰ্জ ট্ৰেভেলিয়ান নামৰ বিখ্যাত ইংৰাজ বুৰঞ্জীবিদ এজনে কৈছে যে চুক্তিখনৰ কাৰণে সকলো কৃতিত্ব একমাত্ৰ বেঞ্জামিন ফ্রেঙ্কলিনৰ প্ৰাপ্য, আৰু তেওঁ পৃথিবীৰ বুৰঞ্জীৰ সৰ্বশ্ৰেষ্ঠ কূটনীতিবিদসকলৰ ভিতৰত এজন।

আমেৰিকা যুক্তৰাষ্ট্ৰই স্বাধীনতা লাভ কৰাৰ পিছত বেঞ্জামিন ফ্রেঙ্কলিনে জীৱনৰ বাকী দিনকেইটা পেৰিছতে অতিবাহিত কৰিব পাৰিলেহেঁতেন। পেৰিছৰ গুণী-জ্ঞানী লোকসকলে তেওঁক অতিশয় শ্ৰদ্ধা কৰিছিল। বেঞ্জামিন ফ্রেঙ্কলিনেও তেওঁলোকৰ সঙ্গ খুব উপভোগ কৰিছিল। পেৰিছত থাকি যাবলৈ তেওঁৰ মনত যে একেবাৰেই ইচ্ছাৰ উদয় হোৱা নাছিল এনে নহয়। কিন্তু শেষ পৰ্য্যন্ত স্বদেশৰ আকৰ্ষণ বেছি তীব্ৰ হোৱা যেন তেওঁ অনুভৱ কৰিলে।

সুদীৰ্ঘ পাঁচ বছৰ প্ৰবাসত থাকি দেহে-কেহে পৰিশ্ৰম কৰি স্বদেশৰ সেৱা কৰাৰ পিছত তেওঁ অৱশেষত ঘৰলৈ ঘূৰি যাবলৈ ঠিক কৰিলে। দীঘলীয়া সমুদ্ৰ-ভ্ৰমণৰ অন্তত ১৭৮৫ খ্ৰীষ্টাব্দৰ ১৪ ছেপ্টেম্বৰৰ দিনা তেওঁ নিজৰ প্ৰিয় চহৰ ফিলাডেলফিয়াত ভৰি দিলে। আমেৰিকাবাসীৰ অতি প্ৰিয় জন-নায়ক আৰু পথ-প্ৰদৰ্শকজনক স্বদেশলৈ আদৰণি জনাবলৈ হাজাৰ হাজাৰ মানুহ সমবেত হ'ল। গীৰ্জাই গীৰ্জাই মঙ্গল-সূচক ঘণ্টা বাজিবলৈ ধৰিলে। জাউৰিয়ে জাউৰিয়ে বৰটোপৰ শব্দই চৌদিশ নিনাদিত কৰি তুলিলে।

জীৱনৰ ভাটি বয়সত বেঞ্জামিন ফ্রেঙ্কলিনক কেবাটাও জটিল ৰোগে আক্ৰমণ কৰিছিল। সেইবোৰৰ ভিতৰত বাত-বিষ আৰু মূত্ৰাশয়ত হোৱা পাথৰেই আছিল প্ৰধান। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰদূত হিচাপে পেৰিছত সুদীৰ্ঘ পাঁচ বছৰ কাল কঠোৰ পৰিশ্ৰম কৰিব লগা হোৱাৰ ফলত তেওঁৰ ৰোগৰ জটিলতা আগতকৈ বহুগুণে বৃদ্ধি পালে। তাতে তেওঁৰ বয়সো এতিয়া আশীৰ ওচৰ চাপিবৰ হ'ল। ৰোগৰ যন্ত্ৰণা লাঘৱ কৰিবৰ কাৰণে তেওঁ প্ৰায়েই কানি খাব লগা হৈছিল। কিন্তু এতিয়া কানিয়েও কাম নিদিয়া হ'ল। মুঠতে তেওঁৰ শেষ জীৱন শাৰীৰিকভাৱে অতি যন্ত্ৰণা-পূৰ্ণ হৈ পৰিল।

কিন্তু সেই বুলি বেঞ্জামিন ফ্রেঙ্কলিন বাৰ্ধক্য আৰু যন্ত্ৰণাৰ ওচৰত হাৰ মানি হাত সাবটি বহি থকা মানুহ নহয়। তেওঁ আগৰ দৰেই কাম কৰি যাবলৈ ধৰিলে। বেঞ্জামিন ফ্রেঙ্কলিনৰ জীৱনৰ সৰ্বশেষ গুৰুত্বপূৰ্ণ কামটো আছিল স্বাধীন আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধান প্ৰণয়নত অংশ-গ্ৰহণ। পৃথিবীৰ বুৰঞ্জীত সেইখনেই আছিল প্ৰথম লিখিত সংবিধান আৰু সেইখন সংবিধানে পৃথিবীৰ প্ৰায় সকলো দেশৰ ৰাজনৈতিক চিন্তাৰ ওপৰত গভীৰ প্ৰভাৱ পেলাইছে। ১৭৮৭ খ্ৰীষ্টাব্দত সেই সংবিধানৰ প্ৰণয়নৰ কাম শেষ কৰি তাক আনুষ্ঠানিকভাৱে গ্ৰহণ কৰা হয়। সংবিধানত চহী কৰা প্ৰধান নেতাকেইজনৰ ভিতৰত এজন আছিল বেঞ্জামিন ফ্রেঙ্কলিন। সেই সময়ত তেওঁৰ বয়স হৈছিল একাশী বছৰ।

বেঞ্জামিন ফ্রেঙ্কলিনৰ জীৱনৰ কাম এতিয়া প্ৰায় সমাপ্ত হ'ল। ছপাশালৰ যোগালি হিচাপে জীৱন আৰম্ভ কৰা ল'ৰাজনে কেৱল নিজৰ চেষ্টা আৰু মনোবলেৰে বিভিন্ন বিষয়ত নিজকে শিক্ষিত আৰু পাৰ্গত কৰি জীৱনটো শেষ কৰিলে তেওঁৰ যুগৰ এজন মহান ৰাষ্ট্ৰনেতা, দাৰ্শনিক আৰু বৈজ্ঞানিক হিচাপে। ১৭৮৭ খ্ৰীষ্টাব্দত আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানত চহী কৰাৰ পিছৰ বছৰতে তেওঁ ৰাজহুৱা জীৱনৰ পৰা অৱসৰ ল'লে।

১৭৯০ খ্ৰীষ্টাব্দৰ ১৭ এপ্ৰিলৰ দিনা বেঞ্জামিন ফ্ৰেঙ্কলিনে নিজৰ বিছনাত শুই থকা অৱস্থাতে শেষ নিশ্বাস ত্যাগ কৰিলে। তেওঁৰ প্ৰতি শেষ শ্ৰদ্ধা জনাবলৈ কুৰি হেজাৰ মানুহ শ্মশান-যাত্ৰী হৈছিল। কোনো এজন মৃতকৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ আমেৰিকাত ইমান মানুহ সমবেত হোৱাৰ ঘটনা আছিল এইটোৱেই প্ৰথম। মৃত্যুৰ কিছু দিনৰ আগতে বেঞ্জামিন ফ্ৰেঙ্কলিনে লিখিছিল— 'মই মোৰ গোটেই জীৱনটো এনেভাৱে যাপন কৰিব পাৰিছোঁ যে কোনো এজন মানুহৰেই এনে কথা ক'বলৈ সাধ্য নাই,— বেঞ্জামিন ফ্ৰেঙ্কলিনে মোৰ কিবা অপকাৰ কৰিছিল। বুঢ়া বয়সত ইয়াতকৈ শান্তি বা স্বস্তিৰ কথা আন একো থাকিব নোৱাৰে।' বেঞ্জামিন ফ্ৰেঙ্কলিনে তেওঁৰ প্ৰজ্ঞা, সততা আৰু মধুৰ স্বভাৱেৰে এনেকৈয়ে আমেৰিকাৰ মানুহৰ মন জয় কৰিছিল। এজন বিখ্যাত আমেৰিকান পণ্ডিতে লিখিছে— 'আমেৰিকানসকলে বীৰ-পূজা কৰি ভাল পায়। তেওঁলোকে জৰ্জ ৱাশ্বিংটনক ভক্তি কৰে; টমাছ জেফাৰছনক শ্ৰদ্ধা কৰে; আব্ৰাহাম লিঙ্কনৰ জীৱনটোক কিম্বদন্তীত পৰিণত কৰে। কিন্তু তেওঁলোকে নিজৰ আপোন মানুহ বুলি ভাবে একমাত্ৰ বেঞ্জামিন ফ্ৰেঙ্কলিনক। এজন আমেৰিকান বুলিলে যিজন মানুহৰ কথা আৰু তেওঁৰ যিবোৰ বিশেষ গুণাৱলীৰ কথা আমাৰ মনলৈ আহে— ঠিক তেনে এজন মানুহ আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন।' যিবোৰ গুণৰ অনুশীলন কৰি আমেৰিকানসকলে মাত্ৰ দুশ বছৰৰ ভিতৰতে এখন নতুনকৈ আবিষ্কৃত দেশক পৃথিৱীৰ ভিতৰত আটাইতকৈ ধনী আৰু শক্তিশালী ৰাষ্ট্ৰত পৰিণত কৰিব পাৰিলে, সেই গুণবোৰ আয়ত্ত কৰিবলৈ বেঞ্জামিন ফ্ৰেঙ্কলিনেই আমেৰিকানসকলক প্ৰথমে বাট দেখুৱাইছিল। সেইকাৰণে বেঞ্জামিন ফ্ৰেঙ্কলিনৰ মৃত্যুৰ দুশ বছৰৰ পিছতো তেওঁৰ স্মৃতি আমেৰিকানসকলৰ মনত সেউজীয়া হৈ আছে আৰু তেওঁৰ প্ৰভাৱ হৈ আছে জীৱন্ত।

বেঞ্জামিন ফ্ৰেঙ্কলিনৰ প্ৰভাৱ এতিয়াও কেনেকৈ জীৱন্ত হৈ আছে, সেই কথা জানিবৰ কাৰণে ১৯৭৫ খ্ৰীষ্টাব্দত এলিচ হল নামৰ এগৰাকী সাংবাদিকে আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰিছিল। এদিন তেওঁ ব'ষ্টন লেটিন নামৰ স্কুল এখনলৈ গ'ল। ৩৪০ বছৰীয়া প্ৰাচীন এই স্কুলখনতে এসময়ত বেঞ্জামিন ফ্ৰেঙ্কলিনেও পঢ়িছিল। স্কুলখনৰ প্ৰধান শিক্ষক উইল্‌ফ্ৰেড অ'লিয়েৰিয়ে কথা-প্ৰসঙ্গত সাংবাদিকজনক ক'লে— 'পৃথিৱীৰ সকলো মহান নেতাই আছিল প্ৰচলিত মত আৰু ধ্যান-ধাৰণাৰ বিৰোধিতা কৰা লোক। অৱশ্যে তেওঁলোকে আনৰ গালৈ শিল-গুটি দলিয়াই বিৰোধিতা প্ৰকাশ কৰা নাছিল, তেওঁলোকে অন্যায়ৰ বিৰোধিতা কৰিছিল দায়িত্ববোধ সহকাৰে। আমাৰ স্কুলখনৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ২১০০। কেৱল সেইসকল ছাত্ৰ-ছাত্ৰীকহে এই স্কুলত পঢ়িবলৈ সুযোগ দিয়া হয়— যিসকলে নিজৰ প্ৰতিভাৰ জোৰত বাছনি পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰে। পৰিয়ালৰ আভিজাত্য আৰু ধন-সম্পত্তিৰ প্ৰভাৱ খটুৱাই কোনেও ইয়াত নাম-ভৰ্তি কৰিব নোৱাৰে। একমাত্ৰ উচ্চাকাঙ্ক্ষাই হ'ল এই স্কুলত পঢ়িবলৈ অহা সকলো ছাত্ৰ-ছাত্ৰীৰ সাধাৰণ বৈশিষ্ট্য। আমাৰ স্কুলে অনুসৰণ কৰা এই সকলো আদৰ্শৰ মূৰ্তি প্ৰতীক আছিল বেঞ্জামিন ফ্ৰেঙ্কলিন।'

স্কুলৰ প্ৰধান শিক্ষকজনৰ পৰা এইখিনি কথা শুনাৰ পিছত সাংবাদিকজনে কেইজনমান ছাত্ৰক লগ ধৰি বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বিষয়ে তেওঁলোকে কি ভাবে সেই কথা জানিব বিচাৰিলে। সপ্তম শ্ৰেণীৰ এজন ছাত্ৰই সাংবাদিকজনক ক'লে— 'বেঞ্জামিন ফ্ৰেঙ্কলিনৰ সময়ত মানুহে যিটো বস্তু জীৱনত পাব খোজে, সেইটো পাবৰ

কাৰণে আনৰ মুখলৈ চাই থকাৰ উপায় নাছিল। তুমি যদি জীৱনত কিবা এটা পাব খুজিছা, তেন্তে তুমি তাৰ কাৰণে কাম কৰিব লাগিব। তুমি বিচৰা বস্তুটো আন কোনেও উপযাচি তোমাৰ হাতত গুজি নিদিয়ে। নিজৰ কামৰ দ্বাৰাই নিজৰ জীৱনটো গঢ়িব লাগিব। বেঞ্জামিন ফ্রেঙ্কলিনৰ জীৱনৰ পৰা আমি এই শিক্ষাই পাওঁ।'

আন এজন ছাত্ৰই সাংবাদিকজনক ক'লে— 'বেঞ্জামিন ফ্রেঙ্কলিন আছিল এজন আবিষ্কাৰক। তেওঁ কেনেকুৱা বস্তু আবিষ্কাৰ কৰিছিল? ষ্ট'ভ, বাইফ'কেল চছমা, বিদ্যুৎ সংবাহক। অৰ্থাৎ যিবোৰ বস্তু মানুহৰ কামত লাগে কেৱল তেনেকুৱা বস্তুবোৰ আবিষ্কাৰ কৰাতহে তেওঁ মনোনিৱেশ কৰিছিল। কিন্তু আজিকালি মানুহৰ ধান্দা বেলেগ। কেৱল ফুৰ্তি-তামছা আৰু আমোদ-প্ৰমোদৰ বাহিৰে আন কোনো কামত নলগা বস্তুবোৰ আবিষ্কাৰ কৰিবলৈহে বৰ্তমান যুগৰ মানুহৰ আগ্ৰহ বেছি।'

এলিচ হল নামৰ সাংবাদিকজনে বেঞ্জামিন ফ্রেঙ্কলিনৰ বিষয়ে লিখা প্ৰবন্ধটো শেষ কৰিছে এইকেইটা বাক্যৰে— 'যিসকল ল'ৰা-ছোৱালীয়ে পুতলা ভাল পোৱাৰ দৰে কিতাপো ভাল পায়, তেওঁলোকৰ মাজত বেঞ্জামিন ফ্রেঙ্কলিন এতিয়াও জীয়াই আছে। নিজৰ জীৱনৰ মান উন্নত কৰিবৰ কাৰণে চুবুৰীৰ সিসকল লোকে ইজনে সিজনক লগত হাত মিলায়, তেওঁলোকৰ মাজত বেঞ্জামিন ফ্রেঙ্কলিন এতিয়াও জীয়াই আছে। ৰাইজৰ মঙ্গলৰ কাৰণে যিসকল ৰাজনীতিকে সজ চিন্তা আৰু সজ কাম কৰে, তেওঁলোকৰ মাজত বেঞ্জামিন ফ্রেঙ্কলিন এতিয়াও জীয়াই আছে।'

# বেঞ্জামিন ফ্রেঙ্কলিনৰ সুবচনী

চিন্তা কৰিবলৈ এৰা আৰু জীয়াই থাকিবলৈ এৰাৰ মাজত বিশেষ পাৰ্থক্য একো নাই।

সময়েই ধন। এই কথা সদায় মনত ৰাখিবা।

কিবা এটা কথাক সৰু কথা বুলি অৱহেলা কৰিলে কেতিয়াবা তাৰ পৰাই ডাঙৰ বিপদ হ'ব পাৰে। এটা গজালৰ অভাৱত ঘোঁৰাৰ খুৰাত লগোৱা নাল এপাট ব্যৱহাৰৰ অনুপযোগী হ'ল; নালৰ অভাৱত ঘোঁৰাটো অকামিলা হ'ল; ঘোঁৰাৰ অভাৱত আৰোহীজনৰ বিপদ হ'ল... ইত্যাদি।

কেৱল আশাক অৱলম্বন কৰি জীয়াই থকা মানুহে অনাহকত মৃত্যু-বৰণ কৰিব লগা হয়।

মানুহ হ'ল সঁজুলি নিৰ্মাণ কৰা প্ৰাণী। আন প্ৰাণীৰ লগত সেইটোৱেই মানুহৰ প্ৰধান পাৰ্থক্য।

দোকানখন ভালকৈ চলাবা; তেতিয়া দোকানখনেও তোমাক ভালকৈ চলাব।

এখন চৰকাৰ তেতিয়াহে প্ৰকৃততে স্বাধীন হয়— যেতিয়া শাসকসকল ৰাইজৰ সেৱকত পৰিণত হয় আৰু ৰাইজ হয় সাৰ্বভৌম প্ৰভু।

যি মানুহে সামান্য ক্ষণস্থায়ী নিৰাপত্তাৰ বিনিময়ত নিজৰ মৌলিক অধিকাৰ বিসৰ্জন দিবলৈ কুণ্ঠিত নহয়, তেনে মানুহ নিৰাপত্তা বা মৌলিক অধিকাৰ, কোনো এটাই পোৱাৰ যোগ্য নহয়।

আমি আমেৰিকানসকলে কেৱল নিজৰ অধিকাৰৰ কাৰণে সংগ্ৰাম কৰা নাই; আমি সংগ্ৰাম কৰিছোঁ সমগ্ৰ মানৱ-জাতিৰ কাৰণে।

জীৱনত বহুতো শোক-সন্তাপ আছে; কিন্তু আনন্দ আছে তাতোকৈ বহুত বেছি। সেই কাৰণেই মই জীৱনটোক ইমান ভাল পাওঁ।

কেৱল স্বাধীনতাৰ প্ৰতি প্ৰবল অনুৰাগ নহয়— তাৰ লগতে যেন ঈশ্বৰে পৃথিৱীৰ সকলো জাতিকে মানুহৰ অধিকাৰ সম্পৰ্কে সম্যক জ্ঞানৰো অধিকাৰী কৰি তোলে। তেতিয়াহে এজন জ্ঞানী মানুহে ভূ-পৃষ্ঠৰ যিকোনো এচমকা ঠাইত ভৰি দিয়েই ক'ব পাৰিব— 'এইখনেই মোৰ স্বদেশ।'

চিন্তাৰ স্বাধীনতাৰ অবিহনে প্ৰজ্ঞাৰ অস্তিত্ব থাকিব নোৱাৰে। বাক-স্বাধীনতাৰ অবিহনে জনসাধাৰণৰ স্বাধীনতা থাকিব নোৱাৰে। চিন্তা কৰাৰ স্বাধীনতা আৰু কথা কোৱাৰ স্বাধীনতা— এই দুয়োটাই প্ৰতিজন মানুহৰ মৌলিক অধিকাৰ। এই অধিকাৰৰ একমাত্ৰ সীমা হ'ল এই যে এজন মানুহৰ অধিকাৰে আন এজন মানুহৰ অধিকাৰক খৰ্ব কৰিব নালাগিব।

আঁঠু কাঢ়ি থকা এজন ভদ্ৰলোকতকৈ নিজৰ ভৰিৰ ওপৰত থিয় হৈ থকা এজন হালোৱা স্বাভাৱিকতেই বেছি ওখ।

যেতিয়া ঠগ আৰু প্ৰৱঞ্চকবোৰে নিজৰ মাজত কাজিয়া কৰিবলৈ আৰম্ভ কৰে, তেতিয়া সৎ লোকে নিজৰ হেৰুওৱা বা চুৰি হোৱা বস্তু ঘূৰাই পায়। যেতিয়া পুৰোহিতসকলে নিজৰ মাজত তৰ্ক কৰিবলৈ আৰম্ভ কৰে, তেতিয়া সাধাৰণ মানুহে প্ৰকৃত সত্যটো দেখিবলৈ পায়।

কেৱল বিশ্বাসৰ দ্বাৰাই কিবা এটা বস্তু চাবলৈ হ'লে তাৰ আগতে যুক্তিৰ চকু বন্ধ কৰিব লাগিব।

কোনো কোনো মানুহ নিজে সম্পত্তিৰ মালিক হোৱাতকৈ সম্পত্তিহে তেওঁৰ মালিক হয়।

যিজনে এই বিশ্ব-চৰাচৰ সৃষ্টি কৰিছে, সেই একেজন মাত্ৰ ঈশ্বৰত মই বিশ্বাস কৰোঁ। ঈশ্বৰক আটাইতকৈ উত্তমভাৱে সেৱা কৰাৰ একমাত্ৰ উপায় হ'ল ঈশ্বৰৰ সন্তানসকলৰ অৰ্থাৎ মানুহৰ সেৱা কৰা।

# বেঞ্জামিন ফ্রেঙ্কলিনৰ আত্ম-জীৱনীৰ এছোৱা

ছিডনি স্মিথ (১৭৭১—১৮৪৫) মূলতে এজন ধৰ্ম-যাজক আছিল যদিও এজন লেখক হিচাপেহে আজিও তেওঁ স্মৰণীয় হৈ আছে। তেওঁ 'এডিনবৰা ৰিভিউ' নামৰ বিখ্যাত আলোচনীৰ প্ৰতিষ্ঠাতা-সম্পাদক আছিল। তেওঁ নিজৰ লেখাৰ যোগেদি সদায় অন্যায়-অবিচাৰৰ প্ৰতিবাদ কৰিছিল আৰু নিৰ্য্যাতিত মানুহৰ হৈ মাত মাতিছিল। সেই সময়ৰ ইংলেণ্ডত তেওঁ এজন অতি চিন্তাশীল আৰু প্ৰভাৱশালী বুদ্ধিজীৱী বুলি পৰিগণিত হৈছিল।

এনে এজন মানুহে এদিন তেওঁৰ জীয়েকক কৈছিল— 'তুমি যদি বেঞ্জামিন ফ্রেঙ্কলিনে লিখা প্ৰতিটো শব্দৰে প্ৰশংসাৰ নকৰা, তেন্তে মই তোমাক ত্যাজ্য-পুত্ৰী কৰিম।'

বেঞ্জামিন ফ্রেঙ্কলিনে লিখা প্ৰতিটো শব্দই প্ৰশংসাৰ যোগ্য হ'লেও সেইবোৰৰ ভিতৰতো আটাইতকৈ বেছি প্ৰশংসাৰ যোগ্য হ'ল তেওঁৰ আত্ম-জীৱনীখন। ফ্রেঙ্কলিনৰ চৰিত্ৰৰ যিবোৰ গুণে তেওঁক সৰু-বৰ সকলো মানুহৰ কাৰণে এজন আদৰ্শ মানুহ কৰি তুলিছে সেই গুণবোৰ আয়ত্ত কৰিবলৈ ফ্রেঙ্কলিনে কৰা জীৱন-জোৰা সাধনাৰ কাহিনী হ'ল এই আত্ম-জীৱনীখন। অবিৰাম চেষ্টাৰ দ্বাৰা ক্ৰমে ক্ৰমে নিজৰ উৎকৰ্ষ সাধন কৰা আৰু সকলো সময়তে আনৰ উপকাৰৰ কাৰণে কাম কৰা— এই দুটাই আছিল বেঞ্জামিন ফ্রেঙ্কলিনৰ জীৱনৰ প্ৰধান ব্ৰত। তেওঁৰ আত্ম-জীৱনী পঢ়ি সকলো মানুহেই নিজৰ উৎকৰ্ষ সাধন কৰিবলৈ আৰু আনৰ উপকাৰ কৰিবলৈ প্ৰেৰণা আৰু শিক্ষা পায়। সেই কাৰণেই আত্ম-জীৱনীখন প্ৰথম প্ৰকাশ হোৱাৰ দুশ বছৰৰ পিছতো ই আজিও সমানেই জনপ্ৰিয় হৈ আছে আৰু ভৱিষ্যতেও থাকিব।

বেঞ্জামিন ফ্রেঙ্কলিনৰ আত্ম-জীৱনীখনৰ আন এটা প্ৰধান আকৰ্ষণ হ'ল তেওঁৰ ভাষা। এই পুথিখনৰ আগৰ এটা অধ্যায়তেই কৈ অহা হৈছে যে সৰল আৰু শক্তিশালী গদ্য কেনেকৈ লিখিব লাগে, সেইটো শিকাত তেওঁ সদায় গুৰুত্ব দিছিল। তেওঁ আনকি এই বুলিও কৈ গৈছে যে গদ্য-ৰচনাই জীৱনত উন্নতি কৰাত তেওঁক বহু প্ৰকাৰে সহায় কৰিছিল। উৎকৃষ্ট গদ্য বুলিলে তেওঁ নিজে কি বুজে সেই কথা ব্যাখ্যা কৰি ফ্রেঙ্কলিনে লিখি থৈ গৈছে ঃ—

'যিবোৰ শব্দই এজন লেখকৰ বক্তব্য আটাইতকৈ স্পষ্টভাৱে প্ৰকাশ কৰিব পাৰে, কেৱল সেইবোৰ শব্দহে ব্যৱহাৰ কৰিব লাগে। অৱশ্যে লগতে এই কথাও চাব লাগে যাতে শব্দবোৰ সকলোৱে সহজে বুজি পোৱা বিধৰ হয়। যিটো ভাব এটা মাত্ৰ শব্দত প্ৰকাশ কৰিব পাৰি, সেই ভাবটো প্ৰকাশ কৰিবলৈ দুটা শব্দ কেতিয়াও ব্যৱহাৰ কৰিব নালাগে। অৰ্থাৎ একেটা বাক্যত একে অৰ্থ প্ৰকাশ কৰা দুটা শব্দ ব্যৱহাৰ কৰিব নালাগে। গোটেই বাক্যটোত শব্দবোৰ এনেকৈ সজাব লাগে যাতে সেইবোৰ শুনিবলৈ শুৱলা হয়। একে আষাৰে ক'বলৈ গ'লে— বাক্যবোৰ হ'ব লাগে মিহি, স্পষ্ট আৰু চুটি।'

বেঞ্জামিন ফ্রেঙ্কলিনৰ 'আত্ম-জীৱনী'ৰ এটা সংস্কৰণৰ ভূমিকা লিখিছে হেনৰি ষ্টিল কমাগেৰে। তেওঁ আমেৰিকাৰ এজন প্ৰখ্যাত বুৰঞ্জীবিদ। কমাগেৰে তেওঁৰ ভূমিকাত লিখিছে যে ভাল গদ্যৰ যিবোৰ গুণ থকা উচিত বুলি বেঞ্জামিন ফ্রেঙ্কলিনে বিবেচনা কৰিছিল সেই আটাইবোৰ গুণ তেওঁৰ আত্ম-জীৱনীখনত দেখিবলৈ

পোৱা যায়। সেই গুণবোৰ হ'ল চেষ্টাহীন সৰলতা, স্পষ্টতা তথা প্ৰাঞ্জলতা, ঘৰুৱা জতুৱা ঠাঁচ, ভাষাৰ সজীৱতা আৰু ৰস-বোধ। এই গুণবোৰৰ কাৰণেই বেঞ্জামিন ফ্ৰেংকলিনৰ আত্ম-জীৱনীয়ে যোৱা দুশ বছৰ ধৰি চামে চামে পাঠকক মুগ্ধ কৰি আহিছে।

তলত বেঞ্জামিন ফ্ৰেংকলিনৰ আত্ম-জীৱনীৰ নমুনা হিচাপে এটা অংশৰ অসমীয়া অনুবাদ দিয়া হ'ল।

## জীৱিকাৰ সন্ধানত

কাম কৰিবৰ সময়ত মই যি পোছাক পিন্ধো, মই তেতিয়া সেই পোছাক পিন্ধি আহিলোঁ। মোৰ ভাল পোছাককেইযোৰ মই জাহাজত তুলি দিছিলোঁ। জাহাজ তেতিয়াও আহি পোৱা নাছিল। দীঘলীয়া বাট খোজ কাঢ়ি অহাৰ ফলত মোৰ গোটেই গাত মলি জমা হৈছিল। মোৰ জেপকেইটা চোলা আৰু মোজাৰে ফিন্দ খাই আছিল। গোটেই চহৰখনত মোৰ এনে কোনো এজন চিনাকি মানুহ নাছিল— যাৰ ঘৰত মই ৰাতিটোৰ কাৰণে আশ্ৰয় বিচাৰিব পাৰোঁ। খোজ কাঢ়ি আৰু নাও বাই মই ভাগৰি পৰিছিলোঁ; জিৰণি ল'বলৈ মই অকণো সময় পোৱা নাছিলোঁ। ভোকত মোৰ পেটটো পুৰিবলৈ ধৰিছিল। ধন বুলিবলৈ মোৰ হাতত আছিল মাত্ৰ এটা ওলন্দাজ ডলাৰ আৰু এটা তামৰ শ্বিলিং। মোক ন্যুৰেৰে পাৰ কৰি দিয়াৰ কাৰণে মই তামৰ শ্বিলিংটো নাৱৰ গৰাকীজনক দি দিলোঁ। তেওঁ অৱশ্যে শ্বিলিংটো ল'ব খোজা নাছিল, কাৰণ মই নিজেও নাও বাইছিলোঁ। কিন্তু শ্বিলিংটো ল'বলৈ মই তেওঁক বাধ্য কৰিলোঁ। অনেক সময়ত দেখা যায় যে হাতত বহুত ধন থকা সময়তকৈ কম ধন থকা সময়তহে মানুহ বেছি উদাৰ হ'ব পাৰে। তাৰ কাৰণ এইটোও হ'ব পাৰে যে উদাৰতা দেখুৱালে তেওঁৰ হাতত যে বেছি ধন নাই, সেই কথা আনে জানি যাব বুলি তেওঁ ভয় কৰে।

মই চাৰিওফালে চকু ফুৰাই নিজৰ বাটত আগ বাঢ়িবলৈ ধৰিলোঁ। এনেকৈ গৈ গৈ বজাৰৰ ওচৰত এজন ল'ৰাক লগ পালোঁ। তেওঁৰ হাতত এটা পাউৰুটি আছিল। কেৱল পাউৰুটি খায়েই পেট ভৰোৱাৰ অভ্যাস মোৰ আছে। ল'ৰাজনে পাউৰুটিটো ক'ত পালে বুলি মই সুধিলত তেওঁ মোক এখন দোকানৰ ঠিকনা দিলে। মই দোকানখনলৈ গৈ কেইটামান বিস্কুট বিচাৰিলোঁ। আমাৰ ব'ষ্টনত যি ধৰণৰ বিস্কুট পোৱা যায় তেনে ধৰণৰ বিস্কুট কিনিবলৈ মোৰ মন আছিল। কিন্তু মই দোকানীজনক সুধি গম পালোঁ যে তেনে ধৰণৰ বিস্কুট ফিলাডেল্‌ফিয়াত তৈয়াৰ কৰা নহয়। তেতিয়া মই তিনি পেনি দামৰ এটা পাউৰুটি বিচাৰিলোঁ। কিন্তু দোকানখনত তেনেকুৱা পাউৰুটিও নাই। অৱশেষত নিৰুপায় হৈ মই দোকানত তিনি পেনি দামৰ যি ৰুটি আছে তাকে মোক দিবলৈ দোকানীজনক ক'লোঁ। তেওঁ মোক তিনিখন ফুলি থকা খোলা-চপৰীয়া পিঠা দিলে। পিঠাকেইখনৰ আকাৰ দেখি মই অলপ আচৰিত হ'লোঁ। পিঠাকেইখন ভৰাবলৈ মোৰ জেপত ঠাই নাছিল। সেই কাৰণে মই দুই কাষলতিৰ তলত দুখন পিঠা লৈ বাকীখন পিঠা খাই খাই নিজৰ বাটত আগবাঢ়িবলৈ ধৰিলোঁ।

এইদৰে মই বজাৰৰ বাটেদি গৈ গৈ চাৰি নম্বৰ আলিবাটটোত ওলালোঁগৈ। চাৰি নম্বৰ আলিবাট পোৱাৰ আগতেই মই মিঃ ৰীডৰ পদূলি পাৰ হৈ যাব লগা হৈছিল। তেওঁ পিছলৈ মোৰ শহুৰ হৈছিল। মিঃ ৰীডৰ ঘৰৰ দুৱাৰ মুখত তেওঁৰ জীয়েকজনী থিয় হৈ আছিল। দুই কাষলতিৰ তলত দুখন পিঠা লৈ আৰু এখন পিঠা মুখেৰে কামুৰি মই বাটেদি গৈ থকা দৃশ্যটো দেখি তেওঁৰ নিশ্চয় হাঁহি উঠিছিল। মই যে সঁচাকৈয়ে এটা হাঁহি-উঠা ভুচুং-পছুৰ ৰূপ ধৰিছিলোঁ সেই বিষয়ে মোৰ নিজৰ মনতো অকণো সন্দেহ নাছিল। চাৰি নম্বৰ আলিবাটটো পায়েই আৰু আগবাঢ়ি নগৈ মই উভতিবলৈ ধৰিলোঁ। গোটেই বাটছোৱা পিঠাখন খাই খাই বজাৰখন পাক মাৰি

আহি মই নৈ-খনৰ পাৰ-ঘাট পালেহি। যিখন নাৱত মই এছোৱা বাট ফিলাডেল্‌ফিয়ালৈ আহিছিলোঁ সেই নাওখন তেতিয়া পাৰ-ঘাটত বান্ধি থোৱা আছিল। নৈৰ পানী খাবৰ মনেৰে মই নাওখনত উঠিলোঁ। নাওখনত মোৰ লগত একেলেগে অহা এগৰাকী তিৰোতা আৰু তেওঁৰ শিশু সন্তানটি নাৱত বহি আছিল। তেওঁলোক সেই নাওখনতে আৰু আগৰ ঠাই এখনলৈ যাব। এখন পিঠা খায়েই মোৰ পেট ভৰিছিল। সেইকাৰণে বাকী দুখন পিঠা মই তিৰোতাগৰাকীক দি দিলোঁ। পিঠা আৰু পানী খাই মোৰ গালৈ কিছু শক্তি আহিল। মই আকৌ ৰাস্তাত খোজ কাঢ়িবলৈ ধৰিলোঁ। এইবাৰ মই যিটো ৰাস্তা ল'লোঁ, সেইটো ৰাস্তাত মই বহুতো পৰিষ্কাৰ সাজ-পোছাক পিন্ধা মানুহ দেখিবলৈ পালোঁ। মই যোৱা ফাললৈকে তেওঁলোকো গৈ আছিল। ময়ো তেওঁলোকৰ জাকত যোগ দিলোঁ। এনেকৈ তেওঁলোকৰ লগত গৈ গৈ মই বজাৰৰ ওচৰৰ এটা ডাঙৰ ঘৰ পালোঁগৈ— য'ত চহৰখনৰ *কোৱেকাৰসকলৰসভা বহে। ময়ো তেওঁলোকৰ মাজতে বহি পৰিলোঁ। মই কিছু সময় চাৰিওফালে চকু ফুৰাই চালোঁ। কোনেও একো কথা কোৱা নুশুনিলোঁ। আগৰ নিশা খুব পৰিশ্ৰম কৰিব লগা হোৱাৰ ফলত মোৰ ভাগৰ লাগি আছিল। জিৰণি ল'বলৈ একেবাৰে সময় পোৱা নাছিলোঁ। সেইকাৰণে অলপ সময়ৰ পিছতে মই টোপনিত ঢলি পৰিলোঁ। সভা নভগালৈকে মই শুয়েই থাকিলোঁ। সভা শেষ হোৱাৰ পিছত অৱশ্যে কোনোবা এজনে মোক দয়া কৰি জগাই দিলে। ফিলাডেল্‌ফিয়াত মই অলপ সময়ৰ কাৰণে আশ্ৰয় পোৱা আৰু শুবলৈ পোৱা এইটোৱেই আছিল প্ৰথম ঘৰ।

মই আকৌ নৈখনৰ ফালে মুখ কৰি খোজ কাঢ়িবলৈ ধৰিলোঁ। আলিবাটত দেখা মানুহবোৰৰ মুখলৈ চাই যাওঁতে মই এজন ডেকা কোৱেকাৰক লগ পালোঁ। তেওঁৰ মুখৰ ভাও-ভঙ্গী মোৰ ভাল লাগিল। মই উপযাচি তেওঁক মাত লগাই সুধিলোঁ— 'চহৰখনলৈ নতুনকৈ অহা এজন অচিনাকি মানুহে আশ্ৰয় ল'ব পৰা এখন হোটেল বা আন তেনে কোনো ঠাইৰ সন্ধান আপুনি মোক দিব পাৰেনে?'

আমি সেই সময়ত 'থ্ৰী মেৰিনাছ' বুলি নাম-ফলক আঁৰি থোৱা এটা ঘৰৰ ওচৰ পাইছিলোঁহি। ডেকাজনে মোক ক'লে— 'ইয়াত তেওঁলোকে অচিনাকি মানুহক থাকিবলৈ দিয়ে। কিন্তু মানুহে এই ঠাইখনক বৰ ভাল চকুৰে নাচায়। তুমি যদি মোৰ লগত আৰু অলপ বাট খোজ কাঢ়িব পাৰা, তেন্তে মই তোমাক ইয়াতকৈ ভাল হোটেল এখন দেখুৱাই দিম।

এই বুলি কৈ তেওঁ মোক ওৱাটাৰ ষ্ট্ৰীটত থকা বেলেগ এখন হোটেললৈ লৈ গ'ল। তাত দুপৰীয়াৰ আহাৰ খোৱাৰ পিছত মোক আকৌ টোপনিয়ে ধৰিলে। হোটেলৰ পৰিচাৰকে মোক এখন বিছনা দেখুৱাই দিলে। মই গাৰ চোলা-কাপোৰ নসলোৱাকৈয়ে বিছনাত পৰিলোঁ। সন্ধিয়া ছয় বজালৈকে মই শুই থাকিলোঁ। ৰাতিৰ আহাৰ খাবৰ সময়ত কোনোবাই মোক জগাই দিলে। আহাৰ খায়েই মই আকৌ বিছনাত পৰিলোঁ আৰু পিছদিনা ৰাতিপুৱালৈকে খুব ভালকৈ শুলোঁ। শুই উঠি মই যিমান পাৰোঁ পৰিপাটিকৈ সাজ-পাৰ পিন্ধি এণ্ড্ৰু ব্ৰেডফৰ্ড নামৰ ছপাশালৰ মালিকজনৰ ঘৰলৈ গ'লোঁ। ছপাশালত মই তেওঁৰ দেউতাকক লগ পালোঁ। বুঢ়া ভদ্ৰলোকজনক মই ইয়াৰ আগতে নিউয়ৰ্কত লগ পাইছিলোঁ। তেওঁ ঘোঁৰাত উঠি মোতকৈ আগতেই ফিলাডেল্‌ফিয়া পাইছিলগৈ।

---

কোৱেকাৰ ঃ সোতৰ শতিকাত জৰ্জ ফক্স নামৰ এজন ধৰ্মীয় নেতাই Religious Society of Friends অৰ্থাৎ 'ধৰ্মীয় বন্ধু সমাজ' নামৰ এটা সংঘ প্ৰতিষ্ঠা কৰিছিল। এই বন্ধু সমাজৰ সদস্যসকলক কোৱেকাৰ নামেৰে পৰিচিত হৈছিল। তেওঁলোকে সেই সময়ত ইংলেণ্ডত প্ৰচলিত ধৰ্মমত মানি চলিবলৈ অস্বীকাৰ কৰাৰ কাৰণে তেওঁলোকৰ ওপৰত নানা উৎপীড়ন চলিছিল। ফলত তেওঁলোকৰ বহুতেই স্বদেশ ত্যাগ কৰি আন দেশলৈ বিশেষকৈ আমেৰিকালৈ গুচি গৈছিল, তেওঁলোকেই বৰ্তমানৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভেটি স্থাপন কৰিছিল।

বুঢ়াজনে পুতেকৰ লগত মোক চিনাকি কৰি দিলে। পুতেকে মোক খুব আদৰ-সাদৰ কৰি পুৱাৰ আহাৰ খাবলৈ দিলে। কিন্তু তেওঁ মোক ক'লে যে তেওঁৰ ছপাশালত এতিয়া চাকৰি খালি নাই, কাৰণ মাত্ৰ দুদিনমানৰ আগতে তেওঁ এজন মানুহ নিয়োগ কৰিছে। কিন্তু লগতে তেওঁ মোক এই বুলিও খবৰ দিলে যে কেইমাৰ নামৰ এজন মানুহে চহৰখনত এটা নতুন ছপাশাল আৰম্ভ কৰিছে, আৰু তাত মই চাকৰি পাবও পাৰোঁ। যদিহে তাত মই চাকৰি নাপাওঁ, তেন্তে মই জীৱিকাৰ কিবা এটা উপায় বিচাৰি নোপোৱালৈকে তেওঁৰ লগতে কিছুদিন থাকিব পাৰোঁ; তেওঁ মোক তেওঁৰ ছপাশালত ইটো-সিটো কাম কৰিবলৈ দিব।

বুঢ়া ভদ্ৰলোকজনে নিজেই মোক নতুন মুদ্ৰকজনৰ ওচৰলৈ লৈ গ'ল। আমি যেতিয়া তেওঁক লগ পালোঁ, বুঢ়া ভদ্ৰলোকজনে তেওঁক ক'লে— 'মই আপোনাৰ ওচৰলৈ ছপাশালৰ কাম জনা এজন ডেকা মানুহ লৈ আহিছোঁ। আপোনাৰ ছপাশালত তেওঁৰ কাৰণে কিবা কাম ওলাবও পাৰে।'

কেইমাৰে মোক কেইটামান প্ৰশ্ন সুধিলে আৰু মই কম্প'জিঙৰ কামক কিমান জানো সেইটোও পৰীক্ষা কৰিলে। তাৰ পিছত তেওঁ মোক ক'লে যে ঠিক সেই মুহূৰ্তত তেওঁৰ ছপাশালত কোনো পদ খালি নাই যদিও দুই-এদিনৰ ভিতৰতে তেওঁ মোক কামত নিয়োগ কৰিব। বুঢ়া ব্ৰেডফৰ্ডক তেওঁ আগতে কেতিয়াও লগ পোৱা নাছিল। ব্ৰেডফ'ৰ্ডক তেওঁ ফিলাডেল্‌ফিয়াৰ মানুহ বুলি ধৰি ল'লে। তদুপৰি তেওঁ মনতে এনেকুৱা এটা ধাৰণাও কৰিলে যে ব্ৰেডফ'ৰ্ড নিশ্চয় তেওঁৰ শুভাকাঙ্ক্ষী; নহ'লে তেওঁ উপযাচি ছপাশালৰ কাম জনা এজন মানুহ লৈ কেইমাৰৰ ওচৰলৈ কিয় আহিব? কেইমাৰে ব্ৰেডফ'ৰ্ডৰ লগত তেওঁৰ ব্যৱসায়ৰ বৰ্তমান অৱস্থা আৰু ভৱিষ্যতৰ পৰিকল্পনাৰ বিষয়ে কথা পাতিবলৈ ধৰিলে। আনহাতে ব্ৰেডফ'ৰ্ডে তেওঁ যে আনজন মুদ্ৰকৰ পিতৃ, সেই কথা প্ৰকাশ নকৰি কেইমাৰৰ ব্যৱসায়ৰ সকলো কথা খুচৰি খুচৰি জানিবলৈ বিচাৰিলে। মই ওচৰতে থিয় হৈ সকলো কথা শুনি আছিলোঁ। মোৰ বুজিবলৈ বাকী নৰ'ল যে তেওঁলোক দুজনৰ এজন হ'ল অতি চালাক-চতুৰ পকা ব্যৱসায়ী আৰু আনজন ব্যৱসায়ত নতুনকৈ নমা আৰু ব্যৱসায়ৰ তলা-নলা নজনা আঁকৰা মানুহ। ব্ৰেডফ'ৰ্ড যোৱাৰ পিছত মই যেতিয়া কেইমাৰক তেওঁৰ আচল পৰিচয়টো দিলোঁ, কেইমাৰ অতি আচৰিত হ'ল।

কেইমাৰৰ ছপাশালৰ সঁজুলিবোৰ আছিল অতি পুৰণি আৰু ভগা-ছিগা। মই কামত যোগ দিবৰ সময়ত কেইমাৰে এজন স্থানীয় কবিৰ এটা কবিতা কম্প'জ কৰি আছিল। তেওঁ নিজেও পদ্য লিখিছিল, কিন্তু পদ্য লিখাত তেওঁ সিদ্ধ-হস্ত নাছিল। অৱশ্যে তেওঁ পদ্য ঠিক লিখিছিল বুলি ক'ব নোৱাৰি, কাৰণ তেওঁ পদ্যবোৰ কলমেৰে লিখাৰ পৰিৱৰ্তে পোনে পোনে টাইপত কম্প'জ কৰিছিল। মই কেইমাৰৰ ছপাশালত যোগ দিয়াৰ সময়ত এই পদ্যবোৰ কম্প'জ কৰিবৰ কাৰণে ছপাশালটোৰ আটাইবোৰ আখৰ ব্যৱহাৰ কৰিব লগা হৈছিল; আন কামৰ কাৰণে কোনো কাম বাকী নাছিল। অৰ্থাৎ ঠিক সেই সময়ত ছপাশালটোত মোৰ কাৰণে আখৰ নাছিল। কাম ওলালেই ছপাশাললৈ আহিম বুলি কৈ মই ব্ৰেডফ'ৰ্ডৰ ঘৰলৈ ঘূৰি আহিলোঁ। ব্ৰেডফ'ৰ্ডে কেইদিনমানৰ কাৰণে মোক অলপ কাম দিলে। বিনিমত মই তেওঁৰ ঘৰত থাকিবলৈ আৰু খাবলৈ পালোঁ। কেইদিনমানৰ পিছত কেইমাৰে মোক স্থানীয় কবিজনৰ কবিতাটো ছপা কৰিবলৈ মাতি পঠালে। ইতিমধ্যে তেওঁ আৰু দুটা টাইপৰ বাকচ কিনিলে আৰু এখন প্ৰচাৰ-পুস্তিকা ছপা কৰিবলৈকো অৰ্ডাৰ পালে। তেওঁ মোক সেই কামত লগাই দিলে।

ব্ৰেডফ'ৰ্ড আৰু কেইমাৰ কোনো এজনৰেই ছপাশালৰ কামৰ কাৰণে লাগতিয়াল শিক্ষা আৰু অৰ্হতাখিনি নাছিল। ব্ৰেডফ'ৰ্ড আছিল তেনেই নিৰক্ষৰ; তদুপৰি মুদ্ৰকৰ কোনো যোগ্যতা লৈ তেওঁ ওপজা নাছিল। কেইমাৰৰ অৱশ্যে অলপ শিক্ষা-দীক্ষা আছিল; কিন্তু তেওঁ আছিল কেৱল এজন কম্প'জিটৰ। আচল ছপা

কামৰ বিষয়ে তেওঁৰ একো জ্ঞান নাছিল। পিছলৈ মই এই কথাও জানিব পাৰিছিলোঁ যে দৰকাৰ হ'লে আনক প্ৰতাৰণা কৰিবলৈকো তেওঁ কুণ্ঠিত নহৈছিল। মই তেওঁৰ ছপাশালত কাম কৰি ব্ৰেডফ'ৰ্ডৰ ঘৰত থকা কথাটো তেওঁ সমূলি ভাল পোৱা নাছিল। তেওঁৰ নিজৰো এটা ঘৰ আছিল; কিন্তু তাত শুবলৈ খাট বা বহিবলৈ চকী আদি একো আচবাব নাছিল। সেই কাৰণে তেওঁ মোক সেই ঘৰটোত থাকিবলৈ ক'ব নোৱাৰিছিল। কিন্তু তেওঁ কিছুদিনৰ ভিতৰতে মিঃ ৰীডৰ ঘৰত মোৰ থকাৰ বন্দৱস্ত কৰি দিলে। মিঃ ৰীডৰ কথা ওপৰত উল্লেখ কৰি আহিছোঁ। তেওঁ ব্ৰেডফ'ৰ্ডৰ ঘৰটোৰ গৰাকী আছিল। মই ৰীডৰ ঘৰত থাকিবলৈ লোৱাৰ কিছুদিনৰ ভিতৰতে মোৰ কাপোৰ-কানিৰ বাকচটোও আহি পালে। গতিকে মই পিঠা খাই খাই আলিবাটেদি খোজ কাঢ়ি আহি থাকোঁতে কুমাৰী ৰীডে মোক প্ৰথম দিনা যি হাঁহি-উঠা ৰূপত দেখিছিল তাতোকৈ অলপ দেখনিয়াৰ ৰূপত মই নিজকে তেওঁৰ চকুৰ আগত তুলি ধৰিব পৰা হ'লোঁ।

মই এতিয়া চহৰখনৰ কিতাপ পঢ়ি ভাল পোৱা ডেকা কেইজনমানৰ লগত চা-চিনাকি হ'বলৈ আৰম্ভ কৰিলোঁ। তেওঁলোকৰ সঙ্গত কটোৱা সন্ধিয়াৰ সময়খিনি মোৰ কাৰণে অতি উপভোগ্য হৈ উঠিল। আনহাতে অধ্যৱসায় আৰু মিতব্যয়িতাৰ অনুশীলন কৰি মই ধন ঘটিবলৈকো আৰম্ভ কৰিলোঁ আৰু ভালকৈ খাই-বৈ থাকিব পৰা হ'লোঁ। ব'ষ্টনৰ কথা মই যিমান পাৰোঁ পাহৰি থকা হ'লোঁ। মই এতিয়া থাকোঁ সেই কথা ব'ষ্টনত কোনো মানুহেই জনাটো মই নিবিচাৰিছিলোঁ। অৱশ্যে মোৰ বন্ধু কলিনছৰ কথা আছিল সুকীয়া। তেওঁৰ লগত মই সদায় যোগাযোগ ৰাখি চলিছিলোঁ।

কেইমাৰ আৰু মই দুয়ো ইজনে সিজনৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি চলিছিলোঁ। তেওঁৰ আগৰ উৎসাহ-উদ্দীপনা খুব বেছি হ্ৰাস পোৱা নাছিল আৰু তেওঁ তৰ্ক কৰি ভাল পাইছিল। সেই কাৰণে আমাৰ মাজত প্ৰায়ে তৰ্ক-বিতৰ্ক হৈছিল। কেইমাৰৰ লগত তৰ্ক কৰোঁতে মই চক্ৰেটিছে অনুসৰণ কৰা পদ্ধতি প্ৰয়োগ কৰিছিলোঁ। তৰ্কৰ মাজতে মই তেওঁক মূল বিষয়টোৰ লগত কোনো সম্পৰ্ক নথকা প্ৰশ্ন কৰি বিষয়টোৰ পৰা বহু দূৰলৈ আঁতৰাই আনিছিলোঁ। কিন্তু পিছত ক্ৰমে ক্ৰমে পুনৰ তেওঁক মূল বিষয়টোলৈ ঘূৰাই নিছিলোঁ। মই তেওঁক এনেকৈ ফান্দত পেলাইছিলোঁ যে বহুত সময়ত তেওঁ মোৰ প্ৰশ্নৰ উত্তৰ দিব নোৱৰা হৈছিল বা নিজে কোৱা কথাকে নিজেই খণ্ডন কৰিছিল। অৱশেষত তেওঁ ইমান সতৰ্ক হৈ পৰিল যে মোৰ প্ৰত্যেকটো প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে তেওঁ মোক প্ৰশ্ন কৰা হ'ল— 'ইয়াৰ পৰা তুমি কি অনুমান কৰি ল'ব খুজিছা?'

সি যি কি নহওক, এই তৰ্ক-বিতৰ্কবোৰৰ ফলত মোৰ বুদ্ধি-বৃত্তিৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আগতকৈ বহুখিনি বাঢ়ি গ'ল। সেই সময়ত তেওঁ এটা নতুন ধৰ্ম-মত প্ৰৱৰ্তন কৰাৰ কথা মনতে ভাবি-গুণি আছিল। সেই কামত তেওঁৰ সহযোগী হ'বলৈ কেইমাৰে মোক অনুৰোধ কৰিলে। তেওঁৰ প্ৰস্তাৱটো হ'ল এই যে এই নতুন ধৰ্ম-মত প্ৰচাৰ কৰিব আৰু তাৰ বিৰোধিতা কৰাসকলৰ মুখ মই তৰ্ক কৰি বন্ধ কৰিম। কিন্তু তেওঁ যেতিয়া মোৰ আগত তেওঁৰ নতুন ধৰ্ম-মত ব্যাখ্যা কৰিবলৈ ধৰিলে তেতিয়া মই তাত কেবাটাও খুঁত বিচাৰি পালোঁ। মই তেওঁক ক'লোঁ যে তেওঁ মোৰ আপত্তিবোৰ মানি লৈ মোৰ নিজৰ কেইটামান কথাও তেওঁৰ ধৰ্ম-মতৰ ভিতৰত সুমাই ল'লেহে মই তেওঁৰ সহযোগী হিচাপে কাম কৰিব পাৰিম।

কেইমাৰে তেওঁৰ দাঢ়িবোৰ দীঘলকৈ ৰাখিছিল, কাৰণ ইহুদী ধৰ্ম-শাস্ত্ৰত কোৱা হৈছে— 'তুমি তোমাৰ দাঢ়িৰ আগবোৰ নাকাটিবা।' সেইদৰে তেওঁ শাস্ত্ৰৰ বিধান অনুযায়ী 'ছাবাথ' (sabbath) অৰ্থাৎ সপ্তাহৰ সপ্তম দিনটোত সম্পূৰ্ণ কৰ্ম-বিৰতি পালন কৰিছিল। এই দুয়োটা শাস্ত্ৰীয় বিধান তেওঁ অতি নিষ্ঠাৰে পালন কৰিছিল। আনহাতে মই দুয়োটা কথাকে খুব বেয়া পাইছিলোঁ। কিন্তু এটা চৰ্তত মই তেওঁৰ এই দুয়োটা কথা মানি ল'বলৈ

ৰাজী হৈছিলোঁ। চৰ্তটো আছিল এই যে তেওঁ কোনো জন্তুৰ মাংস খাব নোৱাৰিব। তেওঁ মোৰ এই চৰ্ত মানি ল'বলৈ টান পাইছিল। 'মোৰ শৰীৰে এইটো সহ্য নকৰিব'— তেওঁ মোক কৈছিল। মই তেওঁক আশ্বাস দি কৈছিলোঁ যে তেওঁৰ শৰীৰে জন্তুৰ মাংস নোখোৱাৰ নীতিতো সহ্য কৰিবই; তদুপৰি ইয়াৰ ফলত তেওঁৰ শৰীৰৰ বস্তুত উপকাৰ হ'ব।

কেইমাৰ খুব ভোজন-বিলাসী আছিল। মাংস নোখোৱাৰ ফলত তেওঁৰ ভোজনৰ আনন্দৰ যিখিনি ক্ষতি হ'ব, সেইখিনি মই আন প্ৰকাৰে পূৰণ কৰি দিবলৈ গাত ল'লোঁ। নতুন খাদ্যাভাস মানি চলিবলৈ তেওঁ ৰাজী হ'ল— অৱশ্যে যদিহে মই তেওঁৰ লগত থাকোঁ। মই তেওঁৰ প্ৰস্তাৱত সন্মতি দিলোঁ, আৰু তিনি মাহ আমি দুয়ো একেলগে নতুন খাদ্যৰ জুতি ল'বলৈ ধৰিলোঁ। আমাৰ একেটা চুবুৰীতে থকা এগৰাকী তিৰোতাক মই চল্লিশটা খাদ্য-প্ৰণালীৰ এখন তালিকা দিলোঁ। সেই খাদ্য-তালিকাত পশু-পক্ষী বা মাছ একোৱেই নাছিল। বিভিন্ন সময়ত বিভিন্ন খাদ্য তৈয়াৰ কৰিবলৈ মই তিৰোতাগৰাকীক নিৰ্দেশ দিলোঁ। এই নতুন খাদ্য খাবলৈ লোৱাৰ ফলত আৰ্থিকভাৱেও মোৰ লাভ হৈছিল, কাৰণ এই নিৰামষি খাদ্য আছিল তুলনা-মূলকভাৱে সস্তা। নিৰামিষ খাদ্য খাবলৈ লোৱাৰ ফলত মোৰ একো অসুবিধা হোৱা নাছিল; বৰং ভালেই লাগিছিল। কিন্তু কেইমাৰে খুব কষ্ট পাবলৈ ধৰিলে। নিৰামিষ খাদ্য খাই খাই খাদ্যৰ প্ৰতি তেওঁৰ অৰুচি হ'বলৈ ধৰিলে। মাংসৰ জুতি ল'বলৈ তেওঁ ব্যাকুল হৈ উঠিল। এদিন তেওঁ এটা গাহৰি জুইত পুৰি ৰান্ধিবলৈ হুকুম দিলে। গাহৰিটো খাবলৈ তেওঁ মোক আৰু লগতে দুগৰাকী বান্ধৱীক নিমন্ত্ৰণ কৰিছিল। কিন্তু আমি গৈ পোৱাৰ আগতেই গাহৰিটো জুইৰ পৰা টেবুললৈ অনা হৈছিল। পোৰা গাহৰিটো দেখা মাত্ৰে কেইমাৰৰ ইমান লোভ লাগিল যে আমালৈ অপেক্ষা নকৰি তেওঁ খাবলৈ আৰম্ভ কৰি দিলে। আমি গৈ পোৱাৰ আগতেই তেওঁ গোটেই গাহৰিটো খাই শেষ কৰিলে।

এই সময়ছোৱাত মই কুমাৰী ৰীডৰ লগত বিবাহৰ প্ৰাথমিক প্ৰস্তুতি স্বৰূপে বন্ধুত্ব কৰিবলৈ (courtship) আৰম্ভ কৰিছিলোঁ। তেওঁৰ প্ৰতি মোৰ গভীৰ স্নেহ আৰু শ্ৰদ্ধা আছিল; মোৰ প্ৰতিও তেওঁৰ মনত একে ধৰণৰ অনুভূতি আছে বুলি মোৰ মনত এটা ধাৰণা হৈছিল। কিন্তু সেই সময়তে মই এটা দীঘলীয়া ভ্ৰমণত বাহিৰ হোৱাৰ কথা চলিছিল। তদুপৰি আমাৰ দুয়োৰে বয়স আছিল খুব কম; ওঠৰতকৈ অলপহে বেছি। সেই কাৰণে কুমাৰী ৰীডৰ মাকে ভাবিছিল যে মই ঘূৰি অহাৰ পিছতহে আমাৰ বিয়াখন হ'লে ভাল হ'ব আৰু তাৰ আগতে আমাৰ সম্পৰ্ক খুব ঘনিষ্ঠ হোৱাটো উচিত নহ'ব।

এই সময়ছোৱাত মোৰ ঘনিষ্ঠ বন্ধুকেইজন আছিল চাৰ্লছ্ অ'ছ্বৰ্ণ, জোছেফ ওৱাট্ছন আৰু জেম্ছ ৰালফ। তেওঁলোক আটাইকেইজনেই কিতাপ পঢ়ি খুব ভাল পাইছিল। প্ৰথম দুজন আছিল চাৰ্লছ্ ব্ৰগ্ডেন নামৰ এজন নাম-জ্বলা তৰণীৰ কেৰাণী; তৃতীয়জন আছিল এজন সদাগৰৰ কেৰাণী। ওৱাট্ছন খুব ধৰ্ম-ভীৰু আৰু চৰিত্ৰবান ডেকা আছিল। কিন্তু বাকী দুজনে ধৰ্মৰ নীতি-নিয়ম খুব নিষ্ঠাৰে মানি নচলিছিল। অছ্বৰ্ণ আছিল স্পষ্টবাদী, অকপট, সুবুদ্ধিপূৰ্ণ আৰু বন্ধুবৎসল; কিন্তু সাহিত্যৰ ক্ষেত্ৰত তেওঁ আনক সমালোচনা কৰি খুব ভাল পাইছিল। ৰালফৰ প্ৰত্যুৎপন্নমতি আছিল অতি তীক্ষ্ণ। তেওঁৰ আচৰণ আছিল অতি নম্ৰ আৰু বাকপটুতা অসাধাৰণ। সঁচা কতা ক'বলৈ গ'লে তেওঁৰ নিচিনা ৰস লগাই কথা ক'ব পৰা মানুহ মই ইয়াৰ আগতে কেতিয়াও লগ পোৱা নাছিলোঁ। তেওঁলোক দুয়োজনৰে কবিতাৰ প্ৰতি গভীৰ অনুৰাগ আছিল আৰু দুয়োজনে মাজে মাজে কবিতা লিখিবলৈকো চেষ্টা কৰিছিল। প্ৰতি দেওবাৰে আমি চহৰৰ ওচৰতে থকা অৰণ্যলৈ ফুৰিবলৈ গৈছিলোঁ। অৰণ্যৰ শান্ত মধুৰ পৰিবেশত আমি ইজনে সিজনক আমাৰ লেখাবোৰ পঢ়ি শুনাইছিলোঁ আৰু পিছত আমি পঢ়া কথাবোৰ আটাইকেইজনে মিলি আলোচনা কৰিছিলোঁ।

ৰাল্ফৰ কবি হোবাৰ আকাঙ্ক্ষা আছিল। কবি হিচাপে তেওঁ যে ধনবান আৰু খ্যাতিমান হ'ব পাৰিব সেই বিষয়ে তেওঁৰ মনত অকণো সন্দেহ নাছিল। কবিতা লিখিবলৈ আৰম্ভ কৰাৰ সময়ত সকলো কবিয়েই তেওঁ নিজে কৰা ভুলবোৰৰ নিচিনা ভুল কৰে বুলি তেওঁ স্বতঃসিদ্ধভাৱে ধৰি লৈছিল। কিন্তু আছ্বৰ্ণে তেওঁক বুজালে যে আচলতে তেওঁৰ কবি-প্ৰতিভা নাই, আৰু কবিতা লিখি সময় নষ্ট কৰাতকৈ ব্যৱসায়ত মনোযোগ দিলে এদিন তেওঁ ব্যৱসায়ী হিচাপে কৃতকাৰ্য হ'ব পাৰিব। মই নিজে ভাবিছিলোঁ যে মাজে মাজে কবিতা লিখাৰ ফলত যদি মোৰ ভাষা অধিক নিমজ আৰু শুৱলা হয়, তেন্তে সেইটো একো বেয়া কথা নহয়; কিন্তু তাতকৈ বেছি দূৰলৈ যাবলৈ মোৰ ইচ্ছা নাছিল।

সেই কাৰণে আমি ঠিক কৰিলোঁ যে ইয়াৰ পিছৰখন বৈথকত আমি প্ৰত্যেকেই নিজৰ নিজৰ কবিতা পাঠ কৰিম, আৰু ইজনে সিজনৰ লেখাৰ দোষ-ত্ৰুটি আঙুলিয়াই দি আৰু সমালোচনা কৰি আমাৰ লেখাৰ মান উন্নত কৰিবলৈ চেষ্টা কৰিম। আমাৰ একমাত্ৰ উদ্দেশ্য আছিল ভাষা আৰু প্ৰকাশ-ভঙ্গীৰ উৎকৰ্ষ সাধন কৰা। সেই কাৰণে আমি মৌলিক সৃষ্টিৰ কাৰণে চেষ্টা নকৰি বাইবেলৰ অষ্টাদশ প্ৰাৰ্থনা-সংগীতটো অনুবাদ কৰিবলৈ ঠিক কৰিলোঁ। সেই প্ৰাৰ্থনা-সংগীতটোত এজন দেৱতাৰ মৰ্ত্যলৈ অগমনৰ কাহিনী বৰ্ণনা কৰা হৈছে। আমাৰ বৈঠকৰ দিন যেতিয়া চমু চাপি আহিল, আটাইতকৈ আগতে ৰাল্ফে মোৰ ওচৰলৈ আহি ক'লে যে তেওঁৰ ভাগৰ ৰচনা ইতিমধ্যে সম্পূৰ্ণ হৈছে। মই তেওঁক ক'লোঁ যে সেইকেইদিন মই নানা কামত খুব ব্যস্ত হৈ আছিলোঁ, আৰু তদুপৰি কবিতা ৰচনাৰ প্ৰতি বিশেষ আগ্ৰহ অনুভৱ নকৰাৰ কাৰণে মই নিজে একো লিখা নাই। তেতিয়া ৰাল্ফে তেওঁ লিখা কবিতাটো মোক দেখুৱালে। কবিতাটো যে সঁচাকৈয়ে উৎকৃষ্ট হৈছে সেই বিষয়ে মোৰ মনত অকণো সন্দেহ নাছিল। সেই কাৰণে কবিতাটো ভাল বুলি মই শলাগিলোঁ। তেতিয়া ৰাল্ফে মোক ক'লে— 'অ'ছ্বৰ্ণে কিন্তু মোৰ কবিতাটোত প্ৰশংসাৰ যোগ্য একো বিচাৰি নাপাব; ঈৰ্ষাৰ বশৱৰ্তী হৈ তেওঁ কেৱল সমালোচনাহে কৰিব। কিন্তু তোমাক তেওঁ ঈৰ্ষা নকৰে। সেই কাৰণে মই বিচাৰোঁ যে এই কবিতাটো তুমি লিখা বুলি তুমি অ'ছ্বৰ্ণক ক'বা। মই এনেকুৱা ভাও জুৰিম যে সময়ৰ অভাৱত মই নিজে একো লিখিব নোৱাৰিলোঁ। কবিতাটো তুমি লিখা বুলি ভাবি লৈ তেওঁ কি মন্তব্য কৰে আমি তেতিয়া চাম।'

ৰাল্ফৰ কথাত মই লগে লগে ৰাজী হ'লো আৰু তৎক্ষণাত কবিতাটো নিজৰ হাতেৰে লিখি পেলালোঁ— যাতে কবিতাটো মই লিখা নাই বুলি অ'ছ্বৰ্ণে কোনোপধ্যেই সন্দেহ কৰিব নোৱাৰে।

নিৰ্দিষ্ট সময়ত আমি তিনিওজন একেঠাইতে গোট খালোঁ। ওৱাট্ছনে তেওঁৰ কবিতাটো পঢ়িলে। কবিতাটো মোটামুটিভাৱে ভাল হৈছিল যদিও তাত বহুত খুঁতো আছিল। এৱাট্ছনতকৈ অ'ছ্বৰ্ণৰ কবিতাটো বেছি ভাল হৈছিল। ৰাল্ফে কবিতাটোৰ প্ৰতি ন্যায়-বিচাৰ কৰি ভালখিনি শলাগিলে আৰু বেয়াখিনি আঙুলিয়াই দেখুৱালে। অৱশ্যে পাঠ কৰিবলৈ তেওঁৰ নিজৰ কবিতা নাছিলেই। এইবাৰ মোৰ পাল পৰিল। মই ইতস্ততঃ কৰিবলৈ ধৰিলোঁ। কবিতা পঢ়াৰ পৰা নিষ্কৃতি পালেই যেন মই ৰক্ষা পৰোঁ। কবিতাটো শুধাৰবলৈ সময় নাপালোঁ বুলি অজুহাত দেখুৱাবলৈ মই চেষ্টা কৰিলোঁ। কিন্তু বন্ধুকেইজনে মোৰ কথা কাণতেই নুতুলিলে। কবিতা মই পঢ়িবই লাগিব— এইটোৱেই হ'ল তেওঁলোকৰ দাবী। অৱশেষত কবিতাটো মই পঢ়িলোঁ। বন্ধুকেইজনৰ অনুৰোধত কবিতাটো মই দুবাৰ পঢ়িব লগা হ'ল। ওৱাট্ছন আৰু অ'ছ্বৰ্ণে প্ৰতিযোগিতাত পৰাজয় স্বীকাৰ কৰি কবিতাটোৰ ভূয়সী প্ৰশংসা কৰিবলৈ ধৰিলে। ৰাল্ফে কবিতাটোৰ কিছু সমালোচনা কৰি দুই-এঠাইত শুধৰণি কৰিলে কবিতাটো আৰু বেছি ভাল হ'ব বুলি মন্তব্য কৰিলে। কিন্তু মস ৰাল্ফৰ সমালোচনা আৰু পৰামৰ্শ মানি নল'লোঁ। অ'ছ্বৰ্ণেও ৰাল্ফৰ বিৰোধিতা কৰি ক'লে যে ৰাল্ফ কবি হিচাপে যিমান ভাল, সমালোচক হিচাপে

সিমান ভাল নহয়। ইয়াৰ পিছত আৰু ৰাল্‌ফে বেছি তৰ্ক কৰিবলৈ ইচ্ছা নকৰিলে। ৰাল্‌ফ আৰু ওৱাট্‌ছন ঘৰলৈ যোৱাৰ পিছত অ'ছ্‌বৰ্ণে মোক ক'লে যে মোৰ কবিতাটো তেওঁ যিমান ভাল বুলি ভাবিছে— কওঁতে তেওঁ তাতকৈ অলপ কমইহে কৈছে; কাৰণ তেওঁৰ উচ্ছ্বসিত প্ৰশংসাক মই তোষামোদ বুলি ভুল কৰিব পাৰোঁ। ক'বলৈ ধৰিলে— 'আমাৰ ফ্ৰেঙ্কলিনৰ যে এনে সুন্দৰ কবিতা লিখিব পৰা প্ৰতিভা আছিল, সেই কথা কোনে বাৰু কল্পনা কৰিব পাৰিছিল? তেওঁৰ অনুবাদ আনকি মূলতকৈয়ো উৎকৃষ্ট হৈছে। মানুহৰ লগত কথা পাতোঁতে তেওঁক শব্দ বিচাৰি খপ্‌জপাই ফুৰা যেন লাগে। শব্দ বিচাৰি তেওঁ বাৰে বাৰে উজুটি খায়, ভুল কৰে। কিন্তু লিখিবৰ সময়ত তেওঁ একেবাৰে বেলেগ এজন মানুহ। লিখাৰ কি অদ্ভুত ক্ষমতা!'

আমি যেতিয়া পিছৰবাৰ লগালগি হ'লোঁ, আমি অ'ছ্‌বৰ্ণক কৰা ছলনাৰ কথাটো ৰাল্‌ফে তেওঁক কৈ দিলে। ফলত বাকীকেইজনৰ আগত অ'ছ্‌বৰ্ণ অলপ হাঁহিয়াতৰ পাত্ৰ হ'ল।

এই ঘটনাটোৰ পিছত ৰাল্‌ফৰ কবি হোৱাৰ সংকল্প আগতকৈ দৃঢ় হ'ল। তেওঁক তাৰ পৰা বিৰত কৰিবলৈ মই যিমান পাৰোঁ চেষ্টা কৰিছিলোঁ। কিন্তু প'পে (Pope) তেওঁক আৰোগ্য নকৰালৈকে ৰাল্‌ফে অবিৰামভাৱে কবিতা লিখিয়েই থাকিল। অৱশ্যে পিছলৈ তেওঁ এজন ভাল গদ্যলেখক হৈছিল। তেওঁৰ বিষয়ে আৰু কিছু কথা মই পিছত ক'ম। কিন্তু বাকী দুজনৰ বিষয়ে ক'বলৈ পিছত একো প্ৰসঙ্গ নোলাবও পাৰে। সেই কাৰণে এতিয়াই কৈ থওঁ যে এই ঘটনাৰ কেইৰছৰমানৰ পিছত মোৰ দুই বান্ধৱ মাজতেই ওৱাট্‌ছনৰ মৃত্যু হ'ল। আমাৰ গোটেইকেইজনৰ ভিতৰত তেৱেঁই আছিল আটাইতকৈ ভাল মানুহ। তেওঁৰ মৃত্যুত আমি বৰ শোক পালোঁ। অ'ছ্‌বৰ্ণ ওৱেষ্ট ইণ্ডিজলৈ গৈ উকিল হিচাপে ধন আৰু যশস্যা দুয়োটাই প্ৰচুৰ পৰিমাণে অৰ্জন কৰিছিল। কিন্তু তেওঁৰো ডেকা বয়সতে মৃত্যু হ'ল। আমাৰ দুয়োজনৰ মাজত এনে এটা চুক্তি হৈছিল যে যিজনৰে প্ৰথমে মৃত্যু হয় তেওঁ আনজনক দেখা কৰি পৰলোকৰ বৰ্ণনা দিব। কিন্তু অ'ছ্‌বৰ্ণে তেওঁৰ প্ৰতিজ্ঞা ৰক্ষা নকৰিলে।

## এটা পুথি-ভঁৰালৰ কাহিনী

মই পে'নছিল্‌ভেনিয়াত স্থায়ীভাৱে বসতি কৰিবলৈ লোৱাৰ সময়ত ব'ষ্টন আৰু তাৰ দক্ষিণৰ কোনো এখন উপনিৱেশতে এখনো ভাল কিতাপৰ দোকান নাছিল। নিউইয়ৰ্ক আৰু ফিলাডেল্‌ফিয়াৰ ছপাশালৰ গৰাকীসকলক আচলতে মুদ্ৰক বুলি নকৈ লেখাৰ কাগজ আৰু সঁজুলি বিক্ৰী কৰা দোকানী বুলিহে ক'ব পাৰি। তেওঁলোকে বিক্ৰী কৰা বস্তুবোৰ আছিল কাগজ, পঞ্জিকা, মালিতা আৰু কেইখনমান সাধাৰণ পাঠ্যপুথি। কিতাপ পঢ়ি ভাল পোৱা লোকসকলে তেওঁলোকক লগা কিতাপবোৰ ইংলেণ্ডৰ পৰা আনিবলৈ বাধ্য হৈছিল। জুণ্টো ক্লাবৰ সদস্যসকলৰে প্ৰত্যেকৰে নিজাকৈ কেইখনমান কিতাপ আছিল। জুণ্টো ক্লাবৰ বৈঠকবোৰ প্ৰথমতে এখন মদৰ দোকানত বহিছিল। কিন্তু আমি পিছত ক্লাবৰ কাৰণে এটা সৰু কোঠা ভাড়ালৈ ল'লোঁ। মই প্ৰস্তাৱ কৰিলোঁ যে ক্লাবৰ প্ৰত্যেকজন সদস্যই তেওঁলোকৰ কিতাপবোৰ ক্লাবৰ কাৰণে ভাড়া কৰা কোঠাটোত ৰাখিব লাগে, কাৰণ তেতিয়াহ'লে আমাৰ আলোচনা চলি থকাৰ সময়ত কিতাপবোৰ মেলি চোৱাৰ প্ৰয়োজন হ'লেই সেইবোৰ থাউকতে পোৱাৰ উপৰিও সদস্যসকলে কিতাপবোৰ পঢ়িবলৈ ঘৰলৈকো নিব পাৰিব। মোৰ প্ৰস্তাৱ মতে কাম কৰিবলৈ বন্ধুসকল ৰাজী হ'ল আৰু কিছুদিনৰ কাৰণে আমি সকলোৱে এটা পুথি-ভঁৰালৰ সুবিধা ভোগ কৰিবলৈ ধৰিলোঁ।

এই ক্ষুদ্র সংগ্রহটোৰ পৰাই আমাৰ ইমানবোৰ সুবিধা হোৱা দেখি মই ৰাজহুৱা বৰঙণি সংগ্ৰহ কৰি এটা ডাঙৰ পুথি-ভঁৰাল কৰাৰ প্ৰস্তাৱ দিলোঁ— যাতে তাৰ পৰা আৰু বেছি মানুহ উপকৃত হ'ব পাৰে। সেই উদ্দেশ্যে মই এখন আঁচনি আৰু নিয়মাৱলী প্ৰস্তুত কৰিলোঁ। সেইবোৰক এখন চুক্তি-পত্ৰ ৰূপে লিখি উলিয়াবলৈ মই চাৰ্লছ ব্ৰকডে'ন নামৰ এজন তৰুণীক নিয়োগ কৰিলোঁ। সেই চুক্তি-পত্ৰমতে প্ৰথমবাৰৰ কাৰণে কিতাপ কিনিবলৈ প্ৰত্যেকজন সদস্যই এক নিৰ্দিষ্ট পৰিমাণৰ নগদ ধন আদায় দিব লাগিব। সেই সময়ত ফিলাডেল্‌ফিয়াৰ বেছিভাগ মানুহেই আছিল খুব দুখীয়া। কিতাপ পঢ়া মানুহৰ সংখ্যা আছিল নিচেই তাকৰ। মই বহুত কষ্ট কৰিও পঞ্চাশজনতকৈ বেছি মানুহ উলিয়াব নোৱাৰিলোঁ। তেওঁলোকৰ বেছিভাগেই আছিল ডেকা ব্যৱসায়ী। তেওঁলোকে প্ৰত্যেকেই কিতাপ কিনিবৰ কাৰণে চল্লিশ শ্বিলিংকৈ আৰু বছৰেকীয়া বৰঙণি হিচাপে দহ শ্বিলিংকৈ দিবলৈ ৰাজী হ'ল। সেই তাকৰীয়া পুঁজিতেই আমি পুথি-ভঁৰালৰ কাম আৰম্ভ কৰিলোঁ। কিতাপবোৰ আমদানি কৰা হ'ল। বৰঙণি দি সদস্য হোৱা লোকসকলক কিতাপ দিবৰ কাৰণে সপ্তাহত এদিনকৈ পুথি-ভঁৰাল খোলা ৰখাৰ ব্যৱস্থা কৰা হ'ল। কিতাপ নিৰ্দিষ্ট সময়ত ঘূৰাই নিদিলে কিতাপৰ দামতকৈ দুগুণ ধন দিব লগা হোৱাৰ নিয়ম কৰা হ'ল। অনুষ্ঠানটোৱে অতি সোনকালেই নিজৰ উপযোগিতা প্ৰমাণ কৰি দেখুৱালে। আন আন চহৰ আৰু প্ৰদেশবোৰেও আমাৰ পুথি-ভঁৰালটোৰ আৰ্হিত পুথি-ভঁৰাল পাতিবলৈ ধৰিলে। মানুহৰ দান-বৰঙণিয়ে পুথি-ভঁৰালবোৰত কিতাপৰ সংখ্যা বৃদ্ধি কৰিবলৈ ধৰিলে; কিতাপ পঢ়াটো এটা প্ৰশংসনীয় অভ্যাসত পৰিণত হ'ল; বেছিভাগ মানুহৰ কাৰণেই আমোদ-প্ৰমোদ বা অৱসৰ-বিনোদনৰ আন উপায় নথকাত তেওঁলোকে কিতাপৰ মাজতেই আনন্দ বিচাৰিবলৈ ধৰিলে। ইয়াৰ ফলত কিতাপৰ লগত তেওঁলোকৰ সম্বন্ধ ক্ৰমাৎ গাঢ়তৰ হৈ আহিল। কেইবছৰমানৰ ভিতৰতে বাহিৰৰ পৰা অহা মানুহে এই বুলি মন্তব্য কৰিবলৈ ধৰিলে যে আন আন দেশৰ সমাজৰ একেশ্ৰেণীৰ মানুহতকৈ ফিলাডেল্‌ফিয়াৰ মানুহবোৰ বেছি শিক্ষিত আৰু বেছি বুদ্ধিমান।

# বেঞ্জামিন ফ্ৰেঙ্কলিন আৰু তেওঁৰ বাত-বিষ

## বাত-বিষৰ লগত কথা-বাৰ্তা

[ক্ৰমান্বয়ে নিজৰ উৎকৰ্ষ সাধন কৰি যোৱাটো আছিল বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ প্ৰধান লক্ষ্য। সেই উদ্দেশ্যে তেওঁ পদে পদে আত্ম-সমালোচনা কৰি নিজৰ স্বভাৱৰ দোষ-ত্ৰুটিবোৰ জানিবলৈ আৰু সেইবোৰৰ শুধৰণি কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ স্বভাৱৰ এই মহৎ গাঁথনিটো তলৰ ৰচনাখনত খুব ভালকৈ ফুটি উঠিছে। জীৱনৰ শেষ বয়সত তেওঁক বাতে (Gout) বৰ কষ্ট দিছিল। কিন্তু আন বহুতো মানুহৰ নিচিনাকৈ তেওঁ তাৰ কাৰণে নিজৰ ভাগ্যক ধিক্কাৰ দি বা যন্ত্ৰণাত কেঁকাই-গেঁথাই থাকি ক্ষান্ত হৈ থকা নাছিল। বাত-বিষৰ কাৰণবোৰ জানিবলৈ তেওঁৰ নিজৰ জীৱন-যাপনৰ প্ৰণালী আৰু অভ্যাসবোৰ ফঁহিয়াই চাইছিল আৰু নিৰ্মম আত্ম-সমালোচনাৰ দ্বাৰা তেওঁ অৱশেষত এই সিদ্ধান্তত উপনীত হৈছিল যে তেওঁৰ নিজৰ নানাবিধ কু-অভ্যাসেই তেওঁৰ জীৱনলৈ এই ৰোগ মাতি আনিছিল।

বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ পৰা আমি শিকিব পৰা আটাইতকৈ মূল্যবান শিক্ষাটো হ'ল এয়েই যে মানুহে অবিৰাম আত্ম-সমালোচনাৰ দ্বাৰা নিজৰ দোষ-ত্ৰুটিবোৰৰ শুধৰণি কৰিবলৈ চেষ্টা কৰি থাকিব লাগে; এইটোৱেই হ'ল চৰিত্ৰ-গঠনৰ সৰ্বোত্তম উপায়।]

ফ্ৰেঙ্কলিন : উহ্! উহ্! উহ্! মই কি জগৰ লগালোঁ— যাৰ কাৰণে মই ইমান যাতনা ভুগিব লগা হৈছে?

বাত : তুমি বহুত জগৰ লগাইছা। পান-ভোজনৰ ওপৰত তোমাৰ কোনো নিয়ন্ত্ৰণ নাই। খুচি মতে তুমি ভোজন কৰা, খুচি মতে তুমি সুৰা পান কৰা। তদুপৰি এলাহৰ বশৱৰ্তী হৈ তুমি ভৰি দুখনো অকণো লৰচৰ নকৰা।

ফ্ৰেঙ্কলিন : কোনে এনেকৈ মোক তিৰস্কাৰ কৰিছে?

বাত : ময়ে কৰিছোঁ। তুমি মোক চিনি পোৱা নাই? মই হ'লোঁ তোমাৰ বাত-বিষ।

ফ্ৰেঙ্কলিন : কি ক'লা? মোৰ শত্ৰু সোঁ-শৰীৰে আহি মোৰ সন্মুখত উপস্থিত?

বাত : নহয়, নহয়। মই তোমাৰ শত্ৰু নহয়।

ফ্ৰেঙ্কলিন : মই আকৌ দোহাৰিছোঁ— তুমি মোৰ শত্ৰু। তুমি যে কেৱল মোৰ শৰীৰৰ ওপৰতে অশেষ নিৰ্য্যাতন কৰিছা এনে নহয়, তুমি মোৰ খ্যাতিতো কলঙ্ক সানিছা। তুমি মোক খকুৱা আৰু মদাহী বুলি মস্কৰা কৰিছা। কিন্তু গোটেই পৃথিৱীয়ে জানে যে মই খকুৱাও নহওঁ বা মদাহীও নহওঁ।

বাত : পৃথিৱীয়ে যি খুচি ভাবি থাকক— তাত মোৰ ক'বলগীয়া একো নাই। পৃথিৱীয়ে সদায় আত্মপ্ৰসাদ লাভ কৰিয়েই মছগুল হৈ থাকে। নিজৰ প্ৰিয়জন বা বন্ধু-বান্ধৱকো পৃথিৱীয়ে সদায় প্ৰশ্ৰয় দিয়ে। কিন্তু মই এই কথা ভালকৈ জানো যে সদায় নিয়মিতভাৱে ব্যায়াম কৰা মানুহে যিমানখিনি মদ-ভাত খাব পাৰে, ব্যায়াম নকৰা মানুহে সেই একে পৰিমাণৰ মদ-ভাত খোৱা কেতিয়াও উচিত নহয়।

ফ্ৰেঙ্কলিন : কিন্তু ডাঙৰীয়ানী, ময়োতো নিয়মিতভাৱে ব্যায়াম কৰোঁ— অৰ্থাৎ মোৰ পক্ষে যিমানখিনি কৰা সম্ভৱ সিমানখিনিয়েই কৰোঁ। আপুনি নিশ্চয় এই কথা জানে যে মই মোৰ বেছিভাগ কাম বহি বহি কৰিবলগা হয়। এনে অৱস্থাত যদি বেছি ব্যায়াম কৰিবলৈ মই সময় আৰু সুবিধা নাপাওঁ তেন্তে সেইটো বোধহয় মোৰ দোষ নহয়।

বাত : মই সেইকথা কেতিয়াও নামানো। তোমাৰ ছলাহী কথা আৰু মধুৰ আচৰণতো মই ভোল নাযাওঁ। ব্যায়াম কৰিব নোৱৰাৰ কাৰণে তুমি যে ক্ষমা খুজিছা তাৰ পৰাও একো ফল নধৰে। মানি ল'লোঁ— তোমাৰ কামৰ প্ৰকৃতিয়েই এনেকুৱা যে বেছিভাগ কাম তুমি বহি বহিয়েই কৰিবলগা হয়। সেয়েই যদি হয়, তেন্তে তোমাৰ ৰং-ধেমালি আৰু আজৰি সময়ৰ আমোদ-প্ৰমোদবোৰ এনেকুৱা হোৱা উচিত যাতে তোমাৰ শৰীৰটো সেই সময়খিনিত সক্ৰিয় আৰু সচল হৈ থাকে। তুমি খোজ কাঢ়া উচিত; অথবা ঘোঁৰা চেঁকুৰোৱা উচিত। বেয়া বতৰৰ কাৰণে খোজ কাঢ়িব বা ঘোঁৰা চেঁকুৰাব নোৱাৰিলে তুমি বিলিয়াৰ্ড খোলা উচিত। কিন্তু তুমি দিনটোৰ সময়খিনি আচলতে কেনেকৈ কটোৱা, সেই কথা আমি পৰীক্ষা কৰি চাওঁ আহা। যেতিয়া ৰাতিপুৱাবোৰ খুব দীঘল হয় আৰু তুমি খোজ কাঢ়িবলৈ যথেষ্ট সময় পোৱা, তেতিয়া তুমি কি কৰা? ব্যায়াম কৰি ৰাতিপুৱাৰ আহাৰৰ কাৰণে ভোক বঢ়াবলৈ চেষ্টা কৰাৰ পৰিবৰ্তে তুমি এনেকুৱা কিছুমান বাতৰি কাকত আৰু কিতাপ পঢ়ি সময়খিনি নষ্ট কৰা— যিবোৰ নপঢ়িলেও তোমাৰ একো ক্ষতি নহয় বা পঢ়িলে একো লাভ নহয়। অথচ ভোক ভালকৈ নালাগিলেও তুমি পেট ফাটি যোৱাকৈ ইমান বেছি পৰিমাণে ৰাতিপুৱাৰ আহাৰ খোৱা যে সেইখিনি হজম কৰা তোমাৰ পক্ষে সম্ভৱ নহয়। খাই উঠিয়েই তুমি লিখিবলৈ বহা, বা নানা ধৰণৰ সকামত তোমাৰ ওচৰলৈ অহা মানুহৰ লগত কথা পাতিবলৈ আৰম্ভ কৰা। এনেকৈয়ে দুপৰীয়াৰ আহাৰৰ সময়লৈকে কোনো ধৰণৰ ব্যায়াম নকৰাকৈ তোমাৰ সময়খিনি পাৰ হৈ যায়।

কিন্তু যিহেতু তোমাৰ বেছিভাগ কাম তুমি বহি বহিয়েই কৰিব লগা হয়, সেইকাৰণে দিনৰ আগ ভাগত তুমি ব্যায়াম নকৰাৰ কথাটো মই বাৰু ক্ষমা কৰি দিলোঁ। কিন্তু দুপৰীয়াৰ আহাৰৰ পিছত তুমি কি কৰা? যি কোনো বুদ্ধিমান মানুহে সেই সময়খিনি ফুলনিত বা হাবিয়ে-বননিয়ে খোজ কাঢ়ি নিজৰ শৰীৰৰ শক্তি বৃদ্ধি কৰিবলৈ চেষ্টা কৰিলেহেঁতেন। কিন্তু তুমি কৰা? ঘণ্টাৰ পিছত ঘণ্টা ধৰি তুমি ডবা খেলত মছগুল হৈ পৰা। যি মানুহে সদায় বহি বহি কাম কৰিব লগা হয় তেনে মানুহৰ কাৰণে ডবা খেলৰ নিচিনা খেলবোৰেই

হ'ল আটাইতকৈ বেছি ক্ষতিকাৰক, কাৰণ ই শৰীৰৰ তেজ চলাচলত সহায় কৰাৰ পৰিবৰ্তে তাত বেছিকৈ বাধাহে দিয়ে। ঘণ্টাৰ পিছত ঘণ্টা ধৰি ডবা খেলত মগ্ন হৈ থাকি তুমি শৰীৰটোৰ অতুলনীয় ক্ষতি কৰা। এনে মানুহৰ শৰীৰটো নানা বেমাৰ-আজাৰৰ বাস নহৈ আন কি হ'ব? সেই কাৰণে মাজে-মাজে তোমাক জোকাৰণি দিবলৈ মই তোমাৰ শৰীৰত প্ৰৱেশ কৰিব লগা হয়।... কিন্তু মিঃ ফ্ৰেঙ্কলিন তোমাক এইবোৰ উপদেশ দি থাকোঁতে মই ইমান পৰে তোমাক আচল শিক্ষাটো দিবলৈ পাহৰিয়েই আছিলোঁ। তোমাৰ শিক্ষা কেনেকৈ হ'ব— যদিহে মাজে মাজে মই তোমাক অসহ্য যন্ত্ৰণাৰ জুতি ল'বলৈ সুযোগ নিদিওঁ?

ফ্ৰেঙ্কলিন : উহ্! উহ্! উহ্! মই আপোনাক কাবৌ কৰিছোঁ ডাঙৰীয়ানী, আপুনি মোক যিমান তিৰস্কাৰ কৰিব খোজে কৰি থাকক; কিন্তু আপোনাৰ যন্ত্ৰণাৰ শিক্ষাৰ পৰা মোক ৰেহাই দিয়ক।

বাত : ওহোঁ, সেইটো কেতিয়াও নহ'ব। যিমানখিনি শিক্ষা পালে তোমাৰ মঙ্গল হ'ব, সেইখিনি শিক্ষা মই তোমাক পুৰামাত্ৰাই দিম। তাৰ ঘনিষ্ঠমানো কম নকৰোঁ।

ফ্ৰেঙ্কলিন : উহ্! উহ্! উহ্!— মই একেবাৰেই ব্যায়াম নকৰোঁ বুলি ক'লে সঁচা কথা কোৱা নহ'ব। মই যেতিয়া মোৰ ঘোঁৰা-গাড়ীত উঠি ৰাতিৰ আহাৰ খাবলৈ বাহিৰলৈ যাওঁ আৰু আহাৰ খাই ঘূৰি আহোঁ, তেতিয়াতো যথেষ্ট ব্যায়াম কৰা হয়।

বাত : মানুহে কল্পনা কৰিব পৰা আটাইবোৰ ব্যায়ামৰ ভিতৰত তুমি এইমাত্ৰ উল্লেখ কৰাটোৱেই হ'ল আটাইতকৈ অৰ্থহীন আৰু কোনো কামত নহা ব্যায়াম। ঘোঁৰা-গাড়ীত বহি যাওঁতে তোমাৰ শৰীৰৰ যিমানখিনি অঙ্গ সঞ্চালন হয় তাৰ দ্বাৰা তোমাৰ শৰীৰৰ একো উপকাৰ নহয়। শৰীৰৰ বিভিন্ন প্ৰকাৰৰ অঙ্গ সঞ্চালনে বিভিন্ন পৰিমাণৰ উত্তাপ সৃষ্টি কৰে। কোনটো ব্যায়ামে কিমান পৰিমাণৰ উত্তাপ সৃষ্টি কৰে, সেই কথা আমি নিজৰ অভিজ্ঞতাৰ পৰাই বুজিব পাৰোঁ। উদাহৰণ স্বৰূপে তুমি যদি জাৰকালি ৰাতিপুৱা ঠাণ্ডা ভৰিৰে খোজ কাঢ়িবলৈ ওলাই যোৱা, তেন্তে এঘণ্টাৰ ভিতৰতে তোমাৰ গোটেই শৰীৰ গৰম হৈ উঠিব। কিন্তু যদি তুমি ঘোঁৰাৰ পিঠিত উঠি দৌৰিবলৈ যোৱা, তেন্তে চাৰি ঘণ্টাতো তুমি শৰীৰত সিমানখিনি উত্তাপ অনুভৱ নকৰিবা। তুমি এইমাত্ৰ ঘোঁৰা-গাড়ীত উঠি ৰাতিৰ আহাৰ খাবলৈ যোৱাৰ কথা ক'লা। তেনেকৈ ঘোঁৰা-গাড়ীত উঠি চৌব্বিছ ঘণ্টা ফুৰিলেও শৰীৰৰ একো ব্যায়াম নহ'ব। বিধাতাই খুব কম মানুহকেহে ঘোঁৰা-গাড়ীত উঠি ভ্ৰমণ কৰাৰ সুবিধা দিছে; কিন্তু আনহাতে বিধাতাই সকলো মানুহকে দুখন ভৰি দিছে। এই ভৰি দুখনৰ সমান সুবিধাজনক আৰু উপকাৰী যন্ত্ৰ আজিলৈকে কোনেও উলিয়াব পৰা নাই। সেইকাৰণে তোমাৰ ভৰি দুখনৰ কাৰণে তুমি সৃষ্টিকৰ্তাৰ ওচৰত কৃতজ্ঞ হোৱা উচিত আৰু সকলো সময়তে ভৰি দুখনৰ সদ্ব্যৱহাৰ কৰা উচিত। এখন ঠাইৰ পৰা আন এখন ঠাইলৈ খোজ কাঢ়ি যাওঁতে প্ৰত্যেকটো খোজতে তোমাৰ তেজ কেনেকৈ বেছি কোবাল গতিৰে চলাচল কৰিবলৈ আৰম্ভ কৰে, সেই কথা তুমি মন কৰি চাইছানে? তুমি অলপ ভালকৈ লক্ষ্য

কৰিলে দেখিবা— তুমি যেতিয়া খোজ কাঢ়া, তেতিয়া তোমাৰ শৰীৰৰ ভৰ এবাৰ এখন ভৰিত আৰু এবাৰ আনখন ভৰিত পৰিবলৈ আৰম্ভ কৰে; ইয়াৰ ফলত এখন ভৰিৰ ৰক্তবাহী সিৰবোৰত হেঁচা পৰে আৰু তাৰ পৰা তেজবোৰ বাহিৰ হৈ ওলাই যায়। যেতিয়া শৰীৰৰ ভৰ আনখন ভৰিত পৰে আৰু প্ৰথমখন ভৰিৰ ৰক্তবাহী সিৰৰ ওপৰত হেঁচা নোহোৱা হৈ পৰে, তেতিয়া সেইখন ভৰিলৈ পূৰ্ণ গতিৰে তেজৰ সোঁত ববলৈ আৰম্ভ কৰে। এনেকৈ খোজ কঢ়াৰ ফলত গোটেই শৰীৰতে তেজৰ চলাচল ভালকৈ হয়। খোজ কাঢ়িলে শৰীৰৰ প্ৰতিটো অঙ্গ মজবুত হয়; গাল গুলপীয়া হয়; স্বাস্থ্যৰ উন্নতি হয়। তুমি গাঁৱৰ স্বাস্থ্যৱতী মহিলাসকললৈ ভালকৈ মন কৰিবাচোন; তুমি নানা ধৰণৰ জ্ঞান-বিজ্ঞানৰ কিতাপ পঢ়ি যিমানবোৰ শিক্ষা পাইছা, তাতোকৈ বেছি কাৰ্য্যকৰী শিক্ষা তেওঁলোকে আহৰণ কৰিছে প্ৰকৃতিৰ পৰা। তেওঁলোক তোমাৰ ওচৰলৈ কেতিয়াবা আহিব লগা হ'লে আহে খোজ কাঢ়ি। দিনৰ দিনটো তেওঁ খোজকাঢ়ি ফুৰে আৰু তাকে কৰি এলাহক আৰু লগতে এলাহৰ পৰা হোৱা নানাবিধ ৰোগ-ব্যাধি দূৰতে বিদুৰ কৰি ৰাখে। ফলত তেওঁলোকৰ স্বাস্থ্য আৰু ৰূপ-লাৱণ্য সদায় অটুট হৈ থাকে। কিন্তু তুমি যদি তেওঁলোকক লগ পাবলৈ গাঁৱলৈ যাব লগা হয়, তেন্তে তুমি কি কৰা? যদিও তোমাৰ ঘৰৰ পৰা তেওঁলোকৰ গাঁৱলৈ দূৰত্ব খুব বেছি নহয়, তথাপি ঘোঁৰা-গাড়ী এখন নহ'লে তুমি তালৈ যোৱাৰ কথা কল্পনাও কৰিব নোৱৰা।

ফ্ৰেঙ্কলিন : আপোনাৰ যুক্তি-তৰ্ক শুনি শুনি মই অতিশয় ক্লান্তি অনুভৱ কৰিছোঁ।

বাত : তুমি ঠিক কথা কৈছা। মই মোৰ ভুল স্বীকাৰ কৰি লৈছোঁ। এতিয়াৰ পৰা মই মুখ বন্ধ কৰি ৰাখিম আৰু মোৰ আচল কাম অৰ্থাৎ তোমাক শিক্ষা দিয়াৰ কাম আৰম্ভ কৰিম। এতিয়া লোৱা, এইটো, এইটো, এইটো.......

ফ্ৰেঙ্কলিন : উহ্! উহ্! উহ্!— আপুনি ইচ্ছামতে কথা কৈ থাকক— মই কাবৌ কৰিছোঁ— আপুনি কথা ক'লে মই আৰু একো আপত্তি নকৰোঁ।

বাত : সেইটো নহ'ব; আজি ৰাতিটোৰ কাৰণে মই তোমালৈ যথেষ্ট পৰিমাণে যন্ত্ৰণা লৈ আহিছোঁ। তুমি নিশ্চিন্ত হৈ থাকা যে অহা কালিলৈকো তোমাৰ কাৰণে বেছ কিছু যন্ত্ৰণা জমা হৈ থাকিব।

ফ্ৰেঙ্কলিন : আপুনি কি ক'লে? মই জ্বৰত ডেই-পুৰি মৰিছোঁ। ইমান যন্ত্ৰণা মই কেনেকৈ সহ্য কৰিম? মই পাগল হৈ যাম। উহ্ ভগবান, মোৰ হৈ এই যন্ত্ৰণাখিনি আন কোনোবাই ভোগ কৰিব নোৱাৰে নে?

বাত : সেইকথা তুমি তোমাৰ ঘোঁৰাকেইটাক সোধা। সিহঁতে বহুত দিন তোমাক বিশ্বস্তভাৱে সেৱা কৰি আহিছে।

ফ্ৰেঙ্কলিন : মোৰ শৰীৰৰ এনে অৱস্থাতো আপুনি ইমান নিৰ্মমভাৱে তামচা কৰিব পাৰিছে কেনেকৈ?

বাত : তামাছা! মই মুঠতে তামাছা কৰা নাই। তুমি নিজে তোমাৰ স্বাস্থ্যৰ বিৰুদ্ধে, যিমানবোৰ

অপৰাধ কৰিছা সেইবোৰৰ এখন সম্পূৰ্ণ তালিকা মই লগত লৈ আহিছোঁ। তোমাৰ প্ৰত্যেকটো অপৰাধ ইয়াত স্পষ্টভাৱে লিখা আছে। এই তালিকাখনেই প্ৰমাণ কৰিব যে মই তোমাক তোমাৰ অপৰাধৰ কাৰণে উচিত শাস্তিয়েই বিহিছোঁ।

ফ্ৰেঙ্কলিন : তালিকাখন পঢ়কচোন।

বাত : তালিকাখন বৰ দীঘলীয়া। তোমাৰ অপৰাধবোৰো বিতংভাৱে লিখা হৈছে। কেইটামান প্ৰধান অপৰাধ মই তোমাক চমুকৈ কৈ শুনাম।

ফ্ৰেঙ্কলিন : আপুনি ক'বলৈ আৰম্ভ কৰক। মই শুনিবলৈ কাণ থিয় কৰি ৰৈ আছোঁ।

বাত : তুমি বহুতদিন সন্ধিয়াপৰত এইবুলি প্ৰতিজ্ঞা কৰিছা যে পিছদিনা ৰাতিপুৱা হওক— বহুত সময় ধৰি খোজ কাঢ়িবা, কিন্তু প্ৰতি দিনে ৰাতিপুৱা তুমি নিজৰ প্ৰতিজ্ঞা ভঙ্গ কৰিছা। প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ প্ৰতি দিনেই তোমাৰ কিবা নহয় কিবা এটা অজুহাত থাকেই। কেতিয়াবা বতৰ খুব ঠাণ্ডা, কেতিয়াবা বৰ গৰম। কেতিয়াবা বতাহ খুব জোৰকৈ দিছে, কেতিয়াবা কুঁৱলী বেছিকৈ পৰিছে।

ফ্ৰেঙ্কলিন : কিন্তু ঘোঁৰা-গাড়ীখন, তেন্তে মই কি কামত লগাম?

বাত : আন একো কৰিবলৈ উপায় নাথাকিলে তুমি ঘোঁৰা-গাড়ীখন পুৰি পেলোৱাই উচিত হ'ব। তাকে কৰিলে তুমি ঘোঁৰা-গাড়ীখনৰ পৰা অন্ততঃ অকণমান উত্তাপ পাবা— যিখিনি উত্তাপ তুমি ব্যায়ামৰ পৰা পাব পাৰিলাহেঁতেন। ঘোঁৰা-গাড়ীখন পুৰি পেলাবলৈ যদি তোমাৰ সত নেযায়, তেন্তে আন এটা প্ৰস্তাৱো বিবেচনা কৰি চাব পাৰা। পথাৰত কঠোৰ পৰিশ্ৰম কৰা গাঁৱলীয়া খেতিয়কবোৰলৈ তুমি এবাৰ লক্ষ্য কৰিবাচোন। তেওঁলোকৰ মাজত তুমি অন্ততঃ ৪/৫ জন এনেকুৱা পুৰুষ আৰু তিৰোতা দেখিবা— যিসকলক বাৰ্ধক্য অথবা অমানুষিক পৰিশ্ৰমে সম্পূৰ্ণ পঙ্গু কৰি পেলাইছে। অথচ দিনটোৰ হাড়-ভঙা খাটনিৰ অন্তত এই মানুহবোৰে তিনি-চাৰি মাইল বাট খোজ কাঢ়ি নিজৰ ভগা-পঁজালৈ ঘূৰি যাব লগা হয়। এই মানুহবোৰক তোমাৰ ঘোঁৰা-গাড়ীখনত তুলি তেওঁলোকৰ ঘৰত থৈ আহিবলৈ তুমি তোমাৰ কচোৱানক হুকুম দিব পাৰা। এই কামৰ ফলত এহাতে তোমাৰ আত্মাৰ মঙ্গল হ'ব, আনহাতে খোজ কঢ়াৰ ব্যায়ামৰ ফলত তোমাৰ শৰীৰৰ উপকাৰ হ'ব।

ফ্ৰেঙ্কলিন : আপোনাৰ কথা শুনি শুনি মোৰ মূৰ গৰম হৈ উঠিছে।

বাত : তেনেহ'লে মই মোৰ মুখ বন্ধ কৰি নিজৰ কৰিব লগীয়া কামখিনিকে কৰোঁ। তুমি পাহৰি যোৱা উচিত নহয় যে মই আচলতে তোমাৰ চিকিৎসক। তেনেহ'লে মই মোৰ চিকিৎসা আৰম্ভ কৰোঁ।

ফ্ৰেঙ্কলিন : উহ্! আপুনি চয়তান নে চিকিৎসক?

বাত : এনেকুৱা কথা ক'বলৈ তুমি মানুহজন নিশ্চয় অতি অশলাগী হ'ব লাগিব। তুমি এই কথা কিয় পাহৰি গৈছা যে মই যদি তোমাৰ শৰীৰত প্ৰৱেশ কৰি তোমাৰ চিকিৎসাৰ ভাৰ

নললৌহেঁতেন, তেন্তে আন বহুতো মাৰাত্মক ৰোগে তোমাক আক্রমণ কৰি ইতিমধ্যে তোমাক যমপুৰী পোৱালেগৈহেঁতেন।

ফ্রেঙ্কলিন : মই আপোনাৰ কথা মানি লৈছোঁ। অতীতত আপুনি মোৰ যিখিনি উপকাৰ কৰিলে তাৰ কাৰণেও মই আপোনাৰ শলাগ লৈছোঁ। কিন্তু লগতে মই আপোনাক এই বুলিও কাকুতি কৰিছোঁ যে, আপুনি যেন ভৱিষ্যতে মোৰ ওচৰলৈ আৰু নাহে। ইমান কষ্ট ভোগ কৰি আৰোগ্য লাভ কৰাতকৈ মৃত্যু বৰণ কৰাও বেছি ভাল। মোৰ প্রতি আপোনাৰ বন্ধুত্ব স্বীকাৰ কৰি লৈ ময়ো এই কথা ক'ব খোজোঁ যে ময়ো ইমান দিনে আপোনাক বন্ধু ৰূপেই গ্রহণ কৰি আহিছোঁ। তাৰ প্রমাণ স্বৰূপে এটা কথা ক'ব খোজোঁ যে মই এতিয়ালৈকে আপোনাৰ বিৰুদ্ধে কোনো চিকিৎসক বা গাঁৱলীয়া বেজ নিয়োগ কৰা নাই। এনে অৱস্থাত আপুনি যদি মোক শান্তিত থাকিবলৈ এৰি নিদিয়ে, তেন্তে ময়ো আপোনাক অশলাগী বুলি ক'বলৈ বাধ্য হ'ম।

বাত : তুমি যে গাঁৱলীয়া বেজৰ কথা কৈছা— সিহঁতে তোমাক মাৰিব পাৰে, কিন্তু সিহঁতে মোৰ গাৰ নোম এডালো লৰাব নোৱাৰে। সিহঁতক মই ঘিণ কৰোঁ। আনহাতে প্রকৃত চিকিৎসকসকলে এই কথা নিশ্চয় স্বীকাৰ কৰিব যে তোমাৰ নিচিনা মানুহৰ ক্ষেত্রত বাত-বিষ কোনো এটা বেমাৰ নহয়। বৰং সি বেমাৰৰ প্রতিকাৰহে। তেনে অৱস্থাত চিকিৎসকসকলে বেমাৰৰ প্রতিকাৰটো দূৰ কৰিবলৈ কিয় চেষ্টা কৰিছে?— মই এতিয়া আকৌ মোৰ কাম আৰম্ভ কৰোঁ।

ফ্রেঙ্কলিন : উহ্! উহ্! উহ্!— ঈশ্বৰৰ দোহাই, আপুনি ইমানতে ক্ষান্ত হওক আৰু মোক নিষ্কৃতি দিয়ক। মই শপত খাই কৈছোঁ যে, এতিয়াৰ পৰা মই আৰু কেৱল ডবা খেলি সময়বোৰ নষ্ট নকৰোঁ। মই নিতৌ নিয়মিতভাৱে ব্যায়াম কৰিম আৰু সকলো ক্ষেত্রতে সংযত হৈ জীৱনটো যাপন কৰিম।

বাত : তোমাক চিনি পাবলৈ মোৰ আৰু বাকী নাই। প্রতিজ্ঞা কৰিবৰ সময়ত তুমি ঠিকেই কৰা। কিন্তু কেইমাহমানৰ কাৰণে স্বাস্থ্য ভাল হৈ থাকিলে তুমি আগৰ সকলো কথা পাহৰি গৈ পুনৰ বেয়া অভ্যাসবোৰত লিপ্ত হৈ পৰা। তোমাৰ প্রতিজ্ঞাবোৰ হ'ল যোৱা বছৰৰ ডাৱৰবোৰৰ নিচিনা ঃ কতো একো চিন্ নৰখাকৈ সিহঁত চিৰকালৰ কাৰণে হেৰাই যায়। কিন্তু এই সকলোবোৰ মিছা অজুহাত মাত্র। তুমি আচলতে এলাহৰ গোলাম। সেই কাৰণে তুমি নিজৰ বহা বা শোৱা ঠাইৰ পৰা অকণো লৰচৰ কৰিব নোখোজা।

ফ্রেঙ্কলিন : মই স্বীকাৰ কৰিছোঁ যে আপুনি কোৱা কথাবোৰ মাজে মাজে নিশ্চয় ঘটিব পাৰে— ধৰক বছৰত দহবাৰ মান।

বাত : তোমাৰ স্বীকাৰোক্তি আচল সত্যৰ পৰা বহুত নিলগতে থাকিল। বছৰত কেৱল দহবাৰ নহয়— এশ নিৰানব্বৈবাৰ মই কোৱা ধৰণৰ ঘটনাই ঘটে।

ফ্রেঙ্কলিন : সেইটো সম্ভৱনে?

বাত : কেৱল সম্ভৱেই নহয়, বাস্তৱত ঘটি থকা ই এটা সঁচা কথা। মোৰ কথাত যে কোনো ভুল নাই সেই বিষয়ে তুমি নিশ্চিন্ত হৈ থাকিব পাৰা। মিঃ ব্ৰিকণৰ ফুলনিবাৰীখন তুমি খুব ভালকৈ চিনি পোৱা। ফুলনিবাৰীখনৰ মাজত ঘূৰি ফুৰিবলৈ কেবাটাও ধুনীয়া আলিবাট আছে। তুমি এই কথাও জানা যে ফুলনিবাৰীখনৰ পৰা মিঃ ব্ৰিকণৰ ঘৰটোলৈ উঠিবলৈ কেবাটাও খট্‌খটি বগাব লাগে। ৰাতিৰ আহাৰৰ পিছত সপ্তাহত দুবাৰকৈ মিঃ ব্ৰিকণৰ ঘৰলৈ ফুৰিবলৈ যোৱাটো তোমাৰ বহুদিনৰ অভ্যাস। তুমি নিজেই এই কথা কৈ থাকা যে সমান ঠাইত দহ মাইল খোজ কাঢ়িলে শৰীৰৰ যিমানখিনি ব্যায়াম হয়, এমাইল খট্‌খটি বগালে তাতোকৈ বেছি ব্যায়াম হয়। এনে স্থলত মিঃ ব্ৰিকণৰ ঘৰলৈ ফুৰিবলৈ যাওঁতে তুমি একে সময়তে সমান ঠাইত খোজ কাঢ়িবলৈ আৰু লগতে খট্‌খটি বগাবলৈ এটা সোণালী সুযোগ পোৱা নাছিলানে? কিন্তু তুমি বছৰটোত কেইবাৰ সেই সুযোগ গ্ৰহণ কৰিলা?

ফ্ৰেঙ্কলিন : মই তৎক্ষণাত এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিম। .

বাত : তোমাৰ হৈ ময়ে সেই প্ৰশ্নটোৰ উত্তৰ দিছোঁ; তুমি এবাৰো সেই সুযোগ গ্ৰহণ কৰা নাই।

ফ্ৰেঙ্কলিন : এবাৰো কৰা নাই?

বাত : হয়, এবাৰো কৰা নাই। গৰমৰ দিনত তুমি সদায় গধূলি ছয় বজাত তেওঁলোকৰ ঘৰলৈ গৈছিলা। ঘৰৰ গিৰিহঁতনীয়ে তেওঁৰ ধুনীয়া ল'ৰা-ছোৱালী কেইটি আৰু বন্ধু-বান্ধৱসকলৰ সৈতে তোমাৰ লগত ফুলনিবাৰীত ফুৰিবলৈ অতি আগ্ৰহেৰে অপেক্ষা কৰি আছিল। ফুলনিত ঘূৰি ফুৰোঁতে তোমালোকৰ মাজত নানা ধৰণৰ আনন্দদায়ক আৰু শিক্ষাপ্ৰদক কতা-বাৰ্তাও চলি থাকিলেহেঁতেন। এনে এটা সোণালী সুযোগ পায়ো তুমি নিজে কি কৰিলা? পিৰালিত বহি বহি ফুলনিৰ শোভা চাই গোটেই সময়খিনি পাৰ কৰি দিলা। ঘৰৰ গিৰিহঁতনী আৰু তেওঁৰ বন্ধু-বান্ধৱসকলৰ লগত ফুলনিত খোজকাঢ়িবৰ কাৰণে তুমি এবাৰো তললৈ নামি নগ'লা। বৰং তাৰ বিপৰীতে তুমি চাহ আনিবলৈ হুকুম দিলা আৰু অকলে অকলে ডবা খেলাত মত্ত হৈ পৰিলা। এনেকৈয়ে দুঘণ্টা সময় পাৰ হৈ গ'ল। তোমাৰ ঘৰলৈ ঘূৰাৰো সময় হ'ল। তুমি যদি ঘৰলৈ খোজ কাঢ়ি গ'লাহেঁতেন তেতিয়াহ'লে তোমাৰ শৰীৰটোৱে অকণমান ব্যায়াম কৰাৰ সুযোগ পালেহেঁতেন। কিন্তু তাকে নকৰি তুমি উঠিলা তোমাৰ ঘোঁৰা-গাড়ীখনত। ইমানৰ পিছতো তোমাৰ স্বাস্থ্য ভাল হৈ থাকিব বুলি তুমি কেনেকৈ আশা কৰিব পাৰা? তোমাক অলপ শিক্ষা দিবলৈ ময়ে বা তোমাৰ দেহত প্ৰৱেশ নকৰাকৈ কেনেকৈ থাকিব পাৰোঁ?

ফ্ৰেঙ্কলিন : আপোনাৰ কথা শুনি ৰিচাৰ্ডে কোৱা এষাৰ কথা মোৰ মনত পৰিছে। তেওঁ কৈছিল— "আমাৰ ঋণ আৰু আমাৰ পাপৰ পৰিমাণ আমি ভবাতকৈ সদায় বেছি।" তেওঁ যে সম্পূৰ্ণ সঁচা কথাকে কৈছিল সেই বিষয়ে মই এতিয়া সম্পূৰ্ণ পতিয়ন গৈছোঁ।

বাত : তুমি কওঁতে সঁচা কথাকে কৈছা। তোমাৰ কথাৰ পৰা বুজা গৈছে যে তোমাৰ দাৰ্শনিক সকল কথাত অতি জ্ঞানী, কিন্তু কামত অতি মূৰ্খ।

ফ্ৰেঙ্কলিন : কিন্তু আপুনি মোৰ বিৰুদ্ধে যিবোৰ অভিযোগ আনিছে, সেইবোৰৰ ভিতৰত আপুনি এইবুলিও ক'ব খোজে যে মই মিঃ ব্ৰিৰণৰ ঘৰৰ পৰা সদায়ে ঘোঁৰা-গাড়ীত উঠি নিজৰ ঘৰলৈ ঘূৰি যাওঁ?

বাত : মই নিশ্চয় সেই অভিযোগ কৰিছোঁ। তুমি দিনৰ দিনটো চকীত বহি বহি কাম কৰা। এনে অৱস্থাত তুমি কেতিয়াও ক'ব নোৱাৰা যে দিনটো বহি বহি তোমাৰ ভাগৰ লাগে। তেনেহ'লে গধূলি মিঃ ব্ৰিৰণৰ ঘৰত ফুৰিবলৈ গৈ ঘূৰি আহোঁতেই তুমি কিয় ঘোঁৰা-গাড়ী ব্যৱহাৰ কৰিবলগা হ'ল? মই বাৰু এতিয়া যাওঁ। কিন্তু যোৱাৰ আগতে শেষ কথাটো কৈ যাওঁ। তুমি যদি তোমাৰ প্ৰতিজ্ঞা ৰক্ষা নকৰা, তেন্তে মই ঠিক সময়তে আৰু ঠিক ঠাইত মই তোমাৰ ওচৰলৈ আকৌ ঘূৰি আহিম। আহিম তোমাৰ মঙ্গলৰ কাৰণে। মই যে আচলতে তোমাৰ বন্ধু, সেই কথা অৱশেষত স্বীকাৰ কৰি তুমি অকণমান সুবুদ্ধিৰ পৰিচয় দিছা।

# অসমীয়া ভাষাত বেঞ্জামিন ফ্ৰেঙ্কলিন

[এই পুথিখনৰ 'মুখবন্ধতে' লিখা হৈছে যে প্ৰায় তিনি কুৰি বছৰমানৰ আগতেই অসমীয়া ভাষাত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনী ৰচিত হৈছিল। জীৱনীখনৰ লেখক আছিল স্বৰ্গীয় বসন্তকুমাৰ বৰুৱা। কিন্তু সেইখনেই অসমীয়া ভাষাত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ একমাত্ৰ জীৱনী নহয়। কেৱল নিজৰ ইচ্ছা-শক্তি আৰু সাধনাৰ বলেৰে অতি সাধাৰণ অৱস্থাৰ পৰা ক্ৰমাৎ ওপৰলৈ উঠি আহি সমগ্ৰ সভ্য জগতৰ আদৰ্শ মানুহত পৰিণত হোৱা বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনৰ অনুপম চানেকিয়ে যোৱা দুশ বছৰ ধৰি পৃথিৱীৰ সকলো দেশৰ মানুহকে অনুপ্ৰাণিত কৰি আহিছে। অসমীয়াসকলো তেওঁৰ মঙ্গলময় প্ৰভাৱৰ পৰা মুক্ত হৈ থাকিব পৰা নাই। তাৰ প্ৰমাণ হিচাপে ওপৰত উল্লেখ কৰা বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনীখনৰ বাহিৰেও ১৯২৬ চনৰ ১৪ মাৰ্চৰ পৰা সেই সময়ৰ বিখ্যাত অসমীয়া আলোচনী 'আসাম হিতৈষী'ত ধাৰাবাহিকভাৱে প্ৰকাশিত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনীৰ কথা উল্লেখ কৰিব পাৰি। আসাম হিতৈষীৰ সম্পাদক আছিল মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্য। বেঞ্জামিন ফ্ৰেঙ্কলিনৰ আত্ম-জীৱনীক অৱলম্বন কৰি লিখা আৰু আসাম হিতৈষীত ধাৰাবাহিকভাৱে প্ৰাকাশিত জীৱনীখনৰ লেখক আছিল স্বৰ্গীয় উপেন্দ্ৰনাথ বৰুৱা। নিগ্ৰো নৱ-জাগৰণৰ নেতা বুকাৰ ৱাশ্বিংটনৰ বাহিৰে একমাত্ৰ বেঞ্জামিন ফ্ৰেঙ্কলিনেই আছিল আনজন মহান আমেৰিকান যিজনৰ জীৱনৰ আদৰ্শই অসমীয়াসকলৰ কল্পনাক প্ৰবলভাৱে আলোড়িত কৰিছিল।

উপেন্দ্ৰনাথ বৰুৱাৰ দ্বাৰা ৰচিত আৰু ১৯২৬ চনৰ আসাম হিতৈষীত প্ৰকাশিত বেঞ্জামিন ফ্ৰেঙ্কলিনৰ জীৱনীৰ এছোৱা তলত উদ্ধৃত কৰা হ'ল। এইটো কৰাৰ প্ৰধান উদ্দেশ্য হ'ল আজিৰ পৰা সত্তৰ বছৰৰ আগৰ অসমীয়া গদ্যৰ নমুনাৰ লগত আজি-কালিৰ ল'ৰা-ছোৱালীক চিনাকি কৰি দিয়া। তদুপৰি, পুথিখনৰ সামৰণিত সন্নিৱিষ্ট কৰা এই প্ৰবন্ধটো পঢ়ি ল'ৰা-ছোৱালীসকলে থাউকতে বেঞ্জামিন ফ্ৰেঙ্কলিনৰ বাল্যকাল আৰু কৰ্ম-জীৱনৰ কেইটামান উল্লেখযোগ্য কথা আকৌ এবাৰ মনত পেলাব পাৰিব। ভাল কথাৰ আধিক্য হোৱাটো একো দোষৰ কথা নহয়।]

বেঞ্জামিন ফ্ৰেঙ্কলিনৰ পিতামহৰ চাৰি পুত্ৰ— টমাছ, জন, বেঞ্জামিন আৰু জছাইয়া। এওঁলোকৰ যি এফেৰা মাটি-বাৰী আছিল, তাৰে পৰিয়াল গোটেইটো প্ৰবস্তি হ'ব নোৱৰা দেখি সববৰ ল'ৰাটোক বৰ বাপেকৰ দিনলৈকে কমাৰৰ ব্যৱসায় শিকোৱা হৈছিল আৰু তেওঁৰ পিতাকেও বৰ ল'ৰাটোক সেই বিদ্যাকে শিকাইছিল। টমাছক বৰ বুদ্ধিমান আৰু পঢ়া-শুনাত বৰ মন থকা দেখি পামৰ নামে গাঁৱৰ মুখিয়াল মানুহজনৰ উৎসাহ পাই তেওঁ ওকালতি মহলাত উঠি সেই ঠাইৰ বৰ নাম জ্বলাইছিল। তেওঁ ১৭০২ চনৰ ৬ জানুৱাৰীত মৰে। বুঢ়ালোকে কোৱা মতে তেওঁৰ আৰ্জ্জা বেঞ্জামিন ফ্ৰেঙ্কলিনৰ আড্ডাৰে ইমান মিলিছিল যে তেওঁ আৰু চাৰিবছৰৰ মূৰত মৰা হ'লে ফ্ৰেঙ্কলিনৰূপে জন্ম ল'লেহি বুলিব পৰা গ'লেহেঁতেন।

এওঁৰ পাছৰজনক ভেৰা ছাগলীৰ নোম বোলোৱা কাম শিকাইছিল আৰু তৃতীয়জনক লণ্ডনত পাটৰ কাপোৰ বোলোৱা কাম শিকোৱা হৈছিল। এওঁ ফ্ৰেঙ্কলিনহঁতৰ বষ্টনৰ ঘৰত কেবাবছৰো থকা কথা ফ্ৰেঙ্কলিনৰ মনত পৰে। এওঁলোকৰ দুই ভাই-ককাইৰ ভিতৰত বৰ প্ৰীতি আছিল আৰু ফ্ৰেঙ্কলিন তেওঁৰ ধৰ্ম-পুত্ৰ আছিল।

তেওঁ বৰ বুঢ়া হৈহে মৰিছে। এই পৰিয়ালে প্ৰটেষ্টাণ্ট খৃষ্টান ধৰ্ম গ্ৰহণ কৰা বাবে প্ৰথম মেৰী ৰাণীৰ ৰাজত্ব কালত অতিকৈ নিৰ্য্যাতন সহিব লগা হৈছিল। ফ্ৰেঙ্কলিনৰ পিতাকে কম বয়সতে বিয়া কৰি তিনটা সন্তান হওঁতেই অইন অনেক যাত্ৰীৰ লগত আমেৰিকালৈ যোৱা জাহাজত উঠি নিউইয়ৰ্ক নগৰত নামেহি। ইয়াত অবাধে তেওঁলোকে স্বধৰ্ম প্ৰতিপালন কৰিব পাৰিছিল। এওঁৰ ফালৰ পৰা আৰু চাৰিটি সন্তান হোৱাৰ পাছত প্ৰথম ঘৈণীৰ মৃত্যু হয়। তেতিয়া পিতাকে লগৰ নভগনীয়াৰ পীটৰ ফলজৰৰ জীয়েকক বিয়া কৰে। এই জনা ঘৈণীয়েকৰ দহোটি সন্তান হয়। মুঠতে দুইজনী ঘৈণীৰ ১৭ টা সন্তান; বেঞ্জামিন ফ্ৰেঙ্কলিন দুজনী ছোৱালী এৰি সৰ্বকনিষ্ঠ ল'ৰা। এওঁ ১৭০৬ চনৰ ৬ জানুৱাৰীত ব'ষ্টন নগৰত জন্ম গ্ৰহণ কৰে।

ঈশ্বৰৰ কি নিৰ্ব্বন্ধ বুজিব নোৱাৰি যে অনেক চহকী ডাঙৰ মানুহে ল'ৰা হ'বলৈ কিমান আৰাধে আৰু মচৰ-মচকুটি কৰে; তথাপি তেওঁলোক সেই সুখৰ পৰা বঞ্চিত হ'ব লাগিছে। কিন্তু দুবেলা পেট ভৰাই খাবলৈ নোহোৱা জনম দৰিদ্ৰৰ নসধাকৈয়ে লেনপেন ল'ৰা হ'বই লাগিছে। আকৌ দেখা যায় যে চহকী ডাঙৰ মানুহে ল'ৰা হ'লেও বিস্তৰ যতন আৰু খৰচ-পাতি কৰিও তুলিব পৰা নাই; অথচ ৰদে-বৰষুণে ধূলিয়ে-মাটিয়ে বগৰাই টোপোলা বান্ধি লৈ ফুৰুৱাতো সামান্য মানুহৰ ল'ৰা-ছোৱালী আনে-বানে উঠিব লাগিছে। ইয়াৰ কাৰণ বিচাৰিলে ইয়াকেহে পোৱা যাব যে ওখ খাপৰ মানুহে সকলো প্ৰকাৰে স্বাস্থ্যৰ নিয়ম পালিবলৈ বিচাৰি অনেক সময়ত সীমা অতিক্ৰম কৰে; কিন্তু দীন-দৰিদ্ৰই নৈসৰ্গিক নিয়মৰ ওপৰত নিৰ্ভৰ কৰি ফুৰা বাবে বহু চিন্তা আৰু ৰোগৰ হাত সাৰে। ফ্ৰেঙ্কলিনৰো পোনতে ল'ৰা-ছোৱালীমখাৰ পৰা বহুত আহুকাল হৈছিল, কাৰণ তেওঁৰ পৰিয়ালৰ জোখাই আৰ্জন নাছিল। পাছে ল'ৰা-ছোৱালীবোৰ কিছু বুজন হ'লেই তেওঁ সিহঁতক এনেই ধিতিঙালি কৰি ফুৰিবলৈ নিদি কোনো ব্যৱসায়ী বা ডাঙৰ লোকৰ তলত সুমুৱাই দিছিল। এইদৰে কৰাৰ পৰা বাপেক-পুতেক উভয়ৰে উপকাৰ হৈছিল। সকলোবোৰ ল'ৰাৰ ভিতৰত ফ্ৰেঙ্কলিনক বিশেষ বুদ্ধিমান আৰু পঢ়াবলৈ বৰ অনুৰাগ থকা দেখি বাপেকে ওচৰৰ পঢ়াশালি এটাত ভৰ্তি কৰাই দিলে। তেতিয়া ফ্ৰেঙ্কলিনৰ বয়স আঠ বছৰ। তাত এবছৰতে তিনি শ্ৰেণী উঠা দেখি কলেজৰ খৰচ যোগাব নোৱৰা যেন জানি বাপেকে ফ্ৰেঙ্কলিনক তাৰ পৰা এৰুৱাই আনি অঙ্ক শিকোৱা আৰু হাতৰ লিখা ভাল কৰিবলৈ দেখুৱা পঢ়াশালি এখনত দিলেহি। তাত তেওঁৰ হাতৰ লিখা অলপ ভাল হ'ল হয়, কিন্তু অঙ্কবিদ্যাত অকণো জ্ঞান নজন্মিল। দহবছৰ বয়সত বাপেকে তেওঁক এই স্কুলৰ পৰা আনি নিজৰ মমবাতিৰ ব্যৱসায়ত সহায় কৰিবলৈ লগালে। কিন্তু পুতেকৰ এই কামত মন নপৰা দেখি আৰু খালাচি হৈ জাহাজত গুচি যাবৰ মন থকা গম পাই বাপেকে তেওঁক কমাৰ কুমাৰ কঁহাৰ বাঢ়ৈ আদিয়ে কাম কৰা দেখুৱাই ফুৰি তেওঁৰ মন কি কামত পৰে জানিবলৈ চেষ্টা কৰিছিল; পাছে তেওঁৰ খালাচি হৈ যোৱা বায়ু নোযোৱা আৰু কিতাপ পঢ়াত বৰ ধাউতি দেখি বাপেকে ককায়েক জেম্‌ছৰ লগত ২১ বছৰ নহয় মানে এপ্ৰেণ্টিচ থাকিবৰ নিমিত্তে এক্ৰাৰ-নামা লিখাই দিলে।

এইটো ককায়েকে ইংলেণ্ডৰ পৰা মুদ্ৰাযন্ত্ৰ আৰু তাৰ আহিলাপাতি আনি ব্যৱসায় আৰম্ভ কৰিছিল। তেওঁ প্ৰিণ্টাৰৰ কাম সোনকালে শিকি ককায়েকৰ বৰ লাগতিয়াল হৈছিল। তেতিয়া কিতাপৰ দোকানবোৰত কাম শিকা ল'ৰাবোৰৰ লগত চিনাকি হৈ তেওঁ গধূলি সিহঁতৰ পৰা সৰু সৰু কিতাপ আনি অনেক ৰাতিলৈকে পঢ়ি পাছদিনা পুৱা ওভোতাই দিছিল। পাছে ককায়েকৰ ছপাখানালৈ আহি কথা-বাৰ্তা পতা মানুহৰ ভিতৰত সদাগৰ এজনো আছে। তেওঁ ফ্ৰেঙ্কলিনক পঢ়ি থকা দেখি এদিন তেওঁৰ কিতাপৰ ভঁৰাল দেখুৱালৈগে আৰু সময়মতে কিতাপ নি পঢ়িবলৈও দিলে। এইদৰে ফ্ৰেঙ্কলিনে পঢ়ি নিজৰ মনক সুন্দৰ সুন্দৰ ভাব আৰু কথাৰে সজাই শুৱলা ভাষাৰে সেইবোৰ প্ৰকাশ কৰিব পৰা হৈছিল।

ককায়েকে ১৭২১ চনত বাতৰি কাকত এখন উলিয়ায়। আমেৰিকাত এইখনেই চতুৰ্থ বাতৰি কাকত। ফ্ৰেঙ্কলিনক এই কাকত বিলনীয়া পাতিছিল। সেই কাকতত ফ্ৰেঙ্কলিনে পোনতে চুটি চুটি বাতৰি লিখি অইন নাম দি ককায়েকৰ হাতত দিয়ে আৰু সেইবোৰ বাতৰি অলপ লৰচৰ কৰি ছপোৱা আৰু ককায়েকৰ ওচৰলৈ অহা বন্ধু-বান্ধৱে শলগা দেখি তেওঁৰ কাকতত লিখিবলৈ সাহ জন্মিল; আৰু তেওঁ ক্ৰমে দীঘলাই প্ৰবন্ধ লিখিবলৈ ধৰিলে। পাছৰ দুখৰ কথা এয়েহে— কাকতখনত ৰাজকীয় কাৰ্য্যৰ তীব্ৰ সমালোচনা কৰাত গৰাকীসকলে সম্পাদকক ধৰাই জেলত ভৰালে আৰু কাকত বন্ধ কৰি দিলে। সেই সময়ত আমেৰিকাৰ এই খণ্ড ইংলেণ্ডৰ শাসনাধীনত আছিল আৰু শাসন-কৰ্তাসকলে স্বেচ্ছাচাৰী থকা গতিকে নানা প্ৰকাৰে অত্যাচাৰ অবিচাৰ হ'বৰে কথা। কাৰামুক্ত হৈয়েই ককায়েকে বন্ধু-বান্ধৱৰে পৰামৰ্শ কৰি পুনৰ ফ্ৰেঙ্কলিনৰ নামেৰে কাকত উলিয়ালে আৰু চুক্তিপত্ৰত কাকত ফালি পেলালে।

যদিওবা ককায়েকৰ তলত কাম কৰিছিল, ককায়েকে তেওঁক চাকৰৰ দৰে ব্যৱহাৰ কৰি তেওঁৰ পৰা চাকৰৰ দৰে কাম ল'বলৈ বিচাৰিছিল। এনে কাৰ্য্য দেখি ফ্ৰেঙ্কলিনৰ মনত বেজাৰ লাগি অনেক সময়ত ককায়েকৰে খৰিয়াল পাতে আৰু দ্বন্দ্ব কেতিয়াবা বাপেকে ভাঙি দিয়েহি। ককায়েকে খং উঠি ভায়েকক কেতিয়াবা কেতিয়াবা হাতো লগাইছিল। এইদৰে মনত বিচাট লগাত তেওঁ ককায়েকৰ লগত থাকিবলৈ মন নকৰিলে। ককায়েকে ইয়াকে গম পাই যাতে ভায়েকে সেই ঠাইৰ অন্য কোনো ছপাখানাত কাম নাপায় তাৰে চেষ্টা কৰিলে। সেইবাবে তেওঁ বষ্টন নগৰত তেওঁৰ উপযোগী কাম বিচাৰি কৃতকাৰ্য্য হ'ব নোৱাৰিলে। শেহত তেওঁ নিউয়ৰ্কলৈ যোৱা ঠিক কৰিলে। দেখাদেখিকৈ গ'লে বহুত বিঘিনি মিলিব পাৰে বুলি জানি তেওঁ লুকাই নিউইয়ৰ্কলৈ যাব খোজা জাহাজখনত উঠি থাকিল। তেতিয়া তেওঁৰ ১৭ বছৰ হৈছিল। হাতত অলপ পাই পইচা লৈ আৰু কোনো চুপাৰিছ পত্ৰ নোহোৱাকৈ তেওঁ তিন দিনৰ দিনা নিউইয়ৰ্ক পালেগৈ।



# অন্তহীন প্ৰেৰণাৰ উৎস

# লুই পেষ্টিঅ'ৰ

# প্ৰস্তাৱনা

ফ্ৰান্সৰ ইতিহাসৰ আটাইতকৈ ডাঙৰ মানুহজন কোন?

এই প্ৰশ্নটোৰ উত্তৰ বিচাৰি এবাৰ ফ্ৰান্সৰ মানুহে গণভোটৰ আয়োজন কৰিছিল। বহুতো মানুহে যিকোনো এটা প্ৰশ্ন বা বিতৰ্কিত বিষয়ৰ সপক্ষে বা বিপক্ষে ভোট দি নিজৰ মত প্ৰকাশ কৰিলে তাকেই গণভোট বুলি কোৱা হয়। ফ্ৰান্সৰ ইতিহাসৰ আটাইতকৈ ডাঙৰ মানুহজন বাছি উলিওৱাটো সহজ কাম নাছিল। যোৱা প্ৰায় এহাজাৰ বছৰ ধৰি ফ্ৰান্সে অসংখ্য গুণী, জ্ঞানী আৰু প্ৰতিভাৱান মানুহৰ জন্ম দিছে। এসময়ত ফ্ৰান্সক ইউৰোপ তথা পৃথিৱীৰ আটাইতকৈ সভ্য দেশ বুলি গণ্য কৰা হৈছিল। মধ্যযুগত ইউৰোপৰ সকলো দেশৰ মানুহে জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰিছিল লেটিন ভাষাত। অৰ্থাৎ বিভিন্ন দেশৰ মানুহে নিজৰ নিজৰ ভাষাত কথা পাতিলেও আটাইবোৰ দেশৰ পণ্ডিতসকলে কিতাপ লিখিছিল আৰু বক্তৃতা দিছিল লেটিন ভাষাত। কিন্তু সোতৰ শতিকাত লেটিনৰ ঠাই দখল কৰিলে ফৰাচী ভাষাই। ইয়াৰ পৰাই বুজিব পাৰি যে জ্ঞান-বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰত ইউৰোপে ফ্ৰান্সক নেতা বুলি স্বীকাৰ কৰি লৈছিল। এনে এখন উন্নত দেশৰ অসংখ্য গুণী-জ্ঞানী মানুহৰ মাজৰ পৰা মাত্ৰ এজনক সৰ্বশ্ৰেষ্ঠ মানুহ হিচাপে বাছি উলিওৱা কামটো স্বাভাৱিকতেই অতি কঠিন।

কামটো যে কিমান কঠিন সেই কথা বুজাবলৈ দুটামান উদাহৰণ দিব পাৰি। ফ্ৰান্সে এনে কেইজনমান বিৰাট মানুহৰ জন্ম দিছে যিকেইজনক সমগ্ৰ পৃথিৱীৰেই ডাঙৰ মানুহ বুলি ক'ব পাৰি। প্ৰথমে নেপোলিয়নৰ কথাই ধৰা যাওক। পৃথিৱীৰ ইতিহাসৰ আটাইতকৈ ডাঙৰ বীৰ হিচাপে আলেকজেণ্ডাৰ, চীজাৰ আৰু হানিবলৰ লগত একে উশাহতে নেপোলিয়নৰ নামো লোৱা হয়। তেওঁ ইউৰোপৰ ইতিহাস সলনি কৰি দিছিল। তেওঁৰ বিষয়ে যোৱা এশ বছৰত দহ হাজাৰখনতকৈ বেছি কিতাপ লিখা হৈছে।

ফ্ৰান্সৰ দুজন দাৰ্শনিক ৰুছো আৰু ভলতেয়াৰে সমগ্ৰ পৃথিৱীৰ ওপৰতে প্ৰভাৱ পেলাইছে। হেভলক ইলিছ নামৰ এজন পণ্ডিতে কৈছে যে যীশুখ্ৰীষ্টৰ পিছতেই পাশ্চাত্য জগতৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু প্ৰভাৱশালী মানুহজন হ'ল ৰুছো। ঠিক সেইদৰে উইল ডুৰাণ্ট নামৰ আন এজন পণ্ডিতৰ মতে ইতিহাসৰ দহজন সৰ্বশ্ৰেষ্ঠ ভাবুকৰ ভিতৰত এজন হ'ল ফৰাচী দাৰ্শনিক ভলতেয়াৰ।

ফ্ৰান্সে এনেকুৱা অলেখ গুণী-জ্ঞানী আৰু প্ৰতিভাৱান মানুহৰ জন্ম দিছে— যিসকলৰ খ্যাতি আৰু প্ৰভাৱ কেৱল ফ্ৰান্সৰ চাৰিসীমাৰ মাজতে সীমাবদ্ধ হৈ

থকা নাই। তেওঁলোকৰ খ্যাতি পৃথিৱীৰ চৌদিশে বৈ-বৈ গৈছে। তেওঁলোকৰ চিন্তা আৰু সৃষ্টিয়ে সমগ্ৰ মানৱ-সভ্যতাকে চহকী কৰিছে। ইউৰোপ আৰু আমেৰিকাৰ মানুহৰ মাজত এনে এষাৰ কথা প্ৰচলিত আছে যে সকলো মানুহৰে দুখন স্বদেশ আছে ঃ এখন হ'ল তেওঁৰ জন্মভূমি স্বদেশ; আনখন হ'ল ফ্ৰান্সৰ ৰাজধানী পেৰিছ। ফ্ৰান্সৰ সভ্যতা-সংস্কৃতিয়ে ইউৰোপ-আমেৰিকাৰ মানুহৰ হৃদয়ত কেনেকুৱা শ্ৰদ্ধাৰ আসন দখল কৰিছে সেই কথা বুজাবলৈ মাত্ৰ এই এষাৰ কথাই যথেষ্ট।

এনে এখন দেশৰ ইতিহাসৰ সৰ্বশ্ৰেষ্ঠ মানুহজন কোন?

গণভোটৰ যোগেদি ফ্ৰান্সৰ মানুহে ৰায় দিলে যে সেই দেশৰ হাজাৰ-বছৰীয়া ইতিহাসৰ সৰ্বশ্ৰেষ্ঠ মানুহজন হ'ল লুই পেষ্টিঅ'ৰ। মহাবীৰ নেপোলিয়নে পালে পঞ্চম স্থান।

## এক

লুই পেষ্টিঅ'ৰৰ জীৱন-কাহিনী আৰম্ভ কৰিব লগা হ'ল নেপোলিয়নৰ কথাৰেই।

১৭৮৯ খ্ৰীষ্টাব্দত ফ্ৰান্সৰ মানুহে তেওঁলোকৰ ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। কেবা বছৰ ধৰি চলা এই বিদ্ৰোহ ইতিহাসত 'ফৰাচী বিপ্লৱ' নামেৰে বিখ্যাত। এই বিপ্লৱৰ প্ৰভাৱ ফ্ৰান্স আৰু ইউৰোপৰ সীমা পাৰ হৈ গোটেই পৃথিৱীতে বিয়পি পৰিছিল। সেই সময়ত আমাৰ দেশত বৃটিছৰ ৰাজত্ব চলিছিল। ৰাজা ৰামমোহন ৰায় আছিল সেই সময়ত আমাৰ দেশৰ এজন ডাঙৰ মানুহ। ফৰাচী বিপ্লৱৰ বতৰা তেওঁৰ কাণতো আহি পৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে এই বিপ্লৱে সমগ্ৰ মানৱ-জাতিৰেই মঙ্গল সাধন কৰিব। সেই কাৰণে তেওঁ ফৰাচী বিপ্লৱৰ সাফল্য কামনা কৰি শুভেচ্ছাবাণী পঠাইছিল। পৃথিৱীৰ ইতিহাসত যিমানবোৰ ডাঙৰ ঘটনা ঘটিছে সেইবোৰৰ ভিতৰত ফৰাচী বিপ্লৱো এটা।

ফৰাচী বিপ্লৱৰ ফলত ফ্ৰান্সৰ ৰজা ক্ষমতাচ্যুত হ'ল। বিপ্লৱীসকলে ৰজাৰ ফলীয়া আন বহুতো মানুহৰ লগতে ৰজা-ৰাণীকো মৃত্যুদণ্ড দিলে আৰু ক্ষমতা নিজৰ হাতলৈ নিলে। ফ্ৰান্সৰ সেই ধামখুমীয়াৰ মাজতে কৰ্ছিকা দ্বীপৰ নেপোলিয়ন নামৰ এজন ডেকাই ফৰাচী সেনাবাহিনীত যোগ দিছিল। নিজৰ প্ৰতিভাৰ বলত দোপত দোপে উন্নতি কৰি তেওঁ এদিন ফ্ৰান্সৰ প্ৰধান শাসনকৰ্তা হ'ল। ১৮০৪ চনত তেওঁ নিজকে ফ্ৰান্সৰ সম্ৰাট বুলি ঘোষণা কৰিছিল।

সেই সময়ত ইউৰোপৰ সকলো দেশতে ৰাজতন্ত্ৰ চলিছিল। অৰ্থাৎ দেশবোৰ শাসন কৰিছিল একোজন ৰজাই। ফৰাচী বিপ্লৱে ৰাজতন্ত্ৰৰ উচ্ছেদ কৰা দেখি ইউৰোপৰ আটাইবোৰ দেশ ফ্ৰান্সৰ বিৰুদ্ধে একগোট হ'ল। ফ্ৰান্সে অকলেই ইংলেণ্ডকে ধৰি ইউৰোপৰ বেছিভাগ দেশৰ বিৰুদ্ধে যুদ্ধ কৰিব লগা হ'ল। কিন্তু নেপোলিয়নৰ নেতৃত্বত ফ্ৰান্সে বেছিভাগ যুদ্ধতে জয়লাভ কৰি ইউৰোপৰ আধাতকৈয়ো বেছি অংশ নিজৰ অধীনলৈ আনিলে। অৱশ্যে কেৱল যুদ্ধত অসীম বীৰত্ব দেখুওৱাৰ কাৰণেই নেপোলিয়নৰ নাম বুৰঞ্জীত যাউতিযুগীয়া হৈ থকা নাই। ফ্ৰান্সৰ অধীনলৈ অনা ইউৰোপৰ আটাইকেইখন দেশত তেওঁ নতুন আইন প্ৰৱৰ্তন কৰিলে আৰু সেইবোৰ দেশৰ শাসন-ব্যৱস্থা উন্নত কৰিলে। নেপোলিয়নৰ এই দুটা কামৰ সুফল ইউৰোপৰ মানুহে আজিও ভোগ কৰি আছে।

কিন্তু ইউৰোপৰ শক্তিশালী দেশবোৰক বেছিদিন দমন কৰি ৰখাটো নেপোলিয়নৰ পক্ষে সম্ভৱ নহ'ল। ১৮১৫ খ্ৰীষ্টাব্দত বিখ্যাত ওৱাটাৰ্লুৰ যুদ্ধত নেপোলিয়ন পৰাস্ত হ'ল। তেওঁক ছেইণ্ট হেলেনা নামৰ এটা দ্বীপলৈ নিৰ্বাসিত কৰা হ'ল। তাতেই ১৮২১ খ্ৰীষ্টাব্দৰ ৫ মে'ত কৰ্কট ৰোগত তেওঁৰ মৃত্যু হ'ল।

নেপোলিয়নৰ পৰাজয়ৰ পিছত ফ্ৰান্সৰ সিংহাসনত আকৌ উঠিল ৰাজ পৰিয়ালৰ এজন মানুহ।

সেনাপতি হিচাপে সামৰিক প্ৰতিভাৰ বাহিৰেও নেপোলিয়নৰ আন এটা অসাধাৰণ গুণ আছিল। তেওঁৰ সৈন্যবোৰে তেওঁক নিজৰ প্ৰাণতকৈয়ো বেছি ভাল পাইছিল। নেপোলিয়নে ৰাছিয়া আক্ৰমণ কৰিবলৈ আঢ়ৈ লাখ সেনা লৈ মস্কোত প্ৰৱেশ কৰিছিল। পৰাজিত হৈ তেওঁ ঘূৰি আহিল মাত্ৰ ছশ সেনা লগত লৈ। বাকী প্ৰায় দুই লাখ সৈনিকৰ মৃতদেহ তেওঁ এৰি থৈ আহিল ৰাছিয়াৰ বৰফৰ মৰুভূমিত। কিন্তু যিজন মানুহ এই

লক্ষ লক্ষ মানুহৰ মৃত্যু আৰু নাৰকীয় যন্ত্ৰণাৰ কাৰণে দায়ী আছিল, সেইজন মানুহক নিজৰ জীৱনৰ বিনিময়তো ৰক্ষা কৰিবলৈ সকলো সময়তে প্ৰস্তুত হৈ আছিল বাকী থকা এই ছশ সৈন্য। নেপোলিয়নৰ এই অদ্ভুত আকৰ্ষণৰ প্ৰকৃত ৰহস্যটো আজিলৈকে কোনেও ভালকৈ বুজি উঠিব পৰা নাই।

নেপোলিয়নৰ পৰাজয় আৰু নিৰ্বাসনৰ পিছত তেওঁৰ অনুগত সৈনিকবোৰ ঘূৰি যাব লগা হ'ল নিজৰ গাঁৱৰ বা চহৰৰ ঘৰলৈ। তেওঁলোকৰ চাকৰি গ'ল; লগতে গ'ল যুদ্ধক্ষেত্ৰৰ আৱেগ আৰু উন্মাদনা। অতীতৰ গৌৰৱৰ দিনবোৰৰ কথা মনত পেলাই তেওঁলোকে মাজে মাজে দুখৰ হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে।

তেনে এজন সৈনিক আছিল জাঁ জোছেফ পেষ্টিঅ'ৰ।

নেপোলিয়নৰ নিৰ্বাসনৰ পিছত তেওঁ ঘূৰি গ'ল তেওঁৰ জন্মভূমি ছেলিনছ নামৰ সৰু চহৰখনলৈ। চহৰখনৰ মেয়ৰজন আছিল ৰজাৰ ফলীয়া মানুহ, অৰ্থাৎ ৰাজতন্ত্ৰৰ সমৰ্থক। তেওঁ দেখিলে যে নেপোলিয়নৰ সমৰ্থকসকলৰ ওপৰত প্ৰতিশোধ ল'বলৈ এটা সোণালী সুযোগ উপস্থিত হৈছে। সেই সুযোগ এৰি দিবলৈ তেওঁ ইচ্ছা নকৰিলে। এদিন তেওঁ এই বুলি আদেশ জাৰী কৰিলে যে ছেলিনছত নেপোলিয়নৰ অনুগত যিমানবোৰ সৈনিক আছে তেওঁলোক সকলোৱেই চহৰৰ এখন নিৰ্দিষ্ট ঠাইত গোট খাব লাগিব। তাত তেওঁলোকে মেয়ৰৰ হাতত তেওঁলোকৰ তৰোৱাল সমৰ্পণ কৰিব লাগিব।

আনবোৰ সৈনিকৰ লগতে জাঁ জোছেফ পেষ্টিঅ'ৰো নিৰ্দিষ্ট ঠাইত আহি উপস্থিত হ'ল। সৈনিকসকলে এজন এজনকৈ নিজৰ তৰোৱাল মেয়ৰৰ হাতত তুলি দিবলৈ ধৰিলে। যেতিয়া জাঁ জোছেফ পেষ্টিঅ'ৰৰ পাল পৰিল, তেৱোঁ ভীষণ অনিচ্ছা সত্ত্বেও নিজৰ তৰোৱালখন মেয়ৰৰ হাতলৈ আগবঢ়াই দিলে। কিন্তু একেবাৰে শেষ মুহূৰ্তত তেওঁৰ মনটো হঠাৎ বিদ্ৰোহী হৈ উঠিল। যিখন তৰোৱালৰ লগত জড়িত হৈ আছে তেওঁৰ অতীতৰ বহুতো গৌৰৱময় স্মৃতি, যিখন তৰোৱালে তেওঁক অনেক আপদ-বিপদৰ পৰা ৰক্ষা কৰিছিল, সেইখন তৰোৱালৰ অধিকাৰ চিৰকাললৈ হেৰুৱাব লগীয়া হোৱাটো তেওঁৰ কাৰণে চৰম অপমানৰ কথা নহয়নে?

জাঁ জোছেফ পেষ্টিঅ'ৰে মেয়ৰৰ হাতৰ পৰা তৰোৱালখন কাঢ়ি আনিলে।

কিছুসময়ৰ কাৰণে পেষ্টিঅ'ৰ আৰু মেয়ৰৰ মাজত জোঁটা-পুটি লাগিল। দুয়োজনৰ কেউকাষে মানুহে জুম বান্ধিলে। তেওঁলোকৰ বহুতেই পেষ্টিঅ'ৰৰ পক্ষ ল'লে। অৱশেষত মেয়ৰ হাৰ মানিবলৈ বাধ্য হ'ল। পেষ্টিঅ'ৰে তৰোৱালখন লৈ সগৰ্বে নিজৰ ঘৰলৈ ঘূৰি গ'ল।

আমাৰ কাহিনীৰ নায়ক লুই পেষ্টিঅ'ৰৰ জীৱনটো গঢ়াত জাঁ জোছেফ পেষ্টিঅ'ৰৰ এটা ডাঙৰ ভূমিকা আছিল, কাৰণ তেৱেঁই আছিল লুই পেষ্টিঅ'ৰৰ পিতৃ।

## দুই

জাঁ জোছেফ পেষ্টিঅ'ৰৰ পাৰিবাৰিক ব্যৱসায় আছিল চামৰা শোধন কৰা। যুদ্ধক্ষেত্ৰৰ পৰা ঘূৰি আহি তেৱোঁ সেই ব্যৱসায়তে হাত দিলে। ঘৰলৈ ঘূৰি অহাৰ কেইমাহমানৰ ভিতৰতে তেওঁ বিয়াও কৰিলে। তেওঁৰ পত্নীৰ নাম আছিল এটিয়েনেট। জোছেফ আছিল গহীন-গম্ভীৰ; এটিয়েনেট আছিল ৰাংঢালী। কিন্তু আন বেছিভাগ কথাতে দুয়োজনৰে খুব মিল আছিল। দুয়োজনেই এই কথা

বিশ্বাস কৰিছিল যে সৎ পথত চলিলেহে মানুহ প্ৰকৃত অৰ্থত সুখী হ'ব পাৰে; আৰু ধনী হোৱাতকৈ সুখী হ'বলৈহে মানুহে বেছিকৈ চেষ্টা কৰিব লাগে। তেওঁলোক দুয়োজনে কাম কৰি ভাল পাইছিল; যেতিয়া যি কাম কৰে তাকে মনপুতি কৰিছিল; আৰু কাম কৰাৰ মাজতে তেওঁলোকে জীৱনৰ আনন্দ বিচাৰি পাইছিল। তেওঁলোক ধনী মানুহ নাছিল; কিন্তু তেওঁলোকৰ ঘৰখনত বিৰাজ কৰিছিল শান্তি আৰু আনন্দ।

তেওঁলোকৰ একমাত্ৰ পুত্ৰ লুই পেষ্টিঅ'ৰৰ জন্ম হ'ল ১৮২২ খ্ৰীষ্টাব্দৰ ২৭ ডিচেম্বৰৰ দিনা— বৰদিনৰ ঠিক এদিনৰ পিছতে।

লুই পেষ্টিঅ'ৰে বাল্যকালত বিশেষ প্ৰতিভাৰ পৰিচয় দিব পৰা নাছিল। ছাত্ৰ হিচাপে তেওঁ আছিল মজলীয়া বুদ্ধি-বৃত্তিৰ এজন সাধাৰণ ছাত্ৰ। পঢ়া-শুনাৰ প্ৰতি তেওঁৰ বেছি ধাউতি নাছিল। নৈত বৰশী বাবলৈ আৰু বনৰীয়া ফল-মূলৰ সন্ধানত হাবিত অনাই-বনাই ঘূৰি ফুৰিবলৈ তেওঁ বেছি ভাল পাইছিল। তেওঁৰ আন এটা প্ৰিয় কাম আছিল ছবি অঁকা। ছবি অঁকাৰ প্ৰতি তেওঁৰ আগ্ৰহ ইমান বেছি আছিল যে সময়ত গৈ তেওঁ এজন চিত্ৰকৰ হ'ব বুলিহে তেওঁৰ দেউতাকে মনে মনে আশংকা কৰিছিল।

কিন্তু লুইৰ পিতৃ-ভাগ্য আছিল অতি ভাল। জোছেফৰ নিজৰ শিক্ষা-দীক্ষা বেছি নাছিল; কিন্তু শিক্ষাৰ প্ৰতি তেওঁৰ মনত আছিল প্ৰবল অনুৰাগ। তেওঁ মুখেৰে খুব বেছি কথা নকৈছিল। কিন্তু একমাত্ৰ পুতেকক কেনেকৈ উচ্চ শিক্ষিত আৰু আদৰ্শ মানুহ কৰি গঢ়ি তোলা যায় সেই বিষয়ে তেওঁ মনে মনে সকলো সময়তে চিন্তা কৰিছিল। গোটেই দিনটো চামৰাৰ কাৰখানাত কঠোৰ পৰিশ্ৰম কৰি গধূলি পৰত ঘৰ আহি পাওঁতে স্বাভাৱিকতেই তেওঁ খুব ভাগৰ অনুভৱ কৰিছিল। কিন্তু দুখ-ভাগৰ কাতি কৰি থৈ তেওঁ কিতাপ এখন মেলি লৈছিল, আৰু পুতেকক কোলাত বহুৱাই লৈ কিতাপখন পঢ়ি শুনোৱাইছিল। জোছেফৰ অকণমানি পুথিভঁৰালটোৰ বেছিভাগ কিতাপেই আছিল যুদ্ধ-বিগ্ৰহৰ বৰ্ণনা—যিবোৰ যুদ্ধত তেওঁ নিজেও এদিন অংশ লৈছিল। অকণমানি লুইয়ে মন্ত্ৰমুগ্ধ হৈ সেই ৰোমাঞ্চকৰ কাহিনীবোৰ শুনিছিল, আৰু কিতাপৰ প্ৰতি প্ৰবল আকৰ্ষণ অনুভৱ কৰিবলৈ আৰম্ভ কৰিছিল।

এটা সময়ত লুইৰ স্কুললৈ যোৱাৰ বয়স হ'ল। পেষ্টিঅ'ৰহঁতৰ সৰু চহৰখনৰ নাম আছিল আৰবোৱা। তাৰে স্কুলত লুইক ভৰ্তি কৰোৱা হ'ল। তেওঁৰ কোনো কামতেই ফাকি দিয়াৰ বা পাল মৰাৰ অভ্যাস নাছিল। তেওঁ খুব মনপুতি পঢ়া-শুনা কৰিছিল। আন বহুতো ল'ৰা-ছোৱালীক মাক-বাপেকে যেনেকৈ পঢ়িবৰ কাৰণে তাগিদা দি থাকিব লাগে, লুইৰ ক্ষেত্ৰত তেওঁৰ মাক-দেউতাকে সেইটো কৰিব লগা হোৱা নাছিল। বৰং লুইৰ জ্ঞানী দেউতাকে আন এটা কামহে কৰিছিল। আগতেই কোৱা হৈছে যে তেওঁৰ নিজৰ বেছি শিক্ষা-দীক্ষা নাছিল। তেওঁ এতিয়া দেখিলে যে তেওঁ যদি লুইৰ লগত একেলগে পঢ়িবলৈ বহে আৰু পুতেকৰ হ'মওৱৰ্ক কৰাত সহায় কৰি দিয়ে, তেন্তে পুতেকে পঢ়িবলৈ উৎসাহ পোৱাৰ উপৰিও তেওঁৰ নিজৰো যথেষ্ট জ্ঞান লাভ হ'ব। সেই কাৰণে তেওঁ গধূলি পৰত চামৰাৰ কাৰখানাৰ পৰা ঘৰলৈ আহিয়েই পুতেকৰ লগত পঢ়িবলৈ বহি গৈছিল। জাঁ জোছেফ পেষ্টিঅ'ৰ সঁচাকৈয়ে আছিল এজন আদৰ্শ পিতৃ। তাৰ আন বহুতো প্ৰমাণ পিছত পোৱা যাব। দেউতাকৰ সাধনা সাৰ্থক কৰি আৰু মনোবাঞ্ছা পূৰ্ণ কৰি লুই পেষ্টিঅ'ৰ যেতিয়া এজন বিশ্ববিখ্যাত বৈজ্ঞানিক হ'ল, তেনে সময়তে তেওঁৰ দেউতাকৰ মৃত্যু হ'ল। দেউতাকৰ মৃত্যুৰ পিছত লুই পেষ্টিঅ'ৰে তেওঁৰ পত্নীলৈ লিখা এখন চিঠিত লিখিছিল—"মই যদি জীৱনত কিবা কৰিব

পাৰিছোঁ তেন্তে তাৰ কাৰণে মই সম্পূৰ্ণভাৱে মোৰ দেউতাৰ ওচৰত ঋণী। মই যেতিয়া এটা সৰু ল'ৰা আছিলো তেতিয়া তেওঁ মোক কু-সঙ্গৰ পৰা আঁতৰাই ৰাখিছিল। তেওঁ নিজৰ জীৱনৰ আৰ্হিৰে মোক কঠোৰ পৰিশ্ৰম কৰিবলৈ শিক্ষা দিছিল। তেওঁ ডাঙৰ মানুহ নাছিল; কিন্তু তেওঁৰ মনটো আছিল ডাঙৰ আৰু চৰিত্ৰ আছিল মহৎ।"

## তিনি

লুই পেষ্টিঅ'ৰৰ জীৱনটো গঢ়াত তেওঁৰ দেউতাকে যেনেকৈ এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল, ঠিক তেনেকৈ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল তেওঁৰ কেইজনমান শিক্ষকেও। সেইসকলৰ ভিতৰত প্ৰথমজন আছিল লুইৰ স্কুলৰ শিক্ষক মঁছিয়ে ৰোমানেট। শিক্ষকতাক তেওঁ জীৱনৰ এটা পৱিত্ৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল আৰু ছাত্ৰসকলৰ মঙ্গল-চিন্তাৰ বাহিৰে আন একো চিন্তাই তেওঁৰ মনত ঠাই নাপাইছিল। কিন্তু তেওঁ এনে কথাত বিশ্বাস নকৰিছিল যে মনপুতি কিতাপ পঢ়ি বা মুখস্থ কৰি পৰীক্ষাত ভাল ফল দেখুৱাব পৰাজনেই ভাল ছাত্ৰ। পৰীক্ষাত ভাল ফল দেখুৱাব পৰাটো নিশ্চয় অতি প্ৰয়োজনীয় কথা। কিন্তু তেওঁ আৰু দুটা কথাৰ ওপৰত খুব জোৰ দিছিল। তাৰে প্ৰথমটো হৈছে এই যে কিতাপৰ পৰা জ্ঞান আহৰণ কৰাৰ লগতে ছাত্ৰই নিজে স্বাধীনভাৱে আৰু মৌলিকভাৱে চিন্তা কৰিবলৈকো শিকিব লাগিব। অৰ্থাৎ মানুহক যুক্তিপূৰ্ণভাৱে চিন্তা কৰিবলৈ শিকোৱাটো হ'ল শিক্ষাৰ এটা প্ৰধান উদ্দেশ্য। দ্বিতীয়তে, মানুহ কেৱল শিক্ষিত হ'লেই নহ'ব; তাৰ লগে লগে মানুহ চৰিত্ৰৱানো হ'ব লাগিব। যি শিক্ষাই মানুহক চৰিত্ৰৱান কৰিব নোৱাৰে তেনে শিক্ষাক প্ৰকৃত শিক্ষা বুলি ক'ব নোৱাৰি।

স্কুলৰ সকলো ছাত্ৰৰ ভিতৰত লুইয়ে ৰোমানেটৰ মনোযোগ বেছিকৈ আকৰ্ষণ কৰিছিল। লুইয়ে যিকোনো কাম কৰোঁতে আন বহুতো ছাত্ৰতকৈ বেছি সময় লয়; কিন্তু তাৰ অৰ্থ এইটো নহয় যে তেওঁৰ বুদ্ধিটো আনতকৈ ভোটা বা তেওঁৰ মনটোৱে খৰকৈ কাম কৰিব নোৱাৰে। তেওঁ কাম কৰিবলৈ আনতকৈ বেছি সময় লোৱাৰ কাৰণটো হ'ল এই যে তেওঁ প্ৰতিটো কথা নিয়াৰিকৈ বুজিবলৈ আৰু প্ৰতিটো কাম নিখুঁতকৈ কৰিবলৈ চেষ্টা কৰে। লুইক বহুতদিন লক্ষ্য কৰি ৰোমানেটৰ মনত এনে এটা ধাৰণা হ'ল যে ল'ৰাজনক উৎসাহ-উদগনি দিলে আৰু ভালকৈ বাট দেখুৱালে তেওঁ জীৱনত ডাঙৰ কাম কৰিব পাৰিব।

এদিন স্কুল ছুটী হোৱাৰ পিছত ৰোমানেটে লুইক তেওঁৰ কোঠালৈ মাতি নি ক'লে—"লুই, তুমি পেৰিছৰ ইক'ল নৰ্মেলৰ (Ecole Normale) নাম নিশ্চয় শুনিছা। সেইখনেই ফ্ৰান্সৰ আটাইতকৈ ভাল কলেজ। সকলো মেধাৱী আৰু উচ্চাকাংক্ষী ছাত্ৰই তাত পঢ়িবলৈ হাবিয়াস কৰে। মই এইটো বিচাৰোঁ যে তুমি ইক'ল নৰ্মেলত পঢ়িবলৈ যোৱা, আৰু তাৰ শিক্ষা সাং কৰি কোনো এখন চৰকাৰী স্কুলৰ শিক্ষক হোৱা। কিন্তু ইক'ল নৰ্মেলত নাম ভৰ্তি কৰিব বিচাৰিলে তুমি প্ৰথমে এটা বাছনি পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিব। বাছনি পৰীক্ষাত বহিবৰ কাৰণেও এটা দীঘলীয়া প্ৰস্তুতিৰ দৰকাৰ। আমাৰ স্কুলত সেই সুবিধা নাই। তুমি পেৰিছলৈ গৈ তাৰ কোনোবা এখন স্কুলত পঢ়ি ইক'ল নৰ্মেলৰ বাছনি পৰীক্ষাৰ কাৰণে নিজকে প্ৰস্তুত কৰিব লাগিব।"

ৰোমানেটৰ এই প্ৰস্তাৱত লুইৰ দেউতাক প্ৰথমতে সন্মত হ'ব খোজা নাছিল। মৰমৰ পুতেকৰ লগত বিচ্ছেদ সহ্য কৰাটো তেওঁৰ পক্ষে সহজ নাছিল। তদুপৰি তেওঁৰ মনত এনে এটা ভয়ো আছিল যে

পেৰিছত কু-সঙ্গত পৰি ল'ৰাটো নষ্ট হ'ব পাৰে। কিন্তু ৰোমানেট আৰু আন কেইজনমান বন্ধুৱে নানা বুজনি দি তেওঁৰ মনৰ সকলো ভয়-শংকা দূৰ কৰিলে।

এদিন লুইয়ে পাঁচশ কিলোমিটাৰ দূৰৰ পেৰিছলৈ যাত্ৰা আৰম্ভ কৰিলে। তেওঁৰ লগৰীয়া আছিল জুলে ভাৰ্চেল নামৰ এজন সহপাঠী বন্ধু। তেৰোঁ একেটা উদ্দেশ্য লৈয়েই পেৰিছলৈ গৈছে। জীৱনত প্ৰথমবাৰৰ কাৰণে মৰমৰ মাক-দেউতাক, ভাই-ভনী আৰু চহৰখন এৰি থৈ দূৰৰ অচিনাকি চহৰলৈ যাব লগা হোৱাত দুয়োৰে মন বিষাদত কাতৰ হৈ পৰিল। সেই সময়ত মটৰ-গাড়ীৰ আবিষ্কাৰ হোৱা নাছিল আৰু ৰেলগাড়ীৰো বহুল প্ৰচলন হোৱা নাছিল। ঘোঁৰা-গাড়ীৰে আৰ্বোবাৰ পৰা পেৰিছলৈ যাবলৈ সময় লাগিছিল দুদিন দুৰাতি। বাটত কেবাবাৰো ঘোঁৰা সলাব লগীয়া হৈছিল। দীঘল বাটটোৰ দুয়োকাষে থকা আটাইবোৰ ঠায়েই পোন্ধৰ বছৰীয়া কিশোৰ দুজনৰ কাৰণে আছিল অচিনাকি। স্বাভাবিক অৱস্থাত হোৱা হ'লে নতুন নতুন ঠাই চাবলৈ পোৱাৰ আনন্দ আৰু উত্তেজনাই তেওঁলোকক আপোন-পাহৰা কৰি ৰাখিলেহেঁতেন। কিন্তু জীৱনত প্ৰথমবাৰৰ কাৰণে নিজৰ ঘৰখন আৰু চহৰখনৰ লগত হোৱা বিচ্ছেদে তেওঁলোকক ইমান মনোকষ্ট দিছিল যে কোনোফালে চকু দিবলৈ তেওঁলোকে ইচ্ছা অনুভৱ কৰা নাছিল। পেৰিছত উপস্থিত হৈয়ো তেওঁলোকে কোনো ধৰণৰ উত্তেজনা অনুভৱ নকৰিলে, কাৰণ পেৰিছৰ যিটো অঞ্চলত তেওঁলোকৰ স্কুলখন আছিল সেই অঞ্চলটো আছিল দৰিদ্ৰ আৰু অনুন্নত। গাঁৱৰ শান্ত, সুন্দৰ আৰু নিৰ্মল প্ৰকৃতিৰ কোলাত ডাঙৰ হোৱা ল'ৰাদুজনে পেৰিছৰ হুলস্থুলীয়া মলিন ৰূপটো দেখি অকণো ভাল নাপালে।

স্কুলত নাম লগোৱাৰ কেইদিনমানৰ ভিতৰতে জুলেই নতুন জীৱনৰ লগত নিজকে খাপ খুৱাই ল'ব পৰা হ'ল। কিন্তু বহু দূৰত এৰি থৈ অহা মৰমৰ ঘৰখন আৰু পিতৃ-মাতৃৰ স্মৃতিয়ে লুইক ইমান কাতৰ কৰি তুলিলে যে তেওঁ শাৰীৰিকভাৱে অসুস্থ হৈ পৰিল। তেওঁ নিজকে বাৰে বাৰে ক'বলৈ ধৰিলে—"আমাৰ ঘৰৰ চামৰাৰ কাৰখানাটোৰ পৰা ভাহি অহা দুৰ্গন্ধ মোৰ নাকত লাগিলেই মোৰ সকলো ঠিক হৈ যাব।"

লুইৰ অৱস্থা ক্ৰমাৎ বেয়াৰ ফাললৈ ঢাল খোৱা দেখি দেউতাকলৈ খবৰ পঠাব লগা হ'ল। খবৰ পায়েই দেউতাক পেৰিছলৈ আহিল আৰু লুইক ঘৰলৈ লৈ গ'ল। ঘৰ পায়েই লুই সুস্থ হৈ পৰিল।

## চাৰি

ঘৰত এবছৰমান থকাৰ পিছত লুইয়ে আকৌ ছটফটাবলৈ আৰম্ভ কৰিলে। পেৰিছৰ পৰা ঘূৰি অহাৰ দিন ধৰি তেওঁ মনে মনে অনুভৱ কৰি আছিল যে তেওঁ এক ধৰণৰ পৰাজয় স্বীকাৰ কৰি লৈছে। নিজৰ যোগ্যতা প্ৰমাণ কৰিবলৈ তেওঁ কিবা এটা কৰি দেখুওৱা দৰকাৰ। এনে সময়তে স্কুলৰ প্ৰধান শিক্ষকজনেও তেওঁক আকৌ এবাৰ ইক'ল নৰ্মেলৰ কথা মনত পেলাই দিলে। তেওঁ লুইক এই কথা বুজাবলৈ চেষ্টা কৰিলে যে তেওঁৰ নিচিনা এজন প্ৰতিভাৱান কিশোৰৰ জীৱন আৰ্বোবাৰ নিচিনা এখন ক্ষুদ্ৰ চহৰত শেষ হ'ব নোৱাৰে।

লুইৰ কিন্তু দ্বিতীয়বাৰ পেৰিছলৈ যাবলৈ মন নাছিল। দেউতাকেও তেওঁক পেৰিছলৈ পঠাবলৈ ইচ্ছা নকৰিছিল। অৱশেষত সকলোৱে সন্মতি-ক্ৰমে লুইয়ে ঘৰৰ পৰা পাঁচিশ কিলোমিটাৰ দূৰৰ এখন কলেজত নাম লগালে।

পেৰিছত লুই মাত্ৰ কেইসপ্তাহমানহে আছিল। কিন্তু এইবাৰ স্থায়ীভাৱে প্ৰবাসত থাকিব লগা হোৱাৰ কাৰণে তেওঁ ঘৰৰ লগত ঘনিষ্ঠ যোগাযোগ ৰক্ষা কৰিবলৈ মাক-দেউতাক আৰু ভনীয়েক দুজনীলৈ সঘনাই চিঠি লিখিবলৈ ধৰিলে। লুইয়ে কেনেকৈ নিজকে জীৱনৰ কাৰণে প্ৰস্তুত কৰিবলৈ চেষ্টা কৰিছিল তাৰ কিছু আভাস এই চিঠিবোৰৰ পৰাই পোৱা যায়। ভনীয়েক দুজনীলৈ লিখা চিঠিবোৰত তেওঁ বাৰে বাৰে এটা কথাৰ ওপৰত জোৰ দিছিল। সেইটো আছিল ইচ্ছা-শক্তি। সেই কুমলীয়া বয়সতে লুইয়ে এটা কথা বুজি পাইছিল যে জীৱনত যিকোনো কামতে কৃতকাৰ্য হ'বলৈ যিটো গুণৰ আটাইতকৈ বেছি দৰকাৰ সেইটো হ'ল ইচ্ছাশক্তি। পৰিণত বয়সত তেওঁ যেতিয়া খ্যাতি আৰু সাফল্যৰ উচ্চ শিখৰত আৰোহণ কৰিছিল, তেতিয়াও তেওঁ ঘোষণা কৰিছিল যে জীৱনত কৃতকাৰ্য হ'বলৈ তিনিটা গুণৰ প্ৰয়োজন। সেই গুণ তিনিটা হ'ল—ইচ্ছাশক্তি, পৰিশ্ৰম আৰু ধৈৰ্য। মানুহে জীৱনৰ যিকোনো লক্ষ্য ঠিক কৰাৰ লগতে সেই লক্ষ্যতে উপনীত হ'বলৈ নিজৰ ইচ্ছাক শক্তিশালী কৰি ল'ব লাগিব। ইচ্ছাশক্তিৰ বলত মানুহে নিজে বাছি লোৱা লক্ষ্যত উপনীত হ'বলৈ কঠোৰ পৰিশ্ৰম কৰিব পাৰিব। কিন্তু কেৱল পৰিশ্ৰম কৰিলেই কৃতকাৰ্যতা নাহিবও পাৰে। জীৱনৰ বাটত মানুহে অনেক ব্যৰ্থতা আৰু বাধ-বিঘিনি অতিক্ৰম কৰিব লগা হয়। কিন্তু ব্যৰ্থতা আৰু বাধা-বিঘিনিৰ সমুখতো যি মানুহে ধৈৰ্য নেহেৰুৱাই নিজৰ কামত লাগি থাকিব পাৰে, অৰ্থাৎ পৰিশ্ৰমৰ প্ৰতিদান পাবলৈ ধৈৰ্য ধৰি অপেক্ষা কৰিব পাৰে, কেৱল তেনে মানুহেহে অৱশেষত কৃতকাৰ্যতাৰ মুখ দেখিব পাৰে।

স্কুলত ইতিমধ্যে এটা বছৰ পাৰ হৈ গ'ল। বছৰেকীয়া পৰীক্ষাত লুইয়ে বিজ্ঞানত 'অতি ভাল' আৰু আনবোৰ বিষয়ত 'ভাল' ফল দেখুৱাবলৈ সমৰ্থ হ'ল। কিন্তু পৰীক্ষাৰ ফলাফল এনেকুৱা বিশেষ কিবা নাছিল যে স্কুলৰ বাকীবোৰ ভাল ল'ৰাতকৈ লুইক বেলেগ কিবা এটা বুলি ভাবিব পাৰি। তথাপি লুইৰ স্বভাৱৰ কিছুমান বৈশিষ্ট্যই প্ৰধান শিক্ষকৰ মনত দকৈ ৰেখাপাত কৰিলে। প্ৰধান শিক্ষকে লক্ষ্য কৰিলে যে আন বহুতো চোকা ল'ৰাৰ দৰে লুইৰ মনটোৱে দ্ৰুতগতিৰে কাম নকৰিব পাৰে; কিন্তু গহীন-গম্ভীৰ প্ৰকৃতিৰ ল'ৰাটোৱে যেতিয়া যি কাম কৰে সেই কামতে মন-প্ৰাণ ঢালি দিয়ে, আৰু কেতিয়াও ধৈৰ্য নেহেৰুৱায়। তেওঁ লুইক ওজা-ছাত্ৰৰ পদত নিয়োগ কৰিলে; অৰ্থাৎ শ্ৰেণীৰ আনবোৰ ছাত্ৰক পাঠাভ্যাস কৰাৰ কামত সহায় কৰাৰ দায়িত্ব তেওঁক দিয়া হ'ল। তাৰ কাৰণে পাৰিশ্ৰমিক হিচাপে লুইয়ে বিনামূলীয়া থকা ঠাই আৰু আহাৰ পোৱাৰ উপৰিও তিনিশ ফ্ৰাংক নগদ ধন পোৱাৰো ব্যৱস্থা হ'ল।

লুইয়ে আকৌ পেৰিছৰ ইক'ল নৰ্মেলত পঢ়াৰ স্বপ্ন দেখিবলৈ আৰম্ভ কৰিলে। সেই উদ্দেশ্যে তেওঁ পৰীক্ষাত ভাল ফল দেখুৱাবলৈ কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলে। কিন্তু পৰীক্ষাৰ ফল তেওঁ আশা কৰা মতে নহ'ল। আনকি যিজন মানুহ এজন মহান ৰসায়নবিদ হিচাপে এদিন বিশ্ববিখ্যাত হ'ব, তেনে এজন মানুহো ৰসায়নৰ পৰীক্ষাত কোনোমতেহে উত্তীৰ্ণ হ'ল। লুইৰ জীৱনৰ এই দিশটোৰ বিষয়ে আলোচনা কৰি বহুতো পণ্ডিত এনে এটা সিদ্ধান্তলৈ আহিছে যে কেৱল পৰীক্ষাৰ দ্বাৰাই সকলো মানুহৰ প্ৰতিভাৰ জোখ ল'ব নোৱাৰি। স্কুল-কলেজৰ পৰীক্ষাত ভাল ফল দেখুৱাব নোৱৰা বহুত মানুহেও পিছৰ জীৱনত অতুলনীয় প্ৰতিভাৰ পৰিচয় দি বহুত ডাঙৰ ডাঙৰ কাম কৰে। তেনে এজন মানুহ আছিল এলবাৰ্ট আইনষ্টাইন। স্কুল-কলেজত পঢ়ি থকা অৱস্থাত তেওঁ আছিল এজন সাধাৰণ ছাত্ৰ। কিন্তু পিছলৈ তেৱেঁই হ'লগৈ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ বিজ্ঞানী।

# পাঁচ

লুইৰ সপোন এদিন দিঠকত পৰিণত হ'ল। তেওঁ অৱশেষত ইক'ল নৰ্মেলত পঢ়িবলৈ সুযোগ পালে। অৱশ্যে তাৰ আগতে তেওঁ পেৰিছৰ আন এখন স্কুলত কিছুদিন পঢ়ি ইক'ল নৰ্মেলত ভৰ্তি হ'ব পৰাৰ জোখাৰে যোগ্যতা অৰ্জন কৰিব লগা হ'ল।

ইক'ল নৰ্মেলত ভৰ্তি হৈয়েই লুইয়ে কঠোৰ পৰিশ্ৰম কৰিবলৈ আৰম্ভ কৰিলে। স্ফটিকৰ এটা ৰহস্যই তেওঁৰ মনত তীব্ৰ কৌতূহল জগাই তুলিলে, আৰু সেই বিষয়ে তেওঁ গৱেষণা আৰম্ভ কৰিলে। গৱেষণাৰ নিচাই বহুতো বিজ্ঞানীক এনেভাৱে গ্ৰাস কৰি ধৰে যে তেওঁলোকে পৃথিৱীৰ আন সকলো কথা পাহৰি যায়। আনকি আত্মীয়-স্বজনৰ প্ৰতি দায়িত্বৰ কথাও তেওঁলোকৰ মনত নাথাকে। এই ক্ষেত্ৰত লুই পেষ্টিঅ'ৰ আছিল এটা ডাঙৰ ব্যতিক্ৰম। নিজৰ পিতৃ-মাতৃ আৰু ভনীহঁতৰ প্ৰতি তেওঁৰ কৰ্তব্যৰ কথা তেওঁ এদিনৰ কাৰণেও পাহৰি যোৱা নাছিল। গৱেষণাৰ কামত ভীষণভাৱে ব্যস্ত হৈ থকাৰ মাজতো তেওঁ দেউতাকলৈ নিয়মিতভাৱে চিঠি লিখিবলৈ সময় উলিয়াইছিল।

লুইৰ দেউতাক জাঁ জোছেফ পেষ্টিঅ'ৰো যে অলপ বেলেগ ধৰণৰ মানুহ আছিল তাৰ কিছু আভাস ওপৰত দি অহা হৈছে। তেওঁ পুতেকলৈ যিবোৰ চিঠি লিখিছিল তাৰ পৰা লুইয়ে বুজিব পাৰিলে যে বয়স বঢ়াৰ লগে লগে দেউতাকৰ নতুন নতুন কথা শিকিবলৈ আগ্ৰহো বাঢ়ি গৈ আছে। লুইয়ে এতিয়া চিঠিৰ যোগেদি দেউতাকক বিজ্ঞানৰ শিক্ষা দিবলৈ আৰম্ভ কৰিলে। জ্ঞানৰ তৃষ্ণাত মতলীয়া দেউতাকেও মাজৰাতিলৈকে জাগি থাকি স্কুলীয়া ছাত্ৰৰ দৰে পুতেকৰ চিঠিবোৰ পঢ়ি বিজ্ঞানৰ নতুন কথাবোৰ বুজিবলৈ চেষ্টা কৰিলে। এনেকুৱা পিতা-পুত্ৰ সঁচাকৈয়ে বিৰল।

যথাসময়ত লুই কলেজৰ চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হ'ল। কিন্তু আচৰিত কথা যে এইবোৰো তেওঁ আশা কৰা মতে পৰীক্ষাত ভাল ফল দেখুৱাব নোৱাৰিলে। পৰীক্ষা দিয়া চৈধ্যজন ছাত্ৰৰ ভিতৰত পৰীক্ষাত উত্তীৰ্ণ হৈছিল চাৰিজন ছাত্ৰ। সেই চাৰিজনৰ তালিকাত লুইয়ে পালে তৃতীয় স্থান। দ্বিতীয়বাৰৰ কাৰণে প্ৰমাণিত হ'ল যে তেওঁ যিমানখিনি জ্ঞান আয়ত্ত কৰিছিল সেই আটাইখিনি জ্ঞান তেওঁ পৰীক্ষাৰ বহীত প্ৰকাশ কৰিব পৰা নাছিল। তথাপি তেওঁৰ পৰীক্ষকসকলে এই বুলি ৰায় দিলে যে তেওঁ যদি মাধ্যমিক স্কুলৰ শিক্ষক হ'বলৈ মন কৰে তেন্তে তেওঁ শিক্ষক হিচাপে বিশেষ সুনাম অৰ্জন কৰিব পাৰিব। লুইৰ দেউতাকৰ নিচিনাকৈ তেওঁৰ শিক্ষকসকলেও ভবা নাছিল যে লুইৰ তাতোকৈ ডাঙৰ কিবা এটা উচ্চাকাংক্ষা আছিল।

কিন্তু লুইৰ ভৱিষ্যত সম্পৰ্কে অলপ বেলেগভাৱে চিন্তা কৰিছিল তেওঁৰ বালাৰ্ড নামৰ এজন শিক্ষকে। তেওঁ যেতিয়া দেখিলে যে লুইক পেৰিছৰ পৰা বহুদূৰৰ এখন মফচলীয়া ঠাইত স্কুল-শিক্ষক হিচাপে নিযুক্তি দিয়া হৈছে, তেওঁ তেতিয়া নিজে ফ্ৰান্সৰ শিক্ষামন্ত্ৰীৰ ওচৰলৈ গৈ এই বুলি খাটনি ধৰিলে যে লুইয়ে ডক্টৰেট উপাধিৰ কাৰণে কৰি থকা গৱেষণা সম্পূৰ্ণ কৰিবলৈ তেওঁক আৰু কিছু সময় দিব লাগে। বালাৰ্ডৰ বুজনিত পতিয়ন গৈ শিক্ষামন্ত্ৰী তেওঁৰ প্ৰস্তাৱত সন্মত হ'ল।

লুইৰ গৱেষণাৰ বিষয় আছিল স্ফটিকৰ গঠন-ৰহস্য। এই ক্ষেত্ৰত তেওঁ আন কোনো বৈজ্ঞানিকে আগতে নকৰা নতুন গৱেষণা কৰি স্ফটিকৰ গঠন সম্পৰ্কে নতুন তথ্য আবিষ্কাৰ কৰিছিল। গৱেষণাৰ

কাম চলি থাকোঁতেই হঠাৎ এদিন লুইৰ মাকৰ মৃত্যু-সংবাদ আহিল। খবৰটো পাই লুই শোকত ম্রিয়মাণ হৈ পৰিল। বহুত দিনলৈ তেওঁ একো কামত মন বহুৱাব নোৱৰা হ'ল। লুইহঁতৰ পৰিয়ালটো আছিল এটা আদৰ্শ পৰিয়াল। সৰু পৰিয়ালটিৰ আটাইকেইজন সদস্যই ইজনে সিজনক অতি গভীৰভাৱে ভাল পাইছিল, শ্ৰদ্ধা কৰিছিল, আৰু ভাল মানুহ হ'বলৈ ইজনে সিজনক প্ৰেৰণা দিছিল। জীয়াই থকা অৱস্থাত লুইৰ মাকে লুইলৈ লিখা এখন চিঠিত লিখিছিল—"মোৰ সোণটো, তুমি খুব ভালকৈ নিজৰ যত্ন ল'বা দেই। মই নিজে তোমাৰ লগত থাকি তোমাৰ যত্ন ল'ব নোৱাৰোঁ; সেই কাৰণে মই সদায় দুশ্চিন্তা কৰি থাকোঁ। কিন্তু ইতিমধ্যে তুমি জীৱনত বহুত ওপৰলৈ উঠিছা। তোমাৰ নিচিনা সন্তানৰ মাতৃ হৈ মই খুব গৰ্ব অনুভৱ কৰিছোঁ।"

মাকৰ মৃত্যু-শোক পাতলি অহাৰ পিছত লুইয়ে আকৌ তেওঁৰ গৱেষণাৰ কামত মনোনিৱেশ কৰিলে। সেই সময়ত ফ্ৰান্সত স্ফটিকৰ বিষয়ে গৱেষণা কৰা আন এজন প্ৰবীণ বিজ্ঞানী আছিল বিয়ট। চৌসত্তৰ বছৰ বয়সীয়া বিয়টক স্ফটিক-বিশেষজ্ঞ বুলি সকলোৱে মানি লৈছিল। যিদিনা লুইয়ে বিজ্ঞান অকাডেমিত তেওঁৰ গৱেষণা-পত্ৰ পাঠ কৰিছিল সেইদিনা শ্ৰোতাৰ শাৰীত বিয়টো বহি আছিল। তেওঁ লুই পেষ্টিঅ'ৰৰ নতুন আৱিষ্কাৰৰ সত্যতা মানি ল'বলৈ টান পালে। সেই কাৰণে এদিন তেওঁ লুইক নিজৰ ঘৰলৈ নিমন্ত্ৰণ কৰি গৱেষণাৰ ফল হাতে-কামে প্ৰমাণ কৰি দেখুৱাবলৈ নিৰ্দেশ দিলে। বিয়টৰ চকুৰ আগতে লুইয়ে তেওঁৰ আৱিষ্কাৰৰ সত্যতা প্ৰমাণ কৰি দেখুৱালে। সত্যৰ সন্ধানেই হ'ল বিজ্ঞানীৰ জীৱনৰ একমাত্ৰ ব্ৰত। সেই কাৰণে এটা নতুন সত্যৰ আৱিষ্কাৰে বিজ্ঞানীক যিমান আনন্দ দিব পাৰে আন একোৱেই সিমান আনন্দ দিব নোৱাৰে। লুইৰ আৱিষ্কাৰৰ সত্যতা প্ৰমাণিত হোৱা দেখি বিয়ট আনন্দত অভিভূত হ'ল। তেওঁ থোকা-থুকি মাতেৰে লুইক ক'লে—"মই গোটেই জীৱন ধৰি বিজ্ঞানক ইমান ভাল পাইছিলো যে আজি এটা নতুন বৈজ্ঞানিক আৱিষ্কাৰে মোৰ মন আনন্দেৰে ভৰাই তুলিছে। উপহাৰ হিচাপে মই তোমাক মোৰ এই ফটোখন দিলো। তুমি মোৰ ফটোখন তোমাৰ দেউতাৰ ফটোৰ কাষতে থৈ দিবা। ফটোদুখনত চকু পৰিলেই তোমাৰ মনলৈ এনে এটা ভাব আহিব যে দুজন মানুহে তোমাক একে ধৰণেই ভাল পাইছিল।"

## ছয়

গৱেষণাৰ কাম সম্পূৰ্ণ হোৱাৰ পিছত আগৰ চুক্তি অনুয়ায়ী লুইয়ে এখন স্কুলত শিক্ষক হিচাপে যোগ দিলে। কিন্তু তেওঁ খুব বেছিদিন স্কুলৰ শিক্ষক হৈ থাকিব লগা নহ'ল। তেওঁৰ যিকেইজন শিক্ষাগুৰুৱে তেওঁৰ সম্বন্ধে অতি উচ্চ ধাৰণা পোষণ কৰিছিল, আৰু সুযোগ পালেই তেওঁ অতি ডাঙৰ কাম কৰিব পাৰিব বুলি আশা কৰিছিল, তেওঁলোকৰ চেষ্টাত লুইয়ে ষ্ট্ৰেছবৰ্গ বিশ্ববিদ্যালয়ত ৰসায়নৰ অধ্যাপকৰ পদ লাভ কৰিলে।

বিশ্ববিদ্যালয়ৰ মুৰব্বী তথা আচাৰ্যৰ নাম আছিল মঁছিয়ে লৰেন্ট। অধ্যাপকৰ পদত যোগ দিয়েই লুইয়ে তেওঁক দেখা কৰিবলৈ গ'ল। আচাৰ্যৰ কেবাগৰাকী জীয়েক আছিল। তেওঁলোকৰ ভিতৰৰে এগৰাকীৰ প্ৰতি লুই বিশেষভাৱে আকৃষ্ট হ'ল। তেতিয়ালৈকে তেওঁ বিয়া কৰি সাংসাৰিক জীৱন আৰম্ভ কৰাৰ কথা ভবা নাছিল। কিন্তু আচাৰ্যৰ জীয়েকৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰাৰ মুহূৰ্ততে বিয়াৰ চিন্তা

তেওঁৰ মনলৈ আহিল। কেইদিনমানৰ পিছতে তেওঁ বিয়াৰ প্ৰস্তাৱ দি আচাৰ্যলৈ চিঠি লিখিলে। সেই চিঠিখনৰ মাজেদিও লুইৰ চৰিত্ৰৰ সৰলতা আৰু মহত্ত্ব ফুটি উঠিছে। লুইয়ে লিখিছিল—"আমাৰ পৰিয়ালটোক কোনো মাপকাঠিৰেই ধনী বুলি ক'ব নোৱাৰি। আমাৰ যি সামান্য ধন-সম্পত্তি আছে তাৰো ভাগ মই দাবী কৰিব নোখোজোঁ। মই বহুত দিনৰ আগতেই ঠিক কৰি থৈছোঁ যে আমাৰ যি আছে সেই গোটেইখিনি পাব মোৰ ভনী দুজনীয়ে। মোৰ নিজৰ বুলিবলৈ আছে মাত্ৰ মোৰ সু-স্বাস্থ্য, সাহস আৰু বিশ্ববিদ্যালয়ত মোৰ চাকৰিটো।"

এনে এজন মহৎ চৰিত্ৰৰ ডেকাক কোন পিতৃয়ে নিজৰ জীয়েকক নিদিয়াকৈ থাকিব পাৰে? অতি সোনকালে লুইৰ বিয়া হৈ গ'ল। নিজৰ জীৱন-সঙ্গিনী নিৰ্বাচন কৰাত তেওঁ অকণো ভুল কৰা নাছিল। তেওঁৰ বিবাহিতা জীৱন অতি সুখৰ হৈছিল। তেওঁৰ কাৰণে তেওঁৰ পত্নী হৈ পৰিছিল আনন্দ আৰু প্ৰেৰণাৰ উৎস।

ষ্ট্ৰেছবৰ্গ বিশ্ববিদ্যালয়ত কিছুদিন অধ্যাপনা কৰাৰ পিছত লুই পেষ্টিঅ'ৰৰ জীৱনলৈ এটা নতুন সুযোগ আহিল। ফৰাচী চৰকাৰে লিল্ লিল্ নামৰ এখন ঔদ্যোগিক চহৰত এটা নতুন বৈজ্ঞানিক গৱেষণাগাৰ স্থাপন কৰিছিল। ১৮৫৪ খ্ৰীষ্টাব্দত লুই পেষ্টিঅ'ৰক সেই গৱেষণাগাৰৰ অধ্যক্ষ নিযুক্ত কৰা হ'ল।

গৱেষণাগাৰটোত অধ্যক্ষ হিচাপে যোগ দিয়াৰ পিছত লুই পেষ্টিঅ'ৰে গৱেষক আৰু শিক্ষকসকলক সম্বোধন কৰি এটা উদ্বোধনী বক্তৃতা দিব লগা হৈছিল। সেই বক্তৃতাত তেওঁ দুটা অতি মূল্যবান কথা কৈছিল। বৈজ্ঞানিক আৱিষ্কাৰবোৰৰ গুৰুত্ব সকলো মানুহে সমানে বুজি নাপায়। এনেকুৱা বহুতো বৈজ্ঞানিক তত্ত্ব আছে যিবোৰ ওপৰে ওপৰে চালে তৎক্ষণাৎ মানুহৰ একো কাণত নালাগে। সেই কাৰণে বহুত মানুহে প্ৰশ্ন কৰে—"এই বৈজ্ঞানিক আৱিষ্কাৰৰ ফলত মানুহৰ কি লাভ হ'ব? ইয়াৰ কাৰণে ধন খৰচ কৰিব লাগে কিয়?" এই কথাটোৰ উল্লেখ কৰি লুই পেষ্টিঅ'ৰে তেওঁৰ বক্তৃতাত কৈছিল যে প্ৰত্যেকটো নতুন চিন্তা বা আৱিষ্কাৰেই নতুনকৈ জন্ম হোৱা এটা শিশুৰ নিচিনা। নতুনকৈ জন্ম হোৱা এটা শিশুৱে মানুহৰ মনত কেৱল নতুন আশা জগাই তোলে। তাতকৈ বেছি আন একো সি নকৰে। কিন্তু শিশুটিক লালন-পালন কৰি ডাঙৰ কৰিলে তাৰ পৰা নিশ্চয় বহুত বিকাকিবি আশা কৰিব পাৰি। বৈজ্ঞানিক আৱিষ্কাৰবোৰৰ ক্ষেত্ৰতো এই কথা খাটে।"

লুই পেষ্টিঅ'ৰে তেওঁৰ বক্তৃতা প্ৰসঙ্গত কোৱা দ্বিতীয় কথাটো আছিল আৰু বেছি মূল্যবান। কেতিয়াবা এনেকুৱা হয় যে বৈজ্ঞানিকসকলে বছৰৰ পিছত বছৰ ধৰি গৱেষণা কৰি থাকিও বাঞ্ছিত ফল নাপায়; অৰ্থাৎ তেওঁলোকে আৱিষ্কাৰ কৰিব খোজা বস্তুটো বা তত্ত্বটো আৱিষ্কাৰ কৰিব নোৱাৰে। কিন্তু হঠাৎ কেতিয়াবা তেওঁলোকে আশা নকৰা ঘটনাও ঘটি যায়। কিবা এটা বস্তু বিচাৰিবলৈ গৈ আন কিবা এটা পোৱাৰ দৰে বৈজ্ঞানিকসকলেও নিজে আশা নকৰা একোটা নতুন আৱিষ্কাৰ কৰি পেলায়। সেই কাৰণে বহুত মানুহে ভাবে যে বৈজ্ঞানিক আৱিষ্কাৰবোৰ সাধনাৰ ফল নহয়; কণাৰ ফুটিৰ নিচিনাকৈ বৈজ্ঞানিকসকলেও কপালৰ ফেৰতহে নতুন কিবা এটা আৱিষ্কাৰ কৰিব পাৰে। এই কথাটো উল্লেখ কৰি লুই পেষ্টিঅ'ৰে তেওঁৰ বক্তৃতাত কৈছিল যে বৈজ্ঞানিক আৱিষ্কাৰবোৰৰ বিষয়ে মানুহৰ মনত থকা এনে ধাৰণাবোৰ সমূলি ভুল বুলি ক'ব নোৱাৰি, কাৰণ মাজে-সময়ে সঁচাকৈয়ে এনেকুৱা ঘটনা ঘটে। কিন্তু লগতে এই কথাটোও মনত ৰাখিব লাগিব যে বৈজ্ঞানিকজনৰ মনটো যদি আকস্মিক বা অপ্ৰত্যাশিতভাৱে হোৱা আৱিষ্কাৰটোৰ তাৎপৰ্য বুজিবৰ জোখাৰে প্ৰস্তুত হৈ নাথাকে, তেন্তে তেওঁ আকস্মিকভাৱে কিবা এটা

আৱিষ্কাৰ কৰিলেও সেইটো এটা নতুন আৱিষ্কাৰ বুলি তেওঁ নিজেই চিনি নাপাব। সেই কাৰণে লুই পেষ্টিঅ'ৰে কৈছিল যে ভাগ্যই কেৱল সেইসকল লোককহে পুৰস্কাৰ দিয়ে—যিসকল লোকে ভাগ্যৰ পুৰস্কাৰ গ্ৰহণ কৰিবৰ কাৰণে নিজকে প্ৰস্তুত কৰি ৰাখে।

গৱেষণাগাৰটোত অধ্যক্ষ হিচাপে যোগ দিয়াৰ দিনাই লুই পেষ্টিঅ'ৰে এনেকুৱা সাৰগৰ্ভ কথা কৈ তেওঁৰ ছাত্ৰসকলক কঠোৰ পৰিশ্ৰম কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। তেওঁ আছিল এজন আদৰ্শ শিক্ষক। ছাত্ৰসকলৰ মনত বিজ্ঞানৰ প্ৰতি অনুৰাগ জগাই তুলিবলৈ তেওঁ নানা প্ৰকাৰে চেষ্টা কৰিছিল। আনকি কেতিয়াবা ছুটীৰ দিনতো তেওঁ ঘৰত বহি থাকি ছুটী উপভোগ নকৰি ছাত্ৰসকলক লগত লৈ বিভিন্ন কল-কাৰখানা আৰু গৱেষণাগাৰ চাবলৈ গৈছিল, আৰু ছাত্ৰসকলৰ মনত বৈজ্ঞানিক কৌতূহল জগাই তুলিবলৈ চেষ্টা কৰিছিল।

তেনেকুৱা বৈজ্ঞানিক কৌতূহলৰ বশৱৰ্তী হৈয়েই এদিন তেওঁৰ এজন ছাত্ৰই তেওঁক এটা প্ৰশ্ন কৰিলে। প্ৰশ্নটোৰ উত্তৰ লুই পেষ্টিঅ'ৰৰ মনত সাজু হৈ থকা নাছিল। প্ৰশ্নটোৰ উত্তৰ পাবলৈ তেওঁ নানা ধৰণৰ বৈজ্ঞানিক গৱেষণা আৰম্ভ কৰিব লগা হ'ল। অৱশেষত পেষ্টিঅ'ৰে যিটো উত্তৰ বিচাৰি পালে সি মানুহৰ ভাগ্যকেই সলনি কৰি দিলে।

## সাত

ছাত্ৰজনৰ দেউতাকৰ এটা মদ তৈয়াৰ কৰা ভাটিখানা আছিল। তেওঁৰ ভাটিখানাত মদ তৈয়াৰ কৰিবলৈ বীট-মূলা ব্যৱহাৰ কৰা হৈছিল।

মানুহে প্ৰায় আদিম অসভ্য অৱস্থাতেই মদ তৈয়াৰ কৰাৰ পদ্ধতি আৱিষ্কাৰ কৰিছিল। নানা পৰীক্ষা-নিৰীক্ষা আৰু অভিজ্ঞতাৰ পৰা আদিম মানুহে এই কথা শিকিছিল যে চাউল আৰু নানাবিধৰ ফল-মূলত কিবাকিবি বনদেৱাই সানি সেইবোৰ পচিবলৈ দিলে কিছুদিনৰ পিছত তাৰ পৰা যি ৰস বাহিৰ হয় সেই ৰস খালে গাত নিচাই ধৰে। শ শ বছৰ ধৰি মানুহে এনেকৈ মদ তৈয়াৰ কৰি থাকিলেও বনদেৱাই আৰু পচা চাউলৰ অন্যান্য দানাদাৰ শস্য আৰু ফলমূলৰ সংযোগত কেনেকৈ আপোনা-আপুনি মদ তৈয়াৰ হয় সেই কথা তেওঁলোকে নাজানিছিল। অৱশ্যে অভিজ্ঞতাৰ পৰা তেওঁলোকে এটা কথা জানিছিল। কেতিয়াবা মদবোৰ খাবলৈ ভাল হয়, কেতিয়াবা বেয়া হয়। কিন্তু একে পদ্ধতিৰে কৰা মদ কেতিয়াবা কিয় ভাল হয় আৰু কেতিয়াবা বেয়া হয়—সেইটো তেওঁলোকৰ কাৰণে সদায় এটা ৰহস্য হৈ আছিল।

পেষ্টিঅ'ৰৰ ছাত্ৰজনৰ দেউতাকো এনে এটা সমস্যাৰ সন্মুখীন হৈছিল। কিছুদিন ধৰি তেওঁৰ ভাটিখানাত তৈয়াৰ হোৱা মদ খাবলৈ বেয়া হৈছিল। ফলত তেওঁৰ মদৰ গ্ৰাহকৰ সংখ্যা হ্ৰাস পাইছিল।

ছাত্ৰজনে পেষ্টিঅ'ৰক সোধা প্ৰশ্নটো আছিল : একে পদ্ধতিৰে তৈয়াৰ কৰা মদ কিয় কেতিয়াবা ভাল হয় আৰু কেতিয়াবা বেয়া হয়? মদবোৰ সকলো সময়তে ভাল কৰি ৰখাৰ উপায় কি?

এই প্ৰশ্নৰ উত্তৰ বিচাৰি পেষ্টিঅ'ৰে এদিন পক ধৰি থকা অলপ মদ অণুবীক্ষণ যন্ত্ৰেৰে পৰীক্ষা কৰি চালে। মদবোৰত সাঁতুৰি থকা ঘূৰণীয়া বড়িৰ নিচিনা এবিধ বস্তু তেওঁৰ চকুত পৰিল। এনেকৈ কেইদিনমান পৰীক্ষা কৰাৰ পিছত এই কথাও তেওঁৰ চকুত পৰিল যে যিবোৰ মদ বেয়া হ'বলৈ আৰম্ভ কৰিছে সেইবোৰ মদত বড়িবোৰে নিজৰ আকৃতি সলাই দীঘল আৰু চেপেটা ৰূপ লৈছে। অৰ্থাৎ ভাল মদত থকা আৰু

কেৱল অণুবীক্ষণ যন্ত্ৰৰ সহায়তহে মনিব পৰা বস্তুবোৰ বড়িৰ নিচিনা ঘূৰণীয়া; বেয়া মদত থকা বস্তুবোৰ দীঘল আৰু চেপেটা।

এই আৱিষ্কাৰৰ পিছত বেয়া মদৰ পৰা ভাল মদক চিনি পোৱাটো সহজ হৈ পৰিল। পেষ্টিঅ'ৰে ভাটিখানাৰ মালিকজনক এই বুলি বুদ্ধি দিলে যে তেওঁ অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে বেয়া হ'বলৈ আৰম্ভ কৰা মদবোৰ চিনি উলিয়াই সেইবোৰ এটা নিৰ্দিষ্ট উত্তাপত গৰম কৰিলে মদবোৰ ভাল হ'ব আৰু সি বহুদিনলৈ ভাল হৈ থাকিব।

আমি সকলোৱেই দৈনন্দিন অভিজ্ঞতাৰ পৰা এই কথা জানো যে গাখীৰ গৰম নকৰাকৈ কেইদিনমান ৰাখিলে সি দৈ বান্ধিবলৈ আৰম্ভ কৰে। এৰাঁ গাখীৰত অকণমান দৈ মিহলি কৰি দিলে সি অতি সোনকালে দৈ গাখীৰত পৰিণত হয়। মানুহে হাজাৰ বছৰ ধৰি এইবোৰ ঘটনা নিজৰ চকুৰে দেখি আহিছে। কিন্তু এৰাঁ গাখীৰ দৈ গাখীৰত পৰিণত হোৱাৰ ৰহস্য কি সেই কথা জানিবলৈ মানুহে কেতিয়াও চেষ্টা কৰা নাই।

ভাল মদত থকা বড়িজাতীয় ঘূৰণীয়া বস্তুবোৰ বেয়া মদত দীঘল আৰু চেপেটা বস্তুলৈ ৰূপান্তৰিত হোৱা ঘটনা লক্ষ্য কৰি পেষ্টিঅ'ৰৰ মনলৈ এনে এটা ভাব আহিল যে এৰাঁ গাখীৰ দৈ হোৱাৰ ৰহস্যও বোধহয় অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰেই উদ্‌ঘাটন কৰিব পৰা যাব। তেওঁ অলপমান টেঙা দৈ অণুবীক্ষণ যন্ত্ৰে পৰীক্ষা কৰি চালে। ছাই ৰঙৰ ধূলিকণাৰ নিচিনা এবিধ বস্তু তেওঁৰ চকুত পৰিল। টেঙা দৈৰ পৰা সেই বস্তুখিনি পৃথক কৰি তেওঁ তাক এৰাঁ গাখীৰৰ লগত মিহলি কৰি দিলে। কিছুসময়ৰ ভিতৰতে এৰাঁ গাখীৰখিনি দৈ হ'বলৈ আৰম্ভ কৰিলে। পেষ্টিঅ'ৰৰ বুজিবলৈ বাকী নৰ'ল যে যিটো বস্তুৱে এৰাঁ গাখীৰক দৈ গাখীৰত পৰিণত কৰে সেইটো হ'ল তেওঁৰ অণুবীক্ষণ যন্ত্ৰত ধৰা পৰা ছাই ৰঙৰ ধূলিকণাৰ নিচিনা বস্তুটো।

লগতে এই কথাও তেওঁ বুজি পালে যে সি এটা বস্তু নহয়; সি আচলতে খালি চকুৰে মনিব নোৱৰা এবিধ জীৱিত প্ৰাণী। একমাত্ৰ জীৱিত প্ৰাণীৰহে শাৰীৰিক পৰিৱৰ্তন আৰু বংশ-বিস্তাৰ হোৱাটো সম্ভৱ।

এই আৱিষ্কাৰৰ কিছুদিনৰ পিছতে লুই পেষ্টিঅ'ৰ পেৰিছৰ ইক'ল নৰ্মেললৈ বদলি হ'ল। তাত তেওঁক বৈজ্ঞানিক অধ্যয়ন আৰু গৱেষণাৰ দায়িত্ব দিয়া হ'ল।

## আঠ

ইয়াৰ কিছুদিনৰ পিছতেই লুই পেষ্টিঅ'ৰে এই কথা প্ৰমাণ কৰিব যে মানুহৰ বহুতো ৰোগৰ কাৰণ হ'ল বীজাণুৰ আক্ৰমণ। তেওঁৰ এই আৱিষ্কাৰে চিকিৎসা-বিজ্ঞানত যুগান্তৰৰ সূচনা কৰিব আৰু কোটি কোটি মানুহৰ প্ৰাণ ৰক্ষা কৰিব। কিন্তু তেওঁ ৰোগৰ বীজাণু আৱিষ্কাৰ কৰাৰ আগতেই তেওঁৰ দুজনী কম বয়সীয়া জীয়েকৰ মৃত্যু হ'ল সন্নিপাত জ্বৰত।

বাৰম্বাৰ পৰীক্ষা কৰি লুই পেষ্টিঅ'ৰ অৱশেষত এটা কথাত সম্পূৰ্ণ পতিয়ন গ'ল যে তেওঁ অণুবীক্ষণ যন্ত্ৰৰ সহায়ত দৈ গাখীৰত দেখা বস্তুবোৰ আচলতে এবিধ জীৱিত প্ৰাণী। আকৃতিত অতি ক্ষুদ্ৰ হোৱাৰ কাৰণে সিহঁতক অণুজীৱ বা জীৱাণু বুলি ক'ব পাৰি। কিন্তু প্ৰশ্ন হ'ল ঃ দৈ গাখীৰত এই জীৱাণুবোৰৰ সৃষ্টি হ'ল কেনেকৈ?

আমি সকলোৱেই এই কথা জানো যে প্ৰাণীয়ে প্ৰাণীৰ জন্ম দিয়ে। মানুহে মানুহৰ, গৰুৱে গৰুৰ আৰু চৰায়ে চৰাইৰ জন্ম দিয়ে। অৰ্থাৎ যিকোনো প্ৰাণীৰ জন্ম হ'বলৈ হ'লে সিহঁতৰ পিতৃ-মাতৃ থাকিব লাগিব। কিন্তু কেবাহাজাৰ বছৰ ধৰি মানুহে ভুলকৈ এনে এটা কথা বিশ্বাস কৰি আছিল যে কিছুমান প্ৰাণীৰ জন্ম হ'বলৈ পিতৃ-মাতৃৰ একো দৰকাৰ নাই; সিহঁতৰ জন্ম হয় আপোনা-আপুনি। জন্তুৰ মৃত্যুৰ পিছত তাৰ শটো গেলি-পচি গ'লে তাত নানা ধৰণৰ পোকে কিলবিলাই থকা দেখা যায়; তদুপৰি পচা মাংস খাবলৈ মাখি আৰু নিগনিও তাত উবুৰি খাই পৰে। বৈজ্ঞানিক কৌতূহল নথকা যুগত মানুহে বিশ্বাস কৰিছিল যে জন্তুৰ পচা শৰ মাজতেই এইবোৰ প্ৰাণীৰ আপোনা-আপুনি সৃষ্টি হয়। এই অন্ধবিশ্বাস মানুহৰ মনত এনেকৈ বদ্ধমূল হৈছিল যে সোতৰ শতিকাৰ জান বেপটিষ্টা ভান হেলমণ্ট নামৰ এজন বিখ্যাত ৰসায়ন-বিজ্ঞানীয়েও লেটেৰা ফটাকানিৰ লগত ৰুটি বা চীজ মিহলাই থ'লে তাৰ পৰাই নিগনিৰ সৃষ্টি হয় বুলি বিশ্বাস কৰিছিল। সেই একেটা শতিকাতে অণুবীক্ষণ যন্ত্ৰ আৱিষ্কৃত হ'ল। মানুহে চকুৰে মনিব নোৱৰা ক্ষুদ্ৰাতিক্ষুদ্ৰ অণুজীৱবোৰ অণুবীক্ষণ যন্ত্ৰত ধৰা পৰিল। তেতিয়া মানুহৰ মনত এই ভুল বিশ্বাস আগতকৈ বেছিহে দৃঢ় হ'ল যে কিছুমান জীৱ আপোনা-আপুনি সৃষ্টি হয়। উদাহৰণ স্বৰূপে—অণুবীক্ষণ যন্ত্ৰত ধৰা পৰা অণুজীৱবোৰ। সেই ক্ষুদ্ৰাতিক্ষুদ্ৰ অণুজীৱবোৰৰ উৎপত্তি কেনেকৈ হয় বা সিহঁতে কেনেকৈ বংশ-বৃদ্ধি কৰে সেই বিষয়ে মানুহে তেতিয়ালৈকে একো নাজানিছিল। সেই কাৰণে মানুহে এই কথা স্বতঃসিদ্ধ বুলি ধৰি লৈছিল যে পচা মাংসত আপোনা-আপুনি পোক সৃষ্টি হোৱাৰ দৰে অপৰিষ্কাৰ পানীত আপোনা-আপুনি অণুজীৱৰ সৃষ্টি হয়।

লুই পেষ্টিঅ'ৰে এই কথা মানি ল'বলৈ টান পালে। শূন্যৰ পৰা বা জড় পদাৰ্থৰ পৰা বা আনকি মৃত প্ৰাণীৰ গেলি-পচি যোৱা মাংসৰ পৰাও কোনো জীৱিত প্ৰাণীৰ সৃষ্টি হোৱা সম্ভৱ নহয়। তেন্তে তেওঁ অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে দৈ গাখীৰত দেখা অতি ক্ষুদ্ৰ জীৱিত প্ৰাণীবোৰৰ সৃষ্টি হ'ল কেনেকৈ? সিহঁত আহিল ক'ৰ পৰা?

এতিয়া এই প্ৰশ্নৰ উত্তৰ বিচাৰি উলিওৱাটো হৈ পৰিল তেওঁৰ প্ৰধান কাম। ১৮৬০ খ্ৰীষ্টাব্দৰ কোনোবা এটা দিনত তেওঁ ডায়েৰিত লিখিলে—"কিছুমান প্ৰাণীৰ আপোনা-আপুনি সৃষ্টি হ'ব পাৰে বুলি মানুহৰ মনত যিটো প্ৰাচীন বিশ্বাস আছে তাৰ অৱসান ঘটাবলৈ অতি সোনকালেই কিবা এটা ব্যৱস্থা ল'ব পাৰিম বুলি মই আশা কৰিছোঁ। এই ধাৰণাটো মিছা বুলি মই এনেকৈ প্ৰমাণ কৰিম যে তাৰ পিছত সেই বিষয়ে মানুহৰ মনত সন্দেহৰ কোনো অৱকাশেই নাথাকিব।"

দৈ গাখীৰত অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে দেখা অণুজীৱবোৰ বতাহৰ পৰা অহা বুলি ধৰি লৈ পেষ্টিঅ'ৰে তেওঁৰ পৰীক্ষা আৰম্ভ কৰিলে। পৰীক্ষাটো আছিল তেনেই সৰল। তেওঁ প্ৰথমতে দীঘল ডিঙি থকা কেবাটাও কাঁচৰ কলহ তৈয়াৰ কৰিলে। কেইটামান কলহৰ ডিঙি পোন কৰি ৰখা হ'ল, আৰু বাকী কেইটামান কলহৰ ডিঙি ৰাজহাঁহৰ ডিঙিৰ নিচিনাকৈ বেঁকা কৰি দিয়া হ'ল। বেঁকা ডিঙিৰ কলহকেইটা পানীত ডুবাই এনেকৈ গৰম কৰা হ'ল যাতে সেইবোৰৰ পেটৰ পৰা বতাহ সম্পূৰ্ণৰূপে বাহিৰ হৈ যায়; অৰ্থাৎ কলহকেইটা বায়ুশূন্য হৈ পৰে। এতিয়া দুয়োবিধৰ কলহতে পেষ্টিঅ'ৰে মাংসৰ জোল ভৰালে আৰু কলহকেইটা ওচৰা-উচৰিকৈ ৰাখিলে। দুয়োবিধৰ কলহতে অবাধে বতাহ সোমাব পাৰিছিল, কাৰণ কলহৰ ডিঙিবোৰ কোনোধৰণৰ সোপা দি বন্ধ কৰা হোৱা নাছিল। কিন্তু ধৰি লোৱা হৈছিল যে ৰাজহাঁহৰ ডিঙিৰ নিচিনা কলহকেইটালৈ অণুজীৱ সোমাব নোৱাৰিব, কাৰণ কলহৰ বেঁকা ডিঙিটোত সিহঁত লাগি ধৰিব। পৰৱৰ্তী পৰীক্ষাই পেষ্টিঅ'ৰ সেই অনুমান সম্পূৰ্ণ সত্য বুলি প্ৰমাণ কৰিলে। অণুবীক্ষণ যন্ত্ৰেৰে পৰীক্ষা

কৰি দেখা গ'ল যে বেঁকা ডিঙিৰ কলহকেইটাত অণুজীবৰ লেখমাত্ৰ নাই; আনহাতে পোন ডিঙিৰ কলহকেইটাত অণুজীৱবোৰে কিলবিলাব ধৰিছে!

কিন্তু মাত্ৰ এবাৰ বা দুবাৰ পৰীক্ষা কৰিয়েই পেষ্টিঅ'ৰ ক্ষান্ত হৈ নাথাকিল। প্ৰায় দুহাজাৰ বছৰ ধৰি মানুহে এই কথা বিশ্বাস কৰি আহিছিল যে জীৱাণুৰ পৰা আৰম্ভ কৰি নিগনিলৈকে বহুতো জীৱ আপোনা-আপুনি সৃষ্টি হয়; অৰ্থাৎ জীৱনৰ পৰাহে জীৱন সৃষ্টি হোৱাৰ নিয়ম সিহঁতৰ ক্ষেত্ৰত নাখাটে। তেনে এটা প্ৰাচীন সুদৃঢ় বিশ্বাস মিছা বুলি প্ৰমাণ কৰিবলৈ যথেষ্ট অকাট্য প্ৰমাণৰ দৰকাৰ হ'ব। সেই কাৰণে পেষ্টিঅ'ৰে অশেষ ধৈৰ্য ধৰি প্ৰায় এবছৰ কাল তেওঁৰ পৰীক্ষা চলাই থাকিল। পেষ্টিঅ'ৰে অতি গভীৰভাৱে এটা কথা বিশ্বাস কৰিছিল যে জীৱনত যিকোনো কামতে কৃতকাৰ্য হ'বলৈ হ'লে যিটো গুণৰ প্ৰয়োজন সবাতোকৈ বেছি—সেইটো হ'ল ধৈৰ্য। তেওঁ নিজে গোটেই জীৱন ধৰি অসাধাৰণ ধৈৰ্য-শক্তিৰ পৰিচয় দিছিল। সি যি কি নহওক, এবছৰ ধৰি নানা পৰীক্ষা-নিৰীক্ষা কৰি তেওঁ অৱশেষত এই সিদ্ধান্তত উপনীত হ'ল যে মানুহে খালি চকুৰে মনিব নোৱৰা ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱাণুৰ বাসস্থান হ'ল বায়ুমণ্ডল। বতাহত উৰি ফুৰা জীৱাণুবোৰেই গাখীৰ বা আঙুৰৰ ৰসত প্ৰৱেশ কৰি তাত নিজৰ বংশ-বৃদ্ধি কৰাৰ উপৰিও সেইবোৰত নানা ৰাসায়নিক পৰিৱৰ্তন ঘটায়। গাখীৰক দৈ-গাখীৰত বা আঙুৰৰ ৰসক মদত পৰিণত কৰে এই জীৱাণুবোৰে।

পেষ্টিঅ'ৰৰ গৱেষণাই এই কথাও প্ৰমাণ কৰি দেখুৱালে যে বায়ুমণ্ডলৰ সকলো ঠাইতে জীৱাণু সমান পৰিমাণে নাথাকে। উদাহৰণ স্বৰূপে ভূ-পৃষ্ঠৰ পৰা যিমানেই ওপৰলৈ উঠা যায় সিমানেই বায়ু নিৰ্মল হয়; অৰ্থাৎ অতি ওখ ঠাইত ধূলিকণা আৰু জীৱাণু দুয়োটাই নাথাকে। এই কথাটোকে প্ৰমাণ কৰিবলৈ তেওঁ এদিন উতলাই জীৱাণু-শূন্য কৰা ৰসৰ পাত্ৰ এটা লৈ আল্‌পছ্‌ পৰ্বতৰ এটা ওখ শৃংগত আৰোহণ কৰিলে। পাত্ৰটোত বতাহ সোমাব পৰাকৈ বহুত সময় তাৰ ঢাকনি খুলি ৰখা হ'ল। অৱশেষত দেখা গ'ল যে ৰসখিনিৰ কোনো পৰিৱৰ্তন নঘটিল। বতাহৰ সংস্পৰ্শলৈ অহাৰ ফলত ৰসখিনি টেঙা হোৱা হ'লে এই কথা নিশ্চিতভাৱে প্ৰমাণিত হ'লহেঁতেন যে বতাহখিনিত জীৱাণু আছিল। লগতে এই কথাও প্ৰমাণিত হ'লহেঁতেন যে গাখীৰক দৈ-গাখীৰ কৰা বা আঙুৰৰ ৰসক মদ কৰা জীৱাণুবোৰ গাখীৰ বা আঙুৰৰ ৰসত নিজে নিজে সৃষ্টি নহয়। সিহঁত আহে বতাহৰ পৰা।

কিন্তু ইমানৰ পিছতো কোনো কোনো বিজ্ঞানীয়ে পেষ্টিঅ'ৰৰ আৱিষ্কাৰৰ সত্যতা মানি ল'ব নুখুজিলে। তেওঁলোকে নানা প্ৰশ্ন আৰু আপত্তি উত্থাপন কৰিবলৈ ধৰিলে। তেওঁলোকৰ আপত্তি খণ্ডন কৰিবলৈ পেষ্টিঅ'ৰৰ হাতত এটাই মাত্ৰ উপায় আছিল। সেইটো হ'ল বিশেষজ্ঞসকলক লৈ গঠিত এখন নিৰপেক্ষ সমিতিৰ আগত দুয়োপক্ষই, অৰ্থাৎ পেষ্টিঅ'ৰ আৰু তেওঁৰ বিৰোধীসকলে, নিজৰ নিজৰ মতৰ সত্যতা প্ৰমাণ কৰি দেখুওৱা। পেষ্টিঅ'ৰে ফ্ৰান্সৰ বিজ্ঞান অকাডেমিক তেনে এখন বিশেষজ্ঞ সমিতি গঠন কৰিবলৈ অনুৰোধ কৰিলে। কিন্তু পেষ্টিঅ'ৰে নিজৰ মতৰ সত্যতা প্ৰমাণ কৰাৰ কোনো প্ৰয়োজন নহ'ল, কাৰণ তেওঁৰ বিৰোধীসকলে নিৰপেক্ষ বিশেষজ্ঞ সমিতিৰ আগত হাজিৰ হ'বলৈ সাহস গোটাব নোৱাৰিলে। পেষ্টিঅ'ৰৰ যুগান্তকাৰী আৱিষ্কাৰৰ সত্যতা সমগ্ৰ পৃথিৱীয়ে স্বীকাৰ কৰি ল'লে। এই আৱিষ্কাৰে মানুহৰ ভাগ্যকেই সলনি কৰি পেলালে।

## ন

এৰি, মুগা আৰু পাটৰ কাপোৰৰ লগত অসমীয়া মানুহক নতুনকৈ চিনাকি কৰি দিয়াৰ প্ৰয়োজন নাই। একে নামৰ তিনিবিধ পলু বা লেটাই নিজৰ গাৰ পৰা সূতা উলিয়াই খোলা বা বাহ্ সাজি তাৰ ভিতৰত কেইদিনমান শুই থাকে। লেটাবোৰ যদি মাৰি পেলোৱা নহয়, তেন্তে এটা নিৰ্দিষ্ট সময়ত সিহঁতে খোলাটো ভাঙি পখিলাৰ ৰূপ লৈ ওলাই আহে। পখিলাবোৰৰ কণীৰ পৰা পলু জগে; পলুবোৰ আকৌ যথাক্ৰমে লেটা আৰু পখিলাত পৰিণত হয়। পখিলাৰ এই জীৱন-চক্ৰ প্ৰকৃতিৰ এটা অতি ৰহস্যময় আৰু বিস্ময়কৰ ঘটনা।

কেবাহাজাৰ বছৰৰ আগতেই মানুহে এই কথা আবিষ্কাৰ কৰিছিল যে বিভিন্ন প্ৰজাতিৰ পলুৱে নিজৰ পেটৰ পৰা সূতা উলিয়াই যি খোলা তৈয়াৰ কৰে, সেই খোলাটোক পুনৰ সূতাত পৰিণত কৰি তাৰ পৰা অতি উত্তম কাপোৰ তৈয়াৰ কৰিব পাৰি। বুৰঞ্জীবিদসকলে ঠাৱৰ কৰিছে যে পাট-পলুৰ খোলাৰ পৰা সূতা তৈয়াৰ কৰাৰ কৌশল প্ৰথমে উদ্ভাৱন কৰিছিল চীন দেশৰ মানুহে,—যীশুখ্ৰীষ্টৰ জন্মৰ ২৬৪০ বছৰৰ আগতেই। চীনাসকলে তেতিয়াই পাটৰ কাপোৰ বিভিন্ন দেশলৈ ৰপ্তানি কৰিছিল। কিন্তু পাটৰ কাপোৰ তৈয়াৰ কৰাৰ কৌশলটো আনৰ পৰা গোপন কৰি ৰখাৰ উদ্দেশ্যে পাট-পখিলাৰ কণী ৰপ্তানি কৰাৰ অনুমতি দিয়া নহৈছিল। এই বিষয়ত চীন দেশৰ আইন আছিল অতি কঠোৰ। আইন অমান্য কৰি পাট-পখিলাৰ কণী ৰপ্তানি কৰাৰ শাস্তি আছিল মৃত্যুদণ্ড।

কিন্তু পাটৰ কাপোৰৰ সৌন্দৰ্য দেখি মুগ্ধ হোৱা ইউৰোপৰ মানুহৰ পৰা পাটৰ কাপোৰ তৈয়াৰ কৰাৰ কৌশলটো বেছি দিন গোপন কৰি ৰখা সম্ভৱ নহ'ল। ৫৫০ খ্ৰীষ্টাব্দত পাট-পখিলাৰ কণী আৰু পাট-পলুৰ একমাত্ৰ আহাৰ নুনী গছ ৰোমান সাম্ৰাজ্যৰ ৰাজধানী কনষ্টাণ্টিনপ'ললৈ চোৰাংকৈ ৰপ্তানি কৰা হ'ল। তাৰ পিছৰ পৰা পাটৰ কাপোৰৰ উৎপাদন-কৌশল ইউৰোপৰ বিভিন্ন দেশত বিয়পি পৰিবলৈ বেছি সময় নালাগিল। পোন্ধৰ শতিকাত ফ্ৰান্সৰ কেইটামান অঞ্চল হৈ পৰিল পাটৰ কাপোৰৰ উৎপাদনৰ প্ৰধান কেন্দ্ৰ। পাটৰ কাপোৰৰ ব্যৱসায় কৰি কিছুমান মানুহ কোটিপতি হ'ল, আৰু হাজাৰ হাজাৰ মানুহক তেওঁলোকে কৰ্ম-সংস্থান দিব পৰা হ'ল।

কিন্তু এনেতে এটা অঘটন ঘটিল। এটা আচহুৱা বেমাৰে হঠাৎ পাট-পলুবোৰক আক্ৰমণ কৰিলে। সিহঁতে নিজৰ পেটৰ পৰা সূতা উলিয়াই খোলা সাজিব নোৱৰা হ'ল। পাট-পলু পোহা মানুহবোৰে তেওঁলোকৰ বিদ্যাই ঢুকি পোৱা আটাইবোৰ ঔষধ প্ৰয়োগ কৰি চালে; কিন্তু একো লাভ নহ'ল। জীৱিকাৰ একমাত্ৰ অৱলম্বন হেৰুৱাই হাজাৰ হাজাৰ মানুহ বাটৰ ভিখাৰি হোৱাৰ উপক্ৰম হ'ল।

আতংকিত মানুহবোৰে অৱশেষত চৰকাৰৰ ওচৰলৈ ঢাপলি মেলিলে। চৰকাৰে কি কৰিব? চৰকাৰৰ মনলৈ আহিল অগতিৰ গতি এজন মাত্ৰ মানুহৰ কথা। একমাত্ৰ তেৱেঁইহে যদি কিবা এটা কৰিব পাৰে। এইবাৰ চৰকাৰে ঢাপলি মেলিলে সেই মানুহজনৰ ওচৰলৈ।

মানুহজন আছিল লুই পেষ্টিঅ'ৰ।

সেই সময়ত লুই পেষ্টিঅ'ৰ অতিশয় ব্যস্ত হৈ আছিল কেইটামান জৰুৰী গৱেষণাৰ কামত। তদুপৰি তেতিয়ালৈকে তেওঁ কীট-পতঙ্গৰ জীৱনৰ বিষয়ে একো কথাই নাজানিছিল। পাট-পলু কি বস্তু সেই বিষয়েও তেওঁৰ একো ধাৰণা নাছিল। কিন্তু বিপদত পৰা মানুহলৈ সহায়ৰ হাত আগবঢ়াই

দিয়াটো তেওঁ এটা পবিত্র কৰ্তব্য বুলি বিবেচনা কৰিলে। সেই কাৰণে তেওঁ আন সকলো কাম একাষৰীয়াকৈ থৈ পাট-পলুৰ ৰোগৰ বিষয়ে অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিলে।

পাট-পলুৰ জীৱন-চক্ৰৰ কথা ওপৰত কোৱা হৈছে। পলুৰ পৰা পখিলা হয়; পখিলাই কণী পাৰে; কণীৰ পৰা পলু জগে। পেষ্টিঅ'ৰৰ মনলৈ অহা প্ৰথম প্ৰশ্নটো হ'ল ঃ বেমাৰ আৰম্ভ হয় কোনটো অৱস্থাত?

এই প্ৰশ্নৰ উত্তৰ বিচাৰি পেষ্টিঅ'ৰে নানা ধৰণৰ পৰীক্ষা-নিৰীক্ষা কৰিবলৈ ধৰিলে। যিহেতু পাট-পলুৰ জীৱন-চক্ৰ সম্পূৰ্ণ হ'বলৈ কেবামাহো সময় লাগে, সেই কাৰণে পেষ্টিঅ'ৰেও কেবামাহো ধৰি তেওঁৰ পৰীক্ষা-নিৰীক্ষা চলাব লগা হ'ল। কিন্তু পাটৰ কাপোৰৰ ব্যৱসায়ৰ ওপৰত যিসকল মানুহৰ জীৱন আৰু জীৱিকা নিৰ্ভৰশীল, তেওঁলোকৰ ইমানদিন অপেক্ষা কৰিবলৈ ধৈৰ্য নাই। তেওঁলোকে আপত্তি কৰিবলৈ ধৰিলে যে পেষ্টিঅ'ৰৰ পাট-পলুৰ বিষয়ে একো জ্ঞানেই নাই, আৰু তেওঁৰ দ্বাৰা এই সমস্যাৰ সমাধান কৰা সম্ভৱ নহয়। কিন্তু পেষ্টিঅ'ৰে নিজে এই কথা ভালকৈ জানিছিল যে জীৱনৰ সমস্যাবোৰ সমাধান কৰিবলৈ যিটো গুণৰ আটাইতকৈ বেছি দৰকাৰ সেইটো হ'ল ধৈৰ্য। তেওঁ এক মুহূৰ্তৰ কাৰণেও ধৈৰ্য নেহেৰুৱালে, আৰু মানুহবোৰকো ধৈৰ্য ধৰিবলৈ উপদেশ দিলে।

পেষ্টিঅ'ৰ তেওঁৰ গৱেষণাত ব্যস্ত হৈ থকাৰ সময়তে তেওঁৰ জীৱনত দুটা শোকাবহ ঘটনা ঘটিল। এদিন তেওঁ খবৰ পালে যে তেওঁৰ দেউতাক গুৰুতৰভাৱে অসুস্থ হৈ পৰিছে। সকলো কাম-কাজ একাষৰীয়াকৈ থৈ তেওঁ দেউতাকক চাবলৈ ঢাপলি মেলিলে। পেষ্টিঅ'ৰে তেওঁৰ দেউতাকক বন্ধুৰ দৰে ভাল পাইছিল, গুৰুৰ দৰে শ্ৰদ্ধা কৰিছিল, আৰু জীৱনৰ প্ৰতিটো খোজতে তেওঁ দেউতাকৰ মঙ্গলময় প্ৰভাৱ অনুভৱ কৰিছিল। বেছি শিক্ষা-দীক্ষা নথকা সেই মানুহজন আছিল এজন আদৰ্শ পিতৃ আৰু মহৎ মানুহ। গোটেই বাটছোৱা পেষ্টিঅ'ৰে মনে মনে এই বুলি প্ৰাৰ্থনা কৰি গ'ল যে তেওঁ যেন দেউতাকক হেৰুৱাব লগা নহয়। কিন্তু তেওঁৰ প্ৰাৰ্থনা পূৰণ নহ'ল। তেওঁ ঘৰ গৈ পোৱাৰ আগতেই দেউতাকে শেষ নিশ্বাস ত্যাগ কৰিলে।

দেউতাকৰ মৃত্যু-শোক পাহৰিবলৈ নৌ পাওঁতেই পেষ্টিঅ'ৰে আৰু এটা মৰ্মান্তিক আঘাত পাব লগা হ'ল। তেওঁৰ অতি আদৰৰ সৰুজনী ছোৱালী হঠাৎ অসুস্থ হৈ পৰিল। গোটেই দিনটো গৱেষণাগাৰত কঠোৰ পৰিশ্ৰম কৰি তেওঁ গোটেই ৰাতি উজাগৰে থাকি জীয়েকৰ শুশ্ৰূষা কৰিবলৈ ধৰিলে। কিন্তু তেওঁৰ সকলো সেৱা-শুশ্ৰূষা অথলে গ'ল। এদিন তেওঁৰ কোলাতেই ছোৱালীজনীয়েও শেষ নিশ্বাস ত্যাগ কৰিলে। শোকত তেওঁৰ বুকু ভাগি গ'ল।

জন্মিলে মৰিব লাগে; এইটোৱেই প্ৰকৃতিৰ অমোঘ নিয়ম। গতিকে প্ৰিয়জনক হেৰুওৱাৰ যন্ত্ৰণাৰ পৰা কাৰো নিস্তাৰ নাই। কিন্তু পেষ্টিঅ'ৰৰ যন্ত্ৰণা মানুহৰ কাৰণে এটা ডাঙৰ আশীৰ্বাদত পৰিণত হ'ল। অতি কম সময়ৰ ভিতৰতে নিজৰ পিতৃ আৰু কন্যাক হেৰুৱাই তেওঁ মনে মনে মানুহৰ ৰোগৰ কাৰণ বিচাৰিবলৈ সংকল্প ল'লে। অৰ্থাৎ যি সময়ত তেওঁ পাট-পলুৰ ৰোগৰ কাৰণ বিচৰাত ব্যস্ত হৈ আছিল, ঠিক একে সময়তে মানুহৰ ৰোগৰ কাৰণ বিচৰাৰ সংকল্পয়ো তেওঁৰ মনত ঠাই ল'লে।

# দহ

আজিৰ দিনত প্ৰাথমিক পঢ়াশালিৰ ছাত্ৰয়ো এই কথা জানে যে মানুহকে ধৰি সকলো প্ৰাণীৰ কিছুমান ৰোগ সংক্ৰামক; অৰ্থাৎ ৰোগটো এজনৰ গাৰ পৰা আন এজনৰ গালৈ সুঁচৰিব পাৰে। কিন্তু লুই পেষ্টিঅ'ৰে কথাটো প্ৰমাণ কৰাৰ আগলৈকে আনকি অতি উচ্চ শিক্ষিত মানুহেও এই কথা সমুলি নাজানিছিল। আনকি ৰোগৰ উৎপত্তি কেনেকৈ হয় সেই বিষয়েও মানুহে বিশেষ একো কথা নাজানিছিল। হাজাৰ হাজাৰ বছৰ ধৰি মানুহৰ সমাজত এনে এটা ধাৰণা চলি আহিছিল যে ৰোগ হ'ল পাপৰ শাস্তি, অথবা সি মানুহৰ বিৰুদ্ধে ভূত-প্ৰেত আৰু অপদেৱতাৰ ষড়যন্ত্ৰৰ পৰিণাম। অৱশ্যে দূষিত বায়ুয়েও ৰোগ সৃষ্টি কৰিব পাৰে বুলি মানুহে বিশ্বাস কৰিছিল। উদাহৰণ স্বৰূপে মেলেৰিয়াৰ কথা ক'ব পাৰি।

লুই পেষ্টিঅ'ৰে পাট-পলুৰ ৰোগৰ কাৰণ অনুসন্ধান কৰিবলৈ আৰম্ভ কৰি আৱিষ্কাৰ কৰিলে যে কিছুমান পাট-পলুৰ গাত ক'লা সৰু সৰু দাগ ওলায়, আৰু সেই পলুবোৰ পখিলা হ'বলৈ পোৱাৰ আগতেই মৃত্যু-মুখত পৰে। পাট-পলুৰ গাৰ সেই ক'লা দাগবোৰৰ কাৰণ জীৱাণুৰ আক্ৰমণ হ'ব পাৰে বুলি প্ৰথমে তেখেঁ সন্দেহ কৰা নাছিল। সেই ক'লা দাগবোৰ কিবা এক ধৰণৰ শাৰীৰিক বিকৃতি বুলি ধৰি লৈয়েই তেওঁ তেওঁৰ পৰীক্ষা আৰম্ভ কৰিছিল। কিন্তু তেওঁৰ সেই ভুল ভাঙিবলৈ বেছি সময় নালাগিল। অণুবীক্ষণ যন্ত্ৰৰ সহায়ত বাৰম্বাৰ পাট-পলুৰ গাৰ ক'লা দাগবোৰ পৰীক্ষা কৰি অৱশেষত তেওঁ সেইবোৰৰ মাজত জীৱাণু আৱিষ্কাৰ কৰিলে। অৰ্থাৎ এক ধৰণৰ জীৱাণুৰ আক্ৰমণেই যে পাট-পলুৰ ৰোগৰ একমাত্ৰ কাৰণ সেই কথা তেওঁ আৱিষ্কাৰ কৰিলে।

পাট-পলুৰ ৰোগৰ কাৰণ আৱিষ্কৃত হোৱাৰ পিছত তাৰ প্ৰতিকাৰৰ উপায় উলিয়াবলৈ বেছি সময় নালাগিল। তেওঁ পাট-পলু পোহা মানুহবোৰক উপদেশ দিলে যে ৰোগী আৰু নিৰোগী পলুবোৰ চিনাক্ত কৰি সিহঁতক সম্পূৰ্ণভাৱে পৃথক কৰি পেলাব লাগিব; তাৰ পিছত ৰোগী পলুবোৰক মাৰি পেলাই নিৰোগী পলুবোৰক ধূলি আৰু জীৱাণুৰ সংস্পৰ্শৰ পৰা সম্পূৰ্ণভাৱে মুক্ত কৰি ৰখাৰ ব্যৱস্থা কৰিব লাগিব। আন কথাত ক'বলৈ গ'লে জীৱাণুৱেই পলুৰ ৰোগৰ কাৰণ বুলি নিৰ্ভুলভাৱে জনাৰ পিছত পলুবোৰক জীৱাণুৰ আক্ৰমণৰ পৰা মুক্ত কৰাটো সম্ভৱ হৈ উঠিল। পেষ্টিঅ'ৰ এই যুগান্তকাৰী আৱিষ্কাৰে ফ্ৰান্সৰ পাট উদ্যোগক নিশ্চিত ধ্বংসৰ পৰা ৰক্ষা কৰিলে।

কিন্তু পেষ্টিঅ'ৰে পাট-পলুৰ জীৱন ৰক্ষা কৰিব পাৰিলেও নিজৰ মৰমৰ জীয়েকৰ জীৱন ৰক্ষা কৰিব নোৱাৰিলে। মাত্ৰ কিছুদিনৰ আগতে তেওঁৰ দেউতাক আৰু এজনী জীয়েকৰ মৃত্যু হৈছিল। সেই দুটা মৃত্যুৰ শোক পাহৰিবলৈ নৌ পাওঁতেই তেওঁৰ আৰু এজনী জীয়েক গুৰুতৰভাৱে অসুস্থ হৈ পৰিল। মাত্ৰ কেইদিনমান অসুখত ভুগিয়েই ছোৱালীজনীৰ মৃত্যু হ'ল। কঠোৰ পৰিশ্ৰমে ইতিমধ্যেই তেওঁক ক্লান্ত কৰি তুলিছিল; ইটোৰ পিছত সিটোকৈ মৃত্যুৰ শোকে তেওঁক আৰু বেছি কাহিল কৰি পেলালে।

লুই পেষ্টিঅ'ৰ জীৱনৰ এই অধ্যায়টোৰ বিষয়ে লুই উইণ্টাৰমেয়াৰ নামৰ এজন বিখ্যাত লেখকে লিখিছে—"লুই পেষ্টিঅ'ৰ জীৱন যেতিয়া নানা অসুখ-অশান্তি আৰু প্ৰিয়-বিচ্ছেদৰ যন্ত্ৰণাৰে পৰিপূৰ্ণ হৈ উঠিছিল ঠিক সেই সময়তেই তেওঁ জীৱনৰ সৰ্বশ্ৰেষ্ঠ মৌলিক আৱিষ্কাৰবোৰ কৰিছিল। ১৮৫৯ চনত তেওঁৰ ডাঙৰ জীয়েকৰ টাইফাছ ৰোগত মৃত্যু হয়। তেওঁৰ নুমলীয়া জীয়েক কেমিলিৰো মাত্ৰ দুবছৰ বয়সতে

১৮৬৫ চনত মৃত্যু হয়। তাৰ আঠমাহৰ পিছত বাৰ বছৰীয়া পুতেক চেচিলেও মাত্র কেইদিনমান সন্নিপাত জ্বৰত ভুগি প্ৰাণ হেৰুৱায়। কঠোৰ পৰিশ্ৰমে পেষ্টিঅ'ৰক ইতিমধ্যেই আধামৰা কৰি পেলাইছিল। এতিয়া ইটোৰ পিছত সিটোকৈ সন্তানৰ মৃত্যুৰ আঘাতে তেওঁক সাময়িকভাৱে পক্ষাঘাতগ্ৰস্ত কৰি পেলালে। মগজৰ ভিতৰত ৰক্ত-ক্ষৰণ হোৱাৰ ফলত তেওঁ মুখেৰে কথা কব নোৱৰা হ'ল। বাওঁহাতখনো অসাৰ হৈ পৰিল। পেষ্টিঅ'ৰে যন্ত্ৰণাত কেঁকাই কেঁকাই ক'বলৈ ধৰিলে—"মোৰ হাতখন সীহৰ নিচিনা গধুৰ হৈ শৰীৰৰ ওপৰত বোজা হৈ পৰিছে; কোনোবাই হাতখন কাটি গাৰ পৰা এৰোৱাই দিলেই মই ৰক্ষা পৰোঁ।"

মনৰ আৰু শৰীৰৰ অসহ্য যন্ত্ৰণা হ'লে সকলো মানুহেই আৰ্তনাদ কৰে বা নিজৰ যন্ত্ৰণাৰ বাহিৰে আন সকলো কথা পাহৰি যায়। লুই পেষ্টিঅ'ৰো লক্ষ-কোটি মানুহৰ লগৰে তেনে এজন সাধাৰণ মানুহ হোৱা হ'লে আমি তেওঁৰ জীৱন-কাহিনী পঢ়িবলৈ বিশেষ একো আগ্ৰহ অনুভৱ নকৰিলোহেঁতেন। অৱশ্যে এই কথা ঠিক যে বৈজ্ঞানিক হিচাপে তেওঁ আছিল অসাধাৰণ; তেওঁৰ আৱিষ্কাৰসমূহে মানুহৰ অশেষ কল্যাণ সাধিছে আৰু তেওঁক ইতিহাসৰ আটাইতকৈ মহৎ লোকসকলৰ তালিকাত ঠাই দিছে। কিন্তু বৈজ্ঞানিক হিচাপে তেওঁ যিমান মহৎ আছিল, মানুহ হিচাপে তেওঁ আছিল তাতোকৈ বেছি মহৎ। সংকটৰ সময়তহে মানুহৰ মহত্ত্বৰ আচল পৰীক্ষা হয়। এটা এটাকৈ তিনিটা সন্তানৰ অকাল-মৃত্যুৰ আঘাতে তেওঁক যেতিয়া আধামৰা কৰি পেলাইছিল আৰু ভূতৰ ওপৰত দানহৰ দৰে পক্ষাঘাতে তেওঁৰ শৰীৰ অসাৰ কৰি পেলাইছিল, তেনে অৱস্থাত যিকোনো সাধাৰণ মানুহে জীৱনটো শেষ হোৱা বুলি ভাবি কাম-কাজ কৰিবলৈ এৰি দি মৃত্যুলৈ বাট চাবলৈ আৰম্ভ কৰিলেহেঁতেন। কিন্তু লুই পেষ্টিঅ'ৰ আছিল বেলেগ ধাতুৰে গঢ়া মানুহ। জীৱনৰ চৰম বিপদৰ সময়তো ধৈৰ্য আৰু আত্ম-সংযমে তেওঁক লগ এৰা নিদিলে। মনৰ হতাশা আৰু দুৰ্বলতা দূৰ কৰিব পৰা ভাল ভাল কিতাপ পঢ়ি তেওঁ নিজকে বলিয়ান কৰি তুলিলে। বৈজ্ঞানিক পেষ্টিঅ'ৰৰ জীৱনৰ পৰা বেছি কথা শিকা সাধাৰণ মানুহৰ পক্ষে সম্ভৱ নহ'ব পাৰে, কাৰণ তেওঁৰ নিচিনা অসাধাৰণ বৈজ্ঞানিক প্ৰতিভা সৃষ্টিকৰ্তাই সকলোকে দিয়া নাই। কিন্তু মানুহ পেষ্টিঅ'ৰৰ জীৱনৰ পৰা সকলো মানুহেই অনেক মূল্যবান শিক্ষা ল'ব পাৰে। দেহৰ আৰু মনৰ যন্ত্ৰণা হ'ল সকলো মানুহৰেই এটা সাধাৰণ সমস্যা। তাৰ পৰা কাৰো নিস্তাৰ নাই। তেনে যন্ত্ৰণা অসহ্য হৈ উঠিলে বেছিভাগ মানুহেই আশা আৰু উদ্যম হেৰুৱাই পেলাই জীৱনৰ যুদ্ধত পৰাজয় বৰণ কৰে। যন্ত্ৰণাক জয় কৰি তাৰ ওপৰলৈ উঠিব পৰাটো হ'ল মানুহৰ এটা ডাঙৰ বীৰত্ব। তেনে বীৰত্বৰ পৰিচয় দিছিল লুই পেষ্টিঅ'ৰে।

ভাগি যোৱা দেহ আৰু মনক মেৰামতি কৰি পুনৰ কাৰ্যক্ষম কৰি তুলিবলৈ যিকেইখন কিতাপে লুই পেষ্টিঅ'ৰক সহায় কৰিছিল সেইবোৰৰ ভিতৰত এখন আছিল উনৈশ শতিকাৰ ইংৰাজ লেখক ছেমুৱেল স্মাইলছৰ Self-help। পৃথিৱীৰ বহুতো ভাষালৈ এই কিতাপখন অনূদিত হৈছে। জাপানীসকলে যিখন প্ৰথম বিদেশী ভাষাৰ কিতাপ জাপানী ভাষালৈ অনুবাদ কৰিছিল সেইখন আছিল Self-help। সুখৰ কথা যে সেই কিতাপখন অসমীয়া ভাষালৈকো অনূদিত হৈছে।

## এঘাৰ

১৮৭০ খ্ৰীষ্টাব্দত ফ্ৰান্স আৰু জাৰ্মানীৰ মাজত যুদ্ধ আৰম্ভ হ'ল। তেতিয়া লুই পেষ্টিঅ'ৰৰ বয়স প্ৰায় ৫৮ বছৰ। দেশপ্ৰেমৰ আদৰ্শত উদ্বুদ্ধ হৈ ইক'ল নৰ্মেলৰ প্ৰায়বোৰ ছাত্ৰই সৈন্যবাহিনীত যোগ দি যুদ্ধক্ষেত্ৰলৈ গ'ল। স্বদেশক গভীৰভাৱে ভাল পোৱা পেষ্টিঅ'ৰেও সৈন্যবাহিনীত যোগ দিবলৈ ইচ্ছা কৰিছিল। কিন্তু বয়স আৰু শাৰীৰিক অসুস্থতাৰ কাৰণে সেইটো সম্ভৱ নহ'ল। অৱশ্যে তেওঁৰ পুতেকে সৈন্যবাহিনীত যোগ দি তেওঁৰ মনৰ দুখ বহুখিনি পাতলালে।

জাৰ্মান সৈন্যবাহিনীয়ে যুদ্ধক্ষেত্ৰত অগ্ৰগতি লাভ কৰিবলৈ ধৰিলে। যিকোনো মুহূৰ্ততে পেৰিছৰ ওপৰত গোলাবৰ্ষণ হোৱাৰ আশংকাই দেখা দিলে। আহত সৈনিকৰ চিকিৎসাৰ কাৰণে ইক'ল নৰ্মেলক হাস্পতালত পৰিণত কৰিব লগা হ'ল। পেৰিছৰ ওপৰত আক্ৰমণ আৰম্ভ হ'লে আন বহুতো মানুহৰ লগতে লুই পেষ্টিঅ'ৰেও প্ৰাণ হেৰুৱাব লগা হ'ব পাৰে। কিন্তু লাখ লাখ মানুহতকৈ এজন মাত্ৰ পেষ্টিঅ'ৰৰ জীৱনৰ মূল্য বহুত বেছি, কাৰণ তেওঁৰ বৈজ্ঞানিক আৱিষ্কাৰসমূহে মানৱ-জাতিৰ অশেষ উপকাৰ কৰিছে। তদুপৰি তেওঁ কৰিব লগীয়া কাম এতিয়াও বহুত বাকী আছে। পেষ্টিঅ'ৰৰ বন্ধুসকলে তেওঁক পেৰিছ ত্যাগ কৰি তেওঁৰ গাঁৱৰ ঘৰলৈ যাবলৈ বাধ্য কৰিলে।

পেৰিছৰ পৰা নিলগত গাঁৱৰ ঘৰত পেষ্টিঅ'ৰৰ জীৱন নিৰাপদ হ'ল যদিও তেওঁৰ মনত অকণো শান্তি নোহোৱা হ'ল। পেৰিছৰ পৰা চিঠিৰ যোগেদি অহা প্ৰতিটো খবৰেই আছিল বেয়া। যুদ্ধক্ষেত্ৰত ফৰাচী সেনা পিছ হুঁহকিবলৈ বাধ্য হৈছিল; হাজাৰ হাজাৰ ফৰাচী সেনাই প্ৰাণ হেৰুৱাইছিল। এদিন পেষ্টিঅ'ৰে খবৰ পালে যে শত্ৰু-সৈন্যৰ কামানৰ আঘাতত তেওঁৰ মৰমৰ স্কুলখন অৰ্থাৎ ইক'ল নৰ্মেলো খুব বেয়াকৈ ক্ষতিগ্ৰস্ত হ'ল। গুলীৰ আঘাতত পেষ্টিঅ'ৰৰ গৱেষণাগাৰটোও ধ্বংস হ'ল।

গৱেষণাগাৰ নহ'লে পেষ্টিঅ'ৰে গৱেষণা কৰিব কেনেকৈ? এনে সময়তে ইটালীৰ চৰকাৰে তেওঁলৈ এটা গৱেষণাগাৰ আৰু গৱেষণাৰৰ অন্যান্য সকলো সা-সুবিধা আগবঢ়ালে। পেষ্টিঅ'ৰৰ কাৰণে ই আছিল এটা অতি লোভনীয় প্ৰস্তাৱ। কিন্তু তেওঁ হেলাৰঙে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। তেওঁৰ দেশৰ মানুহ চৰম দুৰ্যোগৰ সন্মুখীন হোৱাৰ সময়ত তেওঁ অকলে বিদেশলৈ গৈ কেনেকৈ নিৰাপদ আৰু স্বচ্ছন্দ জীৱন যাপন কৰিব পাৰে? এইটোৱেই আছিল তেওঁৰ যুক্তি।

কিন্তু গৱেষণাগাৰত বহি যন্ত্ৰপাতিৰ সহায়েৰে গৱেষণা কৰিবলৈ নাপালেও পেষ্টিঅ'ৰৰ মনটো নিষ্ক্ৰিয় হৈ থকা নাছিল। আচলতে মানুহৰ মনটোৱেই হ'ল আটাইতকৈ ডাঙৰ গৱেষণাগাৰ। সকলো নতুন চিন্তাই প্ৰথমে পোখা মেলে মানুহৰ মনত। পেষ্টিঅ'ৰেই প্ৰকৃতিৰ নানা ৰহস্যৰ বিষয়ে মনে মনে চিন্তা কৰিবলৈ ধৰিলে আৰু চিন্তা কৰি পোৱা কথাবোৰ লিখি তেওঁ কেবাখনো টোকাবহী ভৰাই পেলালে।

ইয়াৰ মাজতে তেওঁ এবাৰ ইংলেণ্ডলৈ গ'ল। বৈজ্ঞানিক জীৱনৰ আৰম্ভণিতেই তেওঁ মদ আৰু দৈ-গাখীৰ টেঙা হোৱাৰ কাৰণ আৱিষ্কাৰ কৰিছিল। ইংলেণ্ডত তেওঁ কেবাটাও বীয়াৰ (Beer) প্ৰস্তুত কৰা কাৰখানা পৰিদৰ্শন কৰি অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে বীয়াৰৰ নমুনা পৰীক্ষা কৰিবলৈ ধৰিলে। তেওঁ পৰীক্ষা কৰা বেছিভাগ বীয়াৰেই আছিল নিম্ন মানৰ; অৰ্থাৎ জীৱাণুৰ আক্ৰমণৰ ফলত সেইবোৰ সামান্য টেঙা হ'বলৈ আৰম্ভ কৰিছিল। পেষ্টিঅ'ৰৰ প্ৰশ্নৰ উত্তৰত বীয়াৰ-ব্যৱসায়ীসকলে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে তেওঁলোকৰ বীয়াৰ খাই বহুতো গ্ৰাহকে অসন্তুষ্টি প্ৰকাশ কৰিছে। তেতিয়া পেষ্টিঅ'ৰে বীয়াৰ টেঙা

হোৱাৰ কাৰণটো তেওঁলোকক বুজাই দিলে। বীয়াৰ যদি বতাহত থকা জীৱাণুৰ সংস্পৰ্শলৈ আহে বা বীয়াৰ ৰখা পাত্ৰবোৰ ভালকৈ চাফা নকৰাৰ ফলত সেইবোৰত যদি জীৱাণুৰ উৎপত্তি আৰু বংশ-বৃদ্ধি হয়, তেন্তে তাৰ ফলত বীয়াৰ টেঙা হ'বলৈ বাধ্য। ইয়াৰ প্ৰতিকাৰৰ উপায়ো পেষ্টিঅ'ৰে তেওঁলোকক বুজাই দিলে। বীয়াৰবোৰ যদি কিছুসময়ৰ কাৰণে নিৰ্দিষ্ট মাত্ৰাত গৰম কৰা হয় তেন্তে তাত থকা জীৱাণুবোৰ মৰি যায়। তাৰ পিছত সেই বীয়াৰ বটলত ভৰাই বহুদিনলৈ ভালে ৰাখিব পাৰি।

পেষ্টিঅ'ৰে উদ্ভাৱন কৰা এই পদ্ধতিকে তেওঁৰ নামানুসৰি পেষ্টিঅ'ৰাইজেশ্যন অৰ্থাৎ তাপ প্ৰয়োগৰ দ্বাৰা নিৰ্বীজিতকৰণ বুলি কোৱা হয়। আজি-কালি চহৰৰ বেছিভাগ মানুহেই পেকেটৰ গাখীৰ কিনি খায়। গাখীৰবোৰ দীঘলীয়া সময়ৰ কাৰণে ভালে ৰাখিবলৈ পেকেটত ভৰোৱাৰ আগতে সেইবোৰ পেষ্টিঅ'ৰাইজ কৰা হয়। এই শব্দটো নুশুনা মানুহ পৃথিৱীত এতিয়া নাই বুলিলেই হয়। অথচ তেওঁলোকৰ ভিতৰত হয়তো খুব কম মানুহেই শুনিছে লুই পেষ্টিঅ'ৰৰ নাম!

## বাৰ

পেষ্টিঅ'ৰৰ মনত এতিয়া এটা প্ৰশ্নৰ উদয় হ'ল ঃ কেৱল অণুবীক্ষণ যন্ত্ৰতহে ধৰা পৰা ক্ষুদ্ৰাকৃতিৰ জীৱাণুবোৰ যদি বীয়াৰ আৰু মদৰ ৰোগৰ কাৰণ হ'ব পাৰে, তেন্তে সেই একেবোৰ জীৱাণুৱেই মানুহ আৰু জন্তুৰো ৰোগ সৃষ্টি কৰিব নোৱাৰেনে?

অৱশ্যে এনে এটা প্ৰশ্ন কৰা প্ৰথম মানুহজন লুই পেষ্টিঅ'ৰ নাছিল। তেওঁতকৈ দুশ বছৰৰ আগতেই ৰবাৰ্ট বয়েল নামৰ এজন ইংৰাজ বৈজ্ঞানিকে একেটা প্ৰশ্নকে কৰিছিল। তেওঁ লগতে এইবুলিও ভৱিষ্যদ্বাণী কৰিছিল যে যিজন মানুহে সৰ্বপ্ৰথমে মদ টেঙা হোৱা বা গাখীৰ ফটাৰ কাৰণ উদ্‌ঘাটন কৰিব পাৰিব, তেৱেঁই মানুহৰ বহুবিধ ৰোগৰো কাৰণ ব্যাখ্যা কৰিব পাৰিব।

যুগ যুগ ধৰি মানুহৰ মনত এনেকুৱা বহুতো প্ৰশ্নৰ উদয় হৈ থাকে। মানুহে তাৰ উত্তৰ বিচাৰি থাকে। কোনোবা এটা যুগতে মানুহে কিছুমান প্ৰশ্নৰ উত্তৰ বিচাৰি পায়। উদাহৰণ স্বৰূপে উৰাজাহাজৰ কথা ক'ব পাৰি। তিনিহাজাৰ বছৰৰ আগতেই মানুহৰ মনত প্ৰশ্ন হৈছিল ঃ মানুহে চৰাইৰ নিচিনাকৈ উৰিব নোৱাৰিব কিয়? প্ৰশ্নটো কৰিছিল ডিডেলাছ নামৰ এজন গ্ৰীকে। মানুহে উৰিব পৰা নাছিল, কিন্তু যুগ যুগ ধৰি মানুহে প্ৰশ্নটো কৰিয়েই আছিল। অৱশেষত তিনিহাজাৰ বছৰৰ মূৰত মানুহে সেই প্ৰশ্নটোৰ উত্তৰ বিচাৰি পালে। এতিয়া চৰাইৰ দৰে উৰি ফুৰাটো মানুহৰ কাৰণে সাধাৰণ কথা হৈ পৰিছে।

পেষ্টিঅ'ৰৰ জন্মৰ দুশবছৰৰ আগতে ৰবাৰ্ট বয়েল নামৰ ইংৰাজ বৈজ্ঞানিকজনে কৰা প্ৰশ্নটো এতিয়া স্বতন্ত্ৰভাৱে লুই পেষ্টিঅ'ৰৰ মনলৈকো আহিল, আৰু তেওঁ প্ৰশ্নটোৰ উত্তৰ বিচাৰিবলৈ আৰম্ভ কৰিলে।

ওপৰত ১৮৭০ চনৰ ফ্ৰান্স-জাৰ্মান যুদ্ধৰ কথা কোৱা হৈছে। যুদ্ধক্ষেত্ৰত আহত হোৱা সৈনিকবোৰৰ ঘাবোৰ গেলি-পচি গৈছিল; কিন্তু মানুহৰ শৰীৰত ঘা হ'লে কিয় তাত পুঁজ জমা হয় বা কিয় ঘাবোৰ গেলিবলৈ ধৰে তাৰ কাৰণ কোনেও ভাবি উলিয়াব পৰা নাছিল। অস্ত্ৰ বা গুলিৰ আঘাতত যিবোৰ সৈনিকৰ থিতাতে মৃত্যু নহৈছিল, তেওঁলোকে নৰক-যন্ত্ৰণা ভোগ কৰি তিলতিলকৈ মৰিছিল ঘাবোৰ গেলি যোৱাৰ ফলত। আহত সৈনিকৰ চিকিৎসা কৰা এজন ফৰাচী ডাক্তৰে সন্দেহ কৰিবলৈ আৰম্ভ কৰিছিল যে লুই পেষ্টিঅ'ৰে অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে টেঙা হোৱা মদ আৰু

গাখীৰত যিবোৰ জীৱাণু আৱিষ্কাৰ কৰিছে, সেই একেবোৰ জীৱাণুৱেই মানুহৰ শৰীৰৰ ঘা গেলি-পচি যোৱাৰো কাৰণ হ'ব পাৰে। অনুমানৰ ওপৰত ভিত্তি কৰিয়েই তেওঁ কাৰ্বলিক এচিদেৰে ঘাবোৰ ধুই চাফা কৰি ডাঠ কাপোৰেৰে ঘাবোৰ আবৰি ৰাখিছিল—যাতে সেইবোৰত বতাহৰ স্পৰ্শ লাগিব নোৱাৰে। অনুমানতে কৰা তেওঁৰ এই কামে কিছু সুফলো দিছিল। ইয়াৰ ফলত অন্ততঃ কিছুসংখ্যক সৈন্যৰ প্ৰাণ ৰক্ষা কৰাটো সম্ভৱ হৈছিল। তেতিয়া স্বাভাৱিকতেই ডাক্তৰজনৰ মনত এই বিশ্বাস দৃঢ় হৈছিল যে পেষ্টিঅ'ৰে আৱিষ্কাৰ কৰা জীৱাণুৱেই মানুহৰ শৰীৰৰ ঘা গেলি-পচি যোৱাৰ একমাত্ৰ কাৰণ। এদিন তেওঁ পেষ্টিঅ'ৰক তেওঁৰ হাস্পতাললৈ নিমন্ত্ৰণ কৰিলে। ডাক্তৰজনৰ চিকিৎসাত আহত সৈনিকসকলে আৰোগ্য লাভ কৰাৰ দৃশ্যই পেষ্টিঅ'ৰক খুব আনন্দ দিলে।

কিন্তু পেষ্টিঅ'ৰে তাতোকৈ বেছি আনন্দৰ খবৰটো পাবলৈ তেতিয়াও বাকী আছিল। যি সময়ত লুই পেষ্টিঅ'ৰে ফ্ৰান্সত জীৱাণুৰ আৱিষ্কাৰ কৰি ৰোগৰ বিৰুদ্ধে সংগ্ৰামত এটা নতুন অধ্যায়ৰ সূচনা কৰিছিল, ঠিক সেই সময়তে জোছেফ লিষ্টাৰ নামৰ এজন চিকিৎসকে ইংলেণ্ডত চিকিৎসা-পদ্ধতিৰ বিষয়ে বহুত নতুন চিন্তা কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁ আছিল এজন শল্য-চিকিৎসক। শল্য-চিকিৎসকৰ কাম হ'ল মানুহৰ শৰীৰত অস্ত্ৰোপচাৰ কৰি ৰোগ নিৰাময় কৰা বা আঘাতপ্ৰাপ্ত শৰীৰৰ মেৰামতি কৰা। কিন্তু সেই সময়ত অস্ত্ৰোপচাৰ আছিল এটা অতি বিপজ্জনক চিকিৎসা-পদ্ধতি, কাৰণ অস্ত্ৰোপচাৰ কৰাৰ পিছত ৰোগীৰ শৰীৰত নানাবিধৰ উপসৰ্গই দেখা দিছিল—যাৰ ফলত বেছিভাগ ৰোগীয়েই মৃত্যু-মুখত পৰিছিল! জোছেফ লিষ্টাৰে তাৰ কাৰণটো জানিবলৈ চেষ্টা কৰি আছিল। এনে সময়তে তেওঁৰ কাণত আহি পৰিল লুই পেষ্টিঅ'ৰে আৱিষ্কাৰ কৰা জীৱাণুৰ কাহিনী। তেওঁৰ মনত দৃঢ় বিশ্বাস হ'ল যে অস্ত্ৰোপচাৰৰ ফলত ৰোগী মৃত্যু-মুখত পৰাৰ প্ৰধান কাৰণ হ'ল ৰোগীৰ শৰীৰত জীৱাণুৰ আক্ৰমণ। যদি অস্ত্ৰোপচাৰ কৰা সঁজুলিবোৰ আৰু ডাক্তৰ-নাৰ্ছৰ হাতবোৰ জীৱাণুমুক্ত কৰিব পৰা যায়, তেন্তে ৰোগীৰ প্ৰাণ বচোৱাটো নিশ্চয় সম্ভৱ হ'ব পাৰে। এই বিশ্বাসৰ বশৱৰ্তী হৈ জোছেফ লিষ্টাৰে অস্ত্ৰোপচাৰ কৰা সঁজুলিবোৰ আৰু ডাক্তৰ-নাৰ্ছৰ হাত কাৰ্বলিক এচিদেৰে ধুই জীৱাণুমুক্ত কৰাৰ ব্যৱস্থা কৰিলে। তাৰ সুফল তেওঁ হাতে হাতে পালে। এই সামান্য কামটো কৰাৰ ফলতেই অস্ত্ৰোপচাৰ আগতকৈ বহুত নিৰাপদ হ'ল আৰু বেছিভাগ ৰোগীৰে প্ৰাণ ৰক্ষা কৰা সম্ভৱ হ'ল।

এদিন লুই পেষ্টিঅ'ৰে এজন অচিনাকি মানুহৰ পৰা এখন চিঠি পালে। চিঠিখন লিখিছিল জোছেফ লিষ্টাৰে—ইংলেণ্ডৰ পৰা। পেষ্টিঅ'ৰৰ প্ৰতি অশেষ শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাই লিষ্টাৰে চিঠিখনত লিখিছিল যে তেওঁ যি পদ্ধতি অৱলম্বন কৰি অস্ত্ৰোপচাৰ নিৰাপদ কৰিবলৈ আৰু ৰোগীৰ জীৱন ৰক্ষা কৰিবলৈ সমৰ্থ হৈছে সেই পদ্ধতিৰ কাৰণে তেওঁ সম্পূৰ্ণভাৱে পেষ্টিঅ'ৰৰ ওচৰত ধৰুৱা। পেষ্টিঅ'ৰে জীৱাণুৰ অস্তিত্ব প্ৰমাণ নকৰা হ'লে লিষ্টাৰৰ পক্ষে এই পদ্ধতি উদ্ভাৱন কৰা সম্ভৱ নহ'লহেঁতেন।

লুই পেষ্টিঅ'ৰৰ আৱিষ্কাৰৰ ওপৰত ভিত্তি কৰি জোছেফ লিষ্টাৰে প্ৰৱৰ্তন কৰা চিকিৎসা পদ্ধতিয়ে মানৱ-জাতিৰ কিমান উপকাৰ কৰিছে তাক বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি। আজি এইবোৰ কথা ভাতৰ লগত পানীৰ নিচিনা সাধাৰণ কথা হৈ পৰিছে; ফলত মানুহে পেষ্টিঅ'ৰৰ আৱিষ্কাৰৰ গুৰুত্ব বুজিবলৈ কোনো সুযোগ নোপোৱা হৈছে। কিন্তু পৃথিৱীত মানুহৰ আৱিৰ্ভাৱৰ দিন ধৰি ঊনৈশ শতিকালৈকে যিমানবোৰ যুদ্ধ-বিগ্ৰহ হৈছিল সেই যুদ্ধ-বিগ্ৰহবোৰত আহত হোৱা অসংখ্য সৈনিকে নৰক-যন্ত্ৰণা ভোগ কৰি মৰিব লগা হৈছিল মাত্ৰ এটা কাৰণত ঃ পেষ্টিঅ'ৰে আৱিষ্কাৰ কৰাৰ আগলৈকে মানুহে জীৱাণুৰ অস্তিত্ব কল্পনাই কৰিব পৰা নাছিল! অৱশ্যে মানুহে কেৱল যে যুদ্ধক্ষেত্ৰতহে শৰীৰত আঘাত পায়

এনে নহয়। অসংখ্য নানা কাৰণত মানুহৰ শৰীৰত ঘা লাগিব পাৰে; জীৱাণুৰ আক্ৰমণে সেই ঘাবোৰক অন্তহীন যন্ত্ৰণাৰ উৎস কৰি তুলিব পাৰে। পেষ্টিঅ'ৰে জীৱাণু আৱিষ্কাৰ নকৰালৈকে মানুহে তাৰ প্ৰতিকাৰৰ কোনো উপায় বিচাৰি পোৱা নাছিল। মানুহক যন্ত্ৰণাৰ পৰা মুক্তি দিয়া পেষ্টিঅ'ৰ নামৰ এই মানুহজনতকৈ মানৱ-জাতিৰ বেছি উপকাৰী বন্ধু আন কোন হ'ব পাৰে?

পেষ্টিঅ'ৰৰ এই মহান আৱিষ্কাৰৰ তাৎপৰ্য ব্যাখ্যা কৰি ফ্ৰেংক আশ্বাল নামৰ এজন বিজ্ঞান-লেখকে লিখিছে—"পেষ্টিঅ'ৰৰ জীৱনৰ সাধনাৰ যিবোৰ ফলে পৃথিবীৰ প্ৰতিজন মানুহৰে অশেষ উপকাৰ সাধন কৰিছে সেইবোৰৰ মূলতে আছিল তেওঁৰ অন্তহীন কৌতূহল আৰু প্ৰকৃতিক বুজাৰ প্ৰয়াস। পেষ্টিঅ'ৰে আমাক এই শিক্ষা দি গৈছে যে বৈজ্ঞানিকৰ বিশুদ্ধ জ্ঞানৰ অন্বেষণে মানুহৰ ৰোগ আৰু যন্ত্ৰণাক লাঘৱ কৰাত আৰু অকাল-মৃত্যুক ৰোধ কৰাত বহুখিনি সহায় কৰিব পাৰে। দেখাত অতি তুচ্ছ আৰু আচহুৱা যেন লগা বস্তু আৰু বিষয়বোৰ অধ্যয়ন কৰিও যে সুদূৰপ্ৰসাৰী সম্ভাৱনা থকা বৈজ্ঞানিক আৱিষ্কাৰবোৰ কৰিব পাৰি—সেই কথা প্ৰমাণ কৰি থৈ গৈছে লুই পেষ্টিঅ'ৰে।"

## তেৰ

পেষ্টিঅ'ৰৰ স্বাস্থ্য দ্ৰুতগতিৰে পৰি আহিছিল আৰু তেওঁ অকালতে বুঢ়া হৈ পৰিছিল। কঠোৰ পৰিশ্ৰম আৰু অকালতে তিনিটাকৈ সন্তানক হেৰুৱাই আছিল তাৰ প্ৰধান কাৰণ। শাৰীৰিক অসুস্থতাৰ কাৰণেই তেওঁ ছৰ্বন বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ পদ ত্যাগ কৰিবলৈ বাধ্য হ'ল। কিন্তু তেওঁৰ মূল্যৱান গৱেষণা আৰু আৱিষ্কাৰবোৰৰ ফলতেই যে ফ্ৰান্সৰ পাট-শিল্প নিশ্চিত মৃত্যুৰ মুখৰ পৰা ৰক্ষা পৰিছিল সেই কথা তেওঁৰ কৃতজ্ঞ দেশবাসীয়ে পাহৰি যোৱা নাছিল। ১৮৭৪ চনত ফৰাচী সংসদে এটা বিশেষ প্ৰস্তাৱ গ্ৰহণ কৰি গোটেই জীৱনৰ কাৰণে তেওঁক অধ্যাপকৰ দৰ্মহা দিয়াৰ ব্যৱস্থা কৰিলে। অৰ্থাৎ জীৱিকা উপাৰ্জনৰ কাৰণে এতিয়া পেষ্টিঅ'ৰে কাম কৰাৰ কোনো প্ৰয়োজন নাথাকিল। নমৰালৈকে তেওঁ শুই-বহি খাই থাকিব পৰাৰ ব্যৱস্থা হ'ল।

কিন্তু মানুহে যদি কেৱল শুই-বহি আৰু খাই জীৱনটো শেষ কৰে তেন্তে ইতৰ প্ৰাণীৰ লগত মানুহৰ একো পাৰ্থক্য নাথাকিব। কেৱল জীয়াই থকাৰ বাহিৰে ইতৰ প্ৰাণীৰ জীৱনৰ আন একো উদ্দেশ্য নাই। কিন্তু মানুহৰ জীৱনৰ উদ্দেশ্য হ'ল জীৱনটোক ক্ৰমান্বয়ে আৰু বেছি সুন্দৰ কৰি তোলা; মানুহৰ বাসভূমি পৃথিৱীখনক ক্ৰমান্বয়ে আৰু বেছি বাস-যোগ্য কৰি তোলা। সেইটো কৰাৰ একমাত্ৰ উপায় হ'ল অনবৰত কিবা নহয় কিবা এটা কামত লাগি থকা। যেনেকৈ গুটি ৰুলেহে তাৰ পৰা গজালি ওলাই এদিন সি গছ হ'ব, ঠিক তেনেকৈ মানুহে কাম কৰিলেহে উন্নত জীৱন আৰু সভ্যতা-সংস্কৃতিৰ ৰূপত মানুহে তাৰ ফল ভোগ কৰিবলৈ পাব। সেই কাৰণে কৰ্মহীন জীৱনক প্ৰকৃত জীৱন বুলি ক'ব নোৱাৰি। লুই পেষ্টিঅ'ৰে কাম নকৰাকৈ এটা মুহূৰ্তও থাকিব নোৱাৰিছিল। আনকি তেওঁৰ স্বাস্থ্য যেতিয়া সম্পূৰ্ণ ভাগি পৰিছিল আৰু তেওঁৰ প্ৰচুৰ জিৰণিৰ প্ৰয়োজন হৈছিল, তেতিয়াও তেওঁ গাত সামান্য বল পালেই কিবা নহয় কিবা এটা কামত ধৰিছিল। বন্ধু-বান্ধৱৰ নিমন্ত্ৰণ ৰক্ষা কৰি ভোজ-ভাত খাই কামৰ সময় নষ্ট কৰিবলৈ তেওঁ সমুলি ভাল নাপাইছিল। মাজে-সময়ে অৱশ্যে তাৰ ব্যতিক্ৰম ঘটিছিল। সঘনাই নহ'লেও বহুত দিনৰ মূৰত কোনোবা এদিন তেওঁ দুই-এজন ঘনিষ্ঠ বন্ধুৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ বাধ্য হৈছিল। খোৱা শেষ

হোৱাৰ পিছত তেওঁ ঘৰৰ গৃহিণীক বিস্ময়ত হতভম্ব কৰি নিজৰ কাঁহী-বাটি নিজে ধুবলৈ আৰম্ভ কৰি দিছিল। গৃহিণীয়ে সজোৰে প্ৰতিবাদ কৰিলেও তেওঁ তালৈ সমূলি কাণ নিদিছিল। নিমন্ত্ৰিত অতিথি হৈ নিজৰ কাঁহী-বাটি তেওঁ নিজে কিয় ধুইছিল? এই প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে নিজৰ শৰীৰটোৰ পৰা আৰম্ভ কৰি ঘৰৰ আচবাব আৰু কাঁহী-বাটিলৈকে সকলো বস্তু নিজে ধুই পৰিষ্কাৰ কৰাটো তেওঁৰ এটা এৰাব নোৱৰা অভ্যাসত পৰিণত হৈছে, কাৰণ তেওঁ বিশ্বাস কৰে যে ৰোগৰ আক্ৰমণৰ পৰা মুক্ত হৈ থকাৰ এটা প্ৰধান উপায় হ'ল যিমান সম্ভৱ সিমান পৰিষ্কাৰ হৈ থকা।

গ্ৰীক দাৰ্শনিক ছক্ৰেটিছ প্ৰায় আঢ়ৈ হাজাৰ বছৰৰ আগৰ মানুহ। তেওঁৰ দিনত ৰোগৰ জীৱাণু আৱিষ্কৃত হোৱা নাছিল। জীৱাণুৰ আক্ৰমণতে ৰোগৰ এটা কাৰণ হ'ব পাৰে সেই কথাও মানুহে নাজানিছিল। তথাপি ছক্ৰেটিছে বিশ্বাস কৰিছিল যে পৰিষ্কাৰ হৈ থকাটো মানুহৰ কৰ্তব্য। পৰিষ্কাৰ হৈ থাকিলে জীয়াই থকাৰ আনন্দ বেছি গভীৰভাৱে অনুভৱ কৰিব পাৰি। সেই কাৰণে ছক্ৰেটিছে পৰিষ্কাৰ হৈ থকাৰ ওপৰত খুব বেছিকৈ জোৰ দিছিল। ডায়জিনিছ লেয়াৰটিছ নামৰ এজন গ্ৰীক লেখকে প্ৰাচীন গ্ৰীচত কেবাজনো মহান দাৰ্শনিকৰ জীৱনী ৰচনা কৰিছিল। ছক্ৰেটিছৰ বিষয়ে লিখা এখন ৰচনাত তেওঁ লিখি থৈ গৈছে যে সেই সময়ত এথেন্সত কেবাবাৰো মহামাৰী ৰোগ হৈছিল, আৰু সেই ৰোগত বহুতো মানুহৰ মৃত্যু হৈছিল। ৰোগৰ সংক্ৰমণৰ পৰা মুক্ত হৈ থকা একমাত্ৰ মানুহজন আছিল ছক্ৰেটিছ।

## চৈধ্য

লুই পেষ্টিঅ'ৰৰ যুগান্তকাৰী আৱিষ্কাৰবোৰে কেৱল যে মানুহৰহে উপকাৰ কৰিলে এনে নহয়; পশু-পক্ষীৰো বহুতো ৰোগৰ কাৰণ আৱিষ্কাৰ কৰি এহাতে তেওঁ পশু-পক্ষীক ৰোগৰ যন্ত্ৰণা আৰু অকাল-মৃত্যুৰ পৰা ৰক্ষা কৰিলে, আৰু আনহাতে নিজৰ জীৱিকাৰ কাৰণে ঘৰচীয়া পশু-পক্ষীৰ ওপৰত নিৰ্ভৰশীল হৈ পৰা মানুহবোৰৰো তেওঁ অশেষ উপকাৰ সাধন কৰিলে। এজন মহান বৈজ্ঞানিক আৰু মানুহকে ধৰি সকলো প্ৰাণীৰ এজন পৰম মিত্ৰ হিচাপে পেষ্টিঅ'ৰৰ খ্যাতি চৌদিশে বৈ-বৈ যাবলৈ ধৰিলে। তেওঁক সন্মান জনাবলৈ দেশ-বিদেশৰ মানুহৰ মাজত প্ৰতিযোগিতা আৰম্ভ হ'ল।

আমাৰ দেশত যেনেকৈ সাহিত্য অকাডেমি, সংগীত নাটক অকাডেমি আৰু ললিত কলা একাডেমি নামৰ তিনিখন অকাডেমি আছে, তেনেকৈ ফ্ৰান্সতো ফৰাচী অকাডেমি নামৰ এটা অনুষ্ঠান আছে। ফ্ৰান্সৰ আটাইতকৈ ডাঙৰ লেখক, বৈজ্ঞানিক, দাৰ্শনিক আৰু পণ্ডিতসকলহে সেই অকাডেমিৰ সদস্য হ'ব পাৰে। আন কথাত ক'বলৈ গ'লে ফ্ৰান্সৰ যিকোনো এজন মানুহলৈ ফৰাচী অকাডেমিৰ সদস্য পদ যচা মানেই তেওঁক এজন অসাধাৰণ লেখক, দাৰ্শনিক বা বৈজ্ঞানিক ৰূপে স্বীকৃতি দিয়া। ফৰাচী অকাডেমিৰ সদস্য-পদতকৈ ডাঙৰ সন্মান ফ্ৰান্সত দ্বিতীয় এটা নাই।

ফৰাচী অকাডেমিৰ সদস্যসংখ্যা সীমিত। গতিকে কোনোবা এজন সদস্যৰ মৃত্যুৰ ফলত পদ খালি নহ'লে নতুন সদস্য মনোনীত কৰাৰ কোনো ব্যৱস্থা ফৰাচী অকাডেমিৰ সংবিধানত নাই। যি সময়ৰ কথা কোৱা হৈছে সেই সময়ত ফৰাচী অকাডেমিৰ এজন সদস্যৰ হঠাৎ মৃত্যু হোৱাত তেওঁৰ খালী ঠাই পূৰণ কৰাৰ প্ৰয়োজন হ'ল। সকলোৰে মনলৈ আহিল মাত্ৰ এটা নাম : লুই পেষ্টিঅ'ৰ। ফ্ৰান্সত সাধাৰণতে যিজন মানুহক ফৰাচী অকাডেমিৰ পদ দিয়া হয়, তেওঁহে সেই পদ পাই গৰ্ব অনুভৱ কৰে। কিন্তু লুই

পেষ্টিঅ'ৰক সমসাময়িক ফ্ৰান্সৰ মানুহে ইমান শ্ৰদ্ধাৰ চকুৰে চাইছিল যে তেওঁ ফৰাচী অকাডেমিৰ সদস্য-পদ গ্ৰহণ কৰিলে ফৰাচী অকাডেমিহে সম্মানিত হ'ব বুলি সকলোৱে অনুভৱ কৰিছিল। তেওঁৰ গুণগ্ৰাহীসকলৰ ইচ্ছাৰ প্ৰতি সন্মান জনাই লুই পেষ্টিঅ'ৰে ফৰাচী অকাডেমিৰ সদস্য-পদ গ্ৰহণ কৰিলে। তেওঁক ফৰাচী অকাডেমিলৈ আদৰণি জনাই দিয়া ভাষণত অকাডেমিৰ সঞ্চালক মঁছিয়ে ৰেনাই কৈছিল যে লুই পেষ্টিঅ'ৰৰ বৈজ্ঞানিক গৱেষণা আৰু আবিষ্কাৰবোৰৰ মোল বুজাটো সকলোৰে পক্ষে সম্ভৱ নহ'ব পাৰে; কিন্তু তেওঁ যে এজন মহান ব্যক্তি সেই কথাটো তেওঁক দেখিলেই বুজিব পাৰি।

ফৰাচী অকামেডিৰ সদস্য-পদৰ দৰে সৰ্বোচ্চ সন্মান পোৱাৰ পিছত পেষ্টিঅ'ৰলৈ আৰু বহুতো সন্মান আহিবলৈ ধৰিলে। সেইবোৰৰ ভিতৰত এটা বিশেষ সন্মানে তেওঁক খুব বেছিকৈ অভিভূত কৰিছিল। ফ্ৰান্সৰ বিজ্ঞান অকাডেমিয়ে সন্মানৰ চিন স্বৰূপে তেওঁক এটা মেডেল উপহাৰ দিছিল। মেডেলটোৰ এপিঠিত আছিল পেষ্টিঅ'ৰৰ মুখমণ্ডলৰ ছবি; আনটো পিঠিত লিখা আছিল এইখিনি কথা ঃ ''লুই পেষ্টিঅ'ৰলৈ—তেওঁৰ বন্ধু, সহকৰ্মী আৰু গুণমুগ্ধসকলৰ পৰা।'' ফ্ৰান্সৰ বিশ্ববিখ্যাত ঔপন্যাসিক আলেকজেণ্ডাৰ ডুমাৰ পুত্ৰ নাট্যকাৰ আলেকজেণ্ডাৰ ডুমা আছিল ফৰাচী অকাডেমিৰ সদস্য। বিজ্ঞান অকাডেমিৰ হৈয়ো তেৱেঁই পেষ্টিঅ'ৰক মেডেলটো দিবলৈ আহিছিল। মেডেলটো পেষ্টিঅ'ৰৰ হাতত তুলি দি তেওঁ কৈছিল—''আপুনি এসময়ত ইক'ল নৰ্মেলৰ ছাত্ৰ আছিল; সেই কাৰণে আপোনাক লৈ ইক'ল নৰ্মেল গৰ্বিত। আপোনাৰ বৈজ্ঞানিক কৃতিত্বৰ কাৰণে গৰ্ব অনুভৱ কৰে বিজ্ঞান অকাডেমিয়ে। ফ্ৰান্সে আপোনাক লৈ গৰ্ব অনুভৱ কৰে এই দেশৰ এক মহান প্ৰতিভা হিচাপে।''

## পোষ্কৰ

মানুহ আৰু ইতৰ প্ৰাণীক ৰোগৰ যন্ত্ৰণা আৰু অকাল-মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ লুই পেষ্টিঅ'ৰে যি কাম কৰিলে তাৰ কোনো তুলনা নাই। তেওঁৰ আবিষ্কাৰসমূহে ৰোগৰ কাৰণ আৰু তাৰ প্ৰতিকাৰৰ প্ৰতি মানুহৰ দৃষ্টিভঙ্গী সম্পূৰ্ণৰূপে সলনি কৰি দিলে। কিন্তু তেওঁ আৰু এটা ডাঙৰ কাম কৰিবলৈ তেতিয়াও বাকী আছিল। সেইটো হ'ল জলাতংক ৰোগৰ চিকিৎসা-পদ্ধতিৰ আবিষ্কাৰ। ষাঠি বছৰত ভৰি দিয়াৰ আগতেই তেওঁ বৈজ্ঞানিক হিচাপে বিশ্ববিখ্যাত হৈছিল। কিন্তু তেওঁ গভীৰভাৱে এটা কথা বিশ্বাস কৰিছিল যে যিবোৰ কাম ইতিমধ্যেই কৰা হৈ গ'ল কেৱল সেইবোৰকে লৈ চিন্তা কৰি বা গৰ্ব কৰি একো লাভ নাই; মানুহে সদায় চিন্তা কৰিব লাগে কৰিবলৈ বাকী থকা আন অসংখ্য কামৰ কথা। লুই পেষ্টিঅ'ৰে তেনে এটা ডাঙৰ কাম কৰিবলৈ সুযোগ পালে তেওঁৰ কৰ্মময় জীৱনৰ শেষৰ বছৰকেইটাত।

১৮৮০ চনৰ কথা। সেই সময়ত লুই পেষ্টিঅ'ৰৰ বয়স হৈছিল প্ৰায় ৫৮ বছৰ। এদিন এজন পশু-চিকিৎসক তেওঁৰ ওচৰলৈ আহিল—লগত দুটা বলিয়া কুকুৰ লৈ। লুই পেষ্টিঅ'ৰে ইতিমধ্যে গৰু-ম'হ আৰু ছাগলীৰ চবকা ৰোগৰ (Anthrax) কাৰণ নিৰ্ণয় কৰিছিল আৰু ৰোগৰ প্ৰতিষেধক ঔষধো আবিষ্কাৰ কৰিছিল। সেই কাৰণে পশু-চিকিৎসকজনে আশা কৰিছিল যে কুকুৰ বলিয়া হোৱাৰ কাৰণো একমাত্ৰ পেষ্টিঅ'ৰেহে আবিষ্কাৰ কৰিব পাৰে। কুকুৰ বলিয়া হোৱা ৰোগ একমাত্ৰ কুকুৰৰ সমস্যা নাছিল। সি তাতোকৈ ডাঙৰ সমস্যা আছিল মানুহৰ কাৰণে। বলিয়া কুকুৰে মানুহক কামুৰিলে মানুহ এটা ভয়ংকৰ

ৰোগৰ দ্বাৰা আক্ৰান্ত হয়। অৱশ্যে বলিয়া কুকুৰে কামোৰাৰ লগে লগেই মানুহৰ গাত ৰোগৰ লক্ষণবোৰ ফুটি নুঠে। লক্ষণবোৰ ফুটি উঠিবলৈ কেতিয়াবা এসপ্তাহ আৰু কেতিয়াবা কেবাসপ্তাহো সময় লাগে। যেতিয়া লক্ষণবোৰ ফুটি উঠে তেতিয়া বলিয়া কুকুৰে কামোৰা মানুহজন খন্তেকৰ কাৰণেও থিৰেৰে ৰ'ব নোৱৰা হয়। তেওঁৰ শৰীৰত অসহ্য ছটফটনি আৰম্ভ হয়; এটা অদৃশ্য শক্তিয়ে গোটেই গাটো ভাঙি মুচৰি পেলোৱাৰ নিচিনা অৱস্থা কৰে; তেওঁ ডিঙিৰে একো বস্তু গিলিব নোৱৰা হয়; মানুহজনৰ ভীষণ পিয়াহ লাগে, অথচ পানী দেখিলেই বা পানীৰ নাম শুনিলেই এটা ভয়ংকৰ আতংকই তেওঁক গ্ৰাস কৰি ধৰে। কল্পনা কৰিব নোৱৰা যন্ত্ৰণা ভোগ কৰি মানুহজন অৱশেষত মৃত্যুৰ মুখত ঢলি পৰে। জলাতংক ৰোগৰ যন্ত্ৰণা ইমান বেছি যে একমাত্ৰ মৃত্যুৰ বাহিৰে আন একোৱেই ৰোগীজনক সেই ভয়ংকৰ যন্ত্ৰণাৰ পৰা মুক্তি দিব নোৱাৰে। অন্ততঃ নোৱাৰিছিল---মানৱ-জাতিৰ পৰম বন্ধু লুই পেষ্টিঅ'ৰে তাৰ মহৌষধ আৱিষ্কাৰ কৰিব নোৱৰালৈকে।

পেষ্টিঅ'ৰে বলিয়া কুকুৰ দুটাক ভালকৈ নিৰীক্ষণ কৰিলে। সিহঁতৰ মুখৰ পৰা ফেন বাগৰিব ধৰিছে। পেষ্টিঅ'ৰৰ মনত ধাৰণা হ'ল যে সেই ফেনবোৰৰ মাজতেই কুকুৰক বলিয়া কৰা ৰোগৰ বীজাণুবোৰ আছে। চিচাৰ নলী এডাল নিজৰ মুখত লৈ পেষ্টিঅ'ৰে বলিয়া কুকুৰ দুটাৰ মুখৰ পৰাই ফেনবোৰ শোহা মাৰি আনিলে। বৈজ্ঞানিক গৱেষণা কৰা মানুহবোৰ এনেকুৱাই নিৰ্ভীক হয়। সি যি কি নহওক, বলিয়া কুকুৰৰ থু বা ফেন পৰীক্ষা কৰি পেষ্টিঅ'ৰে তেওঁ বিচৰা বীজাণুৰ সন্ধান নাপালে। বোধহয় বীজাণুবোৰ ইমান ক্ষুদ্ৰ যে অণুবীক্ষণ যন্ত্ৰতো সেইবোৰ ধৰা নপৰে,—তেওঁ মনে মনে ভাবিলে। তেওঁ আকৌ চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। বৈজ্ঞানিকৰ প্ৰকৃত গৱেষণাগাৰ হ'ল তেওঁৰ মগজটো। চিন্তা কৰি কৰি পেষ্টিঅ'ৰ অৱশেষত এই সিদ্ধান্তত উপনীত হ'ল যে বলিয়া হোৱা কুকুৰৰ ৰোগৰ বীজাণু থাকিব লাগিব তাৰ মগজত। অৰ্থাৎ তাৰ শৰীৰত কেনেবাকৈ ৰোগৰ বীজাণু প্ৰৱেশ কৰিলে সি গৈ গৈ মগজত নোসোমোৱালৈকে ৰোগৰ লক্ষণবোৰ তাৰ শৰীৰত ফুটি নুঠে। এই অনুমানটোৰ সত্যাসত্য প্ৰমাণ কৰিবলৈ তেওঁ বলিয়া কুকুৰৰ মগজৰ এটা অংশ পানীত গুলি লৈ নিৰোগী কুকুৰৰ গাত সেইখিনি বেজী দিলে। দেখা গ'ল যে দুদিনমানৰ ভিতৰতে বেজী লোৱা কুকুৰবোৰ বলিয়া হৈছে। নিৰোগী কুকুৰকো কেনেকৈ বলিয়া কৰিব পাৰি অৰ্থাৎ ৰোগাক্ৰান্ত কৰিব পাৰি সেই কথা জনাৰ পিছত ৰোগৰ প্ৰতিষেধক ঔষধ উলিয়াবলৈ তেওঁৰ বেছি সময় নালাগিল। বলিয়া কুকুৰৰ মগজৰ পৰাই তেওঁ বাহিৰ কৰিলে কুকুৰক বলিয়া কৰা ৰোগৰ মহৌষধ। বহুতো কুকুৰৰ ওপৰত পৰীক্ষা কৰি তেওঁ অৱশেষত এই কথা প্ৰমাণ কৰি দেখুৱালে যে যিবোৰ বলিয়া কুকুৰৰ গাত বেজীৰ দ্বাৰা ঔষধ প্ৰয়োগ কৰি তেওঁ সিহঁতক আৰোগ্য কৰিছে, সেইবোৰ কুকুৰক পুনৰ বলিয়া কুকুৰে কামুৰিলেও সিহঁত বলিয়া নহয়; অৰ্থাৎ পুনৰ সেই ৰোগৰ দ্বাৰা আক্ৰান্ত নহয়।

অৱশেষত বলিয়া কুকুৰক আৰোগ্য কৰিব পৰা মহৌষধ আৱিষ্কৃত হ'ল। কিন্তু বলিয়া কুকুৰে কামোৰা মানুহকো যে সেই একেটা ঔষধৰ দ্বাৰাই আৰোগ্য কৰিব পাৰি সেই কথা প্ৰমাণ কৰা যায় কেনেকৈ?

# ষোল

১৮৮৫ চনৰ জুলাই মাহৰ কথা। জোছেফ মেইষ্টাৰ নামৰ এটা ন বছৰীয়া ল'ৰা স্কুললৈ গৈ আছিল। এনেতে এটা প্ৰকাণ্ড কুকুৰ তাৰ গাৰ ওপৰত জপিয়াই পৰিল। মাটিত বগৰাই লৈ কুকুৰটোৱে তাক কামুৰিবলৈ ধৰিলে। ল'ৰাটোৱে হাত দুখনেৰে মুখখন ঢাকি ধৰাত কুকুৰটোৱে তাৰ মুখত কামুৰিব নোৱাৰিলে; কিন্তু তাৰ ভৰি দুখন কুকুৰটোৱে বখলা-বখল কৰিলে। পিছত হিচাপ কৰি দেখা গৈছিল যে মুঠতে চৈধ্য ঠাইত কুকুৰটোৱে তাৰ দাঁত বহুৱাইছিল।

কুকুৰটো যে বলিয়া হৈছিল তাৰ প্ৰমাণ পোৱা গ'ল অলপ সময়ৰ পিছতেই। সি ঘৰলৈ দৌৰি গৈ তাৰ গৰাকীকো কামুৰিলে। গৰাকীজনে তেওঁৰ মৰমৰ কুকুৰটোক নিজ হাতে গুলিয়াই মাৰিবলৈ বাধ্য হ'ল।

জোছেফ মেইষ্টাৰক যে কুকুৰে কামুৰিছিল সেই কথা তাৰ মাক-দেউতাকে গম পালে গধূলি পৰতহে। তেওঁলোকে লৰালৰিকৈ তাক এজন স্থানীয় ডাক্তৰৰ ওচৰলৈ লৈ গ'ল। ডাক্তৰে ল'ৰাটোৰ ঘাবোৰত বীজাণুনাশক ঔষধ দি মাক-দেউতাকক এই বুলি পৰামৰ্শ দিলে যে তেওঁলোকে তাক তৎক্ষণাৎ পেৰিছলৈ লৈ যোৱা উচিত। লুই পেষ্টিঅ'ৰে ইতিমধ্যে বলিয়া কুকুৰক আৰোগ্য কৰিব পৰা ঔষধ আৱিষ্কাৰ কৰিছে বুলি তেওঁ খবৰ পাইছে। গতিকে বলিয়া কুকুৰে কামোৰা মানুহকো যদি কোনোবাই আৰোগ্য কৰিব পাৰে, তেন্তে সেই কাম কৰিব পাৰিব একমাত্ৰ লুই পেষ্টিঅ'ৰে।

ডাক্তৰজনৰ পৰামৰ্শ অনুযায়ী ল'ৰাটোক লৈ তাৰ মাক-দেউতাক পেৰিছলৈ গ'ল। তেওঁলোকে জানে যে বলিয়া কুকুৰে কামোৰা মানুহ মৃত্যুৰ মুখৰ পৰা বাচিব পৰাৰ কোনো আশা নাই। মৃত্যুও আহে ভয়ংকৰ যন্ত্ৰণাৰ পিছতহে। এতিয়া তেওঁলোকৰ কাৰণে একমাত্ৰ ভগৱান লুই পেষ্টিঅ'ৰেই। পেষ্টিঅ'ৰে যদি তেওঁলোকৰ মৰমৰ সন্তানক যন্ত্ৰণা আৰু মৃত্যুৰ পৰা ৰক্ষা কৰিব নোৱাৰে তেন্তে এই পৃথিৱীৰ আন কোনো মানুহেই নোৱাৰে।

কিন্তু ল'ৰাটোক দেখি পেষ্টিঅ'ৰ পৰিল উভয়-সংকটত। তেওঁ ইয়াৰ আগতে বলিয়া কুকুৰে কামোৰা কোনো মানুহক চিকিৎসা কৰি পোৱা নাই। তেওঁ নিজে আৱিষ্কাৰ কৰা যিটো ঔষধ ইমানদিনে তেওঁ কেৱল বলিয়া কুকুৰৰ শৰীৰতহে প্ৰয়োগ কৰি আহিছে সেই একেটা ঔষধকে তেওঁ মানুহৰ শৰীৰত প্ৰয়োগ কৰিব কোনটো সাহেৰে? যদি ল'ৰাটো নাবাচে? যদি হিতে বিপৰীত হৈ ঔষধে ল'ৰাটোৰ শৰীৰত আৰুহে বেছি ভয়ংকৰ প্ৰতিক্ৰিয়া কৰে?

আনহাতে বেজী নিদিলেও ল'ৰাটোৰ সমুখত ভয়ংকৰ বিপদ। তাৰ ঘাবোৰত বীজাণুনাশক ঔষধ লগোৱা হৈছিল বলিয়া কুকুৰে কামোৰাৰ কেবা ঘণ্টাৰ পিছতহে। তদুপৰি সেই সময়ৰ প্ৰচলিত ব্যৱস্থা অনুযায়ী গৰম লোৰ শলাৰে তাৰ ঘাবোৰ পুৰি পেলোৱাও নহৈছিল। এনে স্থলত পেষ্টিঅ'ৰে যদি অতি সোনকালে তেওঁৰ চিকিৎসা আৰম্ভ নকৰে, তেন্তে ল'ৰাটোক ভয়ংকৰ যন্ত্ৰণা আৰু অনিবাৰ্য মৃত্যুৰ পৰা ৰক্ষা কৰাটো হৈ পৰিব একেবাৰেই অসম্ভৱ।

অৱশেষত পেষ্টিঅ'ৰে ল'ৰাটোৰ শৰীৰত তেওঁ আৱিষ্কাৰ কৰা ঔষধ প্ৰয়োগ কৰিবলৈ ঠিক কৰিলে। একাদিক্ৰমে দহদিন ধৰি তেওঁ ল'ৰাটোক বেজী দিলে। সেইকেইদিন তেওঁ খাৱন-শোৱন সকলো ত্যাগ কৰাৰ নিচিনা অৱস্থা হ'ল। ল'ৰাটো সামান্য ভালৰ ফালে অহা যেন দেখিলেই আনন্দৰ উত্তেজনাই তেওঁক গ্ৰাস কৰি ধৰে; সামান্য বেয়াৰ ফালে ঢাল ল'লেই ভয় আৰু দুশ্চিন্তাত তেওঁৰ উশাহ ল'ব নোৱৰাৰ নিচিনা অৱস্থা হয়।

কিন্তু এদিন সকলো ভয় আৰু দুশ্চিন্তাৰ অৱসান ঘটিল। লুই পেষ্টিঅ'ৰে আবিষ্কাৰ কৰা জলাতংক ৰোগৰ ঔষধে ল'ৰাটোক সম্পূৰ্ণ আৰোগ্য কৰি তুলিলে। সেই দিনটো আছিল মানৱ-জাতিৰ বুৰঞ্জীৰ এটা চিৰস্মৰণীয় দিন, কাৰণ সেই দিনটোতে এটা ভয়ংকৰ ৰোগৰ বিৰুদ্ধে যুদ্ধত মানুহে জয়লাভ কৰিলে। এই জয়লাভ যিজন মানুহে সম্ভৱ কৰি তুলিলে তেওঁৰ নাম আছিল লুই পেষ্টিঅ'ৰ।

এই কিতাপখনৰ আৰম্ভণিতেই কোৱা হৈছিল যে ফ্ৰান্সৰ মানুহে লুই পেষ্টিঅ'ৰক তেওঁলোকৰ দেশৰ সৰ্বশ্ৰেষ্ঠ মানুহ বুলি গণ্য কৰে। তেওঁৰ চমু জীৱন-কাহিনী পঢ়াৰ পিছত লুই পেষ্টিঅ'ৰ যে কেৱল ফ্ৰান্সৰ নহয়, সমগ্ৰ জগতৰে এজন মহামানৱ আৰু মানৱ-জাতিৰ পৰম হিতৈষী বন্ধু, সেই কথা বুজিবলৈ অকণো টান নহয়।

জোছেফ মেইষ্টাৰক যেনেকৈ ন বছৰ বয়সতে বলিয়া কুকুৰে কামুৰিছিল আৰু লুই পেষ্টিঅ'ৰ নথকা হ'লে তেওঁ কল্পনাতীত যন্ত্ৰণা ভুগি মৰিব লগা হ'লহেঁতেন, ঠিক তেনেকৈ এই নাওমান পুথিখনৰ লেখককো তেওঁৰ জীৱনৰ ন বছৰ বয়সতে বলিয়া কুকুৰে কামুৰিছিল। কিন্তু তেওঁ যে নমৰি লুই পেষ্টিঅ'ৰৰ জীৱনী লিখিবলৈ আজিলৈকে জীয়াই আছে, তাৰ কাৰণে তেওঁ চিৰঋণী লুই পেষ্টিঅ'ৰৰ ওচৰত। কেৱল এই লেখকেই নহয়, পৃথিৱীৰ কোটি কোটি মানুহ—একপ্ৰকাৰে ক'বলৈ গ'লে সমগ্ৰ মানৱ-জাতি—লুই পেষ্টিঅ'ৰৰ ওচৰত চিৰঋণী। তেওঁ মানুহৰ হাতত দি থৈ গৈছে ৰোগৰ যন্ত্ৰণা আৰু অকাল-মৃত্যুৰ বিৰুদ্ধে অমোঘ অস্ত্ৰ।

* * *



# মোৰ প্ৰিয় মানুহ ছক্ৰেটিছ

## (১)

একমাত্ৰ ছক্ৰেটিছেই মোৰ প্ৰিয় মানুহ নহয়। ছক্ৰেটিছৰ সমানেই আৰু এজন মানুহক মই খুব ভাল পাওঁ। তেওঁ হ'ল গান্ধীজী। গান্ধীজীৰ বিষয়ে মই একাধিক ৰচনা লিখিছোঁ, আৰু সেইকেইখন ৰচনা ইতিমধ্যে প্ৰকাশিত মোৰ দুখনমান কিতাপত সন্নিবিষ্ট হৈছে। ছক্ৰেটিছৰ বিষয়ে মই এতিয়ালৈকে এখনো পূৰ্ণাঙ্গ ৰচনা লিখা নাই যদিও মোৰ বিভিন্ন লেখাত তেওঁৰ উল্লেখ আছে। 'মানুহে যদি সততে নিজৰ জীৱনটো পৰীক্ষা কৰি নাথাকে, তেন্তে জীৱনটো যাপন কৰাৰ যোগ্য নহয়'—ছক্ৰেটিছৰ এই বিখ্যাত উক্তিয়ে মোৰ জীৱনত মন্ত্ৰৰ দৰে কাম কৰিছে। মই মোৰ কোনোবা এখন চুটি ৰচনাত ছক্ৰেটিছৰ মৃত্যুৰ বিষয়েও খুব চমুকৈ লিখিছোঁ। যি মৃত্যুৱে মানুহক অমৰত্ব দান কৰে তেনে ধৰণৰ মৃত্যু বৰণ কৰিছিল ছক্ৰেটিছে। এইখন ৰচনাত মই সেই বিষয়ে অলপ বহলাই লিখিম।

সন্ত, মহাত্মা, দাৰ্শনিক, ধৰ্মগুৰু—এইসকল লোকক মানুহে ভাল পোৱাতকৈ বেছিকৈ শ্ৰদ্ধা বা ভক্তিহে কৰে। মই কিন্তু ছক্ৰেটিছ আৰু গান্ধীজীৰ ক্ষেত্ৰত ইচ্ছা কৰিয়েই 'ভালপোৱা' শব্দটো প্ৰয়োগ কৰিছোঁ। ছক্ৰেটিছৰ বিষয়ে কোৱা হয় যে তেওঁ দৰ্শনক আকাশৰ পৰা মাটিলৈ নমাই আনিছিল। এই বাক্যটোৰ দ্বাৰা কি বুজাব খোজা হৈছে সেই কথা মই অলপ পিছতে ব্যাখ্যা কৰিম। কিন্তু মই নিজে ক'ব খোজা কথাটো হ'ল এই যে ছক্ৰেটিছে যেনেকৈ দৰ্শনক আকাশৰ পৰা মাটিলৈ নমাই আনিছিল, ময়ো ঠিক তেনেকৈ ছক্ৰেটিছ আৰু মহাত্মা গান্ধীৰ নিচিনা লোকসকলক নৰদেৱতাৰ পূজাৰ বেদীৰ পৰা নমাই আনি মোৰ বন্ধুৰ আসনত বহুৱাব খোজোঁ। তেওঁলোকৰ সঙ্গ উপভোগ কৰিবলৈ আৰু তেওঁলোকৰ শিক্ষা নিজৰ জীৱনত যথাসাধ্য গ্ৰহণ কৰিবলৈ ইয়াতকৈ উত্তম উপায় মই নিজে বিচাৰি পোৱা নাই।

ইতিহাসৰ সকলো বিখ্যাত মানুহৰ ভিতৰত ছক্ৰেটিছকেই বন্ধু হিচাপে গ্ৰহণ কৰাটো আটাইতকৈ সহজ। তেওঁৰ জন্ম হৈছিল প্ৰায় আঢ়ৈ হাজাৰ বছৰৰ আগতে (খ্ৰীঃপূঃ ৪৬৯)। কিন্তু তেওঁৰ জীৱনৰ কাহিনী পঢ়ি থাকোঁতে যিজন মানুহৰ ছবি আমাৰ চকুৰ আগত ভাহি উঠে তেওঁক মাত্ৰ কালি বা পৰহি বজাৰত লগ পাইছিলো বুলি কল্পনা কৰাটো একো কঠিন বা অসম্ভৱ কাম নহয়। অৱশ্যে বজাৰ বুলি কওঁতে মোৰ মনলৈ আহিছে প্ৰায় আঢ়ৈকুৰি-তিনিকুৰি বছৰৰ আগৰ মোৰ জকাইচুকীয়া গাঁৱৰ বজাৰখনৰ কথা। সেই সময়ত আমাৰ গাঁৱৰ বজাৰখন বহিছিল সপ্তাহত মাত্ৰ দুদিন ঃ মঙলবাৰ আৰু বৃহস্পতিবাৰে। বজাৰখন আমাৰ গাঁৱত বহিছিল যদিও বজাৰত কিনা-বেচা কৰিবলৈ মানুহ আহিছিল গোটেই মৌজাটোৰ পৰা। সেই সময়ত মানুহৰ জীৱন-যাত্ৰা আছিল অতি মন্থৰ; আজিৰ দৰে লৰা-ঢপৰা সমূলি নাছিল। আগবেলা পথাৰত কাম কৰি দুপৰীয়া ভাত-পানী খোৱাৰ পিছত কিছুসময় জিৰণি লৈ মানুহবোৰ বজাৰলৈ আহিছিল প্ৰায় আবেলি পৰত। যিবোৰ মানুহে নিজৰ খেতিৰ কল-কুঁহিয়াৰ, শাক-পাচলি আৰু গুৰ বজাৰত বিক্ৰী কৰিবলৈ আনিছিল, তেওঁলোকেই বজাৰৰ পৰা কিনি নিছিল পাণ, মাছ আৰু কেঞা-গোলাৰ পৰা নিমখ-তেল। বজাৰৰ প্ৰধান আকৰ্ষণ আছিল পাণ। বানপানীৰ উপদ্ৰৱৰ কাৰণে ঢকুৱাখনাত পাণৰ খেতি খুব কমকৈ হৈছিল; মানুহৰ চাহিদা পূৰাবলৈ বেপাৰীয়ে দিচাংমুখৰ বজাৰৰ পৰা পাণ কিনি আনি ঢকুৱাখনাৰ বজাৰত বিক্ৰী কৰিছিল। আন একো বস্তু কিনাৰ প্ৰয়োজন নহ'লেও কেৱল পাণ কিনিবৰ কাৰণেই দহোবন কাটি কৰি হ'লেও মানুহ বজাৰলৈ আহিব লগা হৈছিল। ভৰ বাৰিষাৰ বতৰত

কেতিয়াবা—বছৰত খুব বেছি চাৰিদিন বা পাঁচদিন—পাণ-বেপাৰীসকলৰ পক্ষে ব্ৰহ্মপুত্ৰ পাৰ হৈ দিচাংমুখলৈ যোৱাটো অসম্ভৱ হৈ পৰিছিল। পাণৰ দুৰ্ভিক্ষ হোৱা সেইকেইটা দিনত ঢকুৱাখনাত মানুহে যেনেকুৱা হাঁয়ে-বিঁয়ে কৰিছিল তেনেকুৱা হাঁয়ে-বিঁয়ে বহুত মানুহে কিজানি ভাত খাবলৈ নাপালেও নকৰে। কিন্তু কেৱল যে দৰকাৰী বস্তু কিনাৰ প্ৰয়োজনতহে মানুহ বজাৰলৈ আহিছিল এনে নহয়। গোটেই মৌজাটোৰ মানুহবোৰৰ কাৰণে বজাৰখনৰ আৰু এটা ডাঙৰ আকৰ্ষণ আছিল। সেইটো আছিল এই যে বজাৰলৈ অহাৰ চলেৰে সপ্তাহৰ সেই দুটা দিনত কেবাখনো গাঁৱৰ মানুহে বন্ধু-বান্ধৱ আৰু আত্মীয়-কুটুম্বক লগ পাবলৈ সুযোগ পাইছিল। বস্তু কিনা-বেচা কৰিবলৈ হয়তো আধাঘণ্টা বা এঘণ্টা সময় লাগিছিল; বাকী গোটেই বেলাটো মানুহবোৰে ভিন গাঁৱৰ চিনাকি মানুহ বিচাৰি ঘূৰি ফুৰিছিল আৰু বিচৰা মানুহ লগ পালেই মনৰ হেঁপাহ পলুৱাই কথা পাতিবলৈ আৰম্ভ কৰিছিল। খেতি-বাতিৰ খবৰৰ পৰা আৰম্ভ কৰি বিবাহ-যোগ্য ল'ৰা-ছোৱালীৰ খবৰলৈকে, মিতিৰ বা চিনাকি মানুহৰ কুশল-বাৰ্তাৰ পৰা আৰম্ভ কৰি গাঁৱলীয়া হাই-কাজিয়া আৰু কেলেংকাৰীৰ খবৰলৈকে বিচিত্ৰ খা-খবৰ আছিল মানুহবোৰৰ আলোচনাৰ বিষয়। একে আষাৰে ক'বলৈ গ'লে বজাৰখনত বয়-বস্তুৰ বিনিময় যিমান হৈছিল, তাতকৈ বেছি পৰিমাণে হৈছিল বাতৰি আৰু ভাবৰ বিনিময়।

তোমালোকে মনে মনে নিশ্চয় ভাবিছা যে দাৰ্শনিক-প্ৰৱৰ ছক্ৰেটিছৰ কথা ক'বলৈ পাতনি মেলি এওঁ দেখোন নিজৰ গাঁওখনৰ কথাহে বেছিকৈ ক'বলৈ ধৰিছে। এই কথা অৱশ্যে সঁচা যে মোৰ আলোচনাৰ বিষয়-বস্তু যিয়েই নহওক কিয়—তাৰ মাজলৈ যেন-তেন-প্ৰকাৰেণ মোৰ গাঁওখনক টানি অনাটো মোৰ এটা এৰাব নোৱৰা বদভ্যাসত পৰিণত হৈছে। কবি ডিম্বেশ্বৰ নেওগে লিখিছিল—'কমাৰফদীয়া মোৰ সৰু গাঁওখনি, ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ।' কবিজনে অবিকল মোৰ মনৰ কথাকে লিখি থৈ গৈছে। মোৰ কাৰণে মোৰ গাঁওখনো ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ। মানুহে গৰু-খোজৰ পানীত আকাশখন দেখাৰ দৰে মই মোৰ গাঁওখনৰ মাজতেই দেখা পাওঁ মানৱ-জীৱনৰ বিচিত্ৰ ৰূপ আৰু ৰহস্য।

অৱশ্যে ছক্ৰেটিছৰ প্ৰসঙ্গৰ মাজলৈ মোৰ গাঁৱৰ বজাৰখনক টানি অনাৰ নিশ্চয় এটা কাৰণ আছে।

## (২)

ছক্ৰেটিছে দুবাৰকৈ বিয়া কৰিছিল; দ্বিতীয় পত্নী জান্থিপৰ ফালৰ পৰা তেওঁৰ তিনিটামান পুত্ৰ-সন্তানো হৈছিল। কিন্তু তেওঁ আছিল এজন দায়িত্বজ্ঞানহীন স্বামী বা পিতা। সংসাৰৰ দায়িত্ব সম্পূৰ্ণৰূপে অস্বীকাৰ কৰি তেওঁ দিনটোৰ বেছিভাগ সময় কটাইছিল এথেন্সৰ হাট-বজাৰবোৰত। বজাৰত তেওঁ লগ পোৱা বা তেওঁক লগ পাবলৈ বিচৰা মানুহবোৰৰ লগত কথাৰ মালিহা মৰাৰ বাহিৰে তেওঁৰ আন একো কাম নাছিল। ঘৰত ল'ৰা-তিৰোতাই কেনেকৈ খায়-পিন্ধে তালৈ তেওঁৰ সমূলি ভ্ৰূক্ষেপ নাছিল। তেওঁৰ পত্নী জান্থিপ এনেয়েও আছিল এগৰাকী খঙাল আৰু দন্দুৰী তিৰোতা; তাতে ছক্ৰেটিছ ঘৰ-সংসাৰৰ প্ৰতি সমূলি উদাসীন আৰু দায়িত্বহীন হোৱাৰ কাৰণে তেওঁ দিনে-ৰাতিয়ে ঘৈণীয়েকৰ গালি খাব লগা হৈছিল। কিন্তু ছক্ৰেটিছে ঘৈণীয়েকৰ সমস্ত তৰ্জন-গৰ্জন নীৰৱে আৰু প্ৰশান্ত মুখেৰে সহ্য কৰিছিল। বহুদিন এই দৃশ্য দেখি দেখি এদিন এজন বন্ধুৱে ছক্ৰেটিছক সুধিছিল—'তুমি ঘৈণীয়েৰৰ ইমান অতপালি কেনেকৈ চকু-কাণ মুদি সহ্য কৰা?' উত্তৰত ছক্ৰেটিছে কৈছিল—'সহ্য নকৰিম কিয়? জান্থিপে মোৰ কিমান ডাঙৰ উপকাৰ কৰিছে সেই কথা তোমালোকে নাজানা। তেওঁৰ গালি-শপনি আৰু অত্যাচাৰ সহ্য কৰি কৰি মোৰ সহ্য-শক্তি ইমান বৃদ্ধি পাইছে যে জীৱনৰ আন সকলো অশান্তি আৰু দুখ-কষ্ট এতিয়া হেলাৰঙে সহ্য কৰিব পৰা হৈছোঁ।'

ছক্ৰেটিছৰ দেউতাক আছিল শিলাকুটী, মাক ধাই। দুখীয়া সাধাৰণ পৰিয়ালত ওপজা ছক্ৰেটিছৰ চেহেৰাত আভিজাত্যৰ চিন একেবাৰেই নাছিল। তেওঁৰ সমসাময়িক কেইজনমান গ্ৰীক দাৰ্শনিকৰ ৰচনাত ছক্ৰেটিছৰ চেহেৰাৰ বৰ্ণনা পোৱা যায়। তদুপৰি তেওঁৰ ব্ৰোঞ্জৰ মূৰ্তিও পোৱা গৈছে। এইবোৰে তেওঁৰ এখন জীৱন্ত ছবি আমাৰ চকুৰ আগত দাঙি ধৰে। তেওঁৰ মূৰত প্ৰায় এডালো চুলি নাছিল, মুখখন আছিল ঘূৰণীয়া, চকুদুটা টেলেকা, প্ৰকাণ্ড ফেঁচা নাকটো সোঁমাজতে চেপেটা। মুঠতে দেখিবলৈ এজন অতি অশুৱনি মানুহ। এনেকুৱা এখন আপচু মুখেও কিন্তু মানুহক খুব আকৃষ্ট কৰিছিল। তেওঁৰ মুখখন আকৰ্ষণীয় কৰি তুলিছিল স্নিগ্ধ সৰলতা, প্ৰখৰ বুদ্ধিমত্তা আৰু গভীৰ স্নেহপৰায়ণতাই। সেই সময়ত গ্ৰীকসকলৰ সাধাৰণ সাজ আছিল একধৰণৰ এটা কপাহী হলৌচোলা। তেনে এটা হলৌচোলা পিন্ধি ছক্ৰেটিছে টলৌ টলৌকৈ ঘূৰি ফুৰিছিল।

ছক্ৰেটিছৰ প্ৰসঙ্গত মই মোৰ গাঁৱৰ আঢ়ৈকুৰি-তিনিকুৰি বছৰৰ আগৰ বজাৰখনৰ কথা বাৰে বাৰে টানি অনাৰ কাৰণটো হ'ল এই যে কেৱল বন্ধু-বান্ধৱৰ লগত কথাৰ মালিহা মাৰিবৰ কাৰণেই বজাৰলৈ অহা মানুহবোৰৰ ভিতৰত সাইলাখ ছক্ৰেটিছৰ নিচিনা চেহেৰাৰ এজন মানুহ মই প্ৰায়েই দেখা পাইছিলো। মোৰ দেউতাই বেলি লহিয়াবৰ সময়ত বজাৰলৈ গৈছিল আৰু মাজে-সময়ে মোকো লগত নিছিল। বজাৰলৈ যোৱা আন বহুতো মানুহৰ নিচিনাকৈ দেউতাৰ কাৰণেও বয়-বস্তু কিনাটো আছিল এটা উপলক্ষ্যহে; আচল লক্ষ্যটো আছিল বন্ধু-বান্ধৱৰ লগত ভাবৰ আদান-প্ৰদান কৰা। মই ওপৰত যিজন মানুহৰ কথা কৈছোঁ তেওঁ গোটেই বেলাটো ইজনৰ পিছত সিজনকৈ বজাৰত লগ পোৱা মানুহবোৰৰ লগত কথা পাতি থাকিলেও তেওঁৰ চকুৰ ব্যাকুল দৃষ্টিয়ে বিচাৰি ফুৰিছিল কেৱল মোৰ দেউতাক; সৰু ল'ৰা হ'লেও মই সেই কথা বুজি পাইছিলো দূৰৰ পৰাই দেউতাৰ মুখত চকু পৰা মাত্ৰকতে তেওঁৰ মুখত ফুটি উঠা আনন্দৰ হাঁহিটো দেখি। বাটৰ একাষত থিয় হৈ দুয়ো বহুত সময় ধৰি হেঁপাহ পলুৱাই কথা পাতিছিল। আনৰ কথা—বিশেষকৈ দেউতা আৰু তেওঁৰ বন্ধু-বান্ধৱসকলৰ মাজত হোৱা কথা-বাৰ্তা—মনোযোগ দি শুনাৰ অভ্যাসটো মোৰ ল'ৰাকালতেই গঢ় লৈ উঠিছিল। পিছৰ বয়সত সেইবোৰ কথা-বাৰ্তাৰ যিমানখিনি মই মনত পেলাব পাৰিছিলো তাৰ পৰা মোৰ মনত ধাৰণা হৈছিল যে গাঁৱৰ সেইবোৰ অশিক্ষিত আৰু অৰ্ধ-শিক্ষিত মানুহেও নিজৰ কথা-বাৰ্তাত গভীৰ প্ৰজ্ঞাৰ পৰিচয় দিব পাৰিছিল। এনে এজন স্বভাৱ-জ্ঞানী মানুহ আছিল দেখিবলৈ সাক্ষাৎ ছক্ৰেটিছ যেন লগা দেউতাৰ এই বন্ধুজন। আনৰ বা নিজৰ দুখ-দুৰ্ভাগ্যৰ ওপৰত মন্তব্য কৰোঁতে যিবোৰ কথা আপোনা-আপুনি তেওঁৰ মুখৰ পৰা ওলাই আহিছিল সেই কথাবোৰে পিছৰ বয়সত মোক মনত পেলাই দিছিল বিশ্ববিখ্যাত ঔপন্যাসিক ছাৰ ওৱাল্টাৰ স্কটৰ এষাৰ কথালৈ। নিৰক্ষৰ চহা মানুহৰ গভীৰ প্ৰজ্ঞাৰ প্ৰতি শ্ৰদ্ধা জনাই তেওঁ কৈছিল : 'বহুতো গুণী-জ্ঞানী মানুহৰ লগত মিলা-মিছা কৰিবলৈ আৰু কথা পাতিবলৈকো মই জীৱনত বহুত সুযোগ পাইছোঁ। কিন্তু এটা কথা মই আপোনালোকক ডাঠি ক'ব পাৰোঁ যে বহুতো দুখীয়া হজুৱা-চহা মানুহৰ মুখত মই যেনেকুৱা জ্ঞান-গৰ্ভ কথা শুনিছোঁ তেনেকুৱা কথা মই উচ্চ-শিক্ষিত পণ্ডিতৰ মুখতো শুনা নাই। ভয়ংকৰ বিপদ আৰু দুখ-যন্ত্ৰণাৰ মুখামুখি হৈ বহুতো নিৰক্ষৰ মানুহে যিবোৰ জ্ঞানৰ কথাৰে নিজকে প্ৰবোধ দিয়ে বা বিপদত পৰা আন মানুহক যেনে ধৰণৰ জ্ঞানৰ কথা কৈ শুনায় তেনে ধৰণৰ কথা মই আনকি বাইবেলতো পঢ়ি পোৱা নাই।'

এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে : ল'ৰাকালত মই আমাৰ গাঁৱৰ হাটত দেখা দেউতাৰ বন্ধুজনক দেখিবলৈ সাক্ষাৎ ছক্ৰেটিছৰ নিচিনা বুলি মই কেনেকৈ জানিলো?

## (৩)

মই মোৰ জীৱনৰ যি বয়সৰ কথা কৈ আছোঁ ঠিক সেই বয়সতে আমাৰ ঘৰৰ ক্ষুদ্ৰ পুথিভঁৰালটোত এখন নতুন মহামূল্যবান কিতাপ যোগ হৈছিল। কিতাপখন আছিল লণ্ডনৰ The Educational Book Company-য়ে প্ৰকাশ কৰা Universal History of the World নামৰ আঠটা খণ্ডৰ ৫২০০ পৃষ্ঠাৰ এখন বিশাল কিতাপ। কিতাপখনৰ পৃষ্ঠাই পৃষ্ঠাই আছিল অসংখ্য ছবি। সেই সময়ত ইংৰাজী কিতাপ পঢ়িব পৰাৰ জোখাৰে ভাষা-জ্ঞান মোৰ হোৱা নাছিল; কিন্তু আঠটা বৃহৎ খণ্ডত বিভক্ত সেই বিশাল কিতাপখনৰ ছবিবোৰ চাই চাই মোৰ হেঁপাহ নপলাইছিল। কিতাপখনৰ তৃতীয় খণ্ডৰ ছবিবোৰ এফালৰ পৰা চাবলৈ আৰম্ভ কৰি এঠাইত মই ঘপহ কৰে বৈ গ'লো ঃ এয়া দেখোন মই আমাৰ গাঁৱৰ হাটত প্ৰায়েই দেখা মানুহজন! ছবিখনৰ নামটো পঢ়িবৰ জোখাৰে ইংৰাজী বৰ্ণ-পৰিচয় ইতিমধ্যে মোৰ হৈছিল। সেইখন আছিল এটা সম্পূৰ্ণ পৃষ্ঠা জুৰি থকা ছক্ৰেটিছৰ ছবি।

মই ডাঙৰ হৈ কৰ্মজীৱনত প্ৰৱেশ কৰাৰ পিছত সেই কিতাপখন মোৰ গাঁৱৰ ঘৰৰ পৰা আনি তাক মোৰ চিৰলগৰীয়া কৰি ল'লো। এই কথাখিনি লিখি থাকিবৰ সময়ত মই কিতাপখন আকৌ মেলি লৈ ছক্ৰেটিছৰ ছবিখন চাইছোঁ আৰু সেই ছবিখন দেখাৰ প্ৰথম মুহূৰ্তটোৰ কথা মনত পেলাইছোঁ। ছবিখনৰ তলত লিখা কথাখিনি মূল ইংৰাজীতে মই ইয়াত হুবহু উদ্ধৃত কৰিলো—'HOMELY FEATURES OF THE WORLD'S FIRST MORAL PHILO-SOPHER – The earliest portrait of Socrates that we possess, a statuette some eleven inches high in its present broken condition, was found at Alexandria and dates from the end of the fourth century B.C. It is therefore seperated from his death (399) by nearly a century; but it is certainly a copy of an earlier and larger work, and in it we may rest assured that we have a faithful representation of the lovable, snub-nosed philosopher who actually walked the streets of Athens.

ছক্ৰেটিছৰ কথা ভাবিলেই কিয় আপোনা-আপুনি মোৰ বাল্যকালৰ গাঁওখন আৰু গাঁৱৰ হাটখনৰ কথা মনত পৰি যায় সেই কথা ওপৰৰ কথাখিনিয়ে নিশ্চয় স্পষ্ট কৰিব পাৰিছে। বোধহয় এই কাৰণেও ছক্ৰেটিছক মই প্ৰাচীন জগতৰ এজন অচিনাকি ৰহস্যময় মানুহ বা মহান দাৰ্শনিক বুলি নাভাবি নিজৰ এজন ঘনিষ্ঠ বন্ধু বুলি ভাবিব পৰা হ'লো।

## (৪)

ছক্ৰেটিছে যি সময়ত জন্মগ্ৰহণ কৰিছিল সেই সময়খিনি আছিল গ্ৰীচৰ ইতিহাসৰ সোণালী যুগ। তেওঁৰ জন্মৰ বহু আগৰে পৰাই সেই যুগৰ দুটা প্ৰধান বিশ্ব-শক্তি গ্ৰীচ আৰু পাৰস্যৰ মাজত অবিৰাম যুদ্ধ-বিগ্ৰহ লাগি আছিল। দুয়োখন দেশৰ একমাত্ৰ উদ্দেশ্য আছিল যুদ্ধত জয়লাভ কৰি সেই সময়ৰ পৃথিৱীত নিজৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰা। সেই সময়ত গ্ৰীচদেশখন নিজেই কেবাখনো স্বাধীন ৰাজ্যত

বিভক্ত আছিল আৰু নিজৰ প্ৰাধান্য প্ৰতিষ্ঠাৰ কাৰণে গ্ৰীকসকলৰ নিজৰ মাজতো প্ৰতিযোগিতা চলি আছিল। কিন্তু পাৰস্যক পৰাস্ত কৰিবৰ কাৰণে সেই সময়ৰ দুখন শক্তিশালী গ্ৰীচ ৰাজ্য স্পাৰ্টা আৰু এথেন্সে ঐক্যবদ্ধ হৈ থিয় হ'ল। স্পাৰ্টাৰ স্থলবাহিনী আৰু এথেন্সৰ নৌবাহিনীৰ সম্মিলিত শক্তিৰ সমুখত তিষ্ঠিব নোৱাৰি পাৰস্যৰ সৈন্যবাহিনী ছত্ৰভঙ্গ দিবলৈ বাধ্য হ'ল। খ্ৰীঃপূঃ ৪৮০ চনত ছালামিছৰ যুদ্ধক্ষেত্ৰত পাৰস্যই পৰাজয় বৰণ কৰিলে, আৰু গ্ৰীচে সেই যুগৰ প্ৰধান বিশ্ব-শক্তিৰ মৰ্যাদা লাভ কৰিলে। সেই সময়ত ছক্ৰেটিছৰ বয়স হৈছিল দহবছৰ।

পাৰস্যৰ বিৰুদ্ধে যুদ্ধত জয়লাভ কৰি এথেন্স বহিঃশত্ৰুৰ আক্ৰমণৰ ভয়ৰ পৰা বহু পৰিমাণে মুক্ত হ'ল। এথেন্সৰ গ্ৰীকসকলে নিজৰ সামৰিক নৌবাহিনীক বাণিজ্যিক নৌ-বহৰ হিচাপে নতুনকৈ সজাই তুলি আন্তৰ্জাতিক বাণিজ্যৰ এটা নতুন যুগৰ সূচনা কৰিলে। এথেন্সৰ সামুদ্ৰিক জাহাজবোৰে নানা পণ্য-দ্ৰব্য বুকুত লৈ বিদেশৰ বন্দৰে বন্দৰে ঘূৰি ফুৰিবলৈ ধৰিলে; ঘূৰি আহোঁতে এথেন্সলৈ কঢ়িয়াই আনিলে বিভিন্ন দেশৰ জ্ঞান-বিজ্ঞান আৰু চিন্তা-চৰ্চাৰ বাতৰি। পাৰস্যৰ বিৰুদ্ধে যুদ্ধত জয়লাভে গ্ৰীকসকলক আত্ম-বিশ্বাসী কৰি তুলিলে; আৰ্থিক সমৃদ্ধিয়ে জ্ঞান-চৰ্চাৰ কাৰণে প্ৰয়োজনীয় নিশ্চিত অৱসৰ সৃষ্টি কৰিলে; নতুন নতুন চিন্তা আৰু ধ্যান-ধাৰণাৰ লগত হোৱা পৰিচয়ে গ্ৰীকসকলৰ মনলৈ সঞ্চাৰিত কৰিলে জ্ঞান-চৰ্চা আৰু শিল্প-সৃষ্টিৰ কাৰণে এক অভূতপূৰ্ব প্ৰেৰণা। এনে এটা অনুকূল বৌদ্ধিক পৰিবেশ পাই একে সময়তে গ্ৰীচত যিমানবোৰ মহাপ্ৰতিভাৰ আবিৰ্ভাব ঘটিল তাৰ লগত তুলনা কৰিব পৰা দ্বিতীয় এটা ঘটনা পৃথিৱীৰ ইতিহাসত ঘটা নাই বুলিয়েই ক'ব পাৰি। দাৰ্শনিক ডেম'ক্ৰিটাছ আৰু এনাকাজিমেনিছ; নাট্যকাৰ ইউৰিপাইডিছ, ছফোক্লিছ আৰু এৰিষ্ট'ফানিছ; ঐতিহাসিক জেনোফন, হেৰ'ডটাছ আৰু থুচিডাইডিছ— সমগ্ৰ পাশ্চাত্য সভ্যতাৰ জন্মদাতা ৰূপে পৰিচিত এই আটাইবোৰ মহাপ্ৰতিভাই আছিল গ্ৰীচৰ ইতিহাসৰ সেই সোণালী যুগৰ সৃষ্টি।

আবহমান কাল ধৰি মানুহৰ চিন্তা আৰু কৌতূহলৰ প্ৰধান বিষয় হ'ল তিনিটা : ঈশ্বৰ, প্ৰকৃতি আৰু মানুহ। বিভিন্ন যুগত বিভিন্ন সভ্যতাই ইয়াৰ যিকোনো এটাক বেছি গুৰুত্ব দি আন দুটাক আপেক্ষিকভাৱে কম গুৰুত্ব দি আহিছে। প্ৰাচীন গ্ৰীকসকলৰ চিন্তাৰ কেন্দ্ৰবিন্দুত ঠাই পাইছিল প্ৰকৃতি আৰু মানুহে। ঈশ্বৰৰ চিন্তাক তেওঁলোকে দিছিল গৌণস্থান। প্ৰাচীন জগতৰ যিসকল মানুহৰ চিন্তা ঈশ্বৰ-কেন্দ্ৰিক আছিল তেওঁলোকে পৰিদৃশ্যমান বিশ্বব্ৰহ্মাণ্ডখন ঈশ্বৰৰ সৃষ্টি বুলি ধৰি লৈ বিশ্ব-সৃষ্টিৰ ৰহস্য ভেদ কৰিবলৈ চেষ্টা কৰাৰ কোনো প্ৰয়োজন অনুভৱ নকৰিছিল। তেওঁলোকে স্বতঃসিদ্ধভাৱে এই কথা ধৰি লৈছিল যে যিহেতু এজন পৰম শক্তিমান আৰু সৰ্বজ্ঞ ঈশ্বৰে এই বিশ্বব্ৰহ্মাণ্ড সৃষ্টি কৰিছে, গতিকে ঈশ্বৰৰ বিষয়ে চিন্তা কৰা আৰু ঈশ্বৰৰ পূজা কৰাই হ'ল মানুহৰ প্ৰধান কাম; বিশ্বব্ৰহ্মাণ্ড কি কি উপাদানেৰে কেনেকৈ সৃষ্টি হ'ল—সেইবোৰ কথা মানুহে চিন্তা কৰাৰ একো দৰকাৰ নাই। কিন্তু প্ৰাচীন কালৰ গ্ৰীক দাৰ্শনিকসকলে এই ধাৰণা সম্পূৰ্ণৰূপে অগ্ৰাহ্য কৰি কি কি মূল উপাদানেৰে বিশ্বব্ৰহ্মাণ্ড সৃষ্টি হৈছে আৰু সেইবোৰৰ মূলতে কি কি নীতিয়ে কাম কৰিছে সেইবোৰ প্ৰশ্নৰ উত্তৰ পাবলৈ চেষ্টা কৰিছিল। গতিকে ক'ব পাৰি যে প্ৰাচীন গ্ৰীক দাৰ্শনিকসকলৰ চিন্তাৰ কেন্দ্ৰবিন্দুত আছিল প্ৰকৃতি। প্ৰকৃতিৰ ৰহস্য ভেদ কৰাটোকে তেওঁলোকে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল। প্ৰকৃতিক সূক্ষ্মভাৱে অধ্যয়ন কৰিবৰ বাবে যি ধৰণৰ উন্নত বৈজ্ঞানিক সঁজুলিৰ দৰকাৰ সেইবোৰ তেওঁলোকে উদ্ভাৱন কৰিব পৰা নাছিল। কিন্তু কেৱল নিজৰ পৰ্যবেক্ষণ-শক্তি আৰু চিন্তা-

শক্তিৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোকে যিবোৰ বৈজ্ঞানিক সূত্ৰ আবিষ্কাৰ কৰিছিল সেইবোৰৰ বেছিভাগেই পৰৱৰ্তী যুগত ভুল বুলি প্ৰমাণিত হোৱা সত্ত্বেও এই কথা ইতিমধ্যেই তৰ্কাতীতভাৱে স্বীকৃত হৈছে যে প্ৰাচীন গ্ৰীক দাৰ্শনিকসকলেই বিজ্ঞানৰ ভেটি অতি দৃঢ়ভাৱে নিৰ্মাণ কৰিছিল, আৰু আধুনিক অৰ্থত বিজ্ঞান বুলি ক'লে আমি যিটো বস্তু বুজি পাওঁ সেই বিশাল সৌধটো থিয় হৈ আছে প্ৰাচীন গ্ৰীকসকলে নিৰ্মাণ কৰি যোৱা ভেটিটোৰ ওপৰতেই।

এনে এটা যুগত জন্মগ্ৰহণ কৰা জ্ঞান-পিপাসু ছক্ৰেটিছেও তেওঁৰ জ্ঞানৰ সাধনা আৰম্ভ কৰিছিল প্ৰকৃতিৰ অধ্যয়ন—বিশেষকৈ আকাশৰ গ্ৰহ-নক্ষত্ৰৰ পৰ্যবেক্ষণ আৰু অধ্যয়নৰ যোগেদি। কিন্তু জীৱনৰ এটা সময়ত তেওঁৰ কৌতূহলী দৃষ্টি আকাশৰ পৰা পৃথিৱীলৈ নামি আহিল। গ্ৰহ-নক্ষত্ৰৰ পৰা দৃষ্টি ঘূৰাই আনি তেওঁ দৃষ্টি নিক্ষেপ কৰিলে মানুহৰ ওপৰত। আন কথাত ক'বলৈ গ'লে তেওঁৰ চিন্তাৰ একমাত্ৰ বিষয় হৈ উঠিল মানুহ। যিটো যুগত সূৰ্য-চন্দ্ৰ আৰু তাৰকাখচিত আকাশখনেই আছিল আটাইবোৰ দাৰ্শনিকৰ চিন্তা আৰু পৰ্যবেক্ষণৰ প্ৰধান বিষয়, তেনে এটা যুগত ছক্ৰেটিছে একমাত্ৰ মানুহক কৰি তুলিছিল তেওঁৰ চিন্তা আৰু কৌতূহলৰ বিষয়। সেই কাৰণেই কোৱা হয় যে ছক্ৰেটিছে দৰ্শনক আকাশৰ পৰা নমাই আনিছিল মাটিলৈ।

## (৫)

অৱশ্যে এই কথা ক'লে ভুল কোৱা হ'ব যে মানুহক নিজৰ চিন্তাৰ কেন্দ্ৰবিন্দুত স্থাপন কৰা প্ৰথম মানুহজন আছিল ছক্ৰেটিছ।

খ্ৰীঃপূঃ পঞ্চম শতিকামানত গ্ৰীক সভ্যতা যেতিয়া উন্নতিৰ শীৰ্ষবিন্দুত উপনীত হৈছিল তেতিয়া জ্ঞানৰ চৰ্চাই হৈ পৰিছিল গ্ৰীকসকলৰ জীৱনৰ প্ৰধান ব্ৰত। জ্ঞানাৰ্জনৰ প্ৰতি গ্ৰীকসকলৰ ধাউতি ইমান বাঢ়িছিল যে কিছুমান মানুহে একমাত্ৰ শিক্ষাদানকেই জীৱিকাৰ প্ৰধান উপায় হিচাপে গ্ৰহণ কৰিব পৰা হৈছিল। সেই সময়ত গ্ৰীচ দেশত পঢ়াশালি নাছিল। পেছাদাৰী শিক্ষকসকলে পাৰিশ্ৰমিকৰ বিনিময়ত মানুহৰ ঘৰে ঘৰে গৈ ছাত্ৰক শিক্ষাদান কৰিছিল। পেছাৰ প্ৰয়োজনত তেওঁলোক ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰিছিল। এই ভ্ৰাম্যমাণ শিক্ষকসকলক কোৱা হৈছিল ছফিষ্ট। গ্ৰীকভাষাত শব্দটোৰ অৰ্থ হ'ল 'জ্ঞানৰ শিক্ষক'।

ছফিষ্টসকলে ঘোষণা কৰিছিল যে মানুহে নিজে বাছি লোৱা কৰ্মক্ষেত্ৰত কৃতকাৰ্যতা অৰ্জন কৰাটোৱেই হ'ল মানুহৰ জীৱনৰ প্ৰধান লক্ষ্য; আন কথাত ক'বলৈ গ'লে কৃতকাৰ্যতাই হ'ল জীৱনৰ সাৰ্থকতাৰ একমাত্ৰ মাপকাঠি। যদি সেয়েই হয়, তেন্তে জীৱনত কৃতকাৰ্য কেনেকৈ হোৱা যায় একমাত্ৰ সেইটোৱেই হোৱা উচিত মানুহৰ চিন্তা আৰু অধ্যয়নৰ প্ৰধান বিষয়। যিহেতু গ্ৰীকসকল যুক্তিবাদী চিন্তাত অভ্যস্ত আছিল, সেই কাৰণে তেওঁলোক এই সিদ্ধান্তত উপনীত হৈছিল যে কৃতকাৰ্যতাও নিৰ্ভৰ কৰে কিছুমান মূল নীতিৰ ওপৰত। সেই নীতিবোৰ উদ্ভাৱন কৰি ল'ব পাৰিলেই মানুহক কৃতকাৰ্যতাৰ পথ-প্ৰদৰ্শন কৰাটো সহজ হয়। তেওঁলোকে গ্ৰহণ কৰা প্ৰথম নীতিটো আছিল এই যে 'মানুহেই হ'ল সকলো কথাৰ একমাত্ৰ মাপকাঠি।' এই বিখ্যাত ঘোষণা বাহিৰ হৈছিল প্ৰ'টাগোৰাছৰ মুখৰ পৰা—যিজন মানুহক ছফিষ্টসকলৰ

ভিতৰত সৰ্বশ্ৰেষ্ঠ বুলি কোৱা হয়। প্ৰ'টাগোৰাছৰ এই উক্তিয়েই আছিল মানৱতাবাদী দৰ্শনৰ প্ৰথম ইস্তাহাৰ।

কিন্তু ছফিষ্টসকলৰ বাকী বহুতো সিদ্ধান্ত আছিল মানুহৰ স্বভাৱজাত সত্যানুৰাগ আৰু মঙ্গলবোধৰ পৰিপন্থী। উদাহৰণ স্বৰূপে তেওঁলোকে ক'ব খুজিছিল যে শুদ্ধ বা অশুদ্ধ তথা সত্য বা অসত্য বুলি কোনো কথা নাই; যেন-তেন-প্ৰকাৰেণ তৰ্ক-যুদ্ধত জিকিব পৰাটোৱেই হোৱা উচিত একমাত্ৰ লক্ষ্য। প্ৰসঙ্গক্ৰমে উল্লেখ কৰাটো উচিত হ'ব যে সেই সময়ত এথেন্স আছিল এখন গণতান্ত্ৰিক নগৰ-ৰাষ্ট্ৰ; নগৰৰ সকলো মানুহে একেঠাইত সমবেত হৈ তৰ্ক আৰু আলোচনা কৰি নগৰ-পৰিচালনাৰ নীতিবোৰ ঠিক কৰিছিল। যিহেতু তেওঁলোকৰ মাজত কথাই কথাই তৰ্ক হৈছিল, সেই কাৰণে সেই সময়ৰ এথেন্সত তৰ্কপটুতা তথা বাক্‌পটুতা আছিল জীৱনত কৃতকাৰ্যতা লাভ কৰিব পৰাৰ এটা প্ৰধান অৰ্হতা। এথেন্সৰ অধিবাসীসকলে গণতান্ত্ৰিক শাসন-ব্যৱস্থা মানি চলাৰ কাৰণে তেওঁলোকৰ বিচাৰ-ব্যৱস্থাও আছিল গণতান্ত্ৰিক। অভিযুক্তসকলে বিচাৰক-মণ্ডলীৰ আগত আত্মপক্ষ সমৰ্থনত নিজে যুক্তি প্ৰদৰ্শন কৰিব পাৰিছিল বা উকিলৰ হতুৱাই সেইটো কৰাব পাৰিছিল। মেল-মোকৰ্দমা প্ৰায়েই লাগি আছিল; গতিকে আইনৰ যুদ্ধত জিকিবলৈকো প্ৰয়োজন হৈছিল বাক্‌পটুতাৰ। গ্ৰীকসকলক বাক্‌পটুতাৰ শিক্ষা দিয়াটো আছিল ছফিষ্টসকলৰ এটা প্ৰধান কাম। কিন্তু তাকে কৰিবলৈ গৈ তেওঁলোকে মানুহক এই শিক্ষাও দিছিল যে ন্যায়-অন্যায়, শুদ্ধ-অশুদ্ধ বুলি কোনো কথা নাই; বাক্‌পটুতাৰ সহায়েৰে ন্যায়ক অন্যায় আৰু অন্যায়কো ন্যায় হিচাপে প্ৰতিষ্ঠা কৰিব পাৰি। যিহেতু জীৱনত কৃতকাৰ্যতা লাভ কৰা আৰু তৰ্ক-যুদ্ধত জয়লাভ কৰাটোৱেই হোৱা উচিত মানুহৰ একমাত্ৰ লক্ষ্য, গতিকে সেই লক্ষ্যত উপনীত হ'বলৈ ভাল-বেয়া যিকোনো উপায় অৱলম্বন কৰিবলৈ মানুহৰ অধিকাৰ আছে।

এথেন্সৰ সৰ্বসাধাৰণ মানুহৰ জীৱনৰ সৰ্বস্ব আছিল ৰাজনীতি আৰু আইন। এই দুয়োটা ক্ষেত্ৰতে সফল হ'বলৈ বাক্‌পটুতাৰ প্ৰয়োজন। এই বিদ্যাত পাৰঙ্গম আছিল ছফিষ্টসকল। গতিকে গ্ৰীকসকলৰ বৌদ্ধিক জীৱনত বহুদিন ধৰি তেওঁলোকৰ ৰাজত্ব চলিল। যিজন মানুহে তেওঁলোকক প্ৰথম প্ৰত্যাহ্বান জনালে তেওঁ আছিল ছক্ৰেটিছ। অথচ প্ৰথম অৱস্থাত মানুহে তেওঁকো ছফিষ্টসকলৰেই এজন বুলি ভাবিছিল, কাৰণ তেৰোঁ মানুহৰ মাজত জ্ঞান-বিতৰণকেই জীৱনৰ একমাত্ৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল। তদুপৰি তেওঁৰ বন্ধুসকলৰ ভিতৰত আছিল এথেন্সৰ অভিজাত পৰিয়ালৰ বহুতো ডেকা মানুহ। অৱশ্যে ছফিষ্টসকলৰ লগত তেওঁৰ এটা ডাঙৰ পাৰ্থক্যও আছিল। জ্ঞানদানৰ বিনিময়ত তেওঁ কেতিয়াও পাৰিশ্ৰমিক গ্ৰহণ নকৰিছিল।

## (৬)

দুকুৰিৰ ডেওনা পাৰ হোৱাৰ পিছত ছক্ৰেটিছৰ জীৱনত এটা ঘটনা ঘটিল। গ্ৰীকসকলৰ সেই সময়ৰ ধৰ্মীয় বিশ্বাস অনুযায়ী তেওঁলোকে দৈৱবাণীত বিশ্বাস কৰিছিল। কিন্তু যিহেতু দেৱতাসকলৰ লগত সাধাৰণ মানুহে পোনপটীয়াকৈ যোগাযোগ স্থাপন কৰিব নোৱাৰিছিল, সেই কাৰণে এই কামৰ দায়িত্ব ল'ব লগা হৈছিল বিভিন্ন দেৱতাৰ মন্দিৰৰ পুৰোহিতসকলে। পুৰোহিতৰ কাম আছিল দৈৱবাণী ব্যাখ্যা কৰা। তদুপৰি সাধাৰণ মানুহৰ নানা বিষয়ৰ প্ৰশ্নৰ উত্তৰ দিবলৈকো দেৱতাসকলে পুৰোহিতসকলক

মাধ্যম হিচাপে ব্যৱহাৰ কৰিছিল। ডেলফিৰ এপলো দেৱতাৰ মন্দিৰ আছিল সেই সময়ৰ আটাইতকৈ বিখ্যাত মন্দিৰ। গ্ৰীকসকলে তেওঁলোকৰ মনত উদয় হোৱা নানা প্ৰশ্নৰ উত্তৰ বিচাৰি ডেলফিৰ মন্দিৰলৈকে বেছিকৈ গৈছিল। এদিন সেই মন্দিৰত গৈ উপস্থিত হ'ল ছক্ৰেটিছ। লগত এজন বন্ধু।

সেই সময়ত ডেলফিৰ মন্দিৰৰ পুৰোহিত আছিল এগৰাকী মহিলা। তেওঁ মানুহ দুজনক প্ৰশ্ন কৰিলে—'তোমালোক কোন? ইয়ালৈ কি বিচাৰি আহিছা?'

প্ৰথমে ছক্ৰেটিছেই উত্তৰ দিলে—'মোৰ নাম ছক্ৰেটিছ। মোৰ ঘৰ এথেন্সত। মই কেৱল এটা কথাই জানো। সেইটো হৈছে এই যে মই একো নাজানো।'

ছক্ৰেটিছৰ বন্ধুজনৰ নাম আছিল চেৰিফ'ন। তেওঁ ক'লে—'আমাৰ এটা প্ৰশ্ন আছে। প্ৰশ্নটো হ'ল : আটাইতকৈ জ্ঞানী মানুহ কোনজন?'

খন্তেকপৰ নীৰৱ হৈ থাকি পুৰোহিতে উত্তৰ দিলে—'নিজকে জানা। আটাইতকৈ জ্ঞানী মানুহ হ'ল ছক্ৰেটিছ।'

ছক্ৰেটিছৰ বন্ধুজনে পুৰোহিতৰ উত্তৰটোক আক্ষৰিক অৰ্থত গ্ৰহণ কৰি এই কথা জানিয়েই সন্তুষ্ট হ'ল যে সকলো মানুহৰ ভিতৰত ছক্ৰেটিছেই হ'ল আটাইতকৈ জ্ঞানী মানুহ। কিন্তু ছক্ৰেটিছেও যদি ঠিক তেনেকৈ ভাবিলেহেঁতেন, তেন্তে সুদীৰ্ঘ আঢ়ৈ হাজাৰ বছৰ ধৰি মানুহে তেওঁৰ নাম স্মৰণ কৰি থকাৰ কোনো প্ৰয়োজন নহ'লহেঁতেন। কিন্তু তেওঁ পুৰোহিতৰ উত্তৰটো আক্ষৰিক অৰ্থত নলৈ তাৰ গূঢ়াৰ্থ বুজিবলৈ চেষ্টা আৰম্ভ কৰিলে। আৰু তাকে কৰিয়েই তেওঁ ছক্ৰেটিছ হ'ল।

'মই কেৱল জানো যে মই একো নাজানো।' শুনাত কথাষাৰ কিমান সাধাৰণ যেন লাগে! কিন্তু বহু হাজাৰ বছৰ ধৰি মানুহৰ মুখৰ পৰা যিমানবোৰ তাৎপৰ্যপূৰ্ণ কথা ওলাইছে সেইবোৰৰ ভিতৰত শুনাত অতি সাধাৰণ যেন লগা ছক্ৰেটিছৰ এই স্বীকাৰোক্তিটো পৰিণত হৈছে এটা অমৰ আপ্তবাক্যত। একো নাজানো বুলি কৈ ছক্ৰেটিছে নিজৰ বিনয় মাত্ৰ প্ৰকাশ কৰা নাই; এই স্বীকাৰোক্তিৰ দ্বাৰাই তেওঁ এই কথাও ক'ব খুজিছে যে যিবোৰ প্ৰচলিত ধ্যান-ধাৰণা আৰু প্ৰথাসিদ্ধ বিশ্বাসক বিনাবাক্যব্যয়ে গ্ৰহণ কৰি তেওঁৰ সমসাময়িক আন সকলো মানুহে নিজকে জ্ঞানী বুলি জহাই ফুৰিছে, সেইবোৰ ধ্যান-ধাৰণা আৰু বিশ্বাসক সূক্ষ্মভাবে পৰীক্ষা নকৰাকৈ তেওঁ গ্ৰহণ কৰিব নোৱাৰে। মানুহে সাধাৰণতে সেইসকল লোকক জ্ঞানী বুলি কয় যিসকল লোকে জন-সমাজত প্ৰচলিত হৈ থকা বিশ্বাস আৰু ধ্যান-ধাৰণাবোৰক বিনাপ্ৰশ্নে আত্মসাৎ কৰি সেইবোৰকে ভাটৌ চৰাইৰ দৰে আওৰাই ফুৰে। কিন্তু প্ৰকৃত জ্ঞানৰ সাধনা তথা দাৰ্শনিক জিজ্ঞাসা আৰম্ভ হয় তেতিয়াহে—যেতিয়া মানুহে নিজৰ অতি প্ৰিয় বিশ্বাস, সংস্কাৰ আৰু সমাজৰ দ্বাৰা আৰোপিত জ্ঞানকো সন্দেহৰ দৃষ্টিৰে চাবলৈ আৰম্ভ কৰি সেইবোৰক নতুনকৈ পৰীক্ষা কৰি চায়।

'মই একো নাজানো বুলি কোৱা সত্ত্বেও ডেলফিৰ পুৰোহিতে মোকেই আটাইতকৈ জ্ঞানী মানুহ বুলি কিয় ক'লে?'—এই কথাটো ছক্ৰেটিছে গভীৰভাবে চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। ডেলফিৰ পুৰোহিতে তেওঁক আৰু এটা কথা কৈছিল—'নিজকে জানা।' (গ্ৰীক ভাষাত Gnothi Seauton; প্ৰাচীন ভাৰতীয় দাৰ্শনিকেও একেটা কথাকে কৈছিল—আত্মানাং বিদ্ধি)। ছক্ৰেটিছে বুজি পালে যে এই প্ৰশ্নৰ উত্তৰ আহিব লাগিব তেওঁৰ নিজৰ অন্তৰৰ পৰাহে। বহুতদিন ধৰি গভীৰভাবে চিন্তা কৰি কৰি তেওঁ এদিন প্ৰশ্নটোৰ উত্তৰ বিচাৰি পালে। যি মানুহে ভাবে যে তেওঁ বহু কথা জানে,

তেওঁ নতুন কথা জানিবলৈ বিশেষ একো আগ্ৰহ অনুভৱ নকৰে। অৰ্থাৎ তেওঁৰ জ্ঞানৰ অন্বেষণৰ অতি সোনকালে অন্ত পৰে। কিন্তু নিজে একো নজনা বুলি ভবা মানুহজন এই কাৰণেই আটাইতকৈ জ্ঞানী যে তেওঁ নিতৌ নতুন নতুন কথা শিকি সত্যৰ সন্ধান কৰিবলৈ নিজৰ মনৰ ভিতৰত প্ৰবল তাড়না অনুভৱ কৰে। এইখিনি কথা চিন্তা কৰি ছক্ৰেটিছে উপলব্ধি কৰিলে যে ডেলফিৰ পুৰোহিতে তেওঁৰ জীৱনৰ কৰ্তব্য নিৰ্দেশ কৰি দিছে। এতিয়াৰ পৰা কেৱল প্ৰশ্ন সোধা আৰু সত্যৰ অন্বেষণ কৰাই হ'ব তেওঁৰ জীৱনৰ একমাত্ৰ ব্ৰত।

## (৭)

কিন্তু তেওঁ কিহৰ বিষয়ে প্ৰশ্ন সুধিব?

ছক্ৰেটিছৰ পূৰ্ববৰ্তী আৰু সমসাময়িক অন্যান্য দাৰ্শনিকসকলৰ দৰে ছক্ৰেটিছেও তেওঁৰ জ্ঞানৰ সাধনা আৰম্ভ কৰিছিল পৰিদৃশ্যমান বস্তু-বিশ্বৰ সৃষ্টি-ৰহস্য সম্পৰ্কে প্ৰশ্ন সুধি। কিন্তু ডেলফিৰ মন্দিৰৰ পৰা ঘূৰি অহাৰ পিছত তেওঁৰ দৃষ্টিভঙ্গীৰ আমূল পৰিৱৰ্তন ঘটিল। আকাশ-পৃথিৱী, গ্ৰহ-নক্ষত্ৰ, অগ্নি-জল—এই সকলোবোৰ বস্তুৰ ৰহস্য ভেদ কৰাৰ প্ৰয়োজন নিশ্চয় আছে; কিন্তু আটাইতকৈ বেছি প্ৰয়োজন আছে মানৱ-জীৱনৰ প্ৰধান নিয়ামক মানুহৰ মনটোৰ বিষয়ে জনাৰ। মানুহে নিজকে নিৰন্তৰ এই কথা সুধিব লাগিব—মানুহ কি? মানুহৰ জীৱনৰ প্ৰধান লক্ষ্য কি?

ছক্ৰেটিছে প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰিলে। কেৱল নিজকে নহয়, বাটে-ঘাটে যাকে লগ পায় সেই সকলোবোৰ মানুহকে। তেওঁ মানুহৰ বিষয়ে এই সাধাৰণ সত্যটো খুব ভালকৈ উপলব্ধি কৰিছিল যে বেছিভাগ মানুহেই মুখেৰে যিবোৰ কথা কয় সেইবোৰ কথাৰ আচল অৰ্থটো বুজিবলৈ তেওঁলোকে কেতিয়াও চেষ্টা নকৰে। অভ্যাসবশতঃ মুখস্থ হৈ পৰা কথাবোৰকে তেওঁলোকে কেৱল ভাটৌৰ দৰে আওৰাই থাকে। সেই কাৰণে তেওঁ বজাৰলৈ গৈ তাত লগ পোৱা মানুহবোৰক এটাৰ পিছত এটাকৈ প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰিলে—'তুমিযে নৈতিকতাৰ কথা কৈছা, নৈতিকতা বুলিলে তুমি নিজে কি বুজা? দেশপ্ৰেম মানুহৰ এটা লাগতিয়াল গুণ। দেশৰ কাৰণে মৰিলে পুণ্য হয় বুলি তুমি বিশ্বাস কৰা। কিন্তু দেশপ্ৰেম কি বস্তু? কেৱল নিজৰ দেশৰ কাৰণে কিয় মৰিব লাগে? সত্য, সততা, সম্মান—এইবোৰ শব্দ অনবৰত তোমাৰ মুখত লাগিয়েই থাকে। কিন্তু এইবোৰ শব্দৰ প্ৰকৃত অৰ্থ কি? মানুহৰ জীৱনত এইবোৰৰ ব্যৱহাৰিক প্ৰয়োজন কি?'

ছক্ৰেটিছে আনকহে কেৱল প্ৰশ্ন সুধিছিল? কিন্তু তেওঁ নিজে সেইবোৰ প্ৰশ্নৰ উত্তৰ দিয়া নাছিল বা উত্তৰ তেওঁ জানে বুলিও দাবী কৰা নাছিল। নিজে একো নাজানে বুলি কৈ জ্ঞানৰ অন্বেষণ কৰা মানুহজনে উপৰ্যুপৰি প্ৰশ্নৰ দ্বাৰা আনকো এই কথা স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল যে নিজে বহু কথা জানে বুলি ভাবিলেও আচলতে তেওঁলোকেও একো নাজানে। নিজৰ অজ্ঞতাৰ এই স্বীকৃতিয়েই হ'ল প্ৰকৃতপক্ষে জ্ঞানৰ অন্বেষণৰ আৰম্ভণি।

ছক্ৰেটিছে আনক প্ৰশ্ন কৰিছিল, কিন্তু তেওঁ নিজে প্ৰশ্নবোৰৰ উত্তৰ দিয়া নাছিল বা উত্তৰ জানে বুলিও তেওঁ দাবী কৰা নাছিল। এই কথাটোৱে বহুত মানুহক বিৰক্ত কৰিছিল। স্বাভাৱিকতেই

তেওঁলোকৰ মনত প্ৰশ্নৰ উদয় হৈছিল—'তুমি নিজেই যদি প্ৰশ্নবোৰৰ উত্তৰ নাজানা, তেন্তে আনক প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰিছা কিয়? তুমিতো জিজ্ঞাসুৰ দৰে নম্ৰ হৈ প্ৰশ্ন সোধা নাই; তুমি প্ৰশ্ন সুধিছা জেৰা কৰা উকিলৰ দৰে। প্ৰশ্নৰ উত্তৰ পোৱাটো বা পাই সন্তুষ্ট হোৱাটো তোমাৰ উদ্দেশ্য নহয়; তোমাৰ উদ্দেশ্য হ'ল আনক মূৰ্খ বুলি প্ৰমাণ কৰাটো।'

কিন্তু আনক মূৰ্খ বুলি প্ৰমাণ কৰাৰ উদ্দেশ্য ছক্ৰেটিছৰ একেবাৰেই নাছিল। তেওঁৰ উদ্দেশ্য আছিল প্ৰত্যেক মানুহৰ মনত যুক্তি-সহকাৰে চিন্তা কৰিব পৰাৰ যি শক্তি সুপ্ত হৈ থাকে তাক জাগ্ৰত কৰি তোলা। চিন্তা-শক্তি জাগ্ৰত হ'লে মানুহে নিজেই চিন্তা কৰিবলৈ আৰম্ভ কৰিব আৰু তেতিয়া তেওঁৰ সকলো প্ৰশ্নৰ উত্তৰ তেওঁৰ মনৰ ভিতৰৰ পৰাই ওলাব। ছক্ৰেটিছে নিজকে তুলনা কৰিছিল ধাত্ৰীৰ লগত। ধাত্ৰীয়ে নিজে গৰ্ভধাৰণ নকৰে বা সন্তান প্ৰসৱ নকৰে; কিন্তু তেওঁ আনৰ গৰ্ভৰ পৰা সন্তান বাহিৰ কৰি অনাৰ কামত সহায়কাৰিণীৰ ভূমিকা লয়। ঠিক সেইদৰে ছক্ৰেটিছে নিজে কোনো প্ৰশ্নৰ উত্তৰ নিদিয়ে; কিন্তু আনক উপৰ্যুপৰি প্ৰশ্ন কৰি কৰি তেওঁৰ মনৰ পৰা শুদ্ধ উত্তৰটো ওলাই অহাত সহায় কৰে। কথোপকথনৰ দ্বাৰা সত্যৰ সন্ধান কৰা এই পদ্ধতিটোৰ লগত ছক্ৰেটিছৰ নাম আজিলৈকে অবিচ্ছেদ্যভাৱে জড়িত হৈ আছে। এই পদ্ধতিৰ দ্বাৰা ছক্ৰেটিছে প্ৰমাণ কৰিছিল যে বেছিভাগ মানুহেই আচলতে অজ্ঞ; কিন্তু বেছিভাগ মানুহৰ মনতে সুপ্ত হৈ থাকে জ্ঞানাৰ্জনৰ প্ৰতিভা।

## (৮)

আগতে এবাৰ কৈ অহা হৈছে যে ক্ষুদ্ৰ ক্ষুদ্ৰ নগৰ-ৰাষ্ট্ৰৰ অধিবাসী প্ৰাচীন গ্ৰীকসকলে এখন নিৰ্দিষ্ট ঠাইত সমবেত হৈ তৰ্ক আৰু আলোচনাৰ দ্বাৰাই নগৰ-পৰিচালনাৰ নীতি ঠিক কৰিব লগা হৈছিল। সেই কাৰণে তেওঁলোকৰ সমাজত মুখৰ কথা তথাকথিত ভাষাৰ গুৰুত্ব আছিল অপৰিসীম। ছক্ৰেটিছেও কথা কেৱল মুখেৰে কৈছিল; সেইবোৰ তেওঁ কেতিয়াও লিপিবদ্ধ কৰা নাছিল। কেৱল সেয়েই নহয়, লিখিত শব্দক তেওঁ অৱজ্ঞাৰ দৃষ্টিৰে চাইছিল। এজন জীৱন্ত মানুহ আৰু তেওঁৰ প্ৰতিকৃতি দেখিবলৈ প্ৰায় একেই হ'ব পাৰে; কিন্তু মানুহজনৰ প্ৰতিকৃতিয়ে মানুহজনৰ নিচিনাকৈ আনৰ কোনো প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। ছক্ৰেটিছে লিখিত শব্দক তুলনা কৰিছিল ছবিৰ লগত—নীৰৱ আৰু প্ৰাণহীন। ছক্ৰেটিছে কথিত শব্দৰ সপক্ষে আৰু লিখিত শব্দৰ বিপক্ষে যিবোৰ যুক্তি আগবঢ়াইছিল সেইবোৰৰ সাৰবত্তা সম্পূৰ্ণৰূপে অস্বীকাৰ কৰিব নোৱাৰি সঁচা; কিন্তু লগতে এই কথাও সমানেই সত্য যে তেওঁৰ মন্ত্ৰশিষ্য প্লেটো আৰু জেনোফনে তেওঁৰ বাণী আৰু জীৱন-কাহিনী লিপিবদ্ধ কৰি থৈ নোযোৱা হ'লে আজি আঢ়ৈ হাজাৰ বছৰৰ পিছতো তেওঁক আমি ইমান জীৱন্ত ৰূপত নাপালোহেঁতেন। বিশেষকৈ ছক্ৰেটিছৰ বিচাৰ আৰু মৃত্যুৰ কাহিনী প্লেটোৱে লিখি থৈ গৈছে 'কবিতাতকৈ সুন্দৰতৰ গদ্যত' আৰু ছক্ৰেটিছ ঘাইকৈ অমৰ হৈ আছে প্লেটোৰ ৰচনাত।

ছক্ৰেটিছে যে সমগ্ৰ জীৱন ধৰি ইমানবোৰ কথা কৈছিল বা প্ৰশ্ন সুধিছিল সেইবোৰৰ মূল বক্তব্য কি আছিল?

এই প্ৰশ্নটোৰ উত্তৰ যদি মই দিব লগা হয়, তেন্তে উত্তৰটো লিখিবলৈ মোক কেইবাটাও পৃষ্ঠা লাগিব। থোৰতে লিখিব পৰাৰ জোখাৰে জ্ঞান বা বোধশক্তি মোৰ নাই। সেই কাৰণে এইখিনিতে মই জেইমছ কে. ফেইব্‌লমেন (James K. Feibleman) নামৰ এজন দাৰ্শনিকৰ ভাষা ধাৰ কৰিব খুজিছোঁ। তেওঁ লিখিছে—'ছক্ৰেটিছৰ কথা-বাৰ্তাবোৰ খুঁচৰি চালে তাৰ মাজত বিচাৰি পোৱা যায় মানুহৰ আচৰণৰ বিষয়ে চূড়ান্ত প্ৰশ্নটো। মানুহৰ চৰম লক্ষ্য কি? জীয়াই থকা সময়খিনিত ধন-সম্পত্তি ঘটি ধনী হোৱা? সবল চৰিত্ৰ গঢ়ি তোলা আৰু নানা সজগুণ আয়ত্ত কৰা? অথবা নিজৰ কৰ্মৰ দ্বাৰা পৃথিৱীখনক আগতকৈ উন্নত কৰি ভৱিষ্যতৰ মানুহৰ কাৰণে উত্তৰাধিকাৰ হিচাপে এৰি থৈ যোৱা? বেছিভাগ মানুহেই প্ৰথমটো কৰিবলৈ বিচাৰিব। ছক্ৰেটিছে দ্বিতীয় কামটো কৰিবলৈ ভাল পাইছিল। মোৰ নিজৰ পছন্দ তৃতীয়টো।'

## (৯)

ছক্ৰেটিছৰ জীৱনৰ কাহিনী কিছু সময়ৰ কাৰণে ইমানতে এৰি আমি এতিয়া তেওঁৰ মৃত্যুৰ প্ৰশ্নলৈ আহোঁ—কাৰণ ছক্ৰেটিছক ঘাইকৈ অমৰ কৰিছে তেওঁৰ মৃত্যুৱে। প্ৰাণী মাত্ৰেই মৰণশীল। জন্মিলে মৰিব লাগে—এইটো হ'ল প্ৰকৃতিৰ অমোঘ নিয়ম। কিন্তু ছক্ৰেটিছৰ নিচিনাকৈ ইমান মহৎভাৱে, সুন্দৰভাৱে মৃত্যুক বৰণ কৰাৰ উদাহৰণ ইতিহাসত পাবলৈ নাই। মৃত্যু-ভয় জয় কৰাৰ এটা প্ৰধান উপায় হ'ল ছক্ৰেটিছৰ মৃত্যু-দৃশ্যৰ বৰ্ণনা বাৰম্বাৰ পাঠ কৰা।

সেই সময়ত গ্ৰীচৰ দুখন শক্তিশালী ৰাজ্য আছিল স্পাৰ্টা আৰু এথেন্স। নিজৰ প্ৰাধান্য স্থাপনৰ উদ্দেশ্যে দুয়োখন ৰাজ্যৰ মাজত দীৰ্ঘকাল ধৰি যুদ্ধ চলিছিল। খ্ৰীঃপূঃ ৪৩১ চনৰ পৰা ৪০৪ চনলৈকে চলা এই দীঘলীয়া যুদ্ধখনক ইতিহাসত পেল'পনেছিয়ান যুদ্ধ নামেৰে জনা যায়। এথেন্সৰ হৈ ছক্ৰেটিছেও এই যুদ্ধত অংশগ্ৰহণ কৰি বীৰত্বৰ পৰিচয় দিছিল আৰু আলচিবিয়াডিছ নামৰ এজন সেনাপতিৰ প্ৰাণ-ৰক্ষা কৰিছিল। তাৰ ফলত সেনাপতিজনৰ লগত তেওঁৰ স্থায়ী বন্ধুত্বৰ সম্পৰ্ক গঢ়ি উঠিল; কিন্তু অৱশেষত সিয়েই হৈ উঠিল তেওঁৰ মৃত্যুৰো এটা প্ৰধান কাৰণ।

খ্ৰীঃপূঃ ৪০৪ চনত স্পাৰ্টাৰ হাতত এথেন্স পৰাজিত হ'ল। সেই সময়ত এথেন্সৰ শাসন-ব্যৱস্থা আছিল গণতান্ত্ৰিক। আনহাতে স্পাৰ্টাত চলিছিল অভিজাত-তন্ত্ৰ, অৰ্থাৎ কেইজনমান উচ্চ-বংশজাত বছা বছা মানুহৰ সামূহিক নেতৃত্বাধীন শাসন। পৰাজিত এথেন্সৰ কিছুমান মানুহে এনে এটা প্ৰচাৰ আৰম্ভ কৰিলে যে এথেন্সৰ গণতান্ত্ৰিক শাসন-ব্যৱস্থাই হ'ল এই পৰাজয়ৰ প্ৰধান কাৰণ। তেনেকুৱা কিছুমান মানুহে লগ লাগি এথেন্সৰ গণতান্ত্ৰিক বিধান সভাক ক্ষমতা-চ্যুত কৰি তাৰ ঠাইত প্ৰতিষ্ঠা কৰিলে ত্ৰিশজন শাসকৰ সামূহিক নেতৃত্বৰ অধীনত এক ধৰণৰ স্বৈৰাচাৰী শাসন। কিন্তু সেই শাসন এবছৰো স্থায়ী নহ'ল। গণতন্ত্ৰৰ সমৰ্থকসকলে তেওঁলোকৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। যুদ্ধত অভিজাত-তন্ত্ৰীসকলৰ নেতা ক্ৰিটিয়াছ নিহত হ'ল। এথেন্সত পুনৰ গণতান্ত্ৰিক শাসন প্ৰতিষ্ঠিত হ'ল।

নতুন শাসকসকলে স্থিৰ কৰিলে যে এথেন্সত গণতন্ত্ৰৰ বিৰুদ্ধে হোৱা এই ষড়যন্ত্ৰৰ কাৰণে কোনোবা নহয় কোনোবা এজন মানুহে শাস্তি পাবই লাগিব। শাস্তিৰ কাৰণে অৱশেষত যিজন মানুহ বাছনিত উঠিল তেওঁ হ'ল ছক্ৰেটিছ।

ছক্ৰেটিছে ইতিমধ্যেই এথেন্সৰ বহু মানুহক তেওঁৰ শত্ৰু কৰি তুলিছিল। বিশেষকৈ যিবোৰ মানুহক তেওঁ তৰ্ক-যুদ্ধত পৰাস্ত কৰিছিল আৰু অবিৰাম প্ৰশ্ন-বাণেৰে ক্ষত-বিক্ষত কৰিছিল, তেনেকুৱা বহুতো মানুহেই অপমানৰ পোতক তুলিবলৈ ছেগ বিচাৰি ফুৰিছিল। এথেন্সৰ ৰাজনৈতিক সংঘাত আৰু অস্থিৰতাই তেওঁলোকলৈ সেই সুযোগ আনি দিলে। তেওঁলোকে এতিয়া ছক্ৰেটিছৰ বিৰুদ্ধে তীব্ৰ প্ৰচাৰ-অভিযান আৰম্ভ কৰিলে ঃ অভিজাত-তন্ত্ৰীসকলৰ নেতা ক্ৰিটিয়াছ ছক্ৰেটিছৰ প্ৰিয় শিষ্য নাছিল জানো? সেইটো দলৰ আন এজন প্ৰধান নেতা আলচিবিয়াডিছ ছক্ৰেটিছৰ অতি ঘনিষ্ঠ বন্ধু নহয় জানো? ছক্ৰেটিছৰ বন্ধু, শিষ্য আৰু অনুগামীসকলৰ ভিতৰত বেছিভাগ মানুহেই এথেন্সৰ ধনী আৰু অভিজাত পৰিয়ালবোৰৰ সন্তান নহয় জানো?

এই আটাইবোৰ কথাই সঁচা আছিল; কিন্তু লগতে এই কথাও সঁচা আছিল যে অভিজাত-তন্ত্ৰী ক্ৰিটিয়াছ বা তেওঁৰ অনুগামীসকলৰ লগতো ছক্ৰেটিছৰ সম্পৰ্ক খুব মিহি নাছিল। যুক্তিবাদী সত্য-সন্ধানী ছক্ৰেটিছে ক্ৰিটিয়াছৰ সকলো কথা মানি ল'ব পৰা নাছিল। কিন্তু ছক্ৰেটিছৰ শত্ৰুসকলৰ চিঞৰ-বাখৰত এইবোৰ কথা তল পৰিল। তেওঁৰ বিৰুদ্ধে আনুষ্ঠানিকভাৱে এই বুলি অভিযোগ উত্থাপন কৰা হ'ল যে তেওঁ গ্ৰীক সমাজৰ দ্বাৰা অনুমোদিত দেৱতাসকলক পূজা নকৰি সমাজৰ বিৰুদ্ধাচৰণ কৰিছে আৰু ভুল শিক্ষা দি ডেকাসকলৰ মন কলুষিত কৰিছে। এই অভিযোগৰ বিচাৰৰ কাৰণে তেওঁক বিচাৰক-মণ্ডলীৰ সমুখত হাজিৰ কৰোৱা হ'ল।

বিচাৰক-মণ্ডলীৰ সদস্য-সংখ্যা আছিল পাঁচশ। আজিকালিৰ ভাষাত চৰকাৰী পক্ষৰ উকিল নিযুক্ত কৰা হ'ল মিলেটাছ নামৰ এজন মানুহক। মিলেটাছে ছক্ৰেটিছৰ বিৰুদ্ধে উত্থাপিত অভিযোগবোৰৰ সপক্ষে যুক্তি প্ৰদৰ্শন কৰি অৱশেষত তেওঁৰ প্ৰাণদণ্ড দাবী কৰিলে। এইবাৰ আৰম্ভ হ'ল বিচাৰক-মণ্ডলীৰ নিজৰ মাজত তৰ্ক-বিতৰ্ক আৰু আলোচনা। ছক্ৰেটিছক শাস্তি দিয়াৰ প্ৰশ্নত তেওঁলোক একমত হ'ব নোৱাৰিলে। প্ৰাণদণ্ডৰ সপক্ষে ৰায় দিলে ২৮০ জনে; বিপক্ষে দিলে ২২০ জনে। সেই সময়ত গ্ৰীচত ফাঁচী দিয়াৰ নিয়ম নাছিল। হেমলক নামৰ এবিধ কালান্তক বিষ খুৱাই দণ্ডিত ব্যক্তিৰ প্ৰাণনাশ কৰা হৈছিল। সংখ্যাগৰিষ্ঠ ভোটৰ দ্বাৰাই বিচাৰক-মণ্ডলীয়ে ছক্ৰেটিছক হেমলক পান কৰিবলৈ নিৰ্দেশ দিলে।

কিন্তু জনমতৰ হেঁচাত ছক্ৰেটিছক প্ৰাণদণ্ড দিবলৈ বাধ্য হৈ বিচাৰকসকল খুব সুখী হোৱা নাছিল। ছক্ৰেটিছে ক্ষমা খুজিলেই তেওঁক চৰম শাস্তিৰ পৰা ৰেহাই দিবলৈ তেওঁলোক মনে মনে প্ৰস্তুত হৈ আছিল। তদুপৰি এথেন্সৰ সেই সময়ৰ প্ৰচলিত আইন অনুযায়ী দণ্ডিত ব্যক্তিজনে প্ৰাণদণ্ডৰ বিকল্প হিচাপে দেশান্তৰ বা শকত পৰিমাণৰ ধনৰ জৰিমনা আদি যিকোনো এটা শাস্তি বিচাৰি বিচাৰক-মণ্ডলীৰ ওচৰত আবেদন কৰিব পাৰিছিল। প্ৰাণদণ্ডৰ ৰায় ঘোষিত হোৱাৰ পিছত ছক্ৰেটিছ থিয় হ'ল তেওঁৰ বক্তব্য দাঙি ধৰিবলৈ। দৰ্শক-মণ্ডলীৰ মাজত বহি থকা তেওঁৰ বন্ধু আৰু শিষ্যসকলৰ মনত অলপ আশাৰ সঞ্চাৰ হ'ল—ছক্ৰেটিছে ক্ষমা নুখুজিলেও নিশ্চয় এটা বিকল্প শাস্তি বিচাৰিব—যাৰ ফলত অন্ততঃ তেওঁৰ প্ৰাণটো ৰক্ষা পৰিব।

কিন্তু ছক্ৰেটিছে কথা ক'বলৈ আৰম্ভ কৰিয়েই দাবী কৰিলে যে শাস্তি দিয়াৰ পৰিৱৰ্তে বিচাৰক-মণ্ডলীয়ে তেওঁক পুৰস্কাৰ দিয়াহে উচিত। এথেন্সৰ ডেকাসকলক সু-শিক্ষা দি তেওঁ সমাজৰ যি হিত সাধন কৰিছে তাৰ পুৰস্কাৰ স্বৰূপে বিচাৰক-মণ্ডলীয়ে তেওঁক এটা বাৰ্ষিক বেতন দিয়াৰ সিদ্ধান্ত ঘোষণা কৰা উচিত। তেওঁ দ্ব্যৰ্থহীন ভাষাৰে এই বুলিও ঘোষণা কৰিলে যে চৰম শাস্তিৰ পৰা

নিস্তাৰ পালেও তেওঁৰ দৃষ্টিভঙ্গী বা জীৱন-ধাৰাৰ বিন্দুমাত্ৰ সলনি নহ'ব; গোটেই জীৱন ধৰি তেওঁ মানুহক যিবোৰ শিক্ষা দি আহিছে আৰু যিবোৰ প্ৰশ্নৰ সম্মুখীন কৰাই আহিছে, সেই একেটা কামকে বাকী গোটেই জীৱন ধৰি তেওঁ কৰি থাকিব।

ছক্ৰেটিছৰ কথা শুনি তেওঁৰ শিষ্য আৰু গুণগ্ৰাহীসকলৰ মুৰত স্বৰগ ভাগি পৰিল। ইয়াৰ পিছত আৰু ছক্ৰেটিছৰ প্ৰাণ-ৰক্ষাৰ কোনো উপায়েই বাকী নাথাকিল! ছক্ৰেটিছে নিজেও সেই কথা খুব ভালকৈ জানিছিল। কিন্তু তেওঁৰ মনত নাছিল বিন্দুমাত্ৰ মৃত্যু-ভয়। যিজন মানুহে নিজৰ জীৱনটো যাপন কৰিছিল যুক্তিৰ দ্বাৰা পৰিচালিত হৈ, তেওঁ মৃত্যুকো গ্ৰহণ কৰিব জানিছিল যুক্তি-সহকাৰে। মৃত্যু অনিবাৰ্য বুলি জানিয়েই তেওঁ বিচাৰক-মণ্ডলীৰ ওচৰত এটা শেষ আবেদন জনালে। তেওঁ ক'লে—'আপোনাসকলৰ ওচৰত মোৰ এটা মাত্ৰ শেষ অনুৰোধ আছে। আপোনালোকে যেন মোৰ পুত্ৰকেইজনৰ সু-শিক্ষাৰ ব্যৱস্থা কৰে। সিহঁতে যদি চৰিত্ৰ-গঠনতকৈ ধন-সম্পত্তি ঘটাৰ ওপৰত বেছি গুৰুত্ব দিয়ে বা একো নাজানিও বহুত কথা জনাৰ ভাও ধৰি ওফাইডাং মাৰি ঘূৰি ফুৰে, তেন্তে আপোনালোকে সিহঁতক কঠোৰ শাস্তি দিয়াৰ ব্যৱস্থা কৰিব লাগিব। এইটোৱেই আপোনালোকৰ ওচৰত মোৰ শেষ অনুৰোধ।'

একমাত্ৰ ছক্ৰেটিছৰ বাহিৰে আন কোনো পিতৃৰ মুখৰ পৰা এনে কথা ওলোৱাৰ উদাহৰণ আমি ইতিহাসত পঢ়ি পোৱা নাই।

অৱশেষত ছক্ৰেটিছক কাৰাগাৰলৈ পঠোৱা হ'ল। তেওঁ ইচ্ছা কৰিলে কাৰাগাৰৰ পৰা পলায়ন কৰি নিজৰ প্ৰাণ-ৰক্ষা কৰিব পাৰিলেহেঁতেন, কাৰণ তেওঁৰ বন্ধুসকলে কাৰাগাৰৰ ৰক্ষীসকলক উৎকোচ দি তাৰ ব্যৱস্থা কৰি ৰাখিছিল। কিন্তু ছক্ৰেটিছে তেনে প্ৰস্তাৱ কাণতেই নুতুলিলে। প্ৰফুল্লচিত্তে তেওঁ মৃত্যুৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে।

## (১০)

ছক্ৰেটিছৰ জীৱনৰ শেষ দিনটোৰ বৰ্ণনা কৰি প্লেটোৱে লিখি থৈ গৈছে—

"শোক-বিহ্বল বন্ধুসকলক ছক্ৰেটিছে ক'লে—'তোমালোকে মিছাতে কিয় দুখ কৰিছা? মোৰ মৃত্যুৰ পিছত তোমালোকে মোৰ শৰীৰটোহে মাটিত পুতি পেলাবা; কিন্তু মোৰ অমৰ আত্মাৰ কোনেও একো হানি-বিঘিনি কৰিব নোৱাৰে।' এই বুলি কৈ তেওঁ আমাক অপেক্ষা কৰিবলৈ ক'লে, আৰু ক্ৰিটোক লগত লৈ স্নানাগাৰলৈ গ'ল। আমি কথা পাতি পাতি আৰু আমাৰ জীৱনৰ পৰমতম বেদনা অনুভৱ কৰি কৰি তেওঁ ঘূৰি অহালৈ অপেক্ষা কৰিবলৈ ধৰিলো। তেওঁ আমাৰ কাৰণে আছিল পিতৃ-তুল্য। অলপ সময়ৰ পিছতে আৰম্ভ হ'ব তেওঁৰ লগত আমাৰ চিৰ-বিচ্ছেদ; বাকী গোটেই জীৱন আমি অতিবাহিত কৰিব লাগিব পিতৃহীন অনাথৰ দৰে। তেওঁ স্নানাগাৰত থাকোঁতেই সূৰ্য অস্ত যোৱাৰ সময় হ'ল। তেওঁ স্নানাগাৰৰ পৰা ওলাই আহি আকৌ আমাৰ ওচৰতে বহিল; কিন্তু কাৰো মুখৰ পৰা বেছি কথা নোলাল। কিছু সময়ৰ পিছত কাৰাধ্যক্ষজন সোমাই আহি ছক্ৰেটিছৰ সমুখত থিয় হৈ ক'লে—'ছক্ৰেটিছ, আজিলৈকে এই ঠাইলৈ যিমানবোৰ মানুহ আহিছে সেই সকলোবোৰৰ ভিতৰত

আপুনিয়েই আটাইতকৈ ভদ্ৰ, সৎ আৰু মহৎ মানুহ। ইয়ালৈ অহা আন বহুতো মানুহক মই যেতিয়া হেমলক খাবলৈ অনুৰোধ কৰোঁ, তেতিয়া তেওঁলোকে খণ্ডত একোনাই হৈ মোক গালি-শপনি পাৰে, অভিশাপ দিয়ে; কিন্তু কৰ্তৃপক্ষৰ প্ৰতি বাধ্যতাবশতঃ মই সেই বিষয়ে একো ওজৰ-আপত্তি কৰিব নোখোজোঁ। কিন্তু মই নিশ্চিত যে আপুনি কেতিয়াও মোক তেনেকৈ খং নকৰে। আপুনি এই কথা নিশ্চয় জানে যে আপোনাক হেমলক খাবলৈ দিয়াৰ কাৰণে মই জগৰীয়া নহয়; তাৰ দায়িত্ব আনৰহে। এতিয়া মই আপোনাৰ পৰা বিদায় ল'ব খোজোঁ। যিটো অনিবাৰ্য আৰু অৱশ্যম্ভাৱী সেইটোক প্ৰশান্তচিত্তে গ্ৰহণ কৰিবলৈ চেষ্টা কৰিব। মোৰ দায়িত্ব কি সেই কথা আপুনি ভালদৰে জানেই।'

ছক্ৰেটিছে কাৰাধ্যক্ষজনৰ মুখৰ ফালে চাই ক'লে—'আপোনাৰ শুভেচ্ছাৰ প্ৰতিদানত ময়ো আপোনাক শুভেচ্ছা জনাইছোঁ। আপুনি নিশ্চিন্ত হৈ থাকক যে আপুনি যি কৰিবলৈ কৈছে মই ঠিক তাকেই কৰিম।'

তাৰ পিছত আমাৰ ফালে ঘূৰি চাই তেওঁ ক'লে—'মানুহজনৰ কথা-বাৰ্তা আৰু আচৰণ কিমান মোহনীয় দেখিলানে? মই কাৰাগাৰলৈ অহাৰ দিন ধৰি তেওঁ মোক দেখা কৰিবলৈ আহি আছে। .... আৰু এতিয়া কেনেকৈ হিয়া উজাৰ কৰি তেওঁ মোৰ কাৰণে দুখ প্ৰকাশ কৰিলে! কিন্তু ক্ৰিটো, তেওঁ কোৱা মতেই আমি সকলো কাম কৰিব লাগিব। যদি হেমলকখিনি খাবৰ কাৰণে সাজু কৰা কাম সম্পূৰ্ণ হৈছে, তেন্তে হেমলকৰ বাটিটো লৈ আহিবলৈ কোৱা। যদি হোৱা নাই, তেন্তে আলধৰা মানুহজনক হেমলকখিনি তৈয়াৰ কৰিবলৈ কোৱা।'

ক্ৰিটোৱে ক'লে—'কিন্তু সূৰ্য এতিয়াও অস্ত যোৱা নাই। বহুত মানুহে হেমলক খাবলৈ বহুত সময় লয়। জাননী পোৱাৰ পিছতো তেওঁলোকে পান-ভোজন আৰু অন্যান্য আমোদ কৰে; তাৰ পিছতহে ধীৰে-সুস্থিৰে হেমলক খায়। আপুনি হেমলক খাবলৈ এতিয়াও বহুত সময় আছে। লৰালৰি কৰাৰ একো সকাম নাই।'

ছক্ৰেটিছে ক'লে—'তুমি ঠিক কথাই কৈছা, ক্ৰিটো। তুমি যিসকল মানুহৰ কথা কৈছা তেওঁলোকে হেমলক খাওঁতে দেৰি কৰাৰ যুক্তি আছে, কাৰণ তেওঁলোকে ভাবে যে দেৰি কৰাৰ ফলত তেওঁলোকৰ কিবা লাভ হ'ব। কিন্তু দেৰি নকৰিবলৈ মোৰো যুক্তি আছে, কাৰণ এতিয়াই হেমলক নাখাই অলপ পিছত খালে মোৰ কিবা লাভ হ'ব বুলি মই নাভাবোঁ। হেমলক খোৱাত দেৰি কৰি মই মাত্ৰ তেনে এটা জীৱনৰ আয়ুস কেইমুহূৰ্তমানৰ কাৰণে দীঘলীয়া কৰিব পাৰোঁ—যিটো জীৱনৰ ইতিমধ্যেই সামৰণি পৰিছে। তাকে কৰি মই মোক নিজৰ চকুতেই কেৱল হাঁহিয়াতৰ পাত্ৰ কৰিব পাৰোঁ। সেই কাৰণে তোমালোকে মোক এতিয়া হকা-বধা নকৰি মই যি কৰিবলৈ কৈছোঁ তাকে কৰা।'

ছক্ৰেটিছৰ কথা শুনাৰ পিছত ক্ৰিটোৱে তেওঁৰ লগুৱাজনক কিবা এটা ইঙ্গিত দিলে। লগুৱাজনে ভিতৰলৈ সোমাই গৈ অলপ সময়ৰ পিছতে কাৰাধ্যক্ষজনক লগত লৈ আকৌ ঘূৰি আহিল। কাৰাধ্যক্ষজনৰ হাতত এটা বিষপাত্ৰ। ছক্ৰেটিছে ক'লে—'কাৰাধ্যক্ষ মহোদয়, এই বিষয়ত আপুনি ইতিমধ্যে যথেষ্ট অভিজ্ঞতা অৰ্জন কৰিছে। গতিকে মই হেমলক কেনেকৈ খাব লাগে আৰু তাৰ পিছত কি কৰিব লাগে সেই বিষয়ে মোক দিহা-বুদ্ধি দিয়ক।' কাৰাধ্যক্ষজনে ক'লে—'হেমলক খোৱাৰ পিছত আপুনি কোঠাটোত পাইচাৰি কৰি থাকিব লাগিব। ভৰি দুখন গধুৰ হৈ খোজ কাঢ়িব নোৱৰা হ'লেই আপুনি বিছনাত শুই পৰিব। তেতিয়া বিষে কাম কৰিবলৈ আৰম্ভ কৰিব।' কথাখিনি কৈ থাকোঁতেই তেওঁ ছক্ৰেটিছলৈ হেমলকৰ বাটিটো আগবঢ়াই দিলে। ছক্ৰেটিছে অতি সহজ আৰু শান্তভাৱে, মুখত ভয়ৰ বিন্দুমাত্ৰ চিন প্ৰকাশ নকৰি আৰু বৰণ সলনি নকৰি, কাৰাধ্যক্ষজনৰ চকুলৈ পৰিপূৰ্ণ দৃষ্টিৰে চাই,

বাটিটো হাত পাতি লৈ ক'লে—'মই যদি অলপমান বিষ যিকোনো এজন দেৱতালৈ নৈবেদ্য হিচাপে আগবঢ়াওঁ, তাত আপোনাৰ কিবা আপত্তি হ'ব নেকি?' কাৰাধ্যক্ষজনে ক'লে—'যিমানখিনি হেমলক আপুনি খোৱাটো দৰকাৰ ঠিক সিমানখিনি হেমলকহে আমি তৈয়াৰ কৰোঁ।' ছক্রেটিছে ক'লে—'আপুনি কি ক'ব খুজিছে সেই কথা মই বুজি পাইছোঁ। তথাপি ইহলোকৰ পৰা পৰলোকলৈ মোৰ ভ্ৰমণ যাতে বিঘ্নহীন হয় সেই উদ্দেশ্যে মই দেৱতাক প্ৰাৰ্থনা কৰিছোঁ আৰু আশা কৰিছোঁ যে দেৱতাই মোৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিব।' এই বুলি কৈ তেওঁ হেমলকৰ বাটিটো ওঁঠৰ ওচৰলৈ নি বিন্দুমাত্ৰ দ্বিধা নকৰি আৰু হাঁহি হাঁহি বিষখিনি খাবলৈ ধৰিলে।

ইমানপৰে আমি আটাইবোৰে আমাৰ শোক দমন কৰি আছিলো কিন্তু যেইমাত্ৰ তেওঁ বিষ খাবলৈ আৰম্ভ কৰিলে আৰু প্ৰায় একে শোহাই সেইখিনি শেষ কৰিলে, তেতিয়া আমি আৰু নিজকে সংযত কৰিব নোৱাৰিলো। মোৰ চকুৰ পৰা চৌ চৌকৈ চকুপানী ওলাবলৈ ধৰিলে। মই মুখখন ঢাকি লৈ নীৰৱে কান্দিবলৈ ধৰিলো। মই আচলতে তেওঁৰ কথা ভাবি কন্দা নাছিলো; তেওঁৰ অবিহনে মোৰ কি গতি হ'ব বেছিকৈ সেই কথা ভাবিহে মোৰ বুকুত কান্দোন উথলি উঠিছিল। কান্দিবলৈ আৰম্ভ কৰা প্ৰথম মানুহজন কেৱল ময়েই নাছিলো। ক্ৰিটোৱেও নিজৰ চকুপানী সামৰিব নোৱাৰি অলপ দূৰলৈ আঁতৰি গ'ল। মই তেওঁৰ পিছ ল'লো। ঠিক সেই মুহূৰ্তত এপল'ড'ৰাছে হাও হাওকৈ কান্দিবলৈ আৰম্ভ কৰি আমাৰ সকলোৰে সংযমৰ বান্ধ ভাঙি দিলে। শান্ত আৰু ধীৰ-স্থিৰ হৈ থাকিল কেৱল ছক্রেটিছ। 'তোমালোকে এনেকৈ হুৱা-দুৱা লগাইছা কিয়?'—তেওঁ ক'লে—'মই মহিলাসকলক ইয়াৰ পৰা আঁতৰাই পঠাইছিলো কেৱল এই আশাত যে তেওঁলোকে যেন কন্দা-কটা কৰি ইয়াত অশান্তিৰ সৃষ্টি কৰিব নোৱাৰে, কাৰণ মই শুনিছিলো যে পুৰুষে শান্তিত মৃত্যুবৰণ কৰা উচিত। তোমালোক শান্ত হোৱা আৰু ধৈৰ্য ধৰা।' ছক্রেটিছৰ কথা শুনি আমি লজ্জিত হ'লো আৰু চকুপানী ওলোৱাত বাধা দিলো। তেওঁ কোঠাটোত পাইচাৰি কৰিবলৈ আৰম্ভ কৰিলে। এসময়ত তেওঁৰ ভৰিদুখন গধুৰ হৈ খোজ কাঢ়িব নোৱৰা হ'ল। তেতিয়া তেওঁ ওপৰলৈ মুখ কৰি বিছনাত শুই পৰিল। কাৰাধ্যক্ষজনে ছক্রেটিছৰ ভৰিদুখন লক্ষ্য কৰিবলৈ ধৰিলে। কিছু সময়ৰ পিছত তেওঁ ছক্রেটিছৰ ভৰিৰ পতাত জোৰকৈ হেঁচা এটা মাৰি সুধিলে—'আপুনি মোৰ হাতৰ স্পৰ্শ অনুভৱ কৰিব পাৰিছেনে?' 'নাই পৰা'—ছক্রেটিছে উত্তৰ দিলে। তেতিয়া কাৰাধ্যক্ষজনৰ হাতখন ছক্রেটিছৰ ভৰিৰ পতাৰ পৰা ক্ৰমান্বয়ে কঁকালৰ ফাললৈ উজাই আহিল। তেওঁ আমাক ক'লে যে ছক্রেটিছৰ গাটো এফালৰ পৰা শীতল আৰু ঠৰঙা হৈ আহিছে। ছক্রেটিছে নিজেও সেই কথা অনুভৱ কৰি আমাক ক'লে—'বিষক্ৰিয়াই যেতিয়া হৃৎপিণ্ড স্পৰ্শ কৰিব তেতিয়াই সকলো শেষ হ'ব।' ছক্রেটিছৰ গাটো যেতিয়া কৰঙণৰ চুক পৰ্যন্ত নিথৰ আৰু শীতল হ'ল তেওঁ তেতিয়া মুখ ঢাকি থোৱা কাপোৰখন গুচাই ক'লে—'ক্ৰিটো, মই এছক্লিপোছিয়াছৰ পৰা এটা কুকুৰা ধাৰলৈ আনিছিলো; তেওঁৰ প্ৰাপ্য ধনখিনি পৰিশোধ কৰিবলৈ তুমি নাপাহৰিবা।' সেইকেইটাই আছিল তেওঁৰ মুখৰ পৰা ওলোৱা শেষ কথা। ক্ৰিটোৱে ক'লে—'ধাৰ পৰিশোধ কৰা হ'ব। আৰু কিবা কথা আছেনে?' এই প্ৰশ্নৰ কোনো উত্তৰ পোৱা নগ'ল। কেইমুহূৰ্তমানৰ পিছত ছক্রেটিছৰ গাটোৱে সামান্য লৰচৰ কৰাৰ নিচিনা শব্দ শুনা গ'ল। লগুৱাজনে তেওঁৰ গাৰ কাপোৰখন গুচাই দিলে। ছক্রেটিছৰ চকু দুটা স্থিৰ হৈ আছে। ক্ৰিটোৱে তেওঁৰ চকু দুটা আৰু মুখখন জপাই দিলে।

যিজন মানুহক মই আটাইতকৈ জ্ঞানী, ন্যায়পৰায়ণ আৰু পুৰুষোত্তম বুলি ভাবোঁ তেওঁৰ জীৱনৰ এনেকৈয়ে সমাৰণি পৰিল।"

ছক্রেটিছৰ পাৰ্থিৱ জীৱনৰ সামৰণি পৰিল হয়, কিন্তু তেওঁৰ আচল জীৱন আৰম্ভ হ'ল তেওঁৰ মৃত্যুৰ মুহূৰ্তৰ পৰাহে। ছক্রেটিছক দর্শনৰ প্ৰথম ছহিদ বুলি কোৱা হয়। ছহিদ হ'ল এনে এজন মানুহ—যিজনে নিজৰ বিশ্বাস আৰু আদর্শৰ কাৰণে হেলাৰঙে মৃত্যুবৰণ কৰে। যুগ যুগ ধৰি পৃথিৱীৰ বহু মানুহে এনেকৈ মৃত্যুবৰণ কৰি আহিছে। সেইসকলৰ ভিতৰত নিজৰ দাৰ্শনিক-বিশ্বাসৰ কাৰণে মৃত্যুবৰণ কৰা প্ৰথম মানুহজন আছিল ছক্রেটিছ। আচলতে ছক্রেটিছৰ মৃত্যুৱেহে তেওঁক অমৰ কৰিলে। ছক্রেটিছৰ মৃত্যুৰ তাৎপর্য ব্যাখ্যা কৰি জষ্টেইন গাৰ্ডাৰ নামৰ এজন ডেনিছ দার্শনিকে তেওঁৰ 'ছফিৰ জগৎ' নামৰ বিখ্যাত কিতাপত লিখিছে—'ছক্রেটিছে হেমলক নামৰ কালান্তক বিষ পান কৰি তেওঁৰ বন্ধুসকলৰ উপস্থিতিত শেষ নিশ্বাস ত্যাগ কৰিলে। কিন্তু ছফি, কিয়? কিয় ছক্রেটিছে এনেকৈ মৰিব লগা হ'ল? যোৱা ২৪০০ বছৰ ধৰি মানুহে এই প্রশ্নটো সুধি আছে। অৱশ্যে ছক্রেটিছেই নিজৰ বিশ্বাসৰ কাৰণে স্বেচ্ছাই মৃত্যুবৰণ কৰা একমাত্র মানুহ নহয়। আন বহুত মানুহেই তেনেকৈ মৃত্যুবৰণ কৰিছে। উদাহৰণ স্বৰূপে যীশুখ্রীষ্টৰ কথা উল্লেখ কৰিব পাৰি। ছক্রেটিছ আৰু যীশুখ্রীষ্ট দুয়োজনেই আছিল ৰহস্যময় মানুহ। তেওঁলোকৰ সমসাময়িক মানুহবোৰেও তেওঁলোকক ভালকৈ বুজিব নোৱাৰিছিল। তেওঁলোকৰ কোনো এজনেই নিজৰ শিকনিবোৰ লিখি থৈ যোৱা নাছিল। গতিকে তেওঁলোকৰ বিষয়ে জানিবলৈ আমি তেওঁলোকৰ শিষ্যসকলৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয়। অৱশ্যে এটা কথা আমি খুব ভালকৈ জানো যে তেওঁলোক দুয়োজনেই কথা কোৱাত ওস্তাদ আছিল। তেওঁলোকে কথা কৈছিল গভীৰ আত্মবিশ্বাস সহকাৰে; তেওঁলোকৰ কথাই কাৰোবাক কৰিছিল মুগ্ধ, আন কাৰোবাক কৰিছিল ক্রুদ্ধ। তদুপৰি তেওঁলোক দুয়োজনেই এই কথা বিশ্বাস কৰিছিল যে তেওঁলোকৰ কথাবোৰ তেওঁলোকৰ নিজৰ কথা নাছিল; এটা স্বৰ্গীয় শক্তিয়েহে তেওঁলোকৰ মুখেদি সেই কথাবোৰ কোৱাইছিল। তেওঁলোকে সকলো প্ৰকাৰৰ অন্যায়-অবিচাৰ আৰু দুৰ্নীতিৰ সমালোচনা কৰিছিল, আৰু তাকে কৰি সমাজৰ শক্তিক প্ৰত্যাহ্বান জনাইছিল। অৱশেষত তেওঁলোকৰ কথা আৰু কামেই হ'ল তেওঁলোকৰ মৃত্যুৰ কাৰণ।

ছক্রেটিছ আৰু যীশুখ্রীষ্টৰ বিচাৰৰ মাজত যথেষ্ট সাদৃশ্য দেখিবলৈ পোৱা যায়। দয়া ভিক্ষা কৰি দুয়োজনেই নিজৰ প্ৰাণ-ৰক্ষা কৰিব পাৰিলেহেঁতেন; কিন্তু দুয়োজনেই অনুভৱ কৰিছিল যে যিটো বিশেষ ব্ৰত বা উদ্দেশ্য লৈ তেওঁলোক এই পৃথিৱীলৈ আহিছে, সেইটোত নিজৰ সম্পূৰ্ণ আস্থা থকাৰ কথা প্ৰমাণ কৰিবলৈ হ'লে তেওঁলোকে মৃত্যুক ভয় কৰিলে নচলিব। নিজৰ বিশ্বাসৰ কাৰণে তেওঁলোক দুয়োজনেই মৃত্যুক সাহসেৰে বৰণ কৰিব পাৰিলে কাৰণেহে আজিও পৃথিৱীৰ অগণন মানুহে তেওঁলোকক পূজা কৰে। মই ক'ব খোজা নাই যে ছক্রেটিছ আৰু যীশুখ্রীষ্ট একেধৰণৰ মানুহ আছিল। মই কেৱল এই কথাটোহে আঙুলিয়াই দিব খুজিছোঁ যে তেওঁলোকে জগতলৈ যি বাণী এৰি থৈ গৈছে সেই বাণীৰ লগত তেওঁলোকৰ ব্যক্তিগত সাহসৰ এৰাব নোৱৰা সম্পৰ্ক আছে।'

আগৰ অধ্যায়ত কোৱা হ'ল যে ছক্ৰেটিছ আছিল দৰ্শনৰ প্ৰথমজন ছহিদ। কিন্তু দৰ্শন বুলি ক'লে আমি কি বুজোঁ? অৰ্থাৎ দৰ্শন শব্দটোৰ অৰ্থ বা সংজ্ঞা কি? এই বিষয়বোৰ কঠিন বুলি পিছত শিকিবলৈ এফলীয়াকৈ নথৈ জীৱনৰ আগ বয়সতে সেইবোৰৰ বিষয়ে এটা মোটামুটি ধাৰণা কৰি ল'ব পাৰিলে গোটেই জীৱন ধৰি জ্ঞানৰ চৰ্চা কৰিবলৈ সহজ হয়।

'দৰ্শন' শব্দটোক আমি প্ৰাচীন গ্ৰীকসকলে ব্যৱহাৰ কৰা অৰ্থত বুজিবলৈ চেষ্টা কৰাটো ভাল হ'ব, কাৰণ ছক্ৰেটিছৰ প্ৰসঙ্গতহে আমি এই শব্দটোক বিশেষভাৱে স্মৰণ কৰিছোঁ। দৰ্শনৰ ইংৰাজী প্ৰতিশব্দ হ'ল ফিলছফি (Philosophy)। শব্দটো আহিছে গ্ৰীক শব্দ ফিল'-ছফোজ (philosophos)ৰ পৰা। গ্ৰীক ভাষাত ফিল'-ছফোজ শব্দটোৰ অৰ্থ হ'ল জ্ঞানৰ প্ৰেমিক, অৰ্থাৎ জ্ঞান ভাল পোৱা মানুহ। খ্ৰীষ্টপূৰ্ব পঞ্চম শতিকামানৰ পৰাই গ্ৰীচদেশৰ যিসকল পণ্ডিতে প্ৰকৃতিৰ ৰহস্য আৰু মানৱ-জীৱনৰ অৰ্থ বুজিবলৈ চিন্তা-চৰ্চা কৰিছিল সেই সকলোবোৰ মানুহকে কোৱা হৈছিল ফিল'-ছফোজ, অৰ্থাৎ জ্ঞানৰ প্ৰেমিক। ছক্ৰেটিছ এই অৰ্থত আছিল দাৰ্শনিক, অৰ্থাৎ জ্ঞানৰ প্ৰেমিক।

আজিকালি যিসকল পণ্ডিতে বিশ্ব-প্ৰকৃতি তথা পৰিদৃশ্যমান জগতখনৰ ৰহস্য বুজিবলৈ চেষ্টা কৰে তেওঁলোকক কোৱা হয় বৈজ্ঞানিক। আনহাতে যিসকল পণ্ডিতে জ্ঞানৰ লগত মানৱ জীৱনৰ সম্পৰ্ক আৰু উচিত-অনুচিতৰ বিচাৰ কৰিবলৈ চেষ্টা কৰে তেওঁলোকক কোৱা হয় দাৰ্শনিক। কিন্তু প্ৰাচীন গ্ৰীচত এই দুই শ্ৰেণীৰ পণ্ডিতকে একেটা নামেৰেই জনা গৈছিল। তেওঁলোক সকলোৱেই আছিল দাৰ্শনিক। আজিৰ পৰা এশমান বছৰৰ আগলৈকে ইউৰোপত 'বিজ্ঞান আৰু প্ৰাকৃতিক দৰ্শন আছিল সমাৰ্থক। তাৰ কাৰণ আছিল এইটোৱেই যে ইউৰোপৰ সমস্ত দৰ্শন আৰু বিজ্ঞান ওলাইছে প্ৰাচীন গ্ৰীচৰ দৰ্শন-চৰ্চাৰ পৰা।

গ্ৰীক দাৰ্শনিকসকলৰ ভিতৰত তিনিজন আটাইতকৈ বিখ্যাত। তেওঁলোক হ'ল ছক্ৰেটিছ, প্লেটো আৰু এৰিষ্টটল। ছক্ৰেটিছৰ শিষ্য আছিল প্লেটো আৰু প্লেটোৰ শিষ্য আছিল এৰিষ্টটল। তেওঁলোক তিনিওজনেই ইমান বেছি বিখ্যাত আৰু পৰস্পৰৰ লগত সম্পৰ্কিত যে তিনিওজনৰ নাম সদায় একেলগে ল'ব লগা হয়। পৃথিৱীৰ আন কোনো দাৰ্শনিক গুৰু-শিষ্যৰ বিষয়ে এনে কথা ক'ব নোৱাৰি। অসমীয়া ভাষাতো 'ছক্ৰেটিছ-প্লেটো-এৰিষ্টটল' নামৰ এখন কিতাপ আছে। কিতাপখন লিখিছিল শৰৎচন্দ্ৰ গোস্বামী নামৰ এজন দৰ্শনৰ শিক্ষকে।

এই তিনিজন বিখ্যাত গ্ৰীক দাৰ্শনিকৰ ভিতৰত প্লেটো আৰু এৰিষ্টটলে কেইবাখনো কিতাপ ৰচনা কৰিছিল। সেই বিষয়ে যথাস্থানত অলপ বহলাই কোৱা হ'ব। কিন্তু ছক্ৰেটিছে নিজে এটা শব্দও লিখা নাছিল। অথচ ছক্ৰেটিছৰ জীৱন আৰু চিন্তাৰ বিষয়ে পৃথিৱীৰ যিমান মানুহে জানে— আন কোনো দাৰ্শনিকৰ বিষয়েই সিমান মানুহে নাজানে। ইংৰাজ দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলে স্পষ্ট ভাষাৰে কৈছে যে ছক্ৰেটিছেই বোধহয় একমাত্ৰ দাৰ্শনিক—যিজনৰ নামটো অন্ততঃ সকলো মানুহে জানে। এই কথা সঁচা যে ছক্ৰেটিছৰ শিষ্য প্লেটোৱে তেওঁৰ বিষয়ে বিশদভাৱে লিখি থৈ নোযোৱা হ'লে তেওঁ ইমান বিখ্যাত নহ'লহেঁতেন। কিন্তু তাৰ লগতে এই কথাও সঁচা যে ছক্ৰেটিছ মানুহজন অতি শ্ৰদ্ধাৰ

যোগ্য আৰু ভালপোৱাৰ যোগ্য মানুহ নোহোৱা হ'লে প্লেটোৱে তেওঁৰ বিষয়ে অনুপম কবিত্বময় ভাষাত লিখিবলৈ কোনো প্ৰয়োজন অনুভৱ নকৰিলেহেঁতেন। ছক্ৰেটিছে কেনেকৈ তেওঁৰ দৈনন্দিন জীৱন-যাপন কৰিছিল, কেনেকৈ কথা কৈছিল, কি খাইছিল, কি পিন্ধিছিল—এই সকলোবোৰ কথা প্লেটোৱে তেওঁৰ কিতাপত বিৱৰি লিখি থৈ গৈছে। প্লেটোৰ কিতাপৰ পাতৰ পৰা ছক্ৰেটিছ আমাৰ চকুৰ আগলৈ ওলাই আহে তেজ-মাংসৰ এজন জীৱন্ত মানুহ হৈ। কেৱল কিতাপে এজন মানুহক ইমান জীৱন্ত আৰু খ্যাতিমন্ত কৰাৰ আন এটা উদাহৰণ হ'ল ড° ছেমুৱেল জনছন। ওঠৰ শতিকাৰ এই বিখ্যাত ইংৰাজ লেখক আৰু পণ্ডিতজনৰ বিষয়ে তেওঁৰ গুণমুগ্ধ জেইমছ বছৱেল নামৰ এজন মানুহে এখন বৃহৎ আকাৰৰ জীৱন-চৰিত লিখি থৈ গৈছে। 'ড° জনছনৰ জীৱন-চৰিত' নামৰ এই কিতাপখনক বিশ্বসাহিত্যৰ সৰ্বশ্ৰেষ্ঠ জীৱনীবোৰৰ ভিতৰত এখন বুলি গণ্য কৰা হয়।

## (১৩)

কাণ টানিলে নাক অহাৰ দৰে ছক্ৰেটিছৰ নামটো মনলৈ অহাৰ লগে লগে প্লেটোৰ নাম স্মৰণ নকৰাকৈ থাকিব নোৱাৰি। আগৰ অধ্যায়বোৰত ইতিমধ্যে কেবাবাৰো প্লেটোৰ নাম লোৱা হৈছে। কিন্তু তেওঁৰ নামটো কেৱল স্মৰণ কৰিয়েই ক্ষান্ত নাথাকি এইখিনিতে তেওঁৰ জীৱন আৰু কৰ্মৰ বিষয়েও চমুকৈ জানি লোৱাটো ভাল হ'ব। অনুমান কৰা হয় যে ছক্ৰেটিছৰ জন্ম হৈছিল যীশুখ্ৰীষ্টৰ জন্মৰ প্ৰায় ৪৭০ বছৰৰ আগতে। প্লেটোৰ জন্ম হৈছিল তাতকৈ প্ৰায় দুকুৰি বছৰৰ পিছত—খ্ৰীষ্টপূৰ্ব ৪২৭ চনত। দুয়োজনৰে জন্মস্থান আছিল এথেন্স।

ইংৰাজ দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলে ছক্ৰেটিছৰ বিষয়ে কোৱা এষাৰ কথা আগৰ অধ্যায়ত উদ্ধৃত কৰা হৈছে। তেওঁ কৈছিল যে ছক্ৰেটিছেই বোধহয় একমাত্ৰ দাৰ্শনিক—যিজনৰ নামটো অন্ততঃ সকলো মানুহে জানে। সেই একেজন বাৰ্ট্ৰাণ্ড ৰাছেলেই তেওঁৰ এখন কিতাপত প্লেটোৰ বিষয়ে লিখিছে—'আপোনাসকলে এই কিতাপখনৰ (Wisdom of The West) পাত লুটিয়াই চালে দেখিব যে কিতাপখনত প্লেটো আৰু এৰিষ্টটলক যিমান ঠাই দিয়া হৈছে সিমানখিনি ঠাই আন কোনো দাৰ্শনিককেই দিয়া হোৱা নাই।' তাৰ কাৰণ ব্যাখ্যা কৰি ৰাছেলে একেখন কিতাপতে লিখিছে—'তেওঁলোক দুজনে আন সকলো দাৰ্শনিকতকৈ বেছি ঠাই পোৱাৰ কাৰণ হ'ল এই যে দৰ্শনৰ ইতিহাসত তেওঁলোক দুয়োজনৰে স্থান অদ্বিতীয়। প্ৰথমতে, তেওঁলোক দুয়োজন আছিল ছক্ৰেটিছৰ পূৰ্ববৰ্তী সমগ্ৰ দাৰ্শনিক চিন্তাৰ উত্তৰাধিকাৰী। সেই দাৰ্শনিক চিন্তাক তেওঁলোক দুয়োজনে এটা প্ৰণালীবদ্ধ ৰূপ দিছিল, আৰু পূৰ্ববৰ্তী দাৰ্শনিকসকলৰ চিন্তাত যিবোৰ কথা স্পষ্ট হোৱা নাছিল সেই সকলোবোৰ কথা তেওঁলোকে স্পষ্ট কৰি তুলিছিল। দ্বিতীয়তে, তেওঁলোক দুয়োজনে যুগ যুগ ধৰি মানুহৰ কল্পনাৰ ওপৰত অসামান্য প্ৰভাৱ বিস্তাৰ কৰি আহিছে। পাশ্চাত্য জগতত য'তে যেতিয়াই দাৰ্শনিক চিন্তা-চৰ্চা হৈছে সেই সকলোবোৰৰ ওপৰত পৰিছে প্লেটো আৰু এৰিষ্টটলৰ বিশাল ছায়া। তেওঁলোকৰ আগৰ আৰু পিছৰ সকলো দাৰ্শনিকতকৈ তেওঁলোক দুজনে দৰ্শন-শাস্ত্ৰলৈ আগবঢ়োৱা বৰঙণিয়েই হ'ল আটাইতকৈ মূল্যৱান। দৰ্শনৰ এনে কোনো এটা সমস্যা নাই—যিটো সমস্যাৰ বিষয়ে তেওঁলোক দুজনে কিবা নহয় কিবা এষাৰ কথা কৈ যোৱা নাই।'

এনেহেন এজন মানুহৰ বিষয়ে প্ৰত্যেকজন শিক্ষিত মানুহেই মোটামুটিভাৱে কিছু কথা জনা উচিত।

ছক্ৰেটিছৰ দেউতাক আছিল শিলাকুটী, মাক ধাই। অৰ্থাৎ তেওঁৰ জন্ম হৈছিল এটা অতি সাধাৰণ দুখীয়া পৰিয়ালত। আনহাতে প্লেটো আছিল এথেন্সৰ উচ্চতম অভিজাত পৰিয়ালৰ সন্তান। নিজকে জলদেৱতা পছাইডনৰ বংশধৰ বুলি দাবী কৰা প্লেটোৰ উপৰি-পুৰুষসকলৰ কোনোবা এজন এসময়ত এথেন্সৰ ৰজা আছিল। কোৱা বাহুল্য মাথোন যে এনে এটা সম্ভ্ৰান্ত আৰু অভিজাত পৰিয়ালত জন্মগ্ৰহণ কৰা প্লেটোৱে সেই সময়ৰ সৰ্বোত্তম শিক্ষা লাভ কৰাৰ সুযোগ পাইছিল। তেওঁৰ কাৰণে কেবাজনো গৃহ-শিক্ষক নিয়োগ কৰা হৈছিল। এই শিক্ষকসকলে তেওঁক সংগীত, শিল্পকলা, বিজ্ঞান আৰু বাগ্মিতাবিদ্যাৰ শিক্ষা দিছিল। প্লেটোৰ শিক্ষক আৰু অভিভাৱকসকলে আশা কৰিছিল যে এই প্ৰতিভাশালী ল'ৰাজনে শিক্ষা সাং কৰি ৰাজনীতিত প্ৰৱেশ কৰিব, আৰু যথাসময়ত তেওঁ নগৰ-ৰাষ্ট্ৰ এথেন্সৰ এজন ডাঙৰ নেতা হ'ব। কিন্তু প্লেটোৱে তেওঁলোকৰ সেই আশা পূৰণ নকৰিলে—যাৰ ফলত তেওঁ বছৰদিয়েকৰ কাৰণে এথেন্সৰ নেতা হোৱাৰ পৰিৱৰ্তে যুগ যুগৰ কাৰণে মানৱ জাতিৰ পথ-প্ৰদৰ্শক চিন্তা-নায়কত পৰিণত হ'ল।

অৱশ্যে প্লেটোৱে সক্ৰিয় ৰাজনীতিত যোগ নিদিয়াৰ এটা ডাঙৰ কাৰণ আছিল।

প্লেটোৰ বাল্যকালতেই তেওঁৰ দেউতাকৰ মৃত্যু হৈছিল। কিন্তু প্লেটোৰ মাক বেছিদিন বিধৱা হৈ নাথাকিল। স্বামীৰ মৃত্যুৰ কিছুদিনৰ পিছতে তেওঁ দেৱৰ পিৰিলাম্পিছক বিয়া কৰালে। পিৰিলাম্পিছ আছিল এথেন্সৰ ৰজা পেৰিক্লিছৰ ঘনিষ্ঠ বন্ধু আৰু সভাসদ। গতিকে কোৱা বাহুল্য মাথোন যে তেওঁৰ ঘৰত ৰাজনীতিৰ চৰ্চা হৈছিল, আৰু জ্ঞান হ'বৰ দিন ধৰি প্লেটো ডাঙৰ-দীঘল হৈছিল ৰাজনৈতিক পৰিবেশত। এনে পৰিস্থিতিত ৰাজনীতিত যোগ দিয়াটোৱেই আছিল তেওঁৰ পক্ষে অতি স্বাভাৱিক। কিন্তু ছক্ৰেটিছৰ মৃত্যুদণ্ডই তেওঁৰ জীৱনৰ গতি সলনি কৰি দিলে।

যিদিনা ছক্ৰেটিছে হেমলক বিষ পান কৰি মৃত্যুবৰণ কৰিলে সেই সময়ত প্লেটোৰ বয়স হৈছিল প্ৰায় আঠাইছ বছৰ। ইতিমধ্যেই প্লেটোৱে ছক্ৰেটিছক গুৰু আৰু পথ-প্ৰদৰ্শক হিচাপে বৰণ কৰি লৈছিল। কিন্তু এথেন্সৰ নিৰ্বোধ ৰাজনীতিকসকলে ছক্ৰেটিছৰ নিচিনা এজন দেৱ-তুল্য মানুহক মৃত্যুদণ্ড দিয়া কাৰ্যই তেওঁৰ মন ৰাজনীতিৰ প্ৰতি বিৰূপ কৰি তুলিলে। গুৰুৰ আৰ্হি অনুসৰণ কৰি জ্ঞানৰ সাধনা আৰু সত্যৰ অন্বেষণকেই জীৱনৰ একমাত্ৰ ব্ৰত হিচাপে ল'বলৈ তেওঁ ঠিক কৰিলে।



*প্লেটো*

## (১৪)

প্লেটোৱে তেওঁৰ বাল্যকালতেই ছক্ৰেটিছৰ সংস্পৰ্শলৈ আহিবলৈ সুযোগ পাইছিল, কাৰণ তেওঁলোকৰ ঘৰলৈ ছক্ৰেটিছৰ আহ-যাহ আছিল। সেই সময়ত এথেন্সৰ বহুতো ধনী মানুহৰ ঘৰৰ

দুৱাৰ ছক্ৰেটিছৰ কাৰণে খোলা আছিল। তেওঁলোকে প্ৰায়েই ছক্ৰেটিছক নিজৰ ঘৰলৈ নিমন্ত্ৰণ কৰি আনি খুৱাই আনন্দ লাভ কৰিছিল; বিনিময়ত তেওঁলোকে নিজে পাইছিল মানসিক আহাৰ অৰ্থাৎ চিন্তাৰ খোৰাক। যিজন ল'ৰা পিছলৈ সৰ্বযুগৰ সৰ্বশ্ৰেষ্ঠ দাৰ্শনিক হ'ব সেই প্লেটোৰ মনত নিশ্চয় অতি কম বয়সৰ পৰাই আছিল দাৰ্শনিক অনুসন্ধিৎসা, জীৱন আৰু জগৎ সম্পৰ্কে নানা ধৰণৰ প্ৰশ্ন। সেই কাৰণে এই কথা নিচেই স্বাভাৱিক যে অতি কম বয়সৰ পৰাই প্লেটো ছক্ৰেটিছৰ প্ৰতি আকৃষ্ট হৈছিল। ছক্ৰেটিছৰ মুখৰ পৰা ওলোৱা প্ৰতিটো শব্দকে তেওঁ গো-গ্ৰাসে গিলিছিল। একে আষাৰে ক'বলৈ গ'লে তেওঁৰ জীৱনৰ লক্ষ্য ঠিক কৰি দিছিল ছক্ৰেটিছে। ছক্ৰেটিছক গুৰু আৰু পথ-প্ৰদৰ্শক হিচাপে পোৱা কথাটোক নিজৰ জীৱনৰ পৰম সৌভাগ্য বুলি স্বীকাৰ কৰি তেওঁ প্ৰায়েই নিজৰ বন্ধুসকলক কৈছিল—"মই যে বিদেশী নহৈ গ্ৰীক হৈ উপজিলো, দাস নহৈ স্বাধীন নাগৰিক হৈ উপজিলো, নাৰী নহৈ পুৰুষ হৈ উপজিলো—তাৰ কাৰণে মই ঈশ্বৰক নথৈ ধন্যবাদ দিওঁ। কিন্তু মই ঈশ্বৰক আটাইতকৈ বেছি ধন্যবাদ দিওঁ এই কাৰণে যে মই উপজিছিলো ছক্ৰেটিছৰ যুগত।'

সত্তৰ বছৰ বয়সত মৃত্যুবৰণ নকৰি ছক্ৰেটিছ যদি আৰু কেইবছৰমান জীয়াই থাকিলহেঁতেন, তেন্তে প্লেটোৰ জীৱনে কি গতি ল'লেহেঁতেন সেই কথা অনুমান কৰা কঠিন। অৱশ্যে এই বিষয়ে বিন্দুমাত্ৰ সন্দেহ নাই যে তেতিয়াও তেওঁ হ'লহেঁতেন এজন মহান দাৰ্শনিক, কাৰণ এজন দাৰ্শনিকৰ প্ৰশ্নশীলতা আৰু সত্যানুৰাগ লৈয়েই তেওঁ এই পৃথিৱীলৈ আহিছিল। কিন্তু ছক্ৰেটিছৰ মৃত্যুৰ পিছত প্লেটোৱে নিজৰ নিৰাপত্তাৰ কথা চিন্তা কৰি এথেন্সৰ পৰা পলাই বিদেশলৈ যাব লগা হ'ল।

প্ৰায় বাৰ বছৰ কাল প্লেটো এথেন্সৰ পৰা আঁতৰি আছিল। এই দীঘলীয়া সময়খিনি তেওঁ ক'ত কি কৰি কটাইছিল সেই বিষয়ে সম্পূৰ্ণ নিৰ্ভৰযোগ্য তথ্য পোৱাটো অসম্ভৱ। কিন্তু বিভিন্ন সূত্ৰৰ পৰা জনা যায় যে অসমৰ মহাপুৰুষ শঙ্কৰদেৱে যেনেকৈ বাৰ বছৰ কাল ধৰি সমগ্ৰ ভাৰত ভ্ৰমি সেই যুগৰ বহুতো সাধু-সন্ত আৰু পণ্ডিতক লগ ধৰিছিল আৰু তেওঁলোকৰ পৰা বহু কথা শিকিছিল, ঠিক তেনেকৈ প্লেটোৱেও বাৰ বছৰ কাল বিভিন্ন দেশ ভ্ৰমণ কৰি সেই যুগৰ বহুতো জ্ঞানী-গুণী লোকৰ সংস্পৰ্শলৈ আহিছিল। জ্ঞানৰ অন্বেষণত কৰা এই দীঘলীয়া ভ্ৰমণে তেওঁৰ মনৰ দিগন্ত নিশ্চয় আগতকৈ বহল কৰিছিল। উদাহৰণ স্বৰূপে তেওঁ যেতিয়া ইজিপ্টলৈ গৈছিল, তেতিয়া সেই দেশৰ পণ্ডিতসকলে গ্ৰীচৰ নাম শুনি ইতিকিং কৰিছিল, কাৰণ তেওঁলোকৰ মতে গ্ৰীচদেশৰ সভ্যতা তেতিয়াও আছিল নিচেই চালুকীয়া অৱস্থাত। এনে কথা ক'বলৈ ইজিপ্তৰ পণ্ডিতসকলৰ হক আছিল, কাৰণ গ্ৰীকসকলতকৈ প্ৰায় তিনি হাজাৰ বছৰৰ আগতেই ইজিপ্তৰ মানুহে নীল নদীৰ দুয়ো পাৰত এক বিস্ময়কৰ সভ্যতা গঢ়ি তুলিছিল।

ইজিপ্ত ভ্ৰমণ শেষ কৰি প্লেটো ইটালীলৈ গৈছিল। প্লেটোৰ জন্মৰ কেবাশ বছৰৰ আগতেই গ্ৰীকসকলে ইটালীত এখন উপনিৱেশ গঢ়ি তুলিছিল। ইটালীৰ গ্ৰীকসকলৰ মাজত পাইথাগোৰাছ নামৰ এজন ডাঙৰ দাৰ্শনিক আছিল। তেওঁৰ জন্ম হৈছিল প্লেটোতকৈ প্ৰায় ডেৰশ বছৰৰ আগতে—খ্ৰীঃপূঃ ৫৮২ চনত। পাইথাগোৰাছ এজন ডাঙৰ গণিতজ্ঞ আছিল। ইউক্লিডৰ জ্যামিতিৰ লগত পৃথিৱীৰ সকলো শিক্ষিত মানুহেই পৰিচিত। পণ্ডিতসকলৰ মতে ইউক্লিডৰ জ্যামিতিৰ ওপৰত পাইথাগোৰাছৰ বিশেষ প্ৰভাৱ পৰিছিল। আৰু এটা দাৰ্শনিক তত্ত্বৰ কাৰণেও

পাইথাগোৰাছ সমানেই বিখ্যাত। তেওঁ আত্মাৰ অমৰত্ব আৰু পুনৰ্জন্মত বিশ্বাস কৰিছিল। এই ক্ষেত্ৰত হিন্দুসকলৰ বিশ্বাসৰ লগত পাইথাগোৰাছৰ মতবাদৰ আচৰিত মিল দেখা যায়। সি যি কি নহওক, পাইথাগোৰাছে এই কথাও বিশ্বাস কৰিছিল যে মানুহে নিজৰ অবিনশ্বৰ আত্মাৰ মঙ্গলৰ কাৰণে সকলো পাৰ্থিৱ লোভ-মোহ জয় কৰি আৰু ভোগ-বিলাস ত্যাগ কৰি সৰল আৰু শুদ্ধ জীৱন-যাপন কৰিব লাগে। যিসকল লোকে পাইথাগোৰাছৰ শিষ্যত্ব গ্ৰহণ কৰিছিল তেওঁলোকে গুৰুৰ আৰ্হি অনুসৰণ কৰি আৰু ত্যাগৰ আদৰ্শত দীক্ষিত হৈ সৰল জীৱন-যাপন কৰিছিল আৰু জ্ঞানৰ চৰ্চা কৰি সময় কটাইছিল। প্লেটো ইটালীলৈ যোৱাৰ বহুত বছৰৰ আগতেই পাইথাগোৰাছে ইহ সংসাৰৰ পৰা বিদায় লৈছিল। কিন্তু তেওঁৰ শিষ্য আৰু তেওঁলোকৰ উত্তৰাধিকাৰীসকলে পুৰুষানুক্ৰমে সেই পৰম্পৰা ৰক্ষা কৰি চলিছিল। প্লেটোৱে পাইথাগোৰাছৰ অনুগামীসকলৰ লগত ভাব বিনিময় কৰিবলৈ সুযোগ পাইছিল। এথেন্সলৈ ঘূৰি আহি প্লেটোৱে যিটো জ্ঞান-চৰ্চাৰ কেন্দ্ৰ গঢ়ি তুলিছিল তাৰ ধাৰণাও তেওঁ পাইথাগোৰাছৰ অনুগামীসকলৰ পৰাই পাইছিল বুলি ভাবিবলৈ যুক্তি আছে।

ইটালীত কিছুদিন থকাৰ পিছত প্লেটো চিচিলি আৰু জুদিয়ালৈ যোৱাৰ কাহিনী প্ৰচলিত আছে। বহুতে এই কথাও বিশ্বাস কৰে যে তেওঁ আনকি সুদূৰ ভাৰতবৰ্ষলৈকো গৈছিল, আৰু গঙ্গাৰ পাৰত তেওঁ হিন্দুসকলৰ যোগ-সাধনাৰ শিক্ষা লৈছিল। প্ৰমাণিত তথ্যৰ অভাৱত এই বিষয়ে নিশ্চিত হোৱা অসম্ভৱ। কিন্তু এই কথা ঠিক যে প্লেটোৱে বাৰ বছৰ কাল ধৰি সেই যুগৰ সভ্যতা-সংস্কৃতি আৰু দাৰ্শনিক চিন্তা-চৰ্চাৰ পীঠস্থান হিচাপে পৰিচিত কেবাখনো দেশ ভ্ৰমণ কৰি বিভিন্ন উৎসৰ পৰা চিন্তাৰ খোৰাক আহৰণ কৰিছিল।

খ্ৰীঃপূঃ ৩৮৭ চনত প্লেটো এথেন্সলৈ ঘূৰি আহিল। ঘূৰি আহিয়েই তেওঁ যিটো ডাঙৰ কামত হাত দিলে সেইটো হ'ল পাইথাগোৰাছৰ পাঠশালাৰ আৰ্হিত দাৰ্শনিক জ্ঞান-চৰ্চাৰ এটা কেন্দ্ৰ স্থাপন কৰা। এই কেন্দ্ৰটো তেওঁ স্থাপন কৰিলে এথেন্স চহৰৰ পৰা অনতিদূৰত এখন কুঞ্জবনত। গ্ৰীকসকলৰ কিম্বদন্তিয়ে অমৰ কৰি ৰখা একাডেমাছ নামৰ এজন বীৰৰ জন্ম সেই ঠাইতে হৈছিল বুলি মানুহে বিশ্বাস কৰে। ফলত প্লেটোৱে স্থাপন কৰা পাঠশালাখন একাডেমি নামেৰে জনাজাত হ'ল। প্লেটোৰ মৃত্যুৰ পিছতো নশ বছৰ ধৰি এই অনুষ্ঠানটো জীয়াই আছিল। মানৱ জাতিৰ শিক্ষাৰ বুৰঞ্জীত প্লেটোৰ একাডেমিয়েই হ'ল আটাইতকৈ বিখ্যাত আৰু দীৰ্ঘজীৱী শিক্ষাকেন্দ্ৰ। আমাৰ দেশৰ সাহিত্য অকাডেমি, সঙ্গীত-নাটক অকাডেমি আৰু ললিত কলা অকাডেমি আদি নামবোৰতো প্লেটোৰ একাডেমিৰ প্ৰতিধ্বনি শুনা যায়।

## (১৫)

পাঠকৰ মনত প্লেটোৰ প্ৰতি কৌতূহল তীব্ৰতৰ কৰি তুলিবলৈ হ'লে মানুহৰ চিন্তাৰ ইতিহাসত তেওঁৰ গুৰুত্ব ব্যাখ্যা কৰাৰ প্ৰয়োজন হ'ব। এই কাম 'দৰ্শনৰ (The Story of Philosophy)ৰ লেখক উইল ডুৰাণ্টতকৈ বেছি ভালকৈ আন কোনে কৰিব পাৰিব? কিন্তু উইল ডুৰাণ্টে তেওঁৰ

'দর্শনৰ ইতিহাস'ত প্লেটোৰ বিষয়ে যিখন সুদীৰ্ঘ ৰচনা লিখিছে সেইখন হুবহু অনুবাদ কৰি উদ্ধৃত কৰিবলৈ ইয়াত ঠাইৰ নাটনি হ'ব। স্থানান্তৰত তেওঁ প্লেটোৰ বিষয়ে এখন চুটি ৰচনা লিখিছে। সেই ৰচনাখনত প্লেটোৰ জীৱন-কাহিনী বা তেওঁৰ দৰ্শনৰ পৰিচয় নাই। কিন্তু জ্ঞান-পিপাসু মানুহক প্লেটোৰ প্ৰতি কৌতূহলী কৰি তুলিবলৈ সেই চুটি ৰচনাখনেই যথেষ্ট। তলত ৰচনাখনৰ সাৰাংশৰ অসমীয়া অনুবাদ দিয়া হ'ল।

আমি প্লেটোক কিয় ভাল পাওঁ? কাৰণ প্লেটো নিজেই আছিল এজন প্ৰেমিক। তেওঁ ভাল পাইছিল তেওঁৰ সতীৰ্থসকলক, ভাল পাইছিল জ্ঞানক কেন্দ্ৰ কৰি হোৱা তৰ্ক-বিতৰ্ক আৰু আলোচনাৰ মাদকতাক, ভাল পাইছিল সত্যৰ অন্বেষণক। আমি প্লেটোক ভাল পাওঁ তেওঁৰ অদম্য শক্তিৰ কাৰণে, তেওঁৰ দুৰন্ত কল্পনাৰ লীলা-খেলাৰ কাৰণে, জীৱনৰ বিচিত্ৰ জটিলতাৰ মাজতো তেওঁ বিচাৰি পোৱা আনন্দৰ কাৰণে। আমি তেওঁক ভাল পাওঁ—কাৰণ তেওঁ পৰিপূৰ্ণভাৱে জীয়াই আছিল জীৱনৰ প্ৰতিটো মুহূৰ্তত, আৰু তেওঁ বিকশিত হৈ আছিল অবিৰামভাৱে। এনে এজন মানুহে কেতিয়াবা কিবা ভুল কৰিলেও তেওঁক ক্ষমা কৰি দিব পাৰি। বুদ্ধি প্ৰয়োগৰ দ্বাৰা সমাজক নিয়ন্ত্ৰণ কৰি তেওঁ সমাজখন নতুনকৈ নিৰ্মাণ কৰিবলৈ বিচাৰিছিল; সেই কাৰণে আমি তেওঁক ভাল পাওঁ। মানুহৰ উন্নতিৰ চিন্তা বেছিভাগ মানুহৰ কাৰণেই যৌৱনৰ বিলাস মাত্ৰ। কিন্তু আশী বছৰ জীয়াই থকা প্লেটোৱে জীৱনৰ প্ৰতিটো মুহূৰ্ততে আৰু মৃত্যুৰ মুহূৰ্তলৈকে মানুহৰ উন্নতিৰ কথা চিন্তা কৰিছিল। সেই কাৰণেও আমি তেওঁক ভাল পাওঁ। আন বহুতে কৰাৰ দৰে তেওঁ দৰ্শনক কেৱল জীৱন আৰু জগতক ব্যাখ্যা কৰাৰ কাৰণে ব্যৱহাৰ কৰা নাছিল; তেওঁ দৰ্শনক ব্যৱহাৰ কৰিছিল জগতখনক নতুন ৰূপত গঢ়ি তোলাৰ সঁজুলি হিচাপেও। আমি তেওঁক ভাল পাওঁ, কাৰণ তেওঁ সৌন্দৰ্যৰ লগতে সত্যৰো পূজা কৰিছিল, আৰু বিশুদ্ধ চিন্তাৰ বিষয়বোৰক দিছিল কলাৰ উজ্জ্বল পৰিধান। তেওঁৰ দাৰ্শনিক ৰচনাত কল্পনাৰ বিচিত্ৰ লীলা-খেলাই আমাক মনত পেলাই দিয়ে শ্বেইক্‌ছ্‌পীয়েৰলৈ। কঠিন মাৰ্বলেৰে নিৰ্মিত গ্ৰীক মন্দিৰবোৰৰ দৰেই তেওঁৰ গদ্যও সুন্দৰ আৰু শক্তিশালী। তেওঁৰ ৰচনাতে গদ্য-সাহিত্যৰ জন্ম হৈছিল, আৰু তাৰ জন্ম হৈছিল পূৰ্ণ-বিকশিত ৰূপত।

প্লেটোৱে ৰচনা কৰা 'কথোপকথন' নামৰ কিতাপখন মানৱ জাতিৰ অমূল্য সম্পদ। এই কিতাপখনৰ পাততেই দৰ্শনৰ জন্ম হৈছিল আৰু ইয়াতেই সি লাভ কৰিছিল পৰিপূৰ্ণতা। তুমি প্ৰেম আৰু বন্ধুত্বৰ বিষয়ে মহৎ ভাবপূৰ্ণ আলোচনা শুনিব খোজানে? তেন্তে 'কথোপকথন'ৰ 'লাইছিছ', 'চাৰ্মাইডিছ' আৰু 'ফিড্ৰাছ' নামৰ অধ্যায়কেইটা পঢ়া। ছক্ৰেটিছে পৰজন্মৰ বিষয়ে কি কৈছিল সেই কথা তুমি জানিব খোজানে? তেন্তে 'ফিডো' নামৰ অধ্যায়টো পঢ়া। এই অধ্যায়টোৰ সামৰণিৰ পৃষ্ঠাকেইটাত তুমি পঢ়িবলৈ পাবা মানুহৰ কাপৰ পৰা ওলোৱা সুন্দৰতম গদ্য। তুমি মানুহৰ মনৰ জটিলতা আৰু জ্ঞানৰ ৰহস্য জানিবলৈ ইচ্ছা কৰানে? যদি কৰা, তেন্তে 'পাৰ্মেনিডিছ' আৰু 'থিয়েটিটাছ' নামৰ অধ্যায় দুটা পঢ়া। তুমি জানিব খোজা সকলো বিষয়ৰ আলোচনা পাবা প্লেটোৰ 'ৰিপাব্লিক' নামৰ কিতাপত। অধিবিদ্যা, ঈশ্বৰতত্ত্ব, নীতিশাস্ত্ৰ, মনোবিজ্ঞান, শিক্ষাতত্ত্ব, ৰাষ্ট্ৰবিজ্ঞান, শিল্পতত্ত্ব—এই সকলোবোৰ বিষয়ৰ আলোচনা পোৱাৰ উপৰি তুমি ইয়াত পাবা নাৰীবাদ, জন্ম-নিয়ন্ত্ৰণ, সাম্যবাদ, সমাজবাদ আদি বিষয়ৰ সপক্ষে আৰু বিপক্ষে দিয়া যুক্তিসহ

বিশদ আলোচনা। পৃথিৱীত এনে কি বিষয় আছে—যিটো বিষয়ৰ আলোচনা তুমি প্লেটোৰ 'ৰিপাব্লিক'ত বিচাৰি নাপাব? ওমৰ খাইয়ামে কোৰাণৰ বিষয়ে লিখিছিল—'পৃথিৱীৰ আটাইবোৰ পুথিভঁৰাল পুৰি পেলালেও কোনো ক্ষতি নাই। কাৰণ সমস্ত জ্ঞান-ভাণ্ডাৰ সঞ্চিত হৈ আছে এই এখন মাত্ৰ কিতাপৰ মাজত।' ওমৰ খাইয়ামৰ সেই বাক্যটো ধাৰ কৰি এমাৰ্ছনে কৈছিল—'পৃথিৱীৰ আটাইবোৰ পুথিভঁৰাল পুৰি পেলালেও কোনো ক্ষতি নাই, কাৰণ সমস্ত জ্ঞান-ভাণ্ডাৰ সংৰক্ষিত হৈ থাকিব প্লেটোৰ 'ৰিপাব্লিক'ত।

## (১৬)

ছক্ৰেটিছৰ শিষ্য প্লেটো আৰু প্লেটোৰ শিষ্য এৰিষ্টটল। ওপৰত এবাৰ কোৱা হৈছে যে এই তিনিজন দাৰ্শনিকৰ যিকোনো এজনৰ নামটো মনত পেলাব লগা হ'লেই বাকী দুজনৰ নাম দুটা আপোনা-আপুনি মনলৈ আহে। পাঠকৰ মনত প্লেটোৰ বিষয়ে কৌতূহল জগাবলৈ আগৰ দুটামান অধ্যায়ত তেওঁৰ বিষয়ে কিছু কথা চমুকৈ কোৱা হ'ল। এইখিনিতে এৰিষ্টটলৰ বিষয়েও কিছু কথা কৈ থোৱা ভাল হ'ব। পৃথিৱীত যিমানবোৰ দাৰ্শনিকে জন্মগ্ৰহণ কৰিছে সেইসকলৰ ভিতৰত এৰিষ্টটলৰ সমান প্ৰভাৱশালী দাৰ্শনিক দ্বিতীয় এজন নাই বুলিলেই হয়। সোতৰ শতিকাৰ পৰা তেওঁৰ প্ৰভাৱ কিছু হ্ৰাস পাইছে। কিন্তু তাৰ আগলৈকে প্ৰায় এহাজাৰ বছৰ ধৰি এৰিষ্টটলে ইউৰোপৰ জ্ঞানৰ সাম্ৰাজ্যত সম্ৰাটৰ দৰে ৰাজত্ব কৰিছিল। মধ্যযুগত ইউৰোপৰ মানুহে দাৰ্শনিক বুলিলে মাত্ৰ এজন মানুহকেই বুজিছিল ঃ তেওঁ হ'ল এৰিষ্টটল। ইটালীৰ মহাকবি আলিঘেৰি ডাণ্টেই তেওঁৰ মহাকাব্যত বহুতো জ্ঞানী মানুহৰ এখন তালিকা দিছে। সেইসকলৰ ভিতৰত তেওঁ সকলোতকৈ ওপৰত স্থান দিছিল এৰিষ্টটলক।



*এৰিষ্টটল*

ছক্ৰেটিছ আৰু প্লেটো দুয়োজনেই আছিল এথেন্সৰ নাগৰিক। কিন্তু এৰিষ্টটল আছিল বিদেশী। তেওঁৰ জন্ম হৈছিল (খ্ৰীঃপূঃ ৩৮৪ চনত) থ্ৰেইচ্ নামৰ আন এখন গ্ৰীক ৰাজ্যৰ ষ্টেগিৰা নামৰ ঠাইত। সেই সময়ৰ আন এখন বিখ্যাত গ্ৰীক ৰাজ্য আছিল মেচিদন। বুৰঞ্জীৰ আটাইতকৈ বিখ্যাত মানুহবোৰৰ ভিতৰত এজন মহাবীৰ আলেকজেণ্ডাৰ আছিল এই মেচিদনৰে ৰজা। আমাৰ এই কাহিনীত আৰু মাত্ৰ অলপ সময়ৰ পিছতে আমি তেওঁক লগ পাম।

এৰিষ্টটলৰ পিতৃ আছিল মেচিদনৰ ৰজাৰ গৃহ-চিকিৎসক। সেই সময়ত প্লেটোৰ একাডেমিৰ খ্যাতি চৌদিশে বৈ-বৈ গৈছিল। এৰিষ্টটলৰ যেতিয়া সোতৰ বছৰ বয়স হ'ল তেতিয়া তেওঁক উচ্চ শিক্ষাৰ

কাৰণে প্লেটোৰ একাডেমিলৈ পঠোৱা হ'ল। তাত তেওঁ সুদীৰ্ঘ কুৰিবছৰ কাল অধ্যয়ন কৰিছিল। খ্ৰীঃপূঃ ৩৪৭ চনত প্লেটোৰ মৃত্যু হোৱাৰ পিছতহে এৰিষ্টটলে একাডেমি ত্যাগ কৰি নিজৰ পথ বিচাৰিবলৈ আৰম্ভ কৰে।

প্লেটোৱে তেওঁৰ ছাত্ৰসকলৰ ভিতৰত আটাইতকৈ বেছি ভাল পাইছিল এৰিষ্টটলক। তাৰ কাৰণো আছিল। এৰিষ্টটলৰ জ্ঞানৰ প্ৰতি অনুৰাগ আছিল অন্তহীন। জ্ঞানী বা পণ্ডিত মানুহ লগ পালেই তেওঁ তেওঁলোকক নানা প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰি তুলিছিল আৰু তেওঁলোকৰ উত্তৰবোৰ এখন বহীত সযতনে টুকি লৈছিল। প্লেটোৰ একাডেমিলৈ বিভিন্ন দেশৰ পৰা পণ্ডিত আহিছিল। এৰিষ্টটলে তেওঁলোকৰ সান্নিধ্যৰ সুযোগ সম্পূৰ্ণভাৱে গ্ৰহণ কৰিছিল আৰু সকলো পণ্ডিতৰ পৰা বিচিত্ৰ বিষয়ৰ জ্ঞান আহৰণ কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু পণ্ডিতসকলৰ কথাই তেওঁৰ যুক্তিবাদী মনক সন্তুষ্ট কৰিব নোৱৰালৈকে এৰিষ্টটলে তেওঁলোকক জেৰা কৰিবলৈ নেৰিছিল। তেওঁৰ জেৰাৰ পৰা স্বয়ং প্লেটোৱেও নিস্তাৰ পোৱা নাছিল। প্লেটোৱে বক্তৃতা দি শেষ কৰাৰ পিছতেই আৰম্ভ হৈছিল এৰিষ্টটলৰ প্ৰশ্নবাণ। এই কথা স্মৰণ কৰি পিছৰ জীৱনত এৰিষ্টটলে লিখিছিল—'মই প্লেটোক ভাল পাওঁ; কিন্তু প্লেটোতকৈয়ো বেছি ভাল পাওঁ সত্যক।'

এৰিষ্টটলে যে প্লেটোতকৈ সত্যক বেছি ভাল পাইছিল সেইটোৱেই আছিল প্লেটোৱে এৰিষ্টটলক বিশেষভাৱে ভাল পোৱাৰ প্ৰধান কাৰণ। ছক্ৰেটিছে গ্ৰীকসকলক প্ৰশ্ন সুধিবলৈ শিকাইছিল। সেইটোৱেই আছিল তেওঁ গ্ৰীকসকলক দিয়া আটাইতকৈ মূল্যৱান শিক্ষা। উত্তৰ কি হ'ব সেইটো সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিব প্ৰশ্নৰ ওপৰত। গতিকে কোৱা বাহুল্য মাথোন যে প্ৰশ্ন কৰিবলৈ শিকাটোৱেই হ'ল জ্ঞান-আহৰণৰ প্ৰথম আৰু প্ৰধান চৰ্ত। ছাত্ৰৰ মূৰটোক এটা শূন্য পাত্ৰ বুলি কল্পনা কৰি লৈ তাত ঠাহি ঠাহি জ্ঞান সুমুৱাই দিয়াটো শিক্ষকৰ কাম নহয়; শিক্ষকৰ প্ৰধান কাম হ'ল ছাত্ৰক স্বাধীনভাৱে চিন্তা কৰিবলৈ শিকোৱা। ছক্ৰেটিছৰ মতে এইটোৱেই হ'ল আদৰ্শ শিক্ষকৰ প্ৰধান কাম। গুৰুৰ শিক্ষা সাৰোগত কৰি প্লেটোৱে ছাত্ৰৰ উদ্দেশ্যে একতৰফা বক্তৃতা নিদি ছাত্ৰৰ পৰা প্ৰশ্ন আহ্বান কৰিছিল—যাৰ ফলত তেওঁৰ পাঠদান প্ৰকৃতপক্ষে হৈ পৰিছিল শিক্ষক আৰু ছাত্ৰৰ মাজত হোৱা বিস্তাৰিত আলোচনা। প্ৰশ্ন সোধা আৰু তৰ্ক কৰাৰ ক্ষেত্ৰত আটাইতকৈ বেছি কৃতিত্ব দেখুৱাইছিল এৰিষ্টটলে। সেই কাৰণে তেওঁ হৈ উঠিছিল প্লেটোৰ আটাইতকৈ প্ৰিয় ছাত্ৰ।

কিন্তু প্লেটোৰ মৃত্যুৰ পিছত দেখা গ'ল যে তেওঁ নিজৰ ইচ্ছাপত্ৰত প্ৰিয় শিষ্য এৰিষ্টটলৰ পৰিৱৰ্তে নিজৰ উত্তৰাধিকাৰী হিচাপে মনোনীত কৰি থৈ গৈছে ভতিজাক স্পিউছিপ্পাছক। অৱশ্যে তাৰ এটা কাৰণ আছিল। প্লেটোৱে শিক্ষণীয় বিষয়বোৰৰ ভিতৰত আটাইতকৈ বেছি গুৰুত্ব দিছিল গণিতৰ ওপৰত। কিন্তু এৰিষ্টটলে গণিততকৈ বেছি অনুৰাগ দেখুৱাইছিল জীৱবিজ্ঞানৰ প্ৰতি। খুব সম্ভৱ সেই কাৰণেই প্লেটোৱে এৰিষ্টটলৰ হাতত নিজৰ একাডেমিৰ ভৱিষ্যৎ নিৰাপদ বুলি নাভাবিলে। সি যি কি নহওক, প্লেটোৰ মৃত্যুৰ পিছত এৰিষ্টটলে প্লেটোৰ একাডেমিৰ লগত সম্পৰ্ক ছিন্ন কৰিলে।

প্লেটোৱে নিজৰ একাডেমি স্থাপন কৰাৰ আগতে প্ৰায় বাৰ বছৰ কাল বিভিন্ন দেশ ভ্ৰমণ কৰি জ্ঞান আহৰণ কৰাৰ দৰে এৰিষ্টটলেও এথেন্সত থিতাপি লৈ নিজৰ বিদ্যালয় স্থাপন কৰাৰ আগতে বাৰ বছৰ কাল গ্ৰীচদেশৰ বিভিন্ন স্থানত নানা ধৰণৰ কাম-কাজ আৰু অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। হাৰ্মিয়াছ নামৰ তেওঁৰ এজন সহপাঠী আছিল মিছিয়া নামৰ এখন সৰু গ্ৰীক ৰাজ্যৰ শাসনকৰ্তা। তেওঁৰ নিমন্ত্ৰণত এৰিষ্টটলে মিছিয়ালৈ গৈ তাত কেইবছৰমান থাকি আন কেইজনমান পণ্ডিতৰ লগ লাগি বৈজ্ঞানিক গৱেষণা কৰিছিল। ওপৰত কৈ অহা হৈছে যে তেওঁৰ অধ্যয়নৰ প্ৰিয় বিষয় আছিল জীৱবিজ্ঞান। মিছিয়াত তিনি বছৰ থকাৰ পিছত তেওঁ লেছবছ দ্বীপলৈ গৈ তাত সামুদ্ৰিক জীৱবিজ্ঞানৰ বিষয়ে গৱেষণা কৰিছিল। এই ক্ষেত্ৰত তেওঁৰ গৱেষণাৰ মান ইমানেই উন্নত আছিল যে ঊনৈছ শতিকা পৰ্যন্ত আন কোনেও এই ক্ষেত্ৰত নতুন কাম কৰাৰ কথা চিন্তা কৰা নাছিল। এৰিষ্টটল জীৱবিজ্ঞানৰ ক্ষেত্ৰত কেৱল বাটকটীয়াই নাছিল; বহু শতাব্দী ধৰি এই ক্ষেত্ৰত তেওঁ আছিল অপ্ৰতিদ্বন্দ্বী।

এৰিষ্টটলৰ বন্ধু হাৰ্মিয়াছ আছিল মেচিদনৰ ৰজা ফিলিপৰো বন্ধু। ফিলিপৰ শিশু-পুত্ৰ আলেকজেণ্ডাৰৰ কাৰণে এজন গৃহ-শিক্ষকৰ প্ৰয়োজন হ'ল। ফিলিপে তেওঁৰ বন্ধু হাৰ্মিয়াছক এজন উপযুক্ত গৃহ-শিক্ষকৰ নাম চুপাৰিছ কৰিবলৈ অনুৰোধ কৰিলে। হাৰ্মিয়াছে চুপাৰিছ কৰিলে এৰিষ্টটলৰ নাম। পৃথিৱীৰ বুৰঞ্জীত আমি আলেকজেণ্ডাৰৰ সমকক্ষ কেবাজনো মহাবীৰৰ নাম পাওঁ; কিন্তু আলেকজেণ্ডাৰেই একমাত্ৰ মহাবীৰ—যিজনে গৃহ-শিক্ষক হিচাপে পাইছিল এৰিষ্টটলৰ নিচিনা এজন সৰ্বযুগৰ শ্ৰেষ্ঠ দাৰ্শনিকক।

এৰিষ্টটল প্ৰায় সাত বছৰ কাল আলেকজেণ্ডাৰৰ গৃহ-শিক্ষক হৈ আছিল। বিখ্যাত ইংৰাজ দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলে তেওঁৰ এখন কিতাপত লিখিছে—'এৰিষ্টটলেনো আলেকজেণ্ডাৰক কি শিকাইছিল সেই কথা সঠিকভাৱে জনাৰ কোনো উপায় নাই। এইটো এটা দুৰ্ভাগ্যৰ কথা। আলেকজেণ্ডাৰৰ নিচিনা কাৰো শাসন মানিব নোখোজা এজন দুৰন্ত কিশোৰৰ ওপৰত দাৰ্শনিক এৰিষ্টটলেনো কেনেকুৱা প্ৰভাৱ পেলাইছিল সেই কথা জানিবলৈ স্বাভাৱিকতেই আমাৰ কৌতূহল হয়। অৱশ্যে এটা কথা অনুমান কৰি ল'ব পাৰি। নিশ্চয় বহু কথাত আলেকজেণ্ডাৰ আৰু এৰিষ্টটলৰ মতৰ মিল নহৈছিল।'

কিন্তু মহা-দাৰ্শনিক আৰু মহাবীৰৰ এই মিলন একেবাৰে নিষ্ফল হৈছিল বুলি ক'ব নোৱাৰি। অন্ততঃ বিজ্ঞানৰ ক্ষেত্ৰত তেওঁলোকৰ এই গুৰু-শিষ্যৰ সম্পৰ্কটো বিশেষভাৱে সহায়ক হৈছিল। ফিলিপৰ মৃত্যুৰ পিছত আলেকজেণ্ডাৰে সিংহাসনত উঠিয়েই এৰিষ্টটলক বৈজ্ঞানিক গৱেষণাৰ কাৰণে যথেষ্ট ধন মঞ্জুৰ কৰিলে। তদুপৰি এৰিষ্টটলক বৈজ্ঞানিক তথ্য সংগ্ৰহ কৰাৰ কামত সহায় কৰিবলৈ তেওঁ এদল সহকাৰীও নিয়োগ কৰিলে। এই সহকাৰীসকলে এৰিষ্টটলৰ কাৰণে দূৰ-দূৰান্তৰৰ পৰা বিভিন্ন বিচিত্ৰ প্ৰাণী আৰু উদ্ভিদৰ নমুনা সংগ্ৰহ কৰি আনিছিল। সেইবোৰক শ্ৰেণীবদ্ধ কৰাৰ কামতো তেওঁলোকে এৰিষ্টটলক সহায় কৰিছিল। এনেকৈ এৰিষ্টটলৰ হাততেই বিজ্ঞানৰ জীৱবিজ্ঞান নামৰ শাখাটোৰ জন্ম আৰু বিকাশ হ'ল।

খ্ৰীঃপূঃ ৩৩৫ চনত ফিলিপৰ মৃত্যুৰ পিছত আলেকজেণ্ডাৰ মেচিডনৰ সিংহাসনত উঠিল। গৃহশিক্ষক হিচাপে এৰিষ্টলৰ চাকৰিৰো ইমানতে অন্ত পৰিল। তেওঁ এথেন্সলৈ ঘূৰি আহি তাত নিজৰ এখন বিদ্যালয় স্থাপন কৰিলে। বিদ্যালয়খনৰ নাম দিয়া হ'ল লিচিয়াম (Lyceum)। প্লেটোৱে তেওঁৰ ছাত্ৰসকলক উদ্দেশ্য কৰি মুখেৰে বক্তৃতা দিয়াৰ বিপৰীতে এৰিষ্টটলে সদায় লিখিত বক্তৃতা দিছিল। সেইকাৰণে কোৱা হয় যে পৃথিৱীৰ প্ৰথম পাঠ্যপুথি লিখোঁতা মানুহজন আছিল এৰিষ্টটল। প্লেটোৰ লগত তেওঁৰ আৰু এটা ডাঙৰ পাৰ্থক্য আছিল। প্লেটোৱে যিকেইখন কিতাপ ৰচনা কৰিছিল সেইকেইখন কিতাপক বিশ্ব-সাহিত্যৰ শ্ৰেষ্ঠ সম্পদ বুলি গণ্য কৰা হয়। তেওঁৰ ৰচনাত গদ্য-শৈলীৰ চৰম বিকাশ ঘটিছিল। আন কথাত ক'বলৈ গ'লে তেওঁ সচেতনভাৱে সাহিত্য সৃষ্টি কৰিছিল। কিন্তু এৰিষ্টটলৰ ৰচনাত সাহিত্যিক মাধুৰ্য সমূলি নাই। ছাত্ৰক জ্ঞান দিবৰ উদ্দেশ্যে লিখা তেওঁৰ বক্তৃতাবোৰ আছিল কেৱল নীৰস তথ্যৰ সমষ্টি মাত্ৰ। এৰিষ্টটলে নিজে হয়তো তেওঁৰ বক্তৃতাবোৰ এদিন গ্ৰন্থবদ্ধ হ'ব বুলি কেতিয়াও আশা কৰা নাছিল। সেইবোৰ পাণ্ডুলিপিৰ ৰূপতেই ছাত্ৰসকল আৰু তেওঁলোকৰ বংশধৰসকলৰ হাতত সিঁচৰতি হৈ আছিল। এৰিষ্টটলৰ মৃত্যুৰ তিনিশ বছৰমানৰ পিছতহে জ্ঞানান্বেষী পণ্ডিতসকলে সেইবোৰ সংগ্ৰহ কৰি কিতাপ আকাৰে প্ৰকাশ কৰে।

এৰিষ্টটলৰ বিপুল ৰচনাৱলীক চাৰিটা প্ৰধান ভাগত ভাগ কৰিব পাৰি। প্ৰথম ভাগত পৰে ন্যায়শাস্ত্ৰ বা যুক্তিবিদ্যা। যুক্তিবিদ্যাক দৰ্শনৰ অবিচ্ছেদ্য অঙ্গ বুলি ধৰা হয়। দৰ্শন অধ্যয়ন কৰা সকলো ছাত্ৰই যুক্তিবিদ্যা (Logic) পঢ়িব লগা হয়। আজিৰ পৰা বাইছশ বছৰৰ আগতেই এৰিষ্টটলে জ্ঞানৰ এই নতুন শাখাটো উদ্ভাৱন কৰিছিল আৰু তেওঁৰ হাততেই ই বিকশিত হৈছিল। মাত্ৰ সৌ সিদিনালৈকে মানুহে যুক্তিবিদ্যা মানেই বুজিছিল এৰিষ্টটলৰ যুক্তিবিদ্যা। মানুহৰ জ্ঞান-ভাণ্ডাৰলৈ এইটোকেই তেওঁৰ সৰ্বশ্ৰেষ্ঠ অৱদান বুলি গণ্য কৰা হয়।

এৰিষ্টটলৰ ৰচনাৱলীৰ দ্বিতীয় ভাগত পৰে পদাৰ্থবিজ্ঞান আৰু জীৱবিজ্ঞান। এৰিষ্টটলৰ পদাৰ্থবিজ্ঞানৰ বেছিভাগ ধাৰণাই আছিল ভুল। তাৰ এটা প্ৰধান কাৰণ আছিল তেওঁৰ গণিতৰ প্ৰতি অৱহেলা। কিন্তু এই ভুল ধাৰণাবোৰকে ইউৰোপৰ মানুহে প্ৰায় এহাজাৰ বছৰ ধৰি সত্য বুলি ধৰি থকাৰ ফলত পদাৰ্থ-বিজ্ঞানৰ বিকাশ সাংঘাতিকভাৱে বাধাগ্ৰস্ত হ'ল। কিন্তু যুক্তিবিদ্যাৰ দৰে জীৱবিজ্ঞানৰো জন্ম হৈছিল এৰিষ্টটলৰ হাততে, আৰু এই ক্ষেত্ৰত তেওঁ অতি মূল্যৱান কাম কৰি থৈ গৈছে। ওপৰতেই কৈ অহা হৈছে যে জীৱবিজ্ঞানৰ ক্ষেত্ৰত এৰিষ্টটলে কৰি থৈ যোৱা কামৰ লগত উনৈশ শতিকালৈকে আন কোনেও বিশেষ একো নতুন কথা যোগ দিব পৰা নাছিল।

এৰিষ্টটলৰ তৃতীয় শ্ৰেণীৰ ৰচনাক কোৱা হয় অধিবিদ্যা। ইংৰাজীত Metaphysics। এইবোৰ ৰচনাত এৰিষ্টটলে বিশ্বসৃষ্টিৰ ৰহস্য আৰু জ্ঞানৰ তত্ত্ব অন্বেষণ কৰিবলৈ চেষ্টা কৰিছে। প্লেটো যদিও এৰিষ্টটলৰ গুৰু আছিল, কিন্তু বহু বিষয়ত এৰিষ্টটলে গুৰুৰ মত মানি ল'ব পৰা নাছিল। প্লেটোৰ লগত তেওঁৰ মতৰ অমিল বেছিকৈ ফুটি উঠিছে তেওঁৰ অধিবিদ্যা সম্পৰ্কীয় ৰচনাৱলীত।

এৰিষ্টটলৰ চতুৰ্থ শ্ৰেণীৰ ৰচনাৰ বিষয়-বস্তু হ'ল নীতিশাস্ত্ৰ, ৰাজনীতি আৰু সাহিত্য-সমালোচনা। এই ক্ষেত্ৰতো তেওঁ অক্ষয় কীৰ্তি স্থাপন কৰি থৈ গৈছে। যোৱা এহাজাৰ বছৰ ধৰি জ্ঞান-পিপাসু মানুহে তেওঁৰ এই কিতাপবোৰ সমান আগ্ৰহেৰে পঢ়ি আছে আৰু ভৱিষ্যতেও পঢ়ি থাকিব।

যুক্তিবিদ্যাৰ পৰা আৰম্ভ কৰি অধিবিদ্যালৈকে, জীৱবিজ্ঞানৰ পৰা আৰম্ভ কৰি ৰাষ্ট্ৰবিজ্ঞান আৰু সাহিত্য-সমালোচনালৈকে—মাত্ৰ এজন মানুহে তেওঁৰ জীৱনকালতে এই আটাইবোৰ বিষয় উদ্ভাৱন কৰিছিল, আৰু প্ৰত্যেকটো ক্ষেত্ৰতে তেওঁ যুগমীয়া কীৰ্তি স্থাপন কৰি থৈ গৈছিল। মানৱ-জাতিৰ বুৰঞ্জীত এনে বিস্ময়কৰ বহুমুখী প্ৰতিভা সঁচাকৈয়ে বিৰল।

কিন্তু দ্বাদশ শতিকালৈকে ইউৰোপে এৰিষ্টটলৰ বিষয়ে বিশেষ একো নাজানিছিল। তেওঁৰ অমূল্য ৰচনাৱলী কেনেকৈ ইউৰোপৰ জ্ঞান-পিপাসু পণ্ডিতসকলৰ হাতত পৰিলগৈ সিও ইতিহাসৰ এটা ৰোমাঞ্চকৰ কাহিনী।

এৰিষ্টটলৰ ছাত্ৰ মহাবীৰ আলেকজেণ্ডাৰে বিশ্ববিজয় অভিযানত বাহিৰ হৈ ইজিপ্ত জয় কৰাৰ পিছত তেওঁ তাত নিজৰ নামেৰে এখন নতুন নগৰ প্ৰতিষ্ঠা কৰে। খ্ৰীঃপূঃ ৩৩২ চনত স্থাপিত আলেকজেণ্ড্ৰিয়া নামৰ এই নগৰখন আছিল প্ৰাচীন গ্ৰীক আৰু ইহুদী সংস্কৃতিৰ প্ৰধান কেন্দ্ৰ। আলেকজেণ্ডাৰৰ মৃত্যুৰ পাছত ইজিপ্তৰ টলেমি বংশৰ গ্ৰীকৰজাসকলৰ ৰাজত্বকালতো আলেকজেণ্ড্ৰিয়া আছিল প্ৰাচীন জগতৰ এটা প্ৰধান জ্ঞান-চৰ্চাৰ কেন্দ্ৰ। তাত এটা বিশ্ববিদ্যালয় আৰু দুটা ৰাজকীয় পুথিভঁৰাল আছিল। সেই পুথিভঁৰালত বিভিন্ন বিষয়ৰ প্ৰায় সাত লাখ কিতাপ আছিল। সেই পুথিভঁৰালৰ কাৰণে গ্ৰীচৰ পৰা অনা অন্যান্য কিতাপৰ লগতে এৰিষ্টটলৰ কিতাপবোৰো লৈ যোৱা হৈছিল। কিন্তু কালক্ৰমত সেই কিতাপবোৰৰ বেছিভাগেই নষ্ট হ'ল বা হেৰাই গ'ল।

পিছৰ শতাব্দীবোৰত বিভিন্ন আক্ৰমণকাৰীৰ হাত বাগৰি আলেকজেণ্ড্ৰিয়া অৱশেষত ৬৪২ খ্ৰীষ্টাব্দত আৰবসকলৰ দখললৈ আহে। সেই সময়ছোৱা আছিল আৰব সভ্যতাৰ স্বৰ্ণযুগ। গ্ৰীকসকলৰ গৌৰৱ-ৰবি তেতিয়া অস্তমিত। ইউৰোপতো ধৰ্মীয় গোড়ামিয়ে মানুহৰ মনবোৰ বান্ধি পেলাইছে। শাস্ত্ৰৰ কথাক অন্ধভাৱে বিশ্বাস কৰাৰ বাহিৰে তেওঁলোকে নতুনকৈ প্ৰশ্ন কৰাৰ অভ্যাস পাহৰি পেলাইছে। কিন্তু নতুনকৈ ইছলাম ধৰ্মত দীক্ষিত হোৱা আৰবসকল তেতিয়া পৃথিৱীৰ প্ৰধান ৰাজনৈতিক আৰু সাংস্কৃতিক শক্তি হিচাপে মূৰ দাঙি উঠিছে। পশ্চিমে আটলাণ্টিক মহাসাগৰৰ পৰা আৰম্ভ কৰি উত্তৰ আফ্ৰিকা, মধ্যপ্ৰাচ্য আৰু কেন্দ্ৰীয় এছিয়া পৰ্যন্ত এই বিৰাট ভূখণ্ডত বিয়পি পৰিছে আৰবসকলৰ ৰাজনৈতিক ক্ষমতা। এই ৰাজনৈতিক শক্তিৰ গইনা লৈ যি সমৃদ্ধিশালী আৰব-সভ্যতা গঢ় লৈ উঠিল, সেই আৰব-সভ্যতা আছিল পৃথিৱীৰ সেই যুগৰ শ্ৰেষ্ঠ সভ্যতা। শিক্ষা, সাহিত্য, বিজ্ঞান, দৰ্শন, গণিত, চিকিৎসা-বিজ্ঞান—জ্ঞান-চৰ্চাৰ এই সকলো ক্ষেত্ৰত আৰবসকলেই আছিল সেই যুগৰ প্ৰধান নায়ক।

৬৪২ খ্ৰীষ্টাব্দত আলেকজেণ্ড্ৰিয়া আৰবসকলৰ দখললৈ অহাৰ পিছত আৰব পণ্ডিতসকলে তাৰ বিশ্ববিখ্যাত পুথিভঁৰালত সংগৃহীত হৈ থকা গ্ৰীক গ্ৰন্থসমূহ অধ্যয়ন কৰিবলৈ আৰু লগতে সেইবোৰ আৰবী ভাষালৈ অনুবাদ কৰিবলৈ আৰম্ভ কৰে। অৱশ্যে পণ্ডিতসকলৰ অনুমান মতে আৰব পণ্ডিতসকলে নিজে বোধহয় গ্ৰীকভাষা নাজানিছিল। মাজৰ শতাব্দীবোৰত ছিৰিয়াক ভাষালৈ অনূদিত হোৱা গ্ৰীক গ্ৰন্থবোৰ অধ্যয়ন কৰি তাৰ পৰাহে তেওঁলোকে সেইবোৰ গ্ৰন্থ আৰবী ভাষালৈ অনুবাদ কৰিছিল।

৭১১ খ্ৰীষ্টাব্দত আৰব আৰু মৰক্কোৰ বাৰবেৰ তথা মুৰসকলে লগ লাগি স্পেইন দখল কৰে। এই দখলকাৰী সেনাবাহিনীৰ ভিতৰত মুৰসকলেই আছিল সংখ্যাত বেছি। সেইকাৰণে স্পেইনত প্ৰায় সাতশ বছৰ ধৰি চলা মুছলমান শাসনৰ কালছোৱাক মুৰসকলৰ যুগ বুলি কোৱা হয়। কিন্তু তেওঁলোকৰ নেতৃত্বত আছিল আৰবসকল। এই আৰবসকলে তেওঁলোকৰ জ্ঞানভাণ্ডাৰ স্পেইনলৈ লৈ যায়। স্পেইনৰ পৰা সেই জ্ঞান সমগ্ৰ ইউৰোপতে বিয়পি পৰে।

মুছলমান শাসনৰ সময়ত স্পেইনত জ্ঞান-চৰ্চাৰ দুটা ডাঙৰ কেন্দ্ৰ গঢ় লৈ উঠিছিল। এটা কৰ্ডোভাত, আনটো টলেড'ত। কৰ্ডোভা বিখ্যাত হৈ পৰিছিল চিকিৎসা-বিজ্ঞানৰ চৰ্চাৰ কেন্দ্ৰ হিচাপে। এই আৰব চিকিৎসা-বিজ্ঞানীসকলৰ ৰচনা লেটিন ভাষালৈ অনূদিত হৈ সমগ্ৰ ইউৰোপতে বিয়পি পৰিছিল। জ্যোতির্বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰতো কৰ্ডোভাৰ আৰব পণ্ডিতসকলেই আছিল সেই সময়ত ইউৰোপৰ শিক্ষক আৰু পথ-প্ৰদৰ্শক।

গ্ৰীক বিজ্ঞানী টলেমিয়ে (৯০—১৬৮ খ্ৰীষ্টাব্দ) এই মত প্ৰচাৰ কৰিছিল যে পৃথিৱী এটা স্থিৰ গ্ৰহ, আৰু ইয়েই হ'ল সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ কেন্দ্ৰ। ১৫১১ খ্ৰীষ্টাব্দত ক'পাৰনিকাছে এই মত ভুল বুলি প্ৰমাণ নকৰালৈকে প্ৰায় এহাজাৰ বছৰ ধৰি এই ভুল মতটোৱেই চলি আছিল। কিন্তু কৰ্ডোভাৰ আৰব পণ্ডিতসকল জ্যোতির্বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰত ইমান আগবাঢ়িছিল যে অলবিক্ৰজি নামৰ এজন আৰব জ্যোতির্বিজ্ঞানীয়ে ক'পাৰনিকাছৰ জন্মৰ কেইবাশ বছৰৰ আগতেই টলেমিৰ মত শুদ্ধ নহ'বও পাৰে বুলি ঘোষণা কৰিছিল।

কৰ্ডোভাৰ পতনৰ পিছত জ্ঞান-সাধনাৰ কেন্দ্ৰ হিচাপে কৰ্ডোভাৰ ঠাই ল'লে টলেড'ই। ইউৰোপৰ আটাইবোৰ ঠাইৰ পৰা পণ্ডিত আৰু বিদ্যাৰ্থীসকল আহি টলেড'ত গোট খাইছিল। তেওঁলোকে আৰবী ভাষাৰ কিতাপবোৰ লেটিন ভাষালৈ অনুবাদ কৰিছিল। সেই কিতাপবোৰে ইউৰোপীয়সকলৰ চকু নতুনকৈ মেল খোৱাইছিল আৰু তেওঁলোকৰ মনত নতুন নতুন প্ৰশ্ন জগাই তুলিছিল। আৰবী ভাষাৰ এই কিতাপবোৰৰ ভিতৰত আছিল প্ৰাচীন গ্ৰীক দাৰ্শনিকসকল আৰু বিশেষকৈ এৰিষ্টটলৰ অমৰ ৰচনাৱলী। আৰবী ভাষাৰ পৰা লেটিনলৈ অনূদিত হৈ এৰিষ্টটলৰ ৰচনাৱলী যেতিয়া দ্বাদশ শতিকাত সমগ্ৰ ইউৰোপতে বিয়পি পৰিল, তেতিয়া ইউৰোপৰ মানুহৰ মনৰ মাজেদি বিস্ময় আৰু আনন্দৰ এটা বিজুলী-সোঁত বৈ গ'ল। ইউৰোপে প্ৰথমবাৰৰ কাৰণে এৰিষ্টটলক আৱিষ্কাৰ কৰিলে। তাৰ ফলত ইউৰোপীয় চিন্তাত এটা নতুন যুগৰ সূচনা হ'ল। ইয়াৰ পিছত কেবাশ বছৰ ধৰি ইউৰোপৰ চিন্তা-ৰাজ্যত চলিছিল এৰিষ্টটলৰ একাধিপত্য।

## (১৯)

ছক্ৰেটিছৰ কাহিনী ক'বলৈ গৈ মাজতে আমি বহুত পৰ প্লেটো আৰু এৰিষ্টটলৰ কথাত ব্যস্ত হৈ পৰিলো। অৱশ্যে আমি বিনা কাৰণত সেই কাম কৰা নাই। ছক্ৰেটিছে গ্ৰীকসকলৰ মনত নতুন চিন্তাৰ যি বীজ ৰোপণ কৰিছিল সি কেনেকৈ ফলে-ফুলে জাতিষ্কাৰ হৈ পৰিছিল সেই কথা জানিবলৈ প্লেটো আৰু এৰিষ্টটলৰ বিষয়েও কিছু কথা জনাৰ প্ৰয়োজন হয়। বিশেষকৈ প্লেটোৱে তেওঁৰ ৰচনাত ছক্ৰেটিছক জীৱন্ত

ৰূপত চিত্ৰিত কৰি থৈ নোযোৱা হ'লে মানুহে কিজানি কেতিয়াবাই তেওঁৰ কথা পাহৰি পেলালেহেঁতেন।

ছক্ৰেটিছৰ কথালৈ আমি আকৌ এবাৰ ঘূৰি আহিম, কাৰণ তেওঁৰ বিষয়ে ক'বলৈ কিছু কথা এতিয়াও বাকী আছে। কিন্তু সেই কথালৈ যোৱাৰ আগতে আমি ছক্ৰেটিছৰ যুগৰ এথেন্সত এবাৰ ভুমুকি মাৰি আহিব পাৰিলে বেয়া নহয়। এই কামৰ কাৰণে মই হেণ্ড্ৰিক ৱিলেম ভেন লুন নামৰ এজন ওলণ্ডাজ-বংশোদ্ভূত আমেৰিকান বুৰঞ্জীবিদক গাইড অৰ্থাৎ পথ-প্ৰদৰ্শক হিচাপে ল'ব খুজিছোঁ। এই পণ্ডিতজনে 'মানৱ জাতিৰ কাহিনী' (The Story of Mankind) নামৰ এখন কিতাপ লিখিছে। খুব কম কথাতে পৃথিৱীৰ বুৰঞ্জী জানিবলৈ অতি সৰল আৰু সৰস ভাষাত লিখা এই কিতাপখনতকৈ বেছি ভাল কিতাপ পৃথিৱীৰ যিকোনো ভাষাতে অতি কমেইহে আছে।

হেণ্ড্ৰিক ৱিলেম ভেন লুনে তেওঁৰ কিতাপখনৰ এটা অধ্যায়ত প্ৰাচীন গ্ৰীকসকলৰ দৈনন্দিন জীৱন-যাপনৰ এখন জীৱন্ত ছবি আমাৰ চকুৰ আগত দাঙি ধৰিছে। তেওঁ লিখিছে—

'তোমালোকৰ মনত এনে এটা প্ৰশ্ন নিশ্চয় উঠিব পাৰে ঃ প্ৰাচীন গ্ৰীকসকলে যদি কথাৰ মালিহা মাৰিবলৈ সকলো সময়তে বজাৰলৈ দৌৰ মাৰে, তেন্তে তেওঁলোকে পৰিয়ালৰ কথা চিন্তা কৰিবলৈ বা ঘৰুৱা কাম-কাজত চকু দিবলৈ সময় পায় কেনেকৈ? এইটো অধ্যায়ত মই তোমালোকক সেইটো প্ৰশ্নৰ উত্তৰ দিম।

প্ৰাচীন কালত গ্ৰীক সমাজত দুই শ্ৰেণীৰ মানুহ আছিল ঃ স্বাধীন নাগৰিক আৰু দাস। সকলো চৰকাৰী কাম-কাজত অংশ ল'বলৈ একমাত্ৰ স্বাধীন নাগৰিকসকলৰহে অধিকাৰ আছিল। গ্ৰীক চহৰবোৰত স্বাধীন নাগৰিক আৰু দাসসকলৰ উপৰি কিছুসংখ্যক বিদেশীও আছিল। অতি প্ৰয়োজনৰ সময়ত এই বিদেশীসকলকো নাগৰিক হিচাপে স্বীকৃতি দিয়া হৈছিল। উদাহৰণ স্বৰূপে সেনাবাহিনীত বেছি মানুহৰ প্ৰয়োজন হ'লে বিদেশীসকলকো সেনা হিচাপে ভৰ্তি কৰা হৈছিল। কিন্তু এনে ঘটনা আছিল নিয়মৰ ব্যতিক্ৰম। নিয়ম আছিল এইটোৱেই যে একমাত্ৰ গ্ৰীক হৈ এথেন্সৰ মাটিত জন্মগ্ৰহণ কৰা মানুহেহে এথেন্সৰ নাগৰিক হ'ব পাৰিছিল। তুমি এথেন্সৰ নাগৰিক, কাৰণ তোমাৰ আগতে তোমাৰ দেউতাৰা আছিল এথেন্সৰ নাগৰিক। তেওঁৰো আগতে তেওঁৰ দেউতাক এথেন্সৰ নাগৰিক। কিন্তু সৈনিক বা ব্যৱসায়ী হিচাপে তুমি যিমানেই সুখ্যাতি অৰ্জন নকৰা কিয়—তুমি অনন্তকাল ধৰি বিদেশী হৈ থাকিব লাগিব, যদিহে তোমাৰ পিতৃ-মাতৃ দুয়ো এথেন্সৰ নাগৰিক নহয়।

গ্ৰীক নগৰ-ৰাষ্ট্ৰবোৰত মাজে-সময়ে ৰজাৰো শাসন চলিছিল। কিন্তু বেছিভাগ সময়তে নগৰ পৰিচালনা কৰিছিল স্বাধীন নাগৰিকসকলে। এইটো সম্ভৱ হৈছিল কেৱল এই কাৰণেই যে গ্ৰীক নগৰ-ৰাষ্ট্ৰবোৰত স্বাধীন নাগৰিকতকৈ দাসৰ সংখ্যা বহুত বেছি আছিল, আৰু খেতি-পথাৰ আৰু ব্যৱসায়-বাণিজ্যকে ধৰি স্বাধীন নাগৰিকসকলৰ ঘৰ-গৃহস্থালীৰ সকলো কাম পৰিচালনা কৰিছিল দাসসকলে। আমি আধুনিক মানুহবোৰে পৰিয়ালৰ ভৰণ-পোষণৰ পৰা আৰম্ভ কৰি ঘৰৰ ভাৰা দিয়ালৈকে সকলো কাম নিজেই কৰিব লগা হয়। কিন্তু আমি গ্ৰীচদেশৰ যিটো যুগৰ কথা কৈছোঁ সেইটো যুগত এই সকলোবোৰ কাম কৰিছিল দাসসকলে। নিজৰ গৰাকীৰ ঘৰত ৰন্ধা-বঢ়াৰ সকলো কাম কৰাৰ উপৰি তেওঁলোকে গোটেই চহৰখনৰ চাহিদা পূৰাব পৰাকৈ মমবাতি তৈয়াৰ কৰিছিল। দাসবিলাকেই আছিল গ্ৰীকসকলৰ দৰ্জি, বাঢ়ৈ, সোণাৰী, শিক্ষক আৰু হিচাপ-ৰক্ষক। সংসাৰৰ যাৱতীয় কাম-কাজৰ দায়িত্ব দাসসকলৰ হাতত এৰি দি নিশ্চিন্ত হৈ স্বাধীন গ্ৰীকসকল ৰাজহুৱা সভালৈ গৈছিল যুদ্ধ আৰু শান্তিৰ

কথা আলোচনা কৰিবলৈ, অথবা থিয়েটাৰলৈ গৈছিল ইস্কাইলাছ বা ইউৰিপাইডিছৰ শেহতীয়া নাটকখনৰ অভিনয় চাবলৈ।

কিন্তু আমি যেতিয়া প্ৰাচীন গ্ৰীচৰ দাসসকলৰ কথা কওঁ, তেতিয়া কথাটো এনেকৈ বুজিব নালাগে যে তেওঁলোকো আছিল 'টম খুৰাৰ পঁজা'ত (Uncle Tom's Cabin) পঢ়িবলৈ পোৱা আমেৰিকাৰ নিগ্ৰো দাসসকলৰ নিচিনা। এই কথা ঠিক যে খেতি-পথাৰত কাম কৰা দাসসকলৰ জীৱন আছিল অতি কষ্টকৰ। কিন্তু কেতিয়াবা আৰ্থিকভাৱে দুৰ্দশাগ্ৰস্ত হোৱা স্বাধীন নাগৰিকসকলেও বন্ধুৱা খাটিবলৈ বাধ্য হৈছিল, আৰু তেওঁলোকৰ জীৱনো দাসসকলতকৈ কম কষ্টকৰ নাছিল। চহৰবোৰত বহুতো দুখীয়া স্বাধীন নাগৰিকতকৈ দাসসকলৰ আৰ্থিক অৱস্থা বেছিহে ভাল আছিল। গ্ৰীকসকলে সকলো কথাতে মধ্যম-পন্থা মানি চলিছিল আৰু আতিশয্য পৰিহাৰ কৰিছিল। সেই কাৰণে তেওঁলোকে দাসসকলৰ প্ৰতি কেতিয়াও অপ্ৰয়োজনীয় নিষ্ঠুৰতা নেদেখুৱাইছিল।

গ্ৰীকসকলে আজৰি সময়ক খুব বেছি মূল্য দিছিল। মানুহে নিজৰ প্ৰয়োজনবোৰ সীমিত কৰিলে কামো কমকৈ কৰিব লগা হয়; তেতিয়া আজৰি সময় বেছিকৈ ওলায়। গ্ৰীকসকলে আজৰি সময় বেছিকৈ পোৱাৰ প্ৰধান কাৰণ আছিল এই যে তেওঁলোকৰ নিজৰ প্ৰয়োজনবোৰ সীমিত কৰি অত্যন্ত সৰল জীৱন-যাপন কৰিছিল।

প্ৰথমতে তেওঁলোকৰ ঘৰখনৰ কথাই কওঁ। তেওঁলোকৰ ঘৰবোৰ আছিল অতি সাধাৰণ। আজিৰ যুগত এজন সাধাৰণ শ্ৰমিকেও তেওঁৰ থকা ঘৰত যিমানখিনি আৰাম আৰু স্বাচ্ছন্দ্য পাবলৈ আশা কৰে, প্ৰাচীন গ্ৰীচৰ অভিজাত আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ মানুহৰ ঘৰতো সিমানখিনি আৰাম আৰু স্বাচ্ছন্দ্যৰ উপকৰণ নাছিল। গ্ৰীকসকলৰ ঘৰবোৰত চাৰিওফালে চাৰিখন বেৰ আৰু ওপৰত এখন চাল আছিল। ঘৰবোৰত আলিবাটলৈ ওলাব পৰাকৈ এখন দুৱাৰ আছিল; কিন্তু খিৰিকি নাছিল। এখন চোতালৰ চাৰিওফালে পাক-ঘৰ, চ'ৰাঘৰ আৰু শোৱনি-কোঠা সজা হৈছিল। চোতালখন দেখাত ধুনীয়া কৰিবলৈ তাত এটা বা দুটা শিলৰ মূৰ্তি ৰখা হৈছিল আৰু দুজোপামান গছ ৰোৱা হৈছিল। বৰষুণ নিদিলে বা খুব জাৰ নপৰিলে ঘৰৰ মানুহবোৰে চোতালতে বেছিভাগ সময় কটাইছিল। চোতালখনৰ এটা চুকত ৰান্ধনীয়ে আহাৰ ৰান্ধিছিল আৰু আন এটা চুকত গৃহ-শিক্ষকে ল'ৰা-ছোৱালীবোৰক বৰ্ণমালা আৰু ধাৰাপাত শিকাইছিল। ঘৰৰ তিৰোতাসকলে চোতালখনৰ আন এটা চুকত বহি ফটা চোলা-কাপোৰৰ টাপলি মাৰিছিল। ঠিক সেই সময়ত ঘৰখনৰ গৃহস্থজন হয়তো দাসসকলে প্ৰস্তুত কৰা হিচাপ-পত্ৰ পৰীক্ষা কৰাত ব্যস্ত হৈ পৰিছিল।

আহাৰ খাবৰ সময়ত পৰিয়ালৰ আটাইবোৰ মানুহ একেঠাইতে গোট খাইছিল। তেওঁলোকৰ আহাৰ প্ৰস্তুত কৰিবলৈ বা খাবলৈ বেছি সময় নালাগিছিল, কাৰণ আহাৰ আছিল অতি সাধাৰণ। বহুত মানুহে কেৱল আহাৰ খাই জীৱনৰ বহুত বহুমূলীয়া সময় নষ্ট কৰে আৰু অকালতে মৃত্যুৰ মুখত পৰে। গ্ৰীকসকলে আহাৰ খোৱা সময়খিনিক সময়ৰ অপচয় বুলিহে ভাবিছিল। তেওঁলোকৰ আহাৰ আছিল ৰুটি, মদ, সামান্য মাংস আৰু অলপমান সেউজীয়া শাক-পাচলি। তেওঁলোকে পৰাপক্ষত পানী নাখাইছিল, কাৰণ পানীয়ে স্বাস্থ্যৰ ক্ষতি কৰে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। তেওঁলোকে মাজে-সময়ে বন্ধু-বান্ধৱ বা আত্মীয়-স্বজনক দুপৰীয়া বা ৰাতিৰ আহাৰৰ কাৰণে নিমন্ত্ৰণ কৰিছিল। কিন্তু নিমন্ত্ৰণ বুলিলে আমি যেনেকৈ পেট ফাটি যোৱাকৈ ভুৰি-ভোজন কৰিব লাগে বুলিহে বুজি পাওঁ,

গ্ৰীকসকলে তেনে কথা কল্পনাই কৰিব নোৱাৰিছিল। তেওঁলোকৰ কাৰণে বন্ধু-বান্ধৱ বা আত্মীয়-স্বজনক নিমন্ত্ৰণ কৰি একে ঠাইতে খাবলৈ বহাৰ প্ৰধান উদ্দেশ্য আছিল একোবাটিকৈ ভাল মদ খাই নানা বিষয়ৰ সজ আলোচনা কৰা। কিন্তু যিহেতু তেওঁলোক সকলো কথাতে মধ্যমপন্থী আছিল, সেই কাৰণে বেছিকৈ মদ খোৱা মানুহক তেওঁলোকে ঘিণ কৰিছিল।

আহাৰৰ দৰেই তেওঁলোকৰ সাজ-পোছাকো আছিল অতি সাধাৰণ। তেওঁলোকে পৰিষ্কাৰ আৰু পৰিপাটি হৈ থাকিবলৈ ভাল পাইছিল। তেওঁলোকে ডাঢ়ি-চুলি চুটিকৈ কাটিছিল আৰু নানা ধৰণৰ ব্যায়াম কৰি শৰীৰটো সবল কৰি ৰাখিছিল। তেওঁলোকৰ তিৰোতাসকলে গহনা পিন্ধি ভাল পাইছিল; কিন্তু ফিতাহি মৰা কামটোক তেওঁলোকে ঘৃণাৰ চকুৰে চাইছিল।

চমুকৈ ক'বলৈ গ'লে গ্ৰীকসকলৰ আদৰ্শ আছিল মধ্যম-পন্থা আৰু সৰলতা। মানুহে সম্পত্তিৰ নামত চকী-মেজ, ঘৰুৱা আচবাব, গাড়ী-ঘোঁৰা আৰু কিতাপকে আদি কৰি যিমানবোৰ বস্তু সংগ্ৰহ কৰে সেই বস্তুবোৰে গৰাকীজনৰ জীৱনৰ পৰা বহুখিনি সময় কাঢ়ি লয়। সম্পত্তিৰ যত্ন ল'বৰ কাৰণেই তেওঁ জীৱনৰ বেছিভাগ সময় খৰচ কৰিব লগা হয়। শেহান্তৰত গৈ তেওঁ নিজে হৈ পৰে সম্পত্তিৰ দাস। গ্ৰীকসকলে কিন্তু যিটো বস্তু আটাইতকৈ বেছিকৈ বিচাৰিছিল সেইটো আছিল স্বাধীনতা ঃ দেহ আৰু মন উভয়ৰে স্বাধীনতা। এই স্বাধীনতা ৰক্ষা কৰি চলিবলৈ আৰু মানসিকভাৱে মুক্ত হৈ থাকিবলৈ তেওঁলোকে এটাই উপায় বিচাৰি পাইছিল ঃ সেইটো হৈছে তেওঁলোকৰ দৈনন্দিন প্ৰয়োজনবোৰক ন্যূনতম পৰিমাণলৈ হ্ৰাস কৰা।

(২০)

এই সৰু কিতাপখনৰ চতুৰ্থ অধ্যায়ত মই লিখিছোঁ যে প্ৰাচীন গ্ৰীচত একে সময়তে যিমানবোৰ মহা-প্ৰতিভাৰ আবিৰ্ভাৱ ঘটিল তাৰ লগত তুলনা কৰিব পৰা দ্বিতীয় এটা ঘটনা পৃথিৱীৰ ইতিহাসত নাই বুলিয়েই ক'ব পাৰি। দাৰ্শনিক ডেম'ক্ৰিটাছ (খ্ৰীঃপূঃ ৪৬০–৩৭০), নাট্যকাৰ ইউৰিপাইডিছ (খ্ৰীঃপূঃ ৪৮০–৪০৬), ছফোক্লিছ (খ্ৰীঃপূঃ ৪৯৬–৪০৬), এৰিষ্টফানিছ (খ্ৰীঃপূঃ ৪৪৮–৩৮৮), ঐতিহাসিক জেনোফন (খ্ৰীঃপূঃ ৪৩০-৩৫৫), হেৰ'ডটাছ (খ্ৰীঃপূঃ ৪৮৪–৪২৫), থুচিডাইডিছ (খ্ৰীঃপূঃ ৪৬০–৪০০) সমগ্ৰ পাশ্চাত্য সভ্যতাৰ জন্মদাতা ৰূপে পৰিচিত এই আটাইবোৰ মহা-প্ৰতিভাই আছিল গ্ৰীচৰ ইতিহাসৰ সেই সোণালী যুগৰ সৃষ্টি।

গ্ৰীচৰ ইতিহাসৰ যিটো যুগে একে সময়তে ইমানবোৰ অসাধাৰণ মানুহৰ জন্ম দিছিল সেইটো যুগত গ্ৰীকসকলে যাপন কৰিছিল অতি সৰল আৰু অনাড়ম্বৰ জীৱন। উচ্চ চিন্তা আৰু সৰল জীৱন—এয়েই আছিল তেওঁলোকৰ জীৱনৰ আদৰ্শ। এডিথ হেমিল্টন নামৰ এগৰাকী ঐতিহাসিকে লিখিছে যে যিসময়ত গ্ৰীকসকলে পৃথিৱীৰ আটাইতকৈ বিস্ময়কৰ সভ্যতা গঢ়ি তুলিছিল, সেই সময়ত গ্ৰীচ আছিল এখন দৰিদ্ৰ দেশ। ইয়াৰ পৰা এই কথাকে বুজা যায় যে প্ৰাচীন গ্ৰীকসকলে ধনী হোৱাতকৈ জ্ঞানী আৰু গুণী হোৱাৰ ওপৰত বেছি গুৰুত্ব দিছিল।

গ্ৰীকসকলৰ এই মহৎ আদৰ্শৰ জীৱন্ত প্ৰতিমূৰ্তি আছিল ছক্ৰেটিছ।

বজাৰত বিক্ৰীৰ কাৰণে সজাই থোৱা নানা তৰহৰ ৰংচঙীয়া বস্তুবোৰ দেখি ছক্ৰেটিছে তেওঁৰ লগৰীয়াবোৰে শুনাকৈ প্ৰায়েই এটা কথা কৈছিল—'বজাৰত ভৰি দিলে সদায় একেটা ভাবেই মোৰ মনলৈ

আহে ঃ পৃথিৱীত ইমানবোৰ বিচিত্ৰ মনোহাৰী বস্তু আছে—যিবোৰ বস্তুৰ প্ৰয়োজন মই একেবাৰেই অনুভৱ নকৰোঁ। সেইবোৰ বস্তু নোহোৱাকৈয়ে মই জীৱনটো সুন্দৰকৈ যাপন কৰিব পাৰোঁ। মই দেৱতাসকলৰ আটাইতকৈ প্ৰিয়, কাৰণ মোৰ অভাৱ আৰু প্ৰয়োজন আটাইতকৈ কম।'

ছক্ৰেটিছৰ বন্ধু আলচিবিয়াডিছ আছিল এজন সেনাপতি। এবাৰ যুদ্ধক্ষেত্ৰত ছক্ৰেটিছে তেওঁৰ প্ৰাণ-ৰক্ষা কৰিছিল। কৃতজ্ঞতাৰ চিন স্বৰূপে আলচিবিয়াডিছে তেওঁক এডোখৰ মাটি দান কৰি তাত এটা ঘৰ সাজি থাকিবলৈ তেওঁক অনুৰোধ কৰিলে। আলচিবিয়াডিছৰ এই উপহাৰ প্ৰত্যাখ্যান কৰি ছক্ৰেটিছে ক'লে—'ইমানখিনি মাটি লৈ মই কি কৰিম? ধৰি লোৱা মোৰ এযোৰ জোতাৰ দৰকাৰ হৈছে। কিন্তু মাত্ৰ এযোৰ জোতা তৈয়াৰ কৰিবলৈ তুমি এটা গৰুৰ গোটেইখন ছাল মোক দান দিলা। মই ছালখন গ্ৰহণ কৰিলে যেনেকুৱা হাঁহি উঠা অদ্ভুত কথা হ'ব, তোমাৰ মাটিডোখৰ গ্ৰহণ কৰিলেও ঠিক তেনেকুৱা কথাই নহ'বনে?'

যিবোৰ মানুহে জ্ঞানাৰ্জনলৈ পিঠি দি কেৱল ধন-সোণ উপাৰ্জন কৰাটোকেই জীৱনৰ মুখ্য উদ্দেশ্য কৰি লৈছিল তেওঁলোকক উদ্দেশ্য কৰি ছক্ৰেটিছে কৈছিল—'বন্ধুসকল, তোমালোকে ধন-সোণ গোটাবলৈ যিমান সময় খৰচ কৰা, তাৰ এশভাগৰ এভাগ সময়ো খৰচ নকৰা নিজৰ সন্তানক সুশিক্ষা দিবৰ কাৰণে। অথচ তোমালোকৰ ধন-সম্পত্তিবোৰতো সিহঁতলৈকে এৰি থৈ যাব লাগিব? সুশিক্ষা নোপোৱা তোমালোকৰ সন্তানসকলে তাঁৰ সদ্ব্যৱহাৰ কৰিব কেনেকৈ?'

সেই একেটা কথাকে আন এটা প্ৰসঙ্গত তেওঁ অলপ বেলেগ ধৰণে কৈছিল—'ধন ঘটাটো যিমান প্ৰয়োজনীয়, তাতোকৈ বেছি প্ৰয়োজনীয় হ'ল ধনৰ সদ্ব্যৱহাৰ কৰিবলৈ শিকাটো। সেই কাৰণে এজন মানুহ ধনী হ'লেই তেওঁক প্ৰশংসা নকৰিবা। তেওঁ ধনবোৰ কেনেকৈ কি কামত খৰচ কৰে সেইটো চাবলৈ অপেক্ষা কৰিবা।'

আগৰ এটা অধ্যায়ত কৈ অহা হৈছে যে এথেন্সৰ ডেকা-গাভৰুসকলৰ স্বভাৱ-চৰিত্ৰ কলুষিত কৰাৰ অভিযোগত ছক্ৰেটিছক মৃত্যুদণ্ড দিয়া হৈছিল। সেই অভিযোগৰ উত্তৰ দি ছক্ৰেটিছে বিচাৰক-মণ্ডলীক উদ্দেশ্য কৰি কৈছিল—'মই এথেন্সৰ ডেকা-বুঢ়া সকলোকে উদ্দেশ্য কৰি সকলো সময়তে মাত্ৰ এটা কথাই কৈ থাকোঁ ঃ তোমালোকে শৰীৰতকৈ আত্মাৰ মঙ্গলৰ কথা বেছিকৈ চিন্তা কৰিবা; ধন-সোণৰ পিছে পিছে ঢপলিয়াই ফুৰাতকৈ জ্ঞানৰ পিছে পিছে বেছিকৈ ঢপলিয়াবা। মই তোমালোকক ক'ব খোজোঁ যে ধন-সোণে তোমালোকক নৈতিক উৎকৰ্ষ দিব নোৱাৰে; বৰং নৈতিক উৎকৰ্ষই হ'ল আচল ঐশ্বৰ্য। এইটোৱেই হ'ল মই মানুহক দিব খোজা শিক্ষা। মোৰ এই শিক্ষাই যদি এথেন্সৰ ডেকা-গাভৰুসকলৰ স্বভাৱ-চৰিত্ৰ কলুষিত কৰিছে, তেন্তে কোনো সন্দেহ নাই যে মই এজন দুষ্ট প্ৰকৃতিৰ মানুহ।'

## (২১)

এইখিনিতে মই এটা ব্যক্তিগত কথা কৈ লওঁ। অৱশ্যে ছক্ৰেটিছৰ বিষয়ে লেখা এই ৰচনাখনৰ অন্ততঃ কিছু অংশ এখন ব্যক্তিগত ৰচনা, কাৰণ ৰচনাখনৰ আৰম্ভণিতেই মই ছক্ৰেটিছক মোৰ প্ৰিয় মানুহ বুলি ঘোষণা কৰি লৈছোঁ। মই জীৱনত প্ৰথমবাৰৰ কাৰণে যেতিয়া ছক্ৰেটিছৰ নামটো শুনো তেতিয়া মোৰ বয়স কিমান হৈছিল সেই কথা এতিয়া স্পষ্টকৈ মোৰ মনত নাই। কিন্তু মনত পেলাবলৈ চেষ্টা কৰি ভাবোঁ

যে মোৰ বয়স তেতিয়া বোধহয় সাত-আঠ বছৰতকৈ বেছি হোৱা নাছিল। প্ৰায় সেই বয়সতে মই যে আমাৰ ঘৰৰ পুথিভঁৰালৰ এখন ইংৰাজী কিতাপত ছক্ৰেটিছৰ এখন ছবি দেখিছিলো সেই কথা আগৰ এটা অধ্যায়ত কৈছোঁ। আমাৰ এখন পাঠ্যপুথিত ছক্ৰেটিছৰ বিষয়ে এটা সৰু কাহিনী আছিল। কাহিনীটোৰ উদ্দেশ্য আছিল ছক্ৰেটিছৰ উদাহৰণ দেখুৱাই ছাত্ৰসকলক ধৈৰ্য আৰু আত্ম-সংযমৰ শিক্ষা দিয়া। ছক্ৰেটিছৰ ঘৈণীয়েক জান্থিপ এগৰাকী অতি খঙাল আৰু দন্দুৰী তিৰোতা আছিল। কিন্তু তেওঁৰ সকলো খং-ৰাগ আৰু গালি-শপনি ছক্ৰেটিছে নীৰৱে সহ্য কৰিছিল। তেওঁ কেতিয়াও ঘৈণীয়েকৰ লগত ওলোটাই ফেপেৰি পাতি নধৰিছিল বা গালিৰ উত্তৰত গালি নিদিছিল। কিন্তু তেওঁৰ প্ৰশান্তি আৰু নীৰৱতাই জান্থিপক বেছিকৈহে উত্তেজিত কৰি তুলিছিল। এদিন জান্থিপে তেনেকৈ খঙত জ্বলি-পকি ছক্ৰেটিছক গালি পাৰি আছে; কিন্তু ছক্ৰেটিছে একো নুশুনাৰ ভাও জুৰি চোতালৰ এচুকত বহি আপোন ভাবত বিভোৰ হৈ আছে। জান্থিপৰ অবিৰাম গালি-বৰ্ষণে ছক্ৰেটিছৰ গাৰ নোম এডালো লৰাব নোৱৰা দেখি জান্থিপৰ খং গৈ মূৰৰ চুলি পালেগৈ। তেওঁৰ মুখৰ আগতে একলহ পানী আছিল। জান্থিপে খঙত একোনাই হৈ গোটেই কলহ পানী ছক্ৰেটিছৰ মূৰত ঢালি দিলে। কিন্তু তেতিয়াও সম্পূৰ্ণ নিৰ্বিকাৰ হৈ থাকিল ছক্ৰেটিছ!

এইটোৱেই আছিল মোৰ জীৱনত ছক্ৰেটিছৰ বিষয়ে মই পঢ়া প্ৰথম কাহিনী। পিছত ডাঙৰ হৈ যেতিয়া ছক্ৰেটিছৰ বিষয়ে বহুত কিতাপ পঢ়িবলৈ সুযোগ পালো তেতিয়া কোনোবা এখন কিতাপৰ ওপৰৰ কাহিনীটোৰ লগত সম্পৰ্ক থকা আন এটা কথাও পঢ়িবলৈ পালো। বহুত মানুহে বিভিন্ন বিষয়ে ছক্ৰেটিছৰ পৰা উপদেশ বিচাৰিছিল। এদিন এজন মানুহে ছক্ৰেটিছক সুধিলে—'মই বিয়া কৰাব খুজিছোঁ। এই বিষয়ে আপুনি মোক কি উপদেশ দিব খোজে?' ছক্ৰেটিছে উত্তৰত ক'লে—'মই তোমাক বিয়া কৰাবলৈ উপদেশ দিওঁ। তুমি যদি এগৰাকী ভাল তিৰোতাক পত্নী হিচাপে লাভ কৰা তেন্তে তুমি জীৱনত খুব সুখী হ'বা। কিন্তু তোমাৰ পত্নী যদি খঙাল আৰু দন্দুৰী হয় তেন্তে তুমি এজন দাৰ্শনিক হ'বা।'

অৱশ্যে ছক্ৰেটিছৰ বিষয়ে পঢ়া এই কাহিনী বা কথাবোৰে মোৰ মনত বিশেষ ৰেখাপাত কৰিব পৰা নাছিল। সময়ে মচিব নোৱৰাকৈ মোৰ মানস-পটত ছক্ৰেটিছৰ ছবিখন অংকন কৰিলে বাংলা ভাষাত লিখা এটা কবিতাই। বাংলা ভাষাত 'দেশ' নামৰ এখন আলোচনী আছে। ১৯২৯ চনত প্ৰথম আত্ম-প্ৰকাশ কৰা এই আলোচনীখনেই বাংলা ভাষাৰ আটাইতকৈ জনপ্ৰিয় আৰু দীৰ্ঘজীৱী আলোচনী। মোৰ দেউতা আন বহুতো অসমীয়া আৰু বাংলা আলোচনীৰ লগতে 'দেশ'ৰো গ্ৰাহক আছিল—আলোচনীখনৰ জন্মলগ্নৰ পৰাই। আমাৰ ঘৰৰ পুথিভঁৰালত বহুতো বাংলা কিতাপ আৰু আলোচনী থকাৰ কাৰণে সেইবোৰ পঢ়ি পঢ়ি মই খুব কম বয়সতে বাংলা ভালকৈ পঢ়িব পৰা হৈছিলো। নতুন নতুন কিতাপৰ সন্ধানত কিতাপৰ আলমাৰী দুটা চলাথ কৰোঁতে এদিন মই আবিষ্কাৰ কৰিলো 'দেশ' নামৰ বাংলা আলোচনীখনৰ বহুতো পুৰণি সংখ্যা। সেই সময়ত 'দেশ'ৰ গুৰু-গম্ভীৰ প্ৰবন্ধবোৰ পঢ়িব পৰা বা পঢ়ি সেইবোৰৰ ৰসাস্বাদন কৰিব পৰা বয়স আৰু বিদ্যা-বুদ্ধি মোৰ হোৱা নাছিল। মই বেছিকৈ পঢ়িছিলো গল্প আৰু কবিতাবোৰ। 'দেশ'বোৰ এফালৰ পৰা পঢ়ি যাওঁতে আলোচনীখনৰ এটা সংখ্যাত মোৰ চকু পৰিল 'ছক্ৰেটিছৰ বিচাৰ' নামৰ এটা অতি দীঘল কবিতাত। কবিতাটোত মোৰ চকু পৰিল আৰু তাতেই কিছু সময় সি থৰ লাগি ৰ'ল। চকু থৰ লাগি ৰোৱাৰ কাৰণ আছিল কবিতাটোৰ নাম, আৰু লগতে তাৰ দৈৰ্ঘ্য। সেই সময়ত 'দেশ'-এ আলোচনীৰ ৰূপ লোৱা নাছিল। আলোচনী হ'লেও তাক উলিওৱা হৈছিল বাতৰি কাকতৰ ৰূপত। বাতৰি কাকতখনৰ প্ৰায় এটা সম্পূৰ্ণ পৃষ্ঠা জুৰি আছিল কবিতাটোৱে। মোৰ কম বয়সৰ সীমিত অভিজ্ঞতাত

মই তেতিয়ালৈকে দেখা সেইটোৱেই আছিল আটাইতকৈ দীঘল কবিতা। কবিতাটোৰ লেখকজনৰ নাম আছিল বিবেকানন্দ মুখোপাধ্যায়। তেওঁ এজন ডাঙৰ সাংবাদিকো আছিল, আৰু পিছলৈ তেওঁ অধুনা-লুপ্ত 'যুগান্তৰ' নামৰ বিখ্যাত বাংলা দৈনিক বাতৰি কাকতৰ সম্পাদক হৈছিল। অৱশ্যে এইবোৰ কথা মই পিছতহে জানিছিলো।

ছক্রেটিছৰ নামটো মই আগতেই জানিছিলো, কিন্তু তেওঁ যে বিচাৰৰ সন্মুখীন হ'ব লগা হৈছিল সেই কথা মই একেবাৰেই নাজানিছিলো। কবিতাৰ আকৰ্ষণত আৰু ছক্রেটিছৰ প্রতি কৌতূহলত মই সেই দীঘল কবিতাটো খুব ধীৰে ধীৰে পঢ়িবলৈ ধৰিলো। অমিত্রাক্ষৰ ছন্দত আৰু আবেগপূর্ণ ভাষাত লেখা কবিতাটোৱে মোৰ মন আলোড়িত কৰি তুলিলে। লগতে কবিতাটোৱে ছক্রেটিছৰ এখন জীৱন্ত ছবি মোৰ মনৰ চকুৰ আগত দাঙি ধৰিলে। মৃত্যুক সমূলি ভয় নকৰা আৰু আসন্ন মৃত্যুৰ সন্মুখতো ধীৰ-স্থিৰ হৈ থাকি বিচাৰক-মণ্ডলীক সম্বোধন কৰি গভীৰ জ্ঞানৰ কথা কোৱা ছক্রেটিছ নামৰ মানুহজনে মোৰ মনত এনে দকৈ সাঁচ বহুৱালে যে তেওঁৰ প্রতি মোৰ মনত এটা চিৰস্থায়ী কৌতূহল সৃষ্টি হ'ল। তাৰ পিছৰ পৰাই ছক্রেটিছৰ বিষয়ে লেখা যিকোনো কথা মোৰ চকুত পৰিলেই তাক মই নপঢ়াকৈ থাকিব নোৱৰা হ'লো। আনকি জেক্‌ছ্‌-লুই ডেভিদ নামৰ এজন বিখ্যাত ফৰাচী চিত্রকৰে অঁকা 'ছক্রেটিছৰ মৃত্যু' নামৰ এখন ছবিৰ প্রিণ্টেও বহুদিন ধৰি মোৰ পঢ়া-কোঠাৰ বেৰ শোভা কৰিছে। কিতাপ পঢ়াৰ ফাঁকে ফাঁকে মই মাজে-সময়ে ছবিখনলৈ চাওঁ, আৰু মোৰ জীৱনত এনে এজন মানুহৰ জীৱন্ত উপস্থিতি অনুভৱ কৰোঁ—যিজন মানুহে আজিৰ পৰা আঢ়ৈ হাজাৰ বছৰৰ আগতে এই পৃথিৱীৰ পৰা বিদায় লৈছিল।

## (২২)

মানুহৰ বিচাৰ-ব্যৱস্থা সভ্যতাতকৈও বেছি পুৰণি। কেইবা হাজাৰ বছৰৰ আগতেই মানুহে সমাজ পাতি বাস কৰিবলৈ লোৱাৰ দিন ধৰি সমাজৰ নিয়ম ভঙ্গ কৰা মানুহক শাস্তি দিবলৈ বিচাৰ কৰাৰ প্রথা চলি আহিছে। সেই লক্ষ-কোটি বিচাৰৰ ভিতৰত কেইটামান বিচাৰৰ কাহিনী মানৱ-জাতিৰ যুগমীয়া স্মৃতিত পৰিণত হৈছে। সেই স্মৃতিৰ পৰা মানুহে জীৱনটোক মহৎভাৱে যাপন কৰিবলৈ আৰু মৃত্যুক প্রশান্তচিত্তে গ্রহণ কৰিবলৈ প্রেৰণা আহৰণ কৰিছে। বুৰঞ্জীত লিপিবদ্ধ হৈ থকা বিচাৰ-কাহিনীবোৰৰ ভিতৰত আটাইতকৈ বিখ্যাত আৰু প্রেৰণাদায়ক হ'ল ছক্রেটিছৰ বিচাৰ। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পিছত যেতিয়া বৃটিছ শাসকৰ আদালতত মহাত্মা গান্ধীৰ বিচাৰ হৈছিল আৰু বিচাৰত তেওঁক ছবছৰ কাৰাদণ্ড দিয়া হৈছিল, তেতিয়া সেই সময়ৰ এজন লেখকে মহাত্মা গান্ধীৰ বিচাৰক তুলনা কৰিছিল আঢ়ৈ হাজাৰ বছৰৰ আগতে হোৱা ছক্রেটিছৰ বিচাৰৰ লগত।

ছক্রেটিছে কেনেকৈ হাঁহি হাঁহি মৃত্যুবৰণ কৰিছিল সেই কথা আগৰ একাধিক অধ্যায়ত কোৱা হৈছে। তেওঁ বিচাৰক-মণ্ডলীক উদ্দেশ্য কৰি যিটো দীঘলীয়া বক্তৃতা দিছিল সেইটো সম্পূর্ণ ৰূপত উদ্ধৃত কৰিবলৈ ইয়াত ঠাইৰ নাটনি হ'ব। কিন্তু ছক্রেটিছ মানুহজন কেনেকুৱা আছিল, আৰু জীৱন আৰু মৃত্যুক তেওঁ কি দৃষ্টিৰে চাইছিল সেই কথা বুজাবলৈ তেওঁৰ বক্তৃতাৰ মাত্র কেইটামান বাক্যই যথেষ্ট হ'ব বুলি মই ভাবোঁ।

বিচাৰক-মণ্ডলীক উদ্দেশ্য কৰি তেওঁ কৈছিল ঃ

'হে এথেন্সৰ নাগৰিকসকল, মোক এজন কিশোৰ বক্তাৰ ৰূপত দেখিবলৈ আপোনাসকলে আশা নকৰিব। মই আপোনাসকলৰ পৰা এটা অনুগ্ৰহ ভিক্ষা কৰিব খোজোঁ। মই মানুহৰ লগত কথা পাতোঁতে বা তৰ্ক কৰোঁতে যিবোৰ শব্দ ব্যৱহাৰ কৰোঁ সেই শব্দবোৰৰ লগত আপোনালোক সকলোৱেই খুব ভালকৈ পৰিচিত। আজি ইয়াতো যদি মই সেই একেবোৰ শব্দকে ব্যৱহাৰ কৰোঁ তেন্তে আপোনাসকল যেন আচৰিত নহয়, বা সেই শব্দবোৰ ব্যৱহাৰ কৰাৰ কাৰণে মোৰ বক্তব্য দাঙি ধৰাত মোক বাধা নিদিয়ে।

মোৰ বয়স এতিয়া সত্তৰ বছৰতকৈ বেছি হ'ল, আৰু মই জীৱনত প্ৰথমবাৰৰ কাৰণে আদালতত হাজিৰ হৈছোঁ। এই ঠাইখন মোৰ কাৰণে একেবাৰে অচিনাকি। আপোনাসকলেও মোক যদি এজন অচিনাকি মানুহ বুলি গণ্য কৰে, আৰু মই আপোনাসকলৰ অচিনাকি এটা ভাষা ব্যৱহাৰ কৰাৰ কাৰণে মোক ক্ষমা কৰে, তেন্তে মই আপোনাসকলৰ ওচৰত নথৈ কৃতজ্ঞ হ'ম।

হে বিচাৰক-মণ্ডলী, মই আপোনাসকলক এটা আচৰিত ঘটনাৰ কথা ক'ব খোজোঁ। ইমানদিনে মই এটা কথা লক্ষ্য কৰি আহিছোঁ যে মই যেতিয়াই কিবা এটা ভুল কাম কৰিব খোজোঁ বা ভুল কথা ক'ব খোজোঁ, তেতিয়াই মোৰ অন্তৰৰ পৰা ওলোৱা এটা স্বৰ্গীয় শক্তিয়ে তেনে ভুল কৰাত মোক বাধা দিয়ে। কিন্তু আজি ৰাতিপুৱা যেতিয়া মই ঘৰৰ পৰা ওলাইছিলো বা আদালত অভিমুখে আগবাঢ়িছিলো বা আজি ইয়াত যিখিনি কথা ক'ম সেইখিনি আওৰাইছিলো, তেতিয়া কিন্তু সেই দৈৱশক্তিয়ে মোক বাধা দিয়া নাছিল। অথচ মানুহে ভবা মতে বা বিশ্বাস কৰা মতে আজিৰ দিনটোৱেই মোৰ কাৰণে আটাইতকৈ অমঙ্গলীয়া দিন নহয়নে? অথচ আজিৰ দিনটোতে সেই দৈৱশক্তি নীৰৱ হৈ থাকিল। মই এই নীৰৱতাৰ কি বুলি ব্যাখ্যা কৰিম? মোৰ ব্যাখ্যাটো আপোনাসকলক কওঁ শুনক।

দৈৱশক্তিয়ে নীৰৱ হৈ থাকি বা মোক বাধা নিদি মোক এই কথাটোকেই বুজাই দিলে যে আজি ইয়াত যিটো ঘটনা ঘটিব সেইটো ঘটিব মোৰ মঙ্গলৰ কাৰণেই। মৃত্যুক যিসকলে অশুভ বুলি ভাবে তেওঁলোকে আচলতে তেনেকৈ ভাবি ভুল কৰে। মই যদি আজি মঙ্গলৰ ফালে নগৈ অমঙ্গলৰ ফালে গ'লোহেঁতেন, তেন্তে দৈৱশক্তিয়ে মোক নিশ্চয় বাধা দিলেহেঁতেন।

মৃত্যু হয় মঙ্গলময়, অথবা ই এক গভীৰ নিদ্ৰা। এই কথাটোকে আমি আন এটা দৃষ্টিকোণৰ পৰাও চাব পাৰোঁ। মৃত্যু যিকোনো দুটা কথাৰ ভিতৰত যিকোনো এটা মাত্ৰ হ'ব পাৰে ঃ হয় ই এক অন্তহীন শূন্যতা আৰু সম্পূৰ্ণ নিশ্চেতনা, অথবা বহুতো মানুহে ভবাৰ দৰে ই আত্মাৰ ইহকালৰ পৰা পৰকাললৈ গমন মাত্ৰ। যদি আপুনি ধৰি লয় যে মৃত্যু এক গভীৰ নিদ্ৰা মাত্ৰ, আনকি স্বপ্নয়ো সেই নিদ্ৰাত ব্যাঘাত ঘটাব নোৱাৰে, তেন্তে মৃত্যুতকৈ কাম্য বস্তু আন একোৱেই হ'ব নোৱাৰে। সেই ক্ষেত্ৰত অনন্ত কাল এটা মাত্ৰ অন্তহীন ৰাতি।

আনহাতে মৃত্যুৰ পিছতো যদি জীৱন আৰু পৰকাল থাকে, তেন্তে মই ইহকালত বিচৰাৰ দৰে পৰকালতো শুদ্ধ আৰু প্ৰকৃত জ্ঞান বিচাৰিব পাৰিম; কোন প্ৰকৃততে জ্ঞানী আৰু কোনে জ্ঞানীৰ ভাওহে ধৰিছে সেই কথাও মই বিচাৰ কৰিব পাৰিম।'

আমি আধুনিক মানুহবোৰেও ছক্ৰেটিছৰ বিষয়ে কিয় জানিব লাগে? কিয় তেওঁৰ শিকনিবোৰ আমি স্মৰণ কৰিব লাগে?

এই দুয়োটা প্ৰশ্নৰ এটা উত্তৰ হ'ল এই যে ছক্ৰেটিছে মানুহক প্ৰশ্ন কৰিবলৈ শিকাইছিল। মানৱ-জাতিৰ আন কোনো শিক্ষকেই ছক্ৰেটিছৰ নিচিনাকৈ মানুহক প্ৰশ্ন কৰিবলৈ শিকোৱা নাছিল। মানুহৰ কাম হ'ল প্ৰশ্ন সোধা আৰু তাৰ উত্তৰ বিচৰা। যিদিনাই মানুহে প্ৰশ্ন সুধিবলৈ আৰু তাৰ উত্তৰ বিচাৰিবলৈ আৰম্ভ কৰিলে সেইদিনাৰ পৰাই মানুহৰ মানুহ হোৱাৰ যাত্ৰা আৰম্ভ হ'ল। মানুহে যেতিয়াই বেছিকৈ প্ৰশ্ন কৰে তেতিয়াই সি উন্নতিৰ পথত বেছি বেগেৰে আগুৱাই যায়। প্ৰশ্ন কৰিবলৈ এৰিলেই মানুহ একে ঠাইতে থমকি থাকে। কিন্তু প্ৰশ্ন কৰিলেই যে লগে লগে শুদ্ধ উত্তৰটো পোৱা যায় সেই কথা নহয়। বেছিভাগ ক্ষেত্ৰতেই সত্য বহুত গভীৰত লুকাই থাকে। তাক ঢাকি ৰাখে তৰপে তৰপে অসত্যই। বেছিভাগ মানুহেই গভীৰলৈ যাব নোৱাৰি অসত্যৰ তৰপবোৰকে সত্য বুলি ভুল কৰে বা ভুল কৰিব খোজে। প্ৰশ্ন কৰি কৰি তৰপৰ পিছত তৰপ অসত্য ভেদ কৰিব পাৰিলেহে সত্যক বিচাৰি পোৱা যায়। ছক্ৰেটিছে মানুহক কেৱল প্ৰশ্ন কৰিবলৈ শিকোৱা নাই; কেনেকৈ প্ৰশ্ন কৰিব লাগে সেই কথাও শিকাই থৈ গৈছে। পৃথিৱীত মানুহ থকালৈকে ছক্ৰেটিছৰ এই শিক্ষা প্ৰাসঙ্গিক হৈ থাকিব।

ইয়াৰ আগৰ কেইটামান অধ্যায়ত বাৰ্ট্ৰাণ্ড ৰাছেলৰ কথা কেবাবাৰো উল্লেখ কৰা হৈছে। আধুনিক কালৰ সৰ্বশ্ৰেষ্ঠ দাৰ্শনিকসকলৰ ভিতৰত তেওঁকো এজন বুলি ধৰা হয়। কিন্তু এই মহান দাৰ্শনিকজনক ১৯৫০ চনত ন'বেল পুৰস্কাৰ দিয়া হৈছিল সাহিত্যৰ কাৰণে। তেওঁৰ বিষয়ে লেখা এটা প্ৰবন্ধত কোৱা হৈছে যে বাৰ্ট্ৰাণ্ড ৰাছেলেও ছক্ৰেটিছৰ নিচিনাকৈ মানুহক প্ৰশ্ন কৰিবলৈ মনত পেলাই দিছিল। তেওঁ আৰু কৈছিল—'সত্যৰ সন্ধান এটা দীঘলীয়া আৰু কষ্টকৰ কাম। মানুহে সত্য বুলি বিশ্বাস কৰা বা সত্য বুলি চলি অহা কথাবোৰেই সত্য নহ'বও পাৰে। সেই কাৰণে মানুহে অলপ দূৰলৈ ডিঙি মেলি চাই সত্যৰ সন্ধান কৰি থাকিব লাগে।' প্ৰায় আঢ়ৈ হাজাৰ বছৰৰ আগতে ছক্ৰেটিছে যিবোৰ কথা কৈছিল সেইবোৰৰ হুবহু প্ৰতিধ্বনি শুনা গৈছে কুৰি শতিকাৰ দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলৰ কথাত। তদুপৰি 'বাৰ্ট্ৰাণ্ড ৰাছেলেও ছক্ৰেটিছৰ নিচিনাকৈ মানুহক প্ৰশ্ন কৰিবলৈ মনত পেলাই দিছিল'—এই বাক্যটো কৈ লেখকজনে বুজাই দিছে যে ছক্ৰেটিছৰ শিক্ষা আজিও প্ৰাসঙ্গিক হৈ আছে আৰু চিৰকাল থাকিব।

ওপৰত উল্লেখ কৰা দুয়োটা প্ৰশ্নৰ আৰু এটা উত্তৰ দিছে এইচ.এ.এল ফিশ্বাৰ নামৰ এজন পণ্ডিতে। তেওঁ ছক্ৰেটিছৰ বিষয়ে লিখিছে—'ছক্ৰেটিছে এথেন্সৰ মানুহক এই কথা শিকাইছিল যে নিজৰ আত্মাৰ মঙ্গলৰ কাৰণে কাম কৰাটো প্ৰতিজন মানুহৰ কৰ্তব্য, আৰু নৈতিক স্বাস্থ্য নিৰ্ভৰ কৰে আত্ম-পৰীক্ষাৰ ওপৰত। তেওঁৰ কাৰণে দৰ্শন কেৱল জ্ঞানৰ অনুশীলন নাছিল; ই আছিল জীৱন-যাপনৰ এটা পদ্ধতি। ছক্ৰেটিছে নিজৰ আত্মাক পৰীক্ষা কৰি চাইছিল আৰু আনকো তেনে কৰিবলৈ বাধ্য কৰিছিল। খ্ৰীষ্টীয় ধৰ্মশাস্ত্ৰত যিবোৰ নীতি-বচন পোৱা যায় সেইবোৰ যীশুখ্ৰীষ্টৰ জন্মৰ বহু আগতেই শুনা গৈছিল ছক্ৰেটিছৰ কথোপকথনত। নীতিশাস্ত্ৰ বুলিলে আমি যিটো কথা বুজোঁ, নীতিশাস্ত্ৰৰ যিবোৰ কথা ইউৰোপীয় ধৰ্মৰ মূল ভেটি, সেইবোৰৰ শিপা বিচাৰি পোৱা যায় ছক্ৰেটিছৰ শিক্ষাত।'

## (২৪)

ছক্রেটিছেনো মানুহক কি শিক্ষা দিছিল?

'পৃথিবীত এটা মাত্র মঙ্গল আছে—জ্ঞান। এটা মাত্র অমঙ্গল আছে—অজ্ঞতা।'

'মই কাকো একো কথা শিকাব নোৱাৰোঁ; মই কেৱল মানুহক চিন্তা কৰিবলৈ বাধ্য কৰিব পাৰোঁ।'

'মানুহে মোৰ বিষয়ে কি কয় তালৈ মই ভ্ৰূক্ষেপ নকৰোঁ; মই চিন্তা কৰোঁ কেৱল মোৰ ভুলবোৰৰ বিষয়েহে।'

'তুমি যে একো নাজানা সেইটো জনাই হ'ল প্ৰকৃত জ্ঞান।'

'আটাইতকৈ ওপৰত স্থান দিব লাগিব ন্যায়ক; তাৰ ওপৰত আন একো নাই।'

'মানুহে কি বিচৰা উচিত সেইটো জানিবলৈ প্ৰজ্ঞাৰ প্ৰয়োজন।'

'জীৱনটো যদি পৰীক্ষা কৰি চোৱা নহয় তেন্তে তেনে জীৱন জীয়াই থকাৰ যোগ্য নহয়।'

'যি মানুহে গোটেই পৃথিৱীখন পৰিচালনা কৰিব খোজে তেওঁ প্ৰথমে পৰিচালনা কৰিব লাগিব নিজক।'

'আনৰ কিতাপ পঢ়ি নিজৰ স্বভাৱ-চৰিত্ৰ উন্নত কৰিবলৈ চেষ্টা কৰিবা; তেতিয়া আনৰ কঠিন পৰিশ্ৰমৰ ফল তুমি নিজে একো পৰিশ্ৰম নকৰাকৈয়ে পাবা।'

'জীৱনৰ উদ্দেশ্য হ'ল ঈশ্বৰৰ নিচিনা হোৱাটো; আত্মাই যদি ঈশ্বৰক অনুসৰণ কৰে তেন্তে সি ঈশ্বৰৰ নিচিনাই হ'ব।'

'আটাইতকৈ সুখী মানুহ হ'ল সেইজন—যিজনে অতি কম বস্তুক লৈয়েই সন্তুষ্ট হৈ থাকিব পাৰে।'

'কেৱল জীৱনৰ একো মূল্য নাই; আচল মূল্যৱান বস্তু হ'ল সৎ জীৱন।'

'যিবোৰ মানুহে তোমাক প্ৰশংসা কৰে সেইবোৰ মানুহক বন্ধু বুলি নাভাবিবা; আচল বন্ধু হ'ল মৰমৰ মাতেৰে তোমাৰ দোষ দেখুৱাই দিয়া মানুহবোৰ।'

'তুমি কেৱল নিজে সৎ হ'লে নহ'ব; তুমি হ'ব লাগিব আনৰো সততাৰ প্ৰেৰণা।'

'সততে এই কথা মনত ৰাখিবা যে মানুহৰ জীৱনত স্থিৰ আৰু স্থায়ী বস্তু একো নাই। সকলোবেই পৰিৱৰ্তনশীল। সেই কাৰণে সুখত উতলা আৰু দুখত অধীৰ নহ'বা।'

'তোমাৰ সুনামেই হ'ল তোমাৰ আটাইতকৈ মূল্যৱান সম্পদ। ইয়াক জুইৰ লগত তুলনা কৰিব পাৰি। জুই এবাৰ জ্বলাই ল'লে তাক বহুত পৰ জ্বলা অৱস্থাত ৰাখিব পাৰি। কিন্তু জুই নুমাই গ'লে তাক পুনৰ জ্বলাবলৈ কষ্ট হয় আৰু সময় লাগে।'

'জীৱিত বা মৃত কোনো অৱস্থাতেই এজন প্ৰকৃত সৎ মানুহৰ একো অমঙ্গল হ'ব নোৱাৰে।'

'বহুতো কাম বেয়াকৈ কৰাতকৈ অলপমান কাম ভালকৈ কৰাটো বেছি ভাল।'

'কোনজন মানুহক প্ৰকৃত অৰ্থত শিক্ষিত মানুহ বুলি ক'ব পাৰি? যিজন মানুহে দৈনন্দিন জীৱনত

সম্মুখীন হোৱা সমস্যাবোৰ নিজৰ বুদ্ধি-বৃত্তি খটুৱাই সমাধান কৰিব পাৰে। দ্বিতীয়তে, আন মানুহৰ প্ৰতি তেওঁৰ আচৰণ হ'ব লাগিব সম্মানসূচক আৰু শিষ্টাচাৰপূৰ্ণ। আনৰ দোষ-ত্ৰুটিবোৰ তেওঁ হাঁহিমুখে সহ্য কৰিব পাৰিব লাগিব, আৰু আনৰ প্ৰতি তেওঁ হ'ব লাগিব সদয় আৰু সহানুভূতিশীল। যি মানুহক আনন্দই উত্ৰাৱল নকৰে, কৃতকাৰ্যতাই নষ্ট নকৰে, সকলো প্ৰতিকূল পৰিস্থিতিৰ সমুখতো যি মানুহে ধৈৰ্য নেহেৰুৱাই নিজৰ ওপৰত বিশ্বাস ৰাখে, তেওঁকেই প্ৰকৃত জ্ঞানী মানুহ বুলি ক'ব পাৰি।

'প্ৰকৃত জ্ঞানী মানুহৰ লক্ষণ জানিবলৈ এটা উপমা ব্যৱহাৰ কৰিব পাৰি। এটা আন্ধাৰ গুহাৰ কথা কল্পনা কৰা। গুহাটোত কিছুমান মানুহক বন্দী কৰি থোৱা হৈছে। তেওঁলোকক শিকলিৰে এনেকৈ বান্ধি থোৱা হৈছে যে তেওঁলোকে কেৱল সন্মুখৰ ফালেহে চাই থাকিব পাৰে। আন কোনো ফালে চাবলৈ তেওঁলোকে মূৰটো ঘূৰাব নোৱাৰে। তেওঁলোকৰ পিঠিৰ পিছফালে একুৰা ডাঙৰ জুই জ্বলি আছে। তেওঁলোকৰ সমুখত আছে গুহাটোৰ ভিতৰখন ঢাকি থোৱা এখন বেৰ। জ্বলা জুইকুৰাই সমুখৰ বেৰখনত বন্দী মানুহবোৰৰ আৰু তেওঁলোকৰ পিছফালে থকা বস্তুবোৰৰ ছাঁ পেলাইছে। যিহেতু মানুহবোৰে আন একো বস্তুকেই দেখা নাই বা চাব নোৱাৰে, সেই কাৰণে তেওঁলোকৰ কাৰণে সেই ছাঁবোৰেই হ'ল আচল বস্তু। কিন্তু এদিন এজন মানুহে কেনেবাকৈ শিকলি ছিঙি বাহিৰলৈ ওলাই আহিল, আৰু সূৰ্যৰ উজ্জ্বল পোহৰত বাহিৰৰ বিশাল পৃথিৱীখনৰ বিচিত্ৰ বস্তুবোৰ দেখিবলৈ পালে। তেওঁ তেতিয়াহে বুজিলে যে তেওঁ ইমানদিনে দেখি অহা যি ছাঁবোৰক একমাত্ৰ সত্য বস্তু বুলি ভাবি আছিল সেইবোৰ আচলতে বস্তুৰ ছাঁহে; প্ৰকৃত সত্য বস্তু নহয়। তেওঁ নিজৰ লগৰীয়াসকলক এই খবৰটো দিবলৈ উত্তেজিত হৈ গুহাৰ ভিতৰলৈ দৌৰি গ'ল। বাহিৰৰ উজ্জ্বল ৰ'দে তেওঁৰ চকুত জলক-তবক লগাইছিল। সেই কাৰণে ভিতৰলৈ গৈ তেওঁ প্ৰথমে ছাঁবোৰো ভালকৈ মনিব নোৱাৰিলে। তেওঁ বন্ধুবোৰক তেওঁৰ নতুন অভিজ্ঞতাৰ কথা কৈ শুনালে। তেওঁ বন্ধুবোৰক বুজাবলৈ চেষ্টা কৰিলে যে তেওঁলোকে ইমান দিনে একমাত্ৰ আচল বস্তু বুলি ভাবি থকা বস্তুবোৰ আচলতে বস্তুৰ ছাঁহে; আচল বস্তুবোৰ আৰু সিহঁতৰ আচল ৰূপবোৰ দেখা যাব সূৰ্যৰ উজ্জ্বল পোহৰত— গুহাৰ বাহিৰৰ পৃথিৱীখনত। কিন্তু কেৱল ছাঁৰ ওপৰত দৃষ্টি নিবদ্ধ কৰি ৰখা বন্দী মানুহবোৰ তেওঁৰ কথা বিশ্বাস কৰিবলৈ ৰাজী নহ'ল।'

জ্ঞানৰ পোহৰত সকলো বস্তুৰ আচল ৰূপটো চাবলৈ সুযোগ পোৱা মানুহজনেই হ'ল জ্ঞানী মানুহ। অজ্ঞানতাৰূপী গুহাৰ অন্ধকাৰত কেৱল সমুখৰ ফালে চাই থাকিবলৈ বাধ্য হোৱা শৃংখলিত মানুহবোৰ হ'ল অজ্ঞানী মানুহ। মানৱ জীৱনৰ প্ৰধান লক্ষ্য হোৱা উচিত জ্ঞানৰ সন্ধান। 'পৃথিৱীত এটা মাত্ৰ মঙ্গল আছে—জ্ঞান। এটা মাত্ৰ অমঙ্গল আছে—অজ্ঞতা।'

* * *

# সূচীপত্ৰ

# অভিযান

পৃথিবীৰ আটাইতকৈ ওখ গিৰি-শৃঙ্গ হ'ল হিমালয় পৰ্বতৰ গৌৰীশঙ্কৰ। এই শৃঙ্গ বগাই তাৰ মূধত উঠিবলৈ চেষ্টা কৰি বহুতো মানুহে প্ৰাণ হেৰুৱাইছে। কিন্তু সেই কথা জানিও মানুহে গৌৰীশঙ্কৰ শৃঙ্গ বগাবলৈ এৰা নাই। এবাৰ শৃঙ্গটো বগাবলৈ যোৱা এজন মানুহক সোধা হৈছিল—"ইমান বিপদৰ ভয় আছে বুলি জানিও আপুনি কিয় বাৰে বাৰে শৃঙ্গটো বগাবলৈ চেষ্টা কৰে?"

মানুহজনে এক মুহূৰ্তও চিন্তা নকৰাকৈ উত্তৰ দিছিল—"শৃঙ্গটো আছে—কেৱল সেই কাৰণেই।"

অৰ্থাৎ একো লাভ বা পুৰস্কাৰৰ আশাত সেই মানুহজনে বা তেওঁৰ নিচিনা আন মানুহবোৰে শৃঙ্গটো বগাবলৈ চেষ্টা কৰা নাই। আন কোনেও কৰিব নোৱৰা টান কাম এটা কৰি নিজৰ যোগ্যতা পৰীক্ষা কৰি চোৱাই তেওঁলোকৰ প্ৰধান উদ্দেশ্য।

এনেবোৰ কামকে আমি অভিযান বুলি কওঁ। 'অভিযান' শব্দটোৰ অৰ্থ হ'ল বিপদ-বিঘিনি আৰু মৃত্যু ভয় আছে বুলি জানিও কোনো এটা কঠিন কাম কৰিবলৈ বা কোনো এখন দুৰ্গম ঠাইলৈ যাবলৈ আগবঢ়া।

বিপদৰ ভয় আৰু মৰণৰ ভয় জয় কৰিবলৈ মানুহক শক্তি লাগে। দেহ আৰু মন দুয়োটাৰে শক্তি। দেহৰ শক্তি লাগে দুখ-কষ্ট সহ্য কৰিব পাৰিবলৈ আৰু কঠোৰ পৰিশ্ৰম কৰিবলৈ। মনৰ শক্তি লাগে বিপদত ধৈৰ্য নেহেৰুৱাবলৈ। এনেবোৰ মানুহৰ জীৱনৰ পৰা আমি বহুতো কথা শিকিব পাৰোঁ। সেই কাৰণেই আমি সকলোৱে দুঃসাহসিক অভিযানৰ কাহিনী পঢ়িবলৈ ভাল পাওঁ।

মই নিজে বহুতো অভিযানৰ কাহিনী পঢ়িছোঁ। মোক যদি কোনোবাই সোধে—"তুমি পঢ়া অভিযান কাহিনীবোৰৰ ভিতৰত কোনটো কাহিনী তোমাৰ আটাইতকৈ ভাল লাগে?"—এই প্ৰশ্নৰ উত্তৰ মই সহজে দিব নোৱাৰিম। একেলগে কেবাটাও কাহিনীৰ কথা মোৰ মনলৈ আহিব। মোৰ মনত স্থায়ীভাৱে ৰেখাপাত কৰা তেনে এটা কাহিনী হ'ল **ৰবিনছন ক্ৰুছো**। ডেনিয়েল ডিফো নামৰ সোতৰ শতিকাৰ এজন ইংৰাজ লেখকে এই কাহিনীটো লিখিছিল। কাহিনীটোৰ বেছিভাগ কথাই কাল্পনিক যদিও তাৰ জুমুধিটো কিন্তু লোৱা হৈছিল এটা সঁচা ঘটনাৰ পৰা। এবাৰ এখন জাহাজ সাগৰত ডুব যোৱাৰ ফলত বহুতো নাবিকৰ প্ৰাণ হানি হ'ল; কিন্তু আলেকজেণ্ডাৰ ছেল্‌কাৰ্ক নামৰ এজন নাবিকে সাঁতুৰি কোনোমতে প্ৰাণ ৰক্ষা কৰিলে। তেওঁ সাঁতুৰি গৈ জুৱান ফাৰ্নাণ্ডেজ নামৰ এটা দ্বীপত উঠিল। সেই দ্বীপটোত মানুহ দূৰৰে কথা, আন কোনো প্ৰাণীৰেই অস্তিত্ব নাছিল। তেনে এটা নিৰ্জন দ্বীপত আলেকজেণ্ডাৰ ছেল্‌কাৰ্কে চাৰিমাহ একেবাৰে অকলশৰীয়াভাৱে জীৱন কটাবলগা হৈছিল। পিছত সেইফালে যোৱা এখন জাহাজে তেওঁক দেখা পালে আৰু দ্বীপটোৰ পৰা তেওঁক উদ্ধাৰ কৰি লণ্ডনলৈ ঘূৰাই আনিলে। বাতৰি কাকতত খবৰটো প্ৰকাশ হোৱাত চাৰিওফালে হৈ-চৈ লাগিল। ডেনিয়েল ডিফোৱেও খবৰটো পঢ়িলে। তেতিয়া তেওঁৰ বয়স পঞ্চলিশমান হৈছিল। তেওঁ খবৰটো মনতে সাঁচি থ'লে। কেইবছৰমানৰ পিছত সেই ঘটনাটোকে অৱলম্বন কৰি তেওঁ 'ৰবিনছন ক্ৰুছো' নামৰ এখন কিতাপ লিখি উলিয়ালে। কিতাপখন পঢ়ি মানুহে ইমান ভাল পালে যে কিছুদিনৰ ভিতৰতে ৰবিনছন

ক্ৰুছোৰ নাম চাৰিওফালে বৈ-বৈ গ'ল। ডেনিয়েল ডিফোৱে সৰ্বমুঠ ২৫০ খন কিতাপ লিখিছিল; কিন্তু মানুহে আজিও তেওঁক মনত ৰাখিছে এই এখন মাত্ৰ কিতাপৰ কাৰণে। কিতাপখন প্ৰথম প্ৰকাশ হ'বৰ দিন ধৰি আজিলৈকে পৃথিবীৰ প্ৰায় সকলো ভাষালৈকে অসংখ্যবাৰ কিতাপখনৰ অনুবাদ হৈছে। আৰব দেশৰ মৰুভূমিত বাস কৰা বেদুইনসকলে কিতাপ-পত্ৰৰ ভু ৰাখিবলৈ খুব বেছি সময় নাপায়; কিন্তু তেওঁলোকেও বোলে 'ৰবিনছন ক্ৰুছো' পঢ়ে আৰু পঢ়ি বৰ ভাল পায়।

'ৰবিনছন ক্ৰুছো' ইমান জনপ্ৰিয় হোৱাৰ কাৰণ কি জানানে? অলপ ভাবি চালে তোমালোকে নিজেও বুজিবা যে ইয়াৰ কাৰণটো বুজিবলৈ তেনেই সহজ। মহাসাগৰৰ মাজৰ এটা নিৰ্জন দ্বীপত ৰবিনছন ক্ৰুছোৱে এদিন নহয়, দুদিন নহয়, একেলেথাৰিয়ে কেবাবছৰো কটাবলগীয়া হৈছিল। কেতিয়াবা যে তাৰ পৰা তেওঁ উদ্ধাৰ পাব পাৰিব তাৰ কোনো আশা নাছিল। তথাপি তেওঁ ভয়ত আধা-মৰা হোৱা নাছিল। কেনেকৈ জীয়াই থাকিব সেই চিন্তাত তেওঁ বিবুদ্ধি হোৱা নাছিল। নিজৰ প্ৰাণ ৰক্ষাৰ কাৰণে তেওঁ নিজৰ বুদ্ধি খটুৱাই ন ন কৌশল বাহিৰ কৰিব লগা হৈছিল। সকলো সময়তে তেওঁ কাম কৰি থাকিব লগা হৈছিল। দ্বীপটোৰ পৰা উদ্ধাৰ পোৱাৰ কোনো আশা নাই বুলি জানিও তেওঁ মনৰ বল আৰু প্ৰফুল্লতা হেৰুৱাই পেলোৱা নাছিল। ৰবিনছন ক্ৰুছোৰ কাহিনীয়ে আমাক এই শিক্ষাই দিয়ে যে মানুহে সাহস, ধৈৰ্য আৰু বুদ্ধিৰ সহায়েৰে সকলো বিপদ-বিঘিনি জয় কৰিব পাৰে। যি মানুহে হাৰ মানিব নোখোজে তেওঁৰ জয় হ'বই। প্ৰত্যেক মানুহৰে জীৱনত এনেকুৱা সাহস, ধৈৰ্য আৰু মনোবলৰ খুব দৰকাৰ। ৰবিনছন ক্ৰুছোৰ কাহিনীৰ পৰা মানুহে এইবোৰ শিক্ষা পায় কাৰণেই সেই কাহিনীটো পঢ়ি মানুহৰ কেতিয়াও আমনি নালাগে।

মানুহে অভিযান-কাহিনী পঢ়ি কিয় ভাল পায় সেই কথা তোমালোকক বুজাবৰ কাৰণেই ৰবিনছন ক্ৰুছোৰ কথা অলপ বহলকৈ উল্লেখ কৰিলো। অৱশ্যে লগতে ইয়াকো আশা কৰিছোঁ যে তোমালোকে ইংৰাজী ভালকৈ পঢ়িব পৰা হ'লে কিতাপখন যেনে-তেনে সংগ্ৰহ কৰি পঢ়িবা। মই আজি তোমালোকক আন এটা অভিযান-কাহিনীহে কৈ শুনাম। সেইটো হ'ল ৰবাৰ্ট ফেল্‌কন স্কটৰ দক্ষিণ মেৰু অভিযানৰ কাহিনী। মই ভাল পোৱা আন বহুতো অভিযান-কাহিনী থাকোঁতে তোমালোকক ক'বলৈ এই কাহিনীটো কিয় বাছি ল'লো সেই কথা মই কিতাপখনৰ একেবাৰে শেষত ব্যাখ্যা কৰিম।

# দক্ষিণ মেৰু মহাদেশ

মানুহে নানা কাৰণত নিজৰ ঘৰ বা গাঁও এৰি নানা ঠাইলৈ যাব লগা হয়। সেইবোৰৰ ভিতৰত এটা প্ৰধান কাৰণ হ'ল জীৱিকাৰ অন্বেষণ। আদিম অৱস্থাত মানুহে যেতিয়া বনৰীয়া পশু-পক্ষী চিকাৰ কৰি মাংস খাই জীৱন ধাৰণ কৰিছিল তেতিয়া এঠাইত পশু-পক্ষীৰ সংখ্যা কমি গ'লেই মানুহে বেছি পশু-পক্ষী থকা ঠাই বিচাৰি আন এঠাইলৈ গৈছিল। মানুহে এসময়ত কিছুমান বছা বছা বনৰীয়া পশু-পক্ষীক পোহ মনাই ঘৰচীয়া কৰিবলৈ শিকিলে। তেতিয়া বহুতো মানুহৰ জীৱিকাৰ প্ৰধান উপায় হ'ল পশু-পালন। গৰু-ম'হ আদি ঘৰচীয়া পশুৰ কাৰণে নতুন নতুন চৰণীয়া পথাৰ বিচাৰিও মানুহে নতুন নতুন ঠাই আৱিষ্কাৰ কৰিলে। মানুহে যেতিয়া খেতি কৰিবলৈ শিকিলে তেতিয়া খেতিৰ কাৰণে মানুহে নতুন নতুন সাৰুৱা মাটি বিচাৰি ইখন ঠাইৰ পৰা সিখন ঠাইলৈ যাব লগা হ'ল। এনেকৈ উন্নতিৰ পথত আগবাঢ়ি মানুহে এসময়ত বেপাৰ-বাণিজ্য কৰিবলৈ শিকিলে। বণিজৰ বেহা লৈ মানুহে তেতিয়া বহুত দূৰ-দূৰণিৰ ঠাইলৈকো যাব লগা হ'ল। এনেকৈ জীৱিকাৰ প্ৰয়োজনত মানুহে পৃথিৱীৰ বহুতো ঠাই আৱিষ্কাৰ কৰিলে।

যুদ্ধ কৰি দেশ জয় কৰিবৰ কাৰণেও মানুহে নিজৰ দেশ এৰি দূৰ-দূৰণিলৈ যাব লগা হৈছিল। যুদ্ধ কৰি নিজৰ বীৰত্ব প্ৰমাণিত কৰাটো মানুহৰ এটা পুৰণি নিচা। আলেকজেণ্ডাৰ, চিজাৰ, হানিবল, আতিলা, চেঙ্গিছ খান আৰু নেপোলিয়ন আদি মহাবীৰসকলে যুদ্ধ কৰি নানা দেশ জয় কৰিছিল। এনেকৈ যুদ্ধ কৰি দেশ জয় কৰি ফুৰোঁতেও মানুহে পৃথিৱীৰ ন ন ঠাই আৱিষ্কাৰ কৰিছিল।

সৃষ্টিকৰ্তাই মানুহক এটা ডাঙৰ গুণ দিছে। সেইটো হ'ল কৌতূহল। নজনা কথা জানিবলৈ আৰু নেদেখা ঠাই চাবলৈ আমি যি ইচ্ছা অনুভৱ কৰোঁ তাকেই কৌতূহল বুলি কোৱা হয়। নজনা কথা জনাৰ আৰু নেদেখা ঠাই চোৱাৰ হেঁপাহতো মানুহে দেশ-বিদেশ ভ্ৰমণ কৰি পৃথিৱীৰ ন ন ঠাই আৱিষ্কাৰ কৰিছে।

এনেকৈ কেবা হাজাৰ বছৰ ধৰি মানুহে পৃথিৱীখন অকণ অকণকৈ আৱিষ্কাৰ কৰি উনৈশ শতিকাৰ ভিতৰত প্ৰায় গোটেই পৃথিৱীখনেই আৱিষ্কাৰ কৰি শেষ কৰিলে; কিন্তু পৃথিৱীৰ এটা অঞ্চল আৱিষ্কাৰ কৰিবলৈ তেতিয়াও বাকী আছিল। সেই অঞ্চলটো হ'ল দক্ষিণ মেৰু মহাদেশ। এনে এখন মহাদেশ আছে বুলি উনৈশ শতিকাৰ আগলৈকে মানুহে জনাই নাছিল।

একেবাৰে জনা নাছিল বুলি ক'লে ভুল হ'ব। গ্ৰীচ দেশৰ দাৰ্শনিকসকলে আজিৰ পৰা তিনি হাজাৰ বছৰ আগতেই এখন মহাদেশ আছে বুলি অনুমান কৰিছিল। তোমালোকে গ্ৰীচ দেশৰ নাম নিশ্চয় শুনিছা। পৃথিৱীৰ যিকেইখন দেশত অতি পুৰণি কালতে ডাঙৰ সভ্যতা গঢ়ি উঠিছিল সেইবোৰৰ ভিতৰত গ্ৰীচ দেশো এখন। সেই গ্ৰীচ দেশৰে পাইথাগোৰাছ নামৰ এজন পণ্ডিতে যীশু খ্ৰীষ্টৰ জন্মৰ ৬০০ বছৰৰ আগতেই পৃথিৱীখন ঘূৰণীয়া বুলি মত প্ৰকাশ কৰিছিল। তেওঁৰ পিছত জন্ম হোৱা আন আন গ্ৰীক পণ্ডিতসকলেও পাইথাগোৰাছৰ মত সমৰ্থন কৰিছিল। ঘূৰণীয়া পৃথিৱীখনক বিষুৱ ৰেখাৰে সমানে দুটা ভাগত ভাগ কৰিলে আমি দুটা গোলাৰ্ধ পাওঁ ঃ উত্তৰ গোলাৰ্ধ আৰু দক্ষিণ

গোলাৰ্ধ। পৃথিৱীৰ বেছিভাগ দেশ আৰু মহাদেশেই উত্তৰ গোলাৰ্ধত অৱস্থিত। সেই কাৰণে মানুহে অতীত কালৰে পৰা উত্তৰ গোলাৰ্ধৰ বিষয়ে যিমান কথা জানিছিল, দক্ষিণ গোলাৰ্ধৰ বিষয়ে সিমান কথা নাজানিছিল। উত্তৰ গোলাৰ্ধৰ উত্তৰৰ শেষ সীমাটোক সুমেৰু বা উত্তৰ মেৰু বুলি কোৱা হয়। পুৰণি কালৰ গ্ৰীক পণ্ডিতসকলে অনুমান কৰি লৈছিল যে ঘূৰণীয়া পৃথৱীখনৰ এমূৰে উত্তৰ মেৰু এটা থাকিলে তাৰ ঠিক বিপৰীতফালে দক্ষিণ মেৰু এটা থাকিবই লাগিব। দ্বিতীয়তে, যিহেতু পৃথিৱীৰ বেছিভাগ মহাদেশেই উত্তৰ গোলাৰ্ধত আছে, এতেকে দুয়োটা গোলাৰ্ধৰ ওজন সমান ৰাখিবলৈ দক্ষিণ গোলাৰ্ধতো এখন ডাঙৰ মহাদেশ থাকিবই লাগিব।

পুৰণি কালৰ গ্ৰীকসকলে সকলো কথাকে যুক্তিৰে বিচাৰ কৰি চাইছিল। সেই কাৰণে তেওঁলোক সেই সময়ৰ আন সকলো মানুহতকৈ আগবঢ়া আছিল। নিজে কেতিয়াও চকুৰে নেদেখাকৈ তেওঁলোকে কেৱল যুক্তিৰ সহায়েৰে দক্ষিণ মেৰু মহাদেশ নামৰ এখন মহাদেশ আছে বুলি অনুমান কৰি লৈছিল। পিছলৈ তেওঁলোকৰ সেই অনুমান সত্য বুলি প্ৰমাণিত হৈছিল।

পৃথিৱীৰ ছখন মহাদেশৰ নাম মানুহে বহুত আগৰে পৰা জানে। সেই মহাদেশকেইখন হ'ল এছিয়া, আফ্ৰিকা, ইউৰোপ, উত্তৰ আমেৰিকা, দক্ষিণ আমেৰিকা আৰু অষ্ট্ৰেলিয়া। মাত্ৰ যোৱা শতিকাত পৃথিৱীৰ মহাদেশকেইখনৰ তালিকাত আৰু এখন নতুন মহাদেশৰ নাম যোগ হ'ল। সেইখন হ'ল কুমেৰু বা দক্ষিণ মেৰু মহাদেশ।

# অকলশৰীয়া এণ্টাৰ্কটিকা

মানুহে প্ৰায় গোটেই পৃথিৱী আৱিষ্কাৰ কৰাৰ পিছতো দক্ষিণ মেৰু মহাদেশ (এণ্টাৰ্কটিকা) আৱিষ্কাৰ কৰিবলৈ উনৈশ শতিকালৈকে বাট চাব লগা হ'ল কিয়?

এই প্ৰশ্নৰ উত্তৰ পাবলৈ হ'লে তুমি প্ৰথমে পৃথিৱীৰ মহাদেশবোৰৰ জন্ম-কাহিনী জানিব লাগিব। পৃথিৱীৰ মানচিত্ৰ এখন মেলি ল'লেই তুমি সাতখন মহাদেশ দেখিবা; কিন্তু কোটি কোটি বছৰৰ আগতে পৃথিৱীত মাত্ৰ দুখনহে মহাদেশ আছিল। উত্তৰে লাউৰেছিয়া আৰু দক্ষিণে গণ্ডোৱানালেণ্ড। দুই মহাদেশৰ মাজত আছিল 'টেথিছ' নামেৰে এখন মহাসাগৰ। এটা সময়ত প্ৰাকৃতিক নিয়মত এই মহাদেশ দুখন ভাগি টুকুৰা-টুকুৰ হ'ল। ফলত দুখনৰ ঠাইত সাতখন মহাদেশৰ সৃষ্টি হ'ল। লাউৰেছিয়া ভাগ ভাগ হৈ ইউৰোপ, উত্তৰ আমেৰিকা আৰু (ভাৰতক বাদ দি) এছিয়া মহাদেশৰ সৃষ্টি হ'ল। সেইদৰে গণ্ডোৱানালেণ্ড ভাগি টুকুৰা-টুকুৰ হোৱাৰ ফলত সৃষ্টি হ'ল দক্ষিণ আমেৰিকা, আফ্ৰিকা, ভাৰত, অষ্ট্ৰেলীয়া আৰু এণ্টাৰ্কটিকা বা দক্ষিণ মেৰু মহাদেশ।

পৃথিৱীৰ বুকুত মহাদেশবোৰ সৃষ্টি হোৱাৰ সময়ৰে পৰাই এটা আচৰিত ঘটনা ঘটিব লাগিছে। পুখুৰীত পুনিবোৰ বতাহৰ বা লাগি কেনেকৈ ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰে সেই কথা কেতিয়াবা মন কৰিছানে? পৃথিৱীৰ মহাদেশবোৰো একে ঠাইতে বৈ থকা নাই। পুখুৰীৰ পুনিৰ নিচিনাকৈ মহাদেশবোৰেও ঠাই সলনি কৰি থাকে। কোটি কোটি বছৰৰ আগতে উত্তৰ আমেৰিকা ইউৰোপৰ লগ লাগি আছিল। কিন্তু এটা সময়ত উত্তৰ আমেৰিকাই ইউৰোপৰ লগত সম্পৰ্ক ছিঙি ক্ৰমে ক্ৰমে পশ্চিমৰ ফালে আঁতৰি গৈ থাকিল। এনেকৈ গৈ.গৈ সি দক্ষিণ আমেৰিকাৰ লগত সখি পাতিলেগৈ। আনহাতে আকৌ আফ্ৰিকাই কাষ চাপি আহি মিতিৰালি পাতিলে ইউৰোপ আৰু এছিয়াৰ লগত। অষ্ট্ৰেলেছিয়া মহাদেশ পূবৰ ফালে গৈ গৈ বহু দূৰ পালেগৈ। ভাৰতে কিন্তু এছিয়া মহাদেশৰ লগ এৰিবলৈ মন নকৰিলে। এছিয়াৰ দক্ষিণ সীমাত ভাৰতে নিজকে খাপ খুৱাই নিগাজি হৈ ল'লে।

কিন্তু আৰম্ভণিৰ পৰাই এণ্টাৰ্কটিকাৰ মতি-গতি আছিল আন সকলোৰে পৰাই অলপ বেলেগ ধৰণৰ। আনকেইখন মহাদেশৰ লগত কোনো ধৰণৰ সম্পৰ্ক ৰাখিবলৈ এণ্টাৰ্কটিকাৰ ইচ্ছা নাছিল। সেই কাৰণে এণ্টাৰ্কটিকা ক্ৰমাৎ দক্ষিণৰ ফালে আঁতৰি যাবলৈ ধৰিলে। এনেকৈ গৈ গৈ সি একেবাৰে পৃথিৱীৰ দক্ষিণ সীমা পালেগৈ। তাৰ সিফালে আৰু যাবলৈ ঠাই নাই; কিন্তু ইতিমধ্যেই এণ্টাৰ্কটিকা আনকেইখন মহাদেশৰ পৰা ইমান দূৰ আঁতৰি গ'ল যে তেনে এখন মহাদেশ আছে বুলি জানিবলৈকো মানুহৰ কোনো উপায় নোহোৱা হ'ল। তদুপৰি এণ্টাৰ্কটিকা আৰু পৃথিৱীৰ বাকী অংশৰ মাজত তিনিখন মহাসাগৰে প্ৰকাণ্ড ব্যৱধানৰ সৃষ্টি কৰিলে। এনেকৈ এণ্টাৰ্কটিকা হৈ পৰিল পৃথিৱীৰ আটাইতকৈ অকলশৰীয়া আৰু দুৰ্গম মহাদেশ।

এণ্টাৰ্কটিকাৰ আয়তন ভাৰততকৈ প্ৰায় চাৰিগুণ ডাঙৰ। কিন্তু এই বিশাল মহাদেশৰ শতকৰা ৯৮ অংশই সকলো সময়তে বৰফে ঢাকি ৰাখে। বৰফো আকৌ এলা-পেচা বৰফ নহয়; মাটিৰ পৰা তাৰ উচ্চতা প্ৰায় ডেৰ কিলোমিটাৰ। অৰ্থাৎ ডেৰ কিলোমিটাৰ ডাঠ বৰফে এণ্টাৰ্কটিকা মহাদেশৰ ৯৮ অংশ

মাটি বছৰৰ আটাইকেইমাহ ঢাকি ৰাখে। কেতিয়াবা কিবা কাৰণত যদি এই বৰফ গলিবলৈ হয় তেন্তে পৃথিৱীৰ আটাইবোৰ সাগৰৰ পানী এতিয়াতকৈ ষাঠি মিটাৰ ওখলৈ বাঢ়ি পৃথিৱীৰ বহুত ঠাই বুৰাই পেলাব।

পৃথিৱীৰ দুই মেৰু অঞ্চলত সূৰ্যৰ পোহৰ অতি হেলনীয়াকৈ পৰে। সেই কাৰণে এই দুই অঞ্চলত শীতৰ প্ৰকোপ খুব বেছি। এণ্টাৰ্কটিকাত গৰমৰ দিনত তাপমাত্ৰা শূন্য ডিগ্ৰীৰ তলত পোন্ধৰৰ পৰা পঁইত্ৰিশ চেলচিয়াছৰ মাজত উঠা-নমা কৰি থাকে; কিন্তু শীতকালত সি কেতিয়াবা শূন্য ডিগ্ৰীৰ তলত ৭০ ডিগ্ৰী চেলচিয়াছ পৰ্যন্ত নামি যায়। বৰফৰ এই মহাদেশত বৰষুণ প্ৰায় নহয় বুলিয়েই ক'ব পাৰি, কাৰণ এণ্টাৰ্কটিকাৰ বতাহে জলীয় বাষ্প ধৰি ৰাখিব নোৱাৰে। গতিকে ই এখন বিশাল মৰুভূমি, বৰফৰ শীতল মৰুভূমি।

এই মৰুভূমি কিন্তু সমান ঠাই নহয়। গোটেই মহাদেশখনত সিঁচৰতি হৈ আছে অসংখ্য সৰু-বৰ পৰ্বত; সেইবোৰৰ মাজে মাজে বৰফৰ মালভূমি আৰু উপত্যকা। এণ্টাৰ্কটিকাত ন মাহেই শীতকাল; মাত্ৰ তিনি মাহ গ্ৰীষ্ম কাল। তাৰ ভিতৰত ২১ নৱেম্বৰৰ পৰা ২০ জানুৱাৰীলৈকে সূৰ্য সকলো সময়তে আকাশত উপস্থিত থাকে। আনহাতে ২১ মে'ৰ পৰা ২০ জুলাই পৰ্যন্ত সূৰ্যক একেবাৰে দেখা নাযায়— অৰ্থাৎ এণ্টাৰ্কটিকাত বছৰটোৰ দুমাহ একেৰাহে দিন, দুমাহ একেৰাহে ৰাতি।

আমাৰ পৃথিৱীৰ ভিতৰতে থকা, অথচ পৃথিৱীৰ বাহিৰৰ যেন লগা এনে এখন মহাদেশক ঘেৰি ৰাখিছে তিনিখন মহাসাগৰে ঃ আটলাণ্টিক, প্ৰশান্ত আৰু ভাৰত মহাসাগৰে। অৰ্থাৎ তুমি যদি এণ্টাৰ্কটিকালৈ যাব খোজা তেন্তে এই মহাসাগৰ পাৰ হৈ যাব লাগিব; কিন্তু মানুহেতো জাহাজেৰে পৃথিৱীৰ আটাইবোৰ সাগৰ চলাথ কৰি ঘূৰি ফুৰিছে; তেনেস্থলত এণ্টাৰ্কটিকালৈ যোৱাতনো অসুবিধা কি?

অসুবিধা নিশ্চয় আছে। নহ'লে যি মানুহে অশেষ বিপদ-বিঘিনি তুচ্ছ কৰি প্ৰায় গোটেই পৃথিৱী আৱিষ্কাৰ কৰি শেষ কৰিলে, সেই মানুহে এণ্টাৰ্কটিকা আৱিষ্কাৰ কৰিবলৈ ঊনৈশ শতিকালৈকে বাট চাব লগা হ'ল কিয়?

যি মহাসাগৰে এণ্টাৰ্কটিকাক পৃথিৱীৰ বাকী অংশৰ পৰা নিলগ কৰি ৰাখিছে সেই মহাসাগৰত দিনে-ৰাতিয়ে অতি কোবাল গতিৰে ধুমুহা বৈ থাকে। সাগৰৰ মাজে মাজে যদি দ্বীপ থাকে, তেন্তে সি ধুমুহাৰ গতিক অলপ বাধা দিয়ে; কিন্তু পৃথিৱীৰ ৪০ ডিগ্ৰী দক্ষিণ অক্ষাংশৰ পৰা ৬০ ডিগ্ৰী দক্ষিণ অক্ষাংশলৈকে এই গোটেই অঞ্চলটোত ক'তো অকণো মাটি দেখিবলৈ নাই। আছে কেৱল মহাসাগৰ। ফলত তাত ধুমুহাৰ ৰূপ অতি ভয়ংকৰ। দিনে-ৰাতিয়ে বৈ থকা কোবাল ধুমুহাই সাগৰত পৰ্বতৰ সমান ওখ ওখ ঢৌৰ সৃষ্টি কৰি তালফাল লগাই থাকে। চল্লিশ ডিগ্ৰী দক্ষিণ অক্ষাংশৰ পৰা পঞ্চাশ ডিগ্ৰী দক্ষিণ অক্ষাংশলৈকে মহাসাগৰৰ এই অংশটোক নাবিকসকলে নাম দিছে ৰ'ৰিং ফৰ্টিজ (Roaring Forties), অৰ্থাৎ গৰ্জন কৰি থকা চল্লিশ। সেইদৰে পঞ্চাশ ডিগ্ৰী দক্ষিণ অক্ষাংশৰ পৰা ষাঠি ডিগ্ৰী দক্ষিণ অক্ষাংশলৈকে অংশটোৰ নাম হ'ল ফিউৰিয়াছ ফিফ্‌টিজ (Furious Fifties),—অৰ্থাৎ খঙত বলিয়া পঞ্চাশ। এই নাম দুটাৰ পৰাই বুজিবা—নাবিকসকলে দক্ষিণ মহাসাগৰৰ এই অংশটোক কিমান ভয় কৰে।

কিন্তু মহাসাগৰৰ এই ঢৌ আৰু ধুমুহাই একমাত্ৰ বিপদ নহয়। তাতোকৈ হাজাৰ গুণে ডাঙৰ বিপদ হ'ল সাগৰত ভাহি ফুৰা প্ৰকাণ্ড আইচবাৰ্গ বা হিমশিলাবোৰ।

এই হিমশিলাবোৰ কেনেকৈ হয় কওঁ শুনা।

ওপৰতেই কৈ আহিছোঁ যে এণ্টাৰ্কটিকা হ'ল পৃথিৱীৰ আটাইতকৈ ঠাণ্ডা অঞ্চল। গৰমৰ দিনতো তাত তাপমাত্ৰা শূন্য ডিগ্ৰীৰ তলত পোন্ধৰৰ পৰা পঁইত্ৰিশ ডিগ্ৰী চেলচিয়াছৰ মাজত উঠা-নমা কৰি থাকে। বৰফে গোটেই মহাদেশখন সকলো সময়তে ঢাকি ৰাখে।

কিন্তু বৰফৰ এই বিশাল ক্ষেত্ৰখন কোনো ঠাইত স্থিৰ, কোনো ঠাইত গতিশীল। গোট মাৰি থকা বৰফ প্ৰবাহিত হ'লে গ্লেচিয়াৰ বা হিমবাহৰ সৃষ্টি হয়। এণ্টাৰ্কটিকাৰ হিমবাহবোৰৰ গতি ইমান ধীৰ যে সেইবোৰৰ বেগ বছৰেকত হে জোখা সম্ভৱ। কোনোটোৰ বেগ বছৰত হয়তো এশ মিটাৰ, আকৌ কোনোটোৰ মাত্ৰ দহ মিটাৰ। এনেকৈ প্ৰবাহিত বৰফ যেতিয়া উপকূলৰ মাটি চেৰাই সাগৰ পায়গৈ, তেতিয়া বৰফৰ প্ৰকাণ্ড চটাৰ পৰা একো একো খণ্ড খহি পৰে। এইদৰে খহি পৰা বৰফৰ খণ্ডবোৰ সাগৰত ভাহি ফুৰে। এইবোৰকেই কোৱা হয় আইচবাৰ্গ বা হিমশিলা। একো একোটা হিমশিলা কিমান ডাঙৰ হ'ব পাৰে অনুমান কৰিব পাৰানে? আয়তনত সেইবোৰ কেতিয়াবা দুহেজাৰ বৰ্গ কিলোমিটাৰলৈকে হ'ব পাৰে। আৰু ডাঠো তিনিশ মিটাৰ বা তাতকৈ বেছি।

এনেকুৱা এটা নহয়, দুটা নহয়, শ শ হিমশিলা সাগৰত এনি-তেনি উটি-ভাহি ফুৰে। তুমি যেনিবা 'গৰ্জন কৰি থকা চল্লিশ' (ৰ'ৰিং ফৰ্টিজ) আৰু 'খণ্ডত বলিয়া হৈ থকা পঞ্চাশক' (ফিউৰিয়াছ ফিফ্‌টিজ) কোনোমতে অতিক্ৰম কৰি আগবাঢ়িলাই; তোমাক নতুনকৈ বিপদত পেলাবলৈ বাটতে খাপ পাতি আছে এই প্ৰকাণ্ড হিমশিলাবোৰ। ঢৌ আৰু ধুমুহাৰ মাজেদি কণা-মুনা হৈ আগবাঢ়োঁতেই তোমাৰ জাহাজে যদি তাৰে কোনোবা এটাত খুন্দা মাৰেগৈ, তেন্তে তাতেই ইতি পৰিল তোমাৰ অভিযানৰ।

বিপদ ইমানতে শেষ হোৱা নাই, আৰু আছে।

এণ্টাৰ্কটিকাৰ চাৰিওফালে সাগৰ অতিশয় ঠাণ্ডাত গোট মাৰি এচটা বিৰাট বৰফত পৰিণত হৈছে। ইংৰাজীত ইয়াক কোৱা হয় পেক-আইচ। গৰমৰ দিনত এই পেক-আইচ অৰ্থাৎ বৰফৰ চটা ফাটি ছিৰাছিৰ হয়। বতাহে পেক-আইচৰ প্ৰকাণ্ড টুকুৰাবোৰক সাগৰত এনি-তেনি ঘূৰাই লৈ ফুৰে। এনেকুৱা পেক-আইচবোৰৰ মাজত প্ৰায়েই খুব জোৰেৰে খুন্দাখুন্দি লাগে। তেতিয়া দুয়োটুকুৰা পেক-আইচেই ভাগি গুৰি হয়। ঢৌ, ধুমুহা আৰু শ শ হিমশিলাৰ মাজেদি কণা-মুনাকৈ আগবঢ়া এখন জাহাজক যদি দুফালৰ পৰা খুব জোৰেৰে অহা দুটা প্ৰকাণ্ড পেক-আইচে খুন্দা মাৰে, তেন্তে জাহাজখনৰ দশা কি হ'ব কল্পনা কৰাচোন!

দক্ষিণ মেৰুৱে নিজৰ চাৰিওফালে এনেকৈ মৰণ-ফান্দ পাতি থৈছে—যাতে কোনো মানুহে তাত গৈ ভৰি দিব নোৱাৰে। যোৱা কেবা শ বছৰ ধৰি কিমান জাহাজ যে এই পেক-আইচৰ খুন্দাত ভাগি চূৰমাৰ হৈছে তাৰ কোনো হিচাপ নাই।

কিন্তু মানুহ অতি আচৰিত জীৱ। বিপদ আৰু বাধা-বিঘিনি যিমানেই বেছি হয় সিমানেই মানুহৰ জেদো বাঢ়ি যায়। ভয়ক ভয় নকৰা আৰু বিপদক ভেঙুচালি কৰা এনেকুৱা কিছুমান মানুহেই গোটেই পৃথিৱীতে মানুহৰ ৰাজত্ব বিস্তাৰ কৰিছে।

মানুহে এদিন দক্ষিণ মেৰুতো ভৰি দিলেগৈ।

# বাটকটীয়াসকল

কিন্তু একেদিনাই বা কেৱল এজন মানুহৰ পক্ষে সেইটো সম্ভৱ হোৱা নাই। গৌৰীশঙ্কৰ শৃঙ্গত আৰোহণ কৰিবলৈ ১৯২১ চনৰ পৰাই চেষ্টা আৰম্ভ হৈছিল; কিন্তু সেই চেষ্টা সফল হ'ল ১৯৫৩ চনতহে। তাৰ আগতে বহুত মানুহে গৌৰীশঙ্কৰ শৃঙ্গ বগাবলৈ গৈ প্ৰাণ বিসৰ্জন দিলে; আন বহুতে বিফল হৈ আধা বাটৰ পৰাই ঘূৰি আহিল; কিন্তু সেই বুলি তেওঁলোকৰ সাধনা অথলে নগ'ল। তেওঁলোকৰ অভিজ্ঞতাৰ পৰা শিক্ষা লৈয়েই ১৯৫৩ চনত এডমাণ্ড হিলাৰী আৰু টেনজিং নৰ্কেৰ পক্ষে গৌৰীশঙ্কৰ জয় কৰা সম্ভৱ হ'ল। ঠিক সেইদৰে যিজন মানুহে দক্ষিণ মেৰুত গৈ প্ৰথমে ভৰি দিছিল তেওঁতকৈ বহুত আগতেই আন বহুতো মানুহেও দক্ষিণ মেৰুলৈ যাবলৈ চেষ্টা কৰিছিল। তেওঁলোকৰ বহুতেই দক্ষিণ মেৰুৰ চৌদিশে থকা মৰণ-ফান্দত পৰি প্ৰাণ হেৰুৱালে। আন বহুতে আধা বাটৰ পৰা ঘূৰি আহিবলৈ বাধ্য হ'ল; কিন্তু তেওঁলোকে বাট কাটি থৈ যোৱাৰ কাৰণেহে সেই বাটেৰে আগবাঢ়ি এদিন মানুহৰ পক্ষে দক্ষিণ মেৰু জয় কৰা সম্ভৱ হ'ল। মানুহৰ সকলো মহৎ কামেই এনেকৈ বহুতো মানুহৰ যুটীয়া সাধনাৰ ফল। একোটা বৈজ্ঞানিক আৱিষ্কাৰৰ কথাকে ধৰা। এজন বৈজ্ঞানিক হয়তো এটা ডাঙৰ আৱিষ্কাৰ কৰি বুৰঞ্জীত অমৰ হৈ গ'ল; কিন্তু তেওঁৰ আগতে আন বহুতো বৈজ্ঞানিকে যদি সেই বিষয়টো সম্পৰ্কে অকণ অকণকৈ জ্ঞান সঞ্চয় কৰি থৈ নগ'লহেঁতেন, তেনেহ'লে কোনোবা এজন মাত্ৰ বৈজ্ঞানিকে শূন্যৰ পৰা আৰম্ভ কৰি তেনে এটা ডাঙৰ আৱিষ্কাৰ কৰিব পাৰিলেহেঁতেন নে? ইয়াৰ পৰা আমি এই শিক্ষাই পাওঁ যে কেৱল কৃতকাৰ্যতাই ডাঙৰ কথা নহয়। কিবা এটা কঠিন বা মহৎ কাম কৰিবলৈ চেষ্টা কৰি তুমি হয়তো নিজৰ জীৱনতে সম্পূৰ্ণ কৃতকাৰ্য নহ'ব পাৰা, কিন্তু আংশিকভাৱেও যদি তুমি কামটো কৰি যাব পাৰা, তেন্তে তোমাৰ পিছত পৃথিৱীলৈ অহা মানুহে সেই কামটোৰ আৰু এটা অংশ শেষ কৰি কৃতকাৰ্যতাৰ পথত তাক আৰু এখোজ আগুৱাই নিব। মানৱ-জাতিয়ে এনেকৈয়ে এখোজ-দুখোজকৈ উন্নতিৰ পথত আগবাঢ়িছে। যি মানুহে কিবা এটা ভাল বা ডাঙৰ কাম কৰিবলৈ চেষ্টা কৰে, তেওঁ তাত সম্পূৰ্ণ কৃতকাৰ্য নহ'লেও মানুহৰ উন্নতিলৈ অলপ নহয় অলপ অৰিহণা এৰি থৈ যায়।

একো একোটা সময়ত মানুহৰ মনত হঠাৎ কিবা এটা চখ হয়। সোঁচৰা ব্যাধিৰ বীজাণুৰ দৰে সেই চখ একে সময়তে বহুত মানুহৰ মনলৈ বিয়পি পৰে। পোন্ধৰ শতিকাত ইংলেণ্ড আৰু ইউৰোপৰ মানুহৰ মনত এনে এটা চখ হৈছিল। চখটো আছিল জাহাজেৰে নতুন নতুন সমুদ্ৰ চলাথ কৰি ঘূৰি ফুৰা। অভিযান কাক কয় সেই কথা এই কাহিনীৰ প্ৰথম অধ্যায়তে কৈ আহিছোঁ। পোন্ধৰ শতিকাত ইংলেণ্ড আৰু ইউৰোপৰ বহুতো দুঃসাহসী মানুহক সামুদ্ৰিক অভিযানৰ নিচাই মতলীয়া কৰিছিল। যিয়েই অলপ ধন-বিত, মানুহ আৰু জাহাজ যোগাৰ কৰিব পাৰিছিল তেৱেঁই অজান সমুদ্ৰত পাৰি দিছিল। উদ্দেশ্য হয়তো সকলোৰে একে নাছিল। নতুন দেশ আৱিষ্কাৰ কৰা, বেপাৰ-বাণিজ্যৰ কাৰণে নতুন সামুদ্ৰিক পথ আৱিষ্কাৰ কৰা, তিমি আৰু ছীল চিকাৰ কৰা—এনেকুৱা ভিন ভিন উদ্দেশ্য লৈ সেই যুগৰ দুঃসাহসী নাবিকসকলে দিকে দিকে যাত্ৰা কৰিছিল। এনেকুৱা এজন নাবিক ক্ৰিষ্ট'ফাৰ কলম্বাছেই ১৪৯২ খ্ৰীষ্টাব্দত আমেৰিকা আৱিষ্কাৰ কৰিছিল।

কোনো ধৰণৰ বিপদ-বিঘিনি আৰু মৰণলৈ ভয় নকৰি পৃথিৱীৰ আটাইবোৰ সমুদ্ৰ চলাথ কৰি ফুৰা নাবিকসকলে ১৭৬৯ খ্ৰীষ্টাব্দত নিউজিলেণ্ড আৱিষ্কাৰ কৰিলে। নিউজিলেণ্ডৰ নিচেই ওচৰতে অষ্ট্ৰেলিয়া। গতিকে অষ্ট্ৰেলিয়া আৱিষ্কাৰ কৰিবলৈকো তেওঁলোকৰ বেছি সময় নালাগিল। তাৰ পিছৰ বছৰতে অৰ্থাৎ ১৭৭০ খ্ৰীষ্টাব্দত এজন ইংৰাজ নাবিকে অষ্ট্ৰেলিয়াৰ পূব উপকূল আৱিষ্কাৰ কৰি তাত ইংলেণ্ডৰ অধিকাৰ সাব্যস্ত কৰিলে। তেওঁৰ নাম আছিল জেম্‌ছ কুক।

পৃথিৱীৰ মানচিত্ৰ এখন মেলি চালেই দেখিবা যে অষ্ট্ৰেলিয়াৰ দক্ষিণ উপকূলৰ পৰা যি দক্ষিণ মহাসাগৰ আৰম্ভ হৈছে সেই দক্ষিণ মহাসাগৰৰে একেবাৰে দক্ষিণ সীমাত আছে এণ্টাৰ্কটিকা। নিউজিলেণ্ড বা অষ্ট্ৰেলিয়াৰ উপকূলত থিয় হৈ যদি কোনোবাই দক্ষিণৰ ফালে চাই পঠিয়ায়, তেন্তে তেওঁৰ নিশ্চয় কল্পনা কৰিবলৈ মন যাব যে সেই মহাসাগৰৰ মাজে মাজে নিশ্চয় আৰু বহুতো দ্বীপ বা দ্বীপপুঞ্জ আছে। নিউজিলেণ্ডৰ আদিম অধিবাসী মাওৰীসকলে নিশ্চয় তেনেকুৱা এটা কল্পনা কৰিছিল। তেওঁলোকৰ মাজত প্ৰচলিত এটা কাহিনী মতে উটি ৰাঙিওৰা নামৰ এজন সাহিয়াল মাওৰী ডেকাই কেইজনমান লগৰীয়াৰে সৈতে নাৱেৰে সেই অজান সমুদ্ৰত পাৰি দিছিল। ধুমুহাই তালফাল লগাই থকা সাগৰ আৰু সাগৰত ভাহি থকা বৰফৰ পাহাৰৰ মাজে মাজে গৈ অৱশেষত তেওঁলোকে এনে এখন ঠাই পালেগৈ—য'ৰ পৰা আৰম্ভ হৈছে বৰফৰ সমুদ্ৰ। চকুৰে যিমান দূৰলৈকে মনিব পাৰি—কেৱল বৰফ আৰু বৰফ। ৰাঙিওৰাই মাস্তুলৰ ওপৰত উঠি যিমান দূৰলৈকে চাব পাৰি চাই দেখিলে—বহুত দূৰত যেন কিবা এটা ক'লা বস্তু চকামকাকৈ দেখা যায়। তেওঁলোক তাত কেবাদিনো থাকিল। আৰু এটা ঘটনা দেখি তেওঁলোক আচৰিত হ'ল। আকাশত সূৰ্য সকলো সময়তে দেখা যায়। দিন-ৰাতিৰ ছেদ-ভেদ নাই। অৱশেষত এদিন তেওঁলোক তাৰ পৰা উভতি আহিল।

মাওৰীসকলৰ মাজত পুৰুষানুক্ৰমে চলি অহা এই কাহিনীটো শুনি যিকোনো মানুহৰে মনত ধাৰণা হ'ব যে ৰাঙিওৰা এণ্টাৰ্কটিকাৰ প্ৰায় ওচৰ পাইছিলগৈ। কাহিনীটো কাল্পনিক হ'লেও এটা কথা ঠিক যে মাওৰীসকলে হাজাৰ হাজাৰ বছৰৰ আগতেই এণ্টাৰ্কটিকাৰ অস্তিত্ব কল্পনা কৰিব পাৰিছিল। এই কল্পনা-শক্তি মানুহৰ এটা ডাঙৰ গুণ।

ক'ব খুজিছিলো জেম্‌ছ কুকৰ কথা। অষ্ট্ৰেলিয়া আৱিষ্কাৰ কৰাৰ পিছত দক্ষিণ মহাসাগৰত আৰুনো কি আছে সেই বিষয়ে জানিবলৈ স্বাভাৱিকতেই তেওঁৰ মনত খুব কৌতূহল হ'ল। ১৭৭২ চনৰ পৰা ১৭৭৫ চনলৈকে এই চাৰিবছৰ তেওঁ এণ্টাৰ্কটিকাৰ চাৰিওফালৰ মহাসাগৰত জাহাজেৰে ঘূৰি ফুৰিবলৈ ধৰিলে। এই অভিযানৰ কালছোৱাতে তেওঁ কেবাটাও নতুন দ্বীপ আৱিষ্কাৰ কৰাৰ উপৰিও এণ্টাৰ্কটিকাৰ চৌদিশৰ ভৌগোলিক পৰিৱেশ আৰু জলবায়ু সম্পৰ্কে বহুতো তথ্য সংগ্ৰহ কৰিলে। সেইফালৰ পৰা চাবলৈ গ'লে জেমছ কুককেই এণ্টাৰ্কটিকা অভিযানৰ প্ৰথম বাটকটীয়া বুলি ক'ব পাৰি। এণ্টাৰ্কটিকাৰ চাৰিওফালে জাহাজেৰে প্ৰদক্ষিণ কৰা তেৱেঁই প্ৰথম মানুহ। ইয়াৰ আগৰ অধ্যায়টোত পেক-আইচৰ কথা কৈ আহিছোঁ। এখন প্ৰকাণ্ড সাগৰ যেতিয়া ঠাণ্ডাত গোট মাৰি লক্ষ লক্ষ বৰ্গ কিলোমিটাৰ আয়তনৰ বৰফৰ চটাত পৰিণত হয় তাকেই ইংৰাজীত পেক-আইচ বুলি কোৱা হয়। এণ্টাৰ্কটিকাক যে চৌদিশে পেক-আইচে ঘেৰি ৰাখিছে এই তথ্য প্ৰথম জেম্‌ছ কুকেই আৱিষ্কাৰ কৰিলে। এই পেক-আইচ অতিক্ৰম কৰি তেওঁ এণ্টাৰ্কটিকালৈ যাব নোৱাৰিলে যদিও তেওঁ সেই অঞ্চলৰ সমুদ্ৰ-পথৰ এখন নক্সা তৈয়াৰ কৰি আনিলে। এই নক্সাখন যে পিছৰ যুগৰ অভিযাত্ৰীসকলৰ কিমান কামত লাগিছিল সেই কথা নিশ্চয় নক'লেও হ'ব।

এণ্টাৰ্কটিকাত ভৰি নিদিয়াকৈ জেম্‌ছ কুক উভতি আহিল; কিন্তু তাৰ কাৰণে তেওঁৰ মনত কোনো

আফ্‌চোচ্ নাছিল। যিখন মহাদেশ লক্ষ লক্ষ কিলোমিটাৰ বিয়পি থকা এখন বৰফৰ মৰুভূমি মাত্ৰ, য'ত বছৰৰ দুমাহেই অন্ধকাৰ, য'ত এডাল ঘাঁহো দেখিবলৈ নাই, য'ত তাপমাত্ৰা সদায় শূন্য ডিগ্ৰীৰ তলত থাকে, য'ত ব্লিজার্ড অর্থাৎ বৰফ-ধুমুহাৰ ভয় লগা হো-হোৱনিৰ বাহিৰে কেতিয়াও আন কোনো শব্দ শুনিবলৈ পোৱা নাযায়—সেইখন মহাদেশ আৱিষ্কাৰ কৰি মানুহৰ কিবা লাভ হ'ব বুলি জেম্‌ছ কুকে বিশ্বাস কৰা নাছিল। নিজৰ ডায়েৰিত তেওঁ সেই কথা স্পষ্টভাৱে লিখি থৈ গৈছে। জেম্‌ছ কুকে উভতি আহোঁতে লগতে এই বাতৰিও কঢ়িয়াই আনিলে যে এণ্টাৰ্কটিকাৰ ওচৰৰ দক্ষিণ সমুদ্ৰত অলেখ তিমি আৰু ছীল পোৱা যায়। বজাৰত তিমিৰ তেল আৰু ছীলৰ চামৰাৰ ভীষণ চাহিদা। জেম্‌ছ কুকে লৈ অহা বাতৰিটো পায়েই দলে দলে অসংখ্য মানুহ তিমি আৰু ছীলৰ চিকাৰ কৰিবলৈ তালৈ যাবলৈ ধৰিলে। মাত্ৰ কেইবছৰমানৰ ভিতৰতে লক্ষ লক্ষ তিমি আৰু ছীলে এই লোভী চিকাৰীবোৰৰ হাতত প্ৰাণ হেৰুৱালে। এটা সময়ত অৱস্থা এনেকুৱা হ'লগৈ যে এটা বিশেষ জাতৰ তিমি আৰু ছীল পৃথিৱীৰ পৰা চিৰকাললৈ লোপ পোৱাৰ উপক্ৰম হ'ল। এতিয়া অৱশ্যে আইন কৰি এনে চিকাৰ নিষিদ্ধ কৰা হৈছে; কিন্তু ইতিমধ্যেই এটা ডাঙৰ ক্ষতি হৈ গ'ল। লাভৰ হিচাপত মাত্ৰ এইটোৱেই হ'ল যে তিমি চিকাৰীসকলে সেই অঞ্চলৰ পৰিবেশ সম্পৰ্কে বহুতো নতুন তথ্য সংগ্ৰহ কৰি আনিলে। এই তথ্যবোৰেও পিছৰ যুগৰ অভিযাত্ৰীসকলক এণ্টাৰ্কটিকালৈ যোৱাৰ কামত বহুত সহায় কৰিলে।

জেম্‌ছ কুকে এণ্টাৰ্কটিকালৈ যাবলৈ মানুহক নিৰুৎসাহ কৰিছিল; কিন্তু মানুহৰ কৌতূহলৰ কোনো সীমা নাই। সি একো বাধা-বিঘিনি মানিব নোখোজে। ১৮১৯ খ্ৰীষ্টাব্দত মাত্ৰ কেইসপ্তাহমানৰ ভিতৰতে তিনিটা ভিন ভিন দলে তিনি ফালৰ পৰা এণ্টাৰ্কটিকা মহাদেশৰ এটা এটা অংশ আৱিষ্কাৰ কৰিলে; কিন্তু তেওঁলোকৰ এটা দলে আনটো দলৰ কথা নাজানিছিল, কাৰণ তেওঁলোক আহিছিল পৃথিৱীৰ বিভিন্ন দেশৰ পৰা। ৰাছিয়াৰ পৰা অহা দলটোৰ নেতা আছিল বেলিংছহাওছেন, ইংলেণ্ডৰ দলৰ নেতা এডৱাৰ্ড ব্ৰান্সফিল্ড আৰু উত্তৰ আমেৰিকাৰ ছীল-চিকাৰী দলৰ নেতা ব্ৰাউন পামাৰ। আগৰ এটা অধ্যায়ত যি মৰণ-ফান্দৰ কথা কৈ আহিছোঁ সেই ৰ'ৰিং ফৰ্টিজ, ফিউৰিয়াছ ফিফ্‌টিজ, দৈত্যাকাৰ হিমশিলা, আদি-অন্তহীন পেক-আইচ—এই সকলোবোৰ অতিক্ৰম কৰি এওঁলোকেই সৰ্বপ্ৰথমে এণ্টাৰ্কটিকাৰ একো একোটা অংশ আৱিষ্কাৰ কৰিলে।

কিন্তু এণ্টাৰ্কটিকা আচলতে যে এখন বিশাল মহাদেশ সেই কথা তেওঁলোকে অনুমান কৰিব পৰা নাছিল। মহাদেশ হিচাপে এণ্টাৰ্কটিকাক আৱিষ্কাৰ কৰাৰ কৃতিত্ব দিব লাগিব আমেৰিকান অভিযাত্ৰী চাৰ্লচ উইল্‌কিছক। ১৮৪০ খ্ৰীষ্টাব্দত তেওঁ ছখন জাহাজেৰে এটা দীঘল উপকূল ভ্ৰমণ কৰি এখন মহাদেশৰ অস্তিত্ব অনুমান কৰিলে। তেওঁ তাৰ এটা নামো দিলে ঃ এণ্টাৰ্কটিকা। পৃথিৱীৰ মহাদেশকেইখনৰ তালিকাত আৰু এটা নতুন নাম যোগ হ'ল।

এই নতুন মহাদেশৰ কেন্দ্ৰ-বিন্দু হ'ল দক্ষিণ মেৰু। দুৰ্গম মহাদেশ এণ্টাৰ্কটিকাৰ ভিতৰতো আটাইতকৈ দুৰ্গম ঠাই হ'ল দক্ষিণ মেৰু। কিন্তু যি মানুহে ইমান ভয়ংকৰ বাধা-বিঘিনি জয় কৰি এণ্টাৰ্কটিকাত ভৰি দিলেগৈ, সেই মানুহে বাৰু দক্ষিণ মেৰু জয় নকৰাকৈ হাত সাবটি বহি থাকিব পাৰেনে?

# ৰবাৰ্ট ফেল্‌কন স্কট

ৰবাৰ্ট ফেল্‌কন স্কটৰ জীৱনৰ প্ৰধান উচ্চাকাংক্ষা আছিল এয়ে যে পৃথিৱীৰ আটাইতকৈ দুৰ্গম ঠাই দক্ষিণ মেৰুত গৈ ভৰি দিয়া প্ৰথম মানুহজন তেৱেঁই হ'ব। কিন্তু সেই চেষ্টাত তেওঁ কৃতকাৰ্য নহ'ল। সেইটো এটা বৰ কৰুণ কাহিনী।

মানুহে অৱশেষত দক্ষিণ মেৰু জয় কৰিছিল। নিৰ্জন আৰু নীৰৱ দক্ষিণ মেৰুত মানুহে নিজৰ জয়ৰ পতাকা উৰুৱাইছিল। মানুহে যে একোতেই হাৰ নামানে সেই কথা মানুহে আৰু এবাৰ প্ৰমাণ কৰি দেখুৱাইছিল।

কিন্তু দক্ষিণ মেৰুত নিজৰ আৰু নিজৰ দেশৰ জয়ৰ পতাকা উৰুওৱা প্ৰথম মানুহজন ৰবাৰ্ট ফেল্‌কন স্কট নাছিল। অথচ দক্ষিণ মেৰু অভিযানৰ কাহিনীবোৰৰ ভিতৰত স্কটৰ কাহিনীয়েই আটাইতকৈ বীৰত্বপূৰ্ণ। যিজন মানুহে স্কটক পিছ পেলাই থৈ গৈ দক্ষিণ মেৰুত ভৰি দিয়া প্ৰথম মানুহ হোৱাৰ গৌৰৱ অৰ্জন কৰিলে তেওঁতকৈ স্কটৰ কাহিনী মানুহে বেছি শ্ৰদ্ধাৰে সোঁৱৰে। তাৰ কাৰণ তোমালোকে কাহিনীটো পঢ়ি শেষ কৰিলেই বুজিব পাৰিবা।

কিন্তু কাহিনী আৰম্ভ কৰাৰ আগতে কাহিনীৰ নায়ক ৰবাৰ্ট ফেল্‌কন স্কটৰ বিষয়ে কিছু কথা জানি লওঁ আহাঁ।

যি চাৰিখন প্ৰদেশক লৈ বৃটেন গঠিত হৈছে সেইবোৰৰে এখন হ'ল স্কটলেণ্ড। বাকী তিনিখন হ'ল ইংলেণ্ড, ওৱেলছ আৰু উত্তৰ আয়াৰলেণ্ড। ব্ৰিটেনক সেই কাৰণে United Kingdom অৰ্থাৎ যুক্তৰাজ্য বুলিও কোৱা হয়। কিন্তু এটা সময়ত এই আটাইকেইখনেই সুকীয়া স্বাধীন দেশ আছিল।

৮০ খ্ৰীষ্টাব্দত ৰোমান সেনাপতি এগ্ৰিকোলাই স্কটলেণ্ড জয় কৰিবৰ সময়ত তাত তেওঁ যিবোৰ মানুহ লগ পাইছিল, এগ্ৰিকোলাই তেওঁলোকৰ নাম দিছিল পিক্টছ্‌ (Picts)। ৰোমান ভাষাত পিক্টছ্‌ শব্দৰ অৰ্থ ৰং সনা। অৰ্থাৎ স্কটলেণ্ডৰ আদিম অধিবাসীসকলে নিজৰ গাত ৰং সানি নিজকে দেখনিয়াৰ কৰিবলৈ চেষ্টা কৰিছিল।

৫০০ খ্ৰীষ্টাব্দত ওচৰৰ আয়াৰলেণ্ডৰ পৰা স্কট নামৰ এটা জাতিৰ মানুহে স্কটলেণ্ড জয় কৰি তাত স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। বৰ্তমান স্কটলেণ্ডৰ অধিবাসীসকল এই দুয়োজাতিৰ সংমিশ্ৰণৰ পৰাই হৈছে।

স্কটলেণ্ডখন পৰ্বতীয়া ঠাই। পৰ্বতীয়া মানুহবোৰ সাধাৰণতে পৰিশ্ৰমী আৰু কষ্ট-সহিষ্ণু হয়। তাতে স্কটলেণ্ডৰ মানুহে নিজৰ স্বাধীনতা ৰক্ষাৰ কাৰণে বহুকাল ধৰি চুবুৰীয়া ইংৰাজসকলৰ লগত যুঁজ-বাগৰ কৰি কটাবলগীয়া হৈছিল। মুঠতে স্কটসকল যুদ্ধ-বিদ্যাত পাকৈত আছিল আৰু তেওঁলোকে যুদ্ধ কৰি ভাল পাইছিল।

ৰবাৰ্ট ফেল্‌কন স্কটৰ উপৰি-পুৰুষসকল আছিল এনেকুৱা যুদ্ধ-প্ৰিয় আৰু কষ্ট-সহিষ্ণু স্কট জাতিৰ মানুহ।

কিন্তু স্কটৰ কাহিনী আৰম্ভ কৰাৰ আগতে স্কটসকলৰ এজন ডাঙৰ বীৰ ৰবাৰ্ট ব্ৰুচৰ এটা সঁচা কাহিনী তোমালোকক কৈ শুনাব খোজোঁ। কাহিনীটো শুনি তোমালোকে নিশ্চয় ভাল পাবা। তাৰ পৰা শিক্ষা ল'ব পাৰিবা।

ইংলেণ্ডৰ ৰজা প্ৰথম এডৱাৰ্ডে ১২৯৬ খ্ৰীষ্টাব্দত স্কটলেণ্ড জয় কৰিলে। কিন্তু স্কটসকল ইংলেণ্ডৰ বশ্যতা মানি ল'বলৈ ৰাজী নহ'ল। নিজৰ স্বাধীনতা উদ্ধাৰ কৰিবৰ কাৰণে তেওঁলোকে ইংৰাজসকলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ধৰিলে। তেওঁলোকৰ নেতা আছিল ৰবাৰ্ট ব্ৰুচ।

ইংৰাজসকলৰ লগত ইখনৰ পিছত সিখন যুদ্ধত হাৰি এবাৰ ৰবাৰ্ট ব্ৰুচে প্ৰাণ ৰক্ষাৰ কাৰণে

পৰ্বতৰ এটা গুহাত আশ্ৰয় ল'ব লগা হ'ল। ভোক আৰু ভাগৰে তেওঁক হেঁচা মাৰি ধৰিছিল। তদুপৰি ইংৰাজসকলৰ লগত বাৰে বাৰে যুদ্ধত হাৰি তেওঁৰ মন একেবাৰে ভাগি পৰিছিল। হতাশাত আধামৰা হৈ তেওঁ গুহাটোৰ ভিতৰতে মাটিত দীঘল দি পৰিল। এসময়ত তেওঁ টোপনি গ'ল। তেওঁ বোধহয় বহুত সময় টোপনিত লালকাল দি আছিল, কাৰণ তেওঁ যেতিয়া টোপনিৰ পৰা সাৰ পালে, তেতিয়া তেওঁ দেখিলে যে গুহাটোৰ মুখখন মকৰা জালে ঢাকি পেলাইছে। তেওঁ আচৰিত হৈ মকৰা জালখনৰ ফালে চাই থাকোঁতে আৰু এটা দৃশ্য তেওঁৰ চকুত পৰিল। যিটো মকৰাই জালখন গুঁঠিছিল সি সূতা এডালত ধৰি জালখনৰ ওপৰলৈ উঠিবলৈ চেষ্টা কৰে, কিন্তু আধা বাটতে সূতাডাল ছিগি যোৱাত সি মাটিলৈ খহি পৰে। একেটা ঘটনা যে কিমানবাৰ ঘটিল তাৰ হিচাপ নাই। ৰবাৰ্ট ব্ৰুচে এইবাৰ বহি লৈ দৃশ্যটো চাবলৈ ধৰিলে। মকৰাটোৱে সূতাডালত ধৰি যিমানবাৰ ওপৰলৈ উঠিবলৈ চেষ্টা কৰে সিমানবাৰেই সূতাডাল ছিগি সি তললৈ সৰি পৰে। বেচেৰা মকৰাটোলৈ ব্ৰুচৰ মনত বৰ পুতৌ উপজিল। সি আৰু জালখনৰ ওপৰলৈ উঠিব পৰাৰ কোনো আশা নাই। কিন্তু ব্ৰুচে এনেকৈ ভাবিবলৈ আৰম্ভ কৰোঁতেই মকৰাটো এবাৰ একেবাৰতে জালখনৰ ওপৰলৈ উঠিল।

দৃশ্যটো দেখি ৰবাৰ্ট ব্ৰুচে তেওঁৰ গাৰ মাজেদি এটা বিজুলীৰ সোঁত বৈ যোৱা যেন অনুভৱ কৰিলে। তেওঁৰ দুখ-ভাগৰ আৰু হতাশা মুহূৰ্ততে ক'ৰবালৈ পলাল। নতুনকৈ প্ৰাণ পোৱা মানুহৰ দৰে তেওঁ বহাৰ পৰা উঠি থিয় হ'ল। মকৰাটোৰ পৰা তেওঁ এই শিক্ষাই পালে যে মানুহে কেতিয়াও আশা হেৰুৱাব নাপায়। আচল কথা হ'ল ধৈৰ্য। আশা নেহেৰুৱাই আৰু ধৈৰ্য ধৰি নিজৰ চেষ্টাত লাগি থাকিলে মকৰাটোৰ নিচিনাকৈ তেৰোঁ এদিন নিশ্চয় কৃতকাৰ্য হ'বই।

এজন সম্পূৰ্ণ নতুন মানুহ হৈ ৰবাৰ্ট ব্ৰুচ গুহাটোৰ পৰা ওলাই গ'ল। নতুন উদ্যমেৰে তেওঁ ইংৰাজসকলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ধৰিলে আৰু অৱশেষত ইংৰাজসকলক পৰাস্ত কৰি স্কটলেণ্ডৰ স্বাধীনতা উদ্ধাৰ কৰিলে।

ৰবাৰ্ট ফেল্‌কন স্কটৰ পূৰ্বপুৰুষসকল আছিল এনেকুৱা জেদী, ধৈৰ্যশীল আৰু কষ্ট-সহিষ্ণু।

১৮৬৮ খ্ৰীষ্টাব্দৰ ৬ জুনৰ দিনা ডেভনপ'ৰ্টৰ ওচৰৰ এখন সৰু চহৰত স্কটৰ জন্ম হৈছিল। তেওঁৰ দেউতাকৰ নাম আছিল জন এডৱাৰ্ড স্কট। স্কটৰ পৰিয়ালৰ পুৰুষসকলে যদিও পুৰুষানুক্ৰমে সৈনিকৰ বৃত্তি অৱলম্বন কৰি আহিছিল, কিন্তু এটা ব্যতিক্ৰম আছিল স্কটৰ দেউতাক জন এডৱাৰ্ড স্কট। দুৰ্বল স্বাস্থ্যৰ কাৰণে তেওঁ সৈন্যবাহিনীত যোগ নিদি ঘৰুৱা মদ তৈয়াৰ কৰা ব্যৱসায়ৰ পৰিচালনাৰ দায়িত্ব লৈছিল।

কিন্তু ৰবাৰ্ট স্কটৰ জীৱনৰ লক্ষ্য আছিল নৌ-বাহিনীত যোগ দি সৈনিক হোৱা। সেইকাৰণে তেওঁ স্কুলৰ শিক্ষা সাং কৰিয়েই 'ব্ৰিটেনিয়া' নামৰ সামৰিক জাহাজত প্ৰশিক্ষাৰ্থী হিচাপে যোগ দিলে। তেতিয়া তেওঁৰ বয়স মাত্ৰ ১৩ বছৰ।

ইখনৰ পিছত সিখন জাহাজত প্ৰশিক্ষণ লওঁতে কেবাবছৰো পাৰ হৈ গ'ল। অৱশেষত তেওঁক উচ্চ প্ৰশিক্ষণৰ কাৰণে পঠোৱা হ'ল 'ৰ'ভাৰ' নামৰ জাহাজলৈ। এই 'ৰ'ভাৰ' আছিল নাবিক-সৈনিকসকলক প্ৰশিক্ষণ দিয়া কেবাখনো যুদ্ধ-জাহাজৰ ভিতৰৰে এখন। এই আটাইকেইখন যুদ্ধ-জাহাজক লৈ যিটো ট্ৰেইনিং স্কোৱাড্ৰন গঠিত হৈছিল তাৰ সেনাপতি আছিল কমোডৰ ছাৰ এলবাৰ্ট হেষ্টিংছ মাৰ্খাম। তেওঁ নিজে কেবাবাৰো উত্তৰ মেৰু অভিযানত অংশ লৈছিল।

কমোডৰ ছাৰ হেষ্টিংছ মাৰ্খামৰ খুড়াকৰ পুতেক ভায়েক ছাৰ ক্লিমেণ্টছ্ মাৰ্খাম আছিল সেই সময়ৰ ইংলেণ্ড জিয়'গ্ৰাফিকেল ছ'চাইটি অৰ্থাৎ ভূগোল অধ্যয়ন সমাজৰ সভাপতি। তেওঁ ভূগোল আৰু বুৰঞ্জী দুয়োটা বিষয়তে বিশেষ পাৰদৰ্শিতা থকা ডাঙৰ পণ্ডিত আছিল।

এবাৰ তেওঁ কমোডৰ ছাৰ হেষ্টিংছ মাৰ্খামৰ ঘৰলৈ দুদিনমানৰ কাৰণে আলহী হৈ আহিল। কমোডৰ ছাৰ হেষ্টিংছ মাৰ্খামে ভায়েকক তেওঁৰ অধীনৰ জাহাজবোৰ দেখুৱাই ফুৰোঁতে 'ৰ'ভাৰ' জাহাজৰ আন আন কেডেটসকলৰ লগতে ৰবাৰ্ট ফেল্‌কন স্কটকো তেওঁৰ লগত চিনাকি কৰাই দিলে।

সেই এটা মুহূৰ্ততে ৰবাৰ্ট ফেল্‌কন স্কটৰ জীৱন চিৰকালৰ কাৰণে সলনি হৈ গ'ল।

# দক্ষিণ মেৰু অভিযানৰ পৰিকল্পনা

ওপৰৰ এটা অধ্যায়ত কৈ আহিছোঁ যে ১৮৪০ খ্ৰীষ্টাব্দত আমেৰিকান অভিযাত্ৰী চাৰ্লছ উইল্‌কিছে এণ্টাৰ্কটিকাক এখন মহাদেশ হিচাপে আৱিষ্কাৰ কৰিলে। তাৰ পিছৰে পৰা এণ্টাৰ্কটিকাক ঘেৰি ৰখা দক্ষিণ সমুদ্ৰলৈ তিমি চিকাৰ কৰা মানুহৰ সোঁত ব'বলৈ ধৰিলে। ১৮৪০ খ্ৰীষ্টাব্দৰ পৰা ১৯০০ খ্ৰীষ্টাব্দলৈকে মাত্ৰ এই ষাঠি বছৰৰ ভিতৰত দুশটা আমেৰিকান অভিযান হৈছিল কেৱল তিমি চিকাৰৰ কাৰণে; কিন্তু এইসকল লোকৰ কোনো বৈজ্ঞানিক কৌতূহল নাছিল, অৰ্থাৎ তেওঁলোকে এণ্টাৰ্কটিকাৰ বিষয়ে কোনো জ্ঞান আহৰণ কৰিবলৈ চেষ্টা কৰা নাছিল।

১৮৯২ খ্ৰীষ্টাব্দত এণ্টাৰ্কটিকাত অভিযান চলাবলৈ যোৱা নৰৱে দেশৰ এখন জাহাজত কাৰ্চটেন বৰ্চ্‌গ্ৰেভিংক্ নামৰ এজন বৈজ্ঞানিক গৈছিল। তেওঁ আছিল এজন বিজ্ঞান শিক্ষক। তেওঁৰ উদ্দেশ্য আছিল এণ্টাৰ্কটিকাৰ বিষয়ে বৈজ্ঞানিক তথ্য সংগ্ৰহ কৰা; কিন্তু জাহাজৰ কাপ্তানে তেওঁৰ জাহাজত বৈজ্ঞানিকৰ কাৰণে ঠাই নহ'ব বুলি ক'লে। গতিকে নিৰুপায় হৈ বৰ্চ্‌গ্ৰেভিংকে এজন সাধাৰণ নাবিক হিচাপেই সেই জাহাজত উঠি এণ্টাৰ্কটিকালৈ গ'ল।

১৮৯৫ খ্ৰীষ্টাব্দত আন্তৰ্জাতিক ভৌগোলিক কংগ্ৰেছৰ বছৰেকীয়া অধিবেশন বহিছিল। বৰ্চ্‌গ্ৰেভিংকে সেই অধিবেশনত যোগ দি এণ্টাৰ্কটিকাত বৈজ্ঞানিক গৱেষণা চলোৱাৰ প্ৰয়োজনীয়তাৰ কথা সকলোকে বুজাই ক'লে। ইমান দিনে এণ্টাৰ্কটিকালৈ মানুহ গৈছিল নতুন নতুন দেশ আৱিষ্কাৰ কৰিবলৈ বা তিমি চিকাৰ কৰিবলৈ; কিন্তু বৰ্চ্‌গ্ৰেভিংকৰ বক্তৃতা শুনাৰ পিছত মানুহৰ চকু নতুনকৈ মেল খালে। আৰম্ভ হ'ল এণ্টাৰ্কটিকা অভিযানৰ এটা নতুন যুগ। ইয়াৰ পিছত এণ্টাৰ্কটিকালৈ যিমানবোৰ অভিযান হৈছে সেই সকলোবোৰৰে প্ৰধান উদ্দেশ্য হ'ল এণ্টাৰ্কটিকাৰ বিষয়ে বৈজ্ঞানিক তথ্য সংগ্ৰহ কৰা।

১৮৯৯ খ্ৰীষ্টাব্দত আন্তৰ্জাতিক ভৌগোলিক কংগ্ৰেছৰ সপ্তম বছৰেকীয়া অধিবেশন বহিছিল বাৰ্লিনত। সেই অধিবেশনতে ঠিক হয় যে তিনিখন দেশে তিনিফালৰ পৰা এণ্টাৰ্কটিকালৈ গৈ তাত নানা বিষয়ে বৈজ্ঞানিক গৱেষণা চলাব। দেশ তিনিখন হ'ল—ব্ৰিটেন, জাৰ্মানী আৰু ছুইডেন। ব্ৰিটেনৰ হৈ এই অভিযান পৰিচালনাৰ দায়িত্ব দিয়া হ'ল সেই দেশৰ জিয়'গ্ৰাফিকেল ছ'চাইটি অৰ্থাৎ ভূগোল সমাজক।

১৮৯৯ চনৰ জুন মাহত ৰবাৰ্ট ফেল্‌কন স্কটে লণ্ডনত কেইদিনমানৰ ছুটী উপভোগ কৰিছিল। এদিন তেওঁ ব্ৰিটেনৰ ৰাজপ্ৰাসাদ বাকিংহাম পেলেচৰ কাষৰ ৰাস্তাৰে খোজকাঢ়ি কোনোবা এঠাইলৈ আছিল। এনেতে তেওঁ দেখিলে যে ৰাস্তাৰ সিটো মূৰেদি খোজকাঢ়ি গৈ আছে ছাৰ ক্লিমেণ্ট্‌ছ মাৰ্খাম। স্কটে দৌৰ মাৰি ৰাস্তাটো পাৰ হৈ ছাৰ মাৰ্খামক অভিবাদন জনালে আৰু তেওঁৰ লগত একেলগে খোজকাঢ়িবলৈ ধৰিলে।

এনেকৈ কথা পাতি থাকোঁতেই স্কটে ছাৰ মাৰ্খামৰ পৰা জানিব পাৰিলে যে অলপ দিনৰ ভিতৰতে এণ্টাৰ্কটিকালৈ এটা অভিযাত্ৰীৰ দল পঠোৱাৰ কথা চলিছে। এই দলটোৰ প্ৰধান কাম হ'ব এণ্টাৰ্কটিকাত নানা বিষয়ে গৱেষণা কৰি বৈজ্ঞানিক তথ্য সংগ্ৰহ কৰা।

এতিয়া আমি ইয়াৰ আগৰ অধ্যায়টোলৈ অলপ সময়ৰ কাৰণে আকৌ ঘূৰি যাওঁহক ব'লা। সেই

অধ্যায়ত কৈ আহিছোঁ যে স্কটে নৌ-সেনাৰ প্ৰশিক্ষণ লোৱা 'ৰ'ভাৰ' নামৰ জাহাজত ছাৰ ক্লিমেণ্টছ মাৰ্খামৰ লগত স্কটৰ প্ৰথম দেখাদেখি হৈছিল। ছাৰ মাৰ্খাম আছিল ব্ৰিটেনৰ ভূগোল সমাজৰ সভাপতি। সেইটো আছিল ১৮৮৭ খ্ৰীষ্টাব্দৰ কথা। এণ্টাৰ্কটিকালৈ বৈজ্ঞানিক অভিযানকাৰীৰ দল পঠোৱাৰ কথা যদিও তাৰ কেবাবছৰৰ পিছতহে ওলাইছে, কিন্তু ছাৰ মাৰ্খামে এণ্টাৰ্কটিকালৈ ব্ৰিটেনৰ পৰা এটা অভিযানকাৰীৰ দল পঠোৱাৰ কথা তাৰ বহু আগতেই মনে মনে ভাবি আছিল। এনেবোৰ কষ্টকৰ আৰু দুঃসাহসিক অভিযানৰ কাৰণে প্ৰচুৰ অৰ্থৰ প্ৰয়োজন হয়। তাতোকৈ বেছি প্ৰয়োজন হয় শাৰীৰিক আৰু মানসিকভাৱে যোগ্যতা থকা উপযুক্ত মানুহৰ। গতিকে আগতীয়াকৈ দীঘলীয়া পৰিকল্পনা নকৰিলে এণ্টাৰ্কটিকালৈ অভিযানকাৰীৰ দল পঠোৱা অসম্ভৱ। এইবোৰ কথা মনত ৰাখি ছাৰ মাৰ্খাম য'লৈকে যায় ত'তেই তেওঁ এণ্টাৰ্কটিকা অভিযানৰ নেতৃত্ব ল'ব পৰা উপযুক্ত মানুহৰ সন্ধানত থাকে।

১৮৮৭ খ্ৰীষ্টাব্দত যি মুহূৰ্তত স্কটৰ ওপৰত ছাৰ মাৰ্খামৰ প্ৰথম চকু পৰিল সেই মুহূৰ্ততে তেওঁ বুজি পালে যে ইমানদিনে মনে মনে বিচাৰি ফুৰা মানুহজন তেওঁ অৱশেষত বিচাৰি পালে; অৰ্থাৎ এণ্টাৰ্কটিকা অভিযানৰ নেতৃত্ব ল'বলৈ ৰবাৰ্ট ফেল্‌কন স্কটেই হ'ল আটাইতকৈ উপযুক্ত মানুহ।

স্কটক লগ পোৱাৰ পিছত তেওঁৰ সম্পৰ্কে ছাৰ মাৰ্খামৰ মনত কেনে ধাৰণা হৈছিল সেই কথা বৰ্ণনা কৰি ছাৰ মাৰ্খামে এখন কিতাপত লিখিছে—"১৮৮৭ খ্ৰীষ্টাব্দত মই কেইদিনমানৰ কাৰণে মোৰ খুড়াৰ পুতেক-ভাই কমোডৰ মাৰ্খামৰ ঘৰত আলহী হৈ থাকোঁতে স্কটক প্ৰথমবাৰৰ কাৰণে লগ পাওঁ। ডেকাজনক দেখাৰ লগে লগে মোৰ মনত ভাব হ'ল যে এণ্টাৰ্কটিকা অভিযানৰ নেতৃত্ব ল'বলৈ তেওঁতকৈ বেছি উপযুক্ত মানুহ দ্বিতীয় এজন নাই। এদিন আমাৰ লগত ৰাতিৰ আহাৰ খাইছিল। সেই সময়ত তেওঁৰ বয়স হৈছিল ওঠৰ বছৰ। তেওঁৰ বুদ্ধি, নানা বিষয়ে তেওঁৰ জ্ঞান আৰু তেওঁৰ মধুৰ স্বভাৱে মোক অতিকৈ মোহিত কৰিছিল। অভিজ্ঞতাৰ পৰা মই এই কথা বুজি পাইছিলো যে এণ্টাৰ্কটিকা অভিযানৰ যা-যোগাৰ সম্পূৰ্ণ হ'বলৈ আৰু কেবাবছৰো সময় লাগিব। লগতে মোৰ মনত এটা বিশ্বাসো হৈছিল যে সেই অভিযানৰ নেতা হ'বৰ কাৰণে ভাগ্যই যেন ইতিমধ্যেই স্কটকে বাছি লৈছে। স্কটক প্ৰথম লগ পোৱাৰ কেবাবছৰৰ পিছত মই দ্বিতীয়বাৰৰ কাৰণে আকৌ তেওঁক লগ পালো। সেইবাৰ তেওঁ 'এম্‌প্ৰেছ অৱ ইণ্ডিয়া' নামৰ যুদ্ধ-জাহাজত টৰ্পেডো-লেফটেনাণ্টৰ পদত আছিল। তেওঁক দ্বিতীয়বাৰ লগ পোৱাৰ পিছত মোৰ মনৰ ধাৰণা আগতকৈয়ো বেছি দৃঢ় হ'ল যে এণ্টাৰ্কটিকা অভিযানৰ নেতৃত্ব ল'ব পৰা আটাইখিনি যোগ্যতাই তেওঁৰ আছে।"

স্কটৰ লগত ছাৰ মাৰ্খামৰ দ্বিতীয়বাৰ ভেটাভেটি হ'ল লণ্ডনৰ ৰাজপথত, ১৮৯৯ চনৰ জুন মাহত। সেই কথা ওপৰত কৈ অহা হৈছে। ছাৰ মাৰ্খামক লগ পোৱাৰ দুদিনৰ পিছতে স্কটে এণ্টাৰ্কটিকা অভিযানৰ নেতাৰ পদৰ কাৰণে আবেদন কৰিলে।

# স্কটৰ প্ৰথম এণ্টাৰ্কটিকা অভিযান

স্কটে আবেদন কৰাৰ প্ৰায় এবছৰৰ পিছতহে তেওঁক অভিযানৰ নেতা হিচাপে নিযুক্ত কৰা হৈছে বুলি ঘোষণা কৰা হ'ল।

কিন্তু যাত্ৰা আৰম্ভ কৰিবলৈ তেতিয়াও বহুত কাম বাকী আছিল। প্ৰথম কামটো হ'ল এণ্টাৰ্কটিকাৰ বিপদ-সঙ্কুল সাগৰত পাৰি দিব পৰা এখন জাহাজ নিৰ্মাণ কৰা। তাৰ কাৰণে প্ৰচুৰ ধনৰ প্ৰয়োজন। প্ৰথমতে এজন ধনী মানুহে পঁচিশ হাজাৰ পাউণ্ড দান হিচাপে আগবঢ়ালে। বৃটিছ চৰকাৰে ঘোষণা কৰিলে যে ৰাইজৰ দান-বৰঙণিৰ যোগেদি যিমান ধন সংগ্ৰহ হ'ব ঠিক সিমানখিনি ধন চৰকাৰেও দিব। এনেকৈ ৰাইজ আৰু ৰজাঘৰে মিলি মুঠতে বিৰান্নবৈ হাজাৰ পাউণ্ড এণ্টাৰ্কটিকা অভিযানৰ কাৰণে দান আগবঢ়ালে। সেই ধনেৰে 'ডিছ্‌ক'ভাৰি' নামৰ এখন জাহাজ নিৰ্মাণ কৰা হ'ল।

১৯০১ খ্ৰীষ্টাব্দৰ গ্ৰীষ্মকালত 'ডিছ্‌ক'ভাৰি'য়ে যাত্ৰা আৰম্ভ কৰিলে। অভিযানকাৰীৰ দলটো এণ্টাৰ্কটিকাৰ বহুতো ভিতৰুৱা অঞ্চললৈকে যাবলৈ সমৰ্থ হ'ল। তেওঁলোকে তিনি বছৰ তিনি মাহ কাল ধৰি এণ্টাৰ্কটিকা মহাদেশৰ বিভিন্ন অঞ্চলত অভিযান চলালে। তেওঁলোকে সপ্তম এডৱাৰ্ড দ্বীপ নামৰ এটা নতুন দ্বীপ আৱিষ্কাৰ কৰিলে; ছাউথ ভিক্টোৰিয়া লেণ্ড নামৰ অঞ্চলটোত জৰিপ চলালে; বৰফৰ ওখ ওখ পাহাৰবোৰ কেনেকৈ গঠিত হয় সেই বিষয়ে নানা তথ্য সংগ্ৰহ কৰি সেই দুৰ্গম মহাদেশখন সম্পৰ্কে মানুহৰ জ্ঞান আগতকৈ বহুগুণে বৃদ্ধি কৰিলে।

যি আশা কৰি ব্ৰিটেনৰ ৰজা-প্ৰজা সকলোৱে মিলি স্কটক এণ্টাৰ্কটিকালৈ পঠাইছিল সেই আশা তেওঁ কেৱল পূৰ্ণ কৰাই নহয়, তাতকৈ বেছিহে তেওঁ কৰি দেখুৱালে। তাৰ কাৰণে তেওঁলোকে পাব লগা অলেখ পুৰস্কাৰ আৰু প্ৰশংসা লাভ কৰিলে। তিনি বছৰ তিনি মাহ কাল এণ্টাৰ্কটিকাত কটাই অভিযানকাৰীৰ দলটো যেতিয়া ১৯০৪ চনৰ ছেপ্তেম্বৰ মাহত স্বদেশলৈ আহিল তেতিয়া তেওঁলোকক বীৰৰ দৰে সন্মান জনাই আদৰণি জনোৱা হ'ল। স্বয়ং ৰজাৰ উপস্থিতিত স্কটে নিজৰ অভিজ্ঞতা বৰ্ণনা কৰি বক্তৃতা দিলে। বিদেশৰ পৰাও তেওঁলোকলৈ নানা সন্মান আৰু পুৰস্কাৰ আহিল। কিন্তু এণ্টাৰ্কটিকাৰ বিষয়ে বহুতো নতুন আৰু মূল্যবান বৈজ্ঞানিক তথ্য সংগ্ৰহ কৰি অনাৰ কাৰণেই তেওঁলোকে এই সন্মান আৰু পুৰস্কাৰবোৰ পোৱা নাছিল। এণ্টাৰ্কটিকা অভিযানত গোটেই দলটোৱে যি ত্যাগ, সাহস আৰু কষ্ট-সহিষ্ণুতাৰ পৰিচয় দিছিল তাৰ কাৰণেও মানুহে তেওঁলোকক অন্তৰ উজাৰি প্ৰশংসা কৰিছিল। এই অভিযানত পঞ্চাশজনীয়া দলটোৰ মাত্ৰ এজন সদস্যহে মৃত্যুৰ মুখত পৰিছিল। এনেকুৱা দুঃসাহসিক অভিযানৰ বুৰঞ্জীত এইটো এটা বৰ লেখত ল'বলগীয়া বিৰল ঘটনা। দলৰ প্ৰতিজন সদস্যই সকলো দুখ-কষ্ট হাঁহিমুখে মানি লৈছিল; প্ৰত্যেকেই নিজৰ কৰ্তব্য নিষ্ঠাৰে পালন কৰিছিল। একে আষাৰে ক'বলৈ গ'লে গোটেই দলটোৰ কাৰণে এণ্টাৰ্কটিকা অভিযান আছিল তেওঁলোকৰ চৰিত্ৰৰ পৰীক্ষা; আৰু সেই পৰীক্ষাত তেওঁলোক সসন্মানে উত্তীৰ্ণ হৈছিল।

এণ্টাৰ্কটিকাৰ পৰা ঘূৰি অহাৰ পিছত স্কটক ন মাহ ছুটী দিয়া হ'ল। সেইখিনি সময়ৰ ভিতৰতে

তেওঁ নিজৰ অভিজ্ঞতাৰ বিৱৰণ কিতাপ আকাৰে লিখি উলিয়ালে। পিছত 'The Voyage of the Discovery' নাম দি কিতাপখন প্ৰকাশ কৰা হ'ল। ইতিমধ্যে স্কটে চাকৰিতো পদোন্নতি লাভ কৰিলে। ১৯০৮ খ্ৰীষ্টাব্দত তেওঁ বিয়া কৰি সংসাৰী হ'ল। মানুহে ভাবিলে যে স্কটৰ প্ৰথম এণ্টাৰ্কটিকা অভিযানেই হ'ল তেওঁৰ শেষ অভিযান। এণ্টাৰ্কটিকাৰ দুখ-কষ্ট পাহৰি এতিয়াৰ পৰা তেওঁ শান্তিৰে ঘৰ-সংসাৰ কৰাত মন দিব।

কিন্তু যি মাহত তেওঁ বিয়া কৰালে ঠিক সেই মাহতেই আৰু এটা এণ্টাৰ্কটিকা অভিযানৰ কথা ঘোষণা কৰা হ'ল।

এইবাৰ তেওঁৰ লক্ষ্য হ'ল দক্ষিণ-মেৰুত গৈ ভৰি দিয়া—যি দক্ষিণ-মেৰুত ইয়াৰ আগতে কোনো মানুহৰ ভৰিৰ খোজ পৰা নাই।

দুৰ্গম দক্ষিণ-মেৰুত গৈ থিয় দিয়া পৃথিৱীৰ প্ৰথম মানুহজন হ'ব ৰবাৰ্ট ফেল্কন স্কট। এতিয়া সেইটোৱেই হ'ল তেওঁৰ জীৱনৰ একমাত্ৰ উচ্চাকাংক্ষা।

# দক্ষিণ মেৰু অভিযান

অভিযানকাৰীসকলৰ মাজত দুই ধৰণৰ মানুহ থাকে। কিছুমান অভিযানকাৰীৰ একমাত্ৰ উদ্দেশ্য হ'ল আনে কৰিব নোৱৰা এটা অতি কঠিন আৰু অসম্ভৱ কাম কৰি সকলোকে চমক লগাই দিয়া আৰু নিজেও আনন্দ পোৱা। এইসকল অভিযানকাৰীয়ে পৰ্বতৰ ওখ শৃঙ্গ বগায়, ইংলিছ চেনেল সাঁতুৰি পাৰ হয়, অকলে খোজকাঢ়ি বা মটৰ গাড়ীত উঠি চাহাৰা মৰুভূমি পাৰ হ'বলৈ চেষ্টা কৰে। দ্বিতীয় বিধৰ অভিযানকাৰীয়ে অভিযানৰ উত্তেজনা উপভোগ কৰাৰ উপৰিও তাৰ লগতে পৃথিৱীৰ অজান আৰু দুৰ্গম ঠাইবোৰৰ বিষয়ে জ্ঞান আহৰণ কৰিবলৈ চেষ্টা কৰে।

ৰোৱাল্ড আমুণ্ডছেন আছিল প্ৰথম বিধৰ অভিযানকাৰী।

ৰবাৰ্ট ফেলকন স্কট আছিল দ্বিতীয় বিধৰ অভিযানকাৰী।

স্কটৰ কাহিনীত আমুণ্ডছেনৰ নাম এতিয়াহে প্ৰথমবাৰৰ কাৰণে ওলাল। এই কাহিনীত তেওঁ মাত্ৰ অলপ সময়ৰ কাৰণেহে মুখ দেখা দিব; কিন্তু সেই অলপ সময়ৰ ভিতৰতে তেওঁ স্কটৰ ভাগ্য ওলট-পালট কৰি দিব।

তেওঁ কেনেকৈ সেইটো কৰিব তাৰ অলপ আগতীয়া আভাস দিওঁ শুনা। দক্ষিণ মেৰুত ভৰি দিয়া পৃথিৱীৰ প্ৰথম মানুহজন হোৱাটোৱেই আছিল স্কটৰ জীৱনৰ প্ৰধান উচ্চাকাংক্ষা। ঠিক একেটা উচ্চাকাংক্ষা আছিল আমুণ্ডছেনৰো। একেটা উদ্দেশ্য লৈ দুয়োজনে প্ৰায় একেটা সময়তে দক্ষিণ মেৰু অভিমুখে যাত্ৰা আৰম্ভ কৰিছিল। তেওঁলোকৰ ভিতৰত কোনজনে আনজনক পিছ পেলাই আগতে দক্ষিণ মেৰুত ভৰি দিবগৈ তাৰ কাৰণে দুয়োৰে মাজত ভীষণ প্ৰতিযোগিতা চলিছিল। পৃথিৱীত ইমান উত্তেজনাপূৰ্ণ প্ৰতিযোগিতা খুব কমেইহে হৈছে বুলি ক'ব পাৰি। তাৰ শেষ ফল কি হ'ল সেই কথা আমি অলপ পিছতে জানিব পাৰিম।

কিন্তু তাৰ আগতে স্কটে যাত্ৰা কেনেকৈ আৰম্ভ কৰিলে সেই কথা কৈ লওঁ; কাৰণ এই কাহিনীটো ঘাইকৈ তেওঁৰহে কাহিনী।

স্কট প্ৰথমবাৰ এণ্টাৰ্কটিকালৈ যাওঁতে তেওঁক তালৈ পঠাবলৈ ঘাইকৈ উদ্যোগ লৈছিল বৃটিছ চৰকাৰ আৰু ব্ৰিটেনৰ ভূগোল সমাজে। কিন্তু এইবাৰ আদিৰ পৰা অন্তলৈকে গোটেই অভিযানটোৰ গুৰি ধৰিলে স্কটে নিজে। স্কটৰ এই দ্বিতীয় অভিযানৰ লক্ষ্য আছিল দুটা ঃ (১) দক্ষিণ মেৰুত গৈ ভৰি দিয়া, আৰু (২) ৰছ সমুদ্ৰত বৈজ্ঞানিক অনুসন্ধান চলোৱা। স্কটে এই অভিযানৰ কাৰণে আৰ্থিক সাহায্য বিচাৰি ৰাইজলৈ আবেদন জনালে। সৰ্বসাধাৰণ মানুহৰ উপৰিও বৃটেন, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড আৰু দক্ষিণ আফ্ৰিকাৰ চৰকাৰেও তেওঁলৈ আৰ্থিক সাহায্য আগবঢ়ালে।

স্কটৰ দ্বিতীয় এণ্টাৰ্কটিকা অভিযানৰ এটা প্ৰধান উদ্দেশ্য আছিল বৈজ্ঞানিক অনুসন্ধান। সেই কাৰণে তেওঁ এইবাৰ এটা বৈজ্ঞানিকৰ দল লগত নিবলৈ ঠিক কৰিলে। বৈজ্ঞানিক দলটোৰ নেতা হিচাপে তেওঁ বাছি ল'লে তেওঁৰ পুৰণি মৰমৰ বন্ধু ড° এডৱাৰ্ড এড্ৰিয়ান উইলছনক। উইলছন আছিল এজন ভূ-তত্ত্ববিদ। ছবি আঁকাতো তেওঁৰ ভাল হাত আছিল। স্কটৰ প্ৰথম এণ্টাৰ্কটিকা অভিযানতো উইলছন স্কটৰ লগৰীয়া

আছিল। স্কটৰ দলটোৰ আন কেইজনমান বিশিষ্ট সদস্য আছিল ওটছ্, বাওবাৰ্ছ আৰু ইভান্স। নামকেইটা ভালকৈ মনত ৰাখিবা। এই কাহিনীত তেওঁলোকৰ এটা ডাঙৰ ভূমিকা আছে।

সকলো যা-যোগাৰ সম্পূৰ্ণ হোৱাৰ পিছত 'টেৰানোভা' নামৰ জাহাজেৰে ১৯১০ খ্ৰীষ্টাব্দৰ ১ জুনৰ দিনা স্কটৰ দলটোৱে যাত্ৰা আৰম্ভ কৰিলে।

অক্টোবৰ ১২ তাৰিখে তেওঁলোক অষ্ট্ৰেলিয়াৰ মেলব'ৰ্ণ পালেগৈ। মেলব'ৰ্ণত স্কটৰ কাৰণে অপেক্ষা কৰি আছিল এটা বেয়া খবৰ।

মেলব'ৰ্ণত নামিয়েই স্কটে তেওঁৰ নামত অহা এটা কেব্‌ল্ অৰ্থাৎ সাগৰৰ মাজেদি পঠোৱা এটা তাঁৰবাৰ্তা পালে। তাঁৰবাৰ্তাটোত লেখা আছিল ঃ "মই দক্ষিণলৈ গৈ আছোঁ—আমুণ্ডছেন"।

খবৰটো পঢ়ি স্কটে তেওঁৰ বুকুৰ মাজত কলিজাটো তললৈ খহি যোৱা যেন অনুভৱ কৰিলে। আমুণ্ডছেনক তেওঁ ভালকৈ জানে। তেওঁ উত্তৰ মেৰুলৈ যোৱা এটা নতুন সমুদ্ৰ পথ আৱিষ্কাৰ কৰিছিল আৰু সেই পথেৰে মাত্ৰ এখন জাহাজেৰে গৈ উত্তৰ মেৰুৰ প্ৰায় ওচৰ পাইছিলগৈ। মেৰু অভিযানৰ বিষয়ে আমুণ্ডছেনৰ সমান অভিজ্ঞতা থকা মানুহ খুব কমেইহে আছে। সেই আমুণ্ডছেনে এতিয়া দক্ষিণ মেৰুলৈ যাত্ৰা আৰম্ভ কৰিছে স্কটতকৈ কেইদিনমানৰ আগতে। আমুণ্ডছেন যদি স্কটতকৈ আগতে গৈ দক্ষিণ মেৰুত উপস্থিত হয় তেন্তে দক্ষিণ মেৰুত ভৰি দিয়া পৃথিৱীৰ প্ৰথম মানুহজন হ'ব আমুণ্ডছেন। স্কট নহয়।

সেই মুহূৰ্তৰ পৰা স্কটৰ মনত দিনে-ৰাতিয়ে একেটা মাত্ৰ চিন্তা হ'বলৈ ধৰিলে ঃ কেনেকৈ আমুণ্ডছেনতকৈ আগতে গৈ দক্ষিণ মেৰুত ভৰি দিয়া যায়।

# প্ৰতিযোগিতা আৰম্ভ হ'ল

দক্ষিণ মেৰুত ভৰি দিয়া পৃথিৱীৰ প্ৰথমজন মানুহ হ'বৰ কাৰণে আমুণ্ডছেন আৰু স্কটৰ মাজত প্ৰতিযোগিতা আৰম্ভ হ'ল।

কেইটামান কথাত স্কটতকৈ আমুণ্ডছেনৰ সুবিধা অলপ বেছি আছিল। আমুণ্ডছেন বৰফৰ দেশ নৰৱেৰ মানুহ। গতিকে বৰফৰ মহাদেশ এণ্টাৰ্কটিকাৰ কষ্ট সহ্য কৰাৰ ক্ষমতা স্কটতকৈ তেওঁৰ অলপ বেছি আছিল। তদুপৰি মেৰু অভিযানতেই জীৱনৰ বেছিভাগ সময় কটাই সেই বিষয়ে তেওঁ যথেষ্ট অভিজ্ঞতাও অৰ্জন কৰিছিল। তেওঁৰ জীৱনৰ প্ৰথম লক্ষ্য আছিল উত্তৰ মেৰু জয় কৰা। কিন্তু ৰবাৰ্ট পিয়েৰী নামৰ আন এজন মানুহে তেওঁতকৈ আগতেই গৈ উত্তৰ মেৰুত উপস্থিত হোৱাৰ কাৰণে আমুণ্ডছেনে সেই লক্ষ্য ত্যাগ কৰি দক্ষিণ মেৰু জয় কৰিবলৈ মন মেলিলে। ১৮৯৮ খ্ৰীষ্টাব্দত তেওঁ এটা বেল্‌জিয়ান অভিযানকাৰী দলৰ লগত গৈ গোটেই শীতকালটো এণ্টাৰ্কটিকাত কটাইছিল। গতিকে এণ্টাৰ্কটিকা সম্পৰ্কেও তেওঁৰ প্ৰচুৰ অভিজ্ঞতা আছিল।

দ্বিতীয়তে, আমুণ্ডছেনৰ একমাত্ৰ উদ্দেশ্য আছিল দক্ষিণ মেৰু জয় কৰা। স্কটৰ নিচিনাকৈ এণ্টাৰ্কটিকাত বৈজ্ঞানিক অনুসন্ধান চলোৱাৰ কোনো ইচ্ছা বা পৰিকল্পনা তেওঁৰ নাছিল। ফলত তেওঁ একেটা মাত্ৰ উদ্দেশ্যত একাণপতীয়াকৈ লাগি থাকিব পাৰিছিল। আনহাতে স্কটে দক্ষিণ মেৰু জয় আৰু বৈজ্ঞানিক অনুসন্ধান, এই দুয়োটা কামৰ প্ৰতি সমানে মনোযোগ দিব লগা হোৱাৰ ফলত কেৱল দক্ষিণ মেৰু জয়ৰ কাৰণে তেওঁ আমুণ্ডছেনৰ সমান শক্তি সঞ্চয় কৰিব পৰা নাছিল।

তৃতীয়তে, স্কটতকৈ আমুণ্ডছেনৰ পৰিকল্পনা আছিল বেছি নিখুঁত। স্কটে তেওঁৰ যাত্ৰা আৰম্ভ কৰিছিল মটৰ ইঞ্জিনেৰে চলোৱা শ্লেজ গাড়ীৰে। কিন্তু সাত দিন যোৱাৰ পিছতেই ইঞ্জিন বেয়া হোৱাৰ ফলত মটৰ শ্লেজ গাড়ী নিয়াৰ আঁচনি পৰিত্যাগ কৰিবলগা হয়। স্কটৰ দলত যোলজন মানুহৰ বাহিৰেও আছিল দহটা ঘোঁৰা, তেইশটা কুকুৰ আৰু তেৰখন শ্লেজ গাড়ী। আনহাতে আমুণ্ডছেনৰ লগত আছিল মাত্ৰ চাৰিজন মানুহ আৰু বাৱন্নটা কুকুৰ। আমুণ্ডছেনতকৈ স্কটৰ মেৰু অভিযানৰ অভিজ্ঞতা আছিল কম; সেই কাৰণে তেওঁ কুকুৰে টনা শ্লেজতকৈ মানুহে টনা শ্লেজৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰিছিল। এণ্টাৰ্কটিকাৰ বৰফ-মৰুভূমিৰ শূন্য ডিগ্ৰীৰ তলৰ ঠাণ্ডাত মানুহৰ পক্ষে কেৱল খোজ কঢ়াটোৱেই ভীষণ কষ্টকৰ। তাতে তেওঁক প্ৰতি মুহূৰ্ততে আক্ৰমণ কৰে কেতিয়াবা ঘণ্টাত ৩০০ কিলোমিটাৰ পৰ্যন্ত বেগেৰে বোৱা বৰফৰ ধুমুহাই। তেনে অৱস্থাত যদি এজন মানুহে নিজে খোজকাঢ়ি আগবাঢ়িবলৈ চেষ্টা কৰাৰ উপৰিও মাল-বস্তুৰে বোজাই শ্লেজ গাড়ী টানিব লগা হয় তেন্তে তেওঁৰ অৱস্থা কেনে হ'ব পাৰে কল্পনা কৰাচোন। কিন্তু আমুণ্ডছেনে এই ভুলটো কৰা নাছিল। তেওঁৰ দলত মানুহ আছিল কম; মাল-বস্তু নাছিল বুলিয়েই ক'ব পাৰি; তেওঁলোকে ভ্ৰমণ কৰিছিল কুকুৰে টনা শ্লেজত উঠি। ফলত দক্ষিণ মেৰুত গৈ ভৰি দিব পৰাৰ জোখাৰে তেওঁলোকৰ শৰীৰৰ শক্তি আছিল অটুট। তদুপৰি তেওঁ আনকি কুকুৰক খুৱাবৰ কাৰণে লগত বেছি অতিৰিক্ত

খাদ্য নিয়া নাছিল। শ্লেজ গাড়ী টানি দুৰ্বল হৈ পৰা কুকুৰবোৰক মাৰি সিহঁতৰ মাংস তেওঁ খুৱাইছিল বাকী কুকুৰবোৰক। স্কটে বাটতেই সৰহভাগ শক্তি ক্ষয় কৰিছিল; আমুণ্ডছেনে প্ৰতি টোপাল শক্তি সঞ্চয় কৰিছিল দক্ষিণ মেৰুত গৈ ভৰি দিবৰ কাৰণে।

এই আটাইবোৰৰ উপৰিও আমুণ্ডছেনৰ আৰু এটা ডাঙৰ সুবিধা হৈছিল। দক্ষিণ মেৰুলৈ যাবলৈ স্কটে যিটো বাট লৈছিল সেইটো বাটতকৈ আমুণ্ডছেনে লোৱা বাটটোৰ দূৰত্ব আছিল প্ৰায় এশ কিলোমিটাৰ কম। স্কটতকৈ তেওঁ যাত্ৰা আৰম্ভ কৰিছিল কেইদিনমান আগতে; তেওঁ লোৱা বাটটো আছিল স্কটৰ বাটতকৈ বহুত চুটি।

স্কটতকৈ আমুণ্ডছেনৰ ইমানবোৰ বেছি সুবিধা আছিল সঁচা; কিন্তু স্কটোতো কম মানুহ নাছিল। তেওঁৰ আছিল চাৰি বছৰ ধৰি এণ্টাৰ্কটিকাত অভিযান কৰাৰ অভিজ্ঞতা। তেওঁৰ আছিল অসাধাৰণ মনোবল। তদুপৰি তেওঁৰ আছিল প্ৰতিযোগিতাত প্ৰথম হোৱাৰ দৃঢ় সংকল্প।

এতিয়া দেখা যাওঁক—প্ৰতিযোগিতাৰ শেষ ফল কি হ'ল।

# বগা বৰফৰ মাজত ক'লা পতাকাখন

স্কটৰ দলটো ১৯১০ চনৰ ১২ অক্টোবৰৰ দিনা অষ্ট্ৰেলিয়াৰ মেলবৰ্ণ পালেগৈ। সেই কথা ওপৰতেই কৈ আহিছোঁ। তাৰ পৰা জাহাজেৰে দক্ষিণ মেৰু অভিমুখে যিমান দূৰ যাব পাৰি সিমান দূৰ গৈ গৈ তেওঁলোকে ১৯১১ চনৰ জানুৱাৰী মাহৰ আগভাগত এণ্টাৰ্কটিকাত প্ৰৱেশ কৰিলে। তেওঁলোকৰ প্ৰথম সমস্যা হ'ল জাহাজৰ পৰা বস্তু-বাহানি নমাবলৈ এডোখৰ সুচল ঠাই বিচাৰি উলিওৱা।

স্কটে ইয়াৰ আগৰবাৰ এণ্টাৰ্কটিকালৈ আহোঁতে ৰছ দ্বীপৰ কে'প ক্ৰজিয়াৰ নামৰ ঠাইখন ভালকৈ চিনি থৈ গৈছিল। সেই ঠাইতে জাহাজৰ পৰা নামিবৰ কাৰণে তেওঁ আগৰে পৰাই মনে মনে ভাবি আছিল। কিন্তু সাগৰৰ অৱস্থা বেয়া হৈ থকাৰ কাৰণে তাত জাহাজ ৰখা সম্ভৱ নহ'ল। কে'প ইভান্স নামে আন এঠাইত স্কটে জাহাজ ৰখালে।

১৯১১ চনৰ ১২ জানুৱাৰীৰ দিনা জাহাজৰ পৰা সকলো বস্তু নমাই শেষ হ'ল। ইয়াৰ পৰাই তেওঁলোকে খোজকাঢ়ি বা শ্লেজ গাড়ীত উঠি দক্ষিণ মেৰু অভিমুখে যাত্ৰা কৰিব লাগিব। সেই কাৰণে সেই ঠাইতে তেওঁলোকে এটা ছাউনী পাতিলে। ছাউনীটোৰ নাম দিলে 'ছেফটি কেম্প'। দক্ষিণ মেৰু অভিযানৰ কাৰণে লাগতিয়াল সকলো বস্তু তাতে জমা কৰা হ'ল।

এণ্টাৰ্কটিকাত শীতকাল ন মাহ; গ্ৰীষ্মকাল মাত্ৰ তিনি মাহ। ফেব্ৰুৱাৰীৰ মাজভাগৰ পৰা শীতকাল আৰম্ভ হয়। শেষ হয় অক্টোবৰ মাহত। ইয়াৰ ভিতৰত ২১ মে'ৰ পৰা ২০ জুলাইলৈকে এণ্টাৰ্কটিকাৰ আকাশত এটা মুহূৰ্তৰ কাৰণেও সূৰ্য দেখা নাযায়। অৰ্থাৎ স্কট আৰু তেওঁৰ দলে দক্ষিণ মেৰুলৈ তেওঁলোকৰ দীঘলীয়া যাত্ৰা আৰম্ভ কৰিবৰ কাৰণে অক্টোবৰ মাহত গ্ৰীষ্মকাল আৰম্ভ হোৱালৈ বাট চাব লাগিব। এই সময়খিনি স্কটে কামত লগালে বিভিন্ন ঠাইত গুদাম স্থাপন কৰি আৰু তেওঁৰ লগৰীয়াবোৰক ভাগে ভাগে ৰাখিবলৈ ছাউনী পাতি।

স্কটৰ দলটোৰ মাত্ৰ কেইজনমান মানুহহে দক্ষিণ মেৰুলৈ যাব। বাকীবোৰ কেবাটাও দলত ভাগ হৈ বেলেগ বেলেগ ছাউনীত থাকিব। তেওঁলোকে খোৱাবস্তু আৰু আন আন সা-সঁজুলি পহৰা দি দক্ষিণ মেৰু জয় কৰি ঘূৰি অহা দলটোলৈ বাট চাব।

এণ্টাৰ্কটিকাৰ দীঘলীয়া এন্ধাৰ নিশা আৰম্ভ হোৱাৰ ঠিক আগে আগে স্কটৰ দলটোক লৈ অহা টেৰানোভা নামৰ জাহাজখন নিউজিলেণ্ডলৈ ঘূৰি গ'ল। কিন্তু ঘূৰি যোৱাৰ আগতেই জাহাজখনে এটা বেয়া খবৰ দি থৈ গ'ল। কথাটো হ'ল এনেকুৱা ঃ 'ডিছ্‌ক'ভাৰি'ৰ দৰেই 'টেৰানোভা'ৰ অভিযানতো স্কটে একে সময়তে এণ্টাৰ্কটিকাৰ দুই-তিনিখন ঠাইত জৰিপ আৰু গৱেষণা কৰাৰ আঁচনি হাতত লৈছিল। জাহাজখনে প্ৰথমতে ঘাই দলটোক কে'প ইভান্সত নমোৱাৰ পিছত আন এটা দলক ৰছ সাগৰৰ পশ্চিম প্ৰান্তৰ কে'প এভান্সে নামৰ ঠাই এখনত থ'বলৈ যায়। তাৰ পৰা উভতি আহোঁতে 'টেৰানোভা'ৰ অভিযাত্ৰীকেইজনে ঠাইতে দেখি আহিল যে আমুণ্ডছেনে বে' অব হোৱেল্‌ছত তেওঁৰ ঘাই শিবিৰটো পাতিছে। দক্ষিণ মেৰুলৈ কে'প ইভান্সৰ পৰা বাটটো যিমান দূৰ, তাতকৈ বে' অব হোৱেল্‌ছৰ পৰা বাটটো প্ৰায় এশ কিলোমিটাৰ চুটি; অৰ্থাৎ, আমুণ্ডছেন স্কটতকৈ আগবাঢ়ি আছে।

স্কটে খবৰটো পায়ো তেওঁৰ আঁচনিৰ একো সালসলনি নঘটালে। লগৰীয়াবোৰকো তেওঁ বিচলিত নহ'বলৈ ক'লে। আমুণ্ডছেনৰ সৈতে প্ৰতিযোগিতাই তেওঁৰ একমাত্ৰ উদ্দেশ্য নাছিল; বৈজ্ঞানিক গৱেষণাক তেওঁ সমানেই গুৰুত্ব দিছিল।

স্কটৰ লগৰে উইলছনে এণ্টাৰ্কটিকাৰ এম্পায়াৰ পেঙ্গুইনৰ ক্ৰমবিকাশৰ বিষয়ে এটা গৱেষণা কৰি আছিল। সেই কামৰ বাবে পেঙ্গুইনৰ কণীৰ দৰকাৰ। কিন্তু পেঙ্গুইনে কণী পাৰে শীত কালত। উইলছন আৰু তেওঁৰ লগত দুজন গ'ল পেঙ্গুইনৰ কণী বিচাৰি ৰুকাৰিলৈ। ৰুকাৰি মানে পেঙ্গুইনে কণী পৰা ঠাই। প্ৰচণ্ড শীত, ছেদ-ভেদ নোহোৱা অন্ধকাৰ আৰু বৰফৰ ধুমুহাৰ মাজেদি মূল শিবিৰৰ পৰা ১৬০ কিলোমিটাৰ আঁতৰত থকা ৰুকাৰিলৈ কৰা তেওঁলোকৰ সেই দুঃসাহসিক অভিযান সফল হৈছিল। এই সফলতাৰ গুৰিতে আছিল তেওঁলোকৰ মনোবল, জ্ঞান অৰ্জনৰ প্ৰতি স্পৃহা আৰু পৰস্পৰৰ প্ৰতি ভালপোৱা।

অক্টোবৰ মাহৰ পৰা এণ্টাৰ্কটিকাত গ্ৰীষ্মকাল আৰম্ভ হ'ল। স্কটৰ দলটোৱে দক্ষিণ মেৰুলৈ বুলি যাত্ৰা আৰম্ভ কৰিলে ১৯১১ চনৰ ১ নৱেম্বৰৰ দিনা।

আমুণ্ডছেনৰ দলটোৱে যাত্ৰা আৰম্ভ কৰিলে সেই একে বছৰৰে ২০ অক্টোবৰত। অৰ্থাৎ স্কটতকৈ বাৰদিন আগতে।

এই কাহিনীৰ কেইটামান অধ্যায়ত মই এণ্টাৰ্কটিকাৰ যি বৰ্ণনা দিছিলো সেইখিনি কথা নিশ্চয় তোমালোকৰ মনত আছে। দক্ষিণ মেৰুলৈ যোৱাৰ বাটত অভিযানকাৰীসকলে কি কি বাধা অতিক্ৰম কৰিব লাগিব? প্ৰথমে তেওঁলোকে অতিক্ৰম কৰিব লাগিব আইচ বেৰিয়াৰ—অতিশয় ঠাণ্ডা বৰফৰ বিশাল প্ৰান্তৰ। তাৰ পিছত তেওঁলোক মুখামুখি হ'ব গ্লেচিয়াৰ অৰ্থাৎ হিমবাহৰ লগত। এই সকলোবোৰ বাধা-বিঘিনি পাৰ হৈ অভিযানকাৰীসকলে সমুখত দেখিব শুকান বৰফে ঢকা এটা ওখ মালভূমি—যাৰ ক'তো যেন শেষ নাই। বৰফৰ সেই মৰুভূমিৰ মাজে মাজে ওখ ওখ পৰ্বত, মাজে মাজে অতল গহ্বৰ। প্ৰতি মুহূৰ্ততে মৃত্যুৰ আশংকা। এণ্টাৰ্কটিকাৰ ভীষণ ঠাণ্ডাই মানুহৰ শৰীৰ ইমান অৱশ কৰি তোলে যে তাত খোজকঢ়া দূৰৰ কথা, কেৱল থিয় হৈ থাকি উশাহ-নিশাহ লোৱাই খুব কষ্টকৰ হৈ পৰে। অথচ তেনে অৱশ শৰীৰেৰেই অভিযানকাৰীসকলে খোজ-কাঢ়ি আগবাঢ়িব লগা হয়। কিন্তু ইমানতে বিপদৰ অন্ত পৰা নাই। আৰু বিপদ আছে। এণ্টাৰ্কটিকাত দিনে-ৰাতিয়ে অতি কোবাল গতিৰে ধুমুহা বতাহ বৈ থাকে। এই ধুমুহাৰ গতি কেতিয়াবা ঘণ্টাত তিনিশ কিলোমিটাৰতকৈয়ো বেছি হ'ব পাৰে। ধুমুহাই কেতিয়াবা উৰুৱাই আনে সীমা-সংখ্যাহীন বৰফৰ গুৰি। তেতিয়া তাক কোৱা হয় ব্লিজাৰ্ড। এণ্টাৰ্কটিকাৰ অভিযানকাৰীসকলৰ কাৰণে এই ব্লিজাৰ্ড এটা অতি ডাঙৰ বিপদ।

ইমানবোৰ বাধা-বিঘিনিৰ মাজেদি স্কট আৰু আমুণ্ডছেনৰ দল দুটা সুকীয়া সুকীয়া বাটেৰে দক্ষিণ মেৰু অভিমুখে আগবাঢ়িবলৈ ধৰিলে।

স্কটৰ দলত আছিল যোলজন সদস্য, দহটা ঘোঁৰা, তেইশটা কুকুৰ আৰু তেৰখন কুকুৰে টনা শ্লেজ গাড়ী। লগত তেওঁ কঢ়িয়াই নিব লগা হৈছিল বৈজ্ঞানিক অনুসন্ধানৰ কাৰণে বহুতো গধুৰ সৰঞ্জাম।

আমুণ্ডছেনৰ দলত আছিল মাত্ৰ চাৰিজন সদস্য আৰু বাৱন্নটা কুকুৰ। এণ্টাৰ্কটিকাত বৈজ্ঞানিক অনুসন্ধান কৰাটো তেওঁৰ উদ্দেশ্যৰ ভিতৰত নাছিল। গতিকে একমাত্ৰ খাদ্যৰ বাহিৰে তেওঁৰ আন একো বোজা নাছিল।

স্কটৰ দলটোৱে ১৯১১ চনৰ ১ নৱেম্বৰৰ দিনা যাত্ৰা আৰম্ভ কৰাৰ কেইদিনমানৰ ভিতৰতে তেওঁলোকৰ ঘোঁৰাবোৰৰ অৱস্থা অতি কাহিল হৈ পৰিল। কোমল বৰফত খোজ কাঢ়িব লগা হোৱাত সিহঁত খুব সহজে দুৰ্বল হৈ পৰিছিল; তেনে অৱস্থাতে বৰফৰ ধুমুহাই কোবাই সিহঁতক আধা মৰা কৰি পেলালে। অৱশেষত এটা এটাকৈ আটাইবোৰ ঘোঁৰাকে মাৰি পেলাব লগা হ'ল। দলটো গৈ বেয়াৰ্ডমোৰ নামৰ হিমবাহ পোৱাৰ সময়লৈকে এটাও ঘোঁৰা জীয়াই নাথাকিল। সেই ঠাইৰ পৰা কুকুৰবোৰকো ঘূৰাই পঠাব লগা হ'ল।

ঘোঁৰাবোৰ মাৰি পেলোৱা হ'ল। কুকুৰবোৰ ঘূৰাই পঠোৱা হ'ল। ইয়াৰ পিছত দলটোৰ বাৰজন সদস্যই মাল-বোজাই শ্লেজ গাড়ীবোৰ নিজে টানি খোজকাঢ়ি বিয়াৰ্ডমোৰ হিমবাহেদি ওখলৈ উঠিবলৈ ধৰিলে। এণ্টাৰ্কটিকাৰ হিমবাহবোৰৰ বিষয়ে আগতে কৈ আহিছোঁ। এই হিমবাহবোৰৰ ভিতৰত বিয়াৰ্ডমোৰ হিমবাহৰ গতিবেগ আটাইতকৈ বেছি। দিনৌ প্ৰায় এক মিটাৰকৈ। য'ত কেৱল খোজ কঢ়াটোৱেই কল্পনা কৰিব নোৱৰা কষ্টৰ কাম, তাত মাল-বোজাই শ্লেজ গাড়ী টানি টানি থিয় বাটেৰে ওপৰলৈ উঠি যোৱাটো কিমান কষ্টৰ কাম হ'ব সেই কথা কল্পনা কৰিবলৈ চেষ্টা কৰাচোন!

১৯১২ চনৰ ৪ জানুৱাৰী তাৰিখে স্কটৰ দলটো গৈ ৮৭°৩২ দক্ষিণ অক্ষাংশত ভৰি দিলেগৈ।

তাতে দক্ষিণ মেৰু অভিমুখে শেষ যাত্ৰাৰ কাৰণে স্কট সাজু হ'ল। দলৰ মাত্ৰ চাৰিজন সদস্যক নিজৰ লগত ৰাখি বাকীকেইজনক তেওঁ আগতে এৰি থৈ অহা ছাউনীলৈ ঘূৰাই পঠালে। যিকেইজনক তেওঁ লগত ৰাখিলে সেইকেইজন হ'ল উইলছন, ওটছ, বাওৱাৰ্ছ আৰু ইভান্স।

দক্ষিণ মেৰু পাবলৈ তেতিয়াও আৰু দুশ চল্লিশ কিলোমিটাৰ বাট বাকী আছে। তেওঁলোক পাঁচজনে যাত্ৰা আৰম্ভ কৰিলে। প্ৰথম কিছুদূৰ বাট তেওঁলোকৰ বিশেষ কষ্ট নহ'ল। বাটত খলা-বমা আছিল কম। বতৰো মোটামুঠি ভাল আছিল। দলটোৰ ভূ-তত্ত্ববিদ উইলছনে যাওঁতে যাওঁতেই নানা ভূ-তাত্ত্বিক পৰীক্ষা কৰিবলৈ ধৰিলে। ডায়েৰিৰ পাতত তেওঁ বহুত ছবিও আঁকিলে।

কিন্তু দহ জানুৱাৰীৰ পৰাই বতৰ হঠাৎ বেয়া হ'বলৈ আৰম্ভ কৰিলে। কেবাদিনো সাগৰৰ পিঠিৰ পৰা তিনিহাজাৰ মিটাৰ ওখ বৰফৰ মালভূমিত শ্লেজ টানি টানি মানুহকেইজন ইতিমধ্যে ক্লান্ত আৰু দুৰ্বল হৈ পৰিছিল। এতিয়া ভীষণ ঠাণ্ডা বৰফৰ ধুমুহাই তেওঁলোকক একেবাৰে কাহিল কৰি পেলালে। দলটোৰ ভিতৰত আটাইতকৈ বলী মানুহ আছিল ইভান্স। কিন্তু বাটত শ্লেজ গাড়ী এখন মেৰামতি কৰোঁতে তেওঁৰ হাত এখন কাটিছিল। এতিয়া ভীষণ ঠাণ্ডাত হাতৰ ঘা গেলিবলৈ আৰম্ভ কৰিলে।

কাৰো থিয় হৈ থাকিবলৈ শক্তি নোহোৱাৰ নিচিনা অৱস্থা। কিন্তু তেনে অৱস্থাতো কেৱল মনৰ জোৰেৰেই তেওঁলোক আগবাঢ়িবলৈ ধৰিলে।

তেৰ জানুৱাৰীৰ দিনা তেওঁলোক যিখন ঠাই পালেগৈ তাৰ পৰা দক্ষিণ মেৰুলৈ মাত্ৰ ৯৬ কিলোমিটাৰ বাট বাকী। পিছদিনাখন তেওঁলোকে আৰু ৩২ কিলোমিটাৰ বাট অতিক্ৰম কৰিলে। আৰু দুদিন গ'লেই তেওঁলোকে গৈ দক্ষিণ মেৰুত ভৰি দিব; তেওঁলোকে হ'ব দক্ষিণ মেৰুত ভৰি দিয়া পৃথিৱীৰ প্ৰথম মানুহ।

ইতিমধ্যে ভাগৰত তেওঁলোক আধামৰা হৈছিল। কিন্তু ১৬ জানুৱাৰীৰ ৰাতিপুৱা যেতিয়া তেওঁলোকে যাত্ৰা আৰম্ভ কৰিলে, তেওঁলোকে দেহ আৰু মনত এটা নতুন শক্তি অনুভৱ কৰিলে। পিছদিনাখন তেওঁলোকে দক্ষিণ মেৰুত ভৰি দিবগৈ, এই বিশ্বাসেই তেওঁলোকক আকৌ সতেজ কৰি তুলিলে।

কিন্তু তেওঁলোকৰ মনত এই উলাহৰ ভাব বেছিপৰ স্থায়ী হ'বলৈ নাপালে। কাৰণ অলপ দূৰ গৈয়েই তেওঁলোকে বহুত দূৰত ৰিণিকি ৰিণিকি দেখিবলৈ পালে—বিশাল বৰফৰ মাজত এটা সৰু ক'লা দাগ! তেওঁলোকৰ প্ৰত্যেকেই বুকুৰ মাজত কলিজাটো তললৈ খহি যোৱা যেন অনুভৱ কৰিলে। কি হ'ব পাৰে এই ক'লা দাগটো? উত্তেজনাত উশাহ বন্ধ কৰি তেওঁলোক আগুৱাই গ'ল। এইবাৰ দূৰৰ সেই ক'লা দাগটো চিনিব পৰাকৈ স্পষ্ট হ'ল। ক'লা দাগটো আচলতে এখন ক'লা পতাকা!

স্কটৰ দলটো হতাশাত ভাগি পৰিল। কোনো সন্দেহ নাই যে আমুণ্ডছেনে ইতিমধ্যে দক্ষিণ মেৰুত ভৰি দিলেগৈ। সেই ক'লা পতাকাখন তাৰেই চিন। পিছ দিনাখন স্কট আৰু তেওঁৰ লগৰীয়া চাৰিজনে তেওঁলোকৰ লক্ষ্যত উপনীত হৈ দেখিলে যে সঁচাকৈয়ে তেওঁলোক পৰাজিত। তেওঁলোকতকৈ এমাহৰ আগতেই আমুণ্ডছেনে দক্ষিণ মেৰুত নৰৱেৰ ৰাষ্ট্ৰীয় পতাকা পুঁতি থৈ গ'ল।

দক্ষিণ মেৰুত ভৰি দিয়া পৃথিবীৰ প্ৰথম মানুহ হোৱাৰ প্ৰতিযোগিতাত স্কট হাৰিল। সেই গৌৰৱ অৰ্জন কৰিলে আমুণ্ডছেনে। ১৭ জানুৱাৰীৰ দিনা স্কটে তেওঁৰ ডায়েৰিত লিখিলে ঃ ''মেৰু পালোহি ঠিকেই। কিন্তু আশা কৰাতকৈ একেবাৰে বেলেগ পৰিস্থিতিত.....হে পৰমেশ্বৰ! ভয়ংকৰ এই ঠাই, আৰু আমাৰ বাবে আৰু ভয়ানক ইয়ালৈ আহিবৰ বাবে ইমান কষ্ট কৰাৰ পিছত প্ৰথম হোৱাৰ পুৰস্কাৰৰ পৰা বঞ্চিত হোৱাটো।''

দক্ষিণ মেৰুত দুদিন কটাই স্কটৰ দলটো উভতি আহিবলৈ ওলাল। বুকু-ভগা দীঘল হুমুনিয়াহ পেলাই স্কটে ক'লে—''এতিয়া আৰু ঘূৰি যোৱাৰ বাহিৰে আমাৰ কৰিবলৈ কি আছে? কিন্তু হয়, এই ওভতনি-যাত্ৰা যে কিমান ক্লান্তিকৰ হ'ব!''

# ব্যৰ্থ হৈয়ো বিজয়ী

প্ৰতিযোগিতাত আমুণ্ডছেন জিকিল। স্কট হাৰিল। কিন্তু জেম্‌ছ মৰিছ নামৰ এজন লেখকে কৈছে যে আমুণ্ডছেনৰ কৃতকাৰ্যতাতকৈ স্কটৰ বিফলতাৰ কাহিনীয়েহে যুগ যুগ ধৰি মানুহৰ মনত আবেগৰ খলকনি তুলি থাকিব।

জেম্‌ছ মৰিছে এনে এষাৰ কথা কিয় কৈছিল সেই কথা মই এতিয়াই ব্যাখ্যা কৰিব নোখোজোঁ। আমাৰ কাহিনী প্ৰায় শেষ হৈ আহিছে। কাহিনীটো শেষ কৰি পঢ়ি উঠাৰ পিছত তুমি নিজেই জেম্‌ছ মৰিছৰ কথাৰ অৰ্থ বুজিব পাৰিবা।

দক্ষিণ মেৰুত ভৰি দিয়াৰ প্ৰথম মানুহ হোৱাৰ আশা জলাঞ্জলি দি স্কট আৰু তেওঁৰ দলটোৱে ওভতনি-যাত্ৰা আৰম্ভ কৰিলে। শৰীৰ এনেয়ে ভাগৰত আধা-মৰা। তাতে হতাশাই শৰীৰৰ শেষ বিন্দু শক্তিকণো নোহোৱা কৰিছে। থিয় হৈ থাকিবলৈকে কাৰো গাত শক্তি নোহোৱাৰ নিচিনা অৱস্থা। ভূতৰ ওপৰত দানহৰ দৰে বতৰেও ভয়ংকৰ ৰূপ ধাৰণ কৰিলে। মেৰু দেশত যিমান ঠাণ্ডা হয় সেইকেইদিন তাত তাতোকৈ বহুত বেছি ঠাণ্ডা পৰিল। ইফালে স্কটৰ দলৰ আটাইকেইজন মানুহৰে ফ্ৰষ্ট-বাইট অৰ্থাৎ তুষাৰ-ক্ষতত হাত-ভৰিত ঘা লাগি গেলি-পচি যাব ধৰিছে। বহুত সময় ধৰি মানুহৰ গাত বৰফৰ স্পৰ্শ লাগিলে গাৰ সেই অংশটো অসাৰ হৈ যায়। অসাৰ অৱস্থাত তাত ঘা লাগিলেও মানুহে গম নাপায়। ঘা ক্ৰমাৎ বাঢ়ি বাঢ়ি গেলি-পচি যায়। তেতিয়া অসহ্য যন্ত্ৰণা হ'বলৈ আৰম্ভ কৰে। ইয়াকে ফ্ৰষ্ট-বাইট বুলি কয়। এতিয়া তুমি গোটেই দৃশ্যটো কল্পনা কৰিবলৈ চেষ্টা কৰা। মনৰ হতাশা আৰু দেহৰ ভাগৰত আধা-মৰা হোৱা পাঁচজন মানুহে যি বাটেদি গৈছিল সেই বাটেদিয়ে উভতি গৈছে। কেৱল নিজে খোজকাঢ়ি যোৱাই নহয়, মাল-বোজাই শ্লেজ গাড়ীও টানি নিব লগা হৈছে। ভীষণ ঠাণ্ডাত শৰীৰৰ তেজ হিম হৈ যোৱা অৱস্থা। তেওঁলোকে পেট ভৰাই খাবলৈকো নাপায়, কাৰণ তেওঁলোকে লগত লৈ ফুৰা খাদ্যৰ পৰিমাণ দ্ৰুতগতিৰে টুটি আহিছে। তাতে আকৌ ফ্ৰষ্ট-বাইটত হাত-ভৰি অসাৰ হৈ গেলিবলৈ আৰম্ভ কৰিছে।

এই সকলোবোৰ দুৰ্ভাগ্য আৰু দুখ-কষ্টই মিলি এতিয়া তেওঁলোকৰ চৰিত্ৰ-শক্তিৰ পৰীক্ষা কৰিব।

অৱস্থা আটাইতকৈ শোচনীয় হৈছিল ইভান্সৰ। ওপৰতেই কৈ আহিছোঁ যে শ্লেজ মেৰামতি কৰোঁতে তেওঁৰ হাত এখন কাটি ঘা হৈছিল। এতিয়া সেই ঘা বাঢ়ি বাঢ়ি ভয় লগা ৰূপ লৈছে। দলটোৰ ভিতৰত ইভান্সেই আছিল আটাইতকৈ ওখ-ডাঙৰ আৰু শকত-আৱত মানুহ। তেনেকুৱা মানুহক স্বাভাৱিকতেই আনতকৈ বেছি আহাৰৰ দৰকাৰ হয়। কিন্তু দলটোৱে লগত কঢ়িয়াই লৈ ফুৰা খাদ্যৰ টোপোলা ক্ৰমে খালি হৈ অহাৰ ফলত বহুতদিন তেওঁলোকে কোনেও পেট ভৰাই খাবলৈ পোৱা নাই। খাদ্যৰ অভাৱত আটাইতকৈ বেছি কষ্ট হ'ল ইভান্সৰ। কিন্তু এনে অৱস্থাতো ইভান্সে এবাৰো উস্-আস্ শব্দ নকৰাকৈ বাকীবোৰৰ লগত সমানে খোজ কাঢ়িবলৈ যত্ন কৰিছে; এফালৰ পৰা পচি যোৱা হাত দুখনেৰেই শ্লেজ গাড়ী টানিছে।

কিন্তু এটা সময়ত ইভান্স খোজ কাঢ়িব নোৱৰা হৈ পৰিল। দলৰ নেতা স্কটে এতিয়া এটা ডাঙৰ সিদ্ধান্ত ল'ব লগা হ'ল।

ইভান্সে যিহেতু খোজ কাঢ়িব নোৱাৰে, সেই কাৰণে দলৰ বাকীকেইজনে তেওঁক কান্ধত তুলি কঢ়িয়াই নিব লাগিব। তেওঁলোকৰ নিজৰেই থিয় হৈ থাকিব নোৱৰা দুৰ্বল অৱস্থা। এনে অৱস্থাত এটা মানুহক

কান্ধত কঢ়িয়াই নিবলৈ হ'লে দুটা ঘটনা ঘটিব। প্ৰথমতে এই অতিৰিক্ত পৰিশ্ৰমৰ কাৰণে তেওঁলোক আৰু বেছি দুৰ্বল হৈ পৰিব। অথচ আৰু কেবাদিনৰ বাট খোজকাঢ়ি 'নিৰাপদ ছাউনী' গৈ পাবলৈ হ'লে তেওঁলোকে শৰীৰৰ প্ৰতি বিন্দু শক্তি সঞ্চয় কৰা দৰকাৰ। দ্বিতীয়তে, কান্ধত এটা প্ৰকাণ্ড বোজা লৈ খোজ কাঢ়িবলৈ হ'লে তেওঁলোকে খোজৰ বেগ ঢিলাই দিবলৈ বাধ্য হ'ব। অৰ্থাৎ এদিনৰ বাট যাবলৈ তেওঁলোকক দুদিন সময় লাগিব। ফলত নিৰাপদ ছাউনী গৈ পোৱাৰ বহুত আগতেই তেওঁলোকৰ খাদ্যৰ টোপোলা উদং হ'ব। খাদ্যৰ অভাৱত মাজ বাটতে তেওঁলোকে প্ৰাণ হেৰুৱাব।

অৰ্থাৎ একে আষাৰে ক'বলৈ গ'লে ইভান্সক কান্ধত তুলি কঢ়িয়াই নিয়াৰ অৰ্থ হ'ল বাকী আটাইকেইজনৰ কাৰণে নিশ্চিত মৃত্যুক মাতি অনা।

সেইটো কৰিব নুখুজিলে স্কটৰ কাৰণে আৰু এটা মাত্ৰ পথ খোলা আছে। সেইটো হ'ল ইভান্সক নিৰ্জন বৰফৰ মৰুভূমিত শুৱাই থৈ বাকীকেইজন নিজৰ বাটত আগবঢ়া। ইভান্সে বৰফৰ কোলাত শুই শুই মৃত্যুৰ কাৰণে বাট চাব; বাকীকেইজনে স্বদেশলৈ ঘূৰি যাবলৈ চেষ্টা কৰিব।

স্কটে এতিয়া কোনটো কৰিবলৈ ঠিক কৰিব?

তেওঁ প্ৰথমটো কৰিবলৈ ঠিক কৰিলে। অৰ্থাৎ ইভান্সক অকলে মৰিবলৈ বুলি পেলাই থৈ নগৈ তেওঁলোক আটাইকেইজনে একেলগে মৰিবলৈকে ঠিক কৰিলে।

ইভান্সক কান্ধত লৈ তেওঁলোক নিজৰ বাটত আগবাঢ়িবলৈ ধৰিলে। তেওঁলোকে স্বাভাৱিকতেই খোজৰ বেগ ঢিলাই দিবলৈ বাধ্য হ'ল। তাৰ ফল যি হ'ব লাগে ঠিক সেইটোৱেই হ'ল। কিছুদূৰ বাট যোৱাৰ পিছতে তেওঁলোক বৰফ-ধুমুহাৰ কবলত পৰিল। উইলছনৰ ইতিমধ্যেই স্ন'-ব্লাইণ্ডনেছ অৰ্থাৎ বৰফ-কণা বেমাৰ আৰম্ভ হৈছিল। (বৰফত প্ৰতিফলিত হোৱা সূৰ্যৰ উজ্জ্বল পোহৰে কেতিয়াবা অস্থায়ীভাৱে মানুহৰ চকু কণা কৰি দিয়ে; তাকে স্ন'-ব্লাইণ্ডনেছ বুলি কোৱা হয়)। এতিয়া তেওঁৰ চকুৰ যন্ত্ৰণা বাঢ়িবলৈ ধৰিলে। ওট্‌ছৰো অৱস্থা কাহিল। ফ্ৰষ্ট-বাইট অৰ্থাৎ তুষাৰ-ক্ষতে অসাৰ কৰা ভৰিৰে কান্ধত গধুৰ বোজা লৈ খোজ কাঢ়িব লগা হোৱাত তেওঁৰ শৰীৰ অতি দ্ৰুত গতিৰে দুৰ্বল হ'বলৈ ধৰিলে।

সোতৰ ফেব্ৰুৱাৰীৰ দিনা বিয়াৰ্ডমোৰ নামৰ হিমবাহৰ তলত ইভান্সৰ মৃত্যু হ'ল।

স্কটৰ দক্ষিণ মেৰু অভিযানৰ বিষয়ে যিসকল লোকে গৱেষণা কৰিছে তেওঁলোক সকলোৱেই একবাক্যে স্বীকাৰ কৰিছে যে ইভান্সক মৰিবলৈ বুলি এৰি দিয়া হ'লে কিজানি বাকীকেইজনৰ প্ৰাণ ৰক্ষা পৰিলেহেঁতেন। কিন্তু তেতিয়াহ'লে জানো স্কট আৰু তেওঁৰ লগৰীয়া কেইজন মানুহৰ স্মৃতিত অমৰ হৈ থাকিলহেঁতেন?

ইভান্সৰ মৃত্যুৰ পিছত দলটোত বাকী থাকিল চাৰিজন ঃ স্কট, উইলছন, বাওৱাৰ্চ আৰু ওট্‌ছ। এই চাৰিজনৰ ভিতৰত শাৰীৰিকভাৱে আটাইতকৈ বেয়া অৱস্থা হৈছিল ওট্‌ছৰ। এই কথা ওপৰতো কেবাবাৰো কৈ অহা হৈছে। ফ্ৰষ্ট-বাইটত ভৰি দুখন গেলি যোৱাৰ কাৰণে তেওঁৰ পক্ষে খোজ কঢ়াটো অসম্ভৱ হৈ পৰিছিল। ফলত বাকী দুজনেও খোজৰ বেগ ঢিলাই দিবলৈ বাধ্য হৈছিল। ওট্‌ছে মনে মনে নিজকে অপৰাধী যেন অনুভৱ কৰিবলৈ ধৰিলে। খাদ্য প্ৰায় শেষ হৈ আহিছে। এনে অৱস্থাত যাত্ৰা যদি দীঘলীয়া হয় তেন্তে আন একো নহ'লেও কেৱল খাদ্যৰ অভাৱতেই তেওঁলোক মৰিব লাগিব। কিন্তু ওট্‌ছৰ কথা চিন্তা নকৰি আন দুজনে যদি খোজৰ বেগ ঢিলাই নিদিয়ে তেওঁলোকে প্ৰাণ লৈ স্বদেশলৈ ঘূৰি যাব পৰাৰ অকণমান হ'লেও আশা থাকি যায়।

ওট্‌ছে কেবাদিনো লগৰীয়া তিনিজনক কথাটো ক'লে—"মোৰ কাৰণে তোমালোকে খোজৰ বেগ ঢিলাই নিদিবা। তোমালোক স্বাভাৱিক গতিৰে গৈ থাকা। মই লাহে লাহে তোমালোকৰ পিছে পিছে গৈ থাকিম।"

কিন্তু তেওঁলোক কোনো ওট্‌ছৰ কথাত ৰাজী নহ'ল।

ওট্‌ছে আন এদিন তেওঁলোকক ক'লে—"মই শ্লিপিং বেগত শুই থাকোঁতেই তোমালোকে মোক এৰি থৈ যাবা। মই ইয়াতে শুই থাকিম।"

এইবাৰো বন্ধুকেইজন তেওঁৰ প্ৰস্তাৱত ৰাজী নহ'ল।

অৱশেষত ওটছে নিজৰ মত ঠিক কৰিলে। এদিন ৰাতিপুৱা শুই উঠি তেওঁ বন্ধু দুজনক ক'লে—"মই অলপ বাহিৰৰ পৰা ফুৰি আহোঁ।"

এইবুলি কৈ ওট্‌ছ দক্ষিণ মেৰুৰ দিক্-চিহ্নহীন অন্ধকাৰৰ মাজলৈ সোমাই গ'ল। অলপ সময়ৰ কাৰণে ফুৰিবলৈ যোৱা মানুহজন আৰু কোনোদিনেই ঘূৰি নাহিল।

ওট্‌ছ তেনেকৈ যোৱাৰ পিছত স্কটে তেওঁৰ ডায়েৰিত লিখিছিল—"আমি জানিছিলো যে ওট্‌ছে জানি-শুনি মৃত্যুৰ মুখলৈ আগবাঢ়িছে। আমি তেওঁক বাধা দিবলৈ চেষ্টা কৰিছিলো। কিন্তু তেওঁ নুশুনিলে। তেওঁ যি কাম কৰিলে সেই কাম মাত্ৰ এজন সাহসী মানুহে আৰু এজন ইংৰাজ ভদ্ৰলোকেহে কৰিব পাৰে। আমিও ঠিক তেওঁৰ নিচিনাকৈয়ে বীৰৰ দৰে মৰিবলৈ আশা কৰোঁ। বোধকৰোঁ সেই মৃত্যু বৰ বেছি দূৰত নাই।"

মৃত্যু সঁচাকৈয়ে খুব বেছি দূৰত নাছিল।

উভতি যাওঁতে খাবলৈ যিটো ছাউনীত তেওঁলোকে খাদ্য সাঁচি থৈ আহিছিল সেই ছাউনী পাবলৈ আৰু মাত্ৰ ওঠৰ কিলোমিটাৰ বাট বাকী আছিল। ঠিক সেই সময়তে এটা ব্লিজাৰ্ড অৰ্থাৎ বৰফৰ ধুমুহা আৰম্ভ হ'ল। এণ্টাৰ্কটিকাত বৰফৰ ধুমুহা হ'লে কাৰো পক্ষে এখোজো লৰচৰ কৰা সম্ভৱ নহয়। কোনোফালে একো নেদেখা অৱস্থা হয়; জোঙা জোঙা বৰফৰ কণিকাই চকু-মুখ খুচি জৰ্জৰিত কৰে; তীব্ৰ গতিৰ ধুমুহাৰ ফলত মানুহ থিয় হৈ থকাটো অসম্ভৱ হৈ পৰে। এই বৰফৰ ধুমুহা একেৰাহে এঘাৰ দিন ধৰি চলিল।

এই এঘাৰ দিনৰ ভিতৰত পুৰা এসপ্তাহ তেওঁলোকৰ পেটলৈ খুদকণ এটা যোৱা নাছিল। সেই অৱস্থাতে ২৯ মাৰ্চলৈকে তেওঁলোক জীয়াই আছিল; কাৰণ সেইদিনাই স্কটে শেষবাৰৰ কাৰণে ডায়েৰিত তেওঁৰ মনৰ কথা লিখিছিল।

মাহৰ পিছত মাহ ধৰি যেতিয়া কোনেও তেওঁলোকৰ বাতৰি নোপোৱা হ'ল তেতিয়া তেওঁলোকৰ সন্ধান উলিয়াবলৈ এণ্টাৰ্কটিকালৈ এটা দল পঠোৱা হ'ল। স্কট আৰু তেওঁৰ লগৰীয়াকেইজনৰ মৃত্যুৰ আঠ মাহৰ পিছত দলটোৱে বৰফ খান্দি তম্বু এটাৰ ভিতৰত বিচাৰি পালে তেওঁলোক তিনিওৰে মৃতদেহ। তেওঁলোকৰ মুখত মৃত্যু-যন্ত্ৰণাৰ কোনো চিন নাছিল। এখন হাত বুকুত দি উইলছন শান্তভাৱে মৃত্যুৰ কোলাত ঢলি পৰিছিল। তেওঁৰ কাষতে শুই আছিল তেওঁৰ দীৰ্ঘদিনৰ সুখ-দুখৰ লগৰীয়া স্কট। স্কটে এখন হাতেৰে তেওঁৰ মৰমৰ বন্ধু উইলছনক সাবটি আছিল। স্কটৰ কাষত বাওৱাৰ্ছৰ মৃতদেহটো এনেভাৱে পৰি আছিল—যেন তেৰোঁ শান্তিৰে টোপনিহে গৈ আছে। স্কটে আশা কৰা মতেই তিনিওজনে বীৰৰ দৰে মৃত্যু বৰণ কৰিলে।

আমাৰ কাহিনী শেষ হ'ল। এই কাহিনীৰ প্ৰথমটো অধ্যায়তে মই লিখিছিলো—"মই ভাল পোৱা বহুতো অভিযান-কাহিনী থাকোঁতে তোমালোকক ক'বলৈ এই কাহিনীটো কিয় বাছি ল'লো সেই কথা মই কিতাপখনৰ একেবাৰে শেষত ব্যাখ্যা কৰিম।" কিন্তু কাহিনীটো কৈ শেষ হোৱাৰ পিছত মোৰ মনত ভাব হৈছে যে মই ব্যাখ্যা কৰাৰ কোনো প্ৰয়োজনেই নাই। মই ক'ব খোজা কথাখিনি কাহিনীটোৱে নিজে নিজেই ব্যাখ্যা কৰি দিলে। তথাপি এই অধ্যায়টোৰ আৰম্ভণিতে মই উল্লেখ কৰা জেমছ মৰিছ নামৰ লেখকজনৰ কথাষাৰ আকৌ এবাৰ মনত পেলাই চাওঁ আহাঁ। তেওঁ কৈছিল—"আমুণ্ডছেনৰ কৃতকাৰ্যতাতকৈ স্কটৰ বিফলতাৰ কাহিনীয়েহে যুগ যুগ ধৰি মানুহৰ মনত আৱেগৰ খলকনি তুলি থাকিব।" কিয় থাকিব জানা?

কাৰণ ধৈৰ্য, কষ্ট-সহিষ্ণুতা, নৈতিক সাহস আৰু পৰৰ কাৰণে আত্ম-ত্যাগৰ আদৰ্শ আদি যিবোৰ সজ গুণক মানুহে পূজা কৰে সেই আটাইবোৰ সজ গুণৰে উজ্জ্বল চানেকি স্কট আৰু তেওঁৰ লগৰীয়াকেইজনে ৰাখি থৈ গৈছে। চৰম বিপদৰ সময়তো তেওঁলোকৰ এজনেও নিজৰ কথা নাভাবি বন্ধুকেইজনৰ প্ৰাণৰক্ষাৰ কথাহে ভাবিছিল। অতি মহৎ হৃদয়ৰ মানুহৰ পক্ষেহে এইটো কৰা সম্ভৱ। বিপদত তেওঁলোকে ধৈৰ্য হেৰুওৱা নাছিল; মৃত্যুৰ ভয়ত তেওঁলোক কাতৰ হোৱা নাছিল; শেষ মুহূৰ্তলৈকে তেওঁলোকে নিজৰ কৰ্তব্য পালন কৰিবলৈ এৰা নাছিল। এটা কথা ভাবি চালে আচৰিত হ'ব লাগে, তেওঁলোকে শেষৰ তম্বুটোও ইমান ভালদৰে তৰিছিল যে আঠ মাহেও তাৰ ভিতৰত বৰফ সোমাব পৰা নাছিল। তেওঁলোকৰ ডায়েৰি, বতৰৰ লগ-বুক, নানান বৈজ্ঞানিক তথ্যৰ ৰেকৰ্ড, বন্ধু-বান্ধৱৰ পৰা পোৱা চিঠি-পত্ৰ—সকলো পৰিপাটিকৈ থোৱা আছিল। স্কটৰ প্ৰিয় টেনিছনৰ কবিতা পুথিখনো তেওঁ লগত লৈ আনিছিল। উইলছনে বৈজ্ঞানিক পৰীক্ষাৰ বাবে সংগ্ৰহ কৰা শিলৰ নমুনাৰ প্ৰায় ১৫ কিলোগ্ৰাম ওজনৰ টোপোলাটোও তেওঁলোকে দুৰ্বল দেহেৰে টানি লৈ আহিছিল। তেওঁলোকে দেখুৱাই যোৱা মহৎ আদৰ্শৰ কথা মানুহে কেতিয়াও নাপাহৰে।

কাহিনী শেষ হ'ল বুলি ক'লো হয়, কিন্তু তোমালোকক আৰু এটা কথা কৈ শুনাবলৈ মোৰ বৰ মন গৈছে।

অভিযানৰ গোটেই কালছোৱাত স্কটে নিয়মিতভাৱে ডায়েৰি লিখিছিল। তদুপৰি নিশ্চিত মৃত্যুৰ কাৰণে বাট চাই থাকিব লগা সময়খিনিত তেওঁ আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱলৈ কেবাখনো চিঠি লিখিছিল। মৰিবৰ আগতে তেওঁ ডায়েৰি আৰু চিঠিৰ টোপোলাটো গাৰুৰ দৰে ব্যৱহাৰ কৰিছিল। চিঠিবোৰৰ ভিতৰত এখন আছিল তেওঁৰ জাতিৰ উদ্দেশ্যে লিখা। তাত তেওঁ লিখিছিল ঃ "....কোনো খেদ নাই....আমি জানি-শুনিয়েই এই বিপজ্জনক কামটোলৈ আগ বাঢ়িছিলো। ......ঈশ্বৰৰ ইচ্ছা আমি নতশিৰে মানি লৈছো আৰু শেষ মুহূৰ্তলৈকে আমি যথাসাধ্য কৰি যাবলৈ দৃঢ়প্ৰতিজ্ঞ। বাচি থকা হ'লে মোৰ লগৰীয়াকেইজনৰ কষ্ট-সহিষ্ণুতা, ধৈৰ্য আৰু বীৰত্বৰ কাহিনী কৈ শুনাব পাৰিলোহেঁতেন—যি কাহিনীয়ে প্ৰতিজন ইংৰাজৰ হৃদয় মথিত কৰিলেহেঁতেন। সেই কাহিনী এতিয়া এই অমাৰ্জিত লেখা আৰু আমাৰ মৃতদেহকেইটাই কৈ শুনাব।"

আন এখন আছিল স্কটে তেওঁৰ পত্নীলৈ লিখা চিঠি। সেই চিঠিত স্কটে তেওঁৰ আঢ়ৈ বছৰীয়া অকণমান পুত্ৰ-সন্তানটিৰ ভৱিষ্যত জীৱন গঢ়িবৰ কাৰণে পত্নীক নানা দিহা-পৰামৰ্শ দি গৈছিল। চিঠিখনত স্কটে লিখিছিল—

"পাৰা যদি ল'ৰাটোক প্ৰকৃতি-বিজ্ঞানৰ প্ৰতি আগ্ৰহী কৰি তুলিবলৈ চেষ্টা কৰিবা। খেল-ধেমালিতকৈ ই বেছি ভাল। কিছুমান স্কুলতো এই বিষয়ত উৎসাহ দিয়া হয়। মই জানো যে তুমি তাক বেছিভাগ সময় মুকলি বতাহত থাকিবলৈ উৎসাহ দিবা। আটাইতকৈ ডাঙৰ কথা হ'ল—সি যেন কেতিয়াও এলাহক প্ৰশ্ৰয় নিদিয়ে। তাৰ বাবে সি সদায় সতৰ্ক হৈ থাকিব লাগিব। তুমিও তাক সতৰ্ক কৰি দি থাকিব লাগিব। তাক কঠোৰ পৰিশ্ৰমী হ'বলৈ শিকাবা। তুমিতো জানাই যে মোৰ নিজৰ স্বভাৱটো অলপ এলেহুৱা আছিল। কিন্তু মই অশেষ চেষ্টা কৰি এলাহ জয় কৰিছোঁ। মই নিজকে জোৰকৈ পৰিশ্ৰমী কৰি ৰাখিছোঁ।"

এইবাৰ মই মোৰ কাহিনীৰ সামৰণি মাৰিবই লাগিব। কিন্তু তাৰ আগতে তোমালোকক শেষবাৰৰ কাৰণে কওঁ ঃ তোমালোকে যদি স্কটৰ আৰ্হি অনুসৰণ কৰি জোৰকৈ নিজৰ এলাহ জয় কৰিব পাৰা আৰু জোৰকৈ নিজকে পৰিশ্ৰমী কৰি ৰাখিব পাৰা, তেন্তে তোমালোকৰ এই কাহিনী পঢ়া সাৰ্থক হ'ব। প্ৰত্যেক মানুহেই গৌৰীশংকৰ বা দক্ষিণ মেৰু জয় নকৰিব পাৰে; কিন্তু প্ৰত্যেক মানুহেই এলাহ জয় কৰি নিজে জীৱনত উন্নতি কৰিব পাৰে।

* * *



# পোহৰৰ সাধনা

(টমাছ্ আলভা এডিছনৰ জীৱন-কাহিনী)

# সূচীপত্ৰ

# অপৰাজেয় আশাবাদ

উনৈশ শকিতাৰ বিখ্যাত ইংৰাজ লেখক টমাছ কাৰ্লাইলে বহু বছৰ ধৰি অশেষ পৰিশ্ৰম কৰি ফৰাচী বিপ্লৱৰ এখন বৃহৎ বুৰঞ্জী লিখিছিল। সেই সময়ত তেওঁৰ আৰ্থিক অৱস্থা বৰ বেয়া আছিল। কাৰ্লাইলে আশা কৰিছিল যে কিতাপখন প্ৰকাশ কৰিব পাৰিলে তেওঁৰ আৰ্থিক সমস্যাৰ কিছু সমাধান হ'ব। বিখ্যাত ইংৰাজ দাৰ্শনিক জন ষ্টুৱাৰ্ট মিল আছিল কাৰ্লাইলৰ ঘনিষ্ঠ বন্ধু। কিতাপখন লিখি শেষ হোৱাৰ পিছত কাৰ্লাইলে তেওঁৰ বন্ধুক কিতাপখনৰ পাণ্ডুলিপিটো পঢ়ি চাবলৈ দিলে। মিলে কিতাপখন পঢ়ি শেষ কৰি কাৰ্লাইলক ঘূৰাই দিয়াৰ আগতে তেওঁৰ এগৰাকী বান্ধৱী শ্ৰীমতী টেইলৰক সেইখন পঢ়িবলৈ দিলে। কিতাপখন শ্ৰীমতী টেইলৰৰ ঘৰত থকা অৱস্থাত সেইখন কেনেকৈ গৈ তেওঁৰ লিগিৰীৰ হাতত পৰিল সেই কথা সঠিককৈ জানিবলৈ কোনো উপায় নাই ; কিন্তু ঘটনাটো হ'ল এই যে শ্ৰীমতী টেইলৰৰ লিগিৰীয়ে কিতাপখনৰ পাণ্ডুলিপিটোক পেলনীয়া কাকত বুলি ভাবি সাৰি-পুচি বাহিৰলৈ নি সেইখনত জুই লগাই দিলে। কাৰ্লাইলৰ বহু বছৰৰ কঠোৰ পৰিশ্ৰমৰ ফল নিমিষতে ফুট-ছাইত পৰিণত হ'ল।

এনে এটা ভয়ঙ্কৰ বিপৰ্যয়ৰ খবৰ কাৰ্লাইলক কেনেকৈ দিয়া যায় সেই কথা ভাবি মিল বিবুধি হ'ল। কিন্তু খবৰটোতো দিবই লাগিব! এদিন মিলে কাৰ্লাইলৰ ঘৰলৈ আহি কঁপা কঁপা হাতেৰে দুৱাৰত টোকৰ মাৰিলে। কাৰ্লাইলে যেতিয়া দুৱাৰ খুলি দিলে, মিলে একো কথা ক'ব নোৱাৰি বহুতপৰ বন্ধুৰ মুখলৈ চাই ৰ'ল। অৱশেষত তেওঁ জোৰকৈ উশাহ লৈ ক'লে— 'বন্ধু, মই তোমাৰ সৰ্বনাশ কৰিলো। তুমি ইমান কষ্টেৰে লিখা কিতাপখন মোৰ ঘৰৰ লিগিৰীজনীয়ে পেলনীয়া কাকত বুলি ভাবি জুই লগাই পুৰি পেলাইছে।

মিলৰ্ কথা শুনি কাৰ্লাইল খন্তেকৰ কাৰণে ঠৰ লাগি ৰ'ল। কিন্তু কেৱল খন্তেকৰ কাৰণেহে। পিছ মুহূৰ্ততে তেওঁ পুনৰ স্বাভাৱিক হৈ মিলক ভিতৰলৈ মাতি নি বহিবলৈ দি ক'লে— 'যিটো হৈ গ'ল তাকতো এতিয়া আৰু নোহোৱা কৰিব নোৱাৰি। গতিকে সেই বিষয়ে দুখ কৰি বা চিন্তা কৰি একো লাভ নাই। বৰং কথাটো আমি এনেকৈ ভাবি চাওঁ আহাঁচোন ঃ ধৰি লোৱা, মোৰ শিক্ষকে মোক এখন ৰচনা লিখিবলৈ দিছিল। মই লিখা ৰচনাখন পঢ়ি চাই শিক্ষক মহাশয় মুঠেই সন্তুষ্ট নহ'ল। ৰচনাখন যাতে আৰু ভাল কৰিব পাৰো সেই উদ্দেশ্য তেওঁ সেইখন দ্বিতীয়বাৰ লিখিবলৈ মোক নিৰ্দেশ দিলে।.... ফৰাচী বিপ্লৱৰ বুৰঞ্জীও মই দ্বিতীয়বাৰ লিখিব লাগিব— যাতে আগৰবাৰতকৈ এইবাৰ মই বেছি ভালকৈ লিখিব পাৰোঁ।'

কিন্তু কাৰ্লাইলে লিখা ফৰাচী বিপ্লৱৰ বুৰঞ্জী এঘণ্টা বা এদিনত লিখি শেষ কৰিব পৰা এখন সৰু ৰচনা নাছিল; সি আছিল বহু বছৰ ধৰি অশেষ ধৈৰ্যেৰে আৰু কষ্টেৰে লিখা প্ৰায় এহেজাৰ পৃষ্ঠাৰ এখন প্ৰকাণ্ড কিতাপ। তেনে এখন কিতাপ চকুৰ নিমিষতে ফুট-ছাইত পৰিণত হোৱা দেখিলে যিকোনো মানুহেই হতাশাত ভাগি পৰা বা আধামৰা হোৱাটো একো অস্বাভাৱিক কথা নহয়। কিন্তু টমাছ কাৰ্লাইল 'যি কোনো এজন' সাধাৰণ মানুহ নাছিল; তেওঁ আছিল ইংৰাজী সাহিত্যৰ এজন অমৰ লেখক টমাছ কাৰ্লাইল। তেওঁ মানুহক এই শিক্ষা দিছিল যে 'একমাত্ৰ কামেই হ'ল মানুহে পাব পৰা আটাইতকৈ ডাঙৰ সৌভাগ্য বা আশীৰ্বাদ; যি মানুহে কৰিবলৈ কিবা এটা কাম বিচাৰি পাইছে তেওঁ আন একো আশীৰ্বাদ বিচৰাৰ প্ৰয়োজন নাই।' এই শিক্ষা তেওঁ কেৱল আনক দি ক্ষান্ত হৈ থকা নাছিল; তেওঁ তাক নিজৰ জীৱনত প্ৰয়োগ কৰিছিল।

কামৰ মাজতেই জীৱনৰ চৰম আনন্দ আৰু সাৰ্থকতা বিচাৰি পোৱা কাৰ্লাইলে হতাশাত ভাগি নপৰি ফৰাচী বিপ্লৱৰ বুৰঞ্জী পুনৰ লিখিবলৈ আৰম্ভ কৰিলে আৰু লিখি শেষো কৰিলে। নিপুণ গদ্য-শিল্পী কাৰ্লাইলে ফৰাচী বিপ্লৱৰ অলেখ ঘটনা আৰু চৰিত্ৰক কেৱল ভাষাৰ যাদুৰে এনেভাৱে জীৱন্ত কৰি তুলিছিল যে তেওঁৰ এই কিতাপখনে বুৰঞ্জী-ৰচনাৰ ক্ষেত্ৰত এটা নতুন ধাৰাৰ সূচনা কৰা বুলি বহুতে কয়।

মানুহে জীৱনত উন্নতি কৰিবলৈ হ'লে বা যিকোনো ডাঙৰ কাম কৰিবলৈ হ'লে নিশ্চয় কিছু বুদ্ধি বা প্ৰতিভাৰ প্ৰয়োজন হয়। সেই কথা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু কেৱল বুদ্ধি বা প্ৰতিভাই যথেষ্ট নহয়। বুদ্ধি বা প্ৰতিভাৰ লগত আশা আৰু ধৈৰ্য লগ লাগিলেহে জীৱনত উন্নতি কৰা বা যিকোনো ডাঙৰ কাম কৰা সম্ভৱ হয়। এক প্ৰকাৰে চাবলৈ গ'লে আশা আৰু ধৈৰ্য একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি। যি মানুহৰ ধৈৰ্য-গুণ আছে একমাত্ৰ তেওঁহে সহজে আশা নেহেৰুৱায়। আনহাতে আশাবাদী মানুহ স্বাভাৱিকতেই ধৈৰ্যশীল হয়, কাৰণ তেওঁ জানে যে ধৈৰ্য নেহেৰুৱাই কাম কৰি থাকিলেহে তেওঁ আশা কৰা মতে কৃতকাৰ্যতাৰ মুখ দেখিবলৈ পাব।

তেওঁ জানে যে ধৈৰ্য নেহেৰুৱাই কাম কৰি থাকিলেহে তেওঁ াশা কৰা মতে কৃতকাৰ্যতাৰ মুখ দেখিবলৈ পাব।

জীৱনৰ যিকোনো কৰ্মক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰিবলৈ হ'লে ধৈৰ্যৰ প্ৰয়োজন কিমান বেছি সেই কথা ব্যাখ্যা কৰি ছেমুৱেল স্মাইলছে তেওঁৰ এখন ৰচনাত লিখিছিল— 'আমি যদি নিজে আমাৰ জীৱনটো মূল্যহীন কৰি নোতোলো তেন্তে কোনো মানুহৰে জীৱন মূল্যহীন হ'ব নোৱাৰে। নিজৰ উৎকৰ্ষ সাধনৰ ক্ষমতা আমাৰ নিজৰ হাততেই আছে। অবিৰাম চেষ্টাৰ দ্বাৰা আমি নিজকে প্ৰতি মুহূৰ্ততে আগতকৈ ভাল কৰিব পাৰো আৰু আনকো ভাল কৰিব পাৰো। কিন্তু তাকে কৰিবলৈ হ'লে যিটো বস্তুৰ আটাইতকৈ দৰকাৰ সেইটো হ'ল ধৈৰ্য। যিখিনি নৈতিক আৰু বৌদ্ধিক প্ৰতিভা লৈ আমি জন্মগ্ৰহণ কৰিছো সেইখিনি কামত খটাই নিজৰ উৎকৰ্ষ সাধন কৰিবলৈ অসীম ধৈৰ্যৰ প্ৰয়োজন। জুলিয়া ওৱেজউদে কৈছিল— 'মানুহৰ আটাইবোৰ মানসিক গুণৰ ভিতৰত আটাইতকৈ বিৰল মূল্যবান গুণটো হ'ল ধৈৰ্য।' বহুত মানুহে মানসিক গুণাৱলী লৈ জন্মগ্ৰহণ কৰে। কিন্তু সেইবোৰ কামত খটাই জীৱনৰ উৎকৰ্ষ সাধন কৰিবলৈ ধৈৰ্যশীল পৰিশ্ৰমৰ প্ৰয়োজন। বেকন, নিউটন, ওৱাট, স্কট, বাইৰণ, থেকাৰে— এওঁলোক সকলোৱেই নিজৰ জীৱনত একোজন সাধাৰণ মেকানিকৰ নিচিনাকৈ কঠোৰ পৰিশ্ৰম কৰিছিল। সঁচা কথা ক'বলৈ গ'লে অশেষ ধৈৰ্য আৰু কঠোৰ পৰিশ্ৰমৰ অবিহনে কোনো মানুহৰ পক্ষে সাহিত্য, বিজ্ঞান বা ৰাজনীতিৰ ক্ষেত্ৰত উচ্চ স্থানলৈ আৰোহণ কৰা সম্ভৱ নহয়। সেয়েহে বুফন নামৰ এজন চিন্তাশীল লেখকে কৈছিল যে মহৎ মানুহৰ প্ৰতিভা বুলিলে আমি সাধাৰণতে যিটো বুজো সি আচলতে সৰ্বসাধাৰণ মানুহতকৈ অধিক ধৈৰ্যৰ বাহিৰে আন একো নহয়।

ছেমুৱেল স্মাইলছে ১৮৫৭ চনত এই কথাখিনি লিখিবৰ সময়ত টমাছ আলভা এডিছনৰ বয়স হৈছিল মাত্ৰ ১০ বছৰ। যি মূলা বাঢ়িব তাৰ দুপতীয়াতে চিন ওলোৱাৰ দৰে সেই কোমল বয়সতে এডিছনে তেওঁৰ স্বকীয় প্ৰতিভাৰ পৰিচয় দিবলৈ আৰম্ভ কৰিছিল। কিন্তু ইতিহাসৰ সৰ্বশ্ৰেষ্ঠ আৱিষ্কাৰক তথা উদ্ভাৱক হিচাপে বিশ্ববিখ্যাত হ'বলৈ তেতিয়াও তেওঁৰ কে'বাবছৰ বাকী আছিল। ছেমুৱেল স্মাইলছে যদি তেওঁৰ ওপৰৰ কথাখিনি ১৮৫৭ চনত নিলিখি ১৮৮০ চন বা তাৰ পিছত লিখিলেহেঁতেন, তেন্তে তেওঁ বেকন, নিউটন, স্কট, বাইৰণ আৰু থেকাৰে আদি কঠোৰ পৰিশ্ৰমী লোকসকলৰ তালিকাত টমাছ আলভা এডিছনকো ঠাই দিবলৈ নিশ্চয় বাধ্য হ'লহেঁতেন। আচলতে টমাছ আলভা এডিছনৰ নিচিনা কঠোৰ পৰিশ্ৰমী আৰু ধৈৰ্যশীল মানুহ পৃথিৱীত খুব কমইহে উপজিছে বুলি ক'ব পাৰি। পৰিশ্ৰমৰ ওপৰত তেওঁ ইমান বিশ্বাস কৰিছিল যে তেওঁ

এবাৰ ঘোষণা কৰিছিল— 'Genius is one percent inspiration and ninety nine percent perspiratione' অৰ্থাৎ প্ৰতিভা মাত্ৰ এক শতাংশহে প্ৰেৰণা; বাকী নিৰান্নবৈ শতাংশই হ'ল ঘৰ্মাক্ত পৰিশ্ৰম। এডিছনৰ মুখৰ পৰা ওলোৱা এই শব্দকেইটা আধুনিক কালৰ এটা বিখ্যাত আপ্তবাক্যত পৰিণত হৈছে। যিবোৰ জ্ঞান-গৰ্ভ স্মৰণীয় উক্তি মানুহৰ মুখৰ কথাত আৰু লেখাত আটাইতকৈ বেছিকৈ উদ্ধৃত হয় সেইবোৰৰ ভিতৰত এটা হ'ল এডিছনে দিয়া প্ৰতিভাৰ এই বিখ্যাত সংজ্ঞাটো। ধৈৰ্য, পৰিশ্ৰম আৰু অধ্যৱসায়ৰ গুণ বখানি আন বহুতে লিখা শ শ বাক্যতকৈ এডিছনৰ এই এটা মাত্ৰ বাক্যই মানুহৰ মন বেছি দকৈ স্পৰ্শ কৰিছে।

টমাছ আলভা এডিছনৰ জীৱন-কাহিনী ক'বলৈ লিখা এই সৰু পুথিখন আৰম্ভ কৰা হ'ল টমাছ কাৰ্লাইলৰ জীৱনৰ এটা ঘটনাৰ বৰ্ণনাৰে। কিয় সেইটো কৰা হ'ল সেই কথা তলৰ কথাখিনি পঢ়িলেই বুজা যাব।

সমগ্ৰ জগতে এতিয়া এই কথা মানি লৈছে যে টমাছ আলভা এডিছন আছিল সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ আবিষ্কাৰক তথা উদ্ভাৱক। তেওঁ উদ্ভাৱন কৰা বিচিত্ৰ বৈদ্যুতিক আৰু যান্ত্ৰিক সঁজুলিবোৰে পৃথিৱীখনৰ চেহেৰা আৰু মানুহৰ জীৱনধাৰা চিনিব নোৱৰাকৈ সলনি কৰি পেলালে। সেইবোৰৰ যহতে তেওঁ নিজেও বিপুল ধন-সম্পত্তিৰ গৰাকী হৈছিল। ১৯৩১ চনত তেওঁৰ মৃত্যুৰ পিছত নিউইয়ৰ্ক টাইমছ নামৰ বাতৰি কাকতখনে হিচাপ কৰি দেখুৱাইছিল যে তেওঁৰ বিভিন্ন আবিষ্কাৰৰ ওপৰত ভিত্তি কৰি যিবোৰ উদ্যোগ আৰু ব্যৱসায় গঢ় লৈ উঠিছিল সেইবোৰৰ মূল্য আছিল দুহেজাৰ পাঁচশ উনসত্তৰ কোটি ডলাৰ! আন কথাত ক'বলৈ গ'লে নগদ দনৰ মাপকাঠিৰে টমাছ আলভা এডিছনৰ মগজটোৱেই আছিল ইতিহাসৰ আটাইতকৈ দামী মগজ।

এডিছনৰ এটা বিৰাট গৱেষণাগাৰ আছিল। কোৱা হয় যে এইটোৱেই আছিল সমগ্ৰ পৃথিৱীতে এনে ধৰণৰ প্ৰথম গৱেষণাগাৰ— য'ত এজন মানুহৰ নেতৃত্বত বহুতো কাৰিকৰ আৰু গৱেষণা-কৰ্মীয়ে কাম কৰি নতুন নতুন সঁজুলি উদ্ভাৱন কৰিছিল। এদিন দুৰ্ঘটনা-ক্ৰমে গৱেষণাগাৰটোত জুই লাগি চকুৰে চাই থাকোতেই সি ভস্মস্তূপত পৰিণত হ'ল। বহু বছৰ ধৰি কঠোৰ পৰিশ্ৰম কৰি তেওঁ যিবোৰ মূল্যবান বৈজ্ঞানিক সঁজুলি তৈয়াৰ কৰিছিল সেই সকলোবোৰ তেওঁৰ চকুৰ আগতে লেলিহান অগ্নিশিখাই গ্ৰাস কৰি পেলালে। তেতিয়া এডিছনৰ বয়স হৈছিল ৬৭ বছৰ। সেই বয়সত বেছিভাগ মানুহেই নিজৰ কান্ধৰ পৰা কামৰ বোজা এটা এটাকৈ নমাবলৈ আৰম্ভ কৰে। নতুনকৈ জীৱনটো আৰম্ভ কৰিবলৈ সেই বয়সত বেছিভাগ মানুহৰে শক্তি আৰু উদ্যম বাকী নাথাকে। এনে স্থলত গোটেই জীৱনৰ সাধনাৰে তিলতিলকৈ গঢ়ি তোলা অমূল্য গৱেষণাগাৰটো নিজৰ চকুৰ আগতে ছাইত পৰিণত হোৱা দেখিলে বেছিভাগ মানুহেই দুখ আৰু হতাশাত ভাগি পাৰিলেহেঁতেন; জীৱনটো নতুনকৈ আৰম্ভ কৰিবলৈ শক্তি আৰু সময় নাই বুলি ভাবি তেওঁৰ জীয়াতে মৰাৰ নিচিনা অৱস্থা হ'লহেঁতেন। কিন্তু টমাছ আলভা এডিছন আছিল সম্পূৰ্ণ বেলেগ ধাতুৰে গঢ়া মানুহ। জুইয়ে তেওঁৰ গৱেষণাগাৰটো পুৰি এফালৰ পৰা ছাই কৰি অনা দেখি অস্থিৰ আৰু আতংকিত হোৱাৰ পৰিৱৰ্তে এডিছনে মুগ্ধ দৃষ্টিৰে নাচি নাচি জপিয়াই ফুৰা অগ্নিশিখাবোৰ চাবলৈ ধৰিলে। চাৰ্লছ নামৰ তেওঁৰ ডেকা পুতেকজনে অগ্নিকাণ্ডৰ হুলস্থুলৰ মাজত ইমান পৰে তেওঁকেই বিচাৰি ফুৰিছিল। পুতেকক দেখা মাত্ৰে এডিছনে ক'লে— 'বোপাই, তুমি তৎক্ষণাত মাৰাক ইয়ালৈ মাতি আনা। এই ভীষণ সুন্দৰ দৃশ্যটো তেওঁ চাবই লাগিব। চোৱাচোন চোৱা, লেলিহান অগ্নিশিখাই কি অবৰ্ণনীয় দৃশ্য সৃষ্টি কৰিছে!'

এই দুৰ্ঘটনাৰ খবৰ পাই পিছদিনা এডিছনৰ বন্ধুসকল তেওঁক সহানুভূতি জনাবলৈ আহিল। যাক সহানুভূতি জনাবলৈ তেওঁলোক আহিল সেই এডিছন কিন্তু নিজে নিৰ্বিকাৰ। বৰং এডিছনে তেওঁলোকক ক'লে— 'জুইয়ে মোৰ গৱেষণাগাৰটো পুৰি ছাই কৰি মোৰ সৰ্বনাশ কৰিল বুলি নাভাবিবা। মই নিজে কিন্তু এই দুৰ্ঘটনাটো

মোৰ ভালৰ কাৰণেহে হৈছে বুলি ভাবিছো। মই অতীতত কৰি অহা আটাইবোৰ ভুল জুইয়ে পুৰি ছাই কৰি পেলালে, আৰু মোৰ গৱেষণা নতুনকৈ আৰম্ভ কৰিবলৈ মোক এটা সুযোগ দিলে। তাৰ কাৰণে মই ঈশ্বৰক ধন্যবাদ দিছো।'

ঐতিহাসিক টমাছ কার্লাইলে বহু বছৰ ধৰি অশেষ কষ্ট কৰি লিখা ফৰাচী বিপ্লৱৰ বুৰঞ্জীখন যেতিয়া জুইয়ে পুৰি মুহূৰ্ততে ছাই কৰি পেলালে, তেওঁৰ মনত হোৱা প্ৰথম প্ৰতিক্ৰিয়াটো আছিল এই যে সৰ্বনাশৰ পৰিৱৰ্তে ই এটা ডাঙৰ সুযোগহে মাত্ৰ, কাৰণ তেওঁ এইবাৰ বুৰঞ্জীখন প্ৰথমবাৰতকৈ বেছি ভালকৈ লিখিব পাৰিব। জুইয়ে বুৰঞ্জীখন পুৰি নেপেলোৱা হ'লে তেওঁ সেই সুযোগ নাপালেহেঁতেন।

টমাছ আলভা এডিছনে গোটেই জীৱন ধৰি তিল তিলকৈ গঢ়ি তোলা অমূল্য গৱেষণাগাৰটো যেতিয়া জুইয়ে তেওঁৰ চকুৰ আগতে পুৰি ছাই কৰি পেলালে, সেই ভয়ঙ্কৰ দৃশ্য দেখি হতাশা আৰু যন্ত্ৰণাত ভাগি পৰাৰ পৰিৱৰ্তে এডিছনে তাক জীৱনটো নতুনকৈ আৰম্ভ কৰাৰ এটা সুযোগ বুলিহে গ্ৰহণ কৰিলে। তেওঁৰ মতে জুইয়ে তেওঁৰ গৱেষণাগাৰটো পুৰি ছাই কৰা নাই; সি পুৰি ছাই কৰিলে তেওঁৰ অতীতৰ ভুলবোৰহে। অতীতৰ ভুলৰ পৰা শিক্ষা লৈ এতিয়া তেওঁ গোটেইবোৰ কাম নতুনকৈ আৰম্ভ কৰিব পাৰিব।

এইটোৱেই হ'ল সেই শিক্ষা— যিটো শিক্ষাৰ প্ৰয়োজন মানুহৰ জীৱনৰ আটাইতকৈ বেছি। মানুহৰ জীৱনত বাধা-বিঘিনি আৰু সমস্যাৰ অন্ত নাই। একমাত্ৰ আশা, ধৈৰ্য আৰু আত্ম-বিশ্বাসৰ বলেৰেহে মানুহে সেইবোৰ অতিক্ৰম কৰি নিজৰ লক্ষ্য অভিমুখে আগবাঢ়ি যাব পাৰে। বিপদক সম্পদলৈ আৰু অসুবিধাক সুবিধালৈ কেনেকৈ ৰূপান্তৰিত কৰিব পাৰি সেই শিক্ষা পাবৰ কাৰণে আমি মহৎ লোকৰ জীৱন-চৰিত অধ্যয়ন কৰা উচিত। টমাছ আলভা এডিছন হ'ল তেনে এজন মহৎ লোক।

# তিনি মাহতে স্কুলৰ পৰা খেদা খোৱা ল'ৰাজন

ইয়াৰ আগৰটো অধ্যায়ত আমি টমাছ আলভা এডিছনৰ চিনাকি এই বুলি দিলো যে তেওঁ আছিল ইতিহাসৰ সৰ্বশ্ৰেষ্ঠ উদ্ভাৱক; তেওঁৰ সমান উদ্ভাৱনী-প্ৰতিভা পৃথিৱীত আজিলৈকে আন কোনো মানুহে দেখুৱাব পৰা নাই। কিন্তু এনে এজন মানুহকো তেওঁৰ শিক্ষয়িত্ৰীয়ে অতি নিৰ্বোধ বুলি ভাবিছিল আৰু তেওঁ স্কুলত ভৰ্তি হোৱাৰ তিনিমাহৰ ভিতৰতে তেওঁক স্কুল এৰিবলৈ বাধ্য কৰিছিল।

এডিছন আচলতে নিৰ্বোধ নাছিল। অতি কম বয়সৰ পৰাই এডিছনৰ চিন্তা-শক্তি আৰু কল্পনা-শক্তি ইমান প্ৰখৰ আছিল যে সকলো সময়তে তেওঁ নিজৰ চিন্তাত নিমগ্ন হৈ আছিল। অৰ্থাৎ সকলো সময়তে তেওঁ কিবা নহয় কিবা এটা বিষয়ে চিন্তা কৰি থাকিছিল। চকুৰে দেখা আৰু কাণেৰে শুনা প্ৰত্যেকটো কথাই, প্ৰত্যেকটো বস্তুৱে, প্ৰত্যেকটো ঘটনাই তেওঁৰ মনত নানা প্ৰশ্ন জগাই তুলিছিল। তেওঁ সেইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি নিজৰ মনটোক চলাথ কৰিছিল। কেৱল নিজকে প্ৰশ্ন কৰি ক্ষান্ত নাথাকি তেওঁ নানা বিষয়ে মাক-দেউতাককো জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন কৰিছিল।

উদাহৰণ স্বৰূপে এদিন এডিছনে হঠাৎ দেউতাকক প্ৰশ্ন কৰিলে— 'দেউতা, ৰাতিৰ আকাশত কোনে বাৰু ইমানবোৰ চাকি জ্বলায়?'

দেউতাকে যেতিয়া উত্তৰত ক'লে যে সেইবোৰ চাকি নহয়, আকাশৰ তৰাহে, আৰু সেইবোৰ নিজে নিজেই জ্বলে, তেতিয়া এডিছনে টপৰাই আকৌ প্ৰশ্ন কৰিলে— 'আকাশৰ চাকিবোৰ নিজে নিজে কেনেকৈ জ্বলিব পাৰে? আমাৰ ঘৰৰ চাকিবোৰ দেখোন মাই জ্বলাই দিলেহে জ্বলে।'

দেউতাকে এটা উদাহৰণ দি বুজাবলৈ চেষ্টা কৰি ক'লে— 'তুমি ৰাতিৰ আকাশৰ তৰাবোৰক চাকি বুলি ভাবি লৈছা। সেইকাৰণেহে তোমাৰ মনত প্ৰশ্ন হৈছে— সেই চাকিবোৰ কোনে জ্বলায়? কিন্তু পুৱাৰ পৰা সন্ধিয়ালৈকে আকাশত বেলিটোওতো জ্বলি থাকে! জ্বলি জ্বলি সি পোহৰ আৰু তাপ বিলায়। বেলিটো যেনেকৈ নিজে নিজে জ্বলে, ৰাতিৰ আকাশৰ তৰাবোৰো নিশ্চয় তেনেকৈয়ে নিজে নিজে জ্বলে।

কিন্তু এডিছন ইমান সহজে সন্তুষ্ট হোৱা ভকত নহয়। তেওঁৰ প্ৰশ্নও ইমান সোনকালে শেষ নহয়। বৰং প্ৰতিটো প্ৰশ্নৰ উত্তৰে তেওঁৰ মনত জগাই তোলে নতুন এটা প্ৰশ্ন। দেউতাকৰ কথা শুনি এডিছনে আকৌ প্ৰশ্ন কৰিলে— 'সিহঁত নিজে নিজে জ্বলি থাকে, সেই কথা বাৰু বুজিলো। কিন্তু সিহঁত কেতিয়াও নুমাই নোযোৱাকৈ সদায় কেনেকৈ জ্বলি থাকিব পাৰে? সিহঁত কেতিয়াও নুমাই নাযাবই নেকি?'

দেউতাকে অলপ চিন্তা কৰি উত্তৰ দিলে— 'তৰাবোৰৰ ইন্ধনৰ পৰিমাণ নিশ্চয় মিন বেছি যে সিহঁত আৰু বহুতদিন জ্বলি থাকিব পাৰিব। অৱশ্যে এনে এটা দিন আহিব পাৰে— যেতিয়া ইন্ধনবোৰ পুৰি শেষ হ'ব। তেতিয়া তৰাবোৰো নিশ্চয় আপোনা-আপুনি নুমাই যাব।'

বাপেক-পুতেকৰ মাজত হোৱা এইবোৰ কথা-বাৰ্তাৰ কেইদিনমানৰ পিছৰ ঘটনা। এডিছনহঁতৰ ঘৰৰ আগচোতালৰ এটা চুকত কিছুমান শুকান খেৰ দ'ম কৰি থোৱা আছিল। হঠাৎ এদিন দেখা গ'ল যে কোনোবাই খেৰৰ দ'মটোত জুই লগাই দিয়াৰ ফলত একুৰা প্ৰকাণ্ড জুই দপ্‌দপাই জ্বলিব ধৰিছে আৰু জুই ঘৰটোলৈকে বিয়পি পৰাৰ আশংকাই দেখা দিছে। দৃশ্যটো দেখাৰ পিছত স্বাভাৱিকতেই গোটেই ঘৰখনত হুলস্থুল লাগিবলৈ আৰম্ভ কৰিলে। ভয়তে মানুহবোৰ ইফালে-সিফালে দৌৰিবলৈ ধৰিলে। কিন্তু ইয়াৰ মাজতে সকলোৰে আচৰিত

হৈ লক্ষ্য কৰিলে যে জুইৰ নিচেই কাষতে শান্ত হৈ থিয় হৈ আছে অকণমানি এডিছন। গোটেই ঘৰখনত হোৱা হুলস্থুলৰ প্ৰতি নিৰ্বিকাৰ হৈ তেওঁ তন্ময় দৃষ্টিৰে জুইকুৰালৈ চাই আছে। এডিছনৰ মাকে দৌৰি আহি পুতেকক টান মাৰি নিৰাপদ দূৰত্বলৈ লৈ গ'ল। ইতিমধ্যে জুই নুমাইছিল, খেৰবোৰ পুৰি ছাইত পৰিণত হৈছিল। খেৰত কোনে জুই লগাইছিল সেই কথা জানিবলৈ এতিয়া আৰু কাৰো বাকী নৰ'ল।— কাৰণ এডিছনে আনন্দত হাত-চাপৰি বজাই চিঞৰি চিঞৰি দেউতাকক ক'বলৈ ধৰিলে— 'দেউতা, দেউতা, তুমি কোৱা কথা সঁচা বুলি প্ৰমাণিত হ'ল। খেৰবোৰ পুৰি শেষ হোৱাৰ লগে লগে জুইকুৰাও নুমাই গ'ল। আকাশৰ তৰাবোৰো এদিন নিশ্চয় নুমাই যাব।'

বেছিভাগ ল'ৰাই হয়তো দেউতাকে কোৱা কথাকে শেষ সত্য বুলি বিশ্বাস কৰি সন্তুষ্ট হৈ থাকিলহেঁতেন। সেই বিষয়ে তেওঁৰ মনত নতুন কোনো প্ৰশ্নৰ উদয় নহ'লহেঁতেন। কিন্তু এডিছন আছিল বেলেগ ধাতুৰে গঢ়া ল'ৰা— যি কাৰণে তেওঁ এদিন হ'ব পাৰিছিল মানুহৰ ইতিহাসৰ সৰ্বশ্ৰেষ্ঠ উদ্ভাৱক। দেউতাকৰ কথা যে সত্য সেই কথা তেওঁ কেনেকৈ জানিব— যদিহে হাতে-কামে পৰীক্ষা কৰি তেওঁ তাৰ প্ৰমাণ পাবলৈ চেষ্টা নকৰে?

এনে এটা ল'ৰাক বাৰু কোনোবাই নিৰ্বোধ বুলি ভাবিব পাৰেনে? অথচ এডিছনৰ শিক্ষয়িত্ৰীয়ে তেওঁ বিষয়ে তেনেকৈয়ে ভাবিছিল। কেৱল ভাবিয়ে ক্ষান্ত হৈ নাথাকি তেওঁ এখন চিঠি লিখি এডিছনৰ মাকক সেই কথা জনাইয়ো দিছিল। আচলতে কি হৈছিল— এডিছন সকলো সময়তে নিজৰ ভাবত ইমান বেছি মছগুল হৈ আছিল যে স্কুলত তেওঁ শিক্ষয়িত্ৰীৰ কথালৈ বেছি মনোযোগ দিব পৰা নাছিল। ফলত শিক্ষয়িত্ৰীয়ে কিবা প্ৰশ্ন কৰিলে তেওঁ টপৰাই তাৰ উত্তৰ দিব পৰা নাছিল। শিক্ষয়িত্ৰীয়ে পাঠ বুজাই থাকোতে তেওঁ ব্যস্ত হৈ আছিল নানা বিষয়ে তেওঁৰ নিজৰ মনত উদয় হোৱা নানা প্ৰশ্নৰ উত্তৰ বিচাৰি, অথবা নানা সম্পৰীক্ষাৰ কথা চিন্তা কৰি। গতিকে এই কথা একো আচৰিত নহয় এডিছনৰ শিক্ষয়িত্ৰীয়ে তেওঁক নিৰ্বোধ আৰু অমনোযোগী বুলি ভাবিবলৈ বাধ্য হৈছিল।

সি যি কি নহওক, শিক্ষয়িত্ৰীগৰাকীৰ চিঠিখন পোৱাৰ পিছত এডিছনৰ মাকে পুতেকক স্কুললৈ নপঠাবলৈ ঠিক কৰি এডিছনৰ শিক্ষাৰ দায়িত্ব নিজৰ কান্ধত তুলি ল'লে। অৰ্থাৎ এডিছনৰ পঢ়াশলীয়া ছাত্ৰ-জীৱন স্থায়ী হ'ল মাত্ৰ তিনিমাহ।

এডিছনে নিজৰ মাকৰ পৰা এনে সৰ্বাঙ্গ-সুন্দৰ শিক্ষা পালে — যি ধৰণৰ শিক্ষা পোৱাৰ সৌভাগ্য খুব কম ল'ৰা ছোৱালীৰহে হয়। কিন্তু সেই প্ৰসঙ্গ লৈ যোৱাৰ আগতে এইখিনিতে এডিছনৰ পিতৃ-মাতৃ আৰু তেওঁৰ ঘৰুৱা জীৱনৰ এটা চমু পৰিচয় দি লোৱাটো ভাল হ'ব। সন্তানৰ মঙ্গল চিন্তা কৰা পিতৃ-মাতৃয়ে সন্তানৰ শিক্ষক আৰু বন্ধু হ'বলৈকো চেষ্টা কৰিব লাগে। পিতৃ-মাতৃ যদি ল'ৰাকালত সন্তানৰ শিক্ষক আৰু বন্ধু হ'ব পাৰে তেন্তে তেওঁলোকতকৈ ভাল শিক্ষক আৰু বন্ধু আন কোনোৱেই হ'ব নোৱাৰে। এডিছনৰ জীৱনে সেই কথাই প্ৰমাণ কৰে।

খ্ৰিষ্ট'ফাৰ কলম্বাছে (১৪৫১-১৫০৬) ১৪৯২ খ্ৰীষ্টাব্দত উত্তৰ আমেৰিকা আৱিষ্কাৰ কৰাৰ পিছত ইউৰোপৰ নানা দেশৰ পৰা তালৈ মানুহৰ সোঁত ববলৈ ধৰিলে। টমাছ আলভা এডিছনৰ পূৰ্বপুৰুষসকল আছিল হলেণ্ডৰ মানুহ। ভাগ্যৰ সন্ধানত ওঠৰ শতিকাৰ আগভাগতে তেওঁলোক আমেৰিকালৈ গৈ তাত বসতি স্থাপন কৰে। কেইবছৰমান তাত থকাৰ পিছত তেওঁলোকে কানাডালৈ গৈ তাত ব্যৱসায়-বাণিজ্য কৰে। এডিছনৰ দেউতাক ছেমুৱেল এডিছনে হোটেলৰ ব্যৱসায় কৰিছিল। তেওঁ এজন বুদ্ধিমান আৰু পৰিশ্ৰমী মানুহ আছিল। হোটেলৰ ব্যৱসায় কৰি তেওঁ প্ৰচুৰ ধন-সম্পত্তিৰ গৰাকী হৈছিল। কানাডাত থকা অৱস্থাতে তেওঁ নান্সি এলিয়ট নামৰ এগৰাকী ওঠৰ বছৰীয়া শিক্ষয়িত্ৰীত বিয়া কৰায়। কিন্তু ছেমুৱেল এডিছনে কানাডাত বেছিদিন সুখেৰে থাকিবলৈ নাপালে। অৱশ্যে তাৰ কাৰণে আন মানুহতকৈ তেওঁৰ নিজৰ কৃতকৰ্মহে বেছি জগৰীয়া আছিল। ৰাজনীতিৰ প্ৰতি তেওঁৰ বিশেষ আগ্ৰহ আছিল। সেই সময়ত কানাডাৰ শাসন-ব্যৱস্থাত অসন্তুষ্ট হৈ কিছুমান মানুহে এটা

ৰাজনৈতিক দল গঠন কৰি কানাডাৰ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। ছেমুৱেল এডিছনেও সেই বিদ্ৰোহীৰ দলত যোগ দিছিল। কিন্তু কানাডাৰ চৰকাৰে বিদ্ৰোহ দমন কৰি বেছিভাগ বিদ্ৰোহীকেই বন্দী কৰিলে। কথা বিষম যেন দেখি ছেমুৱেলে ঘৈণীয়েকক কানাডাত এৰি থৈ নিজে আমেৰিকালৈ পলায়ন কৰিলে।

আমেৰিকালৈ আহি ছেমুৱেল এডিছনে শিলৰ ব্যৱসায় আৰম্ভ কৰিলে। নতুন উপনিৱেশ আমেৰিকাত তেতিয়া চাৰিওফালে নিত্য- নতুন নিৰ্মাণৰ কাম আৰম্ভ হৈছিল। শিলৰ ব্যৱসায় কৰি ছেমুৱেল এডিছন আকৌ এজন ধনী মানুহ হ'ল। তেওঁ কানাডাৰ পৰা পলাই অহাৰ মাত্ৰ কেইবছৰমানৰ ভিতৰতে ঘৈণীয়েকেও কানাডাৰ পৰা আহি তেওঁৰ লগত যোগ দিলে, আৰু দুয়ো নতুন দেশত এখন নতুন সংসাৰ আৰম্ভ কৰিলে। তেওঁলোকে আমেৰিকাত থিতাপি লৈছিল অহায়ো (Ohio) নামৰ এখন চহৰত। তাতে ১৮৪৭ খ্ৰীষ্টাব্দৰ ১১ ফেব্ৰুৱাৰীৰ দিনা জন্ম হ'ল তেওঁলোকৰ পেট-মচা নুমলীয়া সন্তান- টমাছ আলভা এডিছনৰ।

শিলৰ ব্যৱসায় কৰি ছেমুৱেল এডিছন প্ৰচুৰ ধন-সম্পত্তিৰ গৰাকী হৈছিল যদিও ধন ঘটাৰ ন ন উপায়ৰ কথাও চিন্তা কৰিবলৈ তেওঁ এৰা নাছিল। সেই সময়ত আমেৰিকাৰ মিচিগান নামৰ অঞ্চলত কাঠৰ ব্যৱসায় অতি লাভজনক হৈ উঠিছিল। ছেমুৱেল এডিছনে শিলৰ ব্যৱসায় এৰি কাঠৰ ব্যৱসায় কৰিবলৈ ঠিক কৰিলে। ফলত তেওঁ অহায়োত পাতি লোৱা ঘৰ-গৃহস্থালি এৰি থৈ মিচিগানলৈ যাব লগা হ'ল। তাত তেওঁ পৰ্ট হুৰন নামৰ এখন চহৰত নতুনকৈ ঘৰ-বাৰী সাজি লৈ জীৱনৰ এটা নতুন অধ্যায় আৰম্ভ কৰিলে। তেতিয়া টমাছ আলভা এডিছনৰ বয়স হৈছিল সাত বছৰ।

পৃথিৱীৰ বহুতো বিখ্যাত আৰু প্ৰতিভাবান মানুহৰ বাল্যকাল চৰম দাৰিদ্ৰ্যৰ মাজত অতিবাহিত হোৱাৰ কথা আমি জানো। দাৰিদ্ৰ্যৰ বিৰুদ্ধে কৰা সংগ্ৰামে তেওঁলোকৰ চৰিত্ৰ গঠন কৰাত আৰু প্ৰতিভা বিকাশ কৰাত এটা ডাঙৰ ভূমিকা লৈছিল। কিন্তু টমাছ এডিছনৰ দেউতাক আছিল এজন সফল ব্যৱসায়ী; সেই কাৰণে টমাছ সুখ-স্বাচ্ছন্দ্যৰ মাজতেই ডাঙৰ-দীঘল হৈছিল। অভাৱ আৰু দাৰিদ্ৰ্যৰ লগত তেওঁৰ কোনো পৰিচয় নাছিল। কিন্তু মানুহৰ ধন-সম্পত্তি কেৱল থাকিলেই নহয়; তাক সৎ কৰ্ম আৰু সৎ উদ্দেশ্যত খৰচ কৰিবলৈ মানুহৰ কিছু জ্ঞান-বুদ্ধিও থাকিব লাগে। বিশেষকৈ অভিভাৱকসকলে যদি জ্ঞানী, দূৰদৰ্শী আৰু সুবিবেচক নহয়, তেন্তে ধন-সম্পত্তিয়ে ল'ৰা- ছোৱালীৰ মঙ্গল সাধন কৰাতকৈ অপকাৰহে বেছিকৈ কৰিব পাৰে। এই ক্ষেত্ৰত টমাছ আছিল অতি ভাগ্যবান।

ওপৰতেই কৈ অহা হৈছে টমাছৰ মাক নান্সি এলিয়ট বিয়াৰ আগতে আছিল এগৰাকী শিক্ষয়িত্ৰী। তেওঁ যে খুব ভাল শিক্ষয়িত্ৰী আছিল তাৰ আকৌ এবাৰ প্ৰমাণ পোৱা গ'ল তেতিয়া— যেতিয়া তেওঁ টমাছক স্কুলৰ পৰা এৰোৱাই আনি নিজেই পুতেকৰ শিক্ষাৰ দায়িত্ব ল'লে।

পেট-মচা নুমলীয়া সন্তান হোৱা হেতুকে টমাছৰ প্ৰতি মাকৰ মৰমৰ পৰিমাণ আছিল স্বাভাৱিকতকৈ অলপ বেছি। অনেক ক্ষেত্ৰত দেখা যায় যে মৰম বা প্ৰশ্ৰয়ৰ আধিক্যই ল'ৰা-ছোৱালীক নষ্ট কৰে। কিন্তু টমাছৰ ক্ষেত্ৰত সেইটো হোৱা নাছিল, কাৰণ কম বয়সৰ পৰাই মাকে তেওঁৰ শিক্ষাৰ দায়িত্ব ল'ব লগা হোৱাৰ কাৰণে মৰম কৰাৰ লগে লগে তেওঁ পুতেকক শাসনো কৰিব লগা হৈছিল। এটা সৰু ল'ৰাৰ কাৰণে মৰমৰ শাসন আৰু সু-শিক্ষা একেলগে পোৱাতকৈ বেছি ডাঙৰ সৌভাগ্য আন কি হ'ব পাৰে?

পুতেকৰ শিক্ষাৰ দায়িত্ব লৈ মাকে প্ৰথমে টমাছক নানা ধৰণৰ মনোৰম কাহিনী ক'বলৈ আৰম্ভ কৰিলে। কাহিনী শুনি শুনি টমাছৰ যেতিয়া আৰু বেছি কাহিনী শুনিবলৈ মন যোৱা হ'ল, তেতিয়া তেওঁ নানা বিষয়ৰ বাছকবনীয়া কিতাপ এখন এখনকৈ পুতেকক পঢ়ি শুনাবলৈ ধৰিলে। এনেকৈ তেওঁ টমাছক কিতাপৰ নিচা লগাই দিলে। লগতে তেওঁ টমাছৰ মনত এই ধাৰণাও সোমোৱাই দিলে যে কিতাপেই হ'ল অনন্ত জ্ঞানৰ ভাণ্ডাৰ, আৰু জীৱনত উন্নতি কৰিব খোজা মানুহে কিতাপ পঢ়িবই লাগিব।

কিছুদিনৰ ভিতৰতে মাকে টমাছক কিতাপ পঢ়ি শুনোৱাৰ প্ৰয়োজন নোহোৱা হ'ল, কাৰণ টমাছে নিজেই কিতাপ পঢ়িব পৰা হ'ল। ইতিমধ্যেই টমাছৰ মনত কিতাপৰ প্ৰতি অনুৰাগ আৰু জ্ঞানৰ প্ৰতি কৌতূহল ইমান

বৃদ্ধি পাইছিল যে নিজে নিজে পঢ়িব পৰা হোৱাৰ লগে লগে তেওঁ মনৰ আনন্দত অবিৰাম ভাবে ইখনৰ পিছত সিখন কিতাপ পঢ়িবলৈ ধৰিলে। এইখিনিতে এটা কথা কৈ থোৱা দৰকাৰ যে টমাছৰ ঘৰত এনেকুৱা বহুতো বাছকবনীয়া কিতাপ আছিল কাৰণেহে পলুৱে টপাটপ গছৰ পাত খোৱাৰ দৰে তেওঁ ইখনৰ পিছত সিখনকৈ কিতাপবোৰ পঢ়িব পাৰিছিল। বগাবলৈ আশ্ৰয় বিচাৰি নোপোৱা লতাৰ শুংবোৰ যেনেকৈ আপোনা-আপুনি মৰহি শুকাই যায়, ঠিক তেনেকৈ চকুৰ আগত কিতাপ দেখি থাকিবলৈ নাপালে অতি বিদ্যানুৰাগী ল'ৰা-ছোৱালীৰো কিতাপ পঢ়াৰ ইচ্ছা অকালতে নোহোৱা হয়। সেই কাৰণে প্ৰত্যেক মানুহৰ ঘৰতেই সাধ্য অনুসৰি সৰু বা ডাঙৰ এটা পুথিভঁৰাল থকা উচিত— যাতে ল'ৰা-ছোৱালীয়ে জ্ঞান হ'বৰ দিন ধৰি সততে সেই কিতাপবোৰ দেখি থাকে। কিতাপ দেখি দেখি ডাঙৰ হ'লেহে ল'ৰা-ছোৱালীৰ মনত কিতাপৰ প্ৰতি কৌতূহল আৰু অনুৰাগ সৃষ্টি হ'ব পাৰে।

টমাছে যে কেৱল কিতাপ পঢ়িবলৈ ভাল পাইছিল এনে নহয়। তেওঁৰ স্মৃতি-শক্তি আছিল অসাধাৰণ; পঢ়া কথাবোৰ তেওঁ বুজিও পাইছিল অতি সহজে। তেওঁৰ এজন জীৱনীকাৰে লিখিছে যে এটা মাত্ৰ বাক্য বুজিবলৈ সাধাৰণ পাঠকৰ যিমান সময় লাগে তাতকৈ কম সময়ৰ ভিতৰতে টমাছে কিতাপৰ এটা সম্পূৰ্ণ পৃষ্ঠাৰ কথাবোৰ বুজি পাইছিল। তাৰ কাৰণ আছিল এইটোৱেই যে তেওঁ মগজ খটাই আৰু অখণ্ড মনোযোগ দি পঢ়িছিল। কিতাপ কেনেকৈ পঢ়িব লাগে সেই কথা তেওঁৰ মাকেও তেওঁক খুব ভালকৈ শিকাইছিল। কিতাপ পঢ়াৰ আনন্দই টমাছক এনেভাৱে মতলীয়া কৰিলে যে বাৰ বছৰ বয়স পূৰ নৌ হওঁতেই তেওঁ এডৱাৰ্ড গিবনৰ 'ডিক্লাইন এণ্ড ফল অব দ্য ৰোমান এম্পায়াৰ' (Decline and Fall of the Roman Empire) আৰু ৰবাৰ্ট বাৰ্টনৰ 'এনাটমি অব মেলান্‌কলি' [Anatomy of Melancholy] আদি ইংৰাজী সাহিত্যৰ বিখ্যাত ধ্ৰুপদী কিতাপবোৰ পঢ়ি শেষ কৰিলে।

এডৱাৰ্ড গিবনে (১৭৩৭-৯৪) লিখা ৰোমান সাম্ৰাজ্যৰ অৱক্ষয় আৰু পতনৰ ইতিহাসখন বিশ্ব সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ ঐতিহাসিক গ্ৰন্থ বুলি সকলোৱে একেমুখে স্বীকাৰ কৰে। ছটা খণ্ডত বিভক্ত এই বিৰাট গ্ৰন্থখন তাৰ অনুপম শক্তিশালী গদ্যৰ কাৰণেও বিখ্যাত। বহুতো বয়সীয়া মানুহেও গোটেই কিতাপখন পঢ়ি শেষ কৰিছেনে নাই সেই বিষয়ে সন্দেহৰ থল আছে। এনে স্থলত এটা বাৰ বছৰীয়া অকণমানি ল'ৰাই এনে এখন কিতাপ পঢ়ি শেষ কৰাটোৱে এই কথাই প্ৰমাণ কৰে যে নজনা কথা জানিবৰ কাৰণে টমাছৰ কৌতূহল আছিল সীমাহীন। লগতে তেওঁৰ ধৈৰ্যও আছিল অসাধাৰণ। টমাছে বাৰ বছৰ বয়সতে 'ডিক্লাইন এণ্ড ফল অব দ্য ৰোমান এম্পায়াৰ' পঢ়ি শেষ কৰাটো যিমান আঁচৰিত কথা আছিল তাতোকৈ অনেকগুণে বেছি আচৰিত কথা আছিল ৰবাৰ্ট বাৰ্টনৰ (১৫৭৭-১৬৪০) 'এনাটমি অব মেলান্‌কলি' নামৰ কিতাপখন পঢ়াটো। ৰবাৰ্ট বাৰ্টন আছিল এজন পণ্ডিত আৰু ধৰ্মযাজক। কোনো মানুহৰ চিৰস্থায়ী বিষাদগ্ৰস্ততাৰ কাৰণ আৰু মনৰ ওপৰত তাৰ প্ৰভাৱ বিশ্লেষণ কৰি লিখা এই কিতাপখন বহুতো বয়সীয়া শিক্ষিত মানুহেও বুজিবলৈ টান পায়। তেনেস্থলত এনে এখন কঠিন কিতাপ টমাছে পঢ়ি শেষ কৰিছিল বাৰ বছৰ বয়সতে।

টমাছে বাল্যকালতেই কিতাপ পঢ়াৰ অভ্যাস আয়ত্ত কৰি লোৱাৰ ফলত সেই অভ্যাস তেওঁৰ গোটেই জীৱনতে থাকি গ'ল। তেওঁ যে পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ উদ্ভাৱক হ'ব পাৰিছিল তাৰ মূলতেও বহু পৰিমাণে আছিল তেওঁৰ কিতাপ পঢ়াৰ অভ্যাস। তেওঁ নিজেই কৈ গৈছে— 'মই যেতিয়া কিবা এটা বস্তু আৱিষ্কাৰ বা উদ্ভাৱন কৰিব খোজো, তেতিয়া সেই বিষয়ে অতীতত কোনে কি কাম কৰিছিল তাৰ বিৱৰণ থকা সকলো কিতাপ মই কামটোত হাত দিয়াৰ আগতেই পঢ়ি লওঁ। মোৰ পুথিভঁৰালত থকা সকলো কিতাপ কেৱল সেই উদ্দেশ্যেই সংগ্ৰহ কৰা হৈছিল।'

# টমাছৰ অন্তহীন কৌতূহল

বাৰ বছৰ বয়সতে টমাছে যিবোৰ কিতাপ পঢ়ি শেষ কৰিছিল সেইবোৰৰ ভিতৰত এখন আছিল The Dictionary of Science অৰ্থাৎ 'বিজ্ঞানৰ অভিধান'। কিন্তু বিজ্ঞানৰ বিষয়ে কেৱল পঢ়িয়েই তেওঁ ক্ষান্ত হৈ থাকিব নোৱাৰিছিল। সকলো কথা নিজে পৰীক্ষা কৰি তাৰ সত্যাসত্য নজনালৈকে তেওঁ শান্তি নাপাইছিল। ইন্ধন পুৰি শেষ হ'লে আকাশৰ তৰাবোৰ এদিন চিৰকালৰ কাৰণে নুমাই যাবনে নাযায় সেই কথা পৰীক্ষা কৰি চাবলৈ তেওঁ কেনেকৈ খেৰৰ দ'মত জুই লগাই দিছিল সেই কথা ইয়াৰ আগৰ অধ্যায়তে কৈ অহা হৈছে। কৌতূহল আছিল টমাছৰ স্বভাৱৰ প্ৰধান বৈশিষ্ট। শেষ পৰ্যন্ত এই অন্তহীন কৌতূহলেই তেওঁক পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ উদ্ভাৱকত পৰিণত কৰিছিল।

টমাছহঁতৰ ঘৰৰ সমুখত এখন ডাঙৰ ফুলৰ বাগিচা আছিল। বাগিচাখনলৈ নানা জাতৰ চৰাই অহা-যোৱা কৰে। টমাছে চৰাইবোৰলৈ চাই চাই মনে মনে ভাবে— 'মানুহেও যদি চৰাইৰ নিচিনাকৈ উৰিব পাৰিলেহেঁতেন তেন্তে কিমান ভাল কথা হ'লহেঁতেন! তেতিয়াহ'লে মানুহেও চৰাইৰ নিচিনাকৈ ইঠাইৰ পৰা সিঠাইলৈ ভুৰুংকৈ উৰি যাব পাৰিলেহেঁতেন।'

এইখিনিতে এটা কথা কোৱা দৰকাৰ যে চৰাইৰ নিচিনাকৈ উৰি ফুৰাৰ ইচ্ছা কেৱল টমাছ আলভা এডিছনৰ মনতহে প্ৰথম হৈছিল এনে নহয়। জীৱনৰ কোনোবা নহয় কোনোবা এটা সময়ত প্ৰত্যেক মানুহৰ মনতেই এনে এটা ইচ্ছাৰ উদয় হয়। হাজাৰ হাজাৰ বছৰ ধৰি মানুহে চৰাইৰ নিচিনাকৈ উৰাৰ সপোন দেখি আহিছে। ভাৰতৰ মহাকাব্য ৰামায়ণ আৰু মহাভাৰতত যিবোৰ আকাশী ৰথৰ কথা পঢ়িবলৈ পাওঁ সেইবোৰো আচলতে এই সপোনক দিঠকত পৰিণত কৰাৰ কল্পনাৰ বাহিৰে আন একো নহয়। প্ৰাচীন গ্ৰীক পুৰাণতো এনে এটা কাহিনী পঢ়িবলৈ পোৱা যায়। অতি প্ৰাচীন কালত গ্ৰীচ দেশত দিদেলাছ নামৰ এজন কাৰিকৰ আৰু উদ্ভাৱক আছিল। ক্ৰীট দ্বীপৰ ৰজা মিনোছৰ অনুৰোধ ৰক্ষা কৰি তেওঁ ৰজাৰ কাৰণে এটা তলাতল কাৰেং সাজি দিলে। কাৰেংটো সাজি শেষ হোৱাৰ পিছত ৰজাই দিদেলাছক স্বদেশলৈ ঘূৰি যাবলৈ অনুমতি নিদি নিজৰ ৰাজ্যতে বন্দী কৰি ৰাখিলে। দিদেলাছৰ লগত তেওঁৰ পুতেক ইকেৰাছো আছিল। দিদেলাছে চিন্তা কৰি দেখিলে— পলাই যোৱাৰ এটাই মাত্ৰ উপায় আছে; সেইটো হ'ল চৰাইৰ নিচিনাকৈ আকাশেদি উৰি যোৱা। তেওঁ নিজৰ কাৰণে দুখন আৰু পুতেকৰ কাৰণে দুখন— মুঠতে চাৰিখন চৰাইৰ ডেউকাৰ নিচিনা ডেউকা সাজিলে। মম গলাই আঠা হিচাপে ব্যৱহাৰ কৰি তেওঁলোকে ডেউকাকেইখন নিজৰ গাত লগাই লৈ চৰাইৰ নিচিনাকৈ আকাশলৈ উৰা মাৰিলে। কিন্তু ইকেৰাছে ইমান ওপৰলৈ উৰা মাৰিলে যে সূৰ্যৰ তাপত মম গলি তেওঁৰ ডেউকা দুখন গাৰ পৰা খহি পৰিল। ফলত তেওঁ সাগৰত পৰি মৰি থাকিল। কিন্তু দিদেলাছে উৰি গৈ চিচিলি দ্বীপত অৱতৰণ কৰি নিজৰ প্ৰাণ ৰক্ষা কৰিলে।

হাজাৰ হাজাৰ বছৰ ধৰি মানুহে কেনেকৈ চৰাইৰ নিচিনাকৈ উৰি ফুৰাৰ সপোন দেখি আহিছিল, আৰু অৱশেষত কেনেকৈ এদিন সেই সপোন দিঠকত পৰিণত হ'ল— সেই কথা অতি মনোৰম ভাষাত বৰ্ণনা কৰি উইল ডুৰাণ্ট নামৰ এজন পণ্ডিতে লিখিছে— তিনিহাজাৰ বছৰৰ আগতে দিদেলাছ নামৰ এজন মানুহে ভাবিছিল যে মানুহে চৰাইৰ নিচিনাকৈ উৰিব পাৰিব। মানুহে ব্যৱহাৰ কৰিবৰ কাৰণে তেওঁ দুখন ডেউকা

সাজি উলিয়ালে। তেওঁৰ পুতেক ইকেৰাছ সেই ডেউকাৰ সহায়েৰে উৰিবলৈ গৈ সাগৰত পৰি মৰিল।

কিন্তু সেই বুলি জীৱন নিৰাশ বা হতোদ্যম নহ'ল। মানুহে এদিন চৰাইৰ দৰে আকাশত উৰিব পাৰিবই— এই স্বপ্ন সি বুকুৰ মাজত বহন কৰি লৈ ফুৰিল।

ত্ৰিশ পুৰুষৰ পিছত লিওনাৰ্ডো দ্য ভিঞ্চিয়ে (১৪৫২-১৫১৯) এটা উৰিব পৰা যন্ত্ৰৰ কেতবোৰ ছবি আঁকি উলিয়ালে। ছবিবোৰ ইমান সুন্দৰ আছিল যে সেইবোৰত চকু পৰিলেই বুকুৰ মাজত এটা যন্ত্ৰণা অনুভৱ হয়। ছবিবোৰ আঁকা শেষ কৰি তেওঁ নিজৰ টোকাবহীত এটা সৰু বাক্য লিখিলে— 'মই মানুহৰ কাৰণে ডেউকা সাজিম।' কিন্তু লিওনাৰ্ডো সপোন নফলিয়ালে। মানুহে উৰি ফুৰা দেখিবলৈ পোৱাৰ আগতেই তেওঁৰ মৃত্যু হ'ল।

কিন্তু জীৱনে তাৰ স্বপ্ন বুকুৰ মাজত বহন কৰি লৈ ফুৰিল।

আৰু কে'বা পুৰুষ পাৰ হৈ গ'ল। মানুহে ভাবিবলৈ ধৰিলে যে মানুহৰ পক্ষে উৰা সম্ভৱ নহয়, কাৰণ সেইটো ঈশ্বৰৰ ইচ্ছা নহয়।

কিন্তু মানুহে এদিন সঁচাকৈয়ে আকাশলৈ উৰা মাৰিলে।

জীৱন তাকেই বোলে— 'যি এবাৰৰ বাবেও হতাশ বা ভগ্নোদ্যম নহৈ তিনি হাজাৰ বছৰ ধৰি একেটা উদ্দেশ্যতে লাগি থাকিব পাৰে।'

আকৌ টমাছৰ কথালৈ ঘূৰি অহা যাওক।

চৰাইবোৰলৈ চাই চাই টমাছে ভাবে— 'ময়ো যদি চৰাইৰ নিচিনাকৈ উৰিব পাৰিলোহেঁতেন!' কিন্তু কেৱল চৰাইৰ নিচিনাকৈ উৰিবলৈ ইচ্ছা কৰিয়েই ক্ষান্ত হৈ নাথাকি অকণমানি ল'ৰাটোৱে চিন্তা কৰিবলৈ আৰম্ভ কৰিলে— 'মানুহে উৰিব নোৱাৰে, কিন্তু চৰাইয়ে পাৰে। চৰাইয়ে উৰিব পৰাৰ নিশ্চয় কিবা এটা ৰহস্য আছে। সেই ৰহস্যটো জানিব পাৰিলেই ময়ো নিশ্চয় চৰাইৰ নিচিনাকৈ উৰিব পাৰিম।'

টমাছে বহুদিন ধৰি চৰাইয়ে কি খায়, কি কৰে— সেইবোৰ কথা পৰ্যবেক্ষণ কৰিবলৈ ধৰিলে। তাকে কৰি থাকোতে তেওঁৰ চকুত পৰিল যে চৰাইবোৰে মাটিত বা গছত বগাই ফুৰা পোক-পৰুৱাবোৰ আহাৰ হিচাপে খায়। মানুহেতো পোক-পৰুৱা নাখায়; অথচ চৰাইয়ে খায়। ইয়াৰ পৰা টমাছ এই সিদ্ধান্তলৈ আহিল যে পোক-পৰুৱা খায় কাৰণেই চৰাইয়ে উৰিব পাৰে। তেন্তে পোক-পৰুৱা খালে মানুহেও চৰাইৰ নিচিনাকৈ উৰিব পাৰিব!

টমাছৰ মনলৈ কিবা এটা ধাৰণা অহাৰ লগে লগে তাক পৰীক্ষা কৰি নোচোৱালৈকে তেওঁ শান্ত নাপায়। পোক-পৰুৱা খালে চৰাইৰ নিচিনাকৈ উৰিব পাৰি নে নোৱাৰি সেই কথা পৰীক্ষা কৰি চাবলৈ তেওঁ মন কৰিলে।

এদিন টমাছে বাৰী চলাথ কৰি কিছুমান পোক-পৰুৱা বুটলি আনিলে। ঘৰৰ আন কোনো মানুহে নেদেখাকৈ সেইবোৰ পটাত পিহি পিঠা কৰিলে আৰু পানীৰ লগত মিহলাই তাৰে এগিলাচ চৰ্পত কৰিলে। নিজ হাতে কৰা পোক-পৰুৱাৰ চৰ্পত গিলাচ খাবলৈ টমাছৰ বোধহয় ঘিণ লাগিছিল; সেই কাৰণে ঘৰৰ লিগিৰীজনীক তেওঁ গিনিপিগ হিচাপে ব্যৱহাৰ কৰিবলৈ ঠিক কৰিলে। চৰ্পত গিলাচ খোৱাৰ পিছত যদি লিগিৰীজনীয়ে চৰাইৰ নিচিনাকৈ উৰিব পাৰে তেতিয়াহ'লে তেওঁৰ অনুমান সঁচা বুলি প্ৰমাণিত হ'ব।

লিগিৰীজনীয়ে স্বাভাৱিকতেই চৰ্পত গিলাচ খাব নুখুজিছিল। তাৰ ৰং দেখি বা গোন্ধ পায়েই চেওঁ চৰ্পত

গিলাচ খাবলৈ অনিচ্ছা কৰিছিল। কিন্তু অৱশেষত যে টমাছে চৰ্পতখিনি খাবলৈ লিগিৰীজনীক ৰাজী কৰাব পাৰিলে তাৰ পৰাই বুজা যায় যে টমাছৰ কথাৰে মানুহক মুহিব পৰা ক্ষমতাও আছিল অসাধাৰণ। সি যি কি নহওক, লিগিৰীজনীয়ে চৰ্পতখিনি খালে, আৰু খোৱাৰ লগে লগে গোটেইবোৰ বমি হৈ বাহিৰ হৈ আহিল। বমিৰ প্ৰকোপত লিগিৰীজনীৰ পেটৰ নাড়ী-ভুঁৰু পৰ্যন্ত বাহিৰ হৈ অহাৰ উপক্ৰম হ'ল। ঘৰখনত হুলস্থুল লাগিল। টমাছে গোটেইবোৰ কথা মাকৰ আগত সৈ কাঢ়িলে।

টমাছে চৰাইৰ নিচিনাকৈ উৰিবলৈ কৰা চেষ্টা ব্যৰ্থ হ'ল। কিন্তু সেই বুলিয়েই তেওঁ নতুন নতুন পৰীক্ষা নকৰাকৈ বা মনৰ পৰা সকলো কৌতূহল বিসৰ্জন দি হাত সাবটি বহি থাকিব পাৰেনে? টমাছ আলভা এডিছনৰ যিটো আৱিষ্কাৰে তেওঁক অমৰ কৰিছে, যিটো আৱিষ্কাৰে গোটেই পৃথিৱীখনকে চিনিব নোৱৰাকৈ সলনি কৰি পেলালে, যিটো আৱিষ্কাৰৰ কাহিনী আমি এই কিতাপখনৰ পিছৰ এটা অধ্যায়ত সবিস্তাৰে ক'ম, সেই আৱিষ্কাৰটো কৰিবলৈ চেষ্টা কৰি থকাৰ সময়ত তেওঁ যোল্লশটা বিভিন্ন পৰীক্ষা কৰিবলগীয়া হৈছিল, আৰু প্ৰত্যেকটো পৰীক্ষাই ব্যৰ্থ হৈছিল। সেই সময়ত তেওঁৰ এজন বন্ধুৱে তেওঁক ঠাট্টা কৰি কৈছিল— 'তুমি যিটো বস্তু আৱিষ্কাৰ কৰিব খুজিছা সেইটো হাজাৰ হাজাৰ বাৰ পৰীক্ষা কৰিও আৱিষ্কাৰ কৰিব নোৱাৰিলা। তোমাৰ লাজ লগা নাইনে?' টমাছে হাঁহি মাৰি নম্ৰভাৱে উত্তৰ দিছিল— 'মোৰ লাজ লাগিব কিয় ভাই? মইতো অন্ততঃ এটা কথা প্ৰমাণ কৰিব পাৰিলো যে মই যিটো বস্তু আৱিষ্কাৰ কৰিব খুজিছো তাৰ কাৰণে মই ইতিমধ্যে কৰা হাজাৰ হাজাৰ পৰীক্ষা যথেষ্ট নহয়। সেইটোও জানো এটা কৃতিত্ব নহয়?'

পৰাজয়ৰ ওচৰত পৰাজয় স্বীকাৰ কৰিব নোখোজা টমাছ আলভা এডিছনৰ আটাইতকৈ ডাঙৰ গুণ আছিল তেওঁৰ অসীম ধৈৰ্য আৰু অপৰাজেয় আশাবাদ। সকলো মানুহ কেৱল চেষ্টাৰ জোৰতে টমাছ আলভা এডিছনৰ নিচিনা এজন প্ৰতিভাবান আৱিষ্কাৰক হ'ব নোৱাৰিব পাৰে। কিন্তু জীৱনৰ সৰু-বৰ যি কোনো কৰ্মক্ষেত্ৰতে কৃতকাৰ্য হ'বলৈ হ'লে মানুহে ধৈৰ্য-গুণ আৰু আশাবাদী মনোভাৱ আয়ত্ত কৰিবই লাগিব। এইটোৱেই হ'ল টমাছ আলভা এডিছনৰ জীৱনৰ পৰা আমি পাব পৰা আটাইতকৈ ডাঙৰ শিক্ষা।

ধৈৰ্য আৰু আশাবাদৰ উপৰিও টমাছৰ স্বভাৱত আৰু এটা গুণ খুব বেছি পৰিমাণে আছিল— যিটো গুণে মানুহক ইতৰ প্ৰাণীৰ পৰা পৃথক কৰিছে; মানুহক মানুহ কৰিছে। সেই গুণটো হ'ল কৌতূহল। ইতৰ প্ৰাণীয়ে কোনো বস্তু বা ঘটনাৰ প্ৰতি কোনো ধৰণৰ কৌতূহল অনুভৱ নকৰে। ৰাতিৰ আকাশত তৰাবোৰ দেখি ইতৰ প্ৰাণীয়ে প্ৰশ্ন নকৰে— দিনত আমি তৰাবোৰ নেদেখো কয়? গছৰ পৰা আপেল এটা সৰি পৰা দেখিলে ইতৰ প্ৰাণীয়ে প্ৰশ্ন নকৰে— আপেলটো আকাশৰ ফালে উৰি নগৈ মাটিলৈ সৰি পৰিল কিয়? আহাৰ হজম নহ'লে বা কিবা কাৰণত শৰীৰত কষ্ট অনুভৱ হ'লে ইতৰ প্ৰাণীয়ে প্ৰশ্ন নকৰে— এইটো কিয় হৈছে? ইয়াৰ কিবা প্ৰতিকাৰ আছেনে? লগৰ এটা প্ৰাণী মৰা দেখিলে ইতৰ প্ৰাণীৰ মনত কেতিয়াও এনে এটা প্ৰশ্নৰ উদয় নহয়— মৃত্যুতেই জীৱনৰ শেষ হয়, নে ইয়াৰ পিছতো কিবা থাকে? মৃত্যুতেই যদি চিৰকালৰ কাৰণে সকলো শেষ হৈ যায়, তেন্তে জীৱনৰ অৰ্থ কি? উদ্দেশ্য কি?

ইতৰ প্ৰাণীয়ে কেতিয়াও একো প্ৰশ্ন নকৰে, কাৰণ সি কোনো বস্তু বা ঘটনাৰ প্ৰতি কৌতূহল অনুভৱ নকৰে। সেই কাৰণেই সিহঁত লক্ষ-কোটি বছৰ ধৰি একে অৱস্থাতে আছে আৰু ভৱিষ্যতেও থাকিব। কিন্তু মানুহে প্ৰশ্ন কৰে, প্ৰশ্নৰ উত্তৰ বিচাৰে, আৰু সেই উত্তৰৰ সমষ্টিয়েই হ'ল মানুহৰ জ্ঞান-ভাণ্ডাৰ। অৰ্থাৎ কৌতূহলেই হ'ল জ্ঞানৰ আৰম্ভণি। সেই জ্ঞানৰ সহায়েৰেই মানুহে খাপে খাপে উন্নতিৰ জখলাত ওপৰলৈ উঠি গৈ আছে। সেই কাৰণে কোনো ধৰণৰ কৌতূহল নথকা মানুহক প্ৰকৃত অৰ্থত মানুহ বুলি ক'ব নোৱাৰি। সৰ্বকালৰ এজন শ্ৰেষ্ঠ বৈজ্ঞানিক আলবাৰ্ট আইনষ্টাইনে কৈছে— "প্ৰশ্ন কৰিবলৈ নেৰাটোৱেই

হ'ল আটাইতকৈ গুৰুত্বপূৰ্ণ কথা। মানুহে কৌতূহল অনুভৱ কৰিবৰ কাৰণে আন কোনো কাৰণ থকাৰ দৰকাৰ নাই; কৌতূহল নিজেই জীৱনৰ এটা মহৎ উদ্দেশ্য। মানুহে যেতিয়া জীৱন, বিশ্ব-চৰাচৰ আৰু অনন্তৰ বিষয়ে চিন্তা কৰে, তেতিয়া তেওঁ পৰম বিস্ময়ত অভিভূত নোহোৱাকৈ থাকিব নোৱাৰে। মানুহে যদি প্ৰত্যেক দিনে এইবোৰৰ বিষয়ে মাত্ৰ অলপ সময়ৰ কাৰণেও চিন্তা কৰে তেন্তে সিয়েই যথেষ্ট। এই পবিত্ৰ কৌতূহল মানুহৰ জীৱনৰ চিৰ-লগৰীয়া হোৱা উচিত।'

মানুহৰ স্বভাৱত আন সকলো গুণ বা বৈশিষ্ট্যৰ দৰেই কৌতূহলো সকলোৰে সমানে নাথাকে। কাৰোবাৰ বেছি থাকে, কাৰোবাৰ কম থাকে। টমাছ আলভা এডিছনৰ কৌতূহল আছিল সৰ্বসাধাৰণ মানুহতকৈ হাজাৰগুণে বেছি— যিটো কাৰণে তেওঁ পৃথিৱীৰ আটাইতকৈ ডাঙৰ আৱিষ্কাৰক বা উদ্ভাৱক হ'ব পাৰিছিল।

বালক টমাছে চৰাইৰ নিচিনাকৈ উৰিবলৈ কৰা চেষ্টা ব্যৰ্থ হ'ল। ইয়াৰ পিছত আন এটা কথাই তেওঁৰ মনোযোগ আকৰ্ষণ কৰিলে। এইবাৰো তেওঁৰ মনোযোগৰ কেন্দ্ৰ হ'ল চৰাই।

কুকুৰা ৰখা ঘৰটোৰ পৰা এদিন ৰাতিপুৱা এজনী কুকুৰা ওলাই অহাৰ লগে লগে কে'বাটাও কণ কণ কুকুৰা পোৱালিও তাইৰ পিছে পিছে ওলাই আহিল। সিহঁত কণীৰ পৰা ওলোৱাৰ বেছি সময় হোৱা নাই। খোজবোৰ এতিয়াও থৰক বৰক হৈয়েই আছে। কুকুৰা পোৱালিকেইটাৰ ওপৰত চকু পৰাৰ লগে লগে টমাছৰ মনত প্ৰশ্নৰ উদয় হ'ল— 'এই কুকুৰা পোৱালিবোৰ ক'ৰ পৰা আহিল? মইতো সিহঁতক আগতে ক'তো দেখা নাছিলো?'

মনত প্ৰশ্নৰ উদয় হ'লে লগে লগে তাৰ উত্তৰো বিচাৰিবই লাগিব। সেইটোৱেই হ'ল টমাছৰ ধৰ্ম। তেওঁ দৌৰি গৈ মাকক সুধিলে— 'মা, এই কুকুৰা পোৱালিকেইটাক মই আগতে ক'তো দেখা নাছিলো; সিহঁত ক'ৰ পৰা আহিল?'

মাকে উত্তৰ দিলে— 'সিহঁত ইমানদিনে কণী হৈ আছিল। মাকে কণীত উমনি দিয়াৰ ফলত সিহঁত কুকুৰা পোৱালি হ'ল। এতিয়া কণীৰ চোকোৰা ভাঙি সিহঁত ওলাই আহিছে।'

মাকৰ কথা শুনি টমাছ অতি আচৰিত হ'ল। সিজাই বা ভাজি যিবোৰ কণী সদায় খোৱা হয়, উমনি দিলে সেইবোৰ কণীয়েই কুকুৰা পোৱালি হয়! কিন্তু উমনি কোনে দিয়ে আৰু কেনেকৈ দিয়ে? কুকুৰাৰ কণী কেনেকৈ উমনি দিয়ে সেই কথা টমাছৰ মাকে সদায় দেখিয়েই আহিছে। গতিকে পুতেকৰ প্ৰশ্নৰ উত্তৰ দিয়াটো তেওঁৰ পক্ষে বিশেষ টান কথা নহ'ল। ঘৰখনৰ এশ-এবুৰি কামে তেওঁৰ কাৰণে অপেক্ষা কৰি আছে; লৰা-লৰিকৈ টমাছৰ প্ৰশ্নৰ উত্তৰ দিয়েই তেওঁ আকৌ নিজৰ কামত লাগিল।

টমাছে মাকৰ কথাবোৰ মনোযোগ দি মনে মনে শুনিলে, কিন্তু নিজে মুখেৰে একো নক'লে।

প্ৰায় এঘণ্টামানৰ পিছৰ কথা। মাকে নিজৰ কাম শেষ কৰি টমাছৰ খবৰ ল'লে। টমাছক কে'বাবাৰো চিঞৰি মাতিও যেতিয়া মাকে তেওঁৰ পৰা কোনো উত্তৰ নাপালে, তেতিয়া তেওঁ গোটেই ঘৰখন চলাথ কৰি টমাছক বিচাৰিবলৈ ধৰিলে। টমাছক ক'তো দেখা নগ'ল। ঘৰখনৰ কাকো একো নকৈ টমাছ ক'লৈ যাব পাৰে বুলি চিন্তা কৰি ঘৰত হুৱা-দুৱা লাগিল। চুবুৰিৰ আটাইকেইটা ঘৰত খবৰ কৰিও টমাছৰ একো উৱাদিহ পোৱা নগ'ল।

চুবুৰিটোৰ এঘৰ মানুহৰ ইজাবেল নামৰ এজনী ছোৱালী আছিল টমাছৰ পৰম বন্ধু। টমাছে একমাত্ৰ তাইকেই মনৰ সকলো কথা খুলি কয়। টমাছৰ মাক-দেউতাকৰ নিচিনাকৈ ইছাবেলেও টমাছৰ অসংখ্য প্ৰশ্নৰ উত্তৰ দিব লগা হয় বা দিবলৈ চেষ্টা কৰিব লগা হয়। ইছাবেলে যেতিয়া জানিব পাৰিলে যে টমাছ হঠাৎ এনেকৈ নিৰুদ্দেশ হোৱাৰ মাত্ৰ এঘণ্টা মানৰ আগতে কুকুৰাই কেনেকৈ কণী উমনি দিয়ে সেই কথা তেওঁ মাকৰ পৰা জানিবলৈ বিচাৰিছিল— তেতিয়া টমাছক ক'ত বিচাৰিব লাগিব সেই কথা অনুমান কৰিবলৈ

ইছাবেলৰ এটা মুহূৰ্তও নালাগিল। কাকো একো নকৈ ইছাবেলে টমাছহঁতৰ কুকুৰা ঘৰৰ ফালে ঢাপলি মেলিলে। অলপ সময়ৰ পিছতেই ইছাবেলৰ উত্তেজিত চিঞৰ শুনা গ'ল— 'টমাছ ক'ত থাকিব পাৰে মই ঠিক জানিছিলো। আহাঁচোন আহাঁ, টমাছে কি কৰি আছে চোৱাহি।'

ইছাবেলৰ চিঞৰ অনুসৰণ কৰি টমাছৰ মাক, ভায়েক-ভনীয়েক আৰু ওচৰ-চুবুৰীয়া মানুহৰ কৌতূহলী সৰু দলটো কুকুৰা-ঘৰলৈ দৌৰি গ'ল। তাত তেওঁলোকে কি দেখিলে? দেখিলে— এটা ডাঙৰ খৰাহিৰ ওপৰত টমাছে নিজৰ গাটো অকণো কাতি-কুতা নকৰাকৈ গম্ভীৰ হৈ বহি আছে।

মাকে আচৰিত হৈ সুধিলে— 'তুমি ইয়াত কি কৰিছা? খৰাহিটোৰ ওপৰত এনেকৈ বহি আছা কিয়?'

টমাছে গম্ভীৰ মুখেৰে উত্তৰ দিলে— 'মই কণী উমনি দিছো। তুমি দেখোন কৈছিলা— উমনি দিলে কণীৰ পৰা কুকুৰা পোৱালি ওলায়। মই এঘণ্টাতকৈ বেছি সময় উমনি দিছো— কিন্তু ক'তা— এটাও কুকুৰা পোৱালি ওলোৱা নাই।'

টমাছৰ কথা শুনি মাক সেইফালেই থৰ লাগিল। হাঁহিবই নে কান্দিবই তেওঁ একো ঠিক কৰিব নোৱৰা হ'ল। কণীৰ পৰা কুকুৰা পোৱালি নোলাল হয়; কিন্তু টমাছ খৰাহিটোৰ পৰা উঠি থিয় হোৱাৰ লগে লগেই দেখা গ'ল যে তেওঁৰ গাৰ ভৰত আটাইবোৰ কণী ভাগি চুচুৰ্মৈ হ'ল।

# টমাছ্ ৰেলগাড়ীৰ ফেৰিৱালা হ'ল

ইয়াৰ আগৰ এটা অধ্যায়তেই কৈ অহা হৈছে যে টমাছে কিতাপ পঢ়ি খুব ভাল পাইছিল, আৰু বাৰ বছৰ বয়স পূৰ নৌ হওঁতেই তেওঁ এড্‌ৱাৰ্ড গিবনৰ 'ডিক্লাইন এণ্ড ফল অব দ্য ৰোমান এম্পায়াৰ' আৰু ৰবাৰ্ট বাৰ্টনৰ 'এনাটমি অব মেলান্‌কলি' আদি কেৱল বয়সীয়া মানুহে পঢ়িব পৰা কিতাপবোৰ পঢ়ি শেষ কৰিছিল। কিন্তু যিজন ল'ৰা পিছলৈ বিশ্ববিখ্যাত বিজ্ঞানী আৰু উদ্ভাৱক ৰূপে পৰিচিত হ'ব, তেওঁ বাল্যকালতেই বিজ্ঞানৰ প্ৰতি আকৃষ্ট নোহোৱাটো অতি আচৰিত আৰু অস্বাভাৱিক কথা নহ'বনে?

ওপৰত উল্লেখ কৰা কিতাপবোৰৰ লগতে তেওঁ আৰু এখন কিতাপ অতি মনোযোগ দি পঢ়ি শেষ কৰিছিল। কিতাপখনৰ নাম আছিল Dictionary of Science, অৰ্থাৎ বিজ্ঞানৰ অভিধান। কিন্তু বিজ্ঞানৰ কথাবোৰ কেৱল কিতাপত পঢ়িয়েই টমাছ্ সন্তুষ্ট হৈ থাকিব নোৱাৰিছিল। প্ৰতিটো কথাকে নিজে পৰীক্ষা কৰি তাৰ সত্যাসত্য জানিবলৈ বা তাৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ তেওঁৰ মনত আছিল অন্তহীন কৌতূহল। টমাছে বিজ্ঞানৰ অভিধানৰ বাহিৰেও বিজ্ঞানৰ অন্যান্য কিতাপ পঢ়ি যিবোৰ কথা শিকিলে সেইবোৰ নিজে পৰীক্ষা কৰি চাবলৈ তেওঁৰ মন গ'ল। কিন্তু তাৰ কাৰণে লাগে এটা গৱেষণাগাৰ; লগতে নানাবিধৰ যন্ত্ৰপাতি আৰু কিতাপ। ইমানবোৰ বস্তু আৰু কিতাপ কিনিবলৈ তেওঁ ধন পাব ক'ৰ পৰা? আন ল'ৰা হোৱা হ'লে মাক-দেউতাকক কুতুৰি কুতুৰি ধন আদায় কৰিবলৈ চেষ্টা কৰিলেহেঁতেন। কিন্তু টমাছৰ মানসিকতা আছিল সম্পূৰ্ণ বেলেগ ধৰণৰ। ধনৰ প্ৰয়োজন অনুভৱ কৰা মাত্ৰকতে তেওঁ ধন ঘটাৰ উপায়ো চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। অৱশেষত তেওঁ ঠিক কৰিলে যে গৱেষণাগাৰ স্থাপনৰ কাৰণে প্ৰয়োজন হোৱা আটাইখিনি ধন তেওঁ নিজে ব্যৱসায় কৰি উপাৰ্জন কৰিব।

তেতিয়া টমাছৰ বয়স হৈছিল মাত্ৰ বাৰ বছৰ।

টমাছহঁতৰ পৰিয়ালটো যেতিয়া অহায়ো চহৰ এৰি থৈ প'ৰ্ট হুৰনত স্থায়ীভাৱে বসতি কৰিবলৈ আহে, তেতিয়া টমাছৰ বয়স আছিল সাত বছৰ। সেই সময়ত প'ৰ্ট হুৰনৰ পৰা ডেট্ৰইট নামৰ চহৰলৈ ৰেলগাড়ী চলিবলৈ আৰম্ভ কৰিছিল। প'ৰ্ট হুৰনৰ ৰেল ষ্টেশ্যনটো আছিল ল'ৰা-ছোৱালীবোৰৰ আকৰ্ষণৰ এটা প্ৰধান কেন্দ্ৰবিন্দু। টমাছেও সময় পালেই ৰেল ষ্টেশ্যনলৈ গৈ তাৰ বিচিত্ৰ কৰ্ম-ব্যস্ততাৰ দৃশ্য চাই খুব ভাল পাইছিল। কিন্তু তেওঁক আটাইতকৈ বেছিকৈ আকৰ্ষণ কৰিছিল ৰেলগাড়ীখনৰ টেলিগ্ৰাফ থকা কেবিনটোৱে। টমাছহঁতৰ পৰিয়ালটো প'ৰ্ট হুৰনলৈ আহিছিল ১৮৫৪ খ্ৰীষ্টাব্দত। তাৰ মাত্ৰ দহ বছৰৰ আগতেহে, অৰ্থাৎ ১৮৪৪ খ্ৰীষ্টাব্দত, ছেমুৱেল মৰ্ছে উদ্ভাৱন কৰা টেলিগ্ৰাফৰ ব্যৱহাৰ আৰম্ভ হৈছিল। টমাছে ইতিমধ্যে কিতাপত টেলিগ্ৰাফৰ বিষয়ে পঢ়িছিল আৰু সেই বিদ্যাটো শিকিবলৈ তেওঁৰ মনত প্ৰবল হাবিয়াস হৈছিল। সেই কাৰণে ৰেল ষ্টেশ্যনলৈ গৈ তেওঁ সদায় টেলিগ্ৰাফ থকা কেবিনটো জুমি জুমি চাইছিল। কিন্তু টেলিগ্ৰাফৰ বিদ্যাটো শিকিবলৈ তেওঁ কোনো উপায় বিচাৰি পোৱা নাছিল।

টেলিগ্ৰাফি শিকিবলৈ সুযোগ নাপালেও টমাছে এদিন ৰেল ষ্টেশ্যনতে ধন ঘটাৰ এটা উপায় বিচাৰি পালে। প্ৰায়েই যোৱাৰ দৰে তেওঁ সেইদিনাও ৰেল ষ্টেশ্যনলৈ গৈছিল। ষ্টেশ্যন গৈ পোৱাৰ লগে লগে তেওঁৰ চকু গ'ল ষ্টেশ্যন মাষ্টৰৰ কোঠাটোৰ বেৰত আঠা লগাই থোৱা এখন জাননীলৈ। কৌতূহলৰ বশৱৰ্তী হৈ তেওঁ

কোঠাটোৰ ওচৰলৈ গৈ জাননীখন পঢ়িলে, আৰু লগে লগে তেওঁৰ সমুখত মুকলি হ'ল জীৱনৰ এটা নতুন পথ।

জাননীখনত লেখা আছিল 'প'ৰ্ট হুৰন আৰু ডেট্ৰইটৰ মাজত চলা ৰেলগাড়ীত যাত্ৰীসকলক খোৱা বস্তু বেচিবলৈ মাত্ৰ কেইজনমান বছা বছা লোকক অনুমতি-পত্ৰ দিয়া হ'ব। ইচ্ছুক প্ৰাৰ্থীসকলে প্ৰমাণ-পত্ৰসহ আবেদন কৰিব পাৰে।'

বাৰ বছৰীয়া টমাছে ভাবিলে যে তেওঁৰ গৱেষণাগাৰৰ কাৰণে প্ৰয়োজনীয় ধন ঘটিবলৈ এইটো এটা সোণালী সুযোগ। অকণো সময় নষ্ট নকৰি তেওঁ ততালিকে ফেৰিৱালাৰ অনুমতি-পত্ৰৰ কাৰণে আবেদন কৰিলে। কিন্তু এইখিনিতে এটা সমস্যাই দেখা দিলে। আবেদন-পত্ৰত তেওঁ নিজৰ বয়সৰ উল্লেখ কৰিব লগা হৈছিল। এটা বাৰ বছৰীয়া সৰু ল'ৰাক ভেণ্ডৰৰ অনুমতি-পত্ৰ দিবলৈ ৰেলৰ কৰ্তৃপক্ষ ৰাজী নহ'ল। কিন্তু টমাছো সহজে হাৰ মনা ভকত নহয়। তেওঁ নিজে গৈ বিষয়াসকলক দেখা কৰিলে আৰু কথাৰে এনেকৈ তেওঁলোকৰ মন মুহিলে যে অৱশেষত টমাছক অনুমতি-পত্ৰ দিবলৈ তেওঁলোক বাধ্য হ'ল।

এনেকৈ মাত্ৰ বাৰ বছৰ বয়সতে টমাছ এজন ব্যৱসায়ী হ'ল। ৰেলগাড়ীখন প'ৰ্ট হুৰন এৰে ৰাতিপুৱা সাত বজাত, ডেট্ৰইটৰ পৰা প'ৰ্ট হুৰনলৈ উভতনি - যাত্ৰা আৰম্ভ কৰে ৰাতি চাৰে ন বজাত। অৰ্থাৎ বাৰ বছৰীয়া অকণমানি ল'ৰাটোৱে ৰাতিপুৱা সাত বজাৰ পৰা ৰাতি চাৰে নবজালৈ প্ৰায় চৈধ্য ঘণ্টা সময় ৰেলগাড়ীত বস্তু ফেৰি কৰি ব্যস্ত হৈ থাকিব লগা হয়। কিন্তু বিশেষভাৱে মন কৰিবলগীয়া কথাটো হ'ল এই যে ল'ৰাৰ কষ্ট হ'ব বুলি ভাবি টমাছৰ মাক-দেউতাকে তেওঁক এই কাম কৰিবলৈ খুব জোৰকৈ বাধা দিয়া নাছিল। সেইবোৰ দেশত ল'ৰা-ছোৱালীক সৰুৰে পৰাই পৰিশ্ৰমী আৰু স্বাৱলম্বী হ'বলৈ শিক্ষা দিয়া হয়। উন্নতিৰ পথত সেইবোৰ দেশ বহুদূৰ আগবাঢ়ি যাব পৰাৰ ইও এটা প্ৰধান কাৰণ।

টমাছে ৰেলগাড়ীৰ যাত্ৰীসকলক কেৱল খোৱাবস্তু বিক্ৰী কৰা নাছিল। লগতে তেওঁ বাতৰি কাকতো বিক্ৰী কৰিছিল। কিছুদিনৰ ভিতৰতে দেখা গ'ল যে টমাছে প্ৰতিদিনে পাঁচ ডলাৰকৈ উপাৰ্জন কৰিব পৰা হৈছে। তাৰে এটা ডলাৰ তেওঁ নিতৌ মাকক দিবলৈ ধৰিলে— যাতে ঘৰ চলোৱা কামত মাকে অলপ সকাহ পায়। বাকী থকা চাৰি ডলাৰৰ এটা ফুটা কড়িও কিন্তু টমাছে নিজৰ বিলাসিতা বা আমোদ-প্ৰমোদৰ কাৰণে খৰচ কৰা নাছিল। আটাইখিনি ধন তেওঁ খৰচ কৰিছিল তেওঁৰ গৱেষণাৰ সঁজুলি, কিতাপ আৰু আলোচনী কিনিবৰ কাৰণে। ধন কেৱল ঘটিলেই নহয়। ধন ঘটাৰ সমানেই বা তাতোকৈ বেছিহে গুৰুত্বপূৰ্ণ কথা হ'ল সেই ধন ভাবি-চিন্তি সজ উদ্দেশ্যত খৰচ কৰিবলৈ শিকা; কষ্ট কৰি অৰ্জন কৰা ধন অবাবত খৰচ নকৰিবলৈ শিকা। জীৱনত উন্নতি কৰিব খোজা বা কৃতকাৰ্যতা অৰ্জন কৰিব খোজা সকলো মানুহেই টমাছ আলভা এডিছনৰ জীৱনৰ পৰা এই শিক্ষা ল'ব পাৰে। তেওঁৰ জীৱনৰ পৰা মানুহে ল'ব পৰা আৰু এটা মূল্যবান শিক্ষা হ'ল এই যে অবাবতে সময়ৰ অপচয় নকৰি প্ৰতিটো মুহূৰ্ত কামত লগাব পাৰিলে জীৱনত উন্নতি নহৈ নোৱাৰে। মাত্ৰ বাৰ বছৰ বয়সতে টমাছে ৰেলগাড়ীৰ ফেৰিৱালা হ'বলৈ সংকল্প লোৱা দেখি মাক-দেউতাকে তেওঁক জোৰকৈ বাধা নিদিলেও মৃদু আপত্তি নকৰাকৈ থকা নাছিল। কিন্তু টমাছে নিজৰ সংকল্পৰ সপক্ষে যুক্তি দেখুৱাই মাক-দেউতাকক ক'লে— 'মই যদি ৰেলগাড়ীৰ ফেৰিৱালা হওঁ, তেন্তে একেলগতে মোৰ দুটা লাভ হ'ব। প্ৰথমতে, মই নিজে কষ্ট কৰি ধন ঘটি স্বাৱলম্বী হ'বলৈ শিকিম। দ্বিতীয়তে, ড্ৰেট্ৰইট চহৰৰ পুথিভঁৰালত থকা আটাইবোৰ কিতাপ পঢ়িবলৈ মই সুযোগ পাম। প'ৰ্ট' হুৰনৰ পুথিভঁৰালত থকা আটাইবোৰ কিতাপ পৰি মই শেষ কৰিলো। প'ৰ্ট হুৰনৰ পৰা ডেট্ৰইটলৈ যোৱা ৰেলগাড়ীখন তাৰ পৰা ঘূৰি অহাৰ আগতে তাত কেইঘণ্টামান থাকিব। সেইখিনি সময় মই তাৰ পুথিভঁৰালত কিতাপ পঢ়ি কটাম। ৰেলগাড়ীৰ ফেৰিৱালা হোৱাৰ ফলত এনেকৈ একেলগতে মোৰ দুটা লাভ হ'ব।'

ৰেলগাড়ীত ফেৰি কৰি কৰি ভাগৰ লগাৰ পিছত আন বহুতো ল'ৰাই হয়তো হাতত অলপ সময় পালেই জিৰণি ল'বলৈ বা ফুৰি-চাকি কটাবলৈ ভাল পালেহেঁতেন। কিন্তু টমাছে সেই সময়খিনিৰো সদ্ব্যৱহাৰ কৰিছিল পুথিভঁৰালত কিতাপ পঢ়ি।

# ফেৰিৱালা টমাছ্ সাংবাদিক হ'ল

টমাছে কেৱল সময়ৰে সদ্ব্যৱহাৰ কৰা নাছিল; তেওঁ মগজৰো উপযুক্ত সদ্ব্যৱহাৰ কৰিছিল। বেছিভাগ মানুহেই চিন্তা কৰিবলৈ ভাল নাপায়। চিন্তাও এটা শাৰীৰিক পৰিশ্ৰম। মাজৰ পৰিশ্ৰম। পৰিশ্ৰম কৰি ভাল নোপোৱা মানুহে পৰিশ্ৰম। মগজৰ পৰিশ্ৰম। পৰিশ্ৰম কৰি ভাল নোপোৱা মানুহে শাৰীৰিক পৰিশ্ৰম যিমান বেয়া পায়, তাতোকৈ বেছি বেয়া পায় মগজৰ পৰিশ্ৰম। টমাছ আলভা এডিছনে নিজেই পিছৰ জীৱনত কিবা এটা প্ৰসঙ্গত কৈছিল— 'মগজৰ পৰিশ্ৰম পৰিহাৰ কৰি চলিবলৈ মানুহে কৰিব নোৱৰা কাম একো নাই।'

টমাছৰ স্বভাৱ আছিল ঠিক তাৰ বিপৰীত। তেওঁৰ মগজটো আছিল প্ৰতি মুহূৰ্ততেই সক্ৰিয়। সেই কাৰণে জীৱনত উন্নতি বা কৃতকাৰ্যতাৰ কোনো সুযোগ তেওঁৰ তীক্ষ্ণ দৃষ্টিৰ পৰা পলাই সাৰিব নোৱাৰিছিল।

টমাছে যি সময়ত ৰেলগাড়ীত ফেৰিৱালাৰ কাম কৰিছিল সেই সময়ত আমেৰিকাত গৃহ-যুদ্ধ চলি আছিল। এই গৃহ-যুদ্ধখন আছিল আমেৰিকাৰ বুৰঞ্জীৰ এটা অতি ডাঙৰ ঘটনা। আমেৰিকা যুক্তৰাষ্ট্ৰ বুলি ক'লে আমি যিখন দেশক বুজি পাওঁ সেই দেশখন ঘাইকৈ দুটা ভাগত বিভক্ত ঃ উত্তৰ অঞ্চল আৰু দক্ষিণ অঞ্চল। উত্তৰ অঞ্চলৰ ৰাজ্যকেইখনে আমেৰিকাত বহু বছৰ ধৰি চলি থকা দাস-প্ৰথাৰ বিলোপ-সাধন কৰিছিল। কিন্তু দক্ষিণ অঞ্চলৰ ৰাজ্যকেইখনে সেইটো কৰিবলৈ অমান্তি হৈছিল। সেইটোৱেই আছিল দুয়োটা অঞ্চলৰ বিৰোধৰ প্ৰধান কাৰণ। তাৰ লগতে অৱশ্যে আৰু কেইটামান কাৰণো যোগ হৈছিল। যুক্তৰাষ্ট্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰ— এই দুটা চৰকাৰৰ মাজত ক্ষমতাৰ ভাগ-বাটোৱাৰা কেনেকৈ হ'ব তাকে লৈয়ো তিক্ত মতানৈক্য আৰু বাদানুবাদৰ সৃষ্টি হৈছিল। অৱশেষত পৰিস্থিতি এনেকুৱা হৈছিল যে দক্ষিণৰ কে'বাখনো ৰাজ্যই যুক্তৰাষ্ট্ৰৰ পৰা ফাটি গৈ স্বাধীনতা ঘোষণা কৰিছিল। ঠিক তেনে সময়তে আমেৰিকাৰ উত্তৰ আৰু দক্ষিণ অঞ্চলৰ মাজত গৃহ-যুদ্ধ আৰম্ভ হ'ল। ১৮৬১ খ্ৰীষ্টাব্দত আৰম্ভ হোৱা এই গৃহ-যুদ্ধ ১৮৬৫ খ্ৰীষ্টাব্দলৈকে চলিছিল। গৃহ-যুদ্ধৰ সময়ত আমেৰিকাৰ ৰাষ্ট্ৰপতি আছিল আব্ৰাহাম লিংকন। তেওঁকেই আমেৰিকাৰ সৰ্বশ্ৰেষ্ঠ ৰাষ্ট্ৰপতি বুলি বুৰঞ্জীয়ে স্বীকাৰ কৰি লৈছে। গৃহ-যুদ্ধত অৱশেষত আব্ৰাহাম লিংকনৰ নেতৃত্বাধীন যুক্তৰাষ্ট্ৰীয় চৰকাৰ বিজয়ী হ'ল আৰু আমেৰিকাৰ অখণ্ডতা ৰক্ষা পৰিল। কিন্তু ভাৰত স্বাধীন হোৱাৰ পিছতহে যেনেকৈ জাতিৰ জনক মহাত্মা গান্ধী আততায়ীৰ হাতত নিহত হ'ল, ঠিক তেনেকৈ আমেৰিকাৰ গৃহ-যুদ্ধত যুক্তৰাষ্ট্ৰীয় চৰকাৰ বিজয়ী হোৱাৰ পিছ মুহূৰ্ততে জাতিৰ ত্ৰাণকৰ্তা আব্ৰাহাম লিংকনে আততায়ীৰ গুলিত প্ৰাণ হেৰুৱাব লগা হ'ল।

যুদ্ধ-বিগ্ৰহ চলি থকাৰ সময়ত স্বাভাৱিকতেই বাতৰি কাকতৰ বিক্ৰীও বেচি হয়, কাৰণ যুদ্ধৰ জয়-পৰাজয়ৰ খবৰ পাবলৈ মানুহ উন্মুখ হৈ থাকে। তাতে আমেৰিকাৰ গৃহ-যুদ্ধ আছিল এটা জাতিৰ জীৱন-মৰণৰ সমস্যা। সেই কাৰণে বাতৰি কাকতৰ চাহিদা সেই সময়ত দিনে দিনে বৃদ্ধি পাইছিল। বাতৰি কাকতৰ ফেৰিৱালা টমাছে এদিন বিক্ৰীৰ কাৰণে এজাপ বাতৰি কাকত হাতত লৈয়েই লক্ষ্য কৰিলে যে খ্বিলহ নামৰ ঠাইত চলি থকা যুদ্ধৰ বাতৰিয়ে, ডাঙৰ ডাঙৰ আখৰেৰে কাকতখনৰ প্ৰথম পৃষ্ঠাৰ প্ৰায় গোটেইখিনি ঠাই দখল কৰিছে। বুদ্ধিমান টমাছে তৎক্ষণাত বুজি পালে যে সেইদিনা বাতৰি কাকতৰ চাহিদা সাংঘাতিকভাৱে

বৃদ্ধি পাব। খন্তেকো নৰৈ তেওঁ ডেট্ৰইট ফ্ৰী প্ৰেছ নামৰ বাতৰি কাকতখনৰ কাৰ্যালয়লৈ ঢাপলি মেলিলে আৰু কাকতখনৰ এহেজাৰটা কপি বেছিকৈ খুজিলে। নিজৰ সততাৰ কাৰণে টমাছ ইতিমধ্যে সকলোৰে বিশ্বাস-ভাজন হৈছিল। টমাছৰ অনুৰোধ শুনি বাতৰি কাকতখনৰ গৰাকীসকল আচৰিত হৈছিল যদিও তেওঁলোকে বিনাবাক্য-ব্যয়ে টমাছক এহেজাৰ অতিৰিক্ত কপি দি দিলে।

ৰেলগাড়ীখনৰ টেলিগ্ৰাফাৰসকলৰ লগত ইতিমধ্যেই টমাছৰ বন্ধুত্বৰ সম্পৰ্ক গঢ়ি উঠিছিল। টমাছৰ অনুৰোধ ৰক্ষা কৰি টেলিগ্ৰাফাৰসকলে আগৰ আটাইবোৰ ষ্টেশ্যনলৈ টেলিগ্ৰাফ কৰি এই বুলি খবৰ পঠিয়ালে যে শ্বিলহৰ যুদ্ধৰ প্ৰথম বাতৰি কঢ়িয়াই অনা বাতৰি কাকতখন কেৱল টমাছৰ হাততহে আছে। ফলত প্ৰত্যেকটো ৰেল ষ্টেশ্যনতে টমাছৰ বাতৰি কাকতৰ কাৰণে অপেক্ষা কৰি মানুহে জুম বান্ধিবলৈ ধৰিলে। টমাছৰ হাতত যিমান বাতৰি কাকত আছিল তাতকৈ গ্ৰাহকৰ সংখ্যা বহুগুণে বেছি হ'ল। বুদ্ধিমান টমাছে তৎক্ষণাত কাকতৰ দাম বঢ়াই দিলে। গ্ৰাহকৰ হেঁচাত পৰি কাকতৰ দাম ক্ৰমাৎ বঢ়াওঁতে বঢ়াওঁতে এক চেণ্ট দামৰ কাকতখন অৱশেষত পয়ত্ৰিশ চেণ্টত বেচিব লগা হ'ল। মাত্ৰ এদিনৰ ভিতৰতে টমাছৰ লাভৰ পৰিমাণ হ'ল এশ ডলাৰ।

তেতিয়া টমাছৰ বয়স হৈছিল মাত্ৰ পোন্ধৰ বছৰ।

ইমান দিনলৈকে টমাছ আছিল কেৱল বাতৰি কাকতৰ ফেৰিৱালা। কিন্তু এতিয়া তেওঁ নিজে বাতৰি কাকতৰ মালিক হ'বলৈকো মন মেলিলে। ৰেলগাড়ীত এহা-যোৱা কৰি থাকোতেই তেওঁ এদিন কাৰোবাৰ মুখত শুনিবলৈ পালে যে কোনোবা এজন মানুহে এটা ছেকেণ্ড-হেণ্ড ছপা-যন্ত্ৰ বিক্ৰী কৰিব খুজিছে। টমাছে মানুহজনৰ ওচৰলৈ গৈ দৰ-ভাও কৰি ছপা-যন্ত্ৰটো কিনিলে। ছপা-যন্ত্ৰৰ গৰাকী হৈয়েই তেওঁ ৰেলগাড়ীৰ কোঠাতে অফিচ পাতি সাপ্তাহিক হেৰাল্ড নামৰ এখন বাতৰি কাকত প্ৰকাশ কৰিলে। বাতৰি কাকতখনৰ সম্পাদক, প্ৰতিবেদক, প্ৰুফ ৰীডাৰ, কম্পোজিটৰ, বিক্ৰেতা— এই সকলো আছিল মাত্ৰ এজন মানুহ ঃ টমাছ আলভা এডিছন। চলন্ত ট্ৰেইনত অফিচ পাতি লৈ তাৰ পৰাই এখন বাতৰি কাকত প্ৰকাশ কৰাৰ ঘটনাটো ইমান অভিনৱ আৰু অবিশ্বাস্য'আছিল যে এজন ইংৰাজ পৰ্যটকে আমেৰিকা-ভ্ৰমণৰ অন্তত লণ্ডনলৈ ঘূৰি আহি বিখ্যাত টাইমছ কাকতৰ সম্পাদকক কথাটো জনালে। ফলত টাইমছত টমাছৰ এই অভূতপূৰ্ব কৃতিত্বৰ কাহিনী সবিস্তাৰে প্ৰকাশ হ'ল।

# টমাছৰ গৱেষণাগাৰ

টমাছৰ ধন ঘটাৰ মূল উদ্দেশ্য আছিল এটা গৱেষণাগাৰ গঢ়ি তোলা। ইতিমধ্যে তেওঁৰ হাতলৈ যথেষ্ট ধন আহিল। কিন্তু তেওঁৰ নিজৰ ঘৰত গৱেষণাগাৰটো স্থাপন কৰাৰ কোনো প্ৰশ্নই এতিয়া উঠিব নোৱৰা হ'ল, কাৰণ তেওঁ ঘৰত মাত্ৰ ৰাতি শুবলৈহে আহে। গোটেই দিনটো অতিবাহিত হয় ৰেলগাড়ীত। ক'বলৈ গ'লে ৰেলগাড়ীখনেই হৈ উঠিছিল তেওঁৰ দ্বিতীয় ঘৰ। গতিকে হাতলৈ যেতিয়া যথেষ্ট ধন আহিল তেতিয়া টমাছে ৰেলগাড়ীৰ এটা কোঠাতে নিজৰ গৱেষণাগাৰ পাতিবলৈ ঠিক কৰিলে। ৰেলগাড়ীখনৰ কণ্ডাক্টৰ ষ্টিফেনছনৰ লগত ইতিমধ্যে তেওঁৰ ভাল বন্ধুত্ব গঢ়ি উঠিছিল। গৱেষণাগাৰ পাতিবলৈ টমাছে তেওঁৰ পৰা অনুমতি বিচৰাত ষ্টিফেন্‌ছনে ক'লে— 'বিজ্ঞান আৰু বৈজ্ঞানিক গৱেষণাৰ প্ৰতি তোমাৰ অনুৰাগ দেখি মই বৰ ভাল পাইছো। কিন্তু গৱেষণাগাৰ পাতিবৰ কাৰণে মই অকলে তোমাক অনুমতি দিব নোৱাৰো। মোৰ ওপৰৱালাসকলৰ লগতো এই বিষয়ে আলোচনা কৰিব লাগিব। কিন্তু অনুমতি পোৱাত যাতে তোমাৰ কোনো অসুবিধা নহয় তাৰ কাৰণে মই চেষ্টা কৰিম।'

অনুমতি পোৱাত সঁচাকৈয়ে টমাছৰ একো অসুবিধা নহ'ল। টমাছে কথাৰে সকলোকে মৰম লগাব জানিছিল; নিজৰ সততা আৰু নম্ৰতাৰে সকলোকে মুগ্ধ কৰিব পাৰিছিল। কোনো মানুহেই অকলে একো কাম কৰিব নোৱাৰে। সৰু-বৰ যিকোনো কাম কৰিবলৈ আনৰ সহায়-সহযোগিতাৰো প্ৰয়োজন হয়। সৎ আৰু মধুৰ স্বভাৱৰ অধিকাৰী মানুহৰ পক্ষে আনৰ সহায়-সহযোগিতা পোৱা বেছি সহজ হয়। টমাছ আছিল এনে এজন মানুহ।

গৱেষণাগাৰ পাতিবলৈ অনুমতি পোৱাৰ লগে লগে এটা মুহূৰ্তও অপচয় নকৰি টমাছে নিজৰ ঘৰৰ গৱেষণাৰ সঁজুলি আৰু ৰাসায়নিক দ্ৰব্যবোৰ ৰেলগাড়ীলৈ আনি এটা মালৰ দবাৰ এচুকত নিজৰ গৱেষণাগাৰ স্থাপন কৰিলে। টমাছ আলভা এডিছনেই পৃথিবীৰ একমাত্ৰ মানুহ— যিজনে বাতৰি কাকত সম্পাদনা কৰিছিল চলন্ত ৰেলগাড়ীত, বৈজ্ঞানিক গৱেষণা কৰিছিল চলন্ত ৰেলগাড়ীত।

টমাছৰ বহুদিনৰ হেঁপাহ এতিয়া পূৰ্ণ হ'ল। তেওঁৰ নিজৰ এটা গৱেষণাগাৰ হ'ল। বাতৰি কাকত সম্পাদনা কৰাৰ লগে লগে তেওঁ গভীৰ মনোযোগেৰে গৱেষণাগাৰত নানা প্ৰকাৰৰ বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষা কৰিবলৈ আৰম্ভ কৰিলে। ওপৰতেই এবাৰ কোৱা হৈছে যে টমাছে ৰেলগাড়ীৰ ফেৰিৱালাৰ কামটো ল'ব বিচৰাৰ দ্বিতীয় প্ৰধান উদ্দেশ্য আছিল ডেট্ৰইট চহৰত কিতাপ পঢ়াৰ সুযোগ গ্ৰহণ কৰা। ডেট্ৰইট চহৰত এটা ডাঙৰ পুথিভঁৰাল আছিল। টমাছে মাচুল দি সেই পুথিভঁৰালৰ সদস্য হ'ল। পুথিভঁৰাললৈ গৈ তেওঁ দেখিলে— তাত নানা ভাষাত লিখা বিজ্ঞানৰ বহুতো কিতাপ আছে। কিন্তু সেই কিতাপবোৰ তেওঁ কেনেকৈ পঢ়িব— যদিহে তেওঁ সেই ভাষাবোৰ নিশিকে? টমাছৰ জ্ঞানৰ প্ৰতি অনুৰাগ ইমান তীব্ৰ আছিল যে ইংৰাজীৰ উপৰিও অন্যান্য ভাষাত লিখা কিতাপ পঢ়াৰ লোভত তেওঁ ফৰাচী আৰু লেটিন ভাষা শিকিবলৈ আৰম্ভ কৰিলে!

ইয়াকেই কয় জীৱনৰ সাধনা। আৰ্থিকভাৱে স্বাৱলম্বী হ'বলৈ মন কৰি মাত্ৰ বাৰ বছৰ বয়সতে ৰেলগাড়ীৰ ফেৰিৱালা হোৱা ল'ৰাটোৱে কাৰো পৰা সহায় নোলোৱাকৈ সম্পূৰ্ণ একক প্ৰচেষ্টাৰে বাতৰি কাকত উলিয়াইছে; চলন্ত ৰেলগাড়ীত গৱেষণাগাৰ পাতি লৈ বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষা কৰিছে; ফেৰিৱালাৰ ব্যৱসায়ৰ মাজতে সময় উলিয়াই পুথিভঁৰালত বহি ঘণ্টাৰ পিছত ঘণ্টা কিতাপ পঢ়িছে। কিন্তু ইমানতো তেওঁ ক্ষান্ত হোৱা নাই। নিজৰ জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰিবলৈ তেওঁ ফৰাচী আৰু লেটিন ভাষা শিকিবলৈ আৰম্ভ কৰিছে! এই

গোটেইবোৰ কাম কৰিবলৈ তেওঁক মাক-দেউতাক বা আন কোনেও তেওঁক বাধ্য কৰা নাই বা তেওঁক বাট দেখুওবা নাই। এই গোটেইবোৰ কামৰ প্ৰেৰণা আহিছে তেওঁৰ নিজৰ অন্তৰৰ পৰা, কাৰণ তেওঁ জীৱনৰ এটা লক্ষ্য ঠিক কৰি লৈছে, আৰু সেই লক্ষ্য অভিমুখে আগবাঢ়িবলৈ তেওঁৰ মনত আছে দৃঢ় সংকল্প।

টমাছৰ পৰিকল্পনা অনুযায়ী ইমান দিনে সকলো কথা ঠিকভাৱেই আগবাঢ়িছিল। কিন্তু তেওঁৰ গৱেষণাগাৰে এদিন তেওঁৰ কাৰণে এটা ডাঙৰ সমস্যাৰ সৃষ্টি কৰিলে।

গৱেষণাৰ কাৰণে স্বাভাৱিকতেই টমাছক বহুতো ৰাসায়নিক দ্ৰব্যৰ দৰকাৰ হৈছিল, আৰু তেওঁৰ গৱেষণাৰ মেজত ৰাসায়নিক দ্ৰব্যৰ বটলবোৰ শাৰী শাৰীকৈ সজাই থোৱা আছিল। এদিন তেওঁ গৱেষণাৰ কামত মগ্ন হৈ থাকোতে হঠাৎ এটা বটল মজিয়াত পৰি ভাগি টুকুৰা-টুকুৰ হ'ল। বটলটোত আছিল ফচফৰাচ। ফচফৰাচ নামৰ এই ৰাসায়নিক দ্ৰব্যটো হেনিং ব্ৰাণ্ড নামৰ এজন বৈজ্ঞানিকে ১৬৭৪ খ্ৰীষ্টাব্দতে আৱিষ্কাৰ কৰিছিল। সাৰ, চাবোন, কীটনাশক বিষ আৰু নানাবিধৰ ঔষধ প্ৰস্তুত কৰাৰ কামত ফচফৰাচ ব্যৱহাৰ কৰা হয়। বতাহৰ সংস্পৰ্শলৈ অহা মাত্ৰে ফচফৰাচ আপোনা-আপুনি জ্বলি উঠে। টমাছৰ গৱেষণাগাৰৰ মজিয়াত তেওঁৰ বাতৰি কাকতৰ এটা দ'ম পৰি আছিল। ফচফৰাচৰ বটলটো মজিয়াত পৰাৰ লগে লগে তাৰ পৰা ওলোৱা জুই বাতৰি কাকতৰ দমটোলৈকো বিয়পি পৰিল আৰু কাগজবোৰ দপ্‌দপাই জ্বলি উঠিল। গোটেই ঘটনাটো ইমান অকস্মাতে ঘটি গ'ল যে জুই নুমুৱাবলৈ টমাছে কৰা সকলো চেষ্টা ব্যৰ্থ হ'ল।

সেই একেটা ডবাৰে আনটো মূৰত বহি আছিল ষ্টিফেনছন— ৰেলগাড়ীখনৰ কণ্ডাক্টৰ। ঘাইকৈ তেওঁৰ সহায়তেই টমাছৰ পক্ষে গৱেষণাগাৰটো স্থাপন কৰা সম্ভৱ হৈছিল। দূৰৰ পৰা দপ্‌দপাই জ্বলি উঠা জুইকুৰা দেখি ষ্টিফেনছনৰ মনত প্ৰথমে ভাব হ'ল যে টমাছে কৰা বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষাবোৰৰ ফল স্বৰূপে এনেকৈ জুই বোধহয় লাগেই। কিন্তু জুইকুৰা দেখি তেওঁৰ মনত কিছু দুশ্চিন্তাও হ'ল। জুই যদি গোটেই ট্ৰেইনখনলৈকে বিয়পি পৰি যাত্ৰীসকলৰ কাৰণে বিপদৰ সৃষ্টি কৰে তেন্তে তাৰ কাৰণে ঘাইকৈ তেৱেঁই জগৰীয়া হ'ব লাগিব, কাৰণ টমাছক গৱেষণাগাৰ স্থাপন কৰাৰ কাৰণে অনুমতি দিবলৈ তেৱেঁই চুপাৰিছ কৰিছিল। ষ্টিফেনছনে এইবোৰ কথা ভাবি থাকোতেই হঠাৎ এবাৰ তেওঁৰ চকুত পৰিল— টমাছে গাৰ কোটটো খুলি তাৰে জুইকুৰা হেঁচি ধৰি প্ৰাণ-পণে জুই নুমুৱাবলৈ চেষ্টা কৰিছে। ষ্টিফেনছনৰ বুজিবলৈ বাকী নাথাকিল যে জুই জ্বলাটো এটা আকস্মিক দুৰ্ঘটনাহে; টমাছৰ গৱেষণাৰ কাৰণে জুইৰ প্ৰয়োজন হোৱা নাই।

ষ্টিফেনছনে দৌৰি গৈ টমাছৰ লগ লাগি কোনোমতে জুইকুৰা নুমুৱালে কিন্তু টমাছৰ ওপৰত তেওঁৰ ইমান খং উঠিল যে খঙৰ ভমকতে তেওঁ টমাছৰ কাণৰ কাষত জোৰকৈ ঘোচা এটা মাৰি দিলে। তদুপৰি তেওঁ টমাছৰ গৱেষণাগাৰৰ আটাইবোৰ বস্তু এপদ এপদকৈ বাহিৰলৈ দলিয়াই দিলে। পৰা হ'লে তেওঁ টমাছৰ ছপা যন্ত্ৰটোও বাহিৰলৈ দলিয়াই দিলেহেঁতেন; কিন্তু যন্ত্ৰটো ইমান গধুৰ আছিল যে সেইটো দাঙি বাহিৰলৈ দলিয়াই দিয়াটো তেওঁৰ পক্ষে সম্ভৱ নহ'ল। কেৱল সেই কাৰণেই টমাছৰ ছপা-যন্ত্ৰটো ৰক্ষা পৰিল। কিন্তু সিও কেৱল অলপ সময়ৰ কাৰণেহে। কাৰণ ষ্টিফেনছনে টমাছক স্পষ্টকৈ শুনাই দিলে যে এতিয়াৰ পৰা সেইখন ৰেলগাড়ীত টমাছৰ কাৰণে ঠাই নহ'ব; সকলো বস্তু-বাহানি সামৰি লৈ তেওঁ পিছৰ ষ্টেশ্যনটোতে নামি যাব লাগিব। কথা মতে কাম। ৰেলগাড়ীখন যেতিয়া পিছৰ ষ্টেশ্যচনত ৰ'ল, ষ্টিফেনছনে নিজেই কেইজনমান পৰ্টাৰ মাতি আনি টমাছৰ ছপা-যন্ত্ৰটো আৰু আধা-পোৰা কাগজৰ জাপটো ষ্টেশ্যনৰ প্লেটফৰ্মত নমাই দিলে। কোৱা বাহুল্য মাত্ৰ যে টমাছৰ সাংবাদিক-জীৱনৰ ইমানতে সামৰণি পৰিল। কিন্তু ৰেলগাড়ীৰ কণ্ডাক্টৰজনে তেওঁৰ অকণমানি গৱেষণাগাৰটো লণ্ডভণ্ড কৰি বাহিৰলৈ দলিয়াই দিলে যদিও সেই ঘটনাই তেওঁৰ গৱেষণাৰ সামৰণি পেলাব নোৱাৰিলে। তেওঁৰ জন্মই হৈছিল গৱেষণাৰ কাৰণে। সেই গবেষণা চলি থাকিল তেওঁৰ সমস্ত জীৱন জুৰি, একেবাৰে শেষ মুহূৰ্ত পৰ্যন্ত।

ষ্টিফেন্‌ছনে টমাছৰ কাণত জোৰকৈ ঘোচা মৰাত কাণত বেয়াকৈ আঘাত লাগিছিল। কিন্তু কেৱল সেইটোৱেই তেওঁৰ কাণত শেষ আঘাত নাছিল। ইয়াৰ কিছুদিনৰ পিছতে টমাছ আকৌ এটা দুৰ্ঘটনাৰ সন্মুখীন হ'ল— যাৰ ফলত তেওঁৰ শ্ৰৱণ-শক্তি বহু পৰিমাণে নষ্ট হ'ল, আৰু তেওঁ ক্ৰমাৎ বধিৰ হ'বলৈ ধৰিলে।

ঘটনাটো ঘটিছিল এনেকৈ। টমাছৰ বাতৰি কাকতখনৰ প্ৰকাশ বন্ধ হৈ গৈছিল যদিও তেওঁ ৰেলগাড়ীত বাতৰি কাকত বিক্ৰী কৰা কামটো বন্ধ কৰিব লগা হোৱা নাছিল। এদিন ৰেলগাড়ীখন এটা ষ্টেশ্যনত অলপ সময় ৰওঁতে টমাছে ৰেলগাড়ীৰ পৰা নামি প্লেটফৰ্মত বাতৰি কাকত বিক্ৰী কৰিবলৈ ধৰিলে। ইফালে ৰেলগাড়ীখন যে আকৌ চলিবলৈ আৰম্ভ কৰিছে তালৈ টমাছৰ ভ্ৰূক্ষেপেই নাছিল। ৰেলগাড়ীৰ চলন্ত চকাৰ শব্দ শুনি টমাছে যেতিয়া সেইফালে লক্ষ্য কৰিলে— সিমান পৰে ৰেলগাড়ীখন জোৰেৰে চলিবলৈ আৰম্ভ কৰিছে। টমাছে উধাতু খাই দৌৰি গৈ এটা ডবাৰ দুৱাৰৰ হেণ্ডেলত কোনোমতে খামুচি ধৰিলে হয়, কিন্তু বাওঁহাতখনত বাতৰি কাকতৰ ডাঙৰ টোপোলাটো থকাৰ কাৰণে তেওঁ দুৱাৰখন ঠেলি ডবাৰ ভিতৰলৈ সোমাব নোৱাৰিলে। দুৱাৰৰ হেণ্ডেলত ধৰি তেওঁ ওলমি ৰ'ল; ইফালে ৰেলগাড়ীখন খুব জোৰেৰে চলিবলৈ আৰম্ভ কৰিলে। প্ৰাণৰ ভয়ত সোঁ-হাতখনেৰে খুব জোৰেৰে দুৱাৰৰ হেণ্ডেলত ধৰি থকাৰ ফলত টমাছে হাতখন অসাৰ হৈ পৰা যেন অনুভৱ কৰিলে। যিকোনো মুহূৰ্ত্ততে চলন্ত ৰেলগাড়ীৰ পৰা পৰি হাড়-মূৰ ভাগিব পাৰে বুলি তেওঁৰ মনত ভয় সোমাল। অৱশেষত ভয়ত কাতৰ হৈ তেওঁ চিঞৰিবলৈ ধৰিলে।

টমাছৰ চিঞৰ শুনি ৰেলগাড়ীত কাম কৰা এজন শকত-আবত বলৱান নিগ্ৰো ডেকা দৌৰি আহিল। টমাছৰ দুয়োখন হাতেই বন্দী হৈ আছিল; হাতত ধৰি টানি তেওঁক ডবাৰ ভিতৰলৈ সোমোৱাবলৈ কোনো উপায় নাছিল। সেই কাৰণে নিগ্ৰোজনে টমাছৰ কাণত ধৰি টানি তেওঁক ভিতৰলৈ সোমোৱালে। টমাছৰ জীৱন ৰক্ষা পৰিল হয়; কিন্তু মাত্ৰ এখন কাণত ধৰি গোটেই মানুহটোক টানিব লগা হোৱাৰ ফলত তেওঁৰ কাণৰ পৰ্দা ফাটি গ'ল। সেইখন কাণৰ শুনা শক্তি সমূলি নষ্ট পালে। ইয়াৰ পিছত টমাছ ক্ৰমাৎ বেছিকৈ বধিৰ হ'বলৈ ধৰিলে আৰু অৱশেষত তেওঁ শ্ৰৱণ-শক্তি সম্পূৰ্ণভাৱে হেৰুৱাই পেলালে।

এই পুথিখনৰ প্ৰথম অধ্যায়তেই কোৱা হৈছিল যে টমাছ আলভা এডিছনৰ বিৰাট গৱেষণাগাৰটো যেতিয়া জুইয়ে পুৰি ছাইত পৰিণত কৰিছিল, তেওঁ সেইটোক বিপৰ্যয় বা দুৰ্ভাগ্য বুলি ভবাৰ পৰিৱৰ্তে জীৱনটোক নতুনকৈ আৰম্ভ কৰিবলৈ এটা সুযোগ বুলিহে গ্ৰহণ কৰিছিল। তেওঁ কৈছিল— 'জুইয়ে কেৱল মোৰ গৱেষণাগাৰটো পুৰি পেলোৱা নাই; লগতে সি পুৰি পেলাইছে মোৰ অতীতৰ ভুলবোৰো।' ঠিক সেইদৰে শ্ৰৱণ-শক্তি হেৰুৱাই পেলোৱাৰ কাৰণেও দুখ প্ৰকাশ কৰাৰ পৰিৱৰ্তে তেওঁ বৰং কৈছিল— 'কাণেৰে নুশুনাৰ ফলত মোৰ উপকাৰেই হৈছে। মই যিহেতু কাণেৰে নুশুনো সেইকাৰণে একোৱেই মোৰ মনোযোগ ভঙ্গ কৰিব নোৱাৰে। ফলত মই মোৰ কামৰ প্ৰতি অখণ্ড মনোযোগ দিব পাৰো।'

ধৈৰ্যশীল আৰু আত্ম-বিশ্বাসী মানুহে এনেকৈয়ে সকলো অসুবিধাক সুবিধালৈ আৰু দুৰ্ভাগ্যক সৌভাগ্যলৈ ৰূপান্তৰিত কৰিব পাৰে।

# টমাছ্ টেলিগ্ৰাফৰ প্ৰতি আকৃষ্ট হ'ল

সদায় দেখি থকা বা ব্যৱহাৰ কৰি থকা বস্তুৰ প্ৰতি মানুহৰ কৌতূহল নোহোৱা হয়। উদাহৰণ স্বৰূপে বিজুলী বাতিৰ কথাকে ধৰা যাওক। চুইচটো টিপা মাৰি দিলেই বিজুলী বাতি জ্বলি উঠে। আমাৰ কাৰণে সি ভাতৰ লগত পানীৰ নিচিনা এটা অতি স্বাভাৱিক কথা। কিন্তু ইতিহাসত প্ৰথমবাৰৰ কাৰণে পৃথিৱীৰ কোনো এখন ঠাইত যেতিয়া বিজুলী বাতি জ্বলিছিল, তেতিয়া মানুহ ইমান বেছি আচৰিত হৈছিল যে সেইটোক তেওঁলোকে কিবা এটা অলৌকিক ঘটনা বা বাজিকৰৰ ভেলেকি-বাজি বুলিহে ভাবিছিল।

টেলিগ্ৰাফৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। প্ৰায় ডেৰশ বছৰ ধৰি টেলিগ্ৰাফ ব্যৱহাৰ কৰাৰ পিছত মানুহে এতিয়া তাৰ প্ৰতি কোনো ধৰণৰ কৌতূহলেই অনুভৱ নকৰা হৈছে। কিন্তু১৮৪৪ খ্ৰীষ্টাব্দৰ কোনোবা এটা দিনত টেলিগ্ৰাফৰ আৱিষ্কাৰক ছেমুৱেল ম'ৰ্ছে যেতিয়া প্ৰথমবাৰৰ কাৰণে টেলিগ্ৰাফৰ যোগেদি ওৱাশ্বিংটনৰ পৰা বাল্টমোৰলৈ বাতৰি পঠাইছিল, তেতিয়া মানুহে বিশ্বাস কৰিবলৈ টান পাইছিল যে মাত্ৰ এডাল তাঁৰৰ যোগেদি এনেকৈ বাতৰি পঠোৱাটো সম্ভৱ। মানুহে সেইটোকো বাজিকৰৰ ভেলেকি-বাজি বুলিহে ভাবিছিল।

টেলিগ্ৰাফ আৱিষ্কাৰৰ সময়ত টমাছৰ বয়স হৈছিল মাত্ৰ ছবছৰ। কিন্তু বাৰ বছৰ বয়সত তেওঁ যেতিয়া ৰেলগাড়ীত ফেৰিৱালাৰ কাম কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়া ৰেলগাড়ীত টেলিগ্ৰাফৰ ব্যৱহাৰ ভালকৈয়ে আৰম্ভ হৈ গৈছে। এটা ষ্টেশ্যনৰ পৰা আনটো ষ্টেশানলৈ আগতীয়া বাতৰি পঠোৱাৰ কামত টেলিগ্ৰাফ অতি সহায়ক হৈছিল। সকলো ধৰণৰ যান্ত্ৰিক আৰু বৈদ্যুতিক সঁজুলিৰ প্ৰতি তীব্ৰ কৌতূহল অনুভৱ কৰা টমাছৰ মনত টেলিগ্ৰাফৰ যাদু-বিদ্যা আয়ত্ত কৰিবলৈ স্বাভাৱিকতেই তীব্ৰ ইচ্ছা জাগিল। সেই উদ্দেশ্য তেওঁ ৰেলগাড়ীৰ টেলিগ্ৰাফ অপাৰেটৰসকলৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ চেষ্টা কৰিলে।

এদিন তেওঁ এজন টেলিগ্ৰাফ অপাৰেটৰক সুধিলে— 'টেলিগ্ৰাফৰ দ্বাৰা এখন ঠাইৰ পৰা আন এখন ঠাইলৈ মুহূৰ্তৰ ভিতৰতে কেনেকৈ বাতৰি পঠোৱাটো সম্ভৱ হয় সেই কথা আপুনি অনুগ্ৰহ কৰি মোক বুজাই দিবনে?'

অপাৰেটৰজনে নিজৰ বুদ্ধি খটাই উত্তৰ দিলে— 'এটা কুকুৰৰ নেজত ধৰি জোৰকৈ টান মাৰিলে সি মুখেৰে ভুকিবলৈ আৰম্ভ কৰিব নে নকৰে? টেলিগ্ৰাফৰ তাঁৰডালকো তুমি এটা প্ৰকাণ্ড দীঘল কুকুৰ বুলি কল্পনা কৰি লোৱাচোন। তাঁৰডালৰ এটা মূৰত টিপা মাৰি দিলেই আনটো মূৰত তাৰ মাত ওলায়।'

টমাছে টপৰাই আকৌ প্ৰশ্ন কৰিলে— 'কিন্তু নেজডালৰ পৰা মূৰটোলৈ সংকেত যায় কি উপায়েৰে? মই সেই কথাটোহে আপোনাৰ পৰা জানিব বিচাৰিছো।'

বেচেৰা অপাৰেটৰজনৰ টমাছৰ প্ৰশ্নৰ উত্তৰ দিবৰ জোখাৰে বিদ্যা-বুদ্ধি নাছিল। তেওঁ টমাছৰ সমুখৰ পৰা পলাই কোনোমতে ৰক্ষা পৰিল। টমাছৰ বুজিবলৈ বাকী নৰ'ল যে অপাৰেটৰসকলে টেলিগ্ৰাফৰ আচল ৰহস্য, অৰ্থাৎ তাৰ মূলতে কাম কৰা বৈজ্ঞানিক তত্ত্ব আৰু কাৰিকৰী কৌশলৰ বিষয়ে একোৱেই নাজানে। তেওঁলোক কেৱল যান্ত্ৰিকভাৱে কামহে কৰে।

কিন্তু যিজন মানুহে এদিন এনেজোৰতকৈ বেছি অভিনৱ বৈদ্যুতিক সঁজুলি আৱিষ্কাৰ কৰি মানুহৰ জীৱন

ধাৰাৰ আমূল পৰিৱৰ্তন কৰিব আৰু পৃথিৱীখনৰ ৰূপ চিনিব নোৱৰাকৈ সলনি কৰি পেলাব, তেওঁ ইমান সহজে সন্তুষ্ট হোৱা মানুহ নহয়। টেলিগ্ৰাফে আচলতে কেনেকৈ কাম কৰে সেই কথা তেওঁ জানিবই লাগিব। সেইটো জনাৰ উপায় কি? সেইটো জনাৰ উপায় হ'ল— তাঁৰৰ যোগেদি নিজেই এখন ঠাইৰ পৰা আন এখন ঠাইলৈ সংকেত পঠাবলৈ চেষ্টা কৰা।

কোৱা বাহুল্য যে কেৱল এজন মানুহে এই কাম কৰিব নোৱাৰে। দুখন ঠাইত দুজন মানুহ লাগিব। টমাছৰ বন্ধু ক্লেঞ্চিয়ে সেই সমস্যাৰ সমাধান কৰি দিলে। টমাছৰ সম্পৰীক্ষাৰ [Experiment] কামত সহায় কৰিবলৈ তেওঁ নিজেই আগ্ৰহ কৰি আগবাঢ়ি আহিল। একেটা চুবুৰিতে দুয়োজন বন্ধুৰ ঘৰ। দুয়োটা ঘৰৰ মাজত এডাল টেলিগ্ৰাফৰ তাঁৰ টনা হ'ল। তাঁৰেদি টেলিগ্ৰাফৰ সংকেত পঠোৱা হয় বিজুলি শক্তিৰ সহায়েৰে। গতিকে দুই বন্ধুক প্ৰথমেই লগা হ'ল এটা বেটাৰি বা বৈদ্যুতিক চেল। কিন্তু ইমান দামী বস্তুটো কিনিবলৈ তেওঁলোকে ধন পাব ক'ৰ পৰা? ইমানদিনে নিজৰ গৱেষণাগাৰত নানাধৰণৰ গৱেষণা কৰি হাত পকোৱা টমাছে নিজেই এটা বৈদ্যুতিক চেল তৈয়াৰ কৰি উলিয়ালে। বৈদ্যুতিক চুম্বক আদি কৰি অন্যান্য সঁজুলিবোৰৰো যোগাৰ হ'ল। মাত্ৰ কেই সপ্তাহমানৰ ভিতৰতে দুই বন্ধুৱে ইজনে সিজনলৈ সংকেত পঠাব পৰা হ'ল।

কিন্তু টেলিগ্ৰাফৰ আটাইবোৰ ৰহস্য জানিবলৈ এই সৰল সম্পৰীক্ষাটোৱেই যথেষ্ট নহয় বুলি টমাছে নিজেও বুজি পালে। খৰচি মাৰি টেলিগ্ৰাফ শিকাৰ সুযোগ বিচাৰি তেওঁৰ মন ব্যাকুল হৈ উঠিল। মানুহে কথাতে কয়— যি মানুহে নিজকে সহায় কৰে তেওঁক ঈশ্বৰেও সহায়ে কৰে। টমাছৰ ক্ষেত্ৰত এই কথা সম্পূৰ্ণ সঁচা বুলি প্ৰমাণিত হ'ল।

১৮৬২ চনৰ কথা। টমাছৰ বয়স তেতিয়া পোন্ধৰ বছৰ। সদায় কৰি অহাৰ দৰে সেইদিনাও তেওঁ ৰেলগাড়ীত বাতৰি কাকত বিক্ৰী কৰি আছে। ৰেলগাড়ীখন এটা ষ্টেশ্যনত আহি ৰোৱাৰ লগে লগে টমাছে প্লেটফৰ্মত কাকত বিক্ৰী কৰিবৰ মনেৰে গাড়ীৰ পৰা নামি গ'ল। কিছু সময় কাকত বিক্ৰী কৰি তেওঁ অলপ ভাগৰ লগা যেন অনুভৱ কৰিলে। জিৰণি ল'বৰ মনেৰে এঠাইত বহি তেওঁ উদ্দেশ্যহীনভাৱে ইফালে-সিফালে চাবলৈ ধৰিলে। এনেতে হঠাৎ তেওঁৰ চকুত পৰিল— এটা তিনি-চাৰি বছৰীয়া অকণমানি ল'ৰাই ৰেল লাইনৰ ওপৰত বহি শিলগুটি লৈ খেলা কৰি আছে!

ষ্টেশ্যনটোত ৰেলগাড়ীখন অলপ বেছি সময় ৰোৱাৰ এটা বিশেষ কাৰণ আছিল। তাত দুটা ডবা গাড়ীখনৰ লগত নতুনকৈ জোৰা লগোৱা হয়। যি মুহূৰ্তত ৰেল লাইনৰ ওপৰত বহি আপোন মনে খেলি থকা ল'ৰাটো টমাছৰ চকুত পৰিল, ঠিক সেই মুহূৰ্ততে ৰেলৰ ইঞ্জিনটোৱে ডবা দুটা পিছফালৰ পৰা ঠেলি ঠেলি গাড়ীখনৰ পিনে আনি আছিল। ইঞ্জিনটোৱে পিছফালৰ পৰা ডবা দুটা ঠেলিব লগা হোৱা কাৰণে ড্ৰাইভাৰৰ পক্ষে ল'ৰাটোক দেখা সম্ভৱ নাছিল। আৰু মাত্ৰ কেই মুহূৰ্তমানৰ ভিতৰতে ৰেলৰ ডবা দুটাই ল'ৰাটোক মহটিয়াই থেতেলি পিঠা কৰি পেলাব। টমাছে জাঁপ মাৰি ৰেলৰ লাইনত ভৰি দিলেগৈ আৰু ল'ৰাটোক কোলাত তুলি লৈ আকৌ প্লেটফ্ৰৰ্মলৈ জাঁপ মাৰি দিলে। পিছ মুহূৰ্ততে ল'ৰাটো বহি থকা ঠাই-টুকুৰা অতিক্ৰম কৰি ৰেলৰ ইঞ্জিন তাৰ নিজৰ বাটত আগবাঢ়িল। মাত্ৰ কেই ছেকেণ্ডমানৰ কাৰণে ল'ৰাটোৰ জীৱন ৰক্ষা পৰিল।

ল'ৰাটোৰ দেউতাক আছিল সেইটো ৰেল ষ্টেশ্যনৰ টেলিগ্ৰাফ অপাৰেটৰ। নাম মেকেঞ্জি।

যি মুহূৰ্তত টমাছে ল'ৰাটোৰ জীৱন ৰক্ষা কৰিবলৈ ৰেল লাইনৰ ওপৰত জপিয়াই পৰিছিল ঠিক তাৰ এক মুহূৰ্তমানৰ আগতে ল'ৰাটোৰ দেউতাক মেকেঞ্জিও আহি প্লেটফৰ্মত উপস্থিত হৈছিল। তেওঁ কামলৈ আহোঁতে সদায় পুতেকক লগত লৈ আহে। তেওঁ কাম কৰি থাকে, ল'ৰাটোৱে ওচৰতে খেলি থাকে।

তেওঁ পুতেকৰ ওপৰত চোকা নজৰ ৰাখে। কিন্তু সেইদিনা তেওঁ এখন জৰুৰী টেলিগ্ৰাম পঠোৱাৰ কামত ইমান মগ্ন হৈ আছিল যে পুতেকৰ ফালে চাবলৈ তেওঁ সময় পোৱা নাছিল। কামটো শেষ হোৱাৰ লগে লগে পুতেকে সদায় খেলি থকা ঠাইখিনিলৈ তেওঁৰ চকু গ'ল। পুতেক তাত নাই। পুতেকক বিচাৰি ইফালে সিফালে চাই তেওঁ অৱশেষত প্লেটফৰ্মলৈ ওলাই গ'ল। তাত উপস্থিত হৈয়েই তেওঁ দেখিলে— আৰু মাত্ৰ এক মুহূৰ্তৰ পিছতে ৰেলগাড়ীৰ ইঞ্জিনটোৱে পুতেকৰ গাৰ ওপৰেদি পাৰ হৈ গুচি যাব; ৰেল লাইনৰ ওপৰত এৰি থৈ যাব এটা ৰক্তাক্ত মাংসপিণ্ড। সেই দৃশ্যটো যাতে চাব লগা নহয় সেই উদ্দেশ্যে চকু দুটা মুদি তেওঁ আৰ্তনাদ কৰি উঠিল।

পিছ মুহূৰ্ততে প্লেটফৰ্মৰ ওপৰত পুতেকৰ মাত শুনি তেওঁ চকু মেলি দেখে— ল'ৰাটোৱে তেওঁক মাতিব ধৰিছে; তাৰ হাতত ধৰি ওচৰত থিয় হৈ আছে এজন পোন্ধৰ-যোল্লবছৰীয়া চেঙেলীয়া ডেকা।

কেনেকৈ পুতেকৰ জীৱন ৰক্ষা পৰিল সেই কথা বুজিবলৈ মেকেঞ্জিৰ বাকী নাথাকিল। তেওঁৰ দুই গালেদি সৰসৰকৈ আনন্দৰ চকুপানী বাগৰি আহিল। টমাছকো তেওঁ চিনি পালে, কাৰণ টেলিগ্ৰাফ শিকাৰ হেঁপাহত ল'ৰাটোৱে প্ৰায়েই মেকেঞ্জিৰৰ ডবাত ভুমুকি মাৰে। আৱেগে খুন্দা মাৰি ধৰা ভঙা ভঙা মাতেৰে মেকেঞ্জিয়ে ক'লে— 'তুমি মোৰ পুত্ৰক নিশ্চিত মৃত্যুৰ মুখৰ পৰা আজুৰি কাঢ়ি আনিলা। ইয়াৰ প্ৰতিদান দিব পৰা শক্তি মোৰ নাই। কিন্তু এই কথা নিশ্চয়কৈ জানিবা যে মই তোমাৰ ওচৰত গোটেই জীৱন ধৰুৱা হৈ থাকিম। মই বহুদিন ধৰি এই কথা লক্ষ্য কৰি আহিছো যে টেলিগ্ৰাফ শিকিবলৈ তোমাৰ ভীষণ হেঁপাহ আছে। ধন-সোণ দি তোমাক পুৰস্কাৰ দিব নোৱাৰিলেও তোমাৰ টেলিগ্ৰাফ শিকাৰ ইচ্ছাটো মই পূৰণ কৰিব পাৰো।'

মেকেঞ্জিৰ কথা শুনি টমাছে হাততে স্বৰ্গ ঢুকি পালে। সেই মুহূৰ্তৰ পৰাই তেওঁ টেলিগ্ৰাফ শিকা আৰম্ভ কৰি দিলে। টমাছ অতি বুদ্ধিমান, পৰিশ্ৰমী আৰু মনোযোগী শিকাৰু আছিল। মাত্ৰ তিনিমাহৰ ভিতৰতে তেওঁ টেলিগ্ৰাফৰ বিদ্যা নিখুঁতভাৱে আয়ত্ত কৰিলে।

# টমাছে চাকৰি পালে, কিন্তু চাকৰি ৰাখি খাব নোৱাৰিলে

টেলিগ্ৰাফ শিকাৰ পিছত টমাছে বাতৰি কাকতৰ ফেৰিৱালাৰ কাম এৰিবলৈ মন কৰিলে। আচলতে তেওঁৰ উইকলি হেৰাল্ড নামৰ কাকতখন বন্ধ হৈ যোৱাৰ পিছত তেওঁৰ মন ভাগি গৈছিল; বাতৰি কাকতৰ প্ৰতি তেওঁৰ মনত এটা বিতৃষ্ণা হৈছিল। তেওঁ এতিয়া টেলিগ্ৰাফিষ্টৰ চাকৰি বিচাৰিবলৈ ধৰিলে। চাকৰি পাবলৈ তেওঁ বেছিদিন অপেক্ষা কৰিব লগা নহ'ল। মাত্ৰ ষোল বছৰ বয়সতে তেওঁ কানাডাৰ গ্ৰাণ্ড ট্ৰাঙ্ক ৰেইলওৱেত টেলিগ্ৰাফিষ্টৰ চাকৰি পালে।

কিন্তু চাকৰিটো টমাছে বেছি দিন ৰাখি খাব নোৱাৰিলে। ঘাইলৈ দুটা কাৰণত তেওঁ চাকৰি হেৰুৱাব লগা হ'ল। প্ৰথমতে, টেলিগ্ৰাফিষ্টৰ চাকৰিটো এনেকুৱা যে দিনৰ পিছত দিন যান্ত্ৰিকভাৱে একেবোৰ কামকে কৰিব লগা হয়; তাত নিত্য-নতুন উদ্ভাৱনা বা সম্পৰীক্ষাৰ কোনো অৱকাশ নাই। কিন্তু টমাছে বিচাৰে নিতৌ ন ন কথা জানিবলৈ, পৰীক্ষা কৰিবলৈ আৰু আবিষ্কাৰ কৰিবলৈ। টেলিগ্ৰাফিষ্টৰ কামৰ যান্ত্ৰিক পুনৰাবৃত্তিত সেইবোৰ কৰাৰ কোনো সুবিধা নাছিল। ফলত চাকৰিটোৱে তেওঁক অতি সোনকালে আমুৱাবলৈ ধৰিলে।

দ্বিতীয়তে, টমাছ আছিল অতি সৎ আৰু কৰ্তব্য-পৰায়ণ মানুহ। ওপৰৱালাৰ অন্যায় আদেশ পালন কৰিবলৈ তেওঁ প্ৰস্তুত নাছিল। ওপৰৱালাক সন্তুষ্ট কৰাতকৈ কৰ্তব্য-পালনৰ দ্বাৰা নিজৰ বিবেকক সন্তুষ্ট কৰাৰ ওপৰতহে তেওঁ বেছি জোৰ দিছিল। ফলত এদিন টমাছে তেওঁৰ এজন ওপৰৱালাক ভীষণভাৱে অসন্তুষ্ট কৰিবলৈ বাধ্য হ'ল।

এদিন টমাছে তেওঁৰ নিজৰ কামত ব্যস্ত হৈ থাকোতে এজন পিয়ন আহি তেওঁক এটুকুৰা কাগজ দিলে। কাগজখন পঢ়ি চাই তেওঁ দেখিলে— মেকডুনাল্ড নামৰ তেওঁৰ এজন ওপৰৱালা বিষয়াই এখন জৰুৰী টেলিগ্ৰাম পঠিয়াবলৈ টমাছক নিৰ্দেশ দিছে। কিন্তু টেলিগ্ৰামৰ কথাখিনি পঢ়ি চাই টমাছ অবাক হ'ল, কাৰণ সেই কথাখিনিৰ লগত ৰেলৰ কামৰ কোনো সম্পৰ্ক নাছিল। ৰেলৰ টেলিগ্ৰাফৰ যোগেদি মেকডুনাল্ডে তেওঁৰ ঘৈণীয়েকলৈ এটা ব্যক্তিগত বাৰ্তা পঠাব বিচাৰিছিল।

কিন্তু ঠিক সেই মুহূৰ্তত যিখন জৰুৰী টেলিগ্ৰাম পঠোৱাৰ কামত টমাছ খুব ব্যস্ত হৈ পৰিছিল সি আছিল ৰাজহুৱা স্বাৰ্থত অতি গুৰুত্বপূৰ্ণ। ৰেল লাইনৰ কোনোবা এঠাইত ফিছ-প্লেট ঢিলা হৈ খুলি যোৱাৰ উপক্ৰম হৈছে। টেলিগ্ৰাম কৰি ইঞ্জিন ড্ৰাইভাৰক সতৰ্ক কৰি নিদিলে ডাঙৰ দুৰ্ঘটনা হোৱাৰ আশংকা আছে। টমাছে পিয়নজনক স্পষ্টভাৱে কৈ দিলে যে সেই জৰুৰী টেলিগ্ৰামখন পঠাই শেষ নোহোৱালৈকে তেওঁ আন কাৰো টেলিগ্ৰাম পঠাব নোৱাৰে।

পিয়নজনে অলপ পিছতে আকৌ ঘূৰি আহি টমাছক ক'লে যে মেকডুনাল্ডে টমাছক তৎক্ষণাত তেওঁৰ অফিচলৈ মাতি পঠাইছে। টমাছৰ বুজিবলৈ বাকী নৰ'ল যে ওপৰৱালা তেওঁৰ ওপৰত নাৰাজ হৈছে। কিন্তু সেই বুলি তেওঁ অকণো ভয় নাখালে। বৰং পিয়নজনৰ যোগেদি তেওঁ ওপৰৱালা বিষয়ালৈ এই বুলিহে খবৰ পঠালে যে নিজৰ কাম শেষ কৰাৰ পিছতহে তেওঁ বিষয়াজনক দেখা কৰিব পাৰিব।

সামান্য তলতীয়া কৰ্মচাৰী এজনৰ ইমান স্পৰ্ধা! টমাছে যেতিয়া মেকডুনাল্ডক দেখা কৰিবলৈ গ'ল

তেতিয়া মেকডুনাল্ডে টমাছক চুই কিলাবলৈহে বাকী থাকিল। তৰ্জন-গৰ্জন কৰি তেওঁ টমাছক ক'লে— 'সামান্য তলতীয়া কৰ্মচাৰী এজনৰ ইমান অবাধ্যতা মই সহ্য নকৰো। এই মুহূৰ্ততে মই তোমাক চাকৰিৰ পৰা বৰ্খাস্ত কৰিলো।'

মেকডুনাল্ডৰ কথা শুনি বিন্দুমাত্ৰ বিচলিত নহৈ টমাছে শান্তভাৱে সুধিলে— 'মোৰ অপৰাধ কি সেই কথা মই জানিব পাৰোনে চাৰ?'

মেকডুনাল্ডে আগতকৈ দুগুণ খঙেৰে ক'লে— 'অপৰাধ? তুমি মোৰ হুকুম অমান্য কৰিছা; তুমি এই কথা পাহৰি গৈছা যে মোৰ হুকুম পালন কৰাটোৱেই হ'ল তোমাৰ আটাইতকৈ ডাঙৰ কৰ্তব্য। ইয়াতকৈ ডাঙৰ অপৰাধ আন কি হ'ব লাগে?'

'কিন্তু মই ভাবিছিলো যে যি কামৰ কাৰণে মোক ইয়াত দৰ্মহা দি ৰখা হৈছে সেই কাম কৰাটোৱেই হ'ল মোৰ আটাইতকৈ ডাঙৰ কৰ্তব্য'— টমাছে আকৌ শান্তভাৱে ক'লে। তাৰ পিছত তেওঁ আকৌ ক'বলৈ ধৰিলে— 'আপুনি এই কথা এবাৰো চিন্তা কৰি চোৱা নাইনে যে কাৰোবাক যদি চাকৰিৰ পৰা বৰ্খাস্ত কৰিবই লাগে, তেন্তে মোক নহয় , আপোনাকহে বৰ্খাস্ত কৰিব লাগে? আচল অপৰাধী কোন? মই মোৰ কৰ্তব্যত অতি ব্যস্ত হৈ থকাৰ সময়ত আপুনি ৰেলৰ টেলিগ্ৰাফৰ। যোগেদি আপোনাৰ ব্যক্তিগত বাৰ্তা পঠাবলৈ মোক হুকুম দি এটা ডাঙৰ অপৰাধ কৰা নাইনে? চাকৰিৰ পৰা খেদা খাব লগা হোৱাত মোৰ অকণো আফচোচ নাই, কাৰণ আপোনাৰ নিচিনা অভদ্ৰ আৰু বিবেকহীন মানুহৰ তলত চাকৰি কৰাতকৈ নিবনুৱা হৈ থকাও বেছি ভাল।'

# বেছিকৈ শোৱাটো জীৱনৰ অপচয় মাত্ৰ

চাকৰিটোযোৱাৰ পিছত টমাছ কানাডাৰ পৰা আমেৰিকালৈ ঘূৰি আহিল। বিবেকৰ নিৰ্দেশত তেওঁ চাকৰিটো এৰি থৈ আহিল যদিও তেওঁৰ চাকৰিৰ প্ৰয়োজন আছিল, কাৰণ তেওঁ কাম-বন নকৰি বহি খাব পৰা ধনী মানুহ নাছিল। তেওঁ আকৌ চাকৰি বিচাৰিবলৈ ধৰিলে। কিছুদিন চাকৰি বিচৰাৰ পিছত তেওঁ অৱশেষত চিনচিনাটি নামৰ চহৰত আকৌ টেলিগ্ৰাফ অপাৰেটৰৰ চাকৰি এটা পালে। বাধ্যত পৰি চাকৰি ল'লে যদিও তেওঁৰ মনত সুখ নাছিল। তেওঁৰ দৰ্মহা আছিল খুব কম। তেওঁৰ গৱেষণাৰ কাৰণে প্ৰয়োজনীয় কিতাপ আৰু সঁজুলি কিনিবলৈ তেওঁ ধন ৰাহি কৰিব নোৱাৰিছিল। কিন্তু চাকৰি কৰি কোনোমতে পেটে-ভাতে খাই থকাটোৱেইতো তেওঁৰ জীৱনৰ লক্ষ্য নাছিল বা কেৱল তাৰ কাৰণেই তেওঁৰ জন্ম হোৱা নাছিল। তেওঁৰ জীৱনৰ লক্ষ্য আছিল নানা বিষয়ে জ্ঞান আহৰণ কৰা, গৱেষণা কৰা, আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সহায় লৈ মানুহৰ ব্যৱহাৰৰ কাৰণে নানাধৰণৰ উন্নত সঁজুলি উদ্ভাৱন কৰা। কিন্তু এটা সময়ত তেওঁ বুজি পালে যে টেলিগ্ৰাফ অপাৰেটৰৰ চাকৰিটো কৰি থাকিলে কোনোমতে খাই-বৈ জীয়াই থকাৰ বাহিৰে তেওঁ জীৱনত আন কোনো ডাঙৰ কামেই কৰিব নোৱাৰিব।

চাকৰিটো এৰি দি টমাছে এদিন ভাগ্যৰ সন্ধানত নিৰুদ্দেশ যাত্ৰা আৰম্ভ কৰিলে।

টমাছৰ এই অস্থিৰ অৱস্থা প্ৰায় পাঁচ বছৰমান ধৰি চলিল। তেওঁ যে চাকৰি নোপোৱাকৈ আছিল সেই কথা নহয়। ইটোৰ পিছত সিটোকৈ তেওঁ কে'বাটাও চাকৰি পাইছিল; কিন্তু কোনো এটা চাকৰিতে তেওঁ বেছি দিন টিকি থাকিব পৰা নাছিল। এখন ঠাইত কিছুদিন থকাৰ পিছতে তেওঁৰ আমনি লাগিবলৈ আৰম্ভ কৰিছিল; ফলত চাকৰিটো এৰি দি তেওঁ আন এখন ঠাইলৈ যাত্ৰা কৰিছিল। তেওঁ যে বেছি দৰ্মহা পোৱা ভাল চাকৰিৰ সন্ধানত এনেভাৱে অস্থিৰ হৈ ঘূৰি ফুৰিছিল সেই কথাও নহয়। তেওঁ আচলতে নিজৰ কাৰণে জীৱনৰ এটা লক্ষ্য ঠিক কৰি লৈছিল, আৰু চাকৰি কৰি ধন ঘটাতকৈ সেই লক্ষ্যত উপনীত হোৱাৰ ওপৰতহে তেওঁ বেছি জোৰ দিছিল। ফলত চাকৰি কৰি থকা সময়তো তেওঁ বেছিকৈ সময় খৰচ কৰিছিল গৱেষণাৰ কামত। গৱেষণাৰ কাৰণে দিনত কম সময় পোৱা যায়, কাৰণ দিনত চাকৰি কৰিব লাগে। সেই কাৰণে তেওঁ ৰাতি মাত্ৰ চাৰি ঘণ্টা শুইছিল। বাকীখিনি সময় উজাগৰে থাকি গৱেষণাৰ কাম কৰিছিল। তেওঁৰ মুখত প্ৰায়েই এই কথা শুনা গৈছিল যে বেছিকৈ শোৱাটো জীৱনৰ অপচয় মাত্ৰ। সি যি কি নহওক, চাকৰি কৰি থকাৰ সময়তো নিজৰ গৱেষণাৰ কামত বেছিকৈ সময় দিয়াৰ কাৰণেও তেওঁ কে'বাটাও চাকৰি হেৰুৱাব লগা হৈছিল।

একৈশ বছৰ বয়সত ভৰি দি টমাছে উপলব্ধি কৰিলে যে এই অস্থিৰ অৱস্থাৰ অৱসান ঘটাই এঠাইত থিতাপি লাগিবৰ সময় হ'ল। তেনে সময়তে এজন বন্ধুৱে তেওঁক ব'ষ্টনলৈ যাবলৈ উপদেশ দিলে। বন্ধুৱে নহয়— যেন স্বয়ং ভাগ্যইহে বন্ধুজনৰ জৰিয়তে টমাছক ব'ষ্টনলৈ যাবলৈ নিৰ্দেশ দিলে। ব'ষ্টনতেই তেওঁ এনেকুৱা কিছুমান গৱেষণাৰ কাম কৰিবলৈ সুযোগ পালে— যিবোৰ গৱেষণাৰ ফলে তেওঁৰ মনলৈ প্ৰবল আত্ম-বিশ্বাস আনি দিলে আৰু তেওঁৰ মনত বহুত নতুন নতুন চিন্তাৰ বীজ সিঁচিলে।

ব'ষ্টনত তেওঁ ওৱেষ্টাৰ্ণ ইউনিয়ন টেলিগ্ৰাফ নামৰ কোম্পানীৰ অফিচত টেলিগ্ৰাফিষ্টৰ চাকৰি পালে। তেওঁক ৰাতি কাম কৰিবলৈ দিয়া হৈছিল; ফলত দিনৰ ভাগত তেওঁ গৱেষণাৰ কামত আত্ম-নিয়োগ কৰিছিল।

তাৰ মাজতে সময় উলিয়াই তেওঁ মাত্ৰ চাৰি ঘণ্টা শুইছিল। এজন এবৈশ বছৰীয়া ডেকা ল'ৰাৰ মনলৈ আমোদ-প্ৰমোদৰ কোনো চিন্তাই অহা নাছিল; তেওঁৰ কাৰণে প্ৰতিটো মুহূৰ্তই আছিল কামৰ সময়। কাম কৰি তেওঁ আনন্দ পাইছিল; কামৰ মাজতেই তেওঁ বিচাৰি পাইছিল জীয়াই থকাৰ চৰম সাৰ্থকতা। কামৰ মাজত যি মানুহে ইমান আনন্দ পাব পাৰে, তেওঁৰ কাৰণে আন আমোদ-প্ৰমোদৰ প্ৰয়োজন কি?

টেলিগ্ৰাফ হ'ল মূলতে এটা বৈদ্যুতিক সৰঞ্জাম, অৰ্থাৎ ইয়াক বিজুলী শক্তিৰ সহায়েৰে চলোৱা হয়। গতিকে বিদ্যুৎ বিজ্ঞানৰ বিষয়ে ভাল জ্ঞান থকা মানুহৰ পক্ষে ভাল টেলিগ্ৰাফিষ্ট হোৱা বেছি সহজ হয়। টমাছে অতি সৰু বয়সৰ পৰাই নিজৰ গৱেষণাগাৰত নানা বৈদ্যুতিক গৱেষণা আৰু সম্পৰীক্ষা কৰি কৰি সেই বিষয়ত অতি পাকৈত হৈ উঠিছিল। এতিয়া সেই বিদ্যা তেওঁৰ ভাল কামত লাগিল। ব'ষ্টনত টেলিগ্ৰাফিষ্ট হিচাপে চাকৰিত যোগ দিয়াৰ লগে লগে তেওঁৰ অসাধাৰণ কৰ্ম-নৈপুণ্য সকলোৰে চকুত পৰিল। তেওঁৰ ওপৰৱালা আৰু সহকৰ্মী সকলোৱেই একমুখে তেওঁৰ প্ৰশংসা কৰিবলৈ ধৰিলে। তেওঁৰ নিয়োগ-কৰ্তাই আনকি তেওঁৰ দৰ্মহাও বঢ়াই দিলে।

কিন্তু পাকৈত ইলেক্‌ট্ৰিচিয়ান হিচাপে টমাছৰ যিটো কামে আটাইতকৈ বেছি প্ৰশংসা আদায় কৰিছিল তাৰ লগত টেলিগ্ৰাফৰ কোনো সম্পৰ্ক নাছিল।

পৃথিৱীত এনে কোনো মানুহ থাকিব নোৱাৰে যি মানুহে পঁইতাচোৰাৰ উৎপাতৰ লগত চিনাকি নহয়। দিনৰ ভাগত নৰ্দমা বা আন তেনে কোনো আন্ধাৰ লেতেৰা ঠাইত লুকাই থকা পঁইতাচোৰাই ৰাতি হ'লেই জাকে জাকে ওলাই আহি খাদ্যৰ সন্ধানত মানুহৰ ঘৰত পিয়াপি দি ফুৰে। সিহঁতে ৰোগৰ বীজাণু কঢ়িয়াই লৈ ফুৰে কাৰণে মানুহে সিহঁতক ঘিণ কৰে আৰু সিহঁতক মাৰি শেষ কৰিবলৈ চেষ্টা কৰে। অকল পঁইতাচোৰা মাৰিবৰ কাৰণেই যে বজাৰত কিমান দৰৱ ওলাইছে তাৰ সীমা-সংখ্যা নাই। কিন্তু ৰক্তবীজৰ বংশধৰৰ নিচিনা পঁইতাচোৰাবোৰক মাৰি শেষ কৰাটো সহজ কাম নহয়। প্ৰায় ৩৫ কোটি বছৰতকৈ বেছি সময় ধৰি সিহঁত এই পৃথিৱীত আছে। প্ৰাণী-বিজ্ঞানীসকলৰ মতে সিহঁতেই বোধহয় পৃথিৱীত প্ৰথম উৰণীয়া প্ৰাণী। এই ৩৫ কোটি বছৰৰ ভিতৰত বিভিন্ন প্ৰজাতিৰ বহুতো প্ৰাণী পৃথিৱীৰ পৰা বিলুপ্ত হৈ গ'ল; কিন্তু পঁইতাচোৰা আজিও আছে।

টমাছে কাম কৰা টেলিগ্ৰাফ অফিচটোতো আছিল অসংখ্য পঁইতাচোৰা। এদিন এটা পঁইতাচোৰাই টমাছৰ এজন সহকৰ্মীৰ কোটৰ জেপত আশ্ৰয় লৈছিল। গডউইন নামৰ সেই মানুহজনে জেপত হাতখন সুমুৱাই হঠাৎ বিকটভাৱে চিঞৰি উঠিল, কাৰণ কিবা এটাই আঙুলিত কামুৰি দিয়া যেন তেওঁ অনুভৱ কৰিলে। তেওঁৰ চিঞৰ শুনি কোঠাটোত থকা আটাইকেইজন সহকৰ্মী তেওঁৰ ওচৰলৈ দৌৰি আহিল। মানুহজনে চোলাৰ জেপত দ্বিতীয়বাৰ হাত ভৰাবলৈ সাহ নকৰা যেন দেখি টমাছে তেওঁৰ কোটটো গাৰ পৰা খুলি জোঁকাৰি দিলে। লগে লগে মাটিত জপিয়াই পৰিল এটা পঁইতাচোৰা।

পঁইতাচোৰাৰ অবিৰাম উৎপাতত বিৰক্ত হৈ থকা সহকৰ্মীসকলে এইবাৰ টমাছক ঘেৰি ধৰি ক'লে— 'তুমিতো এটা প্ৰকাণ্ড বুদ্ধিৰ ভঁৰাল। নাকটো চিকুটিলেই তোমাৰ বুদ্ধি ওলায়। পঁইতাচোৰাবোৰ মৰাৰ কাৰণে কিবা এটা বুদ্ধি উলিয়াব নোৱাৰানে?'

টমাছে অলপ সময় চিন্তা কৰি ক'লে— 'দেখা যাওক কি কৰিব পাৰো। আশা কৰো যে কাইলৈৰ পৰা তোমালোকে ইয়াত এটাও পঁইতাচোৰা দেখিবলৈ নাপাবা।'

পিছদিনা ৰাতি কামলৈ আহোঁতে টমাছে এচটা টিনপাত লগত লৈ আহিল। টিনপাতচটা সৰু আৰু দীঘলীয়াকৈ দুফাল কৰি তেওঁ টেবুলৰ ওপৰত সমান্তৰাল ভাৱে সজাই ল'লে। তাৰ পিছত তেওঁ এটা শক্তিশালী বেটাৰিৰ দুটা মূৰৰ লগত টিনপাত দুচটা সংযুক্ত কৰি দিলে। টেবুলৰ ওপৰত থোৱা হ'ল কিছু খোৱা বস্তু।

যথাসময়ত টেবুলৰ ওপৰত পঁইতাচোৰাৰ প্ৰবেশ ঘটিল। সি এচটা টিনপাত বগাই আনটো চটাত ভৰি দিয়াৰ লগে লগেই বৈদ্যুতিক চাৰ্কিট সম্পূৰ্ণ হ'ল আৰু বিজুলীৰ আঘাতত লগে লগে পঁইতাচোৰাৰ প্ৰাণ-বায়ু উৰি গ'ল। এনেকৈ এটাৰ পিছত এটাকৈ বহুতো পঁইচাচোৰাই টমাছৰ বৈদ্যুতিক মৰণ ফান্দত ধৰা দিলে। টমাছৰ ভেলেকি-বাজি দেখি তেওঁৰ সহকৰ্মীবোৰৰ মুখৰ মাত হৰিল।

অৱশ্যে বেছিকৈ বুদ্ধি খটাবলৈ গৈ টমাছে এদিন চাকৰিটো হেৰুৱাব লগাও হ'ল।

টমাছে ৰাতি টেলিগ্ৰাফ অফিচত কাম কৰে, দিনত ঘৰত নানা বিষয়ৰ বৈজ্ঞানিক গৱেষণা কৰে। শুবলৈ খুব কম সময় পোৱাৰ কাৰণে ৰাতি কাম কৰি থাকোতেই তেওঁ কেতিয়াবা টোপনিত ঢলি পৰে। তেওঁৰ সহকৰ্মীসকলে নিশ্চয় বৈজ্ঞানিক গৱেষণা নকৰে; কিন্তু ৰাতি কৰ্তব্যৰত অৱস্থাত তেওঁলোককো কেতিয়াবা টোপনিয়ে হেঁচা মাৰি ধৰে। কোম্পানীৰ মালিকসকলে প্ৰায়েই এই কথাটো সন্দেহ কৰি আছিল। সেই কাৰণে কৰ্মচাৰীসকলে গোটেই ৰাতি ঠিকমতে কাম কৰে নে নকৰে জানিবলৈ তেওঁলোকে এটা বুদ্ধি উলিয়ালে। তেওঁলোকে কৰ্মচাৰীসকলক এই বুলি নিৰ্দেশ দিলে যে নৈশ অপাৰেটৰসকলে গোটেই ৰাতি এঘণ্টাৰ মূৰে মূৰে টেলিগ্ৰাফ কৰি সদৰ কাৰ্যালয়লৈ এটা সাংকেতিক বাৰ্তা পঠাব লাগিব। কোনোবা কৰ্মচাৰীয়ে সেই বাৰ্তা নপঠালেই বুজিব লাগিব যে তেওঁ টোপনিত লালকাল হৈ আছে।

টেলিগ্ৰাফ অফিচত ৰাতি সাধাৰণতে বেছি কাম নাথাকে; গতিকে কাম নথকা সময়খিনিত কিছু সময় শুই ল'লে সেইটো একো সাংঘাতিক দোষণীয় কথা নহয়। অথচ কাম থাককেই বা নাথাকক— এতিয়াৰ পৰা গোটেই ৰাতি জাগি থাকিব লাগিব! টমাছ সেই কথা মানি ল'বলৈ প্ৰস্তুত নহ'ল। 'মিতিৰো ৰ'ব চাউলো সিজিব'— এনে এটা কৌশল উদ্ভাৱন কৰিবলৈ তেওঁ মনস্থ কৰিলে। কোম্পানীৰ মালিকসকলৰ নিৰ্দেশ আছিল যে নৈশ অপাৰেটৰসকলে ইংৰাজী 'ছয়' শব্দটো মৰ্ছ সংকেতৰ (Morse code) জৰিয়তে টেলিগ্ৰাফ কৰি পঠাব লাগিব। টমাছে বুদ্ধি খটাই এনে এটা যন্ত্ৰ সাজি উলিয়ালে— যিটো যন্ত্ৰই মানুহৰ হাতৰ সহায় নোলোৱাকৈ নিজে নিজে 'ছয়' শব্দটো টেলিগ্ৰাফত পঠাব পাৰে। যন্ত্ৰটোক এটা ঘড়ীৰ লগত সংযুক্ত কৰি দিয়াৰ ফলত সি এঘণ্টাৰ মূৰে মূৰে সংকেত পঠাব পৰা হ'ল। ইয়াৰ পিছৰ পৰা খুচি মতে নিদ্ৰা-সুখ উপভোগ কৰাত টমাছৰ একো অসুবিধা নহ'ল।

কিন্তু কোম্পানীৰ মালিকসকলো একেবাৰেই বুৰ্বক নাছিল। তেওঁলোকৰ এজনৰ মনত কিছুদিন ধৰি সন্দেহৰ উদ্ৰেক হ'বলৈ ধৰিলে। মনৰ অশান্তি দূৰ কৰিবৰ মনেৰে অৱশেষত এদিন তেওঁ টমাছৰ পৰা বাৰ্তা পোৱাৰ লগে লগে টেলিগ্ৰাফৰ যোগেদি তেওঁক মাতি পঠালে। কে'বাবাৰো মাতি মাতিও তেওঁ যেতিয়া টমাছৰ পৰা কোনো সঁহাৰি নাপালে তেতিয়া তেওঁৰ মনত সন্দেহ আগতকৈ বেছি ঘনীভূত হ'ল। গাড়ীত উঠি সেই মুহূৰ্ততে তেওঁ টমাছৰ কৰ্মস্থললৈ ঢাপলি মেলিলে। তাত গৈ তেওঁ দেখিলে যে তেওঁৰ অনুমানেই সত্য। টমাছ টোপনিত লালকাল। তেওঁৰ হৈ টেলিগ্ৰাফ বাৰ্তা পঠাইছে এটা যন্ত্ৰই !

পিছদিনাই টমাছে চাকৰিৰ পৰা খেদা খালে।

# ব'ষ্টনৰ পৰা নিউইয়ৰ্কলৈ

ব'ষ্টনৰ পৰা বিদায় লৈ ভাগ্যৰ অন্বেষণত টমাছে এদিন নিউইয়ৰ্কলৈ বুলি যাত্রা কৰিলে। ১৮৬৯ খ্রীষ্টাব্দৰ কোনোবা এটা দিনত তেওঁ নিউইয়ৰ্কত আহি উপস্থিত হ'ল।

ব'ষ্টনত চাকৰি কৰি থাকোতে তেওঁ যি দৰ্মহা পাইছিল তাৰ বেছিভাগেই খৰচ হৈছিল গৱেষণাৰ সমল আৰু কিতাপ কিনাত। ধন ৰাহি কৰিব পৰা অৱস্থা তেওঁৰ নাছিল। যি সামান্য ধন ৰাহি হৈছিল তাৰে তেওঁ নিউইয়ৰ্কলৈ যাবলৈ জাহাজৰ টিকট কিনিবৰ কাৰণে খৰচ কৰিব লগা হ'ল। ফলত নিউইয়ৰ্কত ভৰি দিবৰ সময়ত তেওঁৰ জেপত ফুটাকড়ি এটাও বাকী নাছিল। ব'ষ্টনৰ পৰা নিউইয়ৰ্কলৈ যাত্রা কৰোঁতেই তেওঁ জানিছিল যে এই অচিনাকি অনাত্মীয় চহৰত তেওঁৰ কাৰণে অপেক্ষা কৰি আছে কেৱল অনিশ্চিত ভৱিষ্যতে। সম্বল হিচাপে তেওঁ লগত আনিছিল কেৱল এজন বন্ধুৰ ঠিকনা। এতিয়া বন্ধুজনৰ ঘৰ বিচাৰি উলিওৱাটোৱেই হ'ল তেওঁৰ প্রথম কাম। তেওঁৰ পৰা অলপ ধন ধাৰ হিচাপে পালে টমাছে নিজৰ ভাগ্য পৰীক্ষা কৰি চাবলৈ অন্ততঃ কিছু সময় পাব।

জেপত ফুটাকড়ি এটাও নাই, গতিকে তেওঁ খোজ কাঢ়ি নিউইয়ৰ্কৰ অচিনাকি বাটত টহলি ফুৰিব লগা হ'ল। বহুত সময় ধৰি পেটত খুদকণ এটাও পৰা নাই, ভোকত তেওঁ আধামৰা হ'ল। অৱশেষত তেওঁ বন্ধুজনৰ ঘৰটো বিচাৰি উলিয়ালে। কিন্তু তাত গৈ টমাছে আৱিষ্কাৰ কৰিলে যে বহুদিন ধৰি বন্ধুজন নিজেই নিবনুৱা হৈ বহি আছে; টমাছক সহায় কৰিব পৰা অৱস্থা তেওঁৰ নাই। কিন্তু বিপদত পৰা বন্ধুক সম্পূর্ণ নিৰাশ নকৰি মানুহজনে টমাছক দুই ডলাৰ ধন দি সহায় কৰিলে।

দুই ডলাৰ ধন শেষ হ'বলৈ বেছি সময় নালাগিল। কিন্তু টমাছৰ চাকৰি যোগাৰ কৰাৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। তেওঁৰ জীৱনত এই সময়খিনিয়েই বোধহয় আছিল আটাইতকৈ দুৰ্যোগৰ সময়। অচিনাকি চহৰত তেওঁক আশ্রয় দিওঁতা বা ধন ধাৰলৈ দি সহায় কৰোঁতা কোনো মানুহ নাই। ফলত তেওঁৰ দিনৰ পিছত দিন আধাপেটিকৈ বা অনাহাৰে থাকিব লগা হ'ল; মুকলি আকাশৰ তলত ফুটপাথত শুব লগা হ'ল। কিন্তু সেইবুলি তেওঁ হতাশাত ভাগি নপৰিল। ভোকে দুৰ্বল কৰা ক্লান্ত শৰীৰটো চোঁচৰাই চোঁচোৰাই তেওঁ চাকৰি বিচাৰি ফুৰিবলৈ ধৰিলে।

এইদৰে ঘূৰি ঘূৰি তেওঁ এদিন এটা টেলিগ্রাফ কোম্পানীৰ অফিচ আৱিষ্কাৰ কৰিলে। কোম্পানীটোৰ নাম হ'ল গ'ল্ড ইন্‌দিকেটৰ কোম্পানী (Gold Indicator Company)। কোম্পানীৰ নামটোৰ পৰাই বুজা যায় যে এইকোম্পানীটোৱে সোণৰ বজাৰ দৰৰ খবৰ ৰাখে। সোণৰ দাম প্রায় প্রতিদিনেই উঠা-নমা কৰে। আনকি দিনটোৰ ভিতৰতো সোণৰ দাম কে'বাবাৰো উঠা-নমা কৰিব পাৰে। সোণৰ দাম কোন সময়ত কিমান হ'ল সেই কথা লগে লগে জানিব পাৰিলে সোণৰ ব্যৱসায়ীসকলৰ বহুত সুবিধা হয়। টেলিগ্রাফ আৱিষ্কাৰ হোৱাৰ পিছত মুহূৰ্তৰ ভিতৰতে বিভিন্ন চহৰত থকা সোণৰ ব্যৱসায়ীসকলক দামৰ উঠা-নমাৰ খবৰ জনাই থকাটো সম্ভৱ হ'ল। ওপৰত উল্লেখ কৰা কোম্পানীটোৰ ব্যৱসায় আছিল সেইটোৱেই। কিন্তু টেলিগ্রাফত খবৰ পঠিয়াবলৈ তেওঁলোকৰ বেছি মানুহৰ দৰকাৰ নাছিল। এই কামৰ কাৰণে কোম্পানীটোৰ কে'বাটাও স্বয়ংক্রিয় যন্ত্র আছিল। এই যন্ত্রবোৰে সোণৰ দামৰ উঠা-নমাৰ খবৰ আপোনা-আপুনি সংগ্রহ কৰি বিভিন্ন ঠাইলৈ পঠাব পাৰিছিল।

ইয়াৰ আগৰ এটা অধ্যায়ত কৈ অহা হৈছে যে যি নিজকে সহায় কৰে তেওঁক ভাগ্যয়ো সহায় কৰে। একেটা কথাকে আকৌ দোহাৰিব লগা হ'ল। টমাছৰ এনেকুৱাই ভাগ্য যে তেওঁ যিদিনা এই কোম্পানীটোৰ অফিচত উপস্থিত হ'ল ঠিক সেইদিনাই তেওঁলোকৰ মূল যন্ত্রটোত কিবা বিজুতি লাগি অচল হৈ পৰিল। মূল যন্ত্রটো অচল হ'লে বাকীবোৰ যন্ত্রও নচলে; ফলত কোম্পানীটোৰ ইমান লাভজনক ব্যৱসায়টো বন্ধ হোৱাৰ উপক্রম হ'ল। কোম্পানীৰ কাৰিকৰসকলে বহুত সময় ধৰি যন্ত্রটো ভাল কৰিবলৈ চেষ্টা কৰি আছে, কিন্তু পৰা নাই। দুশ্চিন্তাত সকলোৰে মুখ শুকাবলৈ ধৰিছে।

টমাছে কিছু দূৰত থিয় হৈ কাৰিকৰসকলৰ কাণ্ড-কাৰখানা চাই আছিল। জীৱনৰ বহু বছৰ ধৰি তেওঁৰ টেলিগ্রাফৰ লগত কাৰবাৰ। নিজৰ হাতৰ তলুৱাখনৰ দৰেই টেলিগ্রাফৰ যন্ত্র-পাতিও তেওঁৰ চিনাকি। কিছু সময় যন্ত্রটো নিৰীক্ষণ কৰি তেওঁ বুজিব পাৰিলে যে সেইটো ভাল কৰাটো তেওঁৰ পক্ষে অসম্ভৱ নহ'ব। তেওঁ দুখোজমান আগবাঢ়ি গৈ ক'লে— 'যন্ত্রটো পৰীক্ষা কৰি চাবলৈ আপোনালোকে মোক অনুমতি দিবনে? মই বিশ্বাস কৰো যে মই যন্ত্রটো ভাল কৰি দিব পাৰিম।'

টমাছৰ উপস্থিতি লক্ষ্য কৰিবলৈ ইমানপৰে কাৰো সময়েই হোৱা নাছিল। দুশ্চিন্তা-গ্রস্ত প্রত্যেকজন মানুহেই ব্যস্ত হৈ আছিল যন্ত্রটোক লৈ। এতিয়া তেওঁৰ কথা শুনি সকলোৱে তেওঁৰ ফালে ঘূৰি চালে। কি কথা কয় মলিয়ন সাজ-পাৰ পিন্ধা এই অচিনাকি ডেকাজনে? কিন্তু পানীত ডুবি মৰিব খোজা মানুহে আশ্রয় হিচাপে খেৰ-কুটা এডালকো অৱজ্ঞা নকৰাৰ দৰে কোম্পানীৰ পৰিচালকজনেও টমাছক এটা সুযোগ দিবলৈ ঠিক কৰিলে। অৱশ্যে তেওঁ মুঠেই বিশ্বাস কৰা নাছিল যে কোম্পানীৰ ইমানবোৰ দক্ষ আৰু অভিজ্ঞ কাৰিকৰে কৰিব নোৱৰা কামটো এই অজ্ঞাত -কুল—শীল ডেকাজনে কৰি দিব পাৰিব।

কিন্তু পৰিচালকজনক বিস্ময়ত হতবাক কৰি টমাছে আধা ঘণ্টাতকৈয়ো কম সময়ৰ ভিতৰতে যন্ত্রটো ভাল কৰি পেলালে।

নক'লেও হ'ব যে ইয়াৰ পিছত আহিল টমাছক পুৰস্কাৰ দিয়াৰ পালা। কি পুৰস্কাৰ পালে তেওঁ? যি চাকৰিৰ কাৰণে টমাছ ইমানখিনি হাবাথুৰি খাই আছিল সেই চাকৰি অৱশেষত তেওঁৰ হাতলৈ নামি আহিল স্বৰ্গৰ উপহাৰৰ দৰে। বিস্ময়ত অভিভূত আৰু কৃতজ্ঞ পৰিচালকজনে টমাছক কোম্পানীৰ আটাইবোৰ যন্ত্রৰ তত্ত্বাৱধানৰ দায়িত্ব দি এটা ওখ খাপৰ চাকৰি দিলে। দৰ্মহা— মাহে তিনিশ ডলাৰ। ইমান বেছি দৰ্মহা পোৱাৰ কথা বাইশ বছৰীয়া টমাছে সপোনতো ভাবিব পৰা নাছিল।

# মানুহৰ আটাইতকৈ মূল্যবান সম্পদ ঃ সময়

টমাছৰ নতুন চাকৰিটোৱে তেওঁক যথেষ্ট ধন দিয়াৰ উপৰিও গৱেষণাৰ কাৰণে অফুৰন্ত সময় আৰু সুযোগ দিলে। তেওঁৰ প্ৰথম কাম হ'ল কোম্পানীটোৰ টেলিগ্ৰাফৰ যন্ত্ৰপাতিবোৰ অধিক উন্নত আৰু কৰ্মক্ষম কৰি তোলা। তাকে কৰিবলৈ গৈ তেওঁ গৱেষণা আৰু সম্পৰীক্ষাৰ দ্বাৰা বহুতো নতুন কৌশল আৰু সঁজুলি উদ্ভাৱন কৰিব লগা হ'ল। এইবোৰৰ খবৰ টেলিগ্ৰাফৰ লগত জড়িত কাৰিকৰী মহলত অতি সোনকালে বিয়পি পৰিল, আৰু সকলোৱেই তেওঁক সৰ্বশ্ৰেষ্ঠ বিজ্ঞানী বুলি স্বীকাৰ কৰি ল'লে। টমাছে নিজৰ কাৰণে জীৱনৰ যি লক্ষ্য ঠিক কৰি লৈছিল সেই লক্ষ্যৰ প্ৰায় ওচৰত তেওঁ অৱশেষত উপনীত হ'ল।

চাকৰি বা ব্যৱসায় কৰি ধন ঘটা আৰু ভোগ-বিলাসত জীৱন কটোৱাটোৱেই যদি টমাছৰ জীৱনৰ লক্ষ্য হ'লহেঁতেন, তেন্তে আমি তেওঁৰ জীৱন-চৰিত লেখাৰ বা পঢ়াৰ প্ৰয়োজন কেতিয়াও অনুভৱ নকৰিলোহেঁতেন। পৃথিৱীৰ বেছিভাগ মানুহে কেৱল সেইটোকে কৰে। কিন্তু যিজন টমাছ আলভা এডিছনে কৈছিল যে 'প্ৰতিভা মানে এশভাগৰ কেৱল এভাগহে প্ৰতিভা, বাকী নিৰানব্বৈ ভাগেই ঘৰ্মাক্ত পৰিশ্ৰম', সেই মানুহজনৰ জীৱন-চৰিত আমি পঢ়োঁ তেওঁৰ কৃতকাৰ্যতাৰ ৰহস্য জানিবলৈ, তেওঁৰ জীৱনৰ পৰা শিক্ষা ল'বলৈ।

টমাছৰ জীৱনৰ মূলমন্ত্ৰ আছিল সময়ৰ সদ্ব্যৱহাৰ। জীৱনৰ এটা মুহূৰ্তও তেওঁ অপচয় কৰা নাছিল, এটা মুহূৰ্তও তেওঁ কাম নকৰাকৈ থকা নাছিল। তেওঁৰ এজন জীৱনীকাৰে লিখি থৈ গৈছে— গ'ল্ড ইন্‌ডিকেটৰ কোম্পানীত চাকৰি কৰাৰ সময়ত তেওঁ যেতিয়া টেলিগ্ৰাফ-পদ্ধতি উন্নত কৰাৰ বিষয়ে গৱেষণা কৰিছিল, তেতিয়া তেওঁ একে সময়তে ৪৫ টা বিভিন্ন উদ্ভাৱনাৰ ক্ষেত্ৰত কাম কৰিছিল। খন্তেকৰ কাৰণেও জিৰণি নোলোৱাকৈ তেওঁ ঘণ্টাৰ পিছত ঘণ্টা ধৰি কাম কৰি থাকিব পাৰিছিল। তেওঁৰ শ্ৰম-সহিষ্ণুতা দেখি আচৰিত হৈ বন্ধুবোৰে কেতিয়াবা তেওঁক সুধিছিল— 'তুমি যে অকণো জিৰণি নোলোৱাকৈ একেৰাহে ইমান দীঘল সময় ধৰি কাম কৰি থাকা, তোমাৰ কেতিয়াও ভাগৰ নালাগেনে?' উত্তৰত টমাছে কৈছিল— 'ভাগৰ নিশ্চয় লাগে। কিন্তু এটা কাম কৰি ভাগৰ লাগিলেই মই আন আটা কামত হাত দিওঁ।' ঠিক এই কাৰণে তেওঁ একে সময়তে ৪৫ টা ভিন্ন উদ্ভাৱনাৰ কাম কৰি থাকিব পাৰিছিল।

টমাছে যেতিয়া কৈছিল যে এটা কাম কৰি ভাগৰ লাগিলে তেওঁ আন এটা কামত হাত দিয়ে, তেতিয়া তেওঁ নিশ্চয় জনা নাছিল যে প্ৰায় আঢ়ৈহাজাৰ বছৰ আগতে গ্ৰীক দাৰ্শনিক এৰিষ্টটলেও ঠিক সেই একেটা কথাকে কৈছিল। সকলো ডাঙৰ বা মহৎ মানুহে যে একে ধৰণেই চিন্তা কৰে আৰু একেবোৰ কথাকে চিন্তা কৰে— ইও তাৰ এটা প্ৰমাণ। এৰিষ্টটলে কৈছিল যে এটা কাম কৰি ভাগৰ লাগিলে শুই-বহি জিৰণি লোৱাৰ পৰিৱৰ্তে আন এটা কামত হাত দিয়াটোৱেই হ'ল জিৰণি লোৱাৰ সৰ্বোত্তম উপায়।

টমাছে টেলিগ্ৰাফ উন্নত কৰিবলৈ নানা গৱেষণা কৰি থাকোতেই এদিন এটা নতুন চিন্তা তেওঁৰ মনলৈ আহিল। টেলিগ্ৰাফত টক টক শব্দ কৰি যিবোৰ সাংকেতিক বাৰ্তা আহে সেইবোৰ শুনি আৰু তাৰ অৰ্থোদ্ধাৰ কৰি কাগজত লিখিব লগা হয়। কিন্তু এনে এটা উপায় উদ্ভাৱন কৰা সম্ভৱ নহ'বনে— যাৰ সহায়ত টেলিগ্ৰাফ লাইনৰ পৰা কথাখিনি আপোনা-আপুনি কাগজত ছপা হৈ যাব?

এবাৰ এই চিন্তাটো মনলৈ অহাৰ পিছত শয়নে-সপোনে তেওঁ সেই একেটা কথাকে চিন্তা কৰি থকা হ'ল। এই অৱস্থা চলি থকাৰ সময়তে তেওঁ এদিন কোনোবা এঠাইলৈ যাবৰ মনেৰে ৰেল ষ্টেশ্যনলৈ গ'ল। ষ্টেশ্যনত উপস্থিত হৈ তেওঁ জানিব পাৰিলে যে ট্ৰেইন এঘণ্টা দেৰিকৈ চলিছে। অৰ্থাৎ তেওঁ এঘণ্টা সময় ষ্টেশ্যনত অপেক্ষা কৰিব লাগিব।

গোটেই পৃথিৱীৰে কোটি কোটি মানুহৰ ই এটা সাধাৰণ অভিজ্ঞতা। ট্ৰেইন দেৰি হোৱাৰ কাৰণে মানুহে যেতিয়া ষ্টেশ্যনত ৰৈ থাকিব লগা হয়, তেতিয়া মানুহৰ বিৰক্তিৰ সীমা নাথাকে। সময়বোৰ যেন নাযায়-নুপুৱায়। ষ্টেশ্যনত ট্ৰেইনৰ কাৰণে অপেক্ষা কৰি থকা মানেই সময়ৰ অপচয়।

টমাছ আলভা এডিছনে প্ৰায়েই কৈছিল— 'সময়েই হ'ল মানুহৰ জীৱনৰ আটাইতকৈ মূল্যবান সম্পদ, কাৰণ সময় এবাৰ গ'লে সি আৰু কেতিয়াও ঘূৰি নাহে।' সেইকাৰণে এডিছনে (এতিয়াৰ পৰা আমি তেওঁক এডিছন বুলি মাতিম, কাৰণ তেওঁ এতিয়া এজন চফল ডেকা আৰু বিখ্যাত বিজ্ঞানী) যেতিয়া জানিলে যে ট্ৰেইন দেৰি হোৱাৰ কাৰণে তেওঁ ষ্টেশ্যনত এঘণ্টা সময় ৰৈ থাকিব লাগিব, তেতিয়া লগে লগে তেওঁ ঠিক কৰিলে যে অবাবতে সময়খিনি নষ্ট কৰাতকৈ তেওঁ কিবা এটা কাম কৰি সময়খিনিৰ সদ্ব্যৱহাৰ কৰিব। সময়ৰ অপচয় মানে জীৱনৰেই অপচয়।

কাম বিচাৰি এডিছনে এটা মুহূৰ্তও চিন্তা কৰিব লগা নহ'ল, কাৰণ টেলিগ্ৰাফ লাইনৰ পৰা পোনে পোনে কাগজত শব্দ ছপা কৰাৰ কৌশল উদ্ভাৱনৰ চিন্তাই যোৱা কেবাদিনো ধৰি এক মুহূৰ্তৰ কাৰণেও তেওঁক লগ এৰা দিয়া নাছিল। এতিয়া প্লেটফৰ্মত হামিয়াই-হিকটিয়াই থিয় হৈ থকাতকৈ এঠাইত বহি সেই সমস্যাটোৰ সমাধানৰ উপায় বিচাৰি সময়খিনিৰ সদ্ব্যৱহাৰ কৰিবলৈ তেওঁ ঠিক কৰিলে। হাতত কাগজ-কলম লৈ তেওঁ এঠাইত বহি পৰিল।

এইখিনিতে এডিছনক কিছুসময়ৰ কাৰণে অকলে এৰি থৈ আমি প্ৰায় বাইশ শ বছৰৰ আগৰ এজন গ্ৰীক বিজ্ঞানীৰ ওচৰলৈ যাওঁ বলকচোন।

তেওঁৰ নাম হ'ল আৰ্কিমিডিছ।

ছিৰাকিউছৰ ৰজা হিয়েৰোৱে এবাৰ এজন সোণাৰিৰ পৰা এটা বিশুদ্ধ সোণৰ মোহৰ কিনিলে। মোহৰটো কিনাৰ পিছতহে তেওঁৰ মনত সন্দেহ হ'বলৈ ধৰিলে যে সোণখিনি তেওঁ ভবা মতে বিশুদ্ধ নহ'বও পাৰে। সোণৰ লগত কিবা এবিধ নিকৃষ্ট ধাতু মিহলি কৰা হৈছে বুলি তেওঁৰ মনত সন্দেহ হ'ল, কিন্তু সেই কথা প্ৰমাণ কৰা যায় কেনেকৈ?

চিৰাকিউছৰে এজন নাগৰিক আৰ্কিমিডিছ আছিল সেই সময়ৰ আটাইতকৈ ডাঙৰ বিজ্ঞানী আৰু গণিতজ্ঞ। ৰজাই সোণৰ বিশুদ্ধতা প্ৰমাণ কৰাৰ দায়িত্ব দিলে আৰ্কিমিডিছক। দায়িত্বটো লোৱাৰ মুহূৰ্তৰ পৰা তাৰ চিন্তাই শয়নে-সপোনে এক মুহূৰ্তৰ কাৰণেও আৰ্কিমিডিছক লগ নেৰা হ'ল। সকলো সময়তে তেওঁ কেৱল সেই সমস্যাটোৰ সমাধানৰ কথাই চিন্তা কৰি থাকে। এদিন তেওঁ সেই চিন্তাটো মূৰত লৈয়েই চহৰৰ ৰাজহুৱা স্নানাগাৰত গা ধুবলৈ গৈছিল। গাৰ কাপোৰ-কানি খুলি নগ্ন হৈ তেওঁ পানীৰ চৰিয়াত সোমাই গা ধুবৰ কাৰণে বহি পৰিল। স্বাভাৱিকতেই কিছু পানী চৰিয়াৰ কাণেদি বাগৰি পৰিল। পানীখিনি পৰা দেখিয়েই আৰ্কিমিডিছে 'ইউৰেকা ইউৰেকা' (মই পালো, মই পালো) বুলি হঠাৎ চিঞৰ মাৰি থিয় হৈ ঘৰলৈ ঢাপলি মেলিলে। উত্তেজনাত কাপোৰ পিন্ধাৰ কথা তেওঁ সমূলি পাহৰিয়েই গ'ল। চহৰৰ মানুহে বিস্ময়ত হতবাক হৈ দেখিলে— চহৰখনৰ আটাইতকৈ বিদ্বান আৰু শ্ৰদ্ধেয় মানুহজনে সম্পূৰ্ণ উলংগ হৈ দৌৰিব লাগিছে আৰু মুখেৰে চিঞৰি আছে— ইউৰেকা, ইউৰেকা।

প্ৰাচীন জগতৰ মহান বিজ্ঞানী আৰ্কিমিডিছে নতুন আবিষ্কাৰৰ উত্তেজনাত উলংগ হৈ ৰাজপথেদি দৌৰি যোৱাৰ দৃশ্যটোৱে যুগ যুগ ধৰি মানুহক কল্পনাক এনেকৈ আলোড়িত কৰি ৰাখিছে যে যোৱা বাইশ শতিকাৰ ভিতৰত এই কাহিনীটো অসংখ্যবাৰ কোৱা হৈছে; ভৱিষ্যতেও নিশ্চয় কোৱা হ'ব।

টমাছ আলভা এডিছনে আৰ্কিমিডিছৰ নিচিনাকৈ ইউৰেকা ইউৰেকা বুলি চিঞৰি ঘৰলৈ ঢাপলি নেমেলিলেও তেওঁৰ ক্ষেত্ৰতো প্ৰায় একে ঘটনাই ঘটিল। কাগজ -কলম লৈ চিন্তা কৰিবলৈ বহাৰ কেই মুহূৰ্তমানৰ ভিতৰতে হঠাৎ এটা নতুন চিন্তা তেওঁৰ মগজৰ মাজেদি বিজুলীৰ দৰে ঢৌ খেলি গ'ল। বিজুলী বাতিৰ চুইচ টিপি দিলে হঠাৎ যেনেকৈ আন্ধাৰ কোঠাটো পোহৰ হৈ পৰে আৰু কোঠাটোত থকা সকলো বস্তু স্পষ্টভাৱে দেখা যায়, ঠিক তেনেকৈ এডিছনৰ মগজত এটা চাকি জ্বলি উঠিল আৰু তাৰ পোহৰত তেওঁ ইমান দিনে চিন্তা কৰি থকা সমস্যাটোৰ সমাধান দেখা পালে। তেওঁ তৎক্ষণাত হাতেৰে ধৰি থকা কাগজ টুকুৰাত তেওঁৰ কল্পনাৰ যন্ত্ৰটোৰ ছবি আঁকিবলৈ আৰম্ভ কৰিলে। ছবি আঁকি থাকোতেই ট্ৰেইনখনে দীঘল উকি মাৰি ষ্টেশ্যনত প্ৰৱেশ কৰাৰ কথা ঘোষণা কৰিলে। কিন্তু এডিছনৰ কাণত সেই উকি নোসোমাল। তেওঁ যে ট্ৰেইনত উঠি কোনোবা এঠাইলৈ যোৱাৰ কথা আছিল সেই কথাও তেওঁ সমূলি পাহৰি পেলালে। তেওঁৰ সমস্ত মন জুৰি এতিয়া মাত্ৰ এটাই ধান্দা ঃ যিমান সোনকালে পৰা যায় সিমান সোনকালে প্ৰিণ্টিং মেচিনটোৰ নিৰ্মাণৰ কাম আৰম্ভ কৰিব লাগে। তেওঁ কোবাকুবিকৈ ঘৰলৈ বুলি খোজ ল'লে।

# আৱিষ্কাৰৰ পিছত আৱিষ্কাৰ

ঘৰ পায়েই এডিছনে প্ৰিণ্টিং মেচিনটোৰ নিৰ্মাণৰ কাম আৰম্ভ কৰিলে। এবাৰ কাম কৰিবলৈ আৰম্ভ কৰিলে এডিছনে খাৱন-শোৱনৰ কথা পাহৰি যায়। কাম কৰাৰ আনন্দই তেওঁৰ মনলৈ দুখ-ভাগৰৰ চিন্তা আহিবলৈকে নিদিয়ে। অৱশেষত এদিন তেওঁৰ কল্পনাৰ প্ৰিণ্টিং মেচিনটোৱে সাকাৰ ৰূপ লাভ কৰিলে। তেওঁ তাৰ নাম দিলে ইউনিভাৰ্ছেল প্ৰিণ্টাৰ। তাৰ পিছত তেওঁ যন্ত্ৰটোৰ পেটেণ্ট পাবৰ কাৰণে যথাবিধি আবেদন কৰিলে আৰু আবেদন লগে লগে মঞ্জুৰ হ'ল। অৰ্থাৎ তেওঁ পেটেণ্ট পালে।

(কোনোবাই কিবা এটা নতুন বস্তু আৱিষ্কাৰ বা উদ্ভাৱন কৰিলে বস্তুটোৰ ওপৰত যাতে তেওঁৰ একচেটিয়া অধিকাৰ থাকে, আৰু আন কোনেও বিনা-অনুমতিত সেইটো নকল কৰি ব্যৱসায় কৰিব নোৱাৰে— সেই উদ্দেশ্যে আইনত থকা ব্যৱস্থাকে পেটেণ্ট বুলি কোৱা হয়।)

এডিছনৰ নতুন যন্ত্ৰটোৰ কথা মানুহৰ মুখে মুখে আৰু বাতৰি কাকতৰ যোগেদি চাৰিওফালে ৰাষ্ট্ৰ হ'ল। যন্ত্ৰটোৱে যে টেলিগ্ৰাফ-ব্যৱস্থাত বিৰাট উন্নতি সাধন কৰিব সেই কথা বুজিবলৈ কাৰো বেছি সময় নালাগিল। বহুতো কোম্পানীয়ে যন্ত্ৰটো কিনিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। কিন্তু এডিছনে যন্ত্ৰটো তেওঁৰ নিয়োগকৰ্তা গ'ল্ড ইন্‌দিকেটৰ কোম্পানীক বিক্ৰী কৰি তেওঁৰ কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ ঠিক কৰিলে।

কোম্পানীৰ পৰিচালকে এডিছনক সুধিলে— 'যন্ত্ৰটোৰ কাৰণে আপুনি কিমান দাম পাবলৈ আশা কৰে?'

প্ৰশ্নটো শুনি এডিছন বিমোৰ হ'ল। তেওঁ পাঁচ হেজাৰ ডলাৰ বিচৰাৰ কথা মনে মনে চিন্তা কৰি চালে। কিন্তু জানোচা পৰিচালকজনে দামটো বেছি হৈছে বুলি ভাবে! চাৰিহেজাৰ.... তিনিহেজাৰ..... দুহেজাৰ.... তিনিহেজাৰ ডলাৰ বিচাৰিলে কেনে হয়?

এডিছনে মনে মনে এইবোৰ কথা চিন্তা কৰি থাকোতেই পৰিচালকজনে নিজেই মাত লগালে— 'মিঃ এডিছন, আমি আপোনাক চল্লিশ হেজাৰ ডলাৰ দিয়াৰ কথা চিন্তা কৰিছো।'

পৰিচালকৰ কথা শুনি এডিছন ইমান আচৰিত হ'ল যে তেওঁ কিছু সময়ৰ কাৰণে সপোন নে দিঠক একো তৰ্কিবই নোৱৰা হ'ল। চল্লিশ হেজাৰ ডলাৰ! চল্লিশ হেজাৰ ডলাৰ! তেওঁ নিজৰ মগজৰ ভিতৰত তালফাল লগা যেন অনুভৱ কৰিবলৈ ধৰিলে। তেওঁ সঁচাকৈয়ে এনে এটা যন্ত্ৰ সাজি উলিয়াইছেনে— যাৰ মূল্য হ'ব পাৰে চল্লিশ হেজাৰ ডলাৰ! বিস্ময়ত তেওঁ স্তব্ধ হৈ ৰ'ল।

ইফালে পৰিচালকজনে এডিছনৰ নীৰৱতাৰ ব্যাখ্যা কৰিলে আন এক প্ৰকাৰে। তেওঁ ভাবিলে যে এডিছনে যন্ত্ৰটোৰ দাম চল্লিশ হেজাৰ ডলাৰ নিশ্চয় কম বুলি ভাবিছে; সেই কাৰণেহে তেওঁ নিজৰ সন্মতি জনাবলৈ ইতস্ততঃ কৰিছে। নীৰৱতা ভঙ্গ কৰি তেৱেঁই মাত লগালে— 'মিঃ এডিছন, আপোনাৰ যন্ত্ৰটো নিশ্চয় অতিশয় মূল্যবান। কিন্তু তাৰ কাৰণে আমি যিমানখিনি ধন দিব বিচাৰিছো তাতকৈ বেছি দিয়াটো ঠিক এই মুহূৰ্তত আমাৰ পক্ষে সম্ভৱ নহয়। এতিয়া আপুনি কি কৰিব খোজে সেইটো আপুনিয়েই ঠিক কৰক।'

এডিছনে আৰু কি ঠিক কৰিব? আশাতীত ধন পাই তেওঁ নিজকে পৰম ভাগ্যবান বুলি বিবেচনা কৰিলে। চকুৰ পচাৰতে তেওঁ হঠাৎ এজন ধনী মানুহত পৰিণত হ'ল। এতিয়াৰ পৰা আৰু তেওঁৰ জীৱন আগৰ নিচিনা হৈ নাথাকিব। তেওঁৰ জীৱনলৈ আহিব বহুত ডাঙৰ পৰিৱৰ্তন।

এডিছনক গোটেই ধনখিনি দিয়া হ'ল চেকৰ যোগেদি। ইয়াৰ আগলৈকে এডিছনে চেক কেতিয়াও চুইয়েই

পোৱা নাছিল। সেইখনেই আছিল তেওঁ জীৱনত পোৱা প্ৰথমখন চেক। চেকখন পায়েই উলাহত অধীৰ হৈ তেওঁ বেংকলৈ ঢাপলি মেলিলে। কিন্তু ধন দিয়া কাউণ্টাৰত থকা কৰ্মচাৰীজনে চেকখনত চকু ফুৰাই মুখৰ ভিতৰতে কিবা এটা কৈ সেইখন এডিছনৰ গাৰ ফালে দলি মাৰি দিয়াৰ দৰে দিলে। কৰ্মচাৰীজনৰ আচৰণ দেখি এডিছন আচৰিত হ'ল। কিন্তু পিছ মুহূৰ্ততে এডিছন এই সিদ্ধান্তলৈ আহিল যে কোম্পানীটোৱে নিশ্চয় তেওঁক ভুৱা চেক দি ঠগিছে। চেকৰ বিনিময়ত ধন পাবলৈ বেংকটোত কোম্পানীৰ ধনেই নাই। খঙত একো নাই হৈ তেওঁ কোম্পানীৰ পৰিচালকৰ অফিচলৈ ঢাপলি মেলিলে।

এডিছনৰ কথা শুনি পৰিচালকজনে বিৰাট শব্দ কৰি হাঁহিবলৈ ধৰিলে। কেই মুহূৰ্তমানৰ পিছত হাঁহিটো কোনোমতে সামৰি তেওঁ এডিছনক ক'লে— 'আপুনি এজন ইমান ডাঙৰ ধনী মানুহ,— অথচ বেংকত কেনেকৈ চেক ভঙাব লাগে সেই কথাও নাজানে? চেকখনৰ পিঠিফালে আপুনি চহী কৰি নিদিয়া কাৰণেহে কাউণ্টাৰৰ কৰ্মচাৰীজনে চেকখন আপোনাক ঘূৰাই দিছিল। এতিয়া যাওক, চেকখনত চহী কৰি বেংকত দিয়কগৈ।'

ইমানখিনি ধন হাতলৈ অহাৰ পিছত এডিছনে আনৰ তলত চাকৰি নকৰি স্বাধীনভাৱে ব্যৱসায় আৰু গৱেষণা কৰিবলৈ ঠিক কৰিলে। সেই উদ্দেশ্যে তেওঁ ১৮৭০ চনত নিউ জাৰ্ছি ৰাজ্যৰ নেৱাৰ্ক চহৰলৈ গৈ তাত এটা সৰু কাৰখানা স্থাপন কৰিলে। সেই কাৰখানাত তেওঁ টেলিগ্ৰাফৰ কামত ব্যৱহৃত নানা সঁজুলি তৈয়াৰ কৰা ন ন উন্নত সঁজুলি উদ্ভাৱন কৰাৰ কামত আত্ম-নিয়োগ কৰিলে। কাৰখানাত তেওঁ বহুতো সহকাৰী নিয়োগ কৰিব লগা হৈছিল। কিন্তু অধীনস্থ কৰ্মীসকলতকৈ তেওঁ নিজে কাম কৰিছিল বেছি সময় ধৰি। আনকি দিনৰ শেষত কৰ্মীসকল দিহাদিহি ঘৰলৈ যোৱাৰ পিছতো তেওঁ কাম কৰিবলৈ এৰা নাছিল। কিছুদিনৰ ভিতৰতে এডিছনৰ কাৰখানাত উৎপাদিত সামগ্ৰীৰ চাহিদা ইমান বাঢ়িবলৈ ধৰিলে যে ৰাতিৰ ভাগতো কাম কৰিবলৈ তেওঁ এটা নতুন শাখা খুলিব লগীয়া হ'ল। কাৰখানা দিনে-ৰাতিয়ে সমানে চলে, কিন্তু ফ'ৰমেন মাত্ৰ এজনেই। এডিছন নিজে। অৰ্থাৎ কাৰখানাৰ কৰ্মীসকলে জিৰণিৰ কাৰণে ছুটি পালেও এডিছনৰ নিজৰ কিন্তু ছুটী নাই। অসাধাৰণ পৰিশ্ৰম-শক্তিৰ অধিকাৰী মানুহ আছিল টমাছ আলভা এডিছন।

এডিছনে কিন্তু বিক্ৰী-যোগ্য যান্ত্ৰিক সঁজুলি তৈয়াৰ কৰিয়েই ক্ষান্ত বা সন্তুষ্ট হৈ থকা নাছিল। তেওঁৰ জীৱনৰ ঘাই নিচা আছিল বৈজ্ঞানিক গৱেষণা আৰু সম্পৰীক্ষা। প্ৰতি মুহূৰ্ততে তেওঁৰ মগজত নতুন নতুন চিন্তা আৰু কল্পনাই ভুমুকি মাৰিছিল; তেওঁৰ পত্নী মিনা এডিছনৰ মতে এডিছনে সপোনতো নতুন নতুন বস্তু আৱিষ্কাৰ কৰিছিল। গৱেষণা আৰু সম্পৰীক্ষাৰ দ্বাৰা তেওঁ সেইবোৰক সাকাৰ ৰূপ দিবলৈ চেষ্টা কৰিছিল। কাৰখানা-পৰিচালনাৰ অবিৰাম ব্যস্ততাৰ মাজতো তেওঁ গৱেষণাৰ কাৰণে সময় উলিয়াইছিল। ১৮৭০ চনত নেৱাৰ্কত কাৰখানা স্থাপন কৰাৰ দিনৰ পৰা ১৮৭৬ চনলৈকে মাত্ৰ পাঁচটা বছৰৰ ভিতৰতে এডিছনে ১২২ টা নতুন সঁজুলি উদ্ভাৱন কৰি সেইবোৰৰ পেটেণ্ট লৈছিল ।

# মেনলো পাৰ্কৰ বাজিকৰ

এডিছন তেওঁৰ জীৱন কালতে 'মেনলো পাৰ্কৰ বাজিকৰ' নামেৰে গোটেই পৃথিৱীত বিখ্যাত হৈ পৰিছিল। যিটো বিস্ময়কৰ কাম কৰি তেওঁ এই উপাধি পাইছিল সেই কামটোৱে আমাৰ পৃথিৱীখনৰ ৰূপ চিনিব নোৱৰাকৈ সলনি কৰি পেলাইছিল। সেই কামটো কি আছিল আৰু এডিছনে কেনেকৈ এই উপাধি পাইছিল সেই কাহিনী পিছৰ এটা অধ্যায়ত কোৱা হ'ব। সম্প্ৰতি এইখিনি ক'লেই যথেষ্ট হ'ব যে ১৮৭৬ চনত এডিছনে নেৱাৰ্ক ত্যাগ কৰি মেনলো পাৰ্ক নামৰ ঠাইলৈ গৈ তাত তেওঁৰ কাৰখানা আৰু গৱেষণাগাৰ স্থাপন কৰিলে। যিবোৰ উদ্ভাৱনা আৰু আৱিষ্কাৰৰ কাৰণে এডিছনে মানুহৰ ইতিহাসত অমৰত্ব অৰ্জন কৰিছে আৰু আধুনিক জগতৰ অন্যতম নিৰ্মাতা হিচাপে স্বীকৃতি লাভ কৰিছে সেই আটাইবোৰ উদ্ভাৱনা আৰু আৱিষ্কাৰ তেওঁ কৰিছিল মেনলো পাৰ্কৰ কাৰখানা আৰু গৱেষণাগাৰত। সেই কাৰণে এডিছনৰ নামটোৰ লগত মেনলো পাৰ্ক নামৰ ঠাইখন অবিচ্ছেদ্যভাৱে জড়িত।

যি বছৰত এডিছনে নেৱাৰ্ক ত্যাগ কৰি মেনলো পাৰ্ক নামৰ ঠাইত তেওঁৰ কৰ্ম-জীৱনৰ নতুন অধ্যায় আৰম্ভ কৰিলে, সেই বছৰতে অৰ্থাৎ ১৮৭৬ চনত আলেকজেণ্ডাৰ গ্ৰাহাম বেল নামৰ এজন বিজ্ঞানীয়ে টেলিফোন নামৰ এটা অভিনৱ যন্ত্ৰ উদ্ভাৱন কৰি প্ৰথমবাৰৰ কাৰণে তাক মানুহৰ আগত প্ৰদৰ্শন কৰিছিল। টেলিফোন কি বস্তু সেই কথা আজি আৰু কাকো বুজাই ক'ব নালাগে। আজিৰ পৰা মাত্ৰ ছকুৰি বছৰৰ আগতেও যিটো বস্তুৰ সম্ভাৱনা মানুহৰ কাৰণে কল্পনা কৰাও অসম্ভৱ আছিল সেই বস্তুৱেই আজি আধুনিক জীৱনৰ অবিচ্ছেদ্য অঙ্গত পৰিণত হৈছে। উন্নতিৰ এটা প্ৰধান মাপকাঠি হৈ পৰিছে টেলিফোন। টেলিফোনৰ ব্যৱহাৰত অভ্যস্ত হোৱা মানুহৰ কাৰণে এদিনৰ কাৰণে টেলিফোন অকামিলা হৈ থকা মানেই এটা ডাঙৰ বিপৰ্যয়।

প্ৰসঙ্গক্ৰমে এইখিনিতে এটা কথা কৈ থোৱা ভাল হ'ব। ১৭৫০ খ্ৰীষ্টাব্দৰ পৰা ১৮৫০ খ্ৰীষ্টাব্দলৈকে গ্ৰেট ব্ৰিটেইনত এটা যুগান্তকাৰী ঘটনা ঘটিছিল। বুৰঞ্জীত এই ঘটনাটো শিল্প বিপ্লৱ নামেৰে বিখ্যাত। এই বিষয়ে বহলাই ক'বলৈ হ'লে এখন ডাঙৰ কিতাপ লিখিব লাগিব। খুব চমুকৈ ক'বলৈ গ'লে এই সময়ছোৱাত বাষ্প-চালিত ইঞ্জিনকে আদি কৰি বহুত নতুন নতুন যান্ত্ৰিক আৰু বৈদ্যুতিক সঁজুলি উদ্ভাৱিত হোৱাৰ ফলত গ্ৰেট ব্ৰিটেইনত বহুতো ডাঙৰ ডাঙৰ কাৰখানা গঢ়ি উঠিল। এই কাৰখানাবোৰত কাম কৰি ধন ঘটিবলৈ গাঁৱৰ পৰা চহৰলৈ মানুহৰ সোঁত ববলৈ ধৰিলে। হাজাৰ হাজাৰ বছৰ ধৰি কেৱল কৃষিৰ ওপৰত নিৰ্ভৰ কৰি থকা মানুহে উৎপাদন আৰু জীৱিকা-উপাৰ্জনৰ এটা নতুন পথ বিচাৰি পালে। আগতে আছিল কেৱল কৃষি। এতিয়া তাৰ লগত নতুনকৈ যোগ হ'ল শিল্প। শিল্পৰ যুগ আৰম্ভ হোৱা এই ঘটনাটোক বিপ্লৱ বুলি এই কাৰণেই কোৱা হয় যে ইয়াৰ ফলত সমাজৰ গাঁথনি, অৰ্থনীতি, মানুহৰ জীৱনধাৰা আৰু মনস্তত্ত্বত বিৰাট পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। প্ৰথমতে গ্ৰেট ব্ৰিটেইনত আৰম্ভ হোৱা এই শিল্প বিপ্লৱ ক্ৰমে ক্ৰমে ইউৰোপ-আমেৰিকাৰ বিভিন্ন দেশলৈ বিয়পি পৰিল। ইউৰোপীয় দেশবোৰে এছিয়াৰ বিভিন্ন দেশত উপনিৱেশ স্থাপন কৰাৰ পিছত এই বিপ্লৱৰ ঢৌৱে এছিয়াকো স্পৰ্শ কৰিলে। অৱশ্যে এই ক্ষেত্ৰত একমাত্ৰ জাপানৰ বাহিৰে এছিয়াৰ আন কোনো দেশেই ইউৰোপ-আমেৰিকাৰ উন্নত দেশবোৰৰ সমকক্ষ হৈ উঠিব নোৱাৰিলে।

শিল্প-বিপ্লৱৰ প্ৰধান চালিকা-শক্তি আছিল বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা। পৃথিৱীৰ দেশে দেশে শিল্পৰ প্ৰসাৰ হোৱাৰ লগে লগে নিতৌ নতুন যন্ত্ৰপাতিৰ প্ৰয়োজন হ'ল। মানুহৰ মনবোৰো নতুন নতুন যন্ত্ৰপাতি উদ্ভাৱন কৰাৰ চিন্তাত মতলীয়া হৈ উঠিল। শিল্প বিপ্লৱে মানুহৰ মনলৈ যি নতুন প্ৰেৰণা আনিছিল তাৰ আটাইতকৈ শক্তিশালী প্ৰকাশ ঘটিছিল টমাছ আলভা এডিছনৰ জীৱনত।

শিল্প বিপ্লৱে মানুহৰ সভ্যতাত আৰু এটা ডাঙৰ ঘটনা কৰিলে। সেই ঘটনাটোৰ তাৎপৰ্য বুজিবলৈ চেষ্টা নকৰিলে টমাছ আলভা এডিছনৰ জীৱনী পঢ়ি বিশেষ একো লাভ নহ'ব। শিল্প বিপ্লৱ আৰম্ভ হোৱাৰ আগলৈকে মানুহে কে'বাহাজাৰ বছৰ ধৰি এনে এখন পৃথিৱীত বাস কৰিছিল— যিখন পৃথিৱীত মানুহে একো পৰিৱৰ্তন আশা নকৰিছিল। গৰু, ঘোঁৰা, নাঙল, চকৰি, পালতৰা জাহাজ- হাজাৰ হাজাৰ বছৰ ধৰি এইবোৰেই আছিল মানুহৰ প্ৰধান অৱলম্বন, আৰু এইবোৰৰ বিকাশ বা পৰিৱৰ্তনৰ কোনো সম্ভাৱনা নাছিল। ফলত মানুহৰ মনবোৰো এনেভাৱে গঢ় লৈ উঠিছিল যে তেওঁলোকে মৰণাৰ গৰুৰ দৰে একেঠাইতে ঘূৰি থকাটোকেই একমাত্ৰ বিধিলিপি বুলি গ্ৰহণ কৰিছিল; তেওঁলোকে কেতিয়াও পৰিৱৰ্তনৰ আশা বা কল্পনা কৰা নাছিল।

কিন্তু শিল্প বিপ্লৱৰ পিছত প্ৰায় গোটেই ঊনৈশ শতিকা জুৰি এটাৰ পিছত এটাকৈ প্ৰায় প্ৰতিদিনেই নতুন নতুন বৈজ্ঞানিক আৱিষ্কাৰ আৰু যান্ত্ৰিক উদ্ভাৱনাবোৰ হ'বলৈ ধৰিলে। টমাছ আলভা এডিছনে অকলেই এহেজাৰটাতকৈ বেছি নতুন বস্তু উদ্ভাৱন কৰিছিল। এই নিত্য-নতুন আৱিষ্কাৰ আৰু উদ্ভাৱনাবোৰে মানুহৰ মনলৈকো এটা বিপ্লৱ আনিলে। হাজাৰ হাজাৰ বছৰ ধৰি কোনো ধৰণৰ পৰিৱৰ্তনৰ আশা নকৰা মানুহবোৰে এতিয়া প্ৰতিদিনেই পৰিৱৰ্তনৰ আশা কৰিবলৈ ধৰিলে। এবাৰ উদ্ভাৱিত হোৱা যন্ত্ৰটো চিৰকাল একে অৱস্থাতে থাকিব নোৱাৰে। অভিজ্ঞতাৰ পৰা শিক্ষা লৈ মানুহে অবিৰামভাৱে যন্ত্ৰৰ উন্নতি তথা পৰিৱৰ্তন ঘটাই থাকে। ৰেল গাড়ী, মটৰ গাড়ী, এৰোপ্লেন, টেলিফোন, টেলিগ্ৰাফ, টেলিভিশ্যন— যোৱা এশ বছৰত মানুহে আৱিষ্কাৰ আৰু উদ্ভাৱন কৰা সকলো বস্তুৰেই ক্ৰমান্বয়ে উন্নতি হ'ব ধৰিছে; প্ৰতিদিনেই সেই বস্তুবোৰে নতুন নতুন ৰূপ ল'ব ধৰিছে। সদায় চকুৰ আগত এই অবিৰাম পৰিৱৰ্তন দেখি দেখি মানুহৰ মনত এতিয়া এই ধাৰণা বদ্ধমূল হৈ পৰিছে যে পৰিৱৰ্তন আৰু ক্ৰমোৎকৰ্ষই হ'ল জীৱনৰ ধৰ্ম। এইটোকেই কোৱা হয় আধুনিক মন। অতীতৰ কোনো যুগতেই মানুহৰ এনেকুৱা এটা মন গঢ় লৈ উঠা নাছিল।

ইমানবোৰ কথা মনলৈ আহিল আলেকজেণ্ডাৰ গ্ৰাহাম বেলৰ টেলিফোনৰ প্ৰসঙ্গ অহাৰ লগে লগে।

আলেকজেণ্ডাৰ গ্ৰাহাম বেলে টেলিফোন আৱিষ্কাৰ কৰিছিল যদিও তাক ব্যৱহাৰৰ উপযোগী কৰি নতুনকৈ গঢ় দিছিল ইমাছ আলভা এডিছনেহে। তেওঁ নিজে এহেজাৰতকৈ বেছি নতুন যন্ত্ৰ আৰু সঁজুলি উদ্ভাৱন কৰাৰ উপৰিও আনে আৱিষ্কাৰ কৰা বহুতো যন্ত্ৰক উন্নত ৰূপত গঢ়ি তুলিছিল। বেলে টেলিফোনৰ বৈজ্ঞানিক তত্ত্বটো আৱিষ্কাৰ কৰিছিল; কিন্তু তাৰ সহায়ত মানুহৰ ব্যৱহাৰৰ উপযোগী টেলিফোন নিৰ্মাণ কৰিবলৈ তেওঁ উপায় বিচাৰি পোৱা নাছিল। উদাহৰণ স্বৰূপে বেলৰ টেলিফোনত প্ৰেৰক আৰু গ্ৰাহক যন্ত্ৰ দুটাহে আছিল; কিন্তু মানুহে কথা ক'বলৈ তাত মাউথপিচ নাছিল। বেলৰ টেলিফোনত এডিছনে মাউথপিচ যোগ কৰিলে। তদুপৰি তেওঁ বেলৰ টেলিফোনত থকা প্ৰেৰক-চুম্বকৰ পৰিৱৰ্তে কাৰ্বন-প্ৰেৰকৰ ব্যৱহাৰ কৰি টেলিফোনক এনে এটা উন্নত ৰূপ দিলে যে মানুহে তাক অতি সহজে ব্যৱহাৰ কৰিব পৰা হ'ল। তাৰ পিছৰ পৰাহে টেলিফোনৰ ব্যাপক প্ৰচলন হ'বলৈ আৰম্ভ কৰিলে।

১৮৬৯ চনত এডিছনে ব'ষ্টনৰ পৰা আহি কপৰ্দকহীন অৱস্থাত নিউইয়ৰ্কত উপস্থিত হোৱাৰ পিছত চাকৰিৰ সন্ধানত তেওঁ যিবোৰ কোম্পানীৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছিল সেইবোৰৰ ভিতৰত এটা আছিল ওৱেষ্টাৰ্ণ ইউনিয়ন কোম্পানী। কিন্তু কোম্পানীটোৰ কাৰ্যালয়ৰ দুৱাৰমুখৰ পৰা তেওঁ নিৰাশ হৈ ঘূৰি যাব লগা হৈছিল। কোম্পানীটোৱে তেওঁক চাকৰিৰ যোগ্য বুলি বিবেচনা কৰা নাছিল।

বেলৰ টেলিফোনৰ কাৰণে কাৰ্বন ট্ৰেন্সমিটাৰ অৰ্থাৎ কাৰ্বন-প্ৰেৰক আৱিষ্কাৰ কৰাৰ পিছত এডিছনে দ্বিতীয়বাৰৰ কাৰণে ওৱেষ্টাৰ্ণ ইউনিয়ন কোম্পানীৰ কৰ্মকৰ্তাসকলক দেখা কৰাৰ প্ৰয়োজন অনুভৱ কৰিলে। অৱশ্যে তেওঁৰ এইবাৰৰ আগমনৰ উদ্দেশ্য আছিল সম্পূৰ্ণ বেলেগ। তেওঁৰ মনত দৃঢ় বিশ্বাস হৈছিল যে ওৱেষ্টাৰ্ণ ইউনিয়ন কোম্পানীয়ে তেওঁৰ এই নতুন আৱিষ্কাৰৰ প্ৰতি নিশ্চয় প্ৰবল আগ্ৰহ অনুভৱ কৰিব। তেওঁৰ অনুমানেই সত্য বুলি প্ৰমাণিত হ'ল। কোম্পানীটোৰ অধ্যক্ষজনে এডিছনৰ হাতৰ পৰা টেলিফোনটো নিজৰ হাতত লৈ অলপ সময় লিৰিকি-বিদাৰি চায়েই উত্তেজনাত চকীৰ পৰা জাঁপ মাৰি থিয় হ'ল। তাৰ পিছত এডিছনৰ ওচৰলৈ গৈ মৰমেৰে তেওঁৰ হাতখনত ধৰি অধ্যক্ষজনে ক'লে— 'মিঃ এডিছন, মই কি বুলি আপোনাক অভিনন্দন জনাম সেই কথা ভাবি পোৱা নাই। আপুনি এনে এটা সঁজুলি উদ্ভাৱন কৰিছে যিটো সঁজুলিয়ে মানুহৰ জীৱনত আগতে কোনেও ভাবিব নোৱৰা পৰিৱৰ্তন আনিব। ই পৃথিৱীত এটা নতুন যুগৰ সূচনা কৰিব। এই আৱিষ্কাৰৰ কাৰণে সমগ্ৰ মানৱ-জাতি আপোনাৰ ওচৰত কৃতজ্ঞ হৈ থাকিব চিৰকাল।'

অধ্যক্ষৰ প্ৰশংসা শুনি স্বাভাৱিকতেই এডিছন অতি অভিভূত হ'ল। বিশেষকৈ যেতিয়া অধ্যক্ষজনে ক'লে যে এডিছনৰ এই আৱিষ্কাৰে পৃথিৱীত এটা নতুন যুগৰ সূচনা কৰিব, তেতিয়া তেওঁ এটা গভীৰ সন্তুষ্টি লাভ কৰিলে। নিজৰ আৱিষ্কাৰবোৰৰ দ্বাৰা পৃথিৱীখনক আগতকৈ অলপ উন্নত কৰি থৈ যোৱাটোৱেই আছিল এডিছনৰ জীৱনৰ অন্যতম লক্ষ্য।

প্ৰশংসা-পৰ্ব শেষ হোৱাৰ পিছত কোম্পানীৰ অধ্যক্ষজনে আকৌ ক'লে— 'মিঃ এডিছন, আমি আপোনাৰ এই যন্ত্ৰটোৰ মালিকীস্বত্ব কিনি ল'ব খোজো আৰু তাৰ কাৰণে আপোনাক এক লাখ ডলাৰ দিব খোজো।'

এডিছনে ইয়াৰ আগতে আৱিষ্কাৰ কৰা টেলিগ্ৰাফৰ প্ৰিণ্টিং মেচিনৰ মূল্য হিচাপে তেওঁ আশা কৰিছিল মাত্ৰ পাঁচ হাজাৰ ডলাৰ বা তাতোকৈয়ো অলপ কমহে। কিন্তু তেওঁক বিস্ময়ত হতবাক কৰি দি গ'ল্ড ইন্‌দিকেটৰ কোম্পানীয়ে তেওঁক দিলে আশাতীত চল্লিশ হাজাৰ ডলাৰ। এইবাৰো ঠিক একে ঘটনাৰে পুনৰাবৃত্তি হ'ল। কাৰ্বন ট্ৰেন্সমিটাৰৰ কাৰণে এডিছনে এক লাখ ডলাৰ পাবলৈ কেতিয়াও আশা কৰা নাছিল। কিন্তু এই কথা ঠিক যে এডিছনে তেওঁৰ বাল্যকালৰ পৰা কৰি অহা কঠোৰ তপস্যাৰ পুৰস্কাৰ পাবলৈ আৰম্ভ কৰিছিল।

ইয়াৰ কিছুদিনৰ পিছতে এডিছনে এদিন ইংলেণ্ডৰ পৰা এখন চিঠি পালে। এইবাৰো তেওঁ আচৰিত হ'ল, কিন্তু অলপ বেলেগভাৱে।

চিঠিখনৰ যোগেদি ইংলেণ্ডৰ এটা ব্যৱসায়ী প্ৰতিষ্ঠানে এডিছনলৈ এই বুলি আবেদন কৰিছে যে এডিছনৰ টেলিফোন তেওঁলোকৰ দেশত ব্যৱহাৰ কৰিবলৈ অনুমতি দিব লাগে। এডিছনৰ অনুমতিৰ বিনিময়ত তেওঁলোকে ত্ৰিশ হাজাৰ দিবলৈ প্ৰস্তুত আছে।

এডিছন স্বাভাৱিকতেই অলপ হতাশ হ'ল। মাত্ৰ ত্ৰিশ হাজাৰ? অথচ মাত্ৰ কিছু দিনৰ আগতে একেটা টেলিফোনৰ কাৰণে তেওঁ এটা আমেৰিকান কোম্পানীৰ পৰা পাইছে এক লাখ ডলাৰ। কিছু হতাশ হ'লেও মাত্ৰ ত্ৰিশ হাজাৰতে ইংলেণ্ডৰ কোম্পানীটোক তেওঁৰ টেলিফোনৰ স্বত্ব বিক্ৰী কৰিবলৈ এডিছন ৰাজী হ'ল। কিন্তু চেকখন যেতিয়া আহি এডিছনৰ হাতত পৰিল, তেওঁ দেখি আঁচৰিত হ'ল যে ত্ৰিশ হাজাৰ ডলাৰৰ নহয়, চেকখন আছিল ত্ৰিশ হাজাৰ পাউণ্ডৰ। ডলাৰৰ পিচাপত প্ৰায় ডেৰলাখ ডলাৰ! আচলতে চিঠিখনত চমুকৈ লিখা কাৰণে তেওঁ ভুলকৈ বুজিছিল।

# গ্ৰামোফোনৰ আবিষ্কাৰ

টমাছ আলভা এডিছনৰ দুটা যুগান্তকাৰী আবিষ্কাৰ হ'ল যথাক্ৰমে গ্ৰামোফোন আৰু বিজুলী বাতি। প্ৰথমটো আবিষ্কাৰে পৃথিৱীখন শব্দময় কৰি তুলিছে; দ্বিতীয়টো আবিষ্কাৰে পৃথিৱীখন কৰি তুলিছে আলোকময়। বিজুলী বাতিৰ কথা পিছৰ এটা অধ্যায়ত কোৱা হ'ব। প্ৰথমে গ্ৰামোফোনৰ কথাই কৈ লোৱা যাওক।

ইমান পৰে টমাছ আলভা এডিছনৰ কথাই কৈ আছো। পাঠকসকলৰ অনুমতি লৈ এইখিনিতে প্ৰসঙ্গ-ক্ৰমে নিজৰ কথাও অলপ কওঁ। বহু বছৰৰ আগতে মই যেতিয়া এটা গাঁৱলীয়া সৰু ল'ৰা আছিলো তেতিয়া আমাৰ গাঁৱৰ তিনিজন ধনী মানুহৰ ঘৰত কলগান তথা গ্ৰামোফোন আছিল। তেওঁলোকৰ এজন আছিল মোৰ বৰদেউতা। ফলত বৰদেউতাহঁতৰ ঘৰলৈ গৈ আমাৰ ঘৰৰ ল'ৰা-ছোৱালীবোৰেও কলগানৰ গান শুনাৰ সুযোগ পাইছিল। এটা নিৰ্জীৱ যন্ত্ৰৰ পেটৰ পৰা কেনেকৈ ইমান নিখুঁতভাৱে মানুহৰ মাত ওলাব পাৰে সেই কথা ভাবি ভাবি আমি কোনোদিনে ভাবনাৰ পাৰ পোৱা নাছিলো। গানে আমাৰ কাণত মৌ বৰষিছিল; কিন্তু মনত জগাই তুলিছিল অপাৰ বিস্ময়। আধুনিক জগতৰ বিস্ময়কৰ বস্তুবোৰৰ ভিতৰত যিটোৰ লগত আমাৰ আওহতীয়া জকাইচুকীয়া গাঁওখনৰ প্ৰথম চিনাকি হৈছিল সেইটো আছিল কলগান।

কিছুদিনৰ পিছত আমাৰ নিজৰ ঘৰলৈকো এটা কলগান আহিল। গাঁওখনৰ চতুৰ্থটো কলগান। কলগানটো আমাৰ ঘৰ আহি পোৱাৰ সময়ত ঘটা নাটকীয় ঘটনাবোৰৰ স্মৃতি মোৰ মনত এতিয়াও এনেভাৱে জীৱন্ত হৈ আছে— যেন মাত্ৰ কালিহে গোটেই ঘটনাবোৰ ঘটিছিল।

আমাৰ ঘৰলৈ কলগানৰ আগমনৰ আগলি বতৰা ৰাতিপুৱাৰ পৰাই গোটেই চুবুৰিটোত প্ৰচাৰিত হৈছিল। সকলোৱে জানিছিল ডিব্ৰুগড় চহৰৰ পৰা দুদিন ধৰি দীঘলীয়া বাট ভ্ৰমণ কৰি সেইদিনা গধূলি পৰত কলগানটো আমাৰ ঘৰ আহি পোৱাৰ কথা। প্ৰায় আবেলি পৰৰ পৰাই চুবুৰিটোৰ ল'ৰা-বুঢ়া মতা-মাইকী আটাইবোৰ মানুহ আমাৰ ঘৰলৈ আহি আমাৰ চোতালত জুম বান্ধিবলৈ ধৰিলে। কলগান ওচৰৰ পৰা চাবলৈ বা শুনিবলৈ তেওঁলোক তেতিয়ালৈকে সুযোগ পোৱা নাছিল। নিজৰ চুবুৰিৰে এঘৰ মানুহলৈ কলগান আহিছে বুলি শুনি সেই কালিকা লগা বস্তুটো নিজ চকুৰে চাবলৈ পোৱাৰ আশাত মানুহবোৰে কাম-কাজ এৰি হিল-দল ভাঙি আমাৰ ঘৰলৈ আহিছে। উত্তেজনাত কাউৰীৰ দৰে ৰমলিয়াই থকা মানুহবোৰৰ হাই-উৰুমিত আমাৰ ঘৰখনে বিয়াঘৰৰ ৰূপ লৈছে।

ইতিমধ্যে সাঁজ লাগিবলৈ আৰম্ভ কৰিলে। কিছুসময়ৰ ভিতৰতে আকাশখন তৰাৰে ভৰি গ'ল। আকাশত জোন নাছিল। ক্ৰমাৎ আন্ধাৰ হৈ অহা চোতালখনত তৰাৰ ক্ষীণ পোহৰত বহি মানুহবোৰে কলগানলৈ অপেক্ষা কৰিবলৈ ধৰিলে। বহুতপৰ কথা পাতি আৰু চিএঞৰ-বাখৰ কৰি মানুহবোৰৰ বোধহয় ভাগৰ লাগিছিল। তেওঁলোক লাহে লাহে নীৰৱ হৈ পৰিছিল। এনেতে হঠাৎ কোনোবা এজন মানুহে চিঞঁৰি উঠিল— 'কলগান আহি পালে, কলগান আহি পালে।'

নীৰৱ আৰু শান্ত হৈ পৰা মানুহৰ জুমটোৰ মাজত পুনৰ বিৰাট চাঞ্চল্যই দেখা দিলে। বহাৰ পৰা উঠি থিয় হৈ প্ৰত্যেকেই পদুলি মুখলৈ চাবলৈ ধৰিলে। সকলোৱে দেখিলে— দুজন মানুহে কান্ধত ভাৰ বান্ধি কলগানটো লৈ পদুলি মুখেদি ঘৰৰ ফালে সোমাই আহিছে।

ইতিমধ্যেই ঘৰৰ ভিতৰৰ পৰা দুটা লেম্প চোতাললৈ অনা হৈছিল। কলগানটো থ'বলৈ এখন পাটিও পৰা হৈছিল। কলগানটো পাটিত থোৱাৰ লগে লগে সেইটো ওচৰৰ পৰা জুমি চাবলৈ মানুহবোৰৰ মাজত হেঁচা-ঠেলা আৰম্ভ হ'ল। আমাৰ দেউতাই আগতেই অনুমান কৰিছিল যে কলগানটো বজাই নুশুনোৱালৈকে

মানুহবোৰ সন্তুষ্ট নহ'ব। সেই কাৰণে তেওঁ কলগান বজাব জনা বুধি মাষ্টৰ নামৰ মানুহ এজনক আগতেই মাতি আনি ঘৰত বহুৱাই থৈছিল। হুলস্থুল বেছি হোৱা যেন দেখি মানুহবোৰক শান্ত কৰাৰ উদ্দেশ্যে দেউতাই বুধি মাষ্টৰক ক'লে— 'মাষ্টৰ, তুমি কলগানটোত ৰেকৰ্ড এখন লগাই দিয়াচোন।'

দুজন মানুহে কলগানটোৰ দুয়োফালে লেম্প দুটা দাঙি ধৰিলে। বুধি মাষ্টৰে ৰেকৰ্ড এখন লগাই দি কলগানৰ চাবি ঘূৰাবলৈ ধৰিলে। চাবি ঘূৰোৱা সম্পূৰ্ণ হোৱাৰ পিছত তেওঁ কলগানৰ পিনটো ৰেকৰ্ডখনত লগাই দিয়াৰ লগে লগে একেটা মুহূৰ্তৰ ভিতৰতে একেলগে দুটা ঘটনা ঘটিল। প্ৰথমতে ৰেকৰ্ডৰ পৰা গান ওলাবলৈ ধৰিলে, আৰু গানৰ শব্দ মানুহবোৰৰ কাণত পৰাৰ লগে লগে আটাইবোৰ মানুহৰ মুখৰ পৰা একেলগে ওলাই আহিল এটা অস্ফুট চীৎকাৰ। বিস্ময়ৰ চীৎকাৰটো মাত্ৰ কেইমুহূৰ্তমানহে স্থায়ী হ'ল। পিছ মুহূৰ্তৰ পৰাই মানুহবোৰ মন্ত্ৰমুগ্ধ হৈ নীৰৱে গান শুনিবলৈ ধৰিলে। গানটোৰ প্ৰথম শাৰীটো মোৰ এতিয়াও খুব ভালকৈ মনত আছে— 'মন কি কৰিলি, এনে মজাৰ, মানৱী জনম পাই।'

গানটো শেষ নোহোৱালৈকে মানুহবোৰে কাতি-কুতা নকৰালে মনে মনে আছিল। কিন্তু যেই গান শেষ হ'ল, সকলোৱে প্ৰায় একেলগে চিঞৰি উঠিল— 'যন্ত্ৰই মানুহৰ নিচিনাকৈ গান গাব পাৰে— এনে কথা আমি কেতিয়াও বিশ্বাস নকৰো। যন্ত্ৰটোৰ পেটত মানুহ নহ'লেও নিশ্চয় কোনোবা দেও-ভূত লুকাই আছে। যন্ত্ৰটো ফালি চাব পৰা হ'লেহে আচল ৰহস্যটো বুজা গ'লহেঁতেন।

মই ওপৰত কোৱা ঘটনাটো ঘটিছিল ১৯৩৯ চনত। ঠিক একে ধৰণৰ এটা ঘটনা ঘটিছিল ১৮৭৭ চনত আমেৰিকাৰ মেনলো পাৰ্ক চহৰত— যিদিনা টমাছ আলভা এডিছনে আৱিষ্কাৰ কৰা প্ৰথমটো কলগানৰ পৰা ওলোৱা মানুহৰ মাত শুনি অপাৰ বিস্ময়ত তেওঁৰ সহকাৰীসকল হতভম্ব হৈছিল, আৰু প্ৰত্যেকেই নিজকে প্ৰশ্ন কৰিছিল— 'এয়া কি? বিজ্ঞান নে যাদুমন্ত্ৰ?'

টমাছ আলভা এডিছনৰ মনলৈ কলগান তথা ফনোগ্ৰাফৰ ধাৰণাটো প্ৰথমে কেনেকৈ আহিল সেই কথা প্ৰথমে কৈ লওঁ।

এডিছনে তেওঁৰ টেলিফোনটো ওৱেষ্টাৰ্ণ ইউনিয়ন কোম্পানীক বিক্ৰী কৰাৰ পিছত মানুহৰ মাজত টেলিফোনৰ জনপ্ৰিয়তা বঢ়াবলৈ তেওঁ এটা উপায় উলিয়ালে। তেওঁ ঘোষণা কৰিলে যে ওৱেষ্টাৰ্ণ ইউনিয়ন কোম্পানীৰ অফিচত থকা টেলিফোনত গায়কে গান গাব, আৰু সেই গান প্ৰায় ডেৰশ কিলোমিটাৰ দূৰত থকা মানুহে তেওঁলোকৰ টেলিফোনৰ যোগেদি শুনিবলৈ পাব। তেওঁ নিজৰ গৱেষণাগাৰো টেলিফোনৰ দ্বাৰা সংযুক্ত কৰি ল'লে— যাতে সেই গান তেওঁ, তেওঁৰ দেউতাক আৰু তেওঁৰ বন্ধু-বান্ধৱসকলেও শুনিব পাৰে।

যথাসময়ত এটা মধুৰ গানৰ ধ্বনি টেলিফোনৰ যোগেদি শ্ৰোতাসকলৰ কাণলৈ ভাহি আহিল। সকলোৱেই চমৎকৃত হ'ল। কিন্তু তাৰ মাজতে এজনে মন্তব্য কৰিলে— 'অতি সুন্দৰ গান, সন্দেহ নাই। কিন্তু দুখৰ কথা যে গানৰ জীৱন অতি ক্ষণস্থায়ী। চিত্ৰকৰৰ এখন ছবি চিৰদিনলৈ থাকি যায়। কিন্তু আনহাতে এজন গায়কৰ মৃত্যুৰ লগে লগে তেওঁৰ মধুৰ কণ্ঠও চিৰকাললৈ নীৰৱ হয়। তেওঁৰ গান যুগমীয়া কৰি ৰখাৰ কোনো উপায় নাই।'

কথাখিনি কৈ মানুহজনে এটা দীঘল হুমুনিয়াহ পেলালে।

আন এজন বন্ধুৱে তেতিয়া মাত লগালে— 'কিন্তু মই ভাবো যে যিজন এডিছনে টেলিপ্ৰিণ্টাৰ আৰু টেলিফোনৰ নিচিনা অত্যাশ্চৰ্য যন্ত্ৰবোৰ উদ্ভাৱন কৰি উলিয়াব পাৰিছে তেওঁৰ পক্ষে মানুহৰ মাত ধৰি ৰাখিব পৰা যন্ত্ৰ সাজি উলিওৱাটো নিশ্চয় অসম্ভৱ নহ'ব।'

বন্ধুজনে কথাষাৰ বোধহয় পাতলভাৱেই কৈছিল, কাৰণ মানুহৰ মাত ধৰি ৰাখিব পৰা যন্ত্ৰৰ কথা

তেতিয়ালৈকে মানুহৰ কল্পনাৰো অতীত আছিল। কিন্তু তেওঁৰ কথাই এডিছনৰ কল্পনাক ভীষণভাৱে উত্তেজিত কৰি তুলিলে। ইয়াৰ পিছত কেবাদিনো ধৰি তেওঁ দিনে-ৰাতিয়ে কেৱল সেইটো কথাকে ভাবি থাকিবলৈ ধৰিলে। চিন্তা কৰোঁতে এনে এটা যন্ত্ৰৰ কল্পনাই তেওঁৰ মনত বাস্তৱ ৰূপ ল'বলৈ আৰম্ভ কৰিলে। কে'বাদিনো ধৰি তেওঁ কাগজত নানাধৰণৰ আঁক-বাঁক কৰিবলৈ ধৰিলে। অৱশেষত এদিন তেওঁৰ যন্ত্ৰৰ নক্সাটো সম্পূৰ্ণ হ'ল।

এডিছনৰ কাৰখানাত জন ক্ৰুয়েছি নামৰ এজন পাকৈত মেকানিক আছিল। এডিছনে তেওঁক খুব মৰম কৰিছিল, আৰু আটাইতকৈ কঠিন কামবোৰৰ দায়িত্ব তেওঁকে দিছিল। এদিন এডিছনে তেওঁক মাতি আনি নক্সাখন দি ক'লে— 'এই নক্সাখন চাই সেই অনুযায়ী এটা যন্ত্ৰ তুমি সাজি উলিয়াব লাগিব। যিমান পাৰা সোনকালে।'

ক্ৰুয়েছিয়ে খুব মনোযোগ দি নক্সাখন অধ্যয়ন কৰিলে। কিন্তু এনে এটা যন্ত্ৰ কি উদ্দেশ্যত ব্যৱহৃত হ'ব পাৰে সেই কথা তেওঁৰ মগজত সোমাই নাপালে। নিজে নিজে বহুতপৰ চিন্তা কৰাৰ পিছত অৱশেষত তেওঁ এডিছনক সুধিলে— 'চাৰ, এই অদ্ভুত যন্ত্ৰটো আপুনি কি কামত লগাব?'

এডিছনে চমুকৈ উত্তৰ দিলে— 'এই যন্ত্ৰটোৱে কথা ক'ব আৰু গানো গাব।'

এডিছনৰ উত্তৰ শুনি ক্ৰুয়েছিয়ে তেওঁৰ মুখলৈ চালে। এডিছনৰ গম্ভীৰ মুখত তেওঁ কথাটোৰ একো ব্যাখ্যা বিচাৰি নাপালে। হুকুম মতে কাম কৰিবলৈ তেওঁ নিজৰ কাৰখানালৈ খোজ ল'লে। যাওঁতে তেওঁ মনে মনে ভাবি গ'ল— এডিছনৰ নিশ্চয় কিবা বেলেগ মতলব আছে। যন্ত্ৰই কথা ক'ব আৰু গান গাব পাৰিব বুলি নিশ্চয় এডিছনে নিজেও বিশ্বাস নকৰে। তেওঁ মোক জোকাইহে চাইছে।

এডিছনৰ নক্সাখন চাই চাই ক্ৰুয়েছিয়ে যন্ত্ৰটো সাজি উলিয়ালে। এডিছনে ক্ৰুয়েছিক লগত লৈ যন্ত্ৰটো চাবলৈ গ'ল। আন দুজন মেকানিক ইতিমধ্যে যন্ত্ৰটোৰ ওচৰত বহি আছিল। দুয়োজনে যন্ত্ৰটোৰ নানা প্ৰকাৰে পৰীক্ষা কৰিও তাৰ কি কাম হ'ব পাৰে সেইটো বুজিব নোৱাৰি বিমোৰ হৈছিল। এডিছনে এতিয়া তিনিওজন মেকানিককে নিজৰ ওচৰত বহুৱাই লৈ যন্ত্ৰটোৰ বিভিন্ন অংশৰ কামবোৰ ব্যাখ্যা কৰিবলৈ ধৰিলে। ব্যাখ্যা শেষ হোৱাৰ পিছত তেওঁ গম্ভীৰভাৱে ঘোষণা কৰিলে— 'এই যন্ত্ৰটোৰ কাম হ'ব মানুহৰ মাত চিৰকালৰ কাৰণে ধৰি ৰখা। মানুহজন এদিন নোহোৱা হ'ব, কিন্তু তেওঁৰ মাতটো থাকি যাব। যন্ত্ৰটো বজালেই যিকোনো মুহূৰ্ততে— আনকি দূৰ ভৱিষ্যততো— তেওঁৰ মাত শুনা যাব।'

এডিছনৰ কথা শুনি মেকানিক তিনিজনে ইজনে সিজনৰ চকুলৈ চোৱা- চুই কৰিবলৈ ধৰিলে। চকুৰ নীৰৱ দৃষ্টিৰ দ্বাৰা তেওঁলোকে পৰস্পৰক এই কথাকে ক'বলৈ চেষ্টা কৰিছিল যে এডিছনৰ নিশ্চয় মগজৰ বিকৃতি ঘটিছে। তাৰ কাৰণে অৱশ্যে মানুহজনক দোষো দিব নোৱাৰি। ৰাতিৰ পিছত ৰাতি উজাগৰে থাকি ইমান অমানুষিক পৰিশ্ৰম কৰিলে যিকোনো মানুহৰেই মগজৰ বিকৃতি ঘটিব পাৰে। অন্ততঃ সাময়িকভাৱে হ'লেও। এডিছনৰ কাৰণে তিনিওজন মেকানিকে গভীৰ বেদনা অনুভৱ কৰিলে।

মেকানিককেইজনে মুখেৰে একো নক'লেও মনে মনে কি ভাবিছে সেই কথা বুজিবলৈ এডিছনৰ বাকী নৰ'ল। তেওঁ ক'লে — 'তোমালোক যে মোৰ কথা বিশ্বাস কৰা নাই সেইটো তোমালোকৰ মুখ দেখিয়েই মই বুজিছো। মোৰ কথা যে সঁচা সেইটো মই এতিয়া কামেৰেহে প্ৰমাণ কৰি দেখুৱাব লাগিব।'

এই বুলি কৈ তেওঁ যন্ত্ৰটো ব্যৱহাৰৰ কাৰণে ঠিক-ঠাক কৰি ল'লে। ল'ৰাকালত পঢ়া এটা পদ্য তেওঁৰ মুখস্থ আছিল। যন্ত্ৰটোৰ কথা কোৱা নলিডালৰ ওচৰলৈ মুখখন নি তেওঁ পদ্যটো আবৃত্তি কৰিবলৈ ধৰিলে ঃ

Mary had a little lamb
Its fleece was white as snow,
And everywhere that Mary went
The lamb was sure to go.

পদ্যটো আবৃত্তি কৰি থাকোতে এডিছনে যন্ত্ৰটোৰ বিভিন্ন অংশৰ ঘূৰোৱা-পকোৱা আদি কামবোৰো কৰি

আছিল। মেকানিককেইজনে গোটেই দৃশ্যটো স্তব্ধ হৈ চাই আছিল। এডিছন পাগল হোৱা বুলি তেওঁলোকে আগতেই অনুমান কৰিছিল। এতিয়া এডিছনে যন্ত্ৰটোক উদ্দেশ্য কৰি পদ্য আবৃত্তি কৰা শুনি তেওঁলোকৰ মনত সেই বিষয়ে বিন্দুমাত্ৰ সন্দেহ বাকী নাথাকিল। তেওঁলোকে ইজনে সিজনলৈ চাই মনৰ দুখত মূৰ জোঁকাৰিবলৈ ধৰিলে।

কিন্তু ইফালে এডিছন নিজৰ কামত ইমান মগ্ন হৈ আছিল যে মেকানিককেইজনৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিবলৈ তেওঁৰ সময় নাছিল। এনেতে হঠাৎ কোঠাটোত থকা আটাইকেইজন মানুহকে উচপ খোৱাই দি যন্ত্ৰটোৱে এডিছনৰ মাতটো হুবহু নকল কৰি পদ্য আবৃত্তি কৰিবলৈ ধৰিলে ঃ

Mary had a little lamb.......

মানুহৰ ইতিহাসত প্ৰথমবাৰৰ কাৰণে যন্ত্ৰই কথা ক'ব পৰা হ'ল, অৰ্থাৎ যন্ত্ৰই মানুহৰ মাতটো ধৰি ৰাখি প্ৰতিধ্বনিৰ দৰে সেই মাতটোৰ পুনৰাবৃত্তি কৰিব পৰা হ'ল। সীমাহীন বিস্ময়ত মেকানিককেইজন হতবাক হ'ল। মানুহৰ কল্পনাই ঢুকি নোপোৱা ঘটনা তেওঁলোকৰ চকুৰ আগতে ঘটিল। বস্তুতপক্ষৰ মূৰত যেতিয়া ক্ৰুয়েছিয়ে কথা কোৱাৰ শক্তি ঘূৰাই পালে, তেওঁ নিষ্ঠাবান খ্ৰিষ্টিয়ানৰ দৰে হাতেৰে ক্ৰুছ চিন কৰি ঈশ্বৰৰ নাম ল'লে। বাকী দুজনে মেকানিকে নাচি নাচি নিজৰ আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। মানুহৰ ইতিহাসত যে এটা নতুন যুগৰ সূচনা হ'ল সেই কথা অৱশেষত তেওঁলোকে বুজি পালে।

এডিছনে নিজেও প্ৰথমটো প্ৰয়াসতে ইমান বেছি কৃতকাৰ্যতা আশা কৰা নাছিল। আনন্দত তেওঁৰ মনটো ভৰি পৰিল। কিন্তু তেওঁ মনত যিমানখিনি আনন্দ অনুভৱ কৰিছিল বাহিৰত আনক দেখুৱাই সিমানখিনি আনন্দ প্ৰকাশ নকৰিলে। তেওঁৰ এজন আমেৰিকান জীৱনী-লেখকৰ মতে এডিছনে বোলে তেওঁৰ কোনোবা এজন বন্ধুক কৈছিল— 'মই মোৰ জীৱনত ইমান বেছি আচৰিত কেতিয়াও হোৱা নাছিলো। যিকোনো কামত প্ৰথম প্ৰয়াসতেই সম্পূৰ্ণ কৃতকাৰ্য হ'লে মই মনে মনে কিবা এটা ভয় অনুভৱ কৰোঁ?'

এডিছনে তেনেকৈ ভবাৰ এটা কাৰণ আছে। আমি এই কথা জানো যে পৃথিৱীৰ বহুতো ডাঙৰ বৈজ্ঞানিক আৱিষ্কাৰ ঘটনা-ক্ৰমে আকস্মিকভাৱে হৈছিল। কিন্তু এডিছনৰ আৱিষ্কাৰবোৰৰ বেলিকা সেই কথা নাখাটে। তেওঁ কিবা এটা আৱিষ্কাৰ বা উদ্ভাৱনাৰ কামত হাত দিয়াৰ আগতে বিষয়টো সম্পৰ্কে খৰচি মাৰি অধ্যয়ন আৰু চিন্তা কৰি লয়। তাৰ পিছত তেওঁ অশেষ ধৈৰ্যেৰে কঠোৰ পৰিশ্ৰম কৰি সেই বিষয়ে গৱেষণা আৰু পৰীক্ষা-নিৰীক্ষা কৰিবলৈ আৰম্ভ কৰে। উদাহৰণ স্বৰূপে তেওঁ যেতিয়া এটা বিশেষ ধৰণৰ বেটেৰি (Storage cell) নিৰ্মাণৰ কাম আৰম্ভ কৰে, তেওঁ সেই কামত সফল হোৱাৰ আগতে দহ হাজাৰবাৰ বিভিন্ন সম্পৰীক্ষা কৰিব লগা হয়। দহ হাজাৰবাৰ কৰা চেষ্টাৰ প্ৰত্যেকটো চেষ্টাই ব্যৰ্থ হয়। এটা কাম কৰিবলৈ দহ হাজাৰবাৰ চেষ্টা কৰি ব্যৰ্থ হোৱাৰ পিছত নতুনকৈ চেষ্টা আৰম্ভ কৰিবলৈ পৃথিৱীত কেইজন মানুহৰ ধৈৰ্য বাকী থাকিব সেই কথা কোৱা টান। আনকি এডিছনৰ নিজৰ সহকাৰীসকলেই ধৈৰ্য হেৰুৱাই পেলাইছিল। এজনেতো মুখৰ আগতে কৈয়েই পেলাইছিল— 'আমি আমাৰ সমস্ত শক্তিৰে সৰ্বতোপ্ৰকাৰে চেষ্টা কৰি চালো। কিন্তু সকলো চেষ্টা নিস্ফল হ'ল। সঁচা কথা ক'বলৈ গ'লে আমি কিন্তু আশা হেৰুৱাই পেলাইছো। আপুনি কি কয়?'

সহকাৰীজনৰ কথা শুনি এডিছন বিৰক্ত হোৱাৰ পৰিৱৰ্তে বিস্মিতহে হ'ল। তেওঁ ক'লে— 'তোমালোকে আশা হেৰুৱাই পেলাব পাৰা; কিন্তু মই আশা হেৰুওৱাৰ প্ৰশ্নই নুঠে। বৰং মই ক'ব খোজো যে মই এতিয়া নিজৰ লক্ষ্যৰ নিচেই কাষ চাপিছো, কাৰণ কোন দহ হাজাৰটা চেষ্টা ভুল আছিল সেই কথা মই এতিয়া জানো। সেইবোৰ ভুলৰ পুনৰাবৃত্তি মই আৰু নকৰো।'

এডিছনৰ এনেবোৰ কথাই প্ৰমাণ কৰে যে তেওঁ কেৱল এজন অসাধাৰণ প্ৰতিভাশালী আৱিষ্কাৰকেই নাছিল; মানুহ হিচাপেও তেওঁ আছিল অসাধাৰণ। তেওঁৰ ধৈৰ্য-শক্তি, আশাবাদ, অধ্যৱসায় আৰু পৰিশ্ৰম-ক্ষমতা সকলো মানুহৰেই অনুকৰণীয়।

# বিজুলী বাতিৰ আৱিষ্কাৰ

ফনোগ্ৰাফৰ আৱিষ্কাৰকেই এডিছনে তেওঁৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ আৱিষ্কাৰ বুলি ভাবিছিল। কিন্তু সেই একেজন মানুহেই যেতিয়া বিজুলী বাতি আৱিষ্কাৰ কৰি ৰাতিক দিন কৰিব পৰাটো সম্ভৱ কৰি তুলিলে আৰু তাকে কৰি মানুহৰ জীৱন-যাপনৰ পদ্ধতিত অকল্পনীয় পৰিৱৰ্তন ঘটালে, তেতিয়া এই দুটা আৱিষ্কাৰৰ ভিতৰত কোনটো বেছি গুৰুত্বপূৰ্ণ সেই কথা একে আষাৰতে কৈ দিয়া বৰ টান হৈ পৰিল।

এডিছনৰ বিজুলী বাতি আৱিষ্কাৰৰ কাহিনী ক'বলৈ আৰম্ভ কৰাৰ আগতে তেওঁৰ ফনোগ্ৰাফৰ বিষয়ে আৰু দুটামান কথা কোৱাটো দৰকাৰী বুলি ভাবিছে।

যিকোনো নতুন বস্তুৰ পেটেণ্টৰ কাৰণে আবেদন কৰিবৰ সময়ত সেই বস্তুটো মানুহৰ কি কি কামত লাগিব পাৰে সেই কথা উল্লেখ কৰিব লগা হয়। এডিছনে তেওঁ আবেদনত ফনোগ্ৰাফৰ চাৰিটা ব্যৱহাৰৰ কথা বিশেষভাৱে উল্লেখ কৰিছিল। সেইকেইটা আছিল ঃ (১) এই যন্ত্ৰক শ্ৰুতলিপি দি ষ্টেন'গ্ৰাফাৰৰ সহায় নোলোৱাকৈ চিঠি লিখাব পৰা যাব আৰু শ্ৰুতলিপিৰ সহায়েৰে কৰিব খোজা আটাইবোৰ কাম কৰাব পৰা যাব; (২) অন্ধ মানুহক কিতাপ পঢ়াই শুনাবলৈ এই যন্ত্ৰ ব্যৱহাৰ কৰিব পৰা যাব; (৩) মানুহক বাগ্মিতা তথা বক্তৃতা-কৌশল শিকোৱাৰ কামত ই বিশেষভাৱে সহায়ক হ'ব, আৰু (৪) এই যন্ত্ৰৰ সহায়েৰে গান বাণীবদ্ধ কৰি ৰাখি তাক বাৰে বাৰে শুনিব আৰু শুনাব পৰা যাব।

পৃথিৱীত ফনোগ্ৰাফ নামৰ কোনো যন্ত্ৰ নাই— খন্তেকৰ কাৰণে এই কথা কল্পনা কৰিবলৈ চেষ্টা কৰিলেই এডিছনৰ এই আৱিষ্কাৰে পৃথিৱীত কেনেকুৱা যুগান্তৰ আনিছে সেই কথা উপলব্ধি কৰা সহজ হ'ব।

১৮৭৮ চনৰ ১৯ ফেব্ৰুৱাৰীৰ দিনা এডিছনে তেওঁৰ ফনোগ্ৰাফৰ কাৰণে পেটেণ্ট লাভ কৰিলে, আৰু তাৰ পিছদিনাই বাতৰি কাকতৰ যোগেদি এই অভূতপূৰ্ব আৰু বিস্ময়কৰ আৱিষ্কাৰৰ খবৰ পাই পৃথিৱীৰ মানুহে এডিছনক ধন্য ধন্য কৰিবলৈ ধৰিলে। যন্ত্ৰৰ পৰা ওলোৱা মানুহৰ মাত শুনিবলৈ এদিন আমেৰিকাৰ বিজ্ঞান অকাডেমিত হাজাৰ হাজাৰ মানুহ সমবেত হ'ল। তেওঁলোকে নিজৰ কাণকেই বিশ্বাস কৰিবলৈ টান পালে; কিন্তু লগতে এই কথাও সকলোৱে বুজিলে যে ঘটনাটো অবিশ্বাস্য হ'লেও সত্য। কল্পনাৰ অতীত অসম্ভৱক সম্ভৱ কৰি তোলা মানুহজনৰ প্ৰতি কোটি কোটি মানুহৰ হৃদয়ত শ্ৰদ্ধা আৰু প্ৰশংসা উথলি উঠিল। সেই সকলো মানুহৰ হৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিয়ে এডিছনক নিজৰ বাসভৱনলৈ নিমন্ত্ৰণ কৰি মাতি আনি তেওঁক অভিনন্দন জনালে।

জীৱনৰ শেষ বয়সত এডিছনে থিয়োদৰ ড্ৰেইছাৰক দিয়া এটা সাক্ষাৎকাৰত তেওঁৰ নিজৰ বিষয়ে এটা অতি আচৰিত কথা কৈছিল। (থিয়োদৰ ড্ৰেইছাৰ আমেৰিকাৰ এজন বিখ্যাত ঔপন্যাসিক। তেওঁক সেই দেশৰ সৰ্বশ্ৰেষ্ঠ লেখকসকলৰ ভিতৰত এজন বুলি গণ্য কৰা হয়)। এডিছনে ড্ৰেইছাৰক কৈছিল— 'কিবা এটা বস্তু আৱিষ্কাৰ বা উদ্ভাৱন কৰাৰ পিছত মই সেই বস্তুটোৰ প্ৰতি তীব্ৰ ঘৃণা অনুভৱ কৰিবলৈ আৰম্ভ কৰো। বস্তুটো সফলভাৱে উদ্ভাৱন কৰি উলিওৱাৰ পিছত মই তাৰ ছাঁটোকো সহ্য কৰিব নোৱৰা হওঁ। যোৱা দহ বছৰত মই এদিনৰ কাৰণেও টেলিফোন ব্যৱহাৰ কৰা নাই। আৰু বিজুলী বাতিৰ পোহৰৰ পৰা নিস্তাৰ পাবলৈ মই যিকোনো কাম কৰিব পাৰো।'

এডিছনে ১৮৭৭ চনতে ফনোগ্ৰাপ আবিষ্কাৰ কৰিলে যদিও তাৰ পিছৰ দহটা বছৰ তেওঁ ফনোগ্ৰাফৰ কথা পাহৰি থাকিল। তেওঁ মত্ত হৈ পৰিল আৰু এশ-এটা নতুন আবিষ্কাৰৰ চিন্তাত। অৱশ্যে ১৮৮৭ চনত আকৌ এবাৰ ফনোগ্ৰাফৰ কথা তেওঁৰ মনত পৰিল, আৰু নানা পৰীক্ষা-নিৰীক্ষা কৰি তেওঁ যন্ত্ৰটো আগতকৈ বহুত উন্নত কৰি তুলিলে।

এডিছনে বিজুলী বাতি আবিষ্কাৰ কৰাৰ আগলৈকে মানুহে ৰাতি ঘৰ পোহৰ কৰিবৰ কাৰণে তেল আৰু মমবাতি ব্যৱহাৰ কৰিছিল। অৱশ্যে কেৰাচিন তেল ওলোৱাও বৰ বেছি দিন হোৱা নাই। কেৰাচিন তেল আৱিষ্কৃত হোৱাৰ আগতে অসমৰ মানুহে মিঠাতেলৰ চাকি, জোৰ আৰু নাহৰ গুটি আদি ব্যৱহাৰ কৰিছিল। কেৰাচিন তেল ওলোৱাত মানুহৰ ডাঙৰ সুবিধা হ'ল, কাৰণ কেৰাচিন তেলৰ চাকি বা লেম্পে বেছি পোহৰ দিয়ে। কিন্তু সেই বুলি চুইচটো টিপিলেই উজ্জ্বল পোহৰ ওলোৱা বিজুলী বাতিৰ লগত কেৰাচিন তেলৰ চাকি লেম্পক তুলনা কৰিব পাৰিনে? কেৰাচিন তেলৰ চাকি আৰু লেম্পৰ পৰা ধোঁৱা ওলায়, দুৰ্গন্ধ ওলায়, আৰু সেইবোৰ প্ৰতিদিনে চাফা কৰি থাকিব লগা হয়। আৰু বিজুলী বাতি? ধোঁৱা নাই, দুৰ্গন্ধ নাই, সদায় চাফা কৰি থকাৰ দৰকাৰ নাই। কেৱল চুইচ এটা টিপিলেই হ'ল।

টমাছ আলভা এডিছনৰ আগতেও মানুহে এই কথা জানিছিল যে বিজুলী শক্তিৰ পৰা পোহৰ আৰু উত্তাপ দুয়োটাকে পাব পাৰি। কিন্তু মানুহে কথাটো জানিছিল কেৱল এটা তত্ত্ব হিচাপেহে। বিজুলী শক্তিৰ পৰা পোহৰ উলিয়াই কেনেকৈ তাক মানুহৰ ব্যৱহাৰৰ উপযোগী কৰি তুলিব পাৰি সেই বিষয়ে মানুহৰ কোনো ধাৰণাই নাছিল। এই কাম সম্ভৱ কৰি তুলিবৰ কাৰণে পৃথিৱীয়ে অপেক্ষা কৰিব লগা হ'ল টমাছ আলভা এডিছনৰ নিচিনা এজন অসাধাৰণ প্ৰতিভাবান মানুহৰ আৱিৰ্ভাৱৰ কাৰণে। কোৱা হয় যে প্ৰয়োজনেই হ'ল আৱিষ্কাৰৰ মাতৃ। মানুহে যেতিয়াই তীব্ৰভাৱে কিবা বস্তুৰ প্ৰয়োজন অনুভৱ কৰে তেতিয়াই তাক আৱিষ্কাৰ কৰাৰ চিন্তায়ো তেওঁৰ মনত ভুমুকি মাৰে। বিজুলী বাতিৰ চিন্তাও এডিছনৰ মনলৈ ঠিক তেনেকৈয়ে আহিছিল।

এদিন ৰাতি তেওঁ গৱেষণাগাৰত কাম কৰি থাকোতে হঠাৎ তেওঁৰ টেবুলৰ লেম্পটো নুমাই থাকিল। পৰম মনোযোগেৰে কিবা এটা কাম কৰি থকাৰ সময়ত হঠাৎ লেম্প-চাকি নুমাই গৈ কামটো কৰিব নোৱৰা হ'লে মনৰ অৱস্থা কেনে হয় সেই কথা প্ৰত্যেক মানুহে নিজৰ অভিজ্ঞতাৰ পৰাই জানে। তাতে আকৌ এডিছনৰ কাম এলাপেছা কাম নাছিল। তেওঁ মত্ত হৈ আছিল আৱিষ্কাৰৰ নিচাত। কামটো আধা-কৰা হওঁতেই ঘৰটো হঠাৎ আন্ধাৰ হৈ যোৱাত এডিছনৰ মনটো ভাগি পৰিল। প্ৰতিকাৰ-হীন যন্ত্ৰণাই তেওঁক গ্ৰাস কৰি ধৰিলে।

আন্ধাৰ কোঠাটোত তেওঁ বিষণ্ণ মনেৰে স্তব্ধ হৈ বহি আছিল; এনেতে হঠাৎ এটা নতুন চিন্তা বিজুলীৰ দৰে তেওঁৰ মনৰ মাজেদি ঢউ খেলি গ'ল। বিজুলী শক্তিৰ সহায়েৰে চাকি জ্বলাব নোৱাৰিনে? তেওঁ চকীখনত পোন হৈ বহিল। কিয় নোৱাৰি? নিশ্চয় পাৰি। এডিছনে লগে লগে সংকল্প ল'লে— বিজুলী শক্তিৰ সহায়েৰে চাকি জ্বলোৱাৰ উপায় উদ্ভাৱন কৰাটোৱেই হ'ব সেই মুহূৰ্তৰ পৰা তেওঁৰ একমাত্ৰ ধ্যান-জ্ঞান, একমাত্ৰ লক্ষ্য।

আমি চুইচটো টিপি দি বিজুলী চাকি জ্বলোৱাৰ সময়ত এবাৰো এই কথা মনত নেপেলাওঁ যে নিতৌ দেখি দেখি অতি তুচ্ছ আৰু সামান্য যেন লগা এই বস্তুটো উদ্ভাৱন কৰিবলৈ টমাছ আলভা এডিছন নামৰ এজন মানুহে সাধাৰণ মানুহে কল্পনা কৰিব নোৱৰা অমানুষিক পৰিশ্ৰম কৰিব লগা হৈছিল। কামটো আৰম্ভ

কৰিয়েই এডিছনে বুজিলে যে তেওঁ এটা অতি কঠিন কামত হাত দিছে। কিন্তু কাম যিমানেই কঠিন হয় সিমানেই বাঢ়ি যায় এডিছনৰ জেদ। কৃতকাৰ্য হোৱাৰ দুৰ্জয় সংকল্প মনত লৈ এডিছনে তেওঁৰ গৱেষণাৰ কাম আৰম্ভ কৰি দিলে। প্ৰথমতে তেওঁ পঢ়িবলৈ আৰম্ভ কৰিলে বিজুলী শক্তিৰ বিষয়ে লিখা যিমানবোৰ কিতাপ পোৱা যায় সেই সকলো কিতাপ। কিতাপত পঢ়া প্ৰয়োজনীয় কথাবোৰ টুকি ৰাখিবলৈ তেওঁক দুশখন শকত টোকাবহীৰ দৰকাৰ হৈছিল। ঠিক সেইদৰে তেওঁ চল্লিশ হাজাৰ পৃষ্ঠা ভৰাই পেলাইছিল নক্সা আঁকি আৰু বিভিন্ন সময়ত বিষয়টো সম্পৰ্কে তেওঁৰ মনলৈ অহা কথাবোৰ টুকি ৰাখি। বিজুলী বাতিৰ বিষয়ে গৱেষণা আৰম্ভ কৰা মুহূৰ্তৰ পৰা কামটো কৰি শেষ নকৰালৈকে এডিছনে গড় হিচাপত প্ৰতি দিনে বিশ ঘণ্টাকৈ কাম কৰিছিল।

বিজুলী-পৰিবাহক যিকোনো তাঁৰৰ মাজেদি যেতিয়া বিজুলীৰ সোঁত বৈ যায়, তেতিয়া তাক ৰোধ কৰিব পাৰিলেই একে সময়তে তাৰ পৰা তাপ আৰু পোহৰ পোৱা যায়। কিন্তু সমস্যাটো হ'ল এই যে এনেকৈ উদ্ভৱ হোৱা তাপৰ ফলত তাঁৰডাল পুৰি যায়। তাঁৰডাল পুৰি যোৱাৰ লগে লগে পোহৰো নোহোৱা হয়। গতিকে বিজুলী বাতি নিৰ্মাণ কৰাৰ ক্ষেত্ৰত দেখা দিয়া প্ৰথমটো আৰু প্ৰধান সমস্যাটো হ'ল এনে এডাল তাঁৰ বা ফিলামেণ্ট উদ্ভাৱন কৰা— যিডাল তাঁৰ বা ফিলামেণ্ট তাৰ মাজেদি প্ৰবাহিত হোৱা বিজুলী শক্তিৰ উত্তাপত পুৰি বা ছিগি নাযাব।

এডিছনে নিজৰ বুদ্ধিৰে সাজি উলিওৱা যিডাল ফিলামেণ্টৰ মাজেদি বিজুলী প্ৰবাহিত কৰি পোহৰ উলিয়াবলৈ চেষ্টা কৰিছিল সেইডাল ফিলামেণ্ট মাত্ৰ এক মুহূৰ্তৰ কাৰণে পোহৰ দয়েই ছিগি থাকিল। এডিছনে গোটেই ঘটনাটো সূক্ষ্মভাৱে নিৰীক্ষণ কৰি বুজি পালে যে যিকোনো ধাতৱ পদাৰ্থ বতাহৰ সংস্পৰ্শলৈ অহাৰ লগে লগে তাৰ ওপৰত অম্লজানে কৰা ক্ৰিয়াৰ ফলত অক্সাইদ সৃষ্টি হয়। এনেকুৱা ধাতৱ পদাৰ্থৰ মাজেদি বিজুলী শক্তি প্ৰবাহিত কৰিলে সি বেছি পৰিমাণে তাপ বিকিৰণ কৰে। গতিকে এডিছনৰ দ্বিতীয় সমস্যাটো হ'ল এটা বায়ুশূন্য বাল্‌ব তৈয়াৰ কৰি তাৰ মাজত ফিলামেণ্টডাল ৰখাৰ ব্যৱস্থা কৰা। বায়ুশূন্য ঠাইত ৰখা কোনো পদাৰ্থই অম্লজানৰ সংস্পৰ্শলৈ আহিব নোৱাৰে। ফলত সি তাপ বিকিৰণ নকৰে। এডিছনে নিজৰ কাৰখানাতে এটা কাঁচৰ বাল্‌ব তৈয়াৰ কৰি উলিয়ালে। ফিলামেণ্টডাল কাঁচৰ বাল্‌বত ভৰাই দি যন্ত্ৰৰ সহায়েৰে বাল্‌বৰ বায়ুখিনি পাম্প কৰি নিষ্কাশিত কৰা হ'ল আৰু বাল্‌বটো বতাহ সোমাব নোৱাৰাকৈ ছীল কৰি দিয়া হ'ল। ইয়াৰ পিছত ফিলামেণ্টডালৰ মাজেদি বিজুলী প্ৰবাহিত কৰাৰ লগে লগে সি তৎক্ষণাৎ উজ্জ্বল হৈ উঠি শুভ্ৰ পোহৰ বিকিৰণ কৰিবলৈ ধৰিলে।

এডিছনে প্ৰথমবাৰ এনে পৰীক্ষা কৰাৰ সময়ত ফিলামেণ্টডাল উজ্জ্বল হৈ উঠাৰ লগে লগে সি ছিগিও গৈছিল। সি পোহৰ দিছিল মাত্ৰ এক মুহূৰ্তৰ কাৰণে। কিন্তু এইবাৰ মুহূৰ্তবোৰ পাৰ হৈ যাবলৈ ধৰিলে, অথচ ফিলামেণ্টডালৰ আয়ুস শেষ হোৱাৰ কোনো লক্ষণেই নাই! উত্তেজনাত এডিছনৰ বুকু কঁপিবলৈ ধৰিলে। তেওঁ অৱশেষত সঁচাকৈয়ে মানুহৰ ব্যৱহাৰ-যোগ্য বিজুলী বাতি তৈয়াৰ কৰি উলিয়াব পাৰিলেনেকি? তেওঁ জেপৰ পৰা ঘড়ীটো উলিয়াই চাবলৈ ধৰিলে। এক মিনিট.... দুই মিনিট.... তিনি মিনিট.... মিনিটৰ কাঁটাডাল ঘূৰিবলৈ ধৰিলে সিমানেই এডিছনৰ হৃৎ-স্পন্দনো খৰ হ'বলৈ ধৰিলে।

হঠাৎ এডিছনৰ চকুৰ আগতে ফিলামেণ্টডাল ছিগি দুটুকুৰা হৈ গ'ল। তেওঁ ঘড়ী চাই দেখিলে— ফিলামেণ্ট জ্বলি আছিল পূৰা আঠ মিনিট সময়!

এডিছনৰ প্ৰথমটো পৰীক্ষাৰ সময়ত ফিলামেণ্টডাল জ্বলি উঠিয়েই চকুৰ পচাৰতে নুমাই গৈছিল। কিন্তু এইবাৰ বায়ুশূন্য বাল্‌বৰ ভিতৰত সি জ্বলি থাকিল আঠ মিনিট সময়। এডিছনে বুজি পালে যে তেওঁ সঠিক পথেৰেই আগবাঢ়িছে; কৃতকাৰ্যতাৰ দুৱাৰ-ডলিত উপনীত হ'বলৈ তেওঁ আৰু বেছি দূৰ যাব লগা নহ'ব। বায়ুশূন্য

বাল্‌বৰ ভিতৰত ফিলামেণ্টৰ আয়ুস বঢ়াব পাৰিলেই তেওঁ মানুহৰ ব্যৱহাৰ-যোগ্য বিজুলী বাতি তৈয়াৰ কৰিব পাৰিব। এইবাৰ তেওঁ আৰম্ভ কৰিলে দীৰ্ঘস্থায়ী ফিলামেণ্ট তৈয়াৰ কৰাৰ উপযোগী উপাদানৰ সন্ধান।

প্লেটিনামৰ নিচিনা মহা-মূল্যবান ধাতুৰ পৰা আৰম্ভ কৰি বাঁহৰ চোঁচ, মানুহৰ চুলি, কাগজ, কপাহ আদিলৈকে অসংখ্য বস্তুৰে তেওঁ ফিলামেণ্ট তৈয়াৰ কৰিবলৈ চেষ্টা কৰিলে। তেওঁৰ হাজাৰ হাজাৰ পৰীক্ষা ব্যৰ্থ হ'ল। তেওঁৰ সহকৰ্মীসকল হতাশাত ভাগি পৰিল। কিন্তু এডিছন আছিল সম্পূৰ্ণ বেলেগ ধাতুৰে গঢ়া মানুহ। তেওঁৰ সহকৰ্মীসকলৰ নিচিনাকৈ তেওঁৰো যদি হতাশাত ভাগি পৰি নিজৰ সংকল্প ত্যাগ কৰিলেহেঁতেন, তেন্তে আমি আজি তেওঁৰ এই জীৱনীখন লেখাৰ বা পঢ়াৰ কোনো প্ৰয়োজনেই নহ'লহেঁতেন। এডিছনে ঠিকেই কৈছিল যে প্ৰতিভা মাত্ৰ এক শতাংশহে প্ৰেৰণা; বাকী নিৰান্নৈহে শতাংশই সি হ'ল ঘৰ্মাক্ত পৰিশ্ৰম। কিন্তু বাৰে বাৰে ব্যৰ্থ হৈয়ো ঘৰ্মাক্ত পৰিশ্ৰমত লাগি থাকিব পৰা হ'বলৈ মানুহক লাগে অপৰিসীম ধৈৰ্য আৰু চৰিত্ৰ-বল। কেৱল বুদ্ধি বা প্ৰতিভাই যে যথেষ্ট নহয়, তাৰ লগত ধৈৰ্য আৰু পৰিশ্ৰম-শক্তি যোগ হ'লেহে মানুহে প্ৰতিভাৰ সহায়েৰে মহৎ কাৰ্য সম্পাদন কৰিব পাৰে— এইটোৱেই হ'ল এডিছনে মানুহক দি যোৱা আটাইতকৈ ডাঙৰ শিক্ষা।

অসংখ্যবাৰ পৰীক্ষা কৰাৰ পিছত এডিছন অৱশেষত এই সিদ্ধান্তলৈ আহিল যে তেওঁৰ সমস্যাটোৰ সমাধান কৰিব পাৰে একমাত্ৰ কাৰ্বনেহে। অৰ্থাৎ বিজুলী প্ৰবাহিত হোৱাৰ পিছত ফিলামেণ্টডাল পুৰি বা ছিগি নাযাবলৈ হ'লে তাক তৈয়াৰ কৰিব লাগিব কাৰ্বনেৰে। এডিছনৰ নিৰ্দেশমতে তেওঁৰ দুজনমান সহকাৰীয়ে কেইডালমান বগা সূতাৰ ওপৰত আলাঙ্কুৰ প্ৰলেপ লগাই তাক ক'লা কৰিলে; তাৰ পিছত সূতাকেইডাল ফাৰ্ণেচৰ প্ৰচণ্ড উত্তাপৰ মাজত ৰাখি তাক কাৰ্বন অৰ্থাৎ অঙ্গাৰত পৰিণত কৰা হ'ল। এই গোটেই প্ৰক্ৰিয়াটো সমাপ্ত হোৱাৰ পিছত সেই কাৰ্বনৰ পৰা অতি কষ্ট কৰি এডাল ফিলামেণ্ট তৈয়াৰ কৰি উলিওৱা হ'ল।

অৱশেষত এডিছন তেওঁৰ চূড়ান্ত পৰীক্ষাৰ কাৰণে সাজু হ'ল। এজন সহকাৰীক লগত লৈ তেওঁ বাল্‌ব থোৱা কোঠাটোত সোমাল। ৰাতি তেতিয়া নটা বাজিছে।

এডিছনৰ হাতত কাঁচৰ ঘূৰণীয়া বাল্‌বটো, তেওঁৰ সহকাৰীজনৰ হাতত কাৰ্বনৰ ফিলামেণ্টডাল। দুয়োজনে নিজৰ নিজৰ হাতত থকা বস্তু দুটা ইমান যত্ন আৰু আদৰেৰে ধৰি আছে— যেন সেই দুটাতকৈ বেছি মূল্যবান বস্তু পৃথিৱীত আন একোৱেই নাই। এডিছনে নিজে খুব সতৰ্কভাৱে ফিলামেণ্টডাল কাঁচৰ বাল্‌বটোত সুমুৱাই দি তাৰ পৰা পাম্প কৰি বতাহখিনি বাহিৰ কৰিবলৈ সহকাৰীজনক নিৰ্দেশ দিলে। এইখিনি কাম সম্পূৰ্ণ হোৱাৰ পিছত এডিছনে ফিলামেণ্টডালেদি বিজুলী সোঁত বোঁৱাই দিলে।

মুহূৰ্তকে ফিলামেণ্টডাল জ্বলি উঠিল আৰু তাৰ পৰা শুভ্ৰ নিস্পন্দ পোহৰ বিকিৰিত হ'বলৈ ধৰিলে। তাতোকৈ বেছি উজ্জ্বল পোহৰ বিকিৰিত হ'বলৈ ধৰিল এডিছন আৰু তেওঁৰ সহকাৰীজনৰ মুখৰ পৰা। সেই পোহৰ আছিল কষ্টাৰ্জিত কৃতকাৰ্যতাই দান কৰা গভীৰ আনন্দৰ পোহৰ।

কিন্তু সেই আনন্দৰ লগত মিহলি হৈ আছিল ভয় আৰু আশংকা। প্ৰথমবাৰৰ পৰীক্ষাত ফিলামেণ্টডালে পোহৰ দিছিল মাত্ৰ এটা মুহূৰ্তৰ কাৰণে। দ্বিতীয়বাৰৰ পৰীক্ষাত সি পোহৰ দিছিল আঠ মিনিটৰ কাৰণে। এইবাৰ বা ফিলামেণ্টডালৰ জীৱনকাল কিমান সময় স্থায়ী হয়! এডিছন মুহূৰ্ততে গম্ভীৰ হৈ পৰিল। মাত্ৰ দহ বা পোন্ধৰ মিনিট পোহৰ দিয়েই ফিলামেণ্টডাল যদি পুৰি বা ছিগি যায়, তেন্তে তেওঁৰ পৰীক্ষা সফল হোৱা বুলি নিশ্চয় ক'ব নোৱাৰি। দীৰ্ঘস্থায়ী ফিলামেণ্টৰ উপযোগী উপাদানৰ সন্ধানত তেওঁ আকৌ আৰম্ভ কৰিব লাগিব দীঘলীয়া কষ্টকৰ পৰীক্ষা-নিৰীক্ষা।

দহ মিনিট সময় পাৰ হ'ল। কিন্তু ফিলামেণ্টডাল জ্বলিয়েই আছে। এডিছনে তেওঁৰ বুকুৰ পৰা এটা স্বস্তিৰ নিশ্বাস ওলাই অহা যেন অনুভৱ কৰিলে। কাৰ্বন ফিলামেণ্টডালে অন্ততঃ আগৰ প্লেটিনাম ফিলামেণ্টডালৰ আঠ মিনিটৰ অভিলেখ ভঙ্গ কৰিব পাৰিছে।

আৰু দহ মিনিট... তাৰ পিছত আৰু দহ মিনিট.... এনেকৈ পূৰা ষাঠি মিনিট পাৰ হৈ গ'ল। ফিলামেণ্টডাল জ্বলিয়েই আছে। এনেতে এজন ল'ৰাই এডিছনৰ ঘৰৰ পৰা তেওঁৰ কাৰণে ব্ৰেকফাষ্ট লৈ কোঠাটোলৈ সোমাই আহিল। তেতিয়াহে এডিছনে বুজি পালে যে ইতিমধ্যে ৰাতিটো শেষ হৈ এটা নতুন দিনৰ আৰম্ভণি হ'ল। ফিলামেণ্টডালেও তাৰ অনিশ্চিত জীৱনকালৰ প্ৰথম এটা ঘণ্টা পূৰা কৰিলে। এডিছনে নিজে ব্ৰেকফাষ্ট খাবলৈ আৰম্ভ কৰাৰ আগতে তেওঁৰ সহকাৰীজনক ঘৰলৈ গৈ ব্ৰেকফাষ্ট খাই আহিবলৈ নিৰ্দেশ দিলে। কিন্তু সহকাৰীজন যাব নোখোজে। তেওঁৰ মনত ভয়— কিজানি তেওঁ আঁতৰি থকা সময়তে ফিলামেণ্টডাল নুমাই থাকে! কিন্তু ফিলামেণ্টডাল এঘণ্টা জ্বলি থকা দেখাৰ পিছত এডিছনৰ আশা আৰু আত্ম-বিশ্বাস দুয়োটাই আগতকৈ বহুগুণে বৃদ্ধি পাইছে। এডিছনে সহকাৰীজনক আশ্বাস দি ক'লে যে তেওঁ ব্ৰেকফাষ্ট খাই ঘৰৰ পৰা ঘূৰি অহাৰ পিছতো ফিলামেণ্টডাল জ্বলি থকাই দেখিবলৈ পাব।

ঘড়ীৰ কাঁটা ঘূৰিবলৈ ধৰিলে; বেলিটো আকাশৰ সোঁমাজলৈ উঠি আহিল; কিন্তু ফিলামেণ্টডাল নুমাব ধৰাৰ কোনো লক্ষণেই নাই। অৱশেষত দিনটোও শেষ হ'ল। ফিলামেণ্টডাল ইতিমধ্যে বাৰ ঘণ্টাতকৈ বেছি সময় জ্বলি আছে। আৰু কিমান সময় যি জ্বলি থাকিব? এই প্ৰশ্নৰ উত্তৰ পাবৰ কাৰণে বাল্‌বটোক সমুখত লৈ বহি থকাৰ বাহিৰে এতিয়া আন একো উপায় নাই। এডিছনে তেওঁৰ সহকাৰীজনক ক'লে— 'ৰাতি হ'ল। তুমি ঘৰলৈ যোৱা। মই অকলেই ফিলামেণ্টডাল চাই থাকিব খোজো।' কিন্তু এনে এটা অভূতপূৰ্ব আৰু যুগান্তকাৰী ঘটনাৰ শেষ পৰিণতি নিজ চকুৰে নোচোৱাকৈ ঘৰলৈ যাবলৈ সহকাৰীজন ৰাজী নহ'ল। দুয়োজন মানুহ ফিলামেণ্টডালৰ সন্মুখত স্তব্ধ হৈ বহি ৰ'ল।

ফিলামেণ্টডাল জ্বলিবলৈ আৰম্ভ কৰাৰ ৪৮ ঘণ্টাৰ পিছত অৱশেষত তাৰ পৰা পোহৰ ওলোৱা বন্ধ হ'ল। দিনটো আছিল ১৮৭৯ চনৰ ২১ অক্টোবৰ। পৃথিৱীৰ ইতিহাসত এটা যুগান্তকাৰী দিন। কাৰণ সেইদিনাই এই কথা নিশ্চিত হ'ল যে অশেষ চেষ্টাৰ মূৰত টমাছ আলভা এডিছনে অৱশেষত বিজুলী বাতি উদ্ভাৱন কৰিবলৈ সমৰ্থ হ'ল। তেলৰ চাকি আৰু মমবাতিৰ যুগ শেষ হ'ল। ইয়াৰ পিছত পৃথিৱীখন আৰু কেতিয়াও আগৰ নিচিনা হৈ নাথাকিব।



*সূতাৰে বনোৱা ফিলামেণ্টৰ বিজুলী বাতি*

এই অভিনৱ আৱিষ্কাৰৰ বাতৰি ৰাজহুৱাভাৱে সদৰি কৰাৰ আগতে এডিছনে পিছৰ কেইসপ্তাহমানত নানা পৰীক্ষা-নিৰীক্ষা কৰি বিজুলী বাতিটো যথাসম্ভৱ আৰু বেছি নিখুঁত কৰি তুলিলে। তাৰ পিছত তেওঁ নিউইয়ৰ্ক হেৰাল্ড নামৰ বাতৰি কাকতৰ সাংবাদিক আৰু তেওঁৰ বন্ধু মাৰ্শ্বেল ফক্সক তেওঁৰ মেনলো পাৰ্কৰ গৱেষণাগাৰলৈ মাতি আনিলে। এডিছনে যেতিয়া ফক্সৰ আগত তেওঁৰ বিজুলী বাতি জ্বলাই দেখুৱালে, বিস্ময় আৰু আনন্দত অভিভূত সাংবাদিকজনে কথা ক'বলৈ ভাষাই বিচাৰি নোপোৱা হ'ল। ইয়াৰ আগতেও এডিছনৰ অন্যান্য বিস্ময়কৰ আৱিষ্কাৰবোৰ চাবলৈ প্ৰথম সুযোগটো সদায় মাৰ্শ্বেল ফক্সেই পাইছিল। কিন্তু বিজুলী বাতি দেখাৰ পিছত তেওঁৰ মনত ধাৰণা হ'ল যে এইটোৱেই হ'ল এডিছনৰ সৰ্বশ্ৰেষ্ঠ আৱিষ্কাৰ, আৰু ই পৃথিৱীখন চিনিব নোৱৰাকৈ সলনি কৰি পেলাব। তেওঁ নিউইয়ৰ্কলৈ ঘূৰি গৈ নিজৰ বাতৰি কাকতত লিখিলে— 'বিজুলী বাতি— পৃথিৱীৰ এক যুগান্তকাৰী আৱিষ্কাৰ। কাঁচৰ বাল্‌বৰ পৰা পোহৰ ওলাইছে আৰু সি ৰাতিক দিনৰ নিচিনা পোহৰ কৰি তুলিছে। এই অসম্ভৱক সম্ভৱ কৰি তুলিছে মেনলো পাৰ্কৰ আলভা এডিছনে।'

বিজুলী শক্তিৰ পৰা পোহৰ উলিয়াই তাক যে সঁচাকৈয়ে চাকিৰ দৰে ব্যৱহাৰ কৰিব পাৰি এনে এটা সম্ভাৱনা মানুহে কেতিয়াও কল্পনাতো ঠাই দিয়া নাছিল। গতিকে নিউইয়ৰ্ক হেৰাল্ডত খবৰটো পঢ়ি বেছিভাগ মানুহেই সেইটো গাঁজা-খুৰী গল্প বুলি উৰুৱাই দিলে। খুব কম মানুহেই হে খবৰটো সঁচা বুলি বিশ্বাস কৰিলে। সাধাৰণ মানুহৰ এনেকুৱা প্ৰতিক্ৰিয়া দেখি এডিছনে স্বাভাৱিকতেই মনত অলপ আঘাত পালে। তেওঁ এনে এখন প্ৰদৰ্শনীৰ আয়োজন কৰিবলৈ ঠিক কৰিলে— য'ত সকলো মানুহে নিজ চকুৰে তেওঁৰ বিজুলী বাতিৰ পোহৰ দেখিবলৈ পাব।

এডিছনে কে'বাশ বিজুলী বাতি তৈয়াৰ কৰাই মেনলো পাৰ্কৰ ঘৰবোৰৰ ওপৰত আৰু গছৰ ডালত সেইবোৰ আঁৰি দিলে। চাৰিওফালে খবৰ পঠোৱা হ'ল যে ১৮৮০ চনত নৱবৰ্ষ আৰম্ভ হোৱাৰ দিনা মেনলো পাৰ্কত হ'ব এই অভিনৱ পোহৰৰ উৎসৱ। উৎসৱলৈ সকলো মানুহৰে অবাধ প্ৰবেশাধিকাৰ থাকিব। এডিছনে আনকি নিজৰ খৰচত নিউইয়ৰ্ক আৰু ফিলাডেলফিয়াৰ পৰা মেনলো পাৰ্কলৈ ট্ৰেইন চলাচল কৰাৰো ব্যৱস্থা কৰিলে।

নিৰ্দিষ্ট দিনত চাৰিওফালৰ পৰা দলে দলে মানুহ আহি মেনলো পাৰ্কত সমবেত হ'ল। সকলোৰে মনত ভীষণ উত্তেজনা আৰু কৌতূহল। সন্ধ্যা হোৱাৰ লগে লগে এডিছনে চুইচ টিপি দিলে, আৰু মুহূৰ্ততে শ শ বিজুলী বাতি জ্বলি গোটেই চহৰখন পোহৰেৰে টৌৱাই দিলে। মুহূৰ্তৰ কাৰণে মানুহবোৰ বিস্ময়ত হতভম্ব হৈ ৰ'ল। পিছ মুহূৰ্ততে হাজাৰ হাজাৰ মানুহৰ মুখৰ পৰা সমস্বৰে ওলোৱা আনন্দৰ চীৎকাৰ দশোদিশ খলক লগালে। সকলোৱে একমুখে স্বীকাৰ কৰিলে— এডিছন এজন অলৌকিক শক্তিৰ অধিকাৰী যাদুকৰ। যাদুকৰৰ বাহিৰে এনে অসম্ভৱ আন কোনে কৰি দেখুৱাব পাৰে?

সেইদিনাৰ পৰাই সমগ্ৰ দেশতে এডিছন 'মেনলো পাৰ্কৰ যাদুকৰ' নামেৰে পৰিচিত হ'ল।

# কাইনেট'স্ক'পৰ পৰা চিনেমালৈ

এডিছনৰ এই চমু জীৱন-কাহিনী আৰম্ভ কৰা হৈছিল তেওঁৰ মেনলো পাৰ্কৰ বিৰাট গৱেষণাগাৰটো অগ্নিকাণ্ডত ভস্মীভূত হোৱাৰ বৰ্ণনাৰে। কিন্তু সেই দুৰ্ঘটনাৰ মাত্ৰ কিছুদিনৰ আগতে এডিছনে নিউ জাৰ্ছি ৰাজ্যৰ ওৱেষ্ট অৰেঞ্জ নামৰ ঠাইত এটা নতুন গৱেষণাগাৰ স্থাপন কৰিছিল। মেনলো পাৰ্কৰ গৱেষণাগাৰটোতকৈ এই নতুন গৱেষণাগাৰটো আছিল অনেক গুণে ডাঙৰ। এডিছনে যদি ওৱেষ্ট অৰেঞ্জত নতুন গৱেষণাগাৰ স্থাপন কৰি তাত বাস কৰিবলৈ আৰম্ভ নকৰিলেহেঁতেন, তেতিয়া হয়তো মেনলো পাৰ্কৰ গৱেষণাগাৰটোত জুই লাগিবৰ সময়ত তেওঁ তাত গৱেষণা আৰু পৰীক্ষা-নিৰীক্ষাৰ কামত ব্যস্ত হৈ থাকিলেহেঁতেন। কোনে জানে তেতিয়া তেওঁৰ দশা কি হল'হেঁতেন! সেই ভয়াবহ অগ্নিকাণ্ডই যদি গৱেষণাগাৰটোৰ লগতে এডিছনকো গ্ৰাস কৰিলেহেঁতেন, তেন্তে তেওঁৰ আৰু এটা যুগান্তকাৰী আৱিষ্কাৰৰ পৰা পৃথিৱী বঞ্চিত হ'লহেঁতেন।

সেই আৱিষ্কাৰটো আছিল চলচ্চিত্ৰ কেমেৰা, অৰ্থাৎ মানুহ, জীৱ-জন্তু আৰু বস্তুৰ চলন্ত অৱস্থাত ফটো ল'ব পৰা কেমেৰা।

কেমেৰাৰ আৱিষ্কাৰ আৰু ক্ৰমোন্নতি ঊনৈশ শতিকাৰ ঘটনা। কিন্তু তাৰ আগতেও প্ৰায় দুহেজাৰ বছৰ ধৰি ইউৰোপত বিভিন্ন সময়ত এই বিষয়ে নানা ধৰণৰ জল্পনা-কল্পনা চলিছিল। ৰোজাৰ বেকন (১২১৪-১২৯৬ খ্ৰীঃ) নামৰ এজন ব্ৰিটিছ বিজ্ঞানী আৰু বিশ্ববিখ্যাত ইটালীয়ান চিত্ৰকৰ লিওনাৰ্ড দ্য ভিঞ্চিয়ে (১৪৫২-১৫১৯ খ্ৰীঃ) তেওঁলোকৰ ৰচনাত এই বিষয়ে কিছু আগতীয়া চিন্তাৰ ইংগিত দি থৈ গৈছে। ঊনৈশ শতিকাত কেমেৰা আৱিষ্কৃত হ'ল যদিও তাৰ কৃতিত্ব কোনো এজন বিশেষ মানুহৰ প্ৰাপ্য নহয়। বিভিন্ন দেশত বিভিন্ন মানুহে কেমেৰা উদ্ভাৱন কৰিবলৈ আৰু নানা পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা তাক নিখুঁত কৰি তুলিবলৈ চেষ্টা কৰিছিল। সেই সকলোবোৰ চেষ্টাৰ সুফল একেলগ কৰিহে আধুনিক ধৰণৰ উন্নত কেমেৰা নিৰ্মাণ কৰা সম্ভৱ হৈছিল।

এই কেমেৰাই কেৱল স্থিৰ-চিত্ৰ গ্ৰহণ কৰিব পাৰিছিল। অৰ্থাৎ কেমেৰাই একে ঠাইতে স্থিৰ হৈ থিয় হৈ বা বহি থকা এজন মানুহৰ চিত্ৰ ধৰি ৰাখিব পাৰিছিল; কিন্তু তেওঁৰ হাত-ভৰি লৰোৱা বা দৌৰি যোৱাৰ দৃশ্য ধৰি ৰখাটো কেমেৰাৰ পক্ষে সম্ভৱ নাছিল।

এদিন হঠাৎ এডিছনৰ মূৰত এই অদ্ভুত প্ৰশ্নটোৱে ভুমুকি মাৰিলে— 'কেমেৰাৰ চলন্ত অৱস্থাত মানুহৰ চিত্ৰ ধৰি ৰখা সম্ভৱ নহ'ব কিয়?'

এডিছনৰ মূৰত এই প্ৰশ্নটোৱে ভুমুকি মৰাৰ বেছ কিছুদিনৰ আগৰ কথা। এদিন তেওঁ এজন বন্ধুৰ ঘৰলৈ ফুৰিবলৈ গৈছিল। সেই সময়ত বন্ধুজনে হাতত এটা ধুনীয়া পুতুলা লৈ খেলি আছিল। এডিছনে বন্ধুজনৰ হাতৰ পৰা পুতলাটো লৈ পৰীক্ষা কৰি চালে। এটা সৰু ক'লা বাকচ। বাকচটোৰ এফালে এটা সৰু ফুটা। আনটো ফালে হাতেৰে ঘূৰাব পৰা এটা চকৰি। এডিছনে যেতিয়া বন্ধুজনৰ নিৰ্দেশমতে ফুটাটোৰে বাকচটোৰ ভিতৰলৈ চাই হাতেৰে চকৰিটো ঘূৰাই দিলে, তেতিয়া তেওঁ এটা অতি আচৰিত দৃশ্য দেখিবলৈ পালে। তেওঁ দেখিলে— বাকচটোৰ ভিতৰত এটা অকণমানি ভালুক পোৱালিয়ে হাঁহি উঠা ভঙ্গিমাৰে নাচি আছে। এডিছন বিস্ময়ত হতবাক হ'ল। এখন ছবিয়ে কেনেকৈ নাচিব পাৰে? বা প্ৰশ্নটো ওলোটাকৈ সুধিবলৈ হ'লে, কেমেৰাৰ পক্ষে এটা নাচি থকা ভালুক

পোৱালিৰ ছবি লোৱা কেনেকৈ সম্ভৱ হ'ব পাৰে? ই কিবা ভেলেকি বাজি, নে মইহে চকুৰে ভুল দেখিছো?

আন মানুহ হোৱা হ'লে তেওঁৰ মনত এনে ধৰণৰ বিস্ময়ৰ অনুভূতি কিছুপৰ স্থায়ী হ'লহেঁতেন; তাৰ পিছত তেওঁ কথাটো পাহৰি পেলালেহেঁতেন।

কিন্তু অসম্ভৱক সম্ভৱ কৰি তোলাৰ প্ৰতিভা লৈ জন্ম গ্ৰহণ কৰা এডিছনে কেৱল বিস্ময় অনুভৱ কৰিয়েই ক্ষান্ত হৈ নাথাকিল। ঘৰলৈ ঘূৰি আহি তেওঁ গোটেই কথাটো খুব গভীৰভাৱে চিন্তা কৰি চালে। এনেকৈ চিন্তা কৰোঁতে কৰোঁতে এটা সময়ত তেওঁ অনুভৱ কৰিলে যে সেই ক'লা বাকচটোৰ ৰহস্য তেওঁ যেন কিছু বুজিব পৰা হৈছে। ই কোনো ভেলেকি বাজিৰ কাম নহয়; বৈজ্ঞানিক নীতি প্ৰয়োগ কৰিয়েই ভালুকৰ নাচি থকা ছবি দেখুওৱাটো সম্ভৱ হৈছে। গোটেই বস্তুটোৰ মাজত তেওঁ এটা অভিনৱ বৈজ্ঞানিক আবিষ্কাৰৰ সম্ভাৱনা দেখা পালে। কিন্তু সেই সময়ত তেওঁ অন্যান্য জৰুৰী গৱেষণাৰ কামত ব্যস্ত হৈ আছিল। নাচনী ভালুকক দিব পৰাকৈ তেওঁৰ হাতত যথেষ্ট সময় নাছিল। কিন্তু নিজৰ অভ্যাস অনুযায়ী এডিছনে তেওঁৰ টোকাবহীত 'জীৱনৰ চকৰি'ৰ (পুতলাটোৰ নাম আছিল 'জীৱনৰ চকৰি,) সবিশেষ বৃত্তান্ত লিখি ৰাখিলে।



*চৌব্বিশটা কেমেৰাৰে তোলা দৌৰি যোৱা ঘোঁৰাৰ ফটো*

ওৱেষ্ট অৰেঞ্জৰ নতুন গৱেষণাগাৰত ভালকৈ থিতাপি লগাৰ পিছত এদিন এডিছনে তেওঁৰ চিৰসঙ্গী টোকাবহীখনৰ পাত লুটিয়াই আছিল। এনেতে 'জীৱনৰ চকৰি'ৰ বৃত্তান্ত লিখি ৰখা পৃষ্ঠাটোত তেওঁৰ চকু পৰিল। কথাটো তেওঁ প্ৰায় পাহৰিয়েই গৈছিল। বহুদিনৰ মূৰত তেওঁৰ টোকাবহীত নিজে লিখি ৰখা কথাখিনি পঢ়ি এডিছন হঠাৎ উত্তেজিত হৈ উঠিল। এটা নতুন আবিষ্কাৰৰ স্পষ্ট সম্ভাৱনা তেওঁৰ চকুৰ আগত ভাহি উঠিল। তিলমাত্ৰ সময় নষ্ট নকৰি তেওঁ নিজৰ পুথিভঁৰালত থকা কেমেৰা আৰু ফটোগ্ৰাফি বিষয়ৰ আটাইবোৰ কিতাপ এফালৰ পৰা গভীৰ মনোযোগেৰে পঢ়িবলৈ ধৰিলে। কিতাপৰ পৰা আহৰণ কৰা তথ্য আৰু তত্ত্বৰ লগত যোগ হ'ল তেওঁৰ নিজৰ চিন্তা আৰু পৰিকল্পনা। তেওঁ কি কৰিব খোজে সেই বিষয়ে এটা স্পষ্ট ধাৰণা ধীৰে ধীৰে তেওঁৰ মনত গঢ় লৈ উঠিল।

কামটো আৰম্ভ কৰিবৰ কাৰণে এডিছনে যেতিয়া মানসিকভাৱে প্ৰস্তুত হ'ল তেতিয়া তেওঁ এদিন ডিক্‌ছন নামৰ তেওঁৰ প্ৰধান আৰু বিশ্বস্ত সহকাৰীজনক মাতি পঠিয়ালে। এডিছনে ডিক্‌ছনক ক'লে— 'ডিক্‌ছন্, আমি চলন্ত ছবি তুলিব পৰা এটা কেমেৰা উদ্ভাৱন কৰিম। তাৰ কাৰণে তোমালোক সাজু হ'বৰ সময় হ'ল।'

ডিক্‌ছনে প্ৰথমে নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰিলে। চলন্ত ছবি তুলিব পৰা কেমেৰা? এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে? কিন্তু পিছ মুহূৰ্ততে তেওঁ নিজেই নিজকে এই প্ৰশ্নৰ উত্তৰ দিলে— যিজন মানুহে কথা ক'ব পৰা আৰু গান গাব পৰা যন্ত্ৰ উলিয়াইছে, তেওঁৰ পক্ষে চলন্ত ছবি তুলিব পৰা কেমেৰা উদ্ভাৱন কৰাটো অসম্ভৱ হ'ব কিয়?

এডিছনে এই বিষয়ে আৰু কি কথা কয় সেইটো শুনিবলৈ ডিক্‌ছনে কাণ থিয় কৰি ৰ'ল।

এডিছনে ডিক্‌ছনক 'জীৱনৰ চকৰি'ৰ কাহিনী কৈ শুনালে। যিটো বৈজ্ঞানিক তত্ত্বক অৱলম্বন কৰি ক'লা

বাকচটোৰ ভিতৰত নাচি থকা ভালুকৰ ছবি দেখুওৱা সম্ভৱ হৈছে সেই তত্ত্বটো তেওঁ ডিক্‌ছনক ব্যাখ্যা কৰি শুনালে। তাৰ পিছত তেওঁ ক'লে—'এই ক্ষেত্ৰত কিছু কিছু কাম ইতিমধ্যেই কৰা হৈছে। মই সেই সকলোবোৰ পৰীক্ষা, নিৰীক্ষাৰ কথা ভালকৈ পঢ়িছো। উদাহৰণ স্বৰূপে মাইব্ৰিজ নামৰ এজন ফটোগ্ৰাফাৰে এটা দৌৰি যোৱা ঘোঁৰাৰ ফটো ল'বলৈ চৌৱিশডাল কেমেৰা ব্যৱহাৰ কৰিছিল। ঘোঁৰাটো দৌৰি যোৱা বাটত অলপ দূৰে দূৰে কেমেৰাবোৰ ৰখা হৈছিল। ঠিক একে দূৰত্বত ৰাস্তাৰ পথালিকৈ চৌৱিশটা ৰছি বান্ধি ৰখা হৈছিল। ৰছিবোৰৰ এটা মূৰ যুক্ত কৰা হৈছিল কেমেৰাবোৰৰ শ্বাটাৰ কন্ট্ৰ'লৰ (Shutter control) লগত। ঘোঁৰাটো দৌৰি যাওঁতে তাৰ ভৰি লাগি ৰছিবোৰ ছিগি যায়; লগে লগে খোল খাই যায় কেমেৰাৰ শ্বাটাৰ। ফলত দৌৰি যোৱা ঘোঁৰাটোৰ চৌৱিশখন ফটো চৌৱিশটা কেমেৰাত ধৰা পৰে। ফটোবোৰ একেলগে কৰিলে এটা দৌৰি যোৱা ঘোঁৰাৰ দৃশ্য দেখা যায়। কিন্তু আমি যিটো নতুন কাম কৰিব খোজো সেইটো হ'ল এই যে চৌৱিশটা কেমেৰাৰ পৰিৱৰ্তে আমি ব্যৱহাৰ কৰিব খোজো এটা মাত্ৰ কেমেৰা। নক'লেও হ'ব যে এটা কেমেৰাই চৌৱিশটা কেমেৰাৰ কাম কৰিবলৈ হ'লে সি নিশ্চয় হ'ব লাগিব এটা বিশেষ ধৰণৰ কেমেৰা। এতিয়া সেই বিশেষ ধৰণৰ কেমেৰাটো কেনেকৈ নিৰ্মাণ কৰা হ'ব সেই কথা চিন্তা কৰি উলিওৱাটোৱেই হ'ল আমাৰ সমুখত এক নম্বৰ প্ৰত্যাহ্বান।

মানুহৰ বিভিন্ন সংজ্ঞা আছে। যেনে— মানুহ এবিধ হাঁহিব পৰা প্ৰাণী। মানুহ এবিধ ৰাজনৈতিক প্ৰাণী। মানুহ এবিধ কল্পনা কৰিব পৰা প্ৰাণী ইত্যাদি। এনেকুৱা বহুতো সংজ্ঞাৰ ভিতৰত এটা বিশেষ সংজ্ঞা হ'ল এই যে মানুহ এবিধ সমস্যা সমাধান কৰিব পৰা প্ৰাণী। বস্তুতঃ মানুহ আৰু ইতৰ প্ৰাণীৰ মাজত এটা প্ৰধান পাৰ্থক্য এয়েই যে সমস্যা সমাধান কৰি কৰিয়েই মানুহৰ মগজৰ অনুশীলন হৈছে, বুদ্ধি-বৃত্তিৰ বিকাশ ঘটিছে, আৰু তাৰ জোৰতে মানুহে উন্নতিৰ জখলা বগাই বৰ্তমানৰ অৱস্থাত উপনীত হৈছে; আনহাতে সমস্যা সমাধান কৰিব নোৱাৰি বা সমাধান কৰিবলৈ কোনো প্ৰকাৰৰ চেষ্টা নকৰি বাকী সকলো প্ৰাণী কোটি কোটি বছৰ ধৰি একে অৱস্থাতে ৰৈ আছে। মানুহ যিমানেই বুদ্ধিমান হয় সিমানেই তেওঁৰ সমস্যা সমাধানৰ শক্তি বৃদ্ধি পায়। অথবা কথাটো ঘূৰাই এনেকৈয়ো ক'ব পাৰি যে মানুহে যিমানেই সমস্যা সমাধান কৰিবলৈ আহোপুৰুষাৰ্থ কৰে সিমানেই তেওঁৰ বুদ্ধি বিকশিত হয়। শিলত শান দিলেহে যেনেকৈ দা-কটাৰিৰ ধাৰ বৃদ্ধি পায় ঠিক তেনেকৈ সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰিলেহে মানুহৰ মগজ চোকা হয়।

কোনো সন্দেহ নাই যে এডিছন এজন চোকা বুদ্ধিৰ মানুহ আছিল। কিন্তু গোটেই জীৱন অজস্ৰ সমস্যাৰ সমাধান কৰিবলৈ চেষ্টা কৰোঁতে কৰোঁতে তেওঁৰ মগজ ক্ৰমাৎ বেছিকৈ চোকা হৈ গৈ আছিল। তেওঁ ধৰিয়েই লৈছিল যে সমস্যা থাকিলে তাৰ সমাধানো নিশ্চয় থাকিবই। কিন্তু সেই সমাধান বাহিৰ কৰিবলৈ মগজ খটাব লাগিব, ধৈৰ্য ধৰি কঠোৰ পৰিশ্ৰম কৰিব পাৰিব লাগিব।

চলচ্চিত্ৰ কেমেৰা উদ্ভাৱন কৰাৰ চিন্তা এডিছনৰ মূৰত সোমোৱাৰ মুহূৰ্তৰ পৰা তেওঁ আন সকলো চিন্তা বাদ দি কেৱল সেই একেটা কামতে মনোনিৱেশ কৰিবলৈ ধৰিলে। আৰু কোৱা বাহুল্য মাথোন যে খুব সোনকালেই তেওঁ সেই কামত কৃতকাৰ্য হ'ল। ১৮৯৭ চনৰ ৩১ আগষ্টৰ দিনা এডিছনে তেওঁৰ চলচ্চিত্ৰ কেমেৰাৰ (Motion picture camera) কাৰণে পটেণ্ট লাভ কৰিলে।

কেমেৰাহে হ'ল, কিন্তু সেই কেমেৰাৰে তোলা অভিনৰ ছবিবোৰ মানুহক দেখুওৱা যায় কেনেকৈ?

এইবাৰ এডিছনে তাৰো এটা উপায় উলিয়াবলৈ চেষ্টা আৰম্ভ কৰিলে। সেই উদ্দেশ্য তেওঁ যিটো সঁজুলি সাজি উলিয়ালে সেইটো আছিল 'জীৱনৰ চকৰি'ৰ ক'লা বাকচটোৰ এটা উন্নত ৰূপ। এডিছনে তাৰ নাম দিলে কাইনেট'স্ক'প (Kinetoscope)। 'জীৱনৰ চকৰি'ৰ ভালুকৰ নাচ চাবলৈ মানুহে যেনেকৈ ক'লা বাকচটোৰ ফুটাইদি জুমি চাব লগা হৈছিল, কাইনেট'স্কপতো তেনেকৈ এটা ফুটাইদি জুমি ছবি চোৱাৰ ব্যৱস্থা আছিল। কিন্তু দুয়োটা সঁজুলিৰ ভিতৰত ডাঙৰ পাৰ্থক্য আছিল এই যে 'জীৱনৰ চকৰি'ৰ নাচি থকা ভালুকটো আছিল

চিত্ৰকৰে হাতেৰে আঁকা ছবি; আনহাতে কাইনেট'স্ক'পত মানুহে দেখিবলৈ পাইছিল চলচ্চিত্ৰ কেমেৰাৰে তোলা সঁচা-সঁচি মানুহ আৰু জীৱ-জন্তুৰ ছবি।

'জীৱনৰ চকৰি'ৰ ক'লা বাকচটো আৰু কাইনেট'স্ক'পৰ মাজত এনে এটা ডাঙৰ অমিল আছিল যদিও এটা ডাঙৰ মিলো আছিল। সেইটো আছিল এই যে দুয়োটা সঁজুলিতে এবাৰত মাত্ৰ এজন মানুহেহে ছবি চাব পাৰিছিল। আচৰিত কথা যে একেলগে বহুতো মানুহে কাইনেট'স্ক'পৰ ছবি চাব পৰাৰ ব্যৱস্থা কৰিবলৈ এডিছনে একো চেষ্টা কৰা নাছিল। তাৰ অৱশ্যে এটা কাৰণো আছিল। তেওঁ চলচ্চিত্ৰ কেমেৰা উদ্ভাৱন কৰিব খোজাৰ কে'বাটাও কাৰণৰ ভিতৰত এটা আছিল এই যে এনে এটা কেমেৰাৰ সহায়েৰে ফনোগ্ৰাফৰ বিক্ৰী বঢ়াব পৰা যাব বুলি তেওঁ আশা কৰিছিল। তেওঁ ভাবিছিল যে ফনোগ্ৰাফত গান গাই থকা মানুহজনৰ মাতটো শুনাৰ লগতে তেওঁৰ ছবিখনো যদি মানুহে দেখিবলৈ পায় তেন্তে ফনোগ্ৰাফৰ জনপ্ৰিয়তা বাঢ়িব। ফল স্বৰূপে বজাৰত তাৰ চাহিদাও বাঢ়িব। কিন্তু কাইনেট'স্ক'প উদ্ভাৱন কৰাৰ পিছত তেওঁ ফনোগ্ৰাফৰ মাত আৰু কাইনেট'স্ক'পৰ ছবিৰ সময় মিলাবলৈ চেষ্টা কৰি সেই চেষ্টাত ব্যৰ্থ হ'ল। তেতিয়া তেওঁৰ মনটো অলপ দমি গ'ল। কাইনেট'স্ক'পৰ ভৱিষ্যত বৰ উজ্জ্বল নহয় বুলি তেওঁৰ মনত এটা ভুল ধাৰণা হ'ল। এই ভুলৰ কাৰণে এডিছনে কিছু মূল্যও দিব লগা হ'ল। তেওঁ যেতিয়া কাইনেট'স্ক'পৰ পটেণ্টৰ কাৰণে আবেদন কৰিলে তেতিয়া তেওঁ পটেণ্টৰ অধিকাৰ কেৱল আমেৰিকাৰ যুক্তৰাষ্ট্ৰতে সীমাবদ্ধ কৰি ৰাখিবলৈ ঠিক কৰিলে। সমগ্ৰ পৃথিৱী সামৰি লোৱাকৈ পেটেণ্ট বিচৰা হ'লে তেওঁ আবেদনখনৰ লগত ১৫০ ডলাৰ বেছিকৈ দিব লাগিলহেঁতেন। অতিৰিক্ত সেই সামান্য ধনখিনিও তেওঁ দিবলৈ মন নকৰিলে, কাৰণ কাইনেট'স্ক'পৰ চাহিদা হ'ব বুলি তেওঁ আশা কৰা নাছিল। ১৮৯৪ চনত লুঁমিয়েৰ নামৰ এজন ফৰাচী ফটোগ্ৰাফাৰে এটা কাইনেট'স্ক'প কিনি তেওঁৰ পুতেককেইজনক সেইটো উপহাৰ হিচাপে দিলে। লুঁমিয়েৰৰ পুতেককেইজনে কাইনেট'স্ক'পত অলপ সালসলনি ঘটাই তাত এটা প্ৰজেক্টৰ লগোৱাৰ ব্যৱস্থা কৰিলে। ইয়াৰ ফলত কাইনেট'স্ক'পৰ ছবিবোৰ পৰ্দাত দেখুওৱাটো সম্ভৱ হৈ উঠিল। ১৮৯৫ চনত লুঁমিয়েৰে পেৰিছত প্ৰথমবাৰৰ কাৰণে চিনেমা প্ৰদৰ্শন কৰিলে। লগে লগে আৰম্ভ হ'ল আধুনিক চিনেমাৰ যুগ।



*এডিছনৰ কাইনেট'স্ক'প*

এডিছনে যদি মাত্ৰ ১৫০ ডলাৰ বেছিকৈ দি সমগ্ৰ পৃথিৱী সামৰাকৈ তেওঁৰ কাইনেট'স্ক'পৰ পটেণ্ট ল'লেহেঁতেন তেন্তে লুঁমিয়েৰ বা অন্যান্য ইউৰোপীয় চিনেমা ব্যৱসায়ীসকলে তেওঁক প্ৰচুৰ ধন দিব লগা হ'লহেতেঁন। নিজৰ সামান্য ভুলৰ কাৰণে এডিছনে সেই প্ৰাপ্য ধনখিনি হেৰুৱালে। অৱশ্যে ধন ঘটাটো এডিছনৰ জীৱনৰ উদ্দেশ্য নাছিল। ধনৰ তেওঁৰ বিশেষ প্ৰয়োজনো নাছিল, কাৰণ ইতিমধ্যেই তেওঁ বিপুল পৰিমাণৰ ধনৰ অধিকাৰী হৈছিল। কাইনেট'স্ক'পৰ দ্বাৰা এডিছনে ধন ঘটিব নোৱাৰিলেও এই সত্যটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে তেওঁ উদ্ভাৱন কৰা এই অভিনৱ সঁজুলিটোৱেই আছিল চিনেমাৰ ক্ষেত্ৰত প্ৰথমটো বৃহৎ পদক্ষেপ। সেই অৰ্থত এডিছনেই চিনেমাৰ জন্মদাতা বুলি ক'ব পাৰি।

# এডিছনৰ লগত এটা সাক্ষাৎকাৰ

এডিছন আছিল তেওঁৰ সময়ৰ আটাইতকৈ বিখ্যাত আৰু প্ৰতিভাশালী লোকসকলৰ ভিতৰত এজন। গতিকে এইটো খুবেই স্বাভাৱিক যে তেওঁৰ সাক্ষাৎকাৰ ল'বলৈ সাংবাদিকসকল তেওঁৰ পিছে পিছে ঘূৰিব। এডিছনে নিজৰ প্ৰয়োজনত বহুত সময়ত সাংবাদিক সকলক নিমন্ত্ৰণ কৰিব লগা হৈছিল। কিবা এটা নতুন বস্তু আৱিষ্কাৰ বা উদ্ভাৱন কৰাৰ লগে লগে তেওঁ সেই বাতৰিটো মানুহক জনোৱাৰ প্ৰয়োজন অনুভৱ কৰিছিল, আৰু তেতিয়া তেওঁ সাংবাদিকসকলক নিজৰ ঘৰলৈ বা গৱেষণাগাৰলৈ নিমন্ত্ৰণ কৰিছিল। এবাৰ তেওঁ কথা— প্ৰসঙ্গত কেইজনমান সাংবাদিকক কৈছিল— 'নিউইয়ৰ্কৰ সাংবাদিকসকল অতি তজবজীয়া আৰু বুদ্ধিমান। তেওঁলোকৰ সমকক্ষ প্ৰতিভাবান সাংবাদিক পৃথিৱীত নাই বুলিয়েই মই ভাবো। প্ৰায় প্ৰতিটো দেওবাৰে ৰাতিপুৱা মই সাংবাদিকসকলক মোৰ ঘৰলৈ নিমন্ত্ৰণ কৰি আনো, আৰু চাহ-জলপান খাই আমি সকলোৱে কথাৰ মালিহা মাৰো। তেওঁলোকৰ কেইজনমানে গোটেই দিনটো মোৰ লগতে কটায়। আমেৰিকাত কে'বাখনো অতি উৎকৃষ্ট বাতৰি কাকত আছে। মই 'টাইমছ' (Times) আৰু 'ওৱৰ্ল্ড' (Warld) নামৰ দুখন বাতৰি কাকতৰ নিয়মীয়া গ্ৰাহক। কাগজ দুখনৰ প্ৰতিটো শব্দ মই খৰচি মাৰি পঢ়ো। আমি আমেৰিকাত সকলো ৰাজহুৱা কাম-কাজ বাতৰি কাকতৰ দ্বাৰাই পৰিচালনা কৰো।'

এডিছনৰ এই উক্তিৰ পৰাই বুজা যায় যে বাতৰি কাকত আৰু সাংবাদিকসকলৰ লগত তেওঁৰ সম্পৰ্ক আছিল অতি ঘনিষ্ঠ আৰু মধুৰ।

এবাৰ এডিছন পেৰিছলৈ গৈছিল। তেওঁ পেৰিছত থকা সময়তে ব্ৰিটেইনৰ মডি পল মল গেজেট নামৰ এখন বিখ্যাত বাতৰি কাকতৰ প্ৰতিনিধি ৰবাৰ্ট শ্বেৰাৰ্ডে তেওঁৰ এটা সাক্ষাৎকাৰ লৈছিল। এই সাক্ষাৎকাৰটোত এডিছনৰ চৰিত্ৰৰ কে'বাটাও আকৰ্ষণীয় দিশ তথা বৈশিষ্ট ফুটি উঠিছে। সেই কাৰণে সাক্ষাৎকাৰটোৰ কেইটামান বছা বছা অংশৰ সাৰানুবাদ তলত দিয়া হ'ল।

সাক্ষাৎকাৰৰ কাৰণে মাত্ৰ পাঁচ মিনিট সময় বিচাৰি ৰবাৰ্ট শ্বেৰাৰ্ডে লিখা চিঠিৰ উত্তৰত এডিছনে তেওঁক জনালে— 'ঠিক আছে। শুক্ৰবাৰে আগবেলা প্ৰায় এঘাৰটামান বজাৰ সময়ত আপুনি মোৰ হোটেললৈ আহিব। তেতিয়ামানে মই প্ৰকৃতিস্থ হ'ব পাৰিম বুলি আশা কৰো। কিন্তু ঠিক এই মুহূৰ্তত মোৰ মগজ নানা ন ন আৱিষ্কাৰৰ চিন্তাত তোলপাৰ। প্ৰতি মিনিটত সি ২৭৫ বাৰকৈ ঘূৰিব লাগিছে।'

শ্বেৰাৰ্ডে হোটেললৈ গৈ দেখিলে— হোটেলৰ সুন্দৰ সু-সজ্জিত কোঠাটোত এডিছন-দম্পতিৰ বাহিৰেও তিনিজন ভদ্ৰলোক বহি আছে। পৰিচয় পৰ্ব শেষ হোৱাৰ লগে লগে শ্বেৰাৰ্ডে সময় নষ্ট নকৰি এডিছনক তেওঁৰ প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰি দিলে। প্ৰথম প্ৰশ্নটো আছিল এডিছনে উদ্ভাৱন কৰা এটা নতুন যন্ত্ৰৰ বিষয়ে। লোৰ খনিৰ পৰা লো উলিয়াবৰ কাৰণে সেই যন্ত্ৰটো ব্যৱহাৰ কৰা হৈছিল। এডিছনে তেওঁৰ যন্ত্ৰটোক কথা ব্যাখ্যা কৰিবলৈ আৰম্ভ কৰিছে মাত্ৰ, এনেতে কোঠাটোত উপস্থিত থকা এজন ভদ্ৰলোকে এডিছনৰ কথাৰ মাজতে বাধা দি তেওঁক তোষামোদ কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ 'মানৱতাৰ নামত' বিজ্ঞানৰ সম্ৰাটজনৰ' প্ৰতি শ্ৰদ্ধা নিবেদন কৰিব খোজে। 'শ্বেৰাৰ্ডে অতি সূক্ষ্মভাৱে এডিছনৰ মুখৰ প্ৰতিক্ৰিয়া নিৰীক্ষণ কৰিবলৈ ধৰিলে। তেওঁ দেখি আচৰিত হ'ল যে এডিছনৰ মুখত বিৰক্তিৰ অকণো আভাস নাই। তেওঁ যে তোষামোদ শুনিবলৈ ভাল পাইছিল তেনে নহয়। কিন্তু তেওঁ আছিল ভদ্ৰতাৰ অৱতাৰ। মধুৰ হাঁহি এটা মাৰি তেওঁ তোষামোদকাৰী ভদ্ৰলোকজনৰ কথাবোৰ অতি

মনোযোগ দি শুনাৰ ভাও জুৰিবলৈ ধৰিলে। এই কিতাপখনৰ আগৰ একাধিক অধ্যায়ত এই কথা কৈ অহা হৈছে যে কাণত দুবাৰমান আঘাত পাই এডিছনে শ্ৰৱন-শক্তি বহু পৰিমাণে হেৰুৱাই পেলাইছিল। এডিছনক ভালকৈ জনা ঘনিষ্ঠ বন্ধুসকলৰ মতে এই বধিৰতাই তেওঁক বহু সময়ত সহায় কৰিছিল। তেওঁ কথা শুনাৰ ভাও জুৰিছিল, কিন্তু তেওঁৰ মনটো মগ্ন হৈ আছিল নিজৰ চিন্তাত। তেওঁ কথাবোৰ শুনিছেনে নাই সেই কথা কোনোবাই তেওঁক প্ৰশ্ন সুধি পৰীক্ষা কৰি চাব খুজিলে তেওঁ সদায় নিজৰ বধিৰতাৰ দোহাই দিব পাৰিছিল।

সি যি কি নহওক, এডিছনৰ কথা-কাণ্ডবোৰ লক্ষ্য কৰি শ্বেৰাৰ্ডৰ মনত এনে এটা দৃঢ় ধাৰণা হ'ল যে এডিছন প্ৰকৃত অৰ্থত এজন ভদ্ৰলোক। তেওঁৰ শিষ্টাচাৰ-বোধ অনুপম।

তোষামোদকাৰী ভদ্ৰলোকজনৰ কথা শেষ হোৱাৰ লগে লগে কোঠাটোত বহি থকা কৰ্ণেল গোৰড্ নামৰ ভদ্ৰলোকজনে মাত লগালে— 'কোঠাটোৰ চুকত শ্ৰীমতী এডিছনৰ লগত কথা পাতি থকা সৌ ভদ্ৰলোকজনক আপোনালোকে মন কৰিছেনে? তেওঁনো শ্ৰীমতী এডিছনক কি কথা কৈ আছে সেয়া হয়তো শ্ৰীমতী এডিছনে আপোনালোকক কেতিয়াও নক'ব। কিন্তু তেওঁ কি কৈছে সেই কথা মই জানো। ভদ্ৰলোকৰ নাম হ'ল কেভেলিয়েৰ কপেলো। তেওঁ পেৰিছলৈ আহিছে কেৱল মিঃ এডিছনক লগ পাবলৈ, আৰু তেওঁ লগত কঢ়িয়াই আনিছে ইটালীৰ ৰজাই মিঃ এডিছনলৈ লিখা এখন চিঠি। চিঠিখনৰ সাৰ-মৰ্মটো হ'লে এনেধৰণৰ ঃ এডিছনে আবিষ্কাৰ কৰা ফনোগ্ৰাফ নামৰ যন্ত্ৰটোৱে ইটালীৰ ৰজাক পৰম বিস্ময়ত অভিভূত কৰিছে। ৰজাই এডিছনৰ প্ৰতি তেওঁৰ সীমাহীন প্ৰশংসা ফনোগ্ৰাফ যন্ত্ৰটোত বাণীবদ্ধও কৰিছে। মানৱ জাতিৰ উপকাৰৰ কাৰণে এডিছনে কৰা মহৎ বৈজ্ঞানিক আবিষ্কাৰৰ কাৰণে এডিছনৰ প্ৰতি সন্মান আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে ৰজাই এডিছনক ইটালীৰ ৰাজ-মুকুটৰ গ্ৰাণ্ড অফিচাৰ পদবীৰে বিভূষিত কৰিবলৈ ইচ্ছা কৰে। সেই পদৰ মৰ্যাদা-সূচক চিহ্নটো এই চিঠিখনৰ লগতে এডিছনলৈ পঠাই দিয়া হৈছে।

ইটালীৰ ৰজাই এডিছনক দিব খোজা পদটো 'কাউণ্ট' পদৰ সমতুল্য। অৰ্থাৎ পদটো গ্ৰহণ কৰিলে এডিছন আৰু পত্নী যথাক্ৰমে কাউণ্ট এডিছন আৰু কাউণ্টেছ এডিছন নামেৰে পৰিচিত হ'ব। কিন্তু আমেৰিকা যুক্তৰাষ্ট্ৰ এখন গণতান্ত্ৰিক দেশ। তাত এনে ধৰণৰ ৰাজতান্ত্ৰিক পদ আৰু উপাধি একেবাৰে আচহুৱা বস্তু।

কৰ্ণেল গোৰডৰ মুখত ইটালীৰ চিঠিখনৰ বক্তব্য শুনি এডিছনে চমুকৈ মন্তব্য কৰিলে—'এই চিঠিখনৰ কথা যাতে নিউইয়ৰ্কত কোনেও জানিবলৈ নাপায় তাৰ ব্যৱস্থা ল'ব লাগিব। নিউইয়ৰ্কৰ মানুহে কেনেবাকৈ এই চিঠিখনৰ কথা জানিব পাৰিলে হাঁহিৰ প্ৰকোপত তেওঁলোকৰ পেটৰ নাড়ী-ভুঁৰু বাহিৰলৈ ওলাই আহিব; মোৰো মুখ উলিয়াবলৈ ঠাই নোহোৱা হ'ব।'

এডিছনে কথা বাৰ্তা শেষ হোৱাৰ পিছত শ্বেৰাৰ্ডে আকৌ তেওঁৰ প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰিলে—'ছাৰ' পেৰিছ চহৰখন আপোনাৰ কেনে লাগিছে?'

এডিছনে উত্তৰ দিলে—'পেৰিছ? পেৰিছৰ কথা আৰু মই কি ক'ম। সঁচা কথা ক'বলৈ গ'লে মই একেবাৰে হতবুদ্ধি হৈছো। মোৰ মূৰে কাম নকৰা হৈছে। স্বাভাৱিক অৱস্থা ঘূৰাই পাবলৈ মোক কিজানি আৰু এবছৰমান সময় লাগিব। মই এতিয়া ভাবিছো যে মই গৱেষণাগাৰত কাম কৰাৰ সময়ত যিবোৰ সাজ পিন্ধো সেই সাজ-যোৰ পিন্ধি ইয়ালৈ অহা হ'লে বেছি ভাল হ'লহেঁতেন। তেতিয়া মোক কোনেও চিনি নাপালেহেঁতেন, আৰু মই যেনি যাবলৈ মন যায় তেনিয়েই গৈ নানা ধৰণৰ বস্তু চাই ফুৰিব পাৰিলোহেঁতেন। মই যিখন প্ৰদৰ্শনী চাবলৈ ইয়ালৈ আহিছিলো সেইখন এখন বিশল প্ৰদৰ্শনী। আমাৰ ফিলাডেলফিয়াত হোৱা প্ৰদৰ্শনীখনতকৈ বহুত ডাঙৰ। মই কিন্তু এতিয়ালৈকে প্ৰদৰ্শনীখনৰ এটা সামান্য অংশহে চাই পাৰিছো।'

প্ৰদৰ্শনীখনৰ বিষয়ে আৰু কিছু কথা কোৱাৰ পিছত এডিছনে ফৰাচীসকলৰ বিষয়ে মন্তব্য কৰি ক'লে— 'ফৰাচীসকলৰ এটা কথাই কিন্তু মোক অবাক কৰিছে। মানুহবোৰ অতি সোৰোপা। ইমান সোৰোপা মানুহ মই ইয়াৰ

আগতে কেতিয়াও দেখা নাছিলো। ইয়াত মানুহে কাম কৰে কেতিয়া? কাম কৰে ক'ত? পেৰিছলৈ অহাৰ দিন ধৰি মই ইয়াত আজিলৈকে এখন মাত্ৰ গাড়ী-বোজাই মাল দেখা নাই। ইয়াত মানুহে বুদ্ধি খটাই এনে কিছুমান উপায় উলিয়াই লৈছে— যাতে কাম-বন নকৰি ঘূৰি ফুৰি বা কথাৰ মালিহা মাৰি সময় নষ্ট কৰিলেও জীৱনটো চলি যায়। মোক দেখা কৰিবলৈ অহা কেইজনমান ইঞ্জীনীয়াৰৰ ধনু-পেচ-দেখি মই সঁচাকৈয়ে অবাক হ'লো। গাত ৰমক-জমক কোট-কামিজ, হাতত খোজ-কঢ়া লাঠি। তেওঁলোকে কাম কৰে কেতিয়া? মই সঁচাকৈয়ে একো বুজিব পৰা নাই।'

এডিছনৰ কথা শুনি সাংবাদিকজনে ক'লে— 'ইয়াত আমি আপোনাৰ পৰিশ্ৰম-শক্তিৰ বিষয়ে অতি বিস্ময়কৰ বহুতো কাহিনী শুনিবলৈ পাইছো। আপুনি বোলে দিনৰ পিছত দিন ধৰি প্ৰতিদিনে চৌৱিশ ঘণ্টাকৈ কাম কৰিব পাৰে।'

সাংবাদিকজনক কথা শেষ কৰিবলৈ নিদি এডিছনে মাজতে মাত লগালে— 'চৌৱিশ ঘণ্টা কিয়? মই কেতিয়াবা এদিনত তাতোকৈ বেছি সময়ো কাম কৰিছো।'

তাৰ পিছত ৰসিকতা এৰি তেওঁ আকৌ ক'লে— 'আচলতে মই নিতৌ বিশ ঘণ্টাকৈ কাম কৰো। মাত্ৰ চাৰি ঘণ্টা সময় শোওঁ। স্বাস্থ্যৰক্ষাৰ কাৰণে চাৰি ঘণ্টাতকৈ বেছি সময় শোৱাৰ কোনো প্ৰয়োজন নাই বুলি মই ভাবোঁ।'

বহুতো মানুহে 'প্ৰাৰ্থনা' আৰু 'ধৰ্ম'— এই দুটা শব্দ যিভাৱে উচ্চাৰণ কৰে, এডিছনে ঠিক সেইভাৱে উচ্চাৰণ কৰিলে 'কাম' আৰু 'কাম কৰা' এই শব্দ দুটা। অৱশ্যে এই কথাও সত্য যে কৰ্মও এক প্ৰকাৰৰ ধৰ্ম।

এনেকৈ কথা-বাৰ্তা পাতি থাকোতেই দুপৰীয়াৰ আহাৰ খোৱাৰ সময় হ'ল। শ্বেৰাৰ্ডক ধৰি উপস্থিত আটাইকেইজন ভদ্ৰলোককে শ্ৰীমতী এডিছনে তেওঁলোকৰ লগত একেলগে দুপৰীয়াৰ আহাৰ খাবলৈ অনুৰোধ কৰিলে। এপদ এপদকৈ আহাৰবোৰ আহিবলৈ ধৰিলে। এইবাৰ আলোচনাৰ বিষয় হ'ল আহাৰ। দেখা গ'ল যে তথাকথিত সু-স্বাদু আহাৰৰ প্ৰতি এডিছনৰ বিশেষ কোনো দুৰ্বলতা নাই। বৰং তেওঁ ভাবে যে অত্যধিক আহাৰ-প্ৰীতিয়ে মানুহৰ শৰীৰত নানাবিধ ব্যাধিৰহে সৃষ্টি কৰে। শ্বেৰাৰ্ডে এই কথাও লক্ষ্য কৰিলে যে এডিছনে খোৱা-বস্তুবোৰ চুইয়ো নাচালে বুলি ক'ব পাৰি। এডিছনে নিজেই ক'লে— 'মই যেতিয়া কাম কৰো তেতিয়া গোটেই দিনটোত মোক মাত্ৰ এক পাউণ্ড ওজনৰ আহাৰ লাগে। কিন্তু এতিয়া মই কাম কৰা নাই; গতিকে আহাৰৰো কোনো প্ৰয়োজন নাই।'

আহাৰ-পৰ্ব শেষ হোৱাৰ পিছত কেভেলিয়েৰে এডিছনক ইটালীলৈ আহিবলৈ পুনৰ নিমন্ত্ৰণ জনালে। ইটালীত স্বয়ং ৰজাই তেওঁক সন্মান-সহকাৰে আদৰণি জনাব; বিজ্ঞান, কলা আৰু নাগৰিক-বৃন্দই সন্মিলিতভাৱে তেওঁক সন্মান জ্ঞাপন কৰিব। কিন্তু এডিছন এইবোৰ প্ৰলোভনত ভোল যোৱা মানুহ নহয়। তেওঁ খুব জোৰেৰে মুৰ জোকাৰি জোকাৰি ক'বলৈ ধৰিলে যে ইটালীলৈ যোৱাটো তেওঁৰ পক্ষে কোনোপধ্যেই সম্ভৱ নহয়; তেওঁ যিমান পাৰে সোনকালে স্বদেশলৈ ঘূৰি গৈ নিজৰ কামত লাগিব খোজে।

সাক্ষাৎকাৰটোৰ সামৰণিত ৰবাৰ্ট শ্বেৰাৰ্ডে লিখিছে —'কেইমিনিট মানৰ পিছত মই ৰাস্তালৈ ওলাই আহিলো। মোৰ লগে লগে এডিছনো ওলাই আহিল। আমি বাটত কিছুদূৰ আগুৱাই গৈ ইফেল টাৱাৰৰ ওচৰ পালোগৈ। পেৰিছৰ আটাইতকৈ ওখ স্তম্ভটোৰ পাদদেশত থিয় হৈ আছে টমাছ আলভা এডিছন। মই এবাৰ সেই অত্যুচ্চ স্তম্ভটোলৈ চালো; পিছ মুহূৰ্ততে চাই পঠিয়ালো এডিছনৰ ফালে। দেখিলো— ইফেল টাৱাৰতকৈ এডিছন বহুগুণে বেছি ওখ।'

# এডিছন মানুহজন

ইমান পৰে এডিছনৰ বিষয়ে যিখিনি কথা কোৱা হ'ল তাৰ পৰা এনে এটা ধাৰণা হোৱাটো একো অস্বাভাৱিক নহয় যে তেওঁৰ মনত যেন যন্ত্ৰ-পাতি আৰু বৈজ্ঞানিক তত্ত্বৰ বাহিৰে আন একো চিন্তাই নাছিল। কিন্তু সেই কথা সঁচা নহয়। যদিও তেওঁ দিনে-ৰাতিয়ে কামৰ মাজতেই ডুবি আছিল, তথাপি মানুহৰ সুখ-দুখৰ প্ৰতি তেওঁ কেতিয়াও উদাসীন নাছিল। তেওঁৰ স্বভাৱ আছিল অতি মৰমিয়াল। আনকি যি সময়ত কামৰ চিন্তাই তেওঁৰ মনটো সম্পূৰ্ণভাৱে গ্ৰাস কৰি ৰাখিছিল তেনেবোৰ সময়তো তেওঁ নিজৰ কামতকৈ সহকৰ্মীসকলৰ সমস্যাক বেছি গুৰুত্ব দিছিল। ই এটা অতি মহৎ গুণ। এনে গুণৰ অধিকাৰী মানুহেহে আনৰ আন্তৰিক শ্ৰদ্ধা আৰু আনুগত্য আদায় কৰিব পাৰে।

বিজুলী বাতিৰ ফিলামেণ্টৰ শেষ পৰীক্ষা কৰা দিনটোৰ কথা। স্বাভাৱিকতেই সেই দিনটো আছিল এডিছনৰ জীৱনৰ আটাইতকৈ উত্তেজনা-পূৰ্ণ দিন। বিজুলী বাতিটোৰ পৰা পাম্প কৰি বায়ু উলিয়াই তাক বায়ু শূন্য কৰিবৰ কাৰণে এডিছন তেওঁৰ গৱেষণাগাৰৰ পাম্প-কমলৈ গ'ল। তেওঁৰ লগত আছিল তেওঁৰ এজন সহকৰ্মী চাৰ্লছ। তেতিয়া ৰাতি নটা বাজিছে। বিজুলী বাতিটোৰ পৰা পাম্প কৰি বায়ু উলিওৱা হ'লেই এডিছনে তেওঁৰ চূড়ান্ত পৰীক্ষা আৰম্ভ কৰিব পাৰিব। কিন্তু তেওঁ পাম্প ৰূমত ভৰি দিয়াৰ লগে লগে পাম্প ৰূমৰ মেকানিক ফ্ৰাঞ্চিছে তেওঁক ক'লে— 'ছাৰ, মোৰ মাৰ গা ভাল নহয়। ঘৰত তেওঁ অকলে আছে।' অৰ্থাৎ ফ্ৰাঞ্চিছক ছুটী লাগে।

যি মুহূৰ্তত এডিছনে তেওঁৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈজ্ঞানিক পৰীক্ষাটো আৰম্ভ কৰাৰ কথা, ঠিক সেই মুহূৰ্ততে সহকৰ্মী এজনে ছুটী বিচাৰিলে তেওঁৰ খং উঠাটো বা সহকৰ্মীজনক ছুটী নিদিয়াটোৱেই হ'লহেঁতেন অতি স্বাভাৱিক কথা। তদুপৰি সেই মুহূৰ্তত এডিছনৰ কাৰণে পাম্পমেনজনৰেই প্ৰয়োজন আছিল আটাইতকৈ বেছি। কিন্তু ফ্ৰাঞ্চিছৰ কথা শুনি এডিছনৰ খং উঠা দূৰৰ কথা, বৰং সহানুভূতিত তেওঁৰ মনটো গলি গ'ল। তেওঁৰ মনলৈ আহিল নিজৰ মাকৰ কথা। তেওঁৰ মনলৈ আহিল ল'ৰাকালৰ দিনবোৰৰ কথা— যিবোৰ দিনত মাকৰ মৰমে তেওঁক আলফুলকৈ আৱৰি ৰাখিছিল আৰু তেওঁৰ কাৰণে পৃথিৱীখন কৰি তুলিছিল মধুময়। অতীতৰ পৰা বৰ্তমানলৈ ঘূৰি আহি তেওঁ ফ্ৰাঞ্চিছক ভৰ্ৎসনা কৰি ক'লে— 'তোমাৰ মাৰাৰ গা ভাল নহয়, আৰু তুমি ইয়াত ফষ্টি মাৰি বহি আছা? যোৱা, এইমাত্ৰ ঘৰলৈ যোৱা। মাৰাৰ অসুখ ভাল হ'লেহে কাইলৈ কামলৈ আহিবা।'

এডিছনৰ দুবাৰ বিয়া কৰিছিল । প্ৰথম বিয়াৰ ছবছৰৰ পিছতে তেওঁৰ পত্নী মেৰী ষ্টিলওৱেলৰ মৃত্যু হয়। পত্নীৰ মৃত্যুৰ সময়ত এডিছনৰ বয়স হৈছিল সাতত্ৰিশ বছৰ। ইতিমধ্যে তেওঁৰ খ্যাতি পৃথিৱীৰ সৰ্বত্ৰ বিয়পি পৰিছে। বৈজ্ঞানিক গৱেষণা আৰু ব্যৱসায়-পৰিচালনাৰ কামে তেওঁক দিনটোৰ বেছিভাগ সময় ব্যস্ত কৰি ৰাখে। কিন্তু কেৱল খ্যাতি, ঐশ্বৰ্য আৰু বৈজ্ঞানিক গৱেষণাই তেওঁক সম্পূৰ্ণ সুখ দিব পৰা নাছিল। গৱেষণাগাৰত হাড়-ভঙা পৰিশ্ৰমৰ অন্তত ঘৰলৈ ঘূৰি আহি তেওঁ পাব বিচাৰিছিল ঘৰুৱা জীৱনৰ সুখ-আনন্দ আৰু এগৰাকী মৰমিয়াল পত্নীৰ সান্নিধ্য।

প্ৰথমা পত্নীৰ মৃত্যুৰ ডেৰ বছৰৰ পিছত এডিছনে মিনা মিলাৰ নামৰ এগৰাকী গাভৰুক লগ পাই

তেওঁক বিয়া কৰিবলৈ মন কৰে। এডিছনে মিনাক কিছুদিন মৰ্ছ ক'ড (Morse Code) অৰ্থাৎ ছেমুৱেল মৰ্ছে উদ্ভাৱন কৰা টেলিগ্ৰাফৰ সাংকেতিক বিদ্যা শিকাইছিল। মিনাই বিদ্যাটো ভালকৈ আয়ত্ত কৰাৰ পিছত এদিন এডিছনে তেওঁক ওচৰত বহুৱাই লৈ এটা মুদ্ৰাৰে টেবুলত টোকৰ মাৰি টেলিগ্ৰাফৰ সংকেতেৰে মিনালৈ এটা বাৰ্তা পঠালে। বাৰ্তাটো আছিল— 'মই তোমাক বিয়া কৰাব খোজে।' মিনায়ো টেবুলত মুদ্ৰাৰে টোকৰ মাৰি সাংকেতিক ভাষাৰে উত্তৰ দিলে— 'মই তোমাৰ বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰিছো।'

মিনাৰ লগত এডিছনৰ বিয়াখন অতি সুখৰ হৈছিল। তেওঁলোকৰ তিনিটা সন্তানৰ ভিতৰত চাৰ্লছ এডিছন নামৰ পুতেকজন পিছলৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ নৌ বিভাগৰ সচিব আৰু নিউ জাৰ্ছিৰ ৰাজ্যপাল হৈছিল। মিনা এডিছনে তেওঁৰ বিখ্যাত স্বামীৰ বিষয়ে এইদৰে লিখি থৈ গৈছে— 'কাম কৰিবলৈ বহাৰ সময়ত এডিছনৰ মুখখন দেখিবলৈ কেনেকুৱা হৈছিল সেই কথা জানিবলৈ যদি কাৰোবাৰ মন যায়,তেন্তে তেওঁ এনেকুৱা এজন মানুহৰ মুখখন কল্পনা কৰিব লাগিব— যিজন মানুহে হাতত থকা কামটোৰ বাহিৰে আন একো কথা নেদেখে, নুশুনে আৰু চিন্তা নকৰে, আৰু কামৰ মাজতেই যিজনে লাভ কৰে চৰম আৰু পৰম আনন্দ।'

আচলতে কামেই হ'ল জীৱনৰ শ্ৰেষ্ঠ উপাসনা। এডিছনে জীয়াই থকা মানে বুজিছিল সকলো সময়তে কামত লিপ্ত হৈ থকা। তেওঁৰ সাতসত্তৰ বছৰ বয়সত এজন সাংবাদিকে সুধিছিল— 'আপোনাৰ জীৱনৰ দৰ্শন কি?' এডিছনে উত্তৰ দিছিল— 'কাম। কামেই মোৰ জীৱনৰ একমাত্ৰ দৰ্শন। মই বিশ্বাস কৰো যে একমাত্ৰ কামেইহে মানুহক মহৎ কৰে আৰু জীৱনৰ সকলো দুখ-যন্ত্ৰণাৰ উপশম কৰে। তদুপৰি কাম কৰি কৰি প্ৰকৃতিৰ ৰহস্যবোৰ উদ্‌ঘাটন কৰিব পাৰি আৰু সেইবোৰক মানুহক সুখী কৰাৰ কামত ব্যৱহাৰ কৰিব পাৰি।'

গোটেই জীৱন এনেভাৱে কৰ্ম-ব্যস্ত হৈ থকা মানুহজন কিন্তু সাহিত্য আৰু শিল্পকলাৰ প্ৰতি উদাসীন নাছিল। যদিও তেওঁ বিজ্ঞানৰ সাধনাকেই জীৱনত ব্ৰত কৰি লৈছিল আৰু সেই বিষয়ে অসংখ্য কিতাপ পঢ়িছিল বা পঢ়িব লগা হৈছিল, কিন্তু সাহিত্য আৰু সঙ্গীতৰ কাৰণেও তেওঁ সময় উলিয়াব পাৰিছিল। তেওঁৰ প্ৰিয় লেখক আছিল শ্বেইক্সপীয়েৰ আৰু টমাছ পেইন। জিৰণি ল'বলৈ মন গ'লে তেওঁ মাজে-সময়ে বেহেলা বজাইছিল। একে আষাৰে ক'বলৈ গ'লে তেওঁ আছিল এজন পৰিপূৰ্ণ মানুহ। প্ৰকৃতিৰ ৰহস্য জানিবলৈ তেওঁ বিজ্ঞানৰ সাধনা কৰিছিল; কিন্তু মানৱ-জীৱনৰ ৰহস্য বুজিবলৈ তেওঁ চেষ্টা কৰিছিল সাহিত্য আৰু সঙ্গীতৰ সহায়েৰে।

বিজ্ঞানৰ অধ্যয়নে তেওঁক এনে দূৰদৃষ্টি দান কৰিছিল যে আণৱিক বোমা আবিষ্কাৰৰ কে'বাবছৰৰ আগতেই তেওঁ ভবিষ্যদ্বাণী কৰিব পাৰিছিল— 'মানুহে এদিন আণৱিক শক্তিক নিজৰ কামত লগাবলৈ সমৰ্থ হ'ব।' কিন্তু কেৱল তাকেই কৈ ক্ষান্ত নাথাকি আৰু এখোজ আগুৱাই গৈ তেওঁ ঘোষণা কৰিছিল—'মানুহে এদিন সাগৰৰ জোৱাৰ-ভাটাকো নিজৰ কামত লগাবলৈ আৰু সূৰ্যৰ ৰশ্মিক বন্দী কৰি ৰাখি তাক নানা প্ৰকাৰে ব্যৱহাৰ কৰিবলৈ সমৰ্থ হ'ব।' আণৱিক শক্তিৰ বিষয়ে এডিছনে কৰা ভবিষ্যদ্বাণী বহুবছৰৰ আগতেই সত্য বুলি প্ৰমাণিত হ'ল। বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ অবিশ্বাস্য অগ্ৰগতিলৈ চাই এই কথা নিশ্চয় আশা কৰিব পাৰি যে তেওঁৰ বাকী দুটা ভবিষ্যদ্বাণীও এদিন নহয় এদিন সত্য বুলি প্ৰমাণিত হ'ব।

বিজ্ঞানে মানুহৰ যিমান উপকাৰ কৰিছে অপকাৰো তাতকৈ কম কৰা নাই। উদাহৰণ হিচাপে পৰমাণু বোমাৰ নিচিনা ভয়ংকৰ মাৰণাস্ত্ৰৰ কথাকে ক'ব পাৰি। কিন্তু এহেজাৰতকৈ বেছি বৈজ্ঞানিক আবিষ্কাৰ কৰা এডিছনে প্ৰত্যেকটো বস্তুৱেই আবিষ্কাৰ কৰিছিল কেৱল মানুহৰ মঙ্গলৰ কাৰণে, মানুহক সুখী কৰিবৰ কাৰণে।

তেওঁ নিজেই কৈছিল—'মই এই কথাৰ কাৰণে গৰ্ব অনুভৱ কৰোঁ যে নৰহত্যাৰ কামত ব্যৱহৃত কোনো অস্ত্ৰ মই কেতিয়াও উদ্ভাৱন কৰা নাই।'

মই ভাবো যে এডিছনৰ মহত্ত্ব আটাইতকৈ বেছিকৈ ফুটি উঠিছে চৰিত্ৰৰ বিষয়ে তেওঁ কোৱা এষাৰ কথাত। তেওঁ কৈছিল— 'মানুহৰ মন বা বুদ্ধিয়ে যিটো বস্তু সৃষ্টি কৰিব পাৰে সেইটো বস্তুক নিয়ন্ত্ৰণ কৰিব পাৰে তেওঁৰ চৰিত্ৰই।' অৰ্থাৎ তেওঁৰ মতে বুদ্ধিতকৈ চৰিত্ৰৰ স্থান ওপৰত।

এদিন এদল ছাত্ৰই এডিছনক তেওঁৰ গৱেষণাগাৰত দেখা কৰিবলৈ আহিল। এডিছনে ছাত্ৰসকলক উপদেশ দি ক'লে— 'ভবিষ্যতৰ পৃথিৱীখন নিৰ্মাণ কৰিব লাগিব তোমালোকেই। গৱেষণাগাৰ আৰু কাৰখানাত নানা ধৰণৰ সম্পৰীক্ষা কৰি তোমালোকে মানৱ-জাতিৰ উপকাৰৰ কাৰণে নানা ধৰণৰ সঁজুলি উদ্ভাৱন কৰিব লাগিব। আমি সেই কাম আৰম্ভহে কৰিছো মাত্ৰ। তাক আগুৱাই নিব লাগিব তোমালোকে। সেই কামত সফল হ'বলৈ হ'লে তোমালোকে প্ৰতিটো কথা সূক্ষ্মভাৱে চিন্তা কৰিবলৈ আৰু প্ৰতিটো বস্তু সূক্ষ্মভাৱে নিৰীক্ষণ কৰিবলৈ শিকিব লাগিব। তেতিয়াহে সেইবোৰৰ ৰহস্যই তোমালোকৰ চকুত ধৰা দিব।'

এডিছনৰ কথা শুনি এজন ছাত্ৰই থিয় হৈ প্ৰশ্ন কৰিলে— 'ছাৰ, আপোনাৰ প্ৰতিভা আছে কাৰণেহে ইমানবোৰ বিচিত্ৰ বস্তু আপুনি আৱিষ্কাৰ কৰিব পাৰিলে। আমাৰো প্ৰতিভা আছে বুলি আপুনি বিশ্বাস কৰেনে?'

ছাত্ৰজনৰ প্ৰশ্নৰ উত্তৰত এডিছনে যিখিনি কথা ক'লে সেই কথাখিনি এই কিতাপখনত ইতিমধ্যে দুবাৰ উল্লেখ কৰা হৈছে। তৃতীয়বাৰ উল্লেখ কৰিলেও কোনো ক্ষতি নাই, বৰং লাভহে আছে, কাৰণ মানুহৰ জীৱন গঢ়াত সহায় হোৱা মূল্যবান নীতি-বচনবোৰ মানুহে বাৰে বাৰে নিজকে মনত পেলাই থাকিব লাগে। ছাত্ৰজনৰ প্ৰশ্নৰ উত্তৰত এডিছনে ক'লে— 'প্ৰতিভা এটা আচহুৱা বস্তু নহয়। ই কাৰো আছুতীয়া সম্পত্তিও নহয়। প্ৰতিভা হ'ল এক শতাংশ প্ৰেৰণা, বাকী নিৰান্নবৈ শতাংশ ঘৰ্মাক্ত পৰিশ্ৰম। অৰ্থাৎ প্ৰতিভাৰ সহায়েৰে তুমি কিবা এটা নতুন কথা চিন্তা বা কল্পনা কৰিব পাৰিলেও তোমাৰ মনৰ কথা মনতেই থাকি যাব।— যদিহে তাক বাস্তৱত পৰিণত কৰিবলৈ তুমি কঠোৰ পৰিশ্ৰম কৰিব নোৱাৰা। মানুহে কেৱল কঠোৰ পৰিশ্ৰম আৰু অধ্যৱসায়ৰ যোগেদিহে যি কোনো কামত কৃতকাৰ্যতা লাভ কৰিব পাৰে। ইয়াৰ বাহিৰে কৃতকাৰ্য হোৱাৰ আন কোনো উপায় নাই।'

মানুহে কথাতে কয়— উপদেশতকৈ আৰ্হি ভাল। উপদেশ দিয়া অতি সহজ, কাৰণ বেছিভাগ মানুহেই নিজৰ বা আনৰ অভিজ্ঞতাৰ পৰা কোনবোৰ কথা ভাল আৰু কোনবোৰ কথা বেয়া সেই কথা জানে। কিন্তু ভাল কথাবোৰ কেৱল জানিলেই একো লাভ নহয়— যদিহে সেই কথাবোৰ নিজৰ জীৱনত প্ৰয়োগ কৰি সেইবোৰৰ পৰা সুফল পাবলৈ চেষ্টা কৰা নহয়। এজন মানুহে যদি আনক ভাল ভাল উপদেশ দিলে, কিন্তু নিজে সেইবোৰ পালন নকৰে, তেন্তে তেওঁৰ আন্তৰিকতা-বিহীন মৌখিক উপদেশে আনৰ জীৱনত একো প্ৰভাৱ পেলাব নোৱাৰে। এডিছনে ছাত্ৰসকলক দিয়া প্ৰতিভাৰ নতুন সংজ্ঞাটোৰ গুৰুত্ব এই কাৰণেই অপৰিসীম যে তেওঁ নিজৰ জীৱনত সেই কথাৰ সত্যতা নিজৰ কামেৰে প্ৰমাণ কৰি থৈ গৈছে। এডিছনৰ এই চমু জীৱনীখনৰ প্ৰতিটো কথা মনোযোগ দি পঢ়িলে যিকোনো মানুহেই এই কথা বুজিব পাৰিব যে তেওঁ সহজাত প্ৰতিভাৰ বলেৰে যিবোৰ অভিনৱ বস্তুৰ কল্পনা কৰিছিল— সেইবোৰ বস্তুৰ কল্পনা চিৰকাল কল্পনা হৈয়েই থাকিলহেঁতেন, যদিহে নিজৰ কল্পনাক বাস্তৱত ৰূপ দিবলৈ তেওঁ গোটেই জীৱন জুৰি অশেষ ধৈৰ্যৰে কঠোৰ পৰিশ্ৰম নকৰিলেহেঁতেন। কাম কৰিবৰ কাৰণে সময় উলিয়াবলৈ তেওঁ নিতৌ মাত্ৰ চাৰি ঘণ্টামান সময়হে শুইছিল। তেওঁৰ মুখত সততে এই কথা লাগি আছিল যে মানুহে টোপনিত জীৱনৰ বহু সময় অপচয় কৰে; অৰ্থাৎ মানুহে যিমানখিনি সময় শোৱা উচিত তাতোকৈ বহুত বেছি সময় শোৱে। এডিছনৰ গৱেষণাগাৰৰ এটা চুকত এখন সৰু বিছনা আছিল। কাম কৰি কৰি ভাগৰ লাগিলে তেওঁ বিছনাখনত

ঘোঁৰা-বাগৰ দি ভাগৰ পলুৱাই লৈ আকৌ কামত ধৰিছিল। আচলতে যি মানুহৰ চকুৰ আগত জীৱনৰ এটা ডাঙৰ লক্ষ্য থাকে তেওঁ কেতিয়াও বহি-শুই সময় নষ্ট কৰিব নোৱাৰে।

সেই যুগৰ সবাতোকৈ বিখ্যাত লোকসকলৰ ভিতৰত এডিছন আছিল এজন। গতিকে এই কথা একো আচৰিত নহয় যে সাংবাদিকসকল ঘনাই তেওঁৰ ওচৰলৈ আহিব। এদিন এজন সাংবাদিকে তেওঁক ক'লে— 'আমাৰ দেশ আমেৰিকা ধন্য যে এই দেশত আপোনাৰ নিচিনা এজন মহান প্ৰতিভাশালী লোকৰ জন্ম হৈছে। আপুনিও নিশ্চয় এই দেশত জন্ম হোৱাৰ কাৰণে নিজকে ভাগ্যৱান বুলি অনুভৱ কৰে?'

সাংবাদিকজনক অবাক কৰি দি এডিছনে একে আষাৰে ক'লে— 'ওহোঁ, একেবাৰেই নকৰোঁ।'

সাংবাদিকজনে থত্‌মত্‌ খাই অলপ সময় মনে মনে ৰ'ল। তাৰ পিছত তেওঁ আকৌ সুধিলে— 'ছাৰ, তেনেহ'লে আপুনি পৃথিৱীৰ কোনখন দেশত জন্ম ল'বলৈ পালে আটাইতকৈ সুখী হ'লহেঁতেন?'

এইবাৰো সাংবাদিকজনক হতভম্ব কৰি এডিছনে ক'লে— 'পৃথিৱীত এনেকুৱা কোনো এখন দেশ নাই— যিখন দেশত জন্ম ল'বলৈ পালে মই সুখী হ'লোহেঁতেন। আচল কথাটো কি জানা? তোমালোকৰ এই পৃথিৱীখনত জন্ম ল'ব লগা হোৱা কথাটোকেই মই মোৰ অশান্তিৰ এটা ডাঙৰ কাৰণ বুলি অনুভৱ কৰিছোঁ।'

'তেনেহ'লে ছাৰ, আপুনি ক'ব খুজিছে যে আমাৰ সৌৰজগতৰ আন কোনোবা এটা গ্ৰহত জন্ম ল'বলৈ আপোনাৰ ইচ্ছা আছিল? আপোনাৰ এনে ইচ্ছাৰ কাৰণ কি ছাৰ? আৰু দ্বিতীয়তে, আপুনি কোনটো গ্ৰহত জন্ম ল'বলৈ বেছি ভাল পালেহেঁতেন!'

এডিছনে উত্তৰত ক'লে— 'মই মঙ্গল গ্ৰহত জন্ম ল'বলৈ বেছি ভাল পালোহেঁতেন। তাৰ কাৰণ কি জানা? আমাৰ পৃথিৱীখনত চৌৱিশ ঘণ্টাত এটা দিন হয়। কিন্তু মঙ্গল গ্ৰহত এটা দিন হ'বলৈ চৌৱিশ ঘণ্টাতকৈ চল্লিশ মিনিট বেছি সময় লাগে। গতিকে মই মঙ্গল গ্ৰহত জন্ম লোৱা হ'লে মোৰ গৱেষণাৰ কাৰণে চল্লিশ মিনিট সময় বেছিকৈ পালোহেঁতেন।

কাম কৰিবৰ কাৰণে মাত্ৰ চল্লিশ মিনিট সময় বেছিকৈ পাবলৈ এডিছনে মঙ্গল গ্ৰহত জন্ম লোৱাৰ স্বপ্ন দেখিছিল। ইয়াৰ পৰা নিশ্চিতভাৱে বুজা যায় যে কৰ্মই আছিল তেওঁৰ একমাত্ৰ ধৰ্ম। তেওঁৰ কৰ্মৰ সাধনাই সমগ্ৰ মানৱ-জাতিৰে মঙ্গল সাধন কৰিছিল।

নিজৰ জীৱন কালতে এডিছনে বিপুল খ্যাতি আৰু ধন-ঐশ্চৰ্যৰ অধিকাৰী হৈছিল। কিন্তু খ্যাতি বা ঐশ্চৰ্যই তেওঁৰ মনত কেতিয়াও অহংকাৰৰ ভাব জগাই তুলিব পৰা নাছিল। নম্ৰতা আৰু শিষ্টাচাৰে তেওঁক কেতিয়াও লগ এৰা দিয়া নাছিল। বিশ্বৰ বিভিন্ন দেশৰ ৰাষ্ট্ৰপতি আৰু প্ৰধান মন্ত্ৰীসকলে তেওঁক খাতিৰ কৰিছিল। ধন-কুবেৰ শিল্পপতিসকল তেওঁৰ ব্যক্তিগত বন্ধু আছিল। কিন্তু এডিছনে যি ধৰণৰ সহজ-সৰল চহা প্ৰকৃতিৰ মানুহ হৈ জীৱনটো আৰম্ভ কৰিছিল, গোটেই জীৱন তেওঁ তেনেকুৱা মানুহ হৈয়েই থাকিল। ভাগ্যৰ পৰিৱৰ্তনে তেওঁৰ স্বভাৱৰ একো পৰিৱৰ্তন কৰিব নোৱাৰিলে। খ্যাতিৰ উচ্চতম শিখৰত উঠিও তেওঁ গাঁৱলীয়া চহা মানুহৰ দৰে ধপাত চোবাইছিল, থু পেলাইছিল, ধেমেলীয়া গল্প কৈ ভাল পাইছিল আৰু সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ লগত সমানে মিলিছিল।

লুই উইণ্টাৰমেয়াৰ আমেৰিকাৰ এজন প্ৰসিদ্ধ কবি আৰু জীৱনীকাৰ। তেওঁৰ দ্বাৰা ৰচিত দুখন জীৱনী সংগ্ৰহ— 'Makers of the Modern World' আৰু 'Lives of the Poets'— বিপুলভাৱে সমাদৃত হৈছে আৰু পৃথিৱীৰ বহু ভাষালৈ অনূদিত হৈছে লুই উইণ্টাৰমেয়াৰে তেওঁৰ 'Makers of the Modern World' নামৰ কিতাপখনত সাহিত্য, দৰ্শন, বিজ্ঞান, চিত্ৰ-কলা, সঙ্গীত, ভাস্কৰ্য, ৰাজনীতি, অৰ্থনীতি ইত্যাদি বিভিন্ন কৰ্মক্ষেত্ৰৰ পৰা এনে একান্নবৈজন নাৰী-পুৰুষ বাছি উলিয়াইছে— যি একান্নবৈজন নাৰী-পুৰুষেই আধুনিক জগতখন গঢ়ি তুলিছে বুলি তেওঁ ভাবে। আধুনিক জগত নিৰ্মাণ কৰা এই একান্নবৈজন যুগ-স্ৰষ্টা

নাৰী-পুৰুষৰ ভিতৰত এজন হ'ল টমাছ আলভা এডিছন। এডিছনে কৰি যোৱা কামৰ মূল্য নিৰূপণ কৰি লুই উইণ্টাৰমেয়াৰে এখন চমু জীৱনী-মূলক ৰচনাৰ সামৰণিত লিখিছে—'মানুহৰ শাৰীৰিক সুখ-স্বাচ্ছন্দ্য বৃদ্ধি কৰাটোৱেই আছিল এডিছনৰ প্ৰধান লক্ষ্য। মানুহৰ আধ্যাত্মিক উন্নতিৰ কথাই তেওঁৰ চিন্তাত ঠাই পোৱা নাছিল। তেওঁ বাৰে বাৰে এই কথা স্পষ্ট কৰি দিছিল যে যিকোনো এটা নতুন বস্তু আৱিষ্কাৰ বা উদ্ভাৱন কৰাৰ আগতে তেওঁ প্ৰথমতে তাৰ বাণিজ্যিক সম্ভাৱনা চিন্তা কৰি চাইছিল। অৱশ্যে সেই বুলি তেওঁ কেৱল এটা ধন-ঘটা যন্ত্ৰ নাছিল। তেওঁৰ অধ্যয়নৰ পৰিধি আছিল বিশাল। শ্বেইক্সপীয়েৰ আৰু টমাছ পেইন আছিল তেওঁৰ প্ৰিয় লেখক। বেহেলা বজোৱাতো তেওঁৰ কিছু দক্ষতা আছিল। এডিছনৰ সমালোচকসকলৰ মতে এডিছনৰ মৌলিক উদ্ভাৱনী-প্ৰতিভা বেছি নাছিল; আনৰ দ্বাৰা উদ্ভাৱিত বস্তুবোৰক অধিক উন্নত ৰূপ দিয়াতহে তেওঁৰ প্ৰতিভা বেছিকৈ ফুটি উঠিছিল। এডিছন নিজেও এই কথাত একমত হৈছিল। তেওঁ বিনয়েৰে সৈতে কৈছিল— 'দীৰ্ঘকাল ধৰি মই নানা ধৰণৰ গৱেষণা আৰু সম্পৰীক্ষা কৰিলো; কিন্তু মই এটাও নতুন বস্তু আৱিষ্কাৰ কৰিব নোৱাৰিলো। এটা বিশেষ কাম কৰিবলৈ আৰম্ভ কৰি আনে য'ত শেষ কৰিছে ঠিক সেইখিনিৰ পৰাই মই আৰম্ভ কৰিছো। মই নিজে কোনো মৌলিক কাম কৰা নাই। মোৰ আটাইবোৰ কামৰ ধাৰণা মই আহৰণ কৰিছো আনৰ কামৰ পৰা। সেই কাৰণে মই কৰা আটাইবোৰ কামেই উদ্ভাৱনাৰ বাহিৰে আন একো নহয়।' কিন্তু জন টাইণ্ডাল নামৰ এজন লেখকে এই কথাটোকে অলপ বেলেগ ধৰণেৰে চাইছে। তেওঁ কৈছে— 'এডিছনৰ এনে এক অন্তৰ্দৃষ্টি আছিল— যাৰ সহায়েৰে তেওঁ ঘটনা (Fact) আৰু মূল নিয়ামক নীতিৰ (Principle) মাজত থকা গূঢ় সম্পৰ্কটো তৎক্ষণাত আৱিষ্কাৰ কৰিব পাৰিছিল। এবাৰ সেইটো আৱিষ্কাৰ কৰাৰ পিছত দুয়োটাৰ মাজত নানা ধৰণৰ পৰিৱৰ্তন ঘটাই সেইবোৰক অভিনৱ ৰূপ দিবলৈ যি ধৰণৰ দক্ষতা লাগে সেইটোও তেওঁৰ আছিল।'

এই কথা সত্য যে এডিছনৰ প্ৰতিভাই মানুহৰ আধ্যাত্মিক উৎকৰ্ষ সাধনত বিশেষ একো বৰঙণি যোগাই থৈ যোৱা নাই। কিন্তু আমাৰ এই পৃথিৱীখনক, তেওঁ আগতকৈ বহু বেছি পৰিমাণে আৰাম-পূৰ্ণ আৰু বৰ্ণময় কৰি থৈ গৈছে।'

আধুনিক জগত নিৰ্মাণ কৰা মহান প্ৰতিভাশালী লোকসকলৰ অন্যতম টমাছ আলভা এডিছনৰ মৃত্যু হয় ১৯৩১ চনৰ১৮ অক্টোবৰত। মৃত্যুৰ সময়ত তেওঁৰ বয়স হৈছিল ৮৪ বছৰ। এই অক্লান্ত কৰ্মযোগী মানুহজন জীৱনৰ শেষ মুহূৰ্ত পৰ্যন্ত ব্যস্ত হৈ আছিল তেওঁৰ কামত। নিজৰ বিস্ময়কৰ বৈজ্ঞানিক আৱিষ্কাৰবোৰৰ দ্বাৰা এডিছনে কেৱল যে আমাৰ জগতখনকেই নতুন ৰূপত সজাই থৈ গৈছে এনে নহয়; প্ৰত্যেক মানুহৰ ব্যক্তিগত জীৱন গঢ়িবলৈকো তেওঁ এৰি থৈ গৈছে নিজৰ জীৱনৰ অনুপম চানেকি।

* * *



# ডাৰউইন

## যুগান্তকাৰী বিজ্ঞানী

*কিশোৰ সাৰথি-৪৪*

# সূচীপত্ৰ

# হৰিনাথ পাঠকৰ পঢ়া-কোঠাত

কিতাপখন পঢ়ি থকাৰ মাজতে হৰিনাথ পাঠকে মূৰ তুলি বেৰৰ ঘড়ীটোলৈ চালে। ঘৰত থকা সময়খিনিত তেওঁ হাতঘড়ী নিপিন্ধে। দেওবাৰৰ আবেলিটো পাঠকৰ কিতাপ পঢ়াৰ সময়। আনবাৰে যে তেওঁ কিতাপ নপঢ়ে এনে নহয়। কিন্তু অখণ্ড মনোযোগ দি কিতাপ পঢ়িবলৈ দেওবাৰৰ আবেলি তেওঁ বেছি সময় পায়। কলেজত পঢ়ি থাকোঁতে তেওঁ কলেজৰ পুথিভঁৰালৰ পৰা আনি এখন সৰু ইংৰাজী কিতাপ পঢ়িছিল। তেওঁৰ যিমানদূৰ মনত পৰে, কিতাপখনৰ নাম আছিল How to Read a Book। কিতাপখনৰ নামটো শুনি ধাৰণা হ'ব পাৰে যে কিতাপ কেনেকৈ পঢ়িব লাগে কেৱল সেই কথাহে কিতাপখনত শিকোৱা হৈছে। কিন্তু আচলতে কিতাপ সম্পৰ্কীয় আৰু অনেক মূল্যবান কথা সেই কিতাপখনত কোৱা হৈছিল। সেইবোৰৰ ভিতৰত এটা বিশেষ কথাই হৰিনাথ পাঠকৰ মনত স্থায়ী দাগ বহুৱাইছিল। বহুত মানুহে ব্যস্ততাৰ অজুহাত দেখুৱাই কিতাপ নপঢ়ে; অৰ্থাৎ তেওঁলোকে কিতাপ পঢ়িবলৈ সময় উলিয়াব নোৱাৰে বুলি কয়। কিন্তু ওপৰত উল্লেখ কৰা কিতাপখনৰ লেখকজনে কৈছে যে কিতাপ পঢ়িবলৈ আন্তৰিক আগ্ৰহ থাকিলে আৰু সামান্য বুদ্ধি খটুৱাব জানিলে যিকোনো মানুহেই কিতাপ পঢ়িবলৈ প্ৰচুৰ সময় উলিয়াব পাৰে। উদাহৰণ স্বৰূপে, তুমি যেনিবা চাহ খাবলৈ মন কৰি পানীৰ চচপেনটো জুইৰ ওপৰত তুলি দিছা। পানীখিনি উতলিবলৈ পাঁচ মিনিটমান সময় লাগিব। সেই সময়খিনিত তুমি আন একো কাম কৰিব নোৱাৰিলেও যিকোনো এখন কিতাপৰ এটা পৃষ্ঠা বা কমেও আধা পৃষ্ঠা পঢ়িব পাৰা। তোমাৰ ঘৰলৈ কোনোবা আলহী বা বন্ধু-বান্ধৱৰ অহাৰ কথা আছে। নিৰ্দিষ্ট সময়ত তেওঁ আহি পোৱা নাই। আগন্তুকলৈ বাট চাই ছাটিফুটি কৰি থকাতকৈ তুমি এখন কিতাপৰ দুটামান পৃষ্ঠা পঢ়িব পাৰা। ব্যায়াম বা খেল-ধেমালি বা প্ৰাতঃভ্ৰমণ কৰি ঘূৰি আহি কিছু সময় তোমাৰ জিৰণি লোৱাৰ প্ৰয়োজন হৈছে। জিৰণি লৈ থাকোঁতেই তুমি এখন কিতাপৰ পাততো চকু ফুৰাব পাৰা। এয়া কেৱল মাত্ৰ দুটামান উদাহৰণ। লেখকজনে হিচাপ কৰি উলিয়াইছে যে এনেকৈ মাত্ৰ তিনি-চাৰি মিনিটকৈ কিতাপ পঢ়িও এজন মানুহে গোটেই জীৱনত কমেও পাঁচশ কিতাপ বেছিকৈ পঢ়িব পাৰে। অৱশ্যে কিছুমান কিতাপ দীঘলীয়া সময় ধৰি অখণ্ড মনোযোগ দি পঢ়াৰ প্ৰয়োজন হয়। তাৰ কাৰণে সপ্তাহত অন্ততঃ এটা দিন আছুতীয়াকৈ ৰাখিবই লাগিব।

হৰিনাথ পাঠকে কলেজীয়া ছাত্ৰ জীৱনৰ পৰা আৰম্ভ কৰি জীৱনৰ বৰ্তমান মাজ বয়সলৈকে সেই জ্ঞানগৰ্ভ কিতাপখনৰ সদুপদেশ আখৰে-আখৰে পালন কৰি আহিছে।

কিতাপ পঢ়াৰ মাজতে যে বেৰৰ ঘড়ীটোলৈ হৰিনাথ পাঠকৰ চকু গ'ল, তাৰ কাৰণ এই নহয় যে কিতাপখনত তেওঁৰ মন বহা নাছিল। বৰং কথাটো আছিল তাৰ সম্পূৰ্ণ ওলোটাহে। কিতাপখনত তেওঁ আগতে নজনা এটা নতুন কথা আৱিষ্কাৰ কৰি মনে মনে অলপ উত্তেজিত হৈছিল। লগে লগে দেবব্ৰতক কথাটোৰ ভাগ দিবলৈ তেওঁৰ মন গৈছিল। দেওবাৰে আবেলি চাৰি বজাত দেবব্ৰত পাঠকৰ ঘৰলৈ আহে। চাৰি বাজিবলৈ আৰু কিমান সময় আছে সেইটো চাবলৈকে পাঠকে কিতাপখনৰ পৰা মূৰ দাঙি বেৰৰ ঘড়ীটোলৈ চাইছিল।

হৰিনাথ পাঠক বৃত্তিত এজন উকীল। কিন্তু আন বহুতো উকীলৰ দৰে তেওঁ কেৱল ওকালতি কৰিয়েই

বা ধন ঘটিয়েই জীৱনটো শেষ কৰিবলৈ বিচৰা নাই। জীৱনৰ সীমাহীন বৈচিত্ৰ্য আৰু আনন্দৰ অভিজ্ঞতা পাবলৈ তেওঁ কিতাপ পঢ়ে, গান শুনে, নিজহাতে পতা ফুলনিবাৰীত ফুলগছৰ আপদাল কৰে, স্বাস্থ্য ভালে ৰাখিবলৈ নিতৌ পুৱা আধাঘণ্টা খোজকাঢ়ে, আৰু সপ্তাহত এদিন বা এবেলা সমাজ-সেৱাৰ কাম কৰে।

কিন্তু যিটো কাম কৰি তেওঁ আটাইতকৈ বেছি তৃপ্তি পায় সেইটো হ'ল কিতাপ পঢ়া। তেওঁ সৰুকালৰ পৰাই কিতাপ পঢ়ি ভাল পাইছিল; কিন্তু যিজন মানুহে তেওঁক কিতাপৰ নিচা লগাই দিছিল তেওঁ আছিল এজন উকীল। সেই উকীলজনে নিজৰ ঘৰতে এটা ডাঙৰ পুথিভঁৰাল কৰি লৈছিল। তেওঁৰ মনটো আছিল অতি উদাৰ আৰু মহৎ। তেওঁ বিশ্বাস কৰিছিল যে প্ৰত্যেক মানুহেই গোটেই জীৱনটো কেৱল নিজৰ স্বাৰ্থৰ চিন্তাতে ব্যস্ত হৈ নাথাকি সপ্তাহত অন্ততঃ এটা দিন সমাজৰ সেৱা কৰিবলৈ আছুতীয়াকৈ ৰখা উচিত। এজন ব্যস্ত উকীলে সমাজৰ কাৰণে কি কাম কৰিব পাৰে? বহুত দিন এই কথাটো চিন্তা কৰি তেওঁ অৱশেষত এটা উপায় উলিয়ালে। তেওঁ ঠিক কৰিলে যে তেওঁ কিছুমান বছা বছা অধ্যয়নশীল ছাত্ৰক তেওঁৰ পুথিভঁৰালটো ব্যৱহাৰ কৰিবলৈ দিব। কিতাপ কেনেকৈ পঢ়িব লাগে আৰু জ্ঞানাৰ্জনৰ কাৰণে কোনবোৰ কিতাপক বেছি গুৰুত্ব দিব লাগে সেইবোৰ কথাও তেওঁ ছাত্ৰসকলক শিকাব। সেই উদ্দেশ্যে দেওবাৰৰ ভাটিবেলাটো তেওঁ পুথিভঁৰালত ছাত্ৰসকলৰ লগত কিতাপৰ বিষয়ে আলোচনা কৰি কটাবলৈ ঠিক কৰিলে।

উকীলজনৰ বাছনিত যিকেইজন ছাত্ৰ উঠিছিল তেওঁলোকৰ ভিতৰত এজন আছিল হৰিনাথ পাঠক। সেই সময়ত তেওঁ হাইস্কুলৰ নৱম শ্ৰেণীৰ ছাত্ৰ আছিল। উকীলজনে একপ্ৰকাৰে হৰিনাথৰ জীৱনটোকেই গঢ়ি দিলে। কিতাপ যে কেৱল সময় কটোৱাৰ বা আনকি জ্ঞানাৰ্জনৰো উপায় নহয়, কিতাপ হ'ল মানুহৰ যুগ যুগৰ চিৰবহমান সাধনাৰ লগত নিজকে যুক্ত কৰাৰ উপায়, সেই কথা হৰিনাথে সেই সন্ত-প্ৰতীম উকীলজনৰ পৰাই শিকিলে। হৰিনাথে তেতিয়া মনে মনে ঠিক কৰিছিল যে ডাঙৰ হৈ তেৱোঁ উকীলজনৰ আৰ্হি অনুসৰণ কৰিব; অৰ্থাৎ তেৱোঁ নিজৰ ঘৰতে এটা পুথিভঁৰাল কৰিব, আৰু প্ৰতি দেওবাৰৰ আবেলি সময়খিনিত তেওঁ কেইজনমান বছা বছা অধ্যয়নশীল ছাত্ৰক ভাবৰ জগতত অভিযান কৰিবলৈ শিকাব। ... ...ভাগ্যৰ ফেৰত তেওঁ নিজেও হ'ল এজন উকীল।

হৰিনাথ পাঠকৰ বাছনিত উঠা ছাত্ৰকেইজনৰ ভিতৰত এজন আছিল দেবব্ৰত। কেৱল সেয়েই নহয়, দেবব্ৰতৰ মধুৰ স্বভাৱ আৰু জ্ঞানৰ প্ৰতি থকা গভীৰ অনুৰাগে তেওঁক ইমান মুগ্ধ কৰিছিল যে আন আটাইকেইজন ছাত্ৰতকৈ তেওঁ দেবব্ৰতকেই বেছি সময় দিছিল।

# ডাৰউইনৰ লগত দেবব্ৰতৰ প্ৰথম চিনাকি

চাৰি বাজিবলৈ কেইমিনিটমান সময় থাকোঁতেই দেবব্ৰতে দুৱাৰত টোকৰ মাৰি ক'লে—'ছাৰ।'

·পাঠকে ক'লে—'সোমাই আহা।'

কোঠাটোত ভৰি দিয়েই দেবব্ৰত খন্তেক সময়ৰ কাৰণে তভক মাৰি বৈ গ'ল। আচলতে তেওঁ পাঠকৰ মুখখন পঢ়িবলৈ চেষ্টা কৰিছিল, কাৰণ পাঠকৰ মুখত তেওঁ দেখিবলৈ পাইছিল কিবা এটা নতুন ভাব বা আৱেগৰ উত্তেজনা। বহুত দিন পাঠকৰ সঙ্গত কটাই তেওঁৰ প্ৰতিটো ভাব-ভঙ্গীৰ লগত দেবব্ৰত খুব ভালকৈ পৰিচিত হৈ পৰিছে। নিৰ্দিষ্ট চকীখনত বহাৰ আগতে দেবব্ৰতে ক'লে—'ছাৰ, আপুনি এই কিতাপখনত নিশ্চয় এটা নতুন চিন্তাৰ খোৰাক বিচাৰি পাইছে। আপোনাৰ মুখখন দেখিয়েই মই সেই কথা বুজি পাইছোঁ?'

চকীত বহি দেবব্ৰতে লুভীয়া দৃষ্টিৰে পাঠকৰ কোলাত পৰি থকা প্ৰকাণ্ড কিতাপখনলৈ চালে। কিতাপখনৰ চেহেৰা দেখি তেওঁ অনুমান কৰিলে যে ছাৰে নিশ্চয় কিতাপখন নতুনকৈ কিনিছে। পুথিভঁৰালটোৰ আটাইবোৰ কিতাপ নপঢ়িলেও প্ৰায়বোৰ কিতাপৰ চেহেৰাবোৰ তেওঁৰ খুব চিনাকি।

'তুমি ঠিকেই অনুমান কৰিছা দেব'—পাঠকে ক'লে—'এই কিতাপখনত মই চাৰ্লছ ডাৰউইনৰ বিষয়ে আগতে নজনা এটা কথা প্ৰথমবাৰৰ কাৰণে পঢ়িবলৈ পালো। অৱশ্যে ডাৰউইনৰ বিষয়ে মই বহুতো কিতাপ পঢ়িছোঁ বুলি দাবী কৰিব নোৱাৰোঁ। তেওঁৰ বিষয়ে বা তেওঁ আৱিষ্কাৰ কৰা যুগান্তকাৰী তত্ত্বৰ বিষয়ে মই মাত্ৰ সিমানখিনি কথাহে জানো—যিমানখিনি কথা প্ৰত্যেকজন শিক্ষিত মানুহেই জনা উচিত।... ...ৰ'বা, তাৰ আগতে কোৱাচোন, মই পঢ়ি থকা এই কিতাপখনৰ নামটো বা বিষয়-বস্তু জানিবলৈ তোমাৰ কৌতূহল হোৱা নাইনে?'

'কিয় নহ'ব ছাৰ'—দেবব্ৰতে ক'লে—'আপোনাৰ হাতত ইমান প্ৰকাণ্ড কিতাপ বহুত দিনৰ মূৰত দেখিলো। ইয়াৰ আগতে লাইব্ৰেৰীৰ আলমাৰিত মই কিতাপখন দেখা নাছিলো। কিতাপখন কেতিয়া কিনিলে ছাৰ?'

পাঠকে উত্তৰ দিলে—'কিতাপখন মই কিনা নাই। কিনিবলৈ ইচ্ছা কৰিলেও গুৱাহাটীৰ কিতাপৰ দোকানত কিতাপখন নাপালোহেঁতেন। মোৰ এজন বন্ধু কেন্দ্ৰীয় চৰকাৰৰ এজন উচ্চ-পদস্থ বিষয়া। থাকে দিল্লীত। তেওঁৰো কিতাপ পঢ়াৰ খুব চখ। কৰ্মসূত্ৰে তেওঁ গোটেই পৃথিৱী ঘূৰি ফুৰে। প্ৰতিবাৰেই বিদেশৰ পৰা ভাল ভাল কিতাপ কিনি আনে। এই কিতাপখন তেৱেঁই মোক উপহাৰ দিছে।... ...অ', কিতাপখনৰ নামটোৱেই তোমাক কোৱা হোৱা নাই। কিতাপখনৰ নাম হ'ল Millennium : A History of Our Last Thousand Years। লেখকৰ নাম ফেলিপ ফাৰ্নাণ্ডেজ আৰ্মেষ্টো। এহাজাৰ বছৰৰ ইতিহাস লিখিবলৈ হ'লে কিতাপখনতো ডাঙৰ হ'বই লাগিব। মই নতুন কিতাপ নিজে পঢ়ি শেষ নকৰালৈকে লাইব্ৰেৰীৰ আলমাৰীত নথওঁ। সেই কাৰণেই তুমি কিতাপখন দেখা নাছিলা।'

'কিন্তু ছাৰ, কিতাপখনত কি নতুন কথা পাই আপুনি আচৰিত হ'ল সেই কথা নক'লে দেখোন।'

'সেইটো কথালৈ একেবাৰে পিছত আহিম'—পাঠকে ক'লে—'তাৰ আগতে তুমি মোক কোৱাচোন, চাৰ্লছ ডাৰউইনৰ বিষয়ে তুমি কি কি কথা জানা?'

দেবব্ৰতে লাজকুৰীয়া হাঁহি এটা মাৰি ক'লে—'ডাৰউইনৰ নামটো মই শুনিছোঁ; কিন্তু ছাৰ, সঁচা কথা ক'বলৈ গ'লে তেওঁ যে কিমান ডাঙৰ মানুহ সেই কথা মই মাত্ৰ কেইদিনমানৰ আগতেহে জানিছোঁ। কেৱল ডাঙৰ মানুহ নহয়, তেওঁ বোলে ইংলেণ্ডৰ সৰ্বযুগৰ সৰ্বশ্ৰেষ্ঠ দহজন মানুহৰ এজন। ইমান ডাঙৰ মানুহ! অথচ তেওঁৰ বিষয়ে মই প্ৰায় একো কথাই নাজানো। ছাৰ, আজি যেতিয়া ডাৰউইনৰ কথা ওলাইছেই, তেওঁৰ বিষয়ে কিছু কথা আপুনি মোক ক'ব লাগিব। তাতে আপুনিও বোলে ডাৰউইনৰ বিষয়ে আজি কিবা এটা নতুন কথা শিকিছে।'

পাঠকে মিচিকিয়া হাঁহি এটা মাৰি কিছুসময় দেবব্ৰতৰ মুখলৈ নীৰৱে চাই ৰ'ল। তাৰ পিছত তেওঁ ক'লে—'বিবিচি-ৰ Ten Greatest Britons প্ৰগ্ৰেমটো চাইছিলা?'

'ঠিক ধৰিছে ছাৰ'—দেবব্ৰতে হাঁহি হাঁহি ক'লে—''সন্ধিয়া পাঠ্যপুথি পঢ়াৰ সময়ত দেউতাই আমাক টিভি চাবলৈ নিদিয়ে। সেই সময়ত তেওঁ নিজে প্ৰায়েই বিবিচি-ৰ প্ৰগ্ৰেম চায়। কিন্তু বিবিচি বা আন আন চেনেলত কিবা ভাল প্ৰগ্ৰেম থাকিলে দেউতাই নিজেই আমাক টিভি চাবলৈ মাতি আনে। কেইসপ্তাহমানৰ আগতে দেউতাই এদিন আমাক ক'লে—'কাইলৈৰ পৰা ৰাতি আঠ বজাত বিবিচিত এটা খুব ভাল প্ৰগ্ৰেম আৰম্ভ হ'ব। সপ্তাহত একোবাৰকৈ। বিবিচিয়ে পৃথিৱীৰ বিভিন্ন দেশৰ মানুহৰ মতামত সংগ্ৰহ কৰি দহজন সৰ্বশ্ৰেষ্ঠ ব্ৰিটনৰ এখন তালিকা প্ৰস্তুত কৰিছে। বিবিচিয়ে কাইলৈ সেই তালিকাখন ঘোষণা কৰিব। মোৰ লগতে তহঁতেও সেই প্ৰগ্ৰেমটো চাব লাগিব। যোৱা এহাজাৰ বছৰ ধৰি ইংলেণ্ডৰ বহুতো প্ৰতিভাশালী মানুহে পৃথিৱীৰ জ্ঞান-ভাণ্ডাৰলৈ—সাহিত্য, বিজ্ঞান আৰু দৰ্শনলৈ—বহুতো মূল্যবান অৱদান আগ বঢ়াইছে। মোৰ নিচিনা এজন সাধাৰণ মানুহেও প্ৰায় একেটা উশাহতে তেনেকুৱা এশটা নাম ক'ব পাৰোঁ। তেওঁলোকৰ বহুতেই কেৱল ইংলেণ্ডৰ কিয়, সমগ্ৰ পৃথিৱীৰে সৰ্বশ্ৰেষ্ঠ দহজন মানুহৰ তালিকাত ঠাই পাবৰ যোগ্য। তেনেস্থলত কোন দহজন ব্ৰিটনে সমগ্ৰ সভ্য জগতৰ দহজন ব্ৰিটনৰ বাছনিত ঠাই পাইছে সেই কথা জানিবলৈ তহঁতৰ মন নাযায়নে?'... ...ছাৰ, আপুনিও নিশ্চয় সেই প্ৰগ্ৰেমটো চাইছিল? সৰ্বযুগৰ সৰ্বশ্ৰেষ্ঠ দহজন ব্ৰিটনৰ ভিতৰত এজন হ'ল চাৰ্লছ ডাৰউইন! বিবিচিৰ প্ৰগ্ৰেমটো চাইহে মই সেই কথা জানিব পাৰিলো। অথচ তেওঁৰ বিষয়ে মই বিশেষ একো কথাই নাজানো।''

হৰিনাথ পাঠকে গভীৰ মনোযোগ দি দেবব্ৰতৰ কথা শুনি আছিল। ভাল কথা ক'বলৈ মানুহক কেনেকৈ উৎসাহিত কৰিব লাগে সেই কথা তেওঁ জানে। দেবব্ৰতৰ কথা শেষ হোৱাৰ পিছত তেওঁ ক'লে—'ডাৰউইনৰ বিষয়ে মই নিজে যিখিনি কথা জানো সেই গোটেইখিনি কথা তোমাক মই ক'ম। অৱশ্যে একেদিনাই কৈ শেষ নহ'ব। কেবাটাও দেওবাৰ লাগিব। কিন্তু আজি মাত্ৰ এটা কথা তোমাক কৈ থওঁ। বিভিন্ন দেশৰ শিক্ষিত মানুহৰ মতামতৰ ভিত্তিত বিবিচিয়ে যি দহজন সৰ্বশ্ৰেষ্ঠ ব্ৰিটনৰ তালিকা প্ৰস্তুত কৰিছে তাত ডাৰউইনেও স্থান পাইছে। কিন্তু উইল ডুৰাণ্ট নামৰ এজন পণ্ডিতে পৃথিৱীৰ সৰ্বযুগৰ সৰ্বশ্ৰেষ্ঠ দহজন ভাবুক তথা পণ্ডিতৰ এখন তালিকা প্ৰস্তুত কৰিছে। সেই তালিকাত স্থান পোৱা এজন ভাবুক হ'ল চাৰ্লছ ডাৰউইন। অৰ্থাৎ উইল ডুৰাণ্টৰ মতে ডাৰউইন কেৱল সৰ্বশ্ৰেষ্ঠ দহজন ব্ৰিটনৰ এজন নহয়; তেওঁ সমগ্ৰ পৃথিৱীৰ দহজন সৰ্বশ্ৰেষ্ঠ ভাবুকৰ ভিতৰত এজন।... ...কি? কথাটো শুনি কেনে লাগিছে?'

মনৰ উত্তেজনা দমন কৰি দেবব্ৰতে শান্তভাৱে ক'লে—'ছাৰ, মই তেওঁৰ বিষয়ে জানিবলৈ পাগল হৈ পৰিছোঁ।'

# ডাৰউইন কিয় ইমান বিখ্যাত?

পিছৰটো দেওবাৰত হৰিনাথ পাঠক আৰু দেবব্ৰত যেতিয়া দুয়ো মুখামুখি হৈ বহিল, দেবব্ৰতেই প্ৰথমে কথা আৰম্ভ কৰিলে—'ছাৰ, আপোনাৰ ছাগৈ মনত আছে যে পৃথিৱীৰ বিভিন্ন দেশৰ মানুহে যেতিয়া কোনোবাই আইজাক নিউটনক, কোনোবাই উইলিয়াম শ্বেইকছপীয়েৰক আৰু আন কোনোবাই ৰাণী প্ৰথম এলিজাবেথক সৰ্বশ্ৰেষ্ঠ ব্ৰিটনৰ আসনত বহুৱাব খুজিছিল, তেতিয়া কিন্তু বিবিচিৰ সেই প্ৰগ্ৰেমত অংশ লোৱা ভাৰতীয়সকলে ৰায় দিছিল যে সৰ্বশ্ৰেষ্ঠ ব্ৰিটনজন হ'ল চাৰ্লছ ডাৰউইন। তাৰ মানে শিক্ষিত ভাৰতীয়সকলে ডাৰউইনক খুব বেছি গুৰুত্ব দিয়ে।'

হৰিনাথ পাঠকে ক'লে—'ডাৰউইন নিশ্চয় গুৰুত্ব পাবলগীয়া মানুহ। নহ'লেনো উইল ডুৰাণ্টে তেওঁক পৃথিৱীৰ সৰ্বযুগৰ সৰ্বশ্ৰেষ্ঠ দহজন ভাবুকৰ তালিকাত স্থান দিয়েনে? কিন্তু আন কথালৈ যোৱাৰ আগতে সৰ্বশ্ৰেষ্ঠ মানুহৰ বাছনিৰ বিষয়ে তোমাক এটা কথা কৈ থওঁ। মই ক'ব খোজা কথাটো ভালকৈ বুজিবৰ কাৰণে উদাহৰণ স্বৰূপে প্ৰবেশিকা পৰীক্ষাত প্ৰথম দহটা স্থান অধিকাৰ কৰা ছাত্ৰ-ছাত্ৰীসকলৰ কথাটোকে ধৰি লোৱাচোন। পৰীক্ষাত শীৰ্ষস্থান দখল কৰা এই দহজন ছাত্ৰৰ ভিতৰত কোনোবা এজন হয়তো পিছৰ জীৱনত এজন ডাঙৰ ডাক্তৰ হ'ল, এজন ডাঙৰ সাহিত্যিক হ'ল, এজন ডাঙৰ ৰাজনৈতিক নেতা হ'ল, এজন ডাঙৰ বিজ্ঞানী হ'ল... ...বিভিন্ন কৰ্মক্ষেত্ৰত খ্যাতি অৰ্জন কৰা আৰু কৃতিত্ব প্ৰদৰ্শন কৰা এই লোকসকলক পৰস্পৰৰ লগত তুলনা কৰি কাৰোবাক ডাঙৰ আৰু কাৰোবাক সৰু বুলি প্ৰমাণ কৰিব পাৰি জানো? আচলতে তেওঁলোকৰ প্ৰত্যেকজনেই নিজৰ নিজৰ পথেৰে মানৱ-সমাজৰ উন্নতিলৈ মূল্যবান বৰঙণি আগবঢ়াইছে। দহজন সৰ্বশ্ৰেষ্ঠ মানুহৰ তালিকাত ঠাই পোৱা লোকসকলৰ বিষয়েও সেই একেটা কথাকে ক'ব পাৰি। তোমাৰ নিশ্চয় মনত আছে যে বিবিচিৰ দহজন সৰ্বশ্ৰেষ্ঠ ব্ৰিটনৰ তালিকাত প্ৰথম স্থান পাইছিল পদাৰ্থ-বিজ্ঞানী আইজাক নিউটনে; পৃথিৱীৰ সৰ্বযুগৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ উইলিয়াম শ্বেইকছপীয়েৰে পাইছিল চতুৰ্থ স্থান। অথচ টমাছ কাৰ্লাইল নামৰ এজন ইংৰাজ পণ্ডিতে কৈছিল যে সমগ্ৰ ব্ৰিটিছ সাম্ৰাজ্যতকৈয়ো শ্বেইকছপীয়েৰ অকলেই বেছি ডাঙৰ। অৰ্থাৎ তেওঁৰ মতে শ্বেইকছপীয়েৰেই হ'ল সৰ্বশ্ৰেষ্ঠ ব্ৰিটন।'

'তেনেহ'লে বিবিচিৰ বিচাৰত নিউটনে প্ৰথম স্থান কেনেকৈ পালে?'—দেবব্ৰতে ব্যগ্ৰভাৱে প্ৰশ্ন কৰিলে।

'প্ৰথম কথা—বিবিচিৰ তালিকাখন প্ৰস্তুত কৰা হৈছিল ভোটৰ দ্বাৰা। অৰ্থাৎ বিবিচিৰ উক্ত প্ৰগ্ৰেমটোত ভাগ লোৱা বেছিভাগ মানুহেই নিউটনৰ সপক্ষে ৰায় দিছিল। কিন্তু এনেকুৱা হোৱাটোও নিশ্চয় অসম্ভৱ নহয় যে এবছৰমানৰ পাছত যদি বিবিচিয়ে আকৌ একেখন তালিকা প্ৰস্তুত কৰিবলৈ বিভিন্ন দেশৰ মানুহৰ মতামত বিচাৰে, আৰু এইবাৰ যদি আগৰচাম মানুহৰ পৰিৱৰ্তে আন এচাম মানুহে নিজৰ মতামত দিয়ে, তেন্তে এইবাৰ আইজাক নিউটন প্ৰথম স্থানত নাথাকিবও পাৰে। মোৰ মতে কোনে কি স্থান পালে সেইটো ডাঙৰ কথা নহয়। আচল ডাঙৰ কথাটো হ'ল, কোনকেইজন মানুহক সৰ্বশ্ৰেষ্ঠ বুলি স্বীকৃতি দিয়া হ'ল, আৰু কি কাৰণত দিয়া হ'ল। তুমি এটা কথা নিশ্চয়কৈ জানিবা যে বিবিচিয়ে হাজাৰবাৰ ভোট লৈ

হাজাৰখন তালিকা প্ৰস্তুত কৰিলেও, আৰু প্ৰতিবাৰেই বেলেগ বেলেগ মানুহে ভোট দিলেও, প্ৰত্যেকখন তালিকাতে নিউটন, শ্বেইকছপীয়েৰ আৰু ডাৰউইনৰ নাম থাকিবই। প্ৰকৃত শ্ৰেষ্ঠত্ব সূৰ্যৰ পোহৰৰ দৰেই স্বতঃসিদ্ধ। তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে।'

হৰিনাথ পাঠকৰ কথাবোৰ শুনি দেবব্ৰতৰ কৌতূহল মুহূৰ্তে মুহূৰ্তে বাঢ়ি গৈ আছিল। এইবাৰ তেওঁ সুধিলে—'ছাৰ, কোনবোৰ মানুহক আনতকৈ শ্ৰেষ্ঠ বুলি কোৱা হয়, আৰু কিয় কোৱা হয়?'

'তুমি ভাল প্ৰশ্ন কৰিছা'—পাঠকে ক'লে—'প্ৰশ্ন সুধিব জনাটোৱেই হ'ল বুদ্ধি বা প্ৰতিভাৰ আটাইতকৈ ডাঙৰ পৰিচয়। কথাটো এনেকৈয়ো ক'ব পাৰি যে যিবোৰ মানুহে নাভূত-নাশ্ৰুত প্ৰশ্ন কৰিব পাৰে, অৰ্থাৎ আন কোনো মানুহৰ মনত উদয় নোহোৱা প্ৰশ্নবোৰ যিসকল মানুহৰ মনত উদয় হয়, তেওঁলোকেই আন সকলো মানুহতকৈ শ্ৰেষ্ঠ মানুহ। অৱশ্যে শ্ৰেষ্ঠত্বৰ অন্যান্য মাপকাঠিও আছে। উদাহৰণ স্বৰূপে যিসকল লোকে নিজৰ চিন্তা বা কৰ্ম বা আদৰ্শৰ দ্বাৰা আন সকলো মানুহৰ জীৱনৰ ওপৰত চিৰস্থায়ী প্ৰভাৱ পেলায়, আৰু তেওঁলোকক চিন্তা কৰিবলৈ বা কৰ্ম কৰিবলৈ নতুন দিশৰ সন্ধান দিয়ে, তেওঁলোক আন সকলো মানুহতকৈ শ্ৰেষ্ঠ মানুহ। সৰ্বশ্ৰেষ্ঠ লোক হ'ল সেইসকল লোক—যিসকলে নিজৰ চিন্তা বা কৰ্মৰ দ্বাৰা পৃথিৱীখন সলনি কৰি দিয়ে।'

পাঠকে তেওঁৰ কথাবোৰ হজম কৰিবলৈ দেবব্ৰতক কিছু সময় দিব খুজিছিল; কিন্তু দেবব্ৰতেই এক মুহূৰ্তও সময় নলৈ ততালিকে প্ৰশ্ন কৰিলে—'ছাৰ, নাভূত-নাশ্ৰুত প্ৰশ্ন কৰাৰ কথাটো দুটামান উদাহৰণ দি মোক বুজাই দিবনে? কেৱল প্ৰশ্ন কৰিয়েই এজন মানুহে কেনেকৈ আন মানুহতকৈ নিজকে শ্ৰেষ্ঠ বুলি প্ৰমাণ কৰিব পাৰে সেই কথাটোও মই ভালকৈ বুজিব পৰা নাই।'

দেবব্ৰতৰ কৌতূহলে হৰিনাথ পাঠকক খুব আনন্দ দিলে। তেওঁ মৰমৰ দৃষ্টিৰে দেবব্ৰতলৈ চাই ক'লে—'তুমি এটা কথা নিশ্চয় জানা যে মানুহৰ বাহিৰে আন কোনো ইতৰ প্ৰাণীয়ে—পশু-পক্ষী বা কীট-পতঙ্গই—কেতিয়াও কোনো প্ৰশ্ন নোসোধে। একমাত্ৰ মানুহেহে প্ৰশ্ন সোধে। এই বিশ্বব্ৰহ্মাণ্ডখন কেনেকৈ সৃষ্টি হ'ল, বা জীৱনৰ অৰ্থ কি, বা আমাৰ পানীলগা জ্বৰ হয় কিয়—এইবোৰ প্ৰশ্ন জীৱ-জন্তুৱে সোধে জানো? নোসোধে। লাখ লাখ বছৰৰ আগতে মানুহ আৰু পশুৰ মাজত কোনো পাৰ্থক্য নাছিল। কিন্তু যিদিনাই মানুহে প্ৰশ্ন সুধিবলৈ আৰু তাৰ উত্তৰ বিচাৰিবলৈ আৰম্ভ কৰিলে, সেইদিনাৰ পৰাই মানুহৰ মানুহ হোৱাৰ যাত্ৰা আৰম্ভ হ'ল।... ...মই তোমাক এইমাত্ৰ ক'লো যে নাভূত-নাশ্ৰুত প্ৰশ্ন কৰিব পৰা মানুহবোৰ আনতকৈ শ্ৰেষ্ঠ মানুহ। মই তোমাক মাত্ৰ কেইটামান উদাহৰণ দিওঁ। লক্ষ লক্ষ বছৰৰ আগতে পৃথিৱীত আপেল গছৰ সৃষ্টি হোৱাৰ দিন ধৰি আপেল গছৰ পৰা আপেল সৰিয়েই আছিল। কিন্তু এদিন হঠাৎ আইজাক নিউটন নামৰ এজন মানুহে প্ৰশ্ন কৰিলে—'আপেলটো ওপৰৰ পৰা তললৈ কিয় সৰি পৰিল? তললৈ সৰি পৰাৰ পৰিৱৰ্তে সি ওপৰলৈ উৰি নগ'ল কিয়?' এইটো এটা নাভূত-নাশ্ৰুত প্ৰশ্ন নাছিল জানো? এই এটা মাত্ৰ প্ৰশ্নই আইজাক নিউটনক পৃথিৱীৰ অন্যতম সৰ্বশ্ৰেষ্ঠ মানুহত পৰিণত কৰিলে, কাৰণ সেই প্ৰশ্নটোৰ উত্তৰ বিচাৰিবলৈ গৈ তেওঁ আৱিষ্কাৰ কৰিলে মাধ্যাকৰ্ষণ তত্ত্ব। তেওঁ সৃষ্টি কৰিলে নতুন পদাৰ্থ-বিজ্ঞান। তেওঁ সলনি কৰি দিলে বিশ্বব্ৰহ্মাণ্ড সম্পৰ্কে মানুহৰ ধাৰণা।' হাজাৰ হাজাৰ বছৰ ধৰি মানুহে বিশ্বাস কৰি আছিল যে আমাৰ এই পৃথিৱীখনেই হ'ল বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰ; সূৰ্য-চন্দ্ৰ আৰু সকলো গ্ৰহ-নক্ষত্ৰই পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰে। বছৰৰ পিছত বছৰ ধৰি আকাশৰ তৰাবোৰলৈ চাই চাই কোপাৰ্নিকাছ নামৰ এজন মানুহে এদিন নিজৰ মনতে প্ৰশ্ন কৰিলে—'সূৰ্য-চন্দ্ৰ আৰু গ্ৰহ-নক্ষত্ৰই পৃথিৱীক প্ৰদক্ষিণ কৰা কথাটো সঁচা হ'ব পাৰে জানো?' এইটো নিশ্চয় আছিল এটা নাভূত-

নাশ্রুত প্রশ্ন, কাৰণ হাজাৰ হাজাৰ বছৰ ধৰি পৃথিবীৰ কোনো এজন মানুহৰ মনত এনে এটা প্রশ্নৰ উদয় হোৱা নাছিল। কোপার্নিকাছে এনে এটা প্রশ্ন নোসোধা হ'লে জ্যোতির্বিজ্ঞানত যুগান্ত নহ'লহেঁতেন, আৰু মানুহে আজি মহাকাশত অভিযান কৰিব নোৱাৰিলেহেঁতেন।'

পাঠকে কথা ক'বলৈ এৰি কেইমুহূর্তমান সময় দেবব্রতৰ মন্ত্রমুগ্ধ মুখখনলৈ চাই ৰ'ল। তেওঁ অনুভৱ কৰিলে যে দেবব্রতে নিউটনৰ চকুৰে আপেল গছৰ পৰা আপেল সৰি পৰা দৃশ্যটো নতুনকৈ চাইছে; কোপার্নিকাছৰ চকুৰে তেওঁ চাবলৈ ধৰিছে সৌৰজগতখনক। নীৰৱতা ভঙ্গ কৰি পাঠকে ক'লে—'ডাৰউইনেও এনে এটা অতি গুৰুত্বপূর্ণ প্রশ্ন কৰিছিল। অৱশ্যে তেওঁৰ প্রশ্নটোক আমি সম্পূর্ণভাৱে নাভূত-নাশ্রুত বুলি ক'ব নোৱাৰোঁ। গ্রীক দার্শনিক হেৰাক্লিটাছৰ (খ্রীঃপূঃ ৫৩৫–৪৭৫) পৰা আৰম্ভ কৰি ইংৰাজ দার্শনিক হার্বার্ট স্পেন্সাৰলৈকে (১৮২০–১৯০৩ খ্রীঃ) বহুতেই এই প্রশ্নটো উত্থাপন কৰিছিল। কিন্তু ডাৰউইনেই প্রথমজন মানুহ—যিজনে কেৱল প্রশ্নটো কৰিয়েই ক্ষান্ত হৈ নাথাকি তাৰ উত্তৰ বিচাৰি পাবলৈ দীর্ঘদিন ধৰি বৈজ্ঞানিক গৱেষণা কৰিছিল। তেওঁ বিচাৰি পোৱা উত্তৰটো লিখিবলৈ ডাৰউইনৰ পাঁচশতকৈ অধিক পৃষ্ঠাৰ এখন কিতাপ লেখাৰ প্রয়োজন হৈছিল। এই কিতাপখন আছিল আক্ষৰিক অর্থত এখন যুগান্তকাৰী কিতাপ। এই কিতাপখনে মানুহৰ চিন্তাত—বিশেষকৈ খ্রীষ্টধর্মী পাশ্চাত্য জগতৰ চিন্তাত—যি বিপ্লৱ সৃষ্টি কৰিলে তাৰ দ্বিতীয় এটা তুলনা ইতিহাসত বিচাৰি পাবলৈ নাই। কিতাপখন প্রকাশ হৈছিল ১৮৫৯ চনত। এজন পণ্ডিতে লিখিছে যে আধুনিক চিন্তাৰ আৰম্ভণি হ'ল ১৮৫৯ চনত। অলপ আগতে তোমাক নিউটনৰ কথা কৈছিলো। বার্ট্রাণ্ড ৰাছেল নামৰ এজন দার্শনিকে কৈছে যে সোতৰ শতিকাটো যেনেকৈ নিউটনৰ শতিকা, ঠিক তেনেকৈ ঊনৈশ শতিকাটো হ'ল ডাৰউইনৰ শতিকা।'

'অথচ এনে এজন মানুহৰ বিষয়ে আজিলৈকে মই বিশেষ একো কথাই জনা নাছিলো—নিজৰ অজ্ঞতাত নিজেই আচৰিত হৈ দেবব্রতে ক'লে—'ছাৰ, ডাৰউইনৰ সেই যুগান্তকাৰী কিতাপখনৰ নাম কি?'

The Origin of Species। সম্পূর্ণ নাম—On the Origin of Species by Means of Natural Selection, or the Preservation of Favoured Races in the Struggle for Life। কিন্তু ইমান দীঘল নাম কোনে মনত ৰাখিব? সেই কাৰণে কিতাপখন কেৱল Origin of Species নামেৰেই জনাজাত। আর্ভিং ষ্টোন নামৰ এজন বিখ্যাত লেখকে ডাৰউইনৰ জীৱনৰ আধাৰত যিখন জীৱনীমূলক উপন্যাস লিখিছে সেইখনৰ নাম দিয়া হৈছে Origin।

# বিজ্ঞান আৰু কলা

প্ৰতিটো পিছৰ দেওবাৰলৈ দেবব্ৰতে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি থাকে, কাৰণ তেওঁ জানে যে প্ৰতিটো দেওবাৰেই তেওঁৰ চকুৰ আগত উন্মোচিত হ'ব ডাৰউইনৰ জীৱন বুৰঞ্জীৰ নতুন নতুন অধ্যায়।

সেইদিনা দেওবাৰে হৰিনাথ পাঠকে তেওঁৰ পঢ়া কোঠাত নিৰ্দিষ্ট চকীখনত বহিয়েই ক'বলৈ আৰম্ভ কৰিলে—'মই আজি তোমাক ডাৰউইনৰ বাল্যকাল আৰু ছাত্ৰ জীৱনৰ কথা ক'ম। কিন্তু ডাৰউইনক জানিবলৈ তোমাৰ আগ্ৰহ তেতিয়াহে বাঢ়িব—যেতিয়া মানুহৰ সভ্যতাৰ ইতিহাসত ডাৰউইনৰ গুৰুত্ব তুমি বুজি পাবা। পণ্ডিতসকলে ক'ব খোজে যে আধুনিক বিজ্ঞানে আৱিষ্কাৰ কৰা তিনিটা মূল নীতিয়ে সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডখন পৰিচালনা কৰে। সেই মূল নীতিকেইটা হ'ল আপেক্ষিকতাবাদ, কোৱাণ্টাম বলবিদ্যা আৰু বিৱৰ্তনবাদ। এই তিনিটা তত্ত্বৰ লগত তিনিজন মহা বিজ্ঞানীৰ নাম জড়িত হৈ আছে। তেওঁলোক হ'ল যথাক্ৰমে আইনষ্টাইন, মেক্স প্লেংক আৰু ডাৰউইন। এই তত্ত্ববোৰ বুজিবৰ জোখাৰে বিদ্যা-বুদ্ধি তোমাৰ এতিয়াও হোৱা নাই। কিন্তু তুমি যদি এতিয়াই এই কথা জানা যে এই তিনিটা মূল নীতিয়ে সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড পৰিচালনা কৰিছে, তেতিয়া ভৱিষ্যতে এই বিষয়ে বিশদভাৱে জানিবলৈ এতিয়াই তোমাৰ মনত কৌতূহলৰ উদ্ৰেক হ'ব। অৰ্থাৎ আজি মই তোমাৰ মনত এটা কৌতূহলৰ বীজ ৰোপণ কৰিলো। মানুহৰ সকলো উন্নতিৰ মূল চালিকা-শক্তি হ'ল কৌতূহল। অৰ্থাৎ বিভিন্ন বিষয়ে জানিবলৈ আগ্ৰহ।'

পাঠকে আন কিবা কথালৈ যোৱাৰ আগতেই দেবব্ৰতে মাজতে মাত লগালে—'ছাৰ, আপুনি যে বিজ্ঞানৰ বিষয়ে ইমানবোৰ কথা জানে, আপুনি কলেজত বিজ্ঞান পঢ়িছিল নেকি? আজিলৈকে আপোনাক এই কথাটো মোৰ সোধা হোৱা নাই।'

পাঠকে ক'লে—'মই কলেজত ইংৰাজী সাহিত্যক বিশেষ বিষয় হিচাপে লৈ পঢ়িছিলো। কিন্তু বিজ্ঞানৰ মূল কথাবোৰ জানিবলৈ মই নিয়মিতভাৱে বিজ্ঞানৰ সহজবোধ্য জনপ্ৰিয় কিতাপবোৰ পঢ়োঁ। চি পি স্নো নামৰ এজন বিখ্যাত লেখক আৰু বিজ্ঞানীয়ে (তেওঁ এসময়ত ইংলেণ্ডৰ বিজ্ঞান মন্ত্ৰীও আছিল) ১৯৬৪ চনত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত এটা বিখ্যাত বক্তৃতা দিছিল। সেই বক্তৃতাই সমগ্ৰ বিশ্বৰ শিক্ষিত সমাজত আলোড়ন সৃষ্টি কৰিছিল। চি পি স্নোৱে ক'ব খোজা মূল কথাটো আছিল এয়েই যে বিজ্ঞান আৰু কলা দুটা সুকীয়া সুকীয়া পানী-নসৰকা কোঠালী নহয়; বৰং মানুহৰ যেনেকৈ দুটা চকু, দুখন কাণ, দুখন হাত, দুটা ভৰি থাকে, ঠিক তেনেকৈ জীৱন আৰু বিশ্ব-প্ৰকৃতিক জানিবলৈ বিজ্ঞান আৰু কলা দুটা উপায় মাত্ৰ। দুয়োটাই একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি। নিজকে প্ৰকৃত অৰ্থত শিক্ষিত বুলি দাবী কৰিব খোজা প্ৰত্যেকজন মানুহেই বিজ্ঞানৰ মূল কথাবোৰ জানিব লাগিব; ঠিক তেনেকৈ বিজ্ঞানৰ সাধনাত নিজকে উছৰ্গা কৰা লোকসকলেও শিল্পকলা আৰু সাহিত্যৰ প্ৰধান কীৰ্তিস্তম্ভবোৰৰ লগত পৰিচিত হ'ব লাগিব। এই কথাটোকে ভালকৈ বুজাবলৈ চি পি স্নোৱে এটা উদাহৰণ দি কৈছে যে শ্বেইকছপীয়েৰ নপঢ়া এজন বিজ্ঞানীক যেনেকৈ প্ৰকৃত অৰ্থত শিক্ষিত বুলি ক'ব নোৱাৰি,

ঠিক তেনেকৈ তাপবলবিদ্যাৰ দ্বিতীয় নিয়মৰ নাম নুশুনা ছাত্ৰকো প্ৰকৃত অৰ্থত শিক্ষিত বুলি ক'ব নোৱাৰি। তুমিও নিশ্চয় এতিয়ালৈকে তাপবলবিদ্যা বা তাৰ দ্বিতীয় নিয়মৰ নাম শুনা নাই। কিন্তু এই বিশ্বব্ৰহ্মাণ্ডৰ অন্তিম পৰিণতি কি হ'ব সেই বিষয়ে জানিবলৈ এই বিখ্যাত বৈজ্ঞানিক তত্ত্বটোৰ কথা নাজানিলেই নহয়। মই আজি সেই বিষয়েও তোমাৰ মনত কৌতূহলৰ বীজ ৰোপণ কৰি থ'লো।'

ইমানলৈকে কৈ পাঠক হঠাৎ নীৰৱ হৈ পৰিল। তেওঁৰ মুখলৈ চাই দেবব্ৰতে অনুভৱ কৰিলে— পাঠকে যেন কিবা এটা কথা মনত পেলাবলৈ চেষ্টা কৰিছে। হঠাৎ পাঠকৰ মুখখন হাঁহিৰে উজ্জ্বল হৈ পৰিল। অৰ্থাৎ কথাটো তেওঁৰ মনত পৰিল। তেওঁ আকৌ ক'বলৈ আৰম্ভ কৰিলে—'ডাৰউইন আছিল এজন মহান জীৱ-বিজ্ঞানী। তেওঁ গোটেই জীৱন উছৰ্গা কৰিছিল বিজ্ঞানৰ সাধনাত। কিন্তু সেই ডাৰউইনেও কবিতা আৰু সংগীতৰ বিষয়ে কি কৈছিল জানা? তেওঁ কৈছিল—'মই যদি মোৰ জীৱনটো আকৌ এবাৰ আৰম্ভণিৰে পৰা যাপন কৰিবলৈ সুযোগ পাওঁ, তেন্তে মই প্ৰতি সপ্তাহত অন্ততঃ এদিন কবিতা পঢ়িবলৈ আৰু গান শুনিবলৈ নিয়ম বান্ধি ল'ম। তাৰ ফলত মোৰ মগজুৰ অসাৰ হৈ পৰা অংশবোৰ নিশ্চয় পুনৰ সজীৱ হৈ উঠিব। কবিতা আৰু সংগীতৰ প্ৰতি ৰুচি হেৰুৱাই পেলালে জীয়াই থকাৰ আনন্দও হ্ৰাস পায়। তদুপৰি কবিতা আৰু সংগীতৰ স্পৰ্শৰ অভাৱত আমাৰ স্বভাৱৰ আৱেগিক অংশটো দুৰ্বল হৈ পৰে—যাৰ ফলত আমাৰ চিন্তা-শক্তি ক্ষতিগ্ৰস্ত হোৱাৰ উপৰি আমাৰ নৈতিক চৰিত্ৰও দুৰ্বল হৈ পৰে।'

# বাল্যকাল আৰু ছাত্ৰ-জীৱন (১)

আগৰটো দেওবাৰত হৰিনাথ পাঠকে দেবব্ৰতক ডাৰউইনৰ বাল্যকাল আৰু ছাত্ৰ-জীৱনৰ বিষয়ে কোৱাৰ কথা আছিল। কিন্তু দেবব্ৰতৰ এটা প্ৰশ্নই কথাবোৰ আন এফালে ঢাল খুৱাই নিলে। তদুপৰি সেইদিনা তেওঁৰ হাতত সময়ো বেছি নাছিল। আজি সেই কাৰণে দেবব্ৰতৰ মুখামুখি হৈ বহিয়েই পাঠকে ক'বলৈ আৰম্ভ কৰিলে—'দেবব্ৰত, তুমি বুৰঞ্জীৰ কিতাপত পৃথিৱীৰ বহুতো বিপ্লৱৰ কথা পঢ়িবলৈ পাইছা বা ভৱিষ্যতে পঢ়িবলৈ পাবা। তেনেকুৱা আটাইবোৰ বিপ্লৱৰ পৰিণাম দীৰ্ঘস্থায়ী হোৱা নাই। কিন্তু ওঠৰ শতিকাত ইংলেণ্ডত এনে এটা বিপ্লৱ হৈছিল—যিটো বিপ্লৱে সমগ্ৰ পৃথিৱীখনকে আৰু মানুহৰ সমগ্ৰ জীৱন-ধাৰাকে স্থায়ীভাৱে সলনি কৰি দিলে। এই বিপ্লৱৰ নাম হ'ল শিল্প-বিপ্লৱ। ১৭৬০ খ্ৰীষ্টাব্দৰ পৰা ১৭৯০ খ্ৰীষ্টাব্দলৈকে এই ত্ৰিশটা বছৰত শিল্প-বিপ্লৱে ইংলেণ্ডত এটা সম্পূৰ্ণ ৰূপ পাইছিল। শিল্প-বিপ্লৱৰ আগলৈকে মানুহে নিজৰ সকলো কাম কৰিবলৈ নিজৰ হাত দুখনৰ ওপৰত বা নিজৰ শাৰীৰিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰিবলগা হৈছিল। কিন্তু শিল্প-বিপ্লৱে নানা ধৰণৰ যন্ত্ৰৰ উদ্ভাৱন কৰি মানুহক শাৰীৰিক পৰিশ্ৰমৰ দাসত্বৰ পৰা বহুখিনি মুক্ত কৰিলে। ইয়াৰ ফলত মানুহৰ চিন্তা আৰু দৃষ্টিভঙ্গীলৈকো বহুখিনি পৰিৱৰ্তন আহিল। মানুহবোৰ আগতকৈ উদাৰ হ'ল, আশাবাদী হ'ল। বিজ্ঞান আৰু দৰ্শনৰ প্ৰতি আগতকৈ বেছি পৰিমাণে আকৰ্ষিত হ'ল। এই সময়ত ইংলেণ্ডত যিবোৰ নতুন ধৰণৰ মানুহৰ আৱিৰ্ভাৱ হ'ল, তেওঁলোকৰ ভিতৰত দুজন মানুহৰ নাম ডাৰউইনৰ জীৱনীৰ প্ৰসঙ্গত বিশেষভাৱে উল্লেখযোগ্য। তেওঁলোক দুজনৰ ভিতৰত এজন হ'ল এ'ৰাছমাছ ডাৰউইন—চাৰ্লছ ডাৰউইনৰ পিতামহ; আনজন হ'ল জোছিয়া ওৱেজউদ—ডাৰউইনৰ মাতামহ। এ'ৰাছমাছ ডাৰউইন আছিল এজন ডাক্তৰ। কিন্তু কেৱল ডাক্তৰ নহয়। তেওঁ আছিল এজন কবি আৰু ভাবুক। ওৱৰ্ডছওৱৰ্থ, ক'লৰিজ আৰু বাইৰণ আদি কবিসকল বিখ্যাত হোৱাৰ আগলৈকে এ'ৰাছমাছ ডাৰউইনেই আছিল ইংলেণ্ডৰ আটাইতকৈ বিখ্যাত কবি। ডাৰউইনৰ মাতামহ জোছিয়া ওৱেজউদ আছিল সেই সময়ৰ পৃথিৱীৰ আটাইতকৈ প্ৰতিভাশালী আৰু বিখ্যাত কুমাৰ। তেওঁ তৈয়াৰ কৰা নানা কাৰুকাৰ্য-খচিত মাটিৰ বাচনে সমগ্ৰ পৃথিৱীতে সমাদৰ লাভ কৰিছিল। আনকি ৰাছিয়াৰ সম্ৰাজ্ঞী কেথেৰিনেও ওৱেজউদৰ পৰাহে মাটিৰ বাচন-বৰ্তন কিনিছিল। দুয়োজন মানুহ ঘনিষ্ঠ বন্ধু আছিল। দুয়োজন মানুহেই আধুনিক জ্ঞান-বিজ্ঞানৰ চৰ্চাৰ কাৰণে স্থাপন কৰা ল্যুনাৰ ছোচাইটি নামৰ এটা অনুষ্ঠানৰ সদস্য আছিল। চাৰ্লছ ডাৰউইন এজন ভাগ্যৱান মানুহ আছিল—কাৰণ তেওঁ পিতৃকুল আৰু মাতৃকুল উভয়পক্ষৰ পৰা এনে দুজন মানুহক উপৰিপুৰুষ হিচাপে পাইছিল।'

এনেতে পাঠকে মন কৰিলে যে দেবব্ৰতে কিবা এটা ক'বলৈ বিচাৰিছে। তেওঁ সপ্ৰশ্ন দৃষ্টিৰে দেবব্ৰতৰ মুখলৈ চালে।

দেবব্ৰতে ক'লে—'ছাৰ, এইখিনিতে এষাৰ কথা নকৈ নোৱাৰোঁ। মই সদায় এটা কথা মন কৰিছোঁ যে আপুনি যি বিষয়েই কথা ক'বলৈ আৰম্ভ নকৰক কিয়—সেই বিষয়টোৰ লগত সম্পৰ্ক থকা আন বিষয়বোৰো আপুনি চুই যায়। ফলত মই সদায় নতুন নতুন বিষয়ৰ প্ৰতি কৌতূহল অনুভৱ কৰোঁ। মই সঁচাকৈ ভবাই নাছিলো যে ডাৰউইনৰ বিষয়ে ক'বলৈ আৰম্ভ কৰি আপুনি শিল্প-বিপ্লৱৰ বিষয়েও মোক কৌতূহলী কৰি তুলিব।'

দেবব্ৰতৰ প্ৰশংসাখিনিক প্ৰায় উপেক্ষা কৰাৰ দৰে কৰি পাঠকে আকৌ ক'বলৈ আৰম্ভ কৰিলে—'ডাৰউইন আৰু এটা বিষয়ত ভাগ্যবান আছিল। ককাদেউতাকৰ নিচিনাকৈ ডাৰউইনৰ পিতৃ ৰবাৰ্ট ডাৰউইনো এজন ডাক্তৰ আছিল। ডাক্তৰি কৰি তেওঁ ইমান ধন উপাৰ্জন কৰিছিল যে ডাৰউইনে গোটেই জীৱনত জীৱিকা অৰ্জনৰ কাৰণে কোনো ধৰণৰ কাম কৰিব লগা হোৱা নাছিল। ফলত তেওঁ জীৱনৰ গোটেই সময়খিনি উছৰ্গা কৰিব পাৰিছিল বিজ্ঞানৰ সাধনাত। তদুপৰি তেওঁৰ মাক ছুছানায়ো যৌতুক হিচাপে বিপুল পৰিমাণৰ ধন লগত আনিছিল। গতিকে আমি ক'ব পাৰোঁ যে ডাৰউইনে সোণ-ৰূপৰ চামুচ মুখত লৈ জন্মগ্ৰহণ কৰিছিল।

ডাৰউইনৰ জন্ম হৈছিল ১৮০৯ খ্ৰীষ্টাব্দৰ ১২ ফেব্ৰুৱাৰীত। ৰবাৰ্ট ডাৰউইনৰ ছটা ল'ৰা-ছোৱালীৰ ভিতৰত ডাৰউইন আছিল পঞ্চম। তেওঁৰ এজন ককায়েক, তিনিজনী বায়েক আৰু এজনী ভনী আছিল। ডাৰউইনৰ ভাই-ভনীবোৰৰ বিষয়েও কিছু কথা ক'ব লগা আছে যদিও মই কিন্তু সেইবোৰ বাদ দি যাম। কাৰণ গোটেইবোৰ কথা ক'বলৈ মোৰ সময় নাই; শুনিবলৈকো তোমাৰ সময় নাই। তুমি উচ্চ মাধ্যমিক পাছ কৰাৰ পিছত কলেজলৈ গৈ ডাৰউইনৰ বিষয়ে লিখা কেইখনমান কিতাপ পঢ়িবা। তেওঁৰ বিষয়ে অসংখ্য কিতাপ লিখা হৈছে। মই কিন্তু তোমাক বহুত কিতাপৰ নাম নকওঁ, কাৰণ তেতিয়া তোমাৰ অৱস্থা হ'ব অধিক মাছত বগলী কণা হোৱাৰ নিচিনা। তুমি কিমান কিতাপ পঢ়িলা সেইটো ডাঙৰ কথা নহয়; কিমান মনোযোগ দি কিতাপবোৰ পঢ়িলা, কিমান গভীৰভাৱে কথাবোৰ বুজিলা আৰু মনত ৰাখিলা, তোমাৰ মনটোক আগতকৈ কিমান বেছি চহকী কৰিলা—সেইবোৰহে বেছি ডাঙৰ কথা।... ...এতিয়া তুমি তোমাৰ টোকাবহীখন উলিয়াই লোৱাচোন; (পাঠকৰ উপদেশ শিৰোধাৰ্য কৰি দেবব্ৰতে সদায় জেপত এখন সৰু টোকাবহী লৈ ফুৰে); মই ডাৰউইনৰ বিষয়ে কেইখনমান কিতাপৰ নাম কওঁ, তুমি লিখি লোৱা।'

দেবব্ৰতে টোকাবহীখন উলিয়াই লোৱাৰ পিছত পাঠকে ক'বলৈ ধৰিলে—'ডাৰউইনৰ জীৱন আৰু কৰ্মৰ ৰূপৰেখা মোটামুটিভাৱে জানিবলৈ এখন সৰু কিতাপ তুমি প্ৰথমেই পঢ়ি ল'ব পাৰা। Scientists Who Have Changed The World—এই ছিৰিজৰ এখন সৰু কিতাপ হ'ল Charles Darwin। লেখিকা—আন্না স্প্ৰাউল। তাৰ পিছত পঢ়িবা জন গ্ৰিবিন আৰু মাইকেল হোৱাইটে লিখা Darwin–A Life In Science। অলপ চেষ্টা কৰিলেই এই কিতাপ দুখন সহজে পাবা। কলেজলৈ যোৱাৰ পিছত মই তোমাক আৰু দুখন কিতাপ পঢ়িবলৈ উপদেশ দিওঁ। এখন হ'ল আৰ্ভি ষ্টোনৰ Origin। এইখন কিতাপৰ কথা মই আগতেই তোমাক এবাৰ কৈছিলো। আনখন হ'ল The Autobiography of Charles Darwin। প্ৰসঙ্গক্ৰমে তোমাক কৈ থওঁ যে ডাৰউইন কেৱল বিজ্ঞানী নাছিল; লগতে তেওঁ আছিল এজন সুলেখক। বিজ্ঞানীয়ে লিখা কিতাপবোৰ সাধাৰণতে সুখপাঠ্য নহয় বা সাধাৰণ পাঠকে সহজে বুজিব পৰা বিধৰ নহয়। এটা ডাঙৰ ব্যতিক্ৰম আছিল ডাৰউইন। তেওঁৰ গদ্যক উৎকৃষ্ট ইংৰাজী গদ্যৰ চানেকি বুলি ধৰা হয়।... ...ডাৰউইনৰ বিষয়ে এইকেইখন কিতাপ পঢ়িলেই তোমাৰ যথেষ্ট হ'ব। পৃথিৱীত জানিবলগীয়া কথা আৰু বহুত আছে। কেৱল ডাৰউইন পঢ়ি পঢ়িয়েই তুমি জীৱনটো শেষ কৰিব নোৱাৰা।... ...বাৰু দেবব্ৰত, আজিলৈ ইমানতে শেষ কৰোঁ। মোৰ সান্ধ্য-ভ্ৰমণৰ সময় হ'ল।

# বাল্যকাল আৰু ছাত্ৰ-জীৱন (২)

'আজি মই তোমাক ডাৰউইনৰ বাল্যকালৰ কথা কৈ শেষ কৰিবই লাগিব'—দেবব্ৰতক দুৱাৰমুখত দেখাৰ লগে লগে পাঠকে ক'বলৈ আৰম্ভ কৰিলে—'প্ৰয়োজন হ'লে আজি মই আন দিনাতকৈ তোমাৰ লগত বেছি সময় বহিম। ডাৰউইনৰ বিষয়ে ক'বলৈ মোক বাধ্য কৰি তুমি মোৰ এটা ডাঙৰ উপকাৰ কৰিছা। মই ডাৰউইনৰ বিষয়ে আগতে পঢ়া কেবাখনো কিতাপ আকৌ নতুনকৈ পঢ়িবলগা হৈছে। প্ৰসঙ্গক্ৰমে তোমাক এষাৰ ভাল কথা কৈ থওঁ। কথাষাৰ কৈছিল ড° ছেমুৱেল জনছনে। ছেমুৱেল জনছন কোন জানা? তেওঁ ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যৰ আটাইতকৈ বিখ্যাত আৰু প্ৰভাৱশালী পণ্ডিত আছিল। জেইমছ বছৱেল নামৰ এজন মানুহে জনছনৰ যিখন জীৱনী লিখিছে সেইখনক বিশ্ব-সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ জীৱনী বুলি কোৱা হয়। মই যে কথাৰ ছলেৰে তোমাক এই নামবোৰ কৈ গৈছোঁ তাৰ এটা বিশেষ উদ্দেশ্য আছে। এই নামবোৰে তোমাৰ মনত কৌতূহল জগাই তুলিব। ভৱিষ্যতে কোনোবা কিতাপত বা আলোচনীত এই নামবোৰত চকু পৰিলে সেই কিতাপ বা আলোচনী পঢ়িবলৈ তোমাৰ মন যাব। মই ব্যক্তিগতভাৱে এই কথা বিশ্বাস কৰোঁ যে ছাত্ৰৰ মনত কৌতূহল জগোৱাটোৱেই হ'ল শিক্ষক বা পিতৃ-মাতৃৰ আটাইতকৈ ডাঙৰ কৰ্তব্য। স্কুল-কলেজত ছাত্ৰই মাত্ৰ কেইখনমান কিতাপহে পাঠ্যপুথি হিচাপে পঢ়িবলগা হয়। কিন্তু যুগ যুগৰ জ্ঞান-ভাণ্ডাৰ মাত্ৰ কেইখনমান পাঠ্যপুথিৰ মাজতে সীমাবদ্ধ হৈ নাথাকে। আনহাতে ছাত্ৰৰ মনত যদি তীব্ৰ কৌতূহল জাগ্ৰত কৰা হয়, তেন্তে তেওঁ গোটেই জীৱন ধৰি জ্ঞানৰ সন্ধানত কিতাপ পঢ়ি থাকিব। ... ...জনছনে কি মূল্যৱান কথা কৈছিল সেই কথা শুনিবলৈ তোমাৰ মনত কৌতূহল হৈছেনে নাই?'

'কিয় নহ'ব ছাৰ?'—দেবব্ৰতে ক'লে—'কিন্তু জনছনৰ কথা কোৱাৰ আগতে আপুনি প্ৰসঙ্গক্ৰমে যিখিনি কথা ক'লে সেইখিনিও মোৰ খুব ভাল লাগিছে।'

পাঠকে আকৌ ক'বলৈ ধৰিলে—'মই কৈছিলো যে ডাৰউইনৰ বিষয়ে আগতে পঢ়া কেবাখনো কিতাপ মই আকৌ নতুনকৈ পঢ়িছোঁ। সেই প্ৰসঙ্গতে জনছনৰ কথাটো মোৰ মনলৈ আহিল। তেওঁ কৈছিল যে মানুহে নতুন নতুন কথা শিকি থকাতকৈ আগতে শিকা কিন্তু পাহৰি যোৱা কথাবোৰ মাজে মাজে মনত পেলাই থকা ভাল। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে মানুহে নতুন নতুন কথা শিকিব নালাগিব। কিন্তু কথাবোৰ শিকি কি লাভ হ'ব—যদিহে সেইবোৰ সমূলি পাহৰি যোৱা যায়?

'বাৰু, আমি এতিয়া ডাৰউইনৰ বাল্যকালৰ কথালৈ ঘূৰি আহোঁ। এক প্ৰকাৰে চাবলৈ গ'লে ডাৰউইনৰ বাল্যকাল অতি সুখৰ আছিল। কিন্তু সেই সুখৰ উজ্জ্বলতাৰ ওপৰত দুখৰ এটা দীঘল ছাঁ পৰিছিল। তেওঁৰ মাত্ৰ আঠ বছৰ বয়সত তেওঁৰ মাতৃৰ মৃত্যু হৈছিল। ৰবাৰ্ট ডাৰউইন, অৰ্থাৎ ডাৰউইনৰ পিতৃয়ে তেওঁৰ পত্নীৰ অকাল বিয়োগত ইমান ডাঙৰ মানসিক আঘাত পাইছিল যে বাকী গোটেই জীৱনৰ কাৰণে তেওঁৰ মুখৰ পৰা হাঁহি নোহোৱা হৈ গৈছিল। ৰঙীয়াল আৰু কথকী মানুহজন হঠাৎ ভীষণ বিমৰ্ষ আৰু গম্ভীৰ হৈ পৰিছিল। তাৰ ফলত গোটেই ঘৰখনৰ পৰিবেশটোৱেই গোমা হৈ পৰিছিল। তাতোকৈ ডাঙৰ কথা আছিল এইটোহে যে ৰবাৰ্ট ডাৰউইনে তেওঁৰ ল'ৰা-ছোৱালীকেইটিক বা আত্মীয়-স্বজনক তেওঁৰ মৃতা পত্নীৰ বিষয়ে কোনো কথা আলোচনা কৰিবলৈ অনুমতি নিদিছিল। ফলত সকলোৱে নিজৰ মনৰ শোক মনতে পুতি থ'বলৈ বাধ্য হৈছিল। জীৱনৰ মাজ বয়সৰ পৰাই ডাৰউইন চিৰ-ৰুগীয়া হৈ পৰিছিল। চিকিৎসকসকলে অনুমান কৰিছিল যে ডাৰউইনৰ পিছৰ বয়সৰ ৰোগ-ব্যাধিৰ এটা প্ৰধান কাৰণ আছিল

তেওঁৰ বাল্যকালৰ গোপন মানসিক বিষাদ আৰু যন্ত্ৰণা। তদুপৰি ভাই-ভনীৰ মৰম-চেনেহে তেওঁক সকলো সময়তে আবৰি ৰাখিছিল যদিও মনৰ জগতত তেওঁ আছিল সম্পূৰ্ণ অকলশৰীয়া।

যি মুলা বাঢ়িব তাৰ দুপাততে চিন। কিন্তু মুলা বাঢ়িবলৈ সাৰ-পানীৰ প্ৰয়োজন হয়। ভৱিষ্যতে যিজন ডাৰউইন বিশ্ববিখ্যাত জীৱ-বিজ্ঞানী হ'ব, তেওঁ বাল্যকালতেই জীৱ-বিজ্ঞানৰ চৰ্চা কৰিবলৈ অফুৰন্ত সুযোগ পাইছিল। ডাৰউইনৰ দেউতাক যদিও পেছাত ডাক্তৰ আছিল, কিন্তু উদ্ভিদ-বিজ্ঞান আৰু জীৱ-বিজ্ঞানৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ আছিল। তেওঁ বিচিত্ৰ পশু-পক্ষীৰ মৃতদেহ সংগ্ৰহ কৰি সেইবোৰ বৈজ্ঞানিক পদ্ধতিৰে সংৰক্ষণ কৰিছিল। দেউতাকৰ আৰ্হি অনুসৰণ কৰি ডাৰউইনেও বাল্যকালৰ পৰাই পশু-পক্ষী আৰু কীট-পতংগৰ মৃতদেহ সংৰক্ষণ কৰিবলৈ আৰম্ভ কৰিলে। তেওঁলোকৰ ঘৰৰ কাষতে এখন ডাঙৰ হাবি আছিল। সেই হাবিখনত অকলে ঘূৰি ফুৰি নানাবিধৰ কীট-পতংগ আৰু চৰাইৰ কণী সংগ্ৰহ কৰাটো আছিল তেওঁৰ বাল্যকালৰ প্ৰধান চখ। ডাৰউইনে তেতিয়া নিশ্চয় সপোনতো ভবা নাছিল যে নিজৰ অজানিতেই তেওঁ ভৱিষ্যতৰ যুগান্তকাৰী জীৱ-বিজ্ঞানী হ'বৰ কাৰণে নিজকে প্ৰস্তুত কৰিছে।

ঘৰৰ ওচৰত পাঠশালাত এবছৰ পঢ়াৰ পিছত ডাৰউইনক শ্ৰূছবাৰি স্কুল নামৰ এখন বিখ্যাত স্কুলত ভৰ্তি কৰি দিয়া হ'ল। এই স্কুলখনৰ এনেকুৱাই সুনাম আছিল যে তাৰ পৰা উত্তীৰ্ণ হোৱা বেছিভাগ ছাত্ৰই ইংলেণ্ডৰ সৰ্বশ্ৰেষ্ঠ বিশ্ববিদ্যালয়কেইখনত পঢ়িবলৈ অধিকাৰ অৰ্জন কৰিছিল। কিন্তু ডাৰউইনে পঢ়াত মন বহুৱাব পৰা নাছিল। বিশেষকৈ স্কুলখনৰ প্ৰধান পাঠ্য-বিষয় প্ৰাচীন সাহিত্যই তেওঁক সমূলি আকৰ্ষণ কৰিব পৰা নাছিল। পৰীক্ষাত পাছ কৰিবলৈ যিখিনি নপঢ়িলেই নহয় কেৱল সেইখিনিহে তেওঁ পঢ়িছিল। কিন্তু সেই বুলি তেওঁ ধিতিঙালি কৰি সময়বোৰ নষ্ট কৰা নাছিল। শ্ৰেণীত উপস্থিত থাকিব লগা সময়খিনিৰ বাহিৰে বাকী বেছিভাগ সময়ত তেওঁ বহু দূৰলৈকে অকলে অকলে খোজ কাঢ়িছিল, আৰু খোজকাঢ়ি থকা সময়ত তেওঁ বিভিন্ন বিষয়ে গভীৰভাৱে চিন্তা কৰিছিল। চিন্তাত তেওঁ কেতিয়াবা ইমান বিভোৰ হৈ পৰিছিল যে তেওঁ বাটৰ কাষৰ খাৱৈত হামখুৰি খাই পৰিছিল। অসমীয়া লেখক সত্যনাথ বৰাই লিখি থৈ গৈছে যে 'উদৰাগ্নিৰ নিচিনা চিন্তা মনৰ জীৰ্ণকৰী শক্তি।' কথাটো ব্যাখ্যা কৰি তেওঁ লিখিছে—'তুমি নানাবিধ বলকাৰক বস্তু খাব পাৰা; কিন্তু উদৰাগ্নিয়ে বস্তুবোৰ জীৰ্ণ কৰি সাৰ উলিয়াই নিদিলে তোমাৰ গাত বল নজন্মে। সেইদৰে তুমি পঠন-দৰ্শন আদি উপায়েৰে নানাবিধ ভাব সঞ্চয় কৰিব পাৰা; কিন্তু চিন্তাই সেই ভাববিলাক জীৰ্ণ কৰি সাৰ গোটাই নিদিলে জ্ঞান নজন্মে।' দেবব্ৰত, তুমি এই মহা-মূল্যৱান কথাটো সদায় মনত ৰাখিবলৈ চেষ্টা কৰিবা। ডাৰউইনে সূক্ষ্মভাৱে পৰ্যৱেক্ষণ কৰি প্ৰকৃতিৰ পৰা বহুতো তথ্য আহৰণ কৰিছিল। কিন্তু গভীৰ চিন্তাশক্তিৰ অবিহনে তেওঁ সেই তথ্যবোৰৰ মাজত লুকাই থকা সত্যটোক আৱিষ্কাৰ কৰিব নোৱাৰিলেহেঁতেন, আৰু সেই সত্যটোক তেওঁ এটা যুগান্তকাৰী বৈজ্ঞানিক তত্ত্বৰ ৰূপ দিব নোৱাৰিলেহেঁতেন। চিন্তা-শক্তিয়েই হ'ল মানুহৰ প্ৰধান গৌৰৱ। মানুহে যিমানবোৰ মহৎ কাম কৰিছে সেই সকলোবোৰ কৰিছে চিন্তা-শক্তিৰ সহায়েৰে।'

ডাৰউইনে স্কুলত পঢ়ি থাকোঁতে পাঠ্যপুথি পঢ়াতকৈ প্ৰকৃতিৰ অধ্যয়নত বেছি মনোযোগ দিছিল। তেওঁ পশু-পক্ষী আৰু কীত-পতংগ সংগ্ৰহ কৰিছিল; মাজে মাজে বৰশী বাইছিল আৰু চিকাৰ কৰিছিল; বহুত সময় ধৰি অকলে অকলে খোজকাঢ়ি বিভিন্ন কথা চিন্তা কৰিছিল। অৰ্থাৎ তেওঁৰ মনৰ জগতত কিবা এটা প্ৰস্তুতি চলি আছিল। কিন্তু দেউতাকৰ চকুত তেওঁ আছিল এজন পঢ়া-শুনাৰ প্ৰতি অমনোযোগী, এলেহুৱা আৰু আমোদ-প্ৰিয় ল'ৰা। ৰবাৰ্ট ডাৰউইনে নিজৰ ল'ৰা-ছোৱালীকেইটাক খুব মৰম কৰিছিল, আৰু পাৰ্যমানে সিহঁতৰ আবদাৰ পূৰাইছিল। কিন্তু ডাৰউইনৰ মতি-গতি দেখি শংকিত হৈ এদিন তেওঁ খঙেৰে পুতেকক ক'লে—'তই চিকাৰ কৰা, নিগনি-ধৰা আৰু কুকুৰৰ লগত ধেমালি কৰাৰ বাহিৰে আন একো কথালৈকে মন দিবলৈ নিশিকিলি। তোৰ নিজৰতো একো নহ'বই, তই বংশৰ নামতো কালিমা সানিবি।'

# ডাৰউইনৰ ডাক্তৰ হোৱা নহ'ল

'ডাৰউইনৰ ককাদেউতাক আৰু দেউতাক দুয়োজনেই ডাক্তৰ আছিল। ডাৰউইনৰ ককায়েক এৰাছেগু এডিনবৰা মেডিকেল স্কুলত পঢ়ি আছিল। অৰ্থাৎ তেৰোঁ ডাক্তৰ হ'ব। ডাৰউইনৰ পৰিয়ালটো বংশানুক্ৰমে ডাক্তৰৰ পৰিয়াল। ৰবাৰ্ট ডাৰউইনে বহুত ভাবি-চিন্তি তেওঁৰ দ্বিতীয় পুত্ৰ চাৰ্লছ ডাৰউইনকো ডাক্তৰ কৰিবলৈকে ঠিক কৰিলে। ১৮২৫ খ্ৰীষ্টাব্দত, অৰ্থাৎ ডাৰউইনৰ ষোল বছৰ বয়সত তেওঁক এডিনবৰা মেডিকেল স্কুলত ভৰ্তি কৰাই দিয়া হ'ল।

কিন্তু ডাক্তৰি-বিদ্যাত ডাৰউইনৰ সমূলি মন নবহিল। শ্ৰূছবাৰি স্কুলত কৰাৰ নিচিনাকৈ ডেমিকেল স্কুলতো তেওঁ পঢ়া-শুনাত পাল মাৰিবলৈ ধৰিলে। ডাক্তৰি পঢ়া ছাত্ৰসকলৰ প্ৰথমটো কাম হ'ল মানুহৰ মৰা-শ কাটি-ছিঙি শৰীৰটোৰ বিষয়ে পুংখানুপুংখ জ্ঞান আহৰণ কৰা। প্ৰথম দিনটোৰ পৰাই ডাৰউইনে এই কামটো কৰিবলৈ খুব বেয়া পাইছিল। ডাক্তৰি-বিদ্যাৰ বিৰুদ্ধে তেওঁৰ মনটো বিৰূপ হৈ উঠাৰ এইটো আছিল প্ৰধান কাৰণ।'

দেবব্ৰতে ইমান পৰে পাঠকৰ কথাবোৰ গভীৰ মনোযোগ দি শুনি আছিল। ডাৰউইনৰ জীৱনৰ কাহিনীৰ অধ্যায়বোৰ এটা এটাকৈ তেওঁৰ চকুৰ আগত উন্মোচিত হৈছিল, আৰু দেবব্ৰতৰ কৌতূহল ক্ৰমান্বয়ে বাঢ়ি গৈ আছিল। পঢ়া-শুনাৰ প্ৰতি অমনোযোগী আৰু দেখাত অতি সাধাৰণ বুদ্ধিসম্পন্ন এই ল'ৰাজননো কেনেকৈ এদিন বিশ্ববিখ্যাত বিজ্ঞানী হ'ব? কেনেকৈ তেওঁ মানুহৰ চিন্তাত বিপ্লৱ আনি পৃথিৱীখন সলনি কৰি দিব?... ...কিন্তু ডাক্তৰি-বিদ্যাত ডাৰউইনৰ মন নবহাৰ কথা শুনি দেবব্ৰতে বহুত পৰৰ নীৰৱতা ভঙ্গ কৰি মাত লগালে—'কিন্তু ছাৰ, মোৰ হ'লে ডাক্তৰ হ'বলৈহে বেছি ইচ্ছা হৈছে। মানুহৰ শৰীৰটো ইমান ৰহস্যময়! মই সেই বিষয়ে সকলো কথা জানিব খোজোঁ।'

পাঠকে সস্নেহ হাঁহি এটা মাৰি ক'লে—'কিন্তু তুমি দেখোন দুমাহমানৰ আগতে মোক কৈছিলা যে তোমাৰ বোলে পদাৰ্থ-বিজ্ঞানী হ'বলৈহে বেছি মন।'

দেবব্ৰতে লাজকুৰীয়া হাঁহি এটা মাৰি ক'লে—'ছাৰ, সঁচা কথা ক'বলৈ গ'লে বেলেগ বেলেগ সময়ত মোৰ বেলেগ বেলেগ কিবাকিবি হ'বলৈ মন যায়। মোৰ যেতিয়া পদাৰ্থ-বিজ্ঞানী হ'বলৈ মন গৈছিল তেতিয়া মই অসমীয়া ভাষাত লিখা 'মাদাম কুৰি'ৰ জীৱনী পঢ়ি আছিলো। টিভিত ক্ৰিকেট খেলা চাই থাকোঁতে মোৰ কেতিয়াবা ক্ৰিকেটাৰ হ'বলৈকো মন যায়।... ...মনৰ এনেকুৱা চঞ্চলতা খুব বেয়া কথা নেকি ছাৰ?'

'বেয়াতো নহয়েই, বৰং তোমাৰ বয়সৰ উচ্চাকাংক্ষী আৰু প্ৰতিভাবান ল'ৰা-ছোৱালীৰ কাৰণে ই অতি স্বাভাৱিক কথা'—পাঠকে দেবব্ৰতক বুজাবলৈ ধৰিলে—'বহুত বছৰৰ আগতে মই যোহান বয়াৰ নামৰ এজন স্কাণ্ডিনেভিয়ান লেখকৰ এখন উপন্যাস পঢ়িছিলো। অসমীয়াত কিতাপখনৰ নাম হ'ব—'গান গোৱা কয়েদীজন'। উপন্যাসখনৰ নায়ক তোমাৰ নিচিনা এজন কল্পনাপ্ৰৱণ প্ৰতিভাবান কিশোৰ। তোমাৰ নিচিনাকৈ তাৰো বিভিন্ন সময়ত বিভিন্ন উচ্চাকাংক্ষা হয়। এজন গায়কে হাজাৰ হাজাৰ শ্ৰোতাক সুৰৰ নিচাত মতলীয়া কৰি দেখিলে তাৰ গায়ক হ'বলৈ মন যায়। ফুটবল খেল চাই থাকোঁতে সি যেতিয়া ভীষণ উত্তেজিত হয় তেতিয়া তাৰ ফুটবল খেলুৱৈ হ'বলৈ মন যায়। কোনোবাই ভাল বক্তৃতা দি শ্ৰোতাৰ পৰা জাউৰিয়ে জাউৰিয়ে হাত-চাপৰি পোৱা দেখিলে তাৰ ডাঙৰ বক্তা হ'বলৈ মন যায়। জীৱনৰ এটা বয়সত এইটো স্বাভাৱিক কথা। কিন্তু এনে এটা দিন আহিব—যিদিনা তুমি চিৰকালৰ কাৰণে লক্ষ্য স্থিৰ কৰি ল'ব লাগিব। লক্ষ্যটো ঠিক কৰি লোৱাৰ পিছত তুমি অৰ্জুনৰ নিচিনা একাগ্ৰ হ'ব লাগিব। অৰ্জুনৰ একাগ্ৰতাৰ কাহিনীটো

যদি তুমি ইতিমধ্যে পঢ়া নাই, তেন্তে তুমি মহাভাৰতত কাহিনীটো পঢ়ি ল'বা। আজি সেই কাহিনী ক'বলৈ মোৰ সময় নহ'ব। কিন্তু ৰ'বা, ডাৰউইনৰ কাহিনীলৈ ঘূৰি যোৱাৰ আগতে যোহান বয়াৰৰ বিষয়ে এটা কথা তোমাক কৈ থওঁ। যোহান বয়াৰৰ এখন উপন্যাস চৈয়দ আব্দুল মালিকে অসমীয়ালৈ অনুবাদ কৰিছিল। অসমীয়াত উপন্যাসখনৰ নাম 'পৰম ক্ষুধা'।... ...আমি ডাৰউইনক ক'ত এৰিছিলো?'

'ডাক্তৰি-বিদ্যাত ডাৰউইনৰ মন বহা নাছিল'—দেবব্ৰতে পাঠকক মনত পেলাই দিলে—'কাৰণ মানুহৰ মৰা-শ কটা-ছিঙা কৰিবলৈ তেওঁ খুব বেয়া পাইছিল।'

'এনেতে এটা ঘটনা ঘটিল'—পাঠকে আগৰ কথাৰ সূত্ৰ ধৰি আকৌ ক'বলৈ আৰম্ভ কৰিলে—'যিটো ঘটনাই ডাৰউইনৰ ডাক্তৰি-শিক্ষাৰ সামৰণি পেলালে। মানুহৰ কিছুমান ৰোগ নিৰাময় কৰিবৰ কাৰণে শৰীৰত অস্ত্ৰোপচাৰ কৰিবলগা হয়। আমি কাঁইটৰ সৰু খোঁচ এটা খালেও শৰীৰত যন্ত্ৰণা অনুভৱ কৰোঁ। তেনেস্থলত জীৱন্ত শৰীৰটো কটা-ছিঙা কৰিলে অসহ্য যন্ত্ৰণা নহ'ব জানো? আজিকালি অস্ত্ৰোপচাৰ কৰাৰ আগতে শৰীৰত এনিস্থেছিয়া অৰ্থাৎ যন্ত্ৰণা-নাশক ঔষধ প্ৰয়োগ কৰা হয়। কিন্তু ডাৰউইনৰ সময়ত এনিস্থেছিয়াৰ আবিষ্কাৰ হোৱা নাছিল। ফলত মানুহৰ জীৱন্ত শৰীৰত কটা-ছিঙা কৰোঁতে ৰোগীৰ কি ভয়ংকৰ যন্ত্ৰণা হৈছিল সেই কথা তুমি নিজে কল্পনা কৰিবলৈ চেষ্টা কৰা। এদিন ডাৰউইনে এটা অকনমানি শিশুক অস্ত্ৰোপচাৰ কৰাৰ দৃশ্য চাবলগা হ'ল। শিশুটিৰ অবৰ্ণনীয় যন্ত্ৰণা আৰু চিঞঁৰ-বাখৰে ডাৰউইনক ইমান বিহ্বল কৰিলে যে তেওঁ কোঠাটোৰ পৰা দৌৰ মাৰি পলাবলৈ বাধ্য হ'ল। তেওঁ আৰু কোনোদিনেই অস্ত্ৰোপচাৰ কোঠালৈ ঘূৰি নাহিল।

'ইয়াৰ পিছতো ডাৰউইনে কিছুদিন মেডিকেল স্কুলত থাকিল। কিন্তু তেওঁ ডাক্তৰি-বিদ্যালৈ সম্পূৰ্ণ পিঠি দি নিজৰ প্ৰিয় বিষয় পশু-পক্ষী আৰু কীট-পতঙ্গৰ অধ্যয়নত মগ্ন হৈ পৰিল। এই সময়তে তেওঁ দুটা নতুন বিষয়ৰ প্ৰতি আকৃষ্ট হ'ল। তাৰে এটা হ'ল সামুদ্ৰিক প্ৰাণী আৰু উদ্ভিদ; আনটো হ'ল ভূ-তত্ত্ব। বিশেষকৈ ভূ-তত্ত্বই ডাৰউইনৰ চিন্তাৰ ওপৰত গভীৰ প্ৰভাৱ পেলালে।

'ভূ-তত্ত্ব হ'ল পৃথিৱীৰ গঠন আৰু বিৱৰ্তনৰ অধ্যয়ন। ভূ-গৰ্ভত থকা খনিজ পদাৰ্থৰ উৎপত্তি আৰু ৰাসায়নিক বৈশিষ্ট্য, শিলাখণ্ডৰ গঠন, জীৱাশ্মৰ উৎপত্তি আৰু বয়স—এই সকলোবোৰ কথা বৈজ্ঞানিক প্ৰণালীৰে বিশ্লেষণ কৰি ভূ-তত্ত্ববিদসকলে পৃথিৱী আৰু সৌৰজগতৰ উৎপত্তি আৰু বিৱৰ্তনৰ ৰহস্য উদ্‌ঘাটন কৰে। ওঠৰ শতিকাত আৰম্ভ হোৱা ভূ-তত্ত্বৰ চৰ্চাই ডাৰউইনৰ সময়ত যথেষ্ট অগ্ৰগতি লাভ কৰিছিল।

'ডাক্তৰি-বিদ্যালৈ পিঠি দি ভূ-তত্ত্বলৈ আকৃষ্ট হোৱাৰ সময়তে ডাৰউইনে ৰবাৰ্ট গ্ৰাণ্ট নামৰ এজন মানুহক লগ পালে। ৰবাৰ্ট গ্ৰাণ্ট ডাৰউইনতকৈ ষোল বছৰে ডাঙৰ আছিল। কিন্তু একমাত্ৰ সেইটো কথাৰ বাহিৰে আন বহুতো কথাত দুয়োজনৰ যথেষ্ট মিল আছিল। ডাৰউইনৰ নিচিনাকৈ ৰবাৰ্ট গ্ৰাণ্টো আছিল এজন ডাক্তৰ। কিন্তু ডাৰউইনৰ নিচিনাকৈয়ে গ্ৰাণ্টেও ডাক্তৰি-বিদ্যালৈ সম্পূৰ্ণ পিঠি দি জীৱ-বিজ্ঞানৰ অধ্যয়ন আৰু গৱেষণাত আত্ম-নিয়োগ কৰিছিল। জ্ঞান-বিজ্ঞানৰ বিভিন্ন বিষয়ৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ। জ্ঞানী মানুহৰ সান্নিধ্য বিচাৰি তেওঁ সমগ্ৰ ইউৰোপ ভ্ৰমণ কৰিছিল। ডাৰউইনৰ জীৱনৰ ওপৰত যিকেইজন মানুহে আটাইতকৈ বেছি প্ৰভাৱ পেলাইছিল তেওঁলোকৰ ভিতৰত এজন আছিল ৰবাৰ্ট গ্ৰাণ্ট। তেৱেঁই সৰ্বপ্ৰথমে ডাৰউইনৰ মনত এই সন্দেহটো সুমোৱাই দিছিল যে পৃথিৱীখন আৰু পৃথিৱীৰ সকলো প্ৰাণীৰ সৃষ্টি হোৱাৰ যি ব্যাখ্যা খ্ৰিষ্টিয়ানসকলৰ পবিত্ৰ ধৰ্মগ্ৰন্থ বাইবেলত দিয়া হৈছে, সেই ব্যাখ্যাক বিজ্ঞানে সমৰ্থন নকৰিবও পাৰে। দীঘলীয়া অধ্যয়ন আৰু গৱেষণা কৰি ডাৰউইনে অৱশেষত এদিন পৃথিৱী আৰু প্ৰাণীসমূহৰ সৃষ্টিৰ নিজস্ব বৈজ্ঞানিক ব্যাখ্যা দাঙি ধৰিছিল। ডাৰউইনৰ ব্যাখ্যাই মানুহৰ চিন্তাৰ জগতত ভূমিকম্পৰ সৃষ্টি কৰিছিল, কাৰণ তেওঁৰ ব্যাখ্যাই বাইবেলৰ সৃষ্টি-তত্ত্বক ভুল বুলি প্ৰমাণ কৰিছিল। ডাৰউইনৰ ব্যাখ্যাক কেন্দ্ৰ কৰি এফালে ধৰ্মযাজক আৰু আনফালে বিজ্ঞানীসকলৰ মাজত যি তৰ্ক-যুদ্ধ হৈছিল তেনেকুৱা ৰোমাঞ্চকৰ তৰ্ক-যুদ্ধ পৃথিৱীত খুব কমেইহে হৈছে। কিন্তু সেই কথালৈ যোৱাৰ আগতে আমি ডাৰউইনৰ বিষয়ে আৰু কিছু কথা জানি ল'ব লাগিব। বিশেষকৈ সুদূৰ দক্ষিণ আমেৰিকাৰ দ্বীপপুঞ্জত তেওঁৰ পাঁচবছৰীয়া অভিযানৰ কাহিনী।'

# ডাৰউইনৰ ধৰ্ম-যাজক হোৱাও নহ'ল

'ডাৰউইনৰ মতি-গতি দেখি তেওঁৰ দেউতাকে অৱশেষত বুজি পালে যে ডাক্তৰ হোৱাটো তেওঁৰ পুত্ৰৰ কপালত নাই। বহুত ভাবি-চিন্তি তেওঁ ডাৰউইনক ধৰ্ম-যাজক কৰিবলৈ ঠিক কৰিলে। অৱশ্যে তেওঁ এই কথাও জানিছিল যে ধৰ্মৰ প্ৰতি ডাৰউইনৰ বিশেষ আগ্ৰহ নাই। জীৱিকা উপাৰ্জনৰ কাৰণে হয়তো ডাৰউইনে একো কাম-বন কৰাৰ দৰকাৰ নাই। দেউতাকে তেওঁলৈ যি ধন-সম্পত্তি ৰাখি থৈ যাব তাৰেই তেওঁৰ গোটেই জীৱন চলি যাব। কিন্তু কেৱল খাই-পিন্ধি থকাটোৱেই মানুহৰ জীৱনৰ উদ্দেশ্য হ'ব নোৱাৰে, কিংবা কেৱল তাকে কৰি কোনো মানুহ প্ৰকৃত অৰ্থত সুখী হ'ব নোৱাৰে। জীৱিকাৰ কাৰণে কৰিব লগা কামবোৰৰ উপৰি মানুহে যিবোৰ কাম কৰে কেৱল সেই কামবোৰেহে মানুহৰ জীৱনক এটা অৰ্থ দিয়ে, আৰু ইতৰ প্ৰাণীৰ পৰা মানুহক পৃথক কৰে।... ...তুমি মোৰ এই কথাটো ভালকৈ বুজি পাইছানে দেবব্ৰত?'

একমুহূৰ্তও নৰৈ দেবব্ৰতে টপৰাই উত্তৰ দিলে—'খুব ভালকৈ বুজি পাইছোঁ ছাৰ। মই নিজেও মাজে মাজে কথাটো ভাবি থাকোঁ। উদাহৰণ স্বৰূপে, মই যে আপোনাক এদিন কৈছিলো ছাৰ, যে মই ডাক্তৰ হ'ব খোজোঁ, মই কিন্তু কেৱল পেট প্ৰৱৰ্তাবলৈ বা ধন ঘটিবলৈ ডাক্তৰ হ'ব নোখোজোঁ। মই ডাক্তৰ হৈ দৰিদ্ৰ মানুহৰ সেৱা কৰিব খোজোঁ। লগতে ডাক্তৰি বিষয়ৰ গৱেষণাও কৰিব খোজোঁ।'

হৰিনাথ পাঠকে কিছুসময় মুগ্ধ দৃষ্টিৰে দেবব্ৰতৰ মুখলৈ চাই ৰ'ল। তাৰ পিছত তেওঁ মৰম-সনা মাতেৰে ক'লে—'মই যে তোমাৰ লগত কথা পাতিবলৈ ইমান সময় খৰচ কৰোঁ, সেইটো এনেয়ে কৰোঁ বুলি ভাবিছা নেকি? অথলত বা কটুৰ মাটিত বীজ পুতি একো লাভ নাই। গজালি ওলোৱাৰ আগতেই সি পচি যাব বা শুকাই মৰহি যাব। বীজ পুতিব লাগে জীপাল সাৰুৱা মাটিত। মই তোমাৰ লগত কথা পাতি ঠিক তাকে কৰিছোঁ। মই তোমাৰ মনত সৎ চিন্তা আৰু সৎ আদৰ্শৰ বীজ পুতিব খুজিছোঁ।... ...বাৰু, এতিয়া আকৌ মই ডাৰউইনৰ কথালৈ আহোঁ। ধৰ্মৰ প্ৰতি ডাৰউইনৰ বিশেষ আকৰ্ষণ নথকা বুলি জানিও দেউতাকে যে তেওঁক ধৰ্ম-যাজক কৰিব খুজিছিল, তাৰ প্ৰধান কাৰণ আছিল—কিবা এটা বিশেষ উদ্দেশ্য সমুখত ৰাখি কাম কৰিবলৈ বা অধ্যয়ন কৰিবলৈ ডাৰউইনক বাধ্য কৰা। কিবা এটা উদ্দেশ্য সমুখত ৰাখি কাম কৰিলে মানুহৰ জীৱনলৈ শৃংখলা আৰু অনুশাসন আহে।'

'ধৰ্ম-যাজক হ'বলৈ হ'লে কলেজ বা বিশ্ববিদ্যালয়ত ধৰ্ম-শাস্ত্ৰ অধ্যয়ন কৰিব লাগে। ১৮২৮ খ্ৰীষ্টাব্দত ডাৰউইন কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত ভৰ্তি হ'ল। তেতিয়া তেওঁৰ বয়স হৈছিল প্ৰায় উনৈশ বছৰ। কিন্তু ডাক্তৰি-বিদ্যাৰ নিচিনাকৈ ধৰ্ম-শাস্ত্ৰয়ো ডাৰউইনৰ মন সমূলি আকৰ্ষণ কৰিব নোৱাৰিলে। কিন্তু সেই সময়তে তেওঁ আকৰ্ষণৰ এটা নতুন বিষয় বিচাৰি পালে। সেইটো হ'ল কীট-পতঙ্গৰ জীৱন-অধ্যয়ন। কীট-পতঙ্গৰ ভিতৰতো তেওঁক বেছিকৈ আকৰ্ষণ কৰিলে গুবৰুৱা জাতীয় পোকে।'

'ধৰ্ম-যাজকৰ বৃত্তিয়ে ডাৰউইনক আকৰ্ষণ নকৰিলেও কেবল দেউতাকক সন্তুষ্ট কৰিবলৈকে তেওঁ অধ্যয়নত মন বহুৱাবলৈ চেষ্টা কৰিলে। এই সময়তে ডাৰউইন জন হেনম্ন' নামৰ এজন পণ্ডিতৰ সংস্পৰ্শলৈ আহিল। তেওঁ একে সময়তে আছিল এজন ধৰ্ম-যাজক আৰু কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ উদ্ভিদ-বিজ্ঞানৰ অধ্যাপক। ইয়াৰ আগতে মই তোমাক ৰবাৰ্ট গ্ৰাণ্টৰ কথা কৈছিলো। গ্ৰাণ্টৰ পিছতেই ডাৰউইনৰ চিন্তাৰ ওপৰত গভীৰ প্ৰভাৱ পেলোৱা মানুহজন আছিল জন হেনম্ন'। ডাৰউইন ইতিমধ্যেই ভূ-তত্ত্ব আৰু পতঙ্গ-বিজ্ঞানৰ প্ৰতি আকৃষ্ট হৈছিল। জন হেনম্ন'ই তেওঁৰ মনত উদ্ভিদ-বিজ্ঞানৰ প্ৰতি কৌতূহল জগাই তুলিলে। এই আটাইবোৰ বিষয় অধ্যয়ন কৰাৰ ফলতহে ডাৰউইন পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ জীৱ-বিজ্ঞানীসকলৰ এজন হ'ব পাৰিছিল, আৰু তেওঁ পৃথিৱীখন সলনি কৰি দিব পৰা এটা নতুন বৈজ্ঞানিক তত্ত্ব আৱিষ্কাৰ কৰিব পাৰিছিল।

'অৱশেষত কলেজৰ চূড়ান্ত পৰীক্ষাৰ দিন চমু চাপি আহিল। ধৰ্ম-শাস্ত্ৰৰ অধ্যয়নত মন বহা নাছিল যদিও ডাৰউইনে পৰীক্ষাত ভাল ফল কৰিবলৈ পৰীক্ষাৰ আগৰ কেইদিনত অমানুষিক কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলে। তিনিদিন ধৰি পৰীক্ষা চলিল। যথা সময়ত পৰীক্ষাৰ ফলাফল প্ৰকাশ হ'ল। ডাৰউইন অৱশ্যেই পৰীক্ষাত উত্তীৰ্ণ হ'ল। কিন্তু উত্তীৰ্ণ ছাত্ৰৰ তালিকাত তেওঁ কি স্থান পাইছিল তুমি অনুমান কৰিব পাৰিবানে?

'নিশ্চয় তেওঁ কানে কান মাৰি পাছ কৰিছিল'—দেবব্ৰতে ক'লে। 'ওহোঁ, তোমাৰ উত্তৰ শুদ্ধ নহ'ল'—পাঠকে ক'লে—'১৭৮জন উত্তীৰ্ণ হোৱা ছাত্ৰৰ ভিতৰতে ডাৰউইনে লাভ কৰিলে দশম স্থান! কিন্তু তথাপি ডাৰউইনৰ ধৰ্ম-যাজক হোৱা নহ'ল। কিয় নহ'ল—সেই কাহিনী অহাবাৰলৈ।'

# এইচ এম এছ বিগল্

'এইচ এম এছ বিগল্ এখন জাহাজৰ নাম'—পাতনি নিদিয়াকৈ পাঠকে ক'বলৈ আৰম্ভ কৰিলে—'কিন্তু ইয়াৰ পিছত মই কেৱল বিগল্ বুলি ক'ম।

'তোমাৰ নিশ্চয় মনত আছে যে ডাৰউইন ধৰ্ম-যাজকৰ চূড়ান্ত পৰীক্ষাত সসন্মানে উত্তীৰ্ণ হ'ল। ১৮৩১ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত পৰীক্ষাৰ ফল ওলোৱাৰ কেইমাহমানৰ পিছতে ডাৰউইনে খোজকাঢ়ি ওৱেলছ ভ্ৰমণ কৰিবলৈ গ'ল। ইংৰাজসকলে খোজকাঢ়ি খুব ভাল পায়। ইয়াৰ দুটা প্ৰধান উপকাৰিতা আছে। প্ৰথমতে, ই স্বাস্থ্যৰ উন্নতি সাধন কৰে। দ্বিতীয়তে, খোজকাঢ়ি ভ্ৰমণ কৰিলে প্ৰকৃতিৰ সৌন্দৰ্য যিমান উপভোগ কৰিব পাৰি বা প্ৰকৃতিৰ ৰহস্য যিমান পৰ্যবেক্ষণ কৰিব পাৰি, দ্ৰুতগামী যান্ত্ৰিক যানত ভ্ৰমণ কৰি সেইটো কৰিব নোৱাৰি। বিখ্যাত ইংৰাজসকলৰ খোজকঢ়া অভ্যাসৰ বিষয়ে মই বহুত কথা জানো। বাহুল্যৰ ভয়ত মই তোমাক কেৱল দুটা উদাহৰণ দিয়েই ক্ষান্ত থাকিম। কবি ওৱৰ্ডছৱৰ্থে গোটেই জীৱনত ১,৮০,০০০ মাইল খোজকাঢ়িছিল। জি এম ট্ৰেভেলিয়ান এজন বিখ্যাত বুৰঞ্জী লেখক। এবাৰ তেওঁ কেম্ব্ৰিজৰ পৰা অক্সফ'ৰ্ডলৈ খোজকাঢ়ি গৈছিল। দুয়োখন ঠাইৰ মাজত দূৰত্ব আছিল ৮৩ মাইল।... ...মই স্বাস্থ্য-বিধিৰ সকলো কিতাপত পঢ়িছোঁ যে খোজকঢ়াটোৱেই হ'ল সৰ্বোত্তম ব্যায়াম। তুমি খোজকাঢ়ানে?'

দেবব্ৰতে হাঁহিৰে মুখখন উজ্জ্বল কৰি উত্তৰ দিলে—'হয় ছাৰ, মই ৰাতিপুৱা পাঁচ বজাতে বিছনাৰ পৰা উঠি নিতৌ আধাঘণ্টা খোজকাঢ়োঁ। ৰাতি কেবাঘণ্টা শুই থকাৰ ফলত তেজ চলাচলৰ বেগ বোধহয় অলপ লেহেম হয়। ৰাতিপুৱা শুই উঠি আধাঘণ্টা খোজ কাঢ়িলে তেজ খৰকৈ চলিবলৈ ধৰে। গা-মন ভাল লাগি যায়। বোধহয় তাৰ ফলত মগজলৈকো বেছি পৰিমাণে অম্লজান যায়। সেই কাৰণে পঢ়া কথাবোৰ বেছিকৈ মনত থাকে।'

'তোমাৰ কথা শুনি খুব ভাল পালো'—পাঠকে ক'লে—'এতিয়া আকৌ ডাৰউইনৰ কথালৈ আহোঁ। মই কৈছিলো যে ১৮৩১ খ্ৰীষ্টাব্দৰ গ্ৰীষ্মকালত ডাৰউইনে খোজকাঢ়ি ওৱেলছ ভ্ৰমণ কৰিবলৈ গৈছিল। অৱশ্যে তেওঁ অকলে যোৱা নাছিল। তেওঁৰ লগত আছিল আদাম ছেজউইক (Adam Sedgwick)—সেই সময়ৰ এজন বিখ্যাত ভূ-তত্ত্ববিদ। তোমাৰ আগতেই কৈছোঁ যে ডাৰউইনৰ বিশাল অধ্যয়নৰ পৰিধিয়ে জীৱ-বিজ্ঞান, ভূ-তত্ত্ব, পতঙ্গ-বিজ্ঞান আৰু উদ্ভিদ-বিজ্ঞান আদি সকলো বিষয় সামৰি লৈছিল। ডাৰউইনে আদাম ছেজউইকৰ লগত খোজকাঢ়ি ওৱেলছ ভ্ৰমণ কৰাৰ উদ্দেশ্য আছিল সেই অঞ্চলৰ শিলাখণ্ডৰ গঠন অধ্যয়ন কৰা ফছিল অৰ্থাৎ জীৱাশ্ম সংগ্ৰহ কৰা। জীৱাশ্ম কি বস্তু সেই কথা তুমি নিশ্চয় জানা। যদি নাজানা, তেন্তে কিতাপত পঢ়ি ল'বা। শিশুক মাকে নিজৰ হাতেৰে বা চামুচেৰে আহাৰ খুৱাই দিয়ে। অলপ ডাঙৰ হ'লে সি নিজৰ হাতেৰে খাব পৰা হয়। মানসিক আহাৰৰ ক্ষেত্ৰত সেই একে কথাই খাটে। আনে যতনাই দিয়া মানসিক আহাৰৰ উপৰি তুমি নিজেও তেনে আহাৰ বিচাৰি ল'বলৈ জানিব লাগিব।

'ওৱেলছ ভ্ৰমণ শেষ কৰি ২৯ আগষ্টত ডাৰউইন ঘৰলৈ ঘূৰি আহিল। নিজৰ কোঠাত সোমাই তেওঁ দেখিলে যে তেওঁলৈ অপেক্ষা কৰি টেবুলত দুখন চিঠি পৰি আছে। চিঠিৰ খাম দুটা খোলাৰ আগলৈকে তেওঁ কল্পনা কৰিব পৰা নাছিল যে সেই চিঠি দুখনে কেৱল তেওঁৰ জীৱনটোকেই নহয়, মানুহৰ চিন্তাকো বহু পৰিমাণে সলনি কৰি দিব।

'চিঠি দুখনৰ এখন লিখিছিল ডাৰউইনৰ বন্ধু জন হেনস্ল'ই—যাৰ কথা আগৰটো দেওবাৰত মই তোমাক কৈছিলো। আনখন চিঠি লিখিছিল জৰ্জ পিকক্ নামৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ এজন অধ্যাপকে। দুয়োখন চিঠিৰে বক্তব্য কিন্তু একেই। ব্ৰিটিছ চৰকাৰে বিগল্ নামৰ এখন জাহাজ পঠাব সুদূৰ দক্ষিণ আমেৰিকালৈ। জাহাজখনৰ কাম হ'ব দক্ষিণ আমেৰিকাৰ বিস্তীৰ্ণ উপকূল অঞ্চল আৰু প্ৰশান্ত মহাসাগৰৰ কেইটামান দ্বীপপুঞ্জৰ জৰিপ কৰা। পৃথিৱীৰ আটাইতকৈ ডাঙৰ আৰু শক্তিশালী নৌ-বাহিনীৰ সহায়েৰে ব্ৰিটিছসকলে ষোল শতিকাতে পৃথিৱীৰ দিশে দিশে নিজৰ সাম্ৰাজ্য বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিছিল। ঊনৈশ শতিকাত, অৰ্থাৎ ডাৰউইনৰ সময়ত ব্ৰিটিছ সাম্ৰাজ্যই ইমান ডাঙৰ আকাৰ ধাৰণ কৰিছিল যে সেই সাম্ৰাজ্যত সূৰ্য কেতিয়াও অস্ত নগৈছিল। সাম্ৰাজ্য-শাসন আৰু বাণিজ্য-বিস্তাৰৰ প্ৰয়োজনত ব্ৰিটিছ চৰকাৰে পৃথিৱীৰ আটাইবোৰ সমুদ্ৰৰ জৰিপ কৰাৰ প্ৰয়োজন অনুভৱ কৰিছিল। এইটোৱেই আছিল বিগ্‌লৰ দক্ষিণ আমেৰিকা যাত্ৰাৰ প্ৰধান উদ্দেশ্য।... ...চিঠিদুখন পঢ়ি শেষ কৰি ডাৰউইনে স্তব্ধ হৈ বহুত সময় একেথিৰে বহি ৰ'ল—যেন তেওঁ সাময়িকভাৱে চিন্তা কৰাৰ শক্তি হেৰুৱাই পেলালে।'

পাঠক কিছুসময় মনে মনে থাকিল। প্ৰায় একেটা উশাহতে বহুত কথা কৈ তেওঁৰ হয়তো ভাগৰ লাগিছিল। অথবা তেওঁ দেবব্ৰতৰ মুখত ক্ৰমাৎ বাঢ়ি অহা কৌতূহলৰ উত্তেজনাখিনি মনে মনে উপভোগ কৰিছিল।

বেছি সময় কৌতূহল দমন কৰি ৰাখিব নোৱাৰি দেবব্ৰতে সুধিলে—'ছাৰ, চিঠি দুখনত এনে কি কথা আছিল—যাৰ কাৰণে... ...যাৰ কাৰণে... ...'—থাউকতে উপযুক্ত শব্দটো বিচাৰি নাপাই দেবব্ৰতে বাক্যটো আধা কোৱাকৈ এৰিলে।

'দুয়োজন অধ্যাপকে ডাৰউইনক এই বুলি অনুৰোধ কৰিছিল যে বিগল্ জাহাজৰ এজন যাত্ৰী হৈ তেওঁ দক্ষিণ আমেৰিকালৈ যাব লাগে।'

পাঠকৰ উত্তৰ শুনি দেবব্ৰত সঁচাকৈয়ে আচৰিত হ'ল। সমুদ্ৰ জৰিপ কৰিবলৈ যোৱা জাহাজত ডাৰউইনৰ কি কাম থাকিব পাৰে?

পাঠকে ক'লে—'কথাটো তোমাক অলপ বহলাই বুজাই ক'ব লাগিব। জাহাজখনৰ কাপ্তান হ'ল ৰবাৰ্ট ফিৎসৰয় (Robert Fitzroy) নামৰ এজন উচ্চ-শিক্ষিত চাব্বিশ বছৰীয়া ডেকা মানুহ। মাকৰ ফালৰ পৰা তেওঁৰ গাত ৰজা দ্বিতীয় চাৰ্লছৰ তেজ আছে। অৰ্থাৎ তেওঁ ইংলেণ্ডৰ আটাইতকৈ অভিজাত শ্ৰেণীৰ মানুহ। তদুপৰি ডাৰউইনৰ নিচিনাকৈ তেওঁৰো প্ৰকৃতি-বিজ্ঞানৰ প্ৰতি বিশেষ ৰাপ আছে। ইতিমধ্যে তেওঁ ভূ-তত্ত্ব আৰু জীৱ-বিজ্ঞানৰ আটাইবোৰ বিখ্যাত কিতাপ পঢ়ি শেষ কৰিছে। অনুমান কৰা হৈছে যে দক্ষিণ আমেৰিকাৰ উপকূল অঞ্চল আৰু দ্বীপপুঞ্জৰ জৰিপ শেষ কৰি স্বদেশলৈ ঘূৰি আহিবলৈ বিগ্‌লৰ কমেও দুবছৰ সময় লাগিব। এই দীঘলীয়া সমুদ্ৰ-যাত্ৰাত কাপ্তান ফিৎসৰয়ে এনেকুৱা এজন প্ৰায় সমবয়সীয়া মানুহক লগৰীয়া হিচাপে বিচাৰে—যাৰ লগত তেওঁ জ্ঞান-বিজ্ঞানৰ নানা কথা আলোচনা কৰি সময়বোৰ লাভজনকভাৱে কটাব পাৰে। এনে এজন মানুহক বাছি উলিয়াবলৈ দায়িত্ব দিয়া হৈছিল কেম্ব্ৰিজৰ দুজন অধ্যাপক পিকক্ আৰু হেন্‌স্ল'ক। তেওঁলোকৰ বাছনিত উঠিল ডাৰউইন।

'চিঠি দুখন পঢ়ি ডাৰউইনে তৎক্ষণাৎ বুজি পালে যে এইটো তেওঁৰ জীৱনৰ এটা সোণালী সুযোগ। ভাগ্যই নিজে এই সুযোগ তেওঁক যাচি দিছে। কিন্তু তেওঁৰ আনন্দৰ ভাব বেছিপৰ স্থায়ী নহ'ল। পিছ মুহূৰ্ততে তেওঁৰ মনলৈ সন্দেহ আহিল—তেওঁৰ দেউতাকে তেওঁক এই দীঘলীয়া আৰু বিপদ-সংকুল সমুদ্ৰ ভ্ৰমণত যাবলৈ অনুমতি দিবনে? এখন জাহাজৰ কাপ্টানৰ ভ্ৰমণ-সঙ্গী হ'বৰ কাৰণেহে তেওঁক ধৰ্মযাজকৰ উচ্চতম শিক্ষা দিয়া হৈছিলনে?

'ডাৰউইনৰ সন্দেহ সত্য বুলি প্ৰমাণিত হ'ল। ডাৰউইনৰ দেউতাকে পোনছাটেই তেওঁৰ আবেদন অগ্ৰাহ্য কৰিলে। এতিয়া ডাৰউইনৰ একমাত্ৰ ভাৰসাৰ স্থল হ'ল তেওঁৰ মামা জছ ওৱেজউদ (Jos Wedgwood)। ওৱেজউদ কেৱল ডাৰউইনৰ মামাই নহয়, তেওঁ ডাৰউইনৰ দেউতাক ৰবাৰ্ট ডাৰউইনৰ আটাইতকৈ ঘনিষ্ঠ বন্ধু। ৰবাৰ্ট ডাৰউইনে জছ ওৱেজউদৰ প্ৰজ্ঞা আৰু বিচাৰ-বুদ্ধিক অতিকৈ শ্ৰদ্ধা কৰিছিল। আন কাৰো কথাত গুৰুত্ব নিদিলেও তেওঁ ওৱেজউদৰ সুচিন্তিত পৰামৰ্শ আখৰে আখৰে মানি চলিছিল। ওৱেজউদে যেতিয়া ডাৰউইনৰ পক্ষ লৈ ওকালতি কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়া ৰবাৰ্ট ডাৰউইনৰ পক্ষে অনুমতি নিদিয়াকৈ থকাটো অসম্ভৱ হৈ পৰিল।

'কিন্তু ডাৰউইনৰ আৰু এটা পৰীক্ষা তেতিয়াও বাকী আছিল। তেওঁকতো কেৱল কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ অধ্যাপকে বাছিলেই নহ'ব; তেওঁৰ বিষয়ে শেষ ৰায় দিয়াৰ অধিকাৰ কেৱল জাহাজৰ কাপ্টানৰ। কিন্তু তেওঁ যেতিয়া সাক্ষাৎকাৰৰ কাৰণে কাপ্টান ফিৎসৰয়ৰ আগত উপস্থিত হ'ল, তেতিয়া কাপ্টানৰ মুখৰ ভাব দেখিয়েই বুজা গ'ল যে ডাৰউইনক তেওঁৰ পছন্দ হোৱা নাই।'

এইকেইদিন ডাৰউইনৰ কাহিনী শুনি শুনি দেবব্ৰতে ইতিমধ্যেই তেওঁক এজন অসাধাৰণ মানুহৰ ৰূপত কল্পনা কৰিবলৈ আৰম্ভ কৰিছিল। ডাৰউইনৰ প্ৰতি তেওঁৰ মনত বীৰ-পূজাৰ ভাবে ঠাই লৈছিল। পাঠকৰ কথা শুনি দেবব্ৰতে আচৰিত হৈ সুধিলে—'কিয় ছাৰ?'

'ফিৎসৰয়ৰ মনত এনে এটা আত্মবিশ্বাস আছিল যে মানুহৰ মুখৰ আকৃতি চায়েই তেওঁ মানুহজনৰ স্বভাৱ-চৰিত্ৰ অনুমান কৰিব পাৰে'—পাঠকে ক'লে—'ডাৰউইন আহি ফিৎসৰয়ৰ আগত থিয় হোৱাৰ লগে লগে তেওঁ দেখিলে যে ডাৰউইনৰ নাকটো খঁৰা আৰু চেপেটা। ফিৎসৰয়ৰ মতে ডাৰউইনৰ খঁৰা আৰু চেপেটা নাকটো হ'ল তেওঁৰ শক্তি আৰু দৃঢ়-সংকল্পৰ অভাৱৰ লক্ষণ। দুবছৰীয়া বিপদ-সংকুল সমুদ্ৰ-ভ্ৰমণৰ কাৰণে তেওঁ উপযুক্ত সঙ্গী হ'ব নোৱাৰে। প্ৰথম দৰ্শনত তেওঁ ডাৰউইনক বাতিল কৰিবই খুজিছিল। কিন্তু ডাৰউইনৰ মুখত ফুটি উঠা কিবা এটা সৰলতা আৰু ভাল মানুহ যেন লগা ভাব এটাই তেওঁৰ মন সলনি কৰিলে। অৰ্থাৎ শেষ পৰ্যন্ত ডাৰউইন তেওঁৰ বাছনিত উঠিল।

'ডাৰউইনৰ নাকটোৰ কথা ওলাওঁতে ইতিহাসৰ আৰু এটা বিখ্যাত নাকৰ কথা মোৰ মনত পৰিছে'—প্ৰসঙ্গ সলনি কৰি পাঠকে ক'লে—'মনত পৰোঁতেই সেই নাকটোৰ কথাও তোমাক কৈ থওঁ। কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ। এই দ্বিতীয় নাকটোৱে আকৌ মোক এজন ডাঙৰ দাৰ্শনিক আৰু বিজ্ঞানীৰ কথা মনত পেলাই দিছে। তেওঁৰ নাম ব্লেইজ পাস্কেল। দাৰ্শনিক হিচাপে অমৰত্ব লাভ কৰা পাস্কেলে গণিতৰ এনেকুৱা দুটামান নতুন তত্ত্ব আবিষ্কাৰ কৰিছিল—যিকেইটাক আজিও ব্যৱহাৰ কৰা হয়। তেওঁ আছিল ফ্ৰান্সৰ মানুহ। পাস্কেলে তেওঁৰ এখন বিখ্যাত ৰচনাত লিখি থৈ গৈছে যে ক্লিঅ'পেট্ৰাৰ নাকটো যদি মাত্ৰ আধা আঙুলমান চুটি হ'লহেঁতেন, তেন্তে পৃথিৱীৰ ইতিহাসেই সলনি হৈ গ'লহেঁতেন।'

দেবব্ৰতৰ মুখৰ প্ৰক্ৰিয়া চাবৰ কাৰণে পাঠকে কথা বন্ধ কৰি দেবব্ৰতৰ মুখলৈ চালে। দেবব্ৰতে

হাঁহি এটা মাৰি ক'লে—'ছাৰ, আপুনি কি কথা ক'ব খুজিছে সেইটো মই অনুমান কৰিব পাৰিছোঁ। মই ক্লিঅ'পেট্ৰাৰ বিষয়ে কিছু কথা জানো। মই 'ক্লিঅ'পেট্ৰা' নামৰ ইংৰাজী চিনেমাখন চাইছোঁ। প্ৰাচীন ইজিপ্টৰ ৰাণী ক্লিঅ'পেট্ৰাৰ ৰূপত মুগ্ধ হৈ প্ৰথমে ৰোমান সম্ৰাট ছীজাৰ আৰু পিছত এণ্টনিয়ে তেওঁক বিয়া কৰিছিল। ক্লিঅ'পেট্ৰাৰ নাকটো চুটি হোৱা হ'লে, অৰ্থাৎ তেওঁ সুন্দৰী নোহোৱা হ'লে, দুজনকৈ ৰোমান সম্ৰাটে তেওঁক বিয়া নকৰিলেহেঁতেন। অৰ্থাৎ তেতিয়া পৃথিৱীৰ ইতিহাসে এটা বেলেগ দিশলৈ গতি কৰিলেহেঁতেন।'

'বাঃ, চমৎকাৰ'—পাঠকে সন্তোষৰ হাঁহিৰে নিজৰ মুখখন উজ্জ্বল কৰি ক'লে—'এই কাৰণেই মই তোমাৰ লগত কথা পাতি ভাল পাওঁ।... ...তুমি ইতিমধ্যে জানিলাই যে ডাৰউইন বাছনিত উঠিল। কিন্তু বন্দৱস্ত হ'ল যে ডাৰউইনে দৰ্মহা নাপাব। তেওঁৰ সকলো খৰচ বহন কৰিব লাগিব তেওঁৰ দেউতাকে। কিন্তু ডাৰউইন তাতো ৰাজী। তেওঁ চাকৰি বিচাৰি বা জীৱিকাৰ উপায় বিচাৰি ফিৎসৰয়ৰ ওচৰলৈ অহা নাই; তেওঁ বিচাৰিছে দক্ষিণ আমেৰিকাৰ অনাবিষ্কৃত দুৰ্গম অঞ্চলত জীৱ-বিজ্ঞানৰ অধ্যয়ন কৰিবলৈ আৰু ফছিল সংগ্ৰহ কৰিবলৈ এটা সুযোগ।... ...অচিন দেশলৈ যাত্ৰাৰ কাৰণে ডাৰউইনে অতি কম সময়ৰ ভিতৰতে সকলো যা-যোগাৰ সম্পূৰ্ণ কৰিবলগা হ'ল। বাৰটা নতুন চোলা আৰু কেইযোৰমান খোজকঢ়া জোতাৰ উপৰি তেওঁ লগত ল'লে এটা অণুবীক্ষণ যন্ত্ৰ, এটা পিস্তল, এটা ৰাইফল, এটা দূৰবীক্ষণ যন্ত্ৰ, জোখ লোৱা সঁজুলি, কিতাপ আৰু লিখিবলৈ কাগজ। যোগাৰ সম্পূৰ্ণ হোৱাৰ পিছত ডাৰউইনে কাপ্টানৰ লগত যাত্ৰা কৰিলে প্লাইমাউথলৈ। বিগ্‌লে দক্ষিণ আমেৰিকালৈ যাত্ৰা আৰম্ভ কৰিব প্লাইমাউথ বন্দৰৰ পৰা।'

# অভিযান আৰম্ভ হ'ল

'১৮৩১ খ্রীষ্টা- ৰ ২৭ ডিচেম্বৰত বিগ্‌লে সুদূৰ দক্ষিণ আমেৰিকালৈ বুলি যাত্রা আৰম্ভ কৰিলে।'

পাঠকৰ বহা আৰু কথা কোৱাৰ ভঙ্গী দেখি দেবব্রতে বুজি পালে যে আজি তেৱোঁ ডাৰউইনৰ লগত এটা দীঘলীয়া অভিযানত বাহিৰ হ'ব খুজিছে। অৰ্থাৎ ডাৰউইনৰ জীৱনৰ ৰোমাঞ্চকৰ অধ্যায়টো এতিয়াহে আৰম্ভ হ'ব।

'ডাৰউইনে খোজকাঢ়ি ইংলেণ্ডৰ বিস্তীৰ্ণ অঞ্চল ভ্ৰমণ কৰিছিল। সেই কথা তোমাক আগতেই কৈছোঁ। কিন্তু সমুদ্ৰৰ অভিজ্ঞতা তেওঁৰ সমূলি নাছিল। এয়াই হ'ব তেওঁৰ প্ৰথম সমুদ্ৰ-যাত্ৰা। কিন্তু বিগ্‌ল্ জাহাজখন দেখি তেওঁ অলপ হতাশ হ'ল। মাত্ৰ নবৈ ফুট দীঘল আৰু চৌব্বিশ ফুট বহল এখন অকমানি জাহাজ। জাহাজখনৰ বয়সো হৈছে যথেষ্ট। ইতিমধ্যে জাহাজখনৰ কিছু অংশ পচিবলৈ আৰম্ভ কৰিছিল। যাত্ৰাৰ আগতে সেই পচা অংশবোৰ মেৰামতি কৰাই লোৱা হৈছিল। ক্ষুদ্ৰ জাহাজখনৰ ঠেক ঠাইখিনি ভাগ কৰি ল'ব লাগিব ৭৪ জন নাবিকে। জাহাজখনত দুটা মাত্ৰ কেবিন অৰ্থাৎ কোঠালি আছিল। নক'লেও নিশ্চয় হ'ব যে তাৰে ডাঙৰ আৰু বেছি ভাল কেবিনটো কাপ্টানৰ কাৰণে নিৰ্দিষ্ট। ডাৰউইনৰ ভাগত যিটো কেবিন পৰিছিল সি দীঘলে ১১ আৰু পুতলে ১০ ফুট। কিন্তু কেবিনটোত ডাৰউইনৰ একাধিপত্য নাখাটিব; সেই অকমানি কেবিনটোকে তেওঁ ভাগ কৰি ল'ব লাগিব আৰু দুজন অফিচাৰৰ লগত।... ...জাহাজৰ অৱস্থা দেখি ডাৰউইনৰ উৎসাহ অলপ সময়ৰ কাৰণে দমিছিল যদিও পিছ মুহূৰ্ততে তেওঁ নিজকে এই বুলি সান্ত্বনা দিছিল যে তেওঁতো এটা প্ৰমোদ-ভ্ৰমণত বাহিৰ হোৱা নাই; তেওঁ বাহিৰ হৈছে এটা দুৰ্গম বৈজ্ঞানিক অভিযানত!

'কিন্তু কেৱল জাহাজখনেই ডাৰউইনৰ একমাত্ৰ সমস্যা নাছিল। তাতোকৈ ডাঙৰ সমস্যা হৈ দেখা দিছিল তেওঁৰ স্বাস্থ্যৰ অৱস্থাই। জাহাজখনে যাত্ৰা আৰম্ভ কৰাৰ কেইদিনমানৰ আগতে ডাৰউইনে আৱিষ্কাৰ কৰিলে যে তেওঁৰ দুয়োখন হাতৰ ছাল ৰঙা পৰিছে আৰু তাত ভীষণ খজুৱতি আৰম্ভ হৈছে। একে সময়তে তেওঁৰ বুকুতো এটা বিষ আৰম্ভ হ'ল। এয়া হৃদযন্ত্ৰৰ কিবা গুৰুতৰ অসুখৰ লক্ষণ নহয়তো? তেওঁ খুব ভয় খালে; কিন্তু ডাক্তৰৰ ওচৰলৈ যাবলৈ তেওঁৰ সাহস নহ'ল। ডাক্তৰে যদি ঘোষণা কৰে যে তেওঁ দীঘলীয়া ভ্ৰমণত যোৱাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে! ... ...মই তোমাক আগতেই কৈছিলো যে গোটেই জীৱন ধৰি নানা ধৰণৰ শাৰীৰিক অসুখে ডাৰউইনক খুব কষ্ট দি আছিল। কিন্তু সেইবোৰৰ মাজতো তেওঁ প্ৰশান্তচিত্তে নিজৰ কামত লাগি আছিল। এইটোও তেওঁৰ জীৱনৰ পৰা এটা শিকিবলগীয়া কথা। মানুহৰ জীৱনত ৰোগৰ পৰা নিস্তাৰ নাই। কিছুমান ৰোগ দুৰাৰোগ্য। কিন্তু নৈতিক বলৰ সহায়েৰে মানুহে শাৰীৰিক যন্ত্ৰণাক জয় কৰি নিজৰ কৰ্তব্য কৰি থাকিব পাৰে।

'সি যি কি নহওক, কেইদিনমানৰ ভিতৰতে ডাৰউইনৰ ৰোগৰ লক্ষণবোৰ শাম কাটিলে। কিন্তু জাহাজ সাগৰত পাৰি দিয়াৰ লগে লগে ডাৰউইনৰ এটা নতুন ৰোগ আৰম্ভ হ'ল। ইয়াক কোৱা হয় সমুদ্ৰ-ৰোগ। বমি, জ্বৰ, আভোক, মূৰঘূৰণি—এইবোৰ হ'ল সমুদ্ৰ-ৰোগৰ লক্ষণ। সাগৰ যিমানেই অশান্ত হয় সিমানেই এই ৰোগৰ প্ৰকাশ বাঢ়ে। জাহাজৰ নাবিক আৰু যাত্ৰী সকলোৰে এই ৰোগ কম-বেছি পৰিমাণে হ'ব

পাৰে। ডাৰউইনৰ সমুদ্ৰ ৰোগ বেছি হ'ল যে যাত্ৰা কৰাৰ দিনটোৰ পৰা আৰম্ভ কৰি সম্পূৰ্ণ দহটা দিন তেওঁৰ নিজৰ কেবিনত আবদ্ধ হৈ থাকিবলগা হ'ল।

'কিন্তু সকলো কথাৰে এটা শেষ থাকে। ভাল কথাৰো, বেয়া কথাৰো। ডাৰউইন লাহে লাহে সমুদ্ৰৰ লগত অভ্যস্ত হৈ পৰিল। সমুদ্ৰ-ৰোগেও এটা সময়ত তেওঁক প্ৰায় লগ এৰা দিলে। ইয়াৰ পিছত মই তোমাক যিবোৰ কথা ক'ম সেইবোৰ স্পষ্টভাৱে বুজিবলৈ, অৰ্থাৎ ডাৰউইনৰ অভিযান অনুসৰণ কৰিবলৈ, তুমি দক্ষিণ আমেৰিকাৰ এখন মানচিত্ৰ চকুৰ আগত মেলি ল'ব লাগিব। মই সেই উদ্দেশ্যে মানচিত্ৰখন টেবুলত থৈছোঁৱেই। সেইখন মেলি লোৱা।

'১৮৩২ খ্ৰীষ্টাব্দৰ ২৮ ফেব্ৰুৱাৰীৰ দিনা বিগল্ দক্ষিণ আমেৰিকাৰ উপকূলত উপনীত হ'ল। বহুত দিন সাগৰত থকাৰ পিছত ডাৰউইন আৰু অন্যান্য নাবিকসকলে উপকূলৰ যিখন ঠাইত ভৰি দিলে সেই ঠাইখনৰ নাম আছিল বাহায়া। ঘন সেউজীয়া অৰণ্যই ঠাইখন আৱৰি ৰাখিছে। ডাৰউইনৰ জন্মৰ সময়ৰ পৰা এতিয়ালৈ মই তেওঁৰ জীৱনৰ যি কাহিনী তোমাক কৈ শুনালো, তাৰ পৰা তুমি নিশ্চয় বুজিছা যে ডাৰউইনে প্ৰকৃতিক—গছ, লতা, তৃণ, পশু-পক্ষী, কীট-পতঙ্গ—এই সকলোকে বুকুত সামৰি ৰখা প্ৰকৃতিক গভীৰভাৱে ভাল পাইছিল। দক্ষিণ আমেৰিকাৰ উপকূল-ভূমিত ভৰি দি আৰু অৰণ্যৰ মাজত কিছুসময় ঘূৰি ফুৰি তেওঁ আনন্দত আত্মহাৰা হ'ল। তেওঁ চৌদিশে দেখিবলৈ পালে এনেবোৰ গছ-লতা—যিবোৰ ইয়াৰ আগতে তেওঁ কেতিয়াও দেখা নাছিল। তেওঁ দেখিবলৈ পালে এনেবোৰ অপৰিচিত পশু-পক্ষী, কীট-পতঙ্গ আৰু সৰীসৃপ—যিবোৰৰ অস্তিত্ব তেওঁ কল্পনা কৰিব পৰা নাছিল। অপৰূপ বৰ্ণ-বৈচিত্ৰ্যই তেওঁৰ চকুত চমক লগালে; আগতে কেতিয়াও নুশুনা পশু-পক্ষী আৰু কীট-পতঙ্গৰ মাতে তেওঁৰ কাণত এখন অচিনাকি ৰহস্যময় জগতৰ গোপন বাতৰি ক'বলৈ ধৰিলে; অনাৱিষ্কৃত অৰণ্য আৰু মাটি-পানীৰ গোন্ধে তেওঁৰ দেহ-মন শিহৰিত কৰি তুলিলে। তেওঁৰ এনেহে অনুভৱ হ'ল—যেন তেওঁ স্বৰ্গলোকত আহি উপস্থিত হৈছে।

'বিগল্ জাহাজখন দক্ষিণ আমেৰিকাৰ বিস্তীৰ্ণ উপকূলত ইখন ঠাইৰ পৰা সিখন ঠাইলৈ প্ৰায় আঢ়ৈ বছৰ কাল ঘূৰি ফুৰিছিল। এইখিনিতে তোমাক কৈ থওঁ যে দক্ষিণ আমেৰিকাৰ সমুদ্ৰ-পথ আৰু উপকূল-ভূমি জৰিপ কৰিবৰ কাৰণে বিগল্‌ক সময় দিয়া হৈছিল দুবছৰ। কিন্তু কামটো সম্পূৰ্ণ কৰিবলৈ বিগল্‌ক সময় লাগিল পাঁচ বছৰ। অৰ্থাৎ ডাৰউইনে স্বদেশ এৰাৰ সুদীৰ্ঘ পাঁচ বছৰৰ পিছতহে নিজৰ ঘৰলৈ ঘূৰি যাব পাৰিলে।'

# ডাৰউইনৰ কাম আৰম্ভ হ'ল

'দেবব্ৰত, মই কথাবোৰ কৈ যাওঁতে তুমি মানচিত্ৰখন চাই যাবা'—পাঠকে ক'বলৈ আৰম্ভ কৰিলে—'ময়ো ডাৰউইনৰ জীৱনৰ কথাবোৰ দিহা লগাই তোমাক ক'ব পৰাকৈ ৰাতিপুৱাই কেইখনমান কিতাপত আকৌ চকু ফুৰাই থৈছোঁ। তুমি ভাবিব পাৰা—ছাৰে দেখোন ডাৰউইনৰ জীৱনী এখন মোক পঢ়িবলৈ দিলেই হয়; তেতিয়া দিনৰ পিছত দিন ধৰি ইমানবোৰ কথা নক'লেও হয়। মই সেই সহজ কামটো কিয় কৰা নাই জানা? মই তোমাক ডাৰউইনৰ বিষয়ে যিবোৰ কথা কৈছোঁ, লগতে মাজে মাজে টিকা-টিপ্পনি যোগ দি গৈছোঁ, সেই গোটেইবোৰ কথা তুমি এখন মাত্ৰ বিশেষ কিতাপত নাপাবা। মই গোটেই জীৱন ধৰি বিভিন্ন বিষয়ে যিবোৰ কিতাপ পঢ়িছোঁ সেইবোৰৰ অ'ৰ পৰা অকমান ত'ৰ পৰা অকমান বুটলি বুটলিহে তোমাক কথাবোৰ কৈছোঁ। লগতে অৱশ্যে মই তোমাক কেইখনমান কিতাপৰ নামো কৈছোঁ। সময় পালেই আৰু কিতাপকেইখন বিচাৰি পালেই সেইকেইখন কিতাপ পঢ়িবা।'

'ছাৰ'—দেবব্ৰতে হঠাৎ মাত লগালে—'এইখিনিতে আপোনাক এটা কথা সুধিবলৈ মোৰ মন গৈছে। আপুনি এজন ডাঙৰ উকীল। জ্ঞান-বিজ্ঞানৰ বহুতো কথা এতিয়া আপুনি নাজানিলেও হয়, কাৰণ সেইবোৰ আপোনাৰ উকীলৰ ব্যৱসায়ত কোনো কামত নালাগে। তথাপি আপুনি সময় পালেই ইমানবোৰ বিভিন্ন বিষয়ৰ কিতাপ কিয় পঢ়ে?'

প্ৰশ্নটোৰ উত্তৰ দিয়াৰ আগতে পাঠক কিছুসময় নীৰৱ হৈ ৰ'ল। তাৰ পিছত তেওঁ ক'লে—'তুমি এইটো খুব ভাল প্ৰশ্ন কৰিছা। তোমাৰ এতিয়া যিটো বয়স—আচলতে সেইটো বয়সত সকলো মানুহে এই প্ৰশ্ন কৰা উচিত। পৃথিৱীৰ আটাইবোৰ প্ৰাচীন সভ্যতা গঢ় লৈ উঠিছিল—গ্ৰীচক বাদ দি—এছিয়া আৰু আফ্ৰিকাৰ দেশবোৰত। ইজিপ্ত, মেছপটেমিয়া, ভাৰত আৰু চীনত। কিন্তু পিছলৈ সেই সকলো দেশকে চেৰ পেলাই বহুত আগবাঢ়ি গ'ল ইউৰোপ। ইউৰোপীয় সভ্যতাৰ জন্মভূমি আছিল গ্ৰীচ। তুমি এটা কথা স্বীকাৰ কৰিব লাগিব যে জ্ঞান-বিজ্ঞানৰ সকলো ক্ষেত্ৰতে এতিয়া পাশ্চাত্য জগতেই পৃথিৱীক নেতৃত্ব দিছে। কিহৰ বলত তেওঁলোকে সেইটো কৰিব পাৰিছে? এই প্ৰশ্নৰ উত্তৰ দি জি এম ট্ৰেভেলিয়ান নামৰ ইংৰাজ পণ্ডিতে কৈছে যে যিটো বস্তুৱে পাশ্চাত্য সভ্যতাক অবিৰামভাৱে উৎকৰ্ষৰ পথত আগুৱাই নি আছে সেই বস্তুটো হ'ল পাশ্চাত্য জগতৰ মানুহৰ জ্ঞানৰ নিঃস্বাৰ্থ সাধনা।'

দেবব্ৰতে তেওঁৰ কথাবোৰ বুজি পাইছেনে নাই সেই কথা জানিবলৈ পাঠকে অলপ সময় দেবব্ৰতৰ মুখলৈ চাই ৰ'ল। দেবব্ৰতৰ মুখত আধা-বুজা আধা-নুবুজাৰ ভাব।

পাঠকে আকৌ ক'বলৈ ধৰিলে—'মই কথাটো তোমাক অলপ বুজাই ক'ব লাগিব। মই তোমাক আৰম্ভণিতেই কৈছিলো যে ডাৰউইন আছিল ধনী মানুহৰ সন্তান। তেওঁলোকৰ পৰিয়ালত পুৰুষানুক্ৰমে যিমান ধন-সম্পত্তি জমা হৈছিল সেইখিনিয়েই কেৱল ডাৰউইন নহয়, তেওঁৰ পো-নাতিলৈকো যথেষ্ট হ'লহেঁতেন। তেন্তে তেওঁনো কিয় হাবিয়ে-জংঘলে খোজকাঢ়ি টলৌ টলৌকৈ ঘূৰি ফুৰি পশু-পক্ষী আৰু কীট-পতঙ্গৰ জীৱন নিৰীক্ষণ কৰি ফুৰিছিল? কিয় তেওঁ কঠোৰ কষ্ট স্বীকাৰ কৰি সুদীৰ্ঘ পাঁচ বছৰ সময় দক্ষিণ আমেৰিকাৰ দুৰ্গম অৰণ্য টহলি ফুৰিছিল? মাজে মাজে নিজৰ জীৱনকো বিপন্ন কৰিছিল? এই গোটেইবোৰ প্ৰশ্নৰ এটা মাত্ৰ উত্তৰ ঃ কোনো পুৰস্কাৰ বা প্ৰতিদানৰ আশা নকৰি তেওঁ নিঃস্বাৰ্থভাৱে জ্ঞানৰ সাধনা কৰিছিল। তেওঁ কেৱল জ্ঞানৰ কাৰণেই জ্ঞানৰ সাধনা কৰিছিল। তেওঁ জানিবলৈ বিচাৰিছিল

জীৱন আৰু জগতৰ ৰহস্য। কিছুমান প্ৰশ্নৰ যিবোৰ উত্তৰ মানুহে আগতেই দি গৈছিল সেইবোৰ উত্তৰত ডাৰউইন সন্তুষ্ট হোৱা নাছিল। তেওঁ নতুন নতুন প্ৰশ্ন উত্থাপন কৰিছিল, আৰু সেইবোৰৰ উত্তৰ বিচাৰিছিল।... ...ডাৰউইনে তেওঁৰ যুগান্তকাৰী তত্ত্ব আবিষ্কাৰ কৰি বিশ্ববিখ্যাত হোৱাৰ পিছত নতুন কি কামত হাত দিছিল জানা? শেষ বয়সত তেওঁ বোন্দাকেঁচুৰ বিষয়ে গৱেষণা কৰি ডাৰউইনৰ নিজৰ কি লাভ হ'ব? কিন্তু ডাৰউইনৰ মনলৈ তেনে এটা প্ৰশ্ন অহা হ'লে তেওঁ কেতিয়াও ডাৰউইন হ'ব নোৱাৰিলেহেঁতেন।... ...মই কিয় বিভিন্ন বিষয়ৰ কিতাপ পঢ়োঁ? মোৰ কোনো মৌলিক প্ৰতিভা নাই। মই নিজে মানুহৰ জ্ঞান-ভাণ্ডাৰলৈ একো অৰিহণা আগবঢ়াব নোৱাৰোঁ। কিন্তু আনে আহৰণ কৰি থৈ যোৱা জ্ঞানৰ পোহৰত মই জীৱন আৰু জগতক নতুনকৈ আৱিষ্কাৰ কৰিব পাৰোঁ; জীৱন আৰু জগতৰ ৰহস্য বেছি ভালকৈ বুজিব পাৰোঁ। মই এটা কথা শিকিছোঁ যে জ্ঞানৰ নিঃস্বাৰ্থ সাধনা হ'ল জীৱনৰ বিমল আনন্দৰ উৎস। তুমি যেনেকৈ পুৰস্কাৰৰ আশাত সৎ আৰু সত্যবাদী হ'ব নালাগে, ঠিক তেনেকৈ জ্ঞানৰ সাধনাও পুৰস্কাৰৰ লোভত কৰিব নালাগে। এতিয়া কিবা অলপ বুজিলানে?'

'বহুত বুজিলো ছাৰ'—দেবব্ৰতে মুখত মুগ্ধতাৰ ভাব ফুটাই উত্তৰ দিলে।

'আমি ডাৰউইনক ক'ত এৰি থৈ আহিছিলো?'—পাঠকে চকু মুদি মনত পেলাবলৈ চেষ্টা কৰিলে—'অ' ৰ'বা, মনত পৰিছে। বাহায়াত কেইদিনমান থকাৰ পিছত বিগ্‌লে ব্ৰাজিলৰ উপকূল অতিক্ৰম কৰি ৰায়' ডি জেনেৰ' পালেগৈ। ৰায়' ডি জেনেৰ'ৰ পৰা বিগল্ গ'ল টিয়েৰা ডেল ফুৱেগলৈ; তাৰ পৰা কেপ হৰ্নলৈ।... ...তুমি মানচিত্ৰখন চাই গৈছানে?... ...তুমি এইখিনিতে এটা কথা মন কৰিবা। মই কেৱল বিগল্ জাহাজখনহে ইখন ঠাইৰ পৰা সিখন ঠাইলৈ যোৱাৰ কথা কৈ আছোঁ। কিন্তু ডাৰউইনৰ কথা কোৱা নাই। বিগ্‌লৰ কাম হ'ল দক্ষিণ আমেৰিকাৰ সমুদ্ৰ-পথ আৰু উপকূল জৰিপ কৰা; ডাৰউইনৰ কাম হ'ল তেতিয়ালৈকে প্ৰায় অনাবিষ্কৃত হৈ থকা দক্ষিণ আমেৰিকাৰ অৰণ্যৰ উদ্ভিদ, পশু-পক্ষী, কীট-পতঙ্গ আৰু সৰীসৃপৰ জীৱন অধ্যয়ন কৰা; যেতিয়া সম্ভৱ সিহঁতক মাৰি মৰা-শবোৰ ভৱিষ্যতে আৰু বেছিকৈ খৰচি মাৰি অধ্যয়ন কৰিবৰ কাৰণে সংৰক্ষণ কৰা। সেই কাৰণে বিগ্‌লৰ নাবিকসকলে ইখন ঠাইৰ পৰা সিখন ঠাইলৈ ঘূৰি ফুৰিলেও ডাৰউইনক কিন্তু একোখন ঠাইত নমাই থৈ যোৱা হয়। তাত তেওঁ একেলেথাৰিয়ে কেবাদিন বা কেবা সপ্তাহ থাকি স্থানীয় পশু-পশুৰ জীৱন পৰ্যবেক্ষণ কৰে আৰু নমুনা সংগ্ৰহ কৰে। এখন ঠাইত তেওঁৰ কাম শেষ হ'লে আন এখন ঠাইত তেওঁক নমাই থৈ যোৱা হয়।

'সেই অচিনাকি জগতৰ গহন অৰণ্যৰ মাজত ডাৰউইনৰ জীৱন নিশ্চয় খুব আৰামৰ নাছিল। অপৰিসীম শাৰীৰিক কষ্ট হোৱাৰ উপৰি তেওঁ নিশ্চয় পদে পদে নানা বাধা-বিঘিনি আৰু বিপদৰ সন্মুখীন হ'ব লগা হৈছিল। কিন্তু শাৰীৰিক কষ্ট বা বিপদলৈ ডাৰউইনৰ ভ্ৰূক্ষেপেই নাছিল। কিয়? কাৰণ পদে পদে যিমান বিপদ আছিল, তাতকৈ হাজাৰগুণে বেছি আছিল বিস্ময় আৰু উত্তেজনা। নতুন নতুন পশু-পক্ষী আৰু কীট-পতঙ্গ আৱিষ্কাৰ কৰাৰ উত্তেজনা। তেওঁ যেতিয়া এই আচহুৱা পশু-পক্ষী আৰু কীট-পতঙ্গবোৰ আৱিষ্কাৰ কৰিছিল, তেতিয়া আৱিষ্কাৰৰ উত্তেজনাৰ লগে লগে তেওঁৰ মনলৈ আহিছিল এইবোৰ প্ৰশ্ন ঃ পৃথিৱীত ইমানবোৰ বিচিত্ৰ প্ৰাণী কেনেকৈ সৃষ্টি হ'ল? কেতিয়া হ'ল? একেবোৰ প্ৰাণীকে সকলো ঠাইতে দেখা নাযায় কিয়? তেওঁ কেতিয়াবা এইবোৰ প্ৰশ্নৰ সত্য উত্তৰ পাবনে?

'ডাৰউইনে পশু-পক্ষীবোৰ পৰ্যবেক্ষণ কৰাৰ লগতে এখন টোকাবহীত তেওঁৰ বিচিত্ৰ অভিজ্ঞতাবোৰো লিখি গৈছিল। বহুত বছৰৰ পিছত তেওঁ এই টোকাবহীৰ আলম লৈয়েই এখন সুখপাঠ্য কিতাপ লিখিছিল ঃ The Voyage of the Beagle। তোমাক আগতেই কৈছোঁ যে বিজ্ঞানী হোৱাৰ উপৰি ডাৰউইন আছিল এজন সুলেখক।'

# বিচিত্ৰ অভিজ্ঞতা

'ডাৰউইনৰ সেই বিচিত্ৰ অভিজ্ঞতাবোৰনো কেনে ধৰণৰ আছিল?'

প্ৰশ্নটো কৰি পাঠকে দেবব্ৰতৰ মুখলৈ চালে।

দেবব্ৰতে একো নকৈ পাঠকৰ মুখলৈ চাই থাকিল। তেওঁ জানে যে প্ৰশ্নটোৰ উত্তৰটোও দিব লাগিব প্ৰশ্নকৰ্তাজনেই।

'তোমাক কৈছিলো যে'—পাঠকে আকৌ ক'বলৈ ধৰিলে—'ডাৰউইনে সৰুৰে পৰাই হাবিয়ে-বননিয়ে ঘূৰি ফুৰি ভাল পাইছিল। তেওঁৰ চিকাৰ কৰাৰো চখ আছিল। অৰ্থাৎ তেওঁ বন্দুক চলোৱাত সিদ্ধহস্ত হৈ পৰিছিল। ওৱেলছৰ দুৰ্গম পাৰ্বত্য অঞ্চলত তেওঁ দিনৰ পিছত দিন খোজকাঢ়ি ভ্ৰমণ কৰিছিল। এইবোৰ কৰাৰ ফলত তেওঁৰ শৰীৰটো মজবুত আৰু কষ্ট-সহিষ্ণু হৈছিল। একে আষাৰে ক'বলৈ গ'লে নিজে নজনাকৈয়ে তেওঁ এটা উত্তেজনাপূৰ্ণ ভৱিষ্যতৰ কাৰণে নিজকে প্ৰস্তুত কৰিছিল। আগবয়সৰ এই গোটেইবোৰ সাধনা আৰু অভিজ্ঞতা এতিয়া দক্ষিণ আমেৰিকাত ডাৰউইনৰ খুব কামত লাগিল।

'মানচিত্ৰখন চোৱাচোন—তাত মণ্টেভিডিঅ' নামৰ এখন ঠাইৰ নাম পাবা। সেই ঠাইত বিগ্‌ল্ কিছুদিন ৰ'ব লগা হৈছিল। তাতে দুটা স্থানীয় জনগোষ্ঠীৰ মাজত এখন যুদ্ধ চলি আছিল। এটা পক্ষই ফিৎসৰয়ৰ সহায় বিচাৰিলে। সুদূৰৰ অচিন-অজান ঠাইত অভিযানকাৰীসকলকো স্থানীয় মানুহৰ সহায়-সমৰ্থনৰ প্ৰয়োজন হয়। ফিৎসৰয়ৰ সহায় বিচৰা পক্ষটোক সহায় কৰিবলৈ তেওঁ ৰাজী হ'ল। ইয়াৰ ফলত ডাৰউইন অৱতীৰ্ণ হ'ব লগা হ'ল যোদ্ধাৰ ভূমিকাত। বন্দুক-বাৰুদ লৈ তেওঁ ৰাস্তাত টহল দিব লগা হ'ল।

'এতিয়া আন এখন ঠাইলৈ ব'লা। অৰ্থাৎ তোমাৰ মানচিত্ৰত। ঠাইখনৰ নাম টিয়েৰা ডেল ফুৱেগ'। জাহাজৰ পৰা নামি এখন সৰু নাৱত উঠি ফিৎসৰয় আৰু ডাৰউইন দুয়ো কিছু সময়ৰ কাৰণে পাৰলৈ গৈছিল।... ...মই বোধহয় তোমাক ক'বলৈ পাহৰিছোঁ যে ডাৰউইনৰ ফেঁচা নাকৰ কাৰণে ফিৎসৰয়ে যদিও প্ৰথম দৰ্শনতে তেওঁক বাতিল কৰিছিল, কিন্তু পিছলৈ দুয়ো খুব ভাল বন্ধু হৈছিল। ইজনে সিজনৰ সঙ্গ খুব উপভোগ কৰিছিল। কৰিবৰ কথাই, কাৰণ দুয়োজনৰে বয়স, ৰুচি, কৌতূহল আৰু শিক্ষা-দীক্ষা একেই আছিল। অৱশ্যে বহুত বছৰৰ পিছত যেতিয়া ডাৰউইনৰ বিৱৰ্তনবাদৰ তত্ত্বই সমাজত তোলপাৰ লগাইছিল, শিক্ষিত সমাজখন দুটা শিবিৰত ভাগ হৈ পৰিছিল, তেতিয়া কিন্তু ডাৰউইনক আক্ৰমণ কৰা দলটোৰ এজন প্ৰধান মুখিয়াল আছিল ফিৎসৰয়। তেতিয়া তেওঁ ব্ৰিটিছ নৌ-বাহিনীৰ এডমিৰেল। ফিৎসৰয়ে বাইবেলক সম্পূৰ্ণভাৱে বিশ্বাস কৰিছিল, আৰু বাইবেলৰ বিৰুদ্ধে যোৱা এটা শব্দকো তেওঁ সহ্য নকৰিছিল। আনহাতে ডাৰউইনৰ নতুন তত্ত্বই বাইবেলৰ সৃষ্টি-তত্ত্বক সমূলি অগ্ৰাহ্য কৰিছিল। অৱশ্যে পাঁচ বছৰ সময় জাহাজত একেলগে থাকোঁতেও ফিৎসৰয় আৰু ডাৰউইনৰ যে কেতিয়াও কোনো কথাতে মতান্তৰ বা তৰ্কযুদ্ধ হোৱা নাছিল এনে নহয়। দুজন শিক্ষিত আৰু চিন্তাশীল মানুহৰ মাজত বিভিন্ন বিষয়ে আলোচনা হওঁতে বহুতো কথাত তেওঁলোক একমত হ'ব নোৱৰাটো অতি স্বাভাৱিক কথা। সকলো কথাতেই যদি তেওঁলোক একমত হয়, তেন্তে তেওঁলোকৰ দেখোন আলোচনা কৰিবলৈ একো কথাই নাথাকিব। ডাৰউইন আৰু ফিৎসৰয়ৰো নিশ্চয় কোনো কোনো কথাত মতান্তৰ হৈছিল। কিন্তু দুটা বিষয়ত তেওঁলোকৰ মতান্তৰে প্ৰায়েই উত্তপ্ত তৰ্ক-যুদ্ধৰ ৰূপ লৈছিল। বিষয় দুটা আছিল ব্ৰিটিছ ৰাজনীতি আৰু দাসত্ব-প্ৰথা। ৰাজনীতিত

ডাৰউইন আছিল উদাৰ-নীতিৰ সমৰ্থক। আনহাতে ফিৎসৰয় আছিল ঘোৰ সংৰক্ষণশীল আৰু সাম্ৰাজ্যবাদী। ঠিক সেইদৰে ডাৰউইনে দাসত্ব-প্ৰথাৰ ঘোৰ বিৰোধিতা কৰিছিল, আৰু ফিৎসৰয় আছিল দাসত্ব-প্ৰথাৰ সমৰ্থক। ডাৰউইনৰ মানসিকতাৰ এই দিশটো তোমাক নক'লে তুমি তেওঁক সম্পূৰ্ণভাবে জানিব নোৱাৰিবা।

'ৰ'বা, ক'ৰবাৰ পৰা আহি কোনোবাখিনি পালোহি'—পাঠকে অলপ সময় ৰৈ আগৰ কথাখিনি মনত পেলাবলৈ চেষ্টা কৰি ক'লে—'অৱশ্যে মই ইচ্ছা কৰিয়েই সেইটো কৰোঁ। মই যেতিয়া কিবা এটা বিষয়ে পঢ়োঁ, বা চিন্তা কৰোঁ, বা কাৰোবাৰ লগত সেই বিষয়ে আলোচনা কৰোঁ, তেতিয়া মই চকু ঢাকি দিয়া ঘোঁৰাৰ দৰে কেৱল একেফালে চাই গৈ নাথাকোঁ। মই চকু-কাণ ভালকৈ মেলি চাৰিওফালে চাই যাওঁ। এটা কথাৰ খেও ধৰি তাৰ লগত সম্পৰ্ক থকা আনবোৰ কথালৈ যাওঁ। তেতিয়া হ'লে লাভ হয় কি, এটা কথা জানিবলৈ চেষ্টা কৰোঁতেই তাৰ লগতে আন বহুতো কথা জনা হয়।... ...সি যি কি নহওক, মই তোমাক কৈছিলো যে টিয়েৰা ডেল ফুৱেগ'ত এদিন ফিৎসৰয় আৰু ডাৰউইন দুয়ো জাহাজৰ পৰা নামি এখন সৰু নাৱত উঠি পাৰলৈ গৈছিল। তেওঁলোকে পাৰত উঠি খোজকাঢ়িবলৈ আৰম্ভ কৰোঁতেই সাগৰৰ এটা ডাঙৰ ঢৌৱে নাওখন উটুৱাই লৈ গ'ল। নাওখন যদি কিবা প্ৰকাৰে উদ্ধাৰ কৰিব পৰা নাযায়, তেন্তে সেই জনহীন দ্বীপটোত তেওঁলোক দুজন অনিৰ্দিষ্ট কাললৈ—বা হয়তো চিৰকাললৈ—আবদ্ধ হৈ থাকিব লাগিব। ডাৰউইনে একমুহূৰ্তও চিন্তা নকৰি সাগৰত জঁপিয়াই পৰিল। ক্ষুদ্ৰ নাওখন সাগৰৰ বিশাল বুকুত অদৃশ্য হোৱাৰ আগতেই তেওঁ সাতুৰি গৈ নাওখনৰ ওচৰ পালেগৈ, আৰু নাওখন উদ্ধাৰ কৰিলে।

আন বহুতো কামৰ দৰে ডাৰউইন ঘোঁৰা চেঁকুৰোৱাতো ওস্তাদ আছিল। টিয়েৰা ডেল ফুৱেগ'ত কিছুদিন থকাৰ পিছত বিগল্‌ যিটো বাটেৰে তালৈ গৈছিল সেই একেটা বাটেৰে উত্তৰলৈ ঘূৰি আহিল। কিন্তু ডাৰউইনে এইবাৰ জাহাজত নগৈ ঘোঁৰাত উঠি ঘূৰি আহিবলৈ ঠিক কৰিলে। সাগৰৰ পৰিৱৰ্তে ঘোঁৰাত উঠি স্থলপথেৰে আহিলে তেওঁ নতুন নতুন উদ্ভিদ আৰু পশু-পক্ষীৰ লগত চিনাকি হ'ব পাৰিব। এদিন-দুদিন নহয়, কেবা সপ্তাহৰ বাট। গতিকে ডাৰউইনে খাদ্যও আহৰণ কৰিব লাগিব অৰণ্যৰ পৰা। কেতিয়াবা ফলমূল, কেতিয়াবা চৰাই বা পশুৰ মাংস। আৰু ৰাতি হ'লে শুব ক'ত? তৰাভৰা আকাশৰ তলত ঘাঁহৰ বিছনাত।... ...জানা দেবব্ৰত, মই বহুত বছৰৰ আগতে ৰোমান বীৰ জুলিয়াছ চীজাৰৰ জীৱনী পঢ়িছিলো। তাত পঢ়িছিলো, ছীজাৰেও যুদ্ধক্ষেত্ৰলৈ যাওঁতে ৰাতি মুকলি আকাশৰ তলত ঘাঁহনিত শুইছিল; খাইছিল ৰুটি আৰু শাক-পাচলিৰ অতি সাধাৰণ আহাৰ। দিগ্বিজয়ী বীৰ আৰু বিশাল সাম্ৰাজ্যৰ অধীশ্বৰ হৈ তেওঁ কিয় এনে কঠিন আৰু কষ্টকৰ জীৱন-যাপন কৰিছিল জানা? নিজৰ শৰীৰ আৰু মনটোক শক্তিশালী কৰিবলৈ। মাত্ৰাধিক আৰাম আৰু গুৰুপাকী অতি-ভোজনে মানুহৰ শৰীৰ-মন দুয়োটাকে দুৰ্বল কৰি তোলে।

'ডাৰউইনে যিবোৰ আচহুৱা পশু-পক্ষী, সৰীসৃপ আৰু কীট-পতঙ্গ আৱিষ্কাৰ কৰিছিল, আজিৰ যুগত ওপজা হ'লে তেওঁ সেইবোৰৰ ফটো ল'লেহেঁতেন। কিন্তু ডাৰউইনৰ যুগত কেমেৰাৰ উদ্ভাৱন হোৱা নাছিল। গতিকে তেওঁ সেইবোৰক বধ কৰি, তাৰ পিছত সিহঁতৰ চাল-বাকলি গুচাই আৰু নাৰী-ভুৰু বাহিৰ কৰি ৰ'দত শুকোৱাই সেইবোৰক সংৰক্ষণ কৰিবলগা হৈছিল। ভালকৈ শুকোৱাৰ পিছত সেইবোৰক বাকচত ভৰাই বিভিন্ন বন্দৰৰ পৰা জাহাজেদি কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ অধ্যাপক জন হেনস্ল'লৈ পঠোৱা হৈছিল। পশু-পক্ষীৰ উপৰি নিগনি, কীট-পতঙ্গ, মাছ আৰু বিভিন্ন গছৰ গুটি সংগ্ৰহ কৰি সেইবোৰ ইংলেণ্ডলৈ পঠোৱা হৈছিল। জাহাজ গৈ ইংলেণ্ডৰ বন্দৰ পাবলৈ কেবামাহো লাগিছিল। ফলত অনেক সময়ত সেই নমুনাবোৰ পচিবলৈ আৰম্ভ কৰিছিল।... ...ডাৰউইনৰ যুগান্তকাৰী তত্ত্বৰ আৱিষ্কাৰৰ অন্তৰালত কিমান কষ্ট স্বীকাৰৰ কাহিনী লুকাই আছে, সেই কথা তুমি এতিয়া বুজিব পাৰিছানে?'

# ধৰা-পৃষ্ঠৰ পৰা বিলুপ্ত হোৱা প্ৰাণীবোৰ

'ডাৰউইনৰ পাঁচ বছৰীয়া অভিজ্ঞতাৰ পুংখানুপুংখ বিৱৰণ দিবলৈ গ'লে মোৰ কমেও এবছৰ সময় লাগিব'—আন কোনোবা এটা দেওবাৰত পাঠকে ক'বলৈ আৰম্ভ কৰিলে—'কিন্তু সেইটো মোৰ উদ্দেশ্য নহয়। মোৰ উদ্দেশ্য চমুকৈ ক'বলৈ গ'লে দুটা ঃ এক, মানুহৰ চিন্তাত বিপ্লৱ অনা ডাৰউইনৰ যুগান্তকাৰী তত্ত্বটোৰ লগত তোমাক চিনাকি কৰি দিয়া; দুই, ডাৰউইনৰ নিচিনা মানুহবোৰৰ সম্পৰ্কে তোমাৰ মনত কৌতূহল জগাই তোলা। সেই কাৰণে এতিয়াৰ পৰা মই কেৱল ডাৰউইনৰ বৈজ্ঞানিক কাৰ্য-কলাপবোৰৰ ওপৰত মনোনিৱেশ কৰিম।

'দক্ষিণ আমেৰিকাৰ উপকূল আৰু সমুদ্ৰ-পথ জৰিপ কৰিবলৈ বিগ্‌লক সময় দিয়া হৈছিল দুবছৰ। কিন্তু সময় লাগিল পাঁচ বছৰ। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে ডাৰউইনেও পাঁচ বছৰ সময় জাহাজত উঠিয়েই ঘূৰি ফুৰিছিল। কাপ্টানকে ধৰি জাহাজৰ সকলো নাবিকেই বিভিন্ন বন্দৰত নামিছিল; ৰছদ আৰু অন্যান্য প্ৰয়োজনীয় সামগ্ৰী কিনিবলৈ বিভিন্ন চহৰলৈ যাব লগা হৈছিল; স্থলভাগ জৰিপ কৰিবলৈ তেওঁলোকে উপকূলৰ বহুত ভিতৰলৈকে যাব লগা হৈছিল। তথাপি জাহাজখনেই আছিল তেওঁলোকৰ প্ৰধান আশ্ৰয় আৰু অৱলম্বন। আনহাতে ডাৰউইনৰ প্ৰধান উদ্দেশ্য আছিল প্ৰকৃতিৰ অধ্যয়ন। তাকে কৰিবলৈ হ'লে তেওঁ স্থলভাগত বেছি সময় কটাব লাগিব; হাবিয়ে-জংঘলে ঘূৰি ফুৰি আৱিষ্কাৰ কৰিব লাগিব নতুন নতুন পশু-পক্ষী আৰু কীট-পতঙ্গ। ডাৰউইনৰ ডায়েৰি পৰীক্ষা কৰি দেখা গৈছে যে তেওঁ একেলেথাৰিয়ে মাত্ৰ ৪৭ দিনহে জাহাজত আছিল। পাঁচ বছৰৰ ভিতৰত তেওঁ জাহাজত কটাইছিল মাত্ৰ ৫৩৩ দিন। প্ৰায় ওঠৰ মাহ।

'ডাৰউইনৰ বিষয়ে এইখিনিতে আৰু এটা কথা তোমাক কৈ থ'ব লাগিব। তোমাৰ নিশ্চয় মনত আছে যে ডাৰউইনে ধৰ্ম-যাজক হ'বলৈ সিদ্ধান্ত লৈ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত ধৰ্মতত্ত্ব অধ্যয়ন কৰিছিল। সেই বিষয়ৰ চূড়ান্ত পৰীক্ষাতো তেওঁ সসন্মানে উত্তীৰ্ণ হৈছিল। বিগ্‌ল্ জাহাজত দক্ষিণ আমেৰিকালৈ যোৱাটো আছিল এটা আকস্মিক সিদ্ধান্ত। অৰ্থাৎ এই কথা স্বতঃসিদ্ধ বুলি ধৰি লোৱা হৈছিল যে সমুদ্ৰ অভিযান সমাপ্ত হোৱাৰ পিছত তেওঁ স্বদেশলৈ ঘূৰি গৈ ধৰ্মযাজকৰ বৃত্তি গ্ৰহণ কৰিব। কিন্তু অচিন-অজান মহাদেশৰ বিচিত্ৰ পশু-পক্ষীবোৰ তেওঁৰ চকুত পৰাৰ লগে লগে সিহঁতে তেওঁৰ মনত নতুন নতুন প্ৰশ্ন জগাই তুলিবলৈ ধৰিলে। সেই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি তেওঁ নিজেই নিজৰ মনত তোলপাৰ লগালে। নিজৰ লগত কথা পাতি থাকোঁতে থাকোঁতে অৱশেষত এনে এটা দিন আহিল—যিদিনা তেওঁ জীৱনৰ লক্ষ্য সলনি কৰিবলৈ বাধ্য হ'ল। তেওঁ বুজি পালে যে ধৰ্মযাজক হৈ জীৱন শেষ কৰাটো তেওঁৰ পক্ষে সম্ভৱ নহ'ব। তেওঁ নিজৰ জীৱনটো উছৰ্গা কৰিব লাগিব তেওঁৰ মনত উদয় হোৱা প্ৰশ্নবোৰৰ উত্তৰ বিচাৰিবলৈ। অৰ্থাৎ একমাত্ৰ বিজ্ঞানৰ সাধনাই হ'ব তেওঁৰ জীৱনৰ ব্ৰত।

'ডাৰউইনে ইমানদিনে জীৱন্ত পশু-পক্ষীহে আৱিষ্কাৰ কৰি আছিল। অৰ্থাৎ যিবোৰ পশু-পক্ষী, লগতে নানাজাতৰ কীট-পতঙ্গ, সৰীসৃপ আৰু জলচৰ প্ৰাণী, এতিয়াও আমাৰ পৃথিৱীখনৰ বাসিন্দা হৈ আছে, কেৱল সেইবোৰকহে তেওঁ লগ পাইছিল বা দেখা পাইছিল। কিন্তু আৰ্জেণ্টিনাৰ বাহায়া ব্লাংকা নামৰ চহৰখনৰ ওচৰৰ এখন ঠাইত ঘূৰি ফুৰোঁতে তেওঁ হঠাৎ এখন অদ্ভুৎ ঠাই আৱিষ্কাৰ কৰিলে।

'মানুহ মৰিলে বিভিন্ন জনগোষ্ঠীৰ মানুহে নিজৰ নিজৰ ধৰ্ম-বিশ্বাস অনুযায়ী মৃতদেহৰ সৎকাৰ কৰে।

কোনোবাই মৃতদেহটো পুৰি পেলায়, কোনোবাই বাকচত ভৰাই থয়, আন কোনোবাই শগুণজাতীয় পক্ষীৰ আহাৰ হ'বলৈ মৃতদেহবোৰ ওখ চাঙত থৈ দিয়ে। কিন্তু ইতৰ প্ৰাণী মৰিলে সিহঁত য'ত মৰে তাতেই পৰি থাকে। কিছুদিনৰ পিছত মাংসবোৰ গেলি-পচি সেইবোৰৰ চিন নোহোৱা হয়। পৰি থাকে কেৱল জকাটো। কিন্তু জকাটো যদি শিলাখণ্ড বা বৰফ বা কয়লাৰ দ'মৰ ওপৰত পৰি থাকে, তেন্তে প্ৰকৃতিয়ে নিজৰ উপায়েৰে সেই জকাবোৰ চিৰকালৰ কাৰণে সংৰক্ষণ কৰে। কেৱল জীৱ-জন্তুৰ জকা নহয়, উদ্ভিদকে ধৰি যিকোনো প্ৰাণী আৰু আনকি সিহঁতৰ বিষ্ঠা পৰ্যন্ত হাজাৰ হাজাৰ বছৰ ধৰি বৰফৰ মাজত অবিকৃত হৈ থাকে বা সিহঁতৰ চাৰিওফালে নানা বিধৰ খনিজ পদাৰ্থ জমা হৈ সিহঁতক শিলৰ নিচিনা কঠিন ৰূপ দিয়ে। ইয়াকে ফছিল বা জীৱাশ্ম বুলি কোৱা হয়। পৃথিৱীৰ বিভিন্ন ঠাইত আৱিষ্কৃত হোৱা এই জীৱাশ্মবোৰে আজিৰ মানুহক লক্ষ লক্ষ বছৰৰ আগৰ পৃথিৱীখনৰ বুৰঞ্জী জানিবলৈ সহায় কৰিছে। পৃথিৱীৰ যি অতীত চিৰকাললৈ হেৰাই গ'ল সেই অতীতৰ সাক্ষী হ'ল এই জীৱাশ্মবোৰ।



'এই ঠাইখনত ডাৰউইনে অসংখ্য জীৱাশ্ম আৱিষ্কাৰ কৰিলে। এজন জীৱ-বিজ্ঞানী আৰু ভূ-বিজ্ঞানী হিচাপে জীৱাশ্মবোৰ চিনাক্ত কৰাত তেওঁৰ একো অসুবিধা হোৱা নাছিল। মাটিৰ অলপ ওপৰলৈকে ওলাই থকা শিলীভূত হাড় এডাল টানি বাহিৰ কৰি তেওঁ যিটো দৃশ্য দেখিলে সেইটোৱেহে তেওঁক বিস্ময়ত অবাক কৰিলে। হাড়ডাল ইমান প্ৰকাণ্ড আছিল যে জন্তুটোৰ আকাৰ অনুমান কৰিবলৈ ডাৰউইনৰ বেছি সময় নালাগিল। শিলীভূত হোৱা হাড়ডালেই তেওঁক কৈ দিলে যে জন্তুটোৱে ডিঙি মেলিয়েই অতি ওখ গছৰো ডাল-পাত চোবাই খাব পাৰিছিল। এনে দৈত্যাকাৰ জন্তু এতিয়া পৃথিৱীৰ ক'তো নাই। নিশ্চয় লক্ষ লক্ষ বছৰৰ আগতে কিবা এটা ৰহস্যময় কাৰণত সেই বিধ জন্তু পৃথিৱীৰ পৰা বিলুপ্ত হ'ল।

'ডাৰউইনে অভিজ্ঞ দৃষ্টিৰে চাই বুজি পালে যে সেই ঠাইখনত মাত্ৰ এবিধ বা দুবিধ নহয়, কেবাবিধৰ অতিকায় জন্তুৰ জীৱাশ্ম পোত খাই আছে। আন কথাত ক'বলৈ গ'লে সেই ঠাইখন জীৱাশ্মৰ এখন বিশাল কবৰখানা। তেওঁ ঠাইখন এফালৰ পৰা খান্দিবলৈ ধৰিলে। প্ৰথমতে যিটো দৈত্যকায় জন্তুৰ জীৱাশ্ম ওলাইছিল, তাৰ বৈজ্ঞানিক নাম দিয়া হৈছিল মেগাথেৰিয়াম। তাৰ পিছত এটা এটাকৈ যিবোৰ জন্তুৰ জীৱাশ্ম ওলাবলৈ ধৰিলে, সেইবোৰ হ'ল মেগালনিক্স, স্কেলিডথেৰিয়াম, হাতীৰ সমান ডাঙৰ টক্‌পডন নামৰ এটা এন্দুৰ... ...; কিন্তু যিটো জন্তুৰ জীৱাশ্মই ডাৰউইনক অলপ আচৰিত কৰিলে, সেইটো হ'ল এটা ঘোঁৰাৰ জীৱাশ্ম। ডাৰউইনে জনা মতে যোল শতিকাত স্পেইনৰ মানুহে দক্ষিণ আমেৰিকালৈ ঘোঁৰা নিয়াৰ আগতে সেই মহাদেশত ঘোঁৰাৰ অস্তিত্ব নাছিল। তেনেহ'লে লক্ষ লক্ষ বছৰৰ আগতে ঘোঁৰা তালৈ ক'ৰ পৰা কেনেকৈ আহিল?'

# প্ৰশ্ন আৰু উত্তৰ

'এতিয়া আমি ডাৰউইনৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অধ্যায়লৈ আহিম'—পাঠকে গম্ভীৰভাৱে ঘোষণা কৰিলে।

'গুৰুত্বপূৰ্ণ বুলি কোৱাৰ কাৰণটো শুনা'—পাঠকে ব্যাখ্যা কৰিবলৈ আৰম্ভ কৰিলে—'এজন বিজ্ঞানীৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অধ্যায়টো তেতিয়াই আৰম্ভ হয়—যেতিয়া তেওঁৰ মনত প্ৰশ্নৰ উদয় হয়। লক্ষ-কোটি বছৰ ধৰি আপেল গছৰ পৰা আপেল সৰিয়েই আছিল। এই সুদীৰ্ঘ সময়ৰ ভিতৰত পৃথিৱীলৈ কিমান গুণী-জ্ঞানী মানুহ আহিল আৰু গ'ল তাৰ সীমা-সংখ্যা নাই। কাৰো মনত এই প্ৰশ্নটো খেলোৱা নাছিল—আপেল গছৰ পৰা আপেল কিয় তললৈ সৰি পৰে? কিয় সি ওপৰলৈ উৰি নাযায়? মানুহৰ ইতিহাসত সৰ্বপ্ৰথমবাৰৰ বাবে এজন মানুহে সেই প্ৰশ্নটো কৰিলে। তেওঁৰ নাম আছিল আইজাক নিউটন। প্ৰশ্নটো কৰিয়েই ক্ষান্ত হৈ নাথাকি তেওঁ তাৰ উত্তৰ বিচাৰিবলৈকো যত্ন কৰিলে। উত্তৰ তেওঁ পালেও। তেওঁ যি উত্তৰ পালে সেই উত্তৰে বিজ্ঞানৰ ক্ষেত্ৰত নতুন যুগৰ সূচনা কৰিলে। আজি তুমি তোমাৰ চাৰিওফালে বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ যি অভূতপূৰ্ব বিকাশ দেখিছা, সেইবোৰৰ একোটোৱে সম্ভৱ নহ'লহেঁতেন—যদিহে নিউটনৰ মনত এইটো প্ৰশ্নৰ উদয় নহ'লহেঁতেন ঃ আপেল গছৰ পৰা আপেল তললৈ সৰি পৰে কিয়?

'ৰবা, নিউটনক এৰি থৈ ডাৰউইনৰ কথালৈ যোৱাৰ আগতে প্ৰসঙ্গক্ৰমে মোৰ মনত পৰা আন এটা কথা তোমাক কৈ থওঁ—পাঠকে ক'লে—'তোমাৰ নিচিনা প্ৰতিভাবান আৰু জিজ্ঞাসু ল'ৰাবোৰক মই বাৰে বাৰে এটা কথা কৈ থাকিব খোজোঁ যে মানুহৰ আটাইতকৈ লাগতীয়াল গুণবোৰৰ ভিতৰত এটা হ'ল প্ৰশ্ন কৰাৰ স্বভাৱ আৰু ক্ষমতা। তলা খুলিবলৈ সাঁচাৰ-কাঠি লাগে। ঠিক তেনেকৈ প্ৰথমে প্ৰশ্নটো কৰিলেহে তাৰ পিছত প্ৰশ্নটোৰ উত্তৰ আহে বা আহিব পাৰে। অৰ্থাৎ প্ৰশ্নই হ'ল জ্ঞানৰ চন্দুকৰ চাবি-কাঠি। এই প্ৰসঙ্গত মোৰ মনত পৰা কথাটো হ'ল এই ঃ প্ৰাচীন গ্ৰীচত এজন দাৰ্শনিক আছিল। তেওঁ বাটেদি গৈ থাকোঁতে চিঞঁৰি চিঞঁৰি কৈ গৈ থাকিছিল—'মোৰ হাতত সকলো উত্তৰ জমা হৈ আছে; কিন্তু তোমালোকৰ প্ৰশ্নবোৰ ক'ত? তেওঁৰ কথা শুনি বহুত মানুহে হয়তো তেওঁক পাগল বুলি ভাবিছিল। কিন্তু তেওঁ পাগল নাছিল। বৰং তেওঁ এটা গভীৰ সত্য কথা কৈছিল। বিশ্বব্ৰহ্মাণ্ডৰ সকলো ৰহস্যৰ ব্যাখ্যা, অৰ্থাৎ সেই সম্পৰ্কীয় সকলো প্ৰশ্নৰ উত্তৰ, বিশ্বব্ৰহ্মাণ্ডৰ মাজতেই লুকাই আছে। কিন্তু উত্তৰবোৰ উদ্ঘাটন কৰিবলৈ প্ৰথমে প্ৰশ্ন কৰি জানিব লাগিব। যেনেকৈ জানিছিল আইজাক নিউটনে। যেনেকৈ জানিছিল চাৰ্লছ ডাৰউইনে। নিউটনৰ নিচিনাকৈয়ে ডাৰউইনেও এটা যুগান্তকাৰী প্ৰশ্ন উত্থাপন কৰিছিল। সেই কাৰণেই কোৱা হয় যে সোতৰ শতিকাৰ কাৰণে নিউটন যিমান গুৰুত্বপূৰ্ণ আছিল, উনৈশ শতিকাৰ কাৰণে সিমান গুৰুত্বপূৰ্ণ আছিল ডাৰউইন।'

# কিন্তু প্ৰশ্নটো কি আছিল?

'ডাৰউইনে জীবাশ্মবোৰ বিগল্ জাহাজলৈ লৈ যোৱাৰ ব্যৱস্থা কৰিলে'—পাঠকে কিছু সময় থমকি ৰৈ আকৌ ক'বলৈ আৰম্ভ কৰিলে—'জীবাশ্মবোৰ পৰীক্ষা কৰি কৰি তেওঁ নিজৰ লগত কথা পাতিবলৈ ধৰিলে। লক্ষ লক্ষ বছৰৰ আগতে পৃথিৱীত যে এই দৈত্যাকাৰ প্ৰাণীবোৰ আছিল তাৰ নিৰ্ভুল প্ৰমাণ এই জীবাশ্মবোৰেই। কিন্তু সিহঁত আজি নাই কিয়? সিহঁত পৃথিৱীৰ পৰা বিলুপ্ত হৈ গ'ল কিয়? আজি পৃথিৱীত যিবোৰ প্ৰাণী বিৰাজ কৰিছে সিহঁতৰ লগত লক্ষ লক্ষ বছৰৰ আগতে বিলুপ্ত হোৱা প্ৰাণীবোৰৰ কিবা সম্পৰ্ক আছেনে?

'ডাৰউইনে নিজকে এই প্ৰশ্নবোৰ কৰি থাকোঁতে জাহাজখন একে ঠাইতে ৰৈ থকা নাছিল। বিগল্ তাৰ নিৰ্দিষ্ট পথত গৈ আছিল। এনেদৰে গৈ থাকোঁতে নতুন নতুন প্ৰাকৃতিক দৃশ্য আৰু সংঘটন ডাৰউইনৰ চকুত পৰিছিল—যিবোৰে তেওঁৰ মনত নতুন নতুন প্ৰশ্ন জগাই তুলিছিল; তেওঁক নতুন নতুন চিন্তাৰ খোৰাক দিছিল। উদাহৰণ স্বৰূপে, এণ্ডিজ পৰ্বতৰ ওপৰত তেওঁ আৱিষ্কাৰ কৰিছিল শামুক, কাছ আৰু অন্যান্য মৃত জলচৰ প্ৰাণীৰ খোলা। নৈ বা সাগৰত বাস কৰা প্ৰাণীবোৰৰ খোলা পৰ্বতৰ ওপৰলৈ আহিল কেনেকৈ? এইটো প্ৰশ্নৰ একমাত্ৰ উত্তৰ হ'ব পাৰে এইটোৱেই যে পৰ্বতটো নিশ্চয় এসময়ত সাগৰৰ তলত আছিল। জাহাজৰ পৰা তেওঁ চিলিৰ উপকূলত দেখিবলৈ পালে এটা জীৱন্ত আগ্নেয়গিৰিৰ উদ্‌গিৰণৰ দৃশ্য। সেই দৃশ্যটোৱে তেওঁৰ মনলৈ এই ভাব আনিলে যে পৃথিৱীখন সৃষ্টিৰ প্ৰথম মুহূৰ্তৰ পৰা আজিলৈকে একে হৈ থকা নাই; প্ৰকৃতিয়ে নিজৰ শক্তিৰে পৃথিৱীখনক ক্ৰমাগতভাৱে সলনি কৰি আছে। তেওঁ তাৰ এটা নতুন প্ৰমাণ পালে চিলিৰ কনচেপছন নামৰ চহৰত। মাত্ৰ কিছুদিনৰ আগতে এটা ভীষণ ভূমিকম্পই চহৰবাসীসকলৰ চকুৰ আগতে চহৰখনৰ ৰূপ চিনিব নোৱৰাকৈ সলনি কৰি পেলাইছিল। মানুহবোৰে ডাৰউইনক কোৱা মতে তেওঁ চিলিৰ উপকূলত যিবোৰ শিলাময় টিলা দেখিবলৈ পাইছে সেইবোৰ ভূমিকম্পৰ আগলৈকে আছিল সাগৰৰ পানীৰ তলত।... ... তাৰ মানে ঈশ্বৰে পৃথিৱীখন যিটো ৰূপত সৃষ্টি কৰিছিল সেই ৰূপ যুগৰ পিছত যুগ ধৰি অপৰিৱৰ্তিত হৈ থকা নাই। বিভিন্ন কাৰণত সি সলনি হৈ আছে। তেন্তে পৃথিৱীৰ প্ৰাণীবোৰৰো গঠন আৰু প্ৰকৃতিৰ সলনি হ'ব পাৰে নেকি?'

কথাবোৰ হজম কৰিবলৈ পাঠকে দেৱব্ৰতক কিছু সময় দিলে। তাৰ পিছত তেওঁ আকৌ ক'বলৈ ধৰিলে—'ডাৰউইনৰ মনলৈ অহা প্ৰথম প্ৰশ্নটো আছিল—লক্ষ লক্ষ বছৰৰ আগতে ধৰা-পৃষ্ঠত বিচৰণ কৰি ফুৰা যিবোৰ অতিকায় জন্তুৰ জীবাশ্ম তেওঁ কিছুদিনৰ আগতে আৰ্জেণ্টিনাৰ বাহায়া ব্লাংকাত আৱিষ্কাৰ কৰিছিল, সেই জন্তুবোৰ পৃথিৱীৰ পৰা বিলুপ্ত হৈ যোৱাৰ কাৰণ কি?

'খ্ৰীষ্টিয়ানসকলৰ ধৰ্মগ্ৰন্থ বাইবেলত এই প্ৰশ্নৰ কি উত্তৰ আছে সেই কথা ডাৰউইনে জানে। বাইবেল তেওঁৰ কণ্ঠস্থ, কাৰণ ধৰ্মযাজক হ'বলৈ তেওঁ ধৰ্মতত্ত্ব অধ্যয়ন কৰিছিল। ... ... এইখিনিতে বাইবেলৰ বিষয়ে দুআষাৰমান কথা তোমাক কৈ থওঁ। বাইবেল যে খ্ৰীষ্টিয়ানসকলৰ ধৰ্মগ্ৰন্থ সেই কথা তুমি জানা। ধৰ্মগ্ৰন্থ বা মহৎ সাহিত্য হিচাপে বাইবেলৰ গুৰুত্ব বুজি পোৱাৰ লগতে তুমি এই কথাও জানিব লাগিব যে পৃথিৱীৰ প্ৰধান ধৰ্মকেইটাৰ ভিতৰত খ্ৰীষ্টিয়ান ধৰ্মত বিশ্বাস কৰা মানুহৰ সংখ্যাই আটাইতকৈ বেছি। পৃথিৱীত খ্ৰীষ্টিয়ানৰ

সংখ্যা প্ৰায় ২০০ কোটি, মুছলমানৰ সংখ্যা ১২০ কোটি, হিন্দুৰ সংখ্যা ৮১ কোটি আৰু বৌদ্ধধৰ্মী মানুহৰ সংখ্যা ৩৬ কোটি। এই সংখ্যাবোৰৰ পৰা এটা কথা স্পষ্ট হৈছে যে পৃথিৱীৰ আটাইতকৈ বেছিসংখ্যক মানুহে বাইবেলৰ শিক্ষাত বিশ্বাস কৰে।

'সৃষ্টিৰ ৰহস্য ব্যাখ্যা কৰাটো হ'ল ধৰ্মৰ এটা প্ৰধান কাম। বিভিন্ন বিষয়ত বিভিন্ন ধৰ্মৰ মতৰ পাৰ্থক্য থাকিলেও এটা বিষয়ত কিন্তু সকলো ধৰ্ম একমত। সেইটো হ'ল সৃষ্টিকৰ্তা ঈশ্বৰৰ অস্তিত্বত বিশ্বাস। সৃষ্টি থাকিলে তাত এজন স্ৰষ্টা থাকিবই লাগিব। সেই স্ৰষ্টাজনকে সকলো ধৰ্মই ঈশ্বৰ বুলি কয়। ধৰ্মই ঈশ্বৰৰ অস্তিত্ব কিয় স্বতঃসিদ্ধ বুলি মানি লয় সেই কথা ব্যাখ্যা কৰি অসমীয়া কবি মফিজুদ্দিন আহমদ হাজৰিকাই 'বিশ্ব-খনিকৰ' নামৰ এটা কবিতাত লিখিছে—(কবিতাটো মোৰ মুখস্থ আছে)

দেখা নাই যদিস্যাতো, আছে ত্ৰিলোকৰ
নিশ্চয় নিশ্চয় এটি বিশ্ব-খনিকৰ।
নিশ্চয় নিশ্চয় তেওঁ,
দেখা নায়ো যদি কেও,
বায়ু-মাটি-পানী-জুই একাকাৰ কৰি
কত নানা বৰণৰ
কত জীৱ-জন্তু-নৰ,
কত কি চানেকিৰে আছে গঢ়ি গঢ়ি

* * * * *

লাগে নেকি পৰমাণ আভজনী মন?
মেজ, মুঢ়া, চকী, ঘৰ
দেখি যেনে মানুহৰ
নিজে নিজে আহে এটি এনে পতিয়ন
এই বস্তুবিলাকৰ
সাজোতা বা কাৰিকৰ
আছে আছে ক'ৰবাত নিশ্চয় এজন।
আৰু যেনে বুধি-জ্ঞান
কৰি মাথোঁ অনুমান
নমনিও সকলোৱে এনে কথা কয়ঃ
"দেখি শুনি কাজে-কামে
জ্ঞান আৰু বুদ্ধি নামে,
দুটি বস্তু আছে বুলি জানো—হয় হয়।"
সেইদৰে জগতৰো
কিম্বা স্বৰ্গ-মৰতৰো
(নমনেও যদিস্যাত) আছে কাৰিকৰ,
নিশ্চয় নিশ্চয় এটি বিশ্ব-খনিকৰ।

'সকলো ধৰ্মশাস্ত্ৰৰ দৰেই বাইবেলতো এই কথা কোৱা হৈছে যে এজন ঈশ্বৰেই এই পৃথিৱীখন, আৰু মানুহকে ধৰি পৃথিৱীৰ সকলো প্ৰাণীকে সৃষ্টি কৰিছে। বাইবেল দুটা খণ্ডত বিভক্ত ঃ ওল্ড টেষ্টামেণ্ট আৰু নিউ টেষ্টামেণ্ট। ওল্ড টেষ্টামেণ্টৰ যিটো অধ্যায়ত ঈশ্বৰে পৃথিৱীখন আৰু মানুহক সৃষ্টি কৰাৰ কাহিনী কোৱা হৈছে সেই অধ্যায়টোক 'জেনেছিছ' বা সৃষ্টি-তত্ত্ব বুলি কোৱা হয়। জেনেছিছত কোৱা হৈছে যে ঈশ্বৰে স্বৰ্গ আৰু মৰ্ত্য সৃষ্টি কৰাৰ পিছত পোহৰৰ সৃষ্টি কৰিলে। পোহৰ সৃষ্টি কৰাৰ পিছত ঈশ্বৰে ৰাতিপুৱা আৰু সন্ধিয়াৰ সৃষ্টি কৰি দৃশ্যটো দেখি নিজেই ভাল পালে। তাৰ পিছত তেওঁ দিনটো পোহৰ কৰিবলৈ সূৰ্য আৰু ৰাতিটো পোহৰ কৰিবলৈ চন্দ্ৰ সৃষ্টি কৰিলে। এই গোটেইখিনি সৃষ্টি কৰি শেষ হোৱাৰ পিছত তেওঁ নিজৰ আৰ্হিত মানুহক সৃষ্টি কৰিলে আৰু মানুহক সসাগৰা পৃথিৱীৰ সকলো স্থলচৰ জলচৰ নভোচৰ প্ৰাণী আৰু উদ্ভিদৰ ওপৰত অধিপতি পাতিলে।

'দেৱব্ৰত, আমি ডাৰউইনৰ কথালৈ ঘূৰি যোৱাৰ আগতে বাইবেলৰ এই কথাখিনি ভালকৈ মনত ৰাখিবলৈ চেষ্টা কৰা উচিত, কাৰণ বাইবেলৰ সৃষ্টিতত্ত্বৰ এই কথাবোৰ মিছা বুলি প্ৰমাণ কৰিয়েই ডাৰউইনে মানুহৰ চিন্তাৰ জগতলৈ বিপ্লৱ আনিলে, আৰু তাৰ লগতে নিজকো অমৰ কৰিলে। মোৰ যিমানদূৰ মনত পৰে, ডাৰউইনৰ বিষয়ে ক'বলৈ আৰম্ভ কৰোঁতেই মই কিবা এটা প্ৰসঙ্গত তোমাক কৈছিলো যে ডাৰউইনৰ The Origin of Species নামৰ বিখ্যাত কিতাপখন যি বছৰত প্ৰকাশ হৈছিল, সেই বছৰৰ পৰাই আধুনিক চিন্তাৰ সূচনা হোৱা বুলি কোনো কোনো পণ্ডিতে ক'ব খোজে। ইমানেই গুৰুত্বপূৰ্ণ আছিল ডাৰউইনৰ বৈজ্ঞানিক আৱিষ্কাৰ।

'কিন্তু বাইবেলৰ সৃষ্টি-তত্ত্ব মিছা হ'ব পাৰে—এনে এটা ভাব ডাৰউইনৰ মনলৈ কিয় আহিছিল? এই ভাবটো তেওঁৰ মনলৈ নিশ্চয় হঠাৎ বা এটা বিশেষ মুহূৰ্তত অহা নাছিল। তেওঁৰ মনলৈ অহা প্ৰথম প্ৰশ্নটো আছিল—তেওঁ বাহায়া ব্লাংকাত লক্ষ লক্ষ বছৰৰ আগৰ যিবোৰ দৈত্যাকাৰ জন্তুৰ জীৱাশ্ম আৱিষ্কাৰ কৰিছিল, সেই জন্তুবোৰ এতিয়া নাই কিয়? সেই জন্তুবোৰ পৃথিৱীৰ পৰা চিৰকাললৈ বিলুপ্ত হৈ গ'ল কিয়?

'বাইবেলত তাৰ উত্তৰ আছে। বাইবেলৰ মতে ঈশ্বৰে পৃথিৱীৰ পাপৰ শাস্তি দিবলৈ এটা প্ৰকাণ্ড বানপানীৰ সৃষ্টি কৰিছিল। সেই বানপানীত পৃথিৱীৰ বেছিভাগ মানুহ আৰু প্ৰাণী নিশ্চিহ্ন হোৱাৰ উপক্ৰম হৈছিল। কিন্তু ঈশ্বৰে কিছুমান মানুহ আৰু প্ৰাণীক ৰক্ষা কৰিবলৈ ইচ্ছা কৰি নোৱা নামৰ এজন মানুহৰ লগত এটা চুক্তি কৰিলে। সেই চুক্তি অনুযায়ী ঈশ্বৰে নোৱাক এখন প্ৰকাণ্ড নাও সাজিবলৈ নিৰ্দেশ দিলে। নোৱাই নাওখনৰ সহায়েৰে যিমান পাৰে মানুহক আৰু অন্যান্য প্ৰাণীক বানপানীৰ পৰা উদ্ধাৰ কৰিব। তাৰ বিনিময়ত ঈশ্বৰে তেওঁক এটা পুৰস্কাৰ দিব। সেইমতে নোৱাই বহুতো মানুহ আৰু ইতৰ প্ৰাণীক বানপানীৰ পৰা উদ্ধাৰ কৰিলে। নোৱাই উদ্ধাৰ কৰা মানুহ আৰু ইতৰ প্ৰাণীৰ বংশধৰবোৰ আজিলৈকে পৃথিৱীত আছে। নোৱাই উদ্ধাৰ কৰিব নোৱৰা প্ৰাণীবোৰ চিৰকালৰ কাৰণে বিলুপ্ত হৈ গ'ল। অৰ্থাৎ ডাৰউইনে বাহায়া ব্লাংকাত অতীত যুগৰ যিবোৰ অতিকায় প্ৰাণীৰ জীৱাশ্ম আৱিষ্কাৰ কৰিছিল, বাইবেলৰ মতে সেইবোৰ প্ৰাণী চিৰকাললৈ বিলুপ্ত হোৱাৰ কাৰণটো হ'ল ঈশ্বৰে সৃষ্টি কৰা প্ৰলয়ংকৰ বানপানী।

বাইবেলৰ এই ব্যাখ্যাটোতে ডাৰউইন সন্তুষ্ট হৈ থকা হ'লে আজি আমি তেওঁক স্মৰণ কৰিব লগা নহ'লহেঁতেন।'

# বাইবেলৰ সৃষ্টি-তত্ত্ব

'বাইবেলৰ মতে আমাৰ এই পৃথিৱীখন আৰু পৃথিৱীখনৰ সকলো প্ৰাণীকে ঈশ্বৰে সৃষ্টি কৰিছিল। এইবোৰ সৃষ্টি কৰিবলৈ ঈশ্বৰৰ সময় লাগিছিল মাত্ৰ ছদিন। ছদিন সৃষ্টি-কাৰ্যত ব্যস্ত হৈ থাকি সপ্তম দিনা ঈশ্বৰে জিৰণি লৈছিল। ঈশ্বৰৰ আৰ্হি অনুসৰণ কৰি খ্ৰীষ্টিয়ানসকলেও সপ্তাহৰ এটা দিন—দেওবাৰটো—জিৰণি ল'বৰ কাৰণে আছুতীয়াকৈ ৰাখিছে। খ্ৰীষ্টিয়ান ইউৰোপে কেইবা শতিকা ধৰি পৃথিৱীৰ বহুতো দেশত ঔপনিৱেশিক শাসন চলোৱাৰ ফলত অ-খ্ৰীষ্টিয়ানসকলেও দেওবাৰৰ দিনটো ছুটীৰ দিন হিচাপে কটাবলৈ অভ্যাস কৰিছে।

'বাইবেলৰ এই সৃষ্টি-তত্ত্ব আখৰে আখৰে বিশ্বাস কৰিবলৈ হ'লে এই কথা স্বতঃসিদ্ধ বুলি ধৰি ল'ব লাগিব যে ঈশ্বৰে এটা নিৰ্দিষ্ট সময়ত পৃথিৱীখন আৰু প্ৰাণীবোৰ সৃষ্টি কৰিছিল। তাৰ আগতে পৃথিৱীৰ কোনো অস্তিত্ব নাছিল। পৃথিৱী নাথাকিলে প্ৰাণীবোৰ থাকিব ক'ত? বাইবেলৰ সৃষ্টি-তত্ত্বই আৰু এটা প্ৰশ্ন আমাৰ সমুখত থিয় কৰাই দিছে ঃ ঈশ্বৰে পৃথিৱীখন আৰু পৃথিৱীৰ প্ৰাণীবোৰক কেতিয়া কোন সময়ত সৃষ্টি কৰিছিল?

'বাইবেলত এই প্ৰশ্নৰো উত্তৰ আছে। উত্তৰটো স্পষ্ট আৰু সঠিকভাৱে দিয়া নাথাকিলেও তাৰ ইংগিত আছে। বাইবেলৰ সৃষ্টি-তত্ত্ব সূক্ষ্মভাৱে অধ্যয়ন কৰা পণ্ডিতসকলে হিচাপ কৰি উলিয়াইছে যে যীশুখ্ৰীষ্টৰ জন্মৰ ৪০০৪ বছৰৰ আগতে ২৩ অক্টোবৰৰ দিনা ঈশ্বৰে পৃথিৱীখন সৃষ্টি কৰিছিল। মানুহ আৰু প্ৰাণীৰ সৃষ্টি তাৰো পাছৰ ঘটনা।'

দেৱব্ৰত বহুতপৰ নীৰৱ হৈ আছিল। পাঠকে তেওঁক যিবোৰ নতুন নতুন জ্ঞানৰ সম্ভেদ দিছিল সেইবোৰে তেওঁক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। অতি সাধাৰণভাৱে জীৱন আৰম্ভ কৰা ডাৰউইন নামৰ মানুহজন—যাৰ ভৱিষ্যতক লৈ দেউতাক চিন্তিত হৈছিল—সেই মানুহজন দেৱব্ৰতৰ মানস-চকুৰ আগত ধীৰে ধীৰে এজন মহা-বিজ্ঞানীলৈ ৰূপান্তৰিত হ'বলৈ ধৰিছিল। কিন্তু এইখিনিতে হঠাৎ দেৱব্ৰতৰ মনলৈ এটা প্ৰশ্ন আহিল। তেওঁ পাঠকক সুধিলে—'ছাৰ, ধৰ্ম-যাজক হ'বলৈ শিক্ষা গ্ৰহণ কৰা ডাৰউইনে বাইবেলৰ সৃষ্টি-তত্ত্ব বিনা-প্ৰশ্নে মানি লোৱা নাছিল কিয়? বাইবেলৰ কথা সঁচা নহ'বও পাৰে—এনে এটা প্ৰশ্ন তেওঁৰ মনলৈ আহিছিল কিয়?'

'কিয়? এই প্ৰশ্নটোৰ উত্তৰ দিয়াটোৱেই হ'ল মানুহৰ কাৰণে আটাইতকৈ কঠিন কাম'—পাঠকৰ মুখত চিন্তাৰ ৰেখা ফুটি উঠিল—'উদাহৰণ স্বৰূপে বিজ্ঞানীসকলে দীঘলীয়া সাধনা কৰি এই বিশ্ব-ব্ৰহ্মাণ্ডখননো কেতিয়া কেনেকৈ সৃষ্টি হৈছিল সেই প্ৰশ্নৰ বহুতো উত্তৰ বিচাৰি পাইছে। সেই উত্তৰবোৰৰ বিৱৰণেই হ'ল যোৱা তিনিশ বছৰৰ বিজ্ঞানৰ ইতিহাস। কিন্তু এটা প্ৰশ্নৰ উত্তৰ বিজ্ঞানীসকলে আজিলৈকে পোৱা নাই, আৰু কেতিয়াও নাপাবও। সেই প্ৰশ্নটো হ'ল ঃ বিশ্ব-ব্ৰহ্মাণ্ডখন আছে কিয়?... ... ঠিক সেইদৰে কিছুমান মানুহৰ মনত কিছুমান প্ৰশ্নৰ উদয় কিয় হয়, আন মানুহৰ মনত কিয় নহয়, তাৰ কোনো উত্তৰ নাই। কথা-প্ৰসঙ্গত এদিন মই তোমাক আইজাক নিউটনৰ কথা কৈছিলো। পৃথিৱীত আপেল গছৰ সৃষ্টিৰ দিন ধৰি আপেল গছৰ পৰা আপেল সৰিয়েই আছিল। কোনেওতো প্ৰশ্ন কৰা নাছিল—আপেল ওপৰৰ পৰা

তললৈ কিয় সৰি পৰে? ইতিহাসত প্ৰথমবাৰৰ কাৰণে নিউটনৰ মনত প্ৰশ্নটো উদয় হ'ল আৰু তাৰ উত্তৰ বিচাৰিবলৈ চেষ্টা কৰি তেওঁ আৱিষ্কাৰ কৰিলে মাধ্যাকৰ্ষণ তত্ত্ব। তেওঁ পৃথিবীখনকেই সলনি কৰি পেলালে। ঠিক সেইদৰে খ্ৰীষ্টধৰ্মৰ প্ৰৱৰ্তনৰ দিন ধৰি প্ৰায় উনৈশ শ বছৰ খ্ৰীষ্টিয়ানসকলে বাইবেলৰ সৃষ্টি-তত্ত্ব বিনা-প্ৰশ্নে বিনা-বিচাৰে মানি লৈছিল। মহা মহা পণ্ডিতৰ মনতো সেই সম্পৰ্কে কোনো প্ৰশ্নৰ উদয় হোৱা নাছিল। কিন্তু ডাৰউইনৰ মনলৈ প্ৰশ্নটো আহিল, আৰু সেই প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ চেষ্টা কৰি তেওঁ জীৱন আৰু জগত সম্পৰ্কে মানুহৰ ধাৰণাকেই সলনি কৰি পেলালে।

'ৰ'বা দেৱব্ৰত, আন কথালৈ যোৱাৰ আগতে প্ৰসঙ্গক্ৰমে তোমাক আৰু এটা কথা কৈ থওঁ। একমাত্ৰ ডাৰউইনেহে যে বাইবেলৰ সিদ্ধান্তক প্ৰথমবাৰৰ কাৰণে প্ৰশ্ন কৰিছিল এনে কথা নহয়। আচলতে ইউৰোপত কে'বা শতিকা ধৰি ধৰ্ম আৰু বিজ্ঞানৰ মাজত সংঘৰ্ষ বা মতান্তৰ চলি আহিছে। উদাহৰণস্বৰূপে যীশুখ্ৰীষ্টৰ জন্মৰ বহুত আগৰ পৰাই মানুহে বিশ্বাস কৰি আহিছিল যে বিশ্ব-ব্ৰহ্মাণ্ডৰ কেন্দ্ৰত বিৰাজ কৰিছে আমাৰ পৃথিৱীখন। পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰিছে গ্ৰহ-নক্ষত্ৰবোৰে। বাইবেলেও এই কথা মানি লৈছিল। কিন্তু কোপাৰ্নিকাছ (১৪৭৩—১৫৪৩ খ্ৰীঃ) নামৰ এজন মানুহে বহুদিন ধৰি গ্ৰহ-নক্ষত্ৰৰ গতি-বিধি আৰু অৱস্থান পৰ্যবেক্ষণ কৰি অৱশেষত এই সিদ্ধান্তলৈ আহিল যে বাইবেলৰ এই বিশ্বাস শুদ্ধ নহয়। আচলতে সূৰ্যহে সৌৰ-জগতৰ কেন্দ্ৰস্থলত স্থিৰ হৈ বিৰাজ কৰিছে; আন গ্ৰহবোৰৰ দৰে পৃথিৱীয়ে সূৰ্যক প্ৰদক্ষিণ কৰি থাকে। পোলেণ্ডৰ মানুহ কোপাৰ্নিকাছো আছিল এজন ধৰ্মযাজক! কোৱা বাহুল্য মাত্ৰ যে খ্ৰীষ্টিয়ান চাৰ্চে কোপাৰ্নিকাছৰ মতৰ ঘোৰ বিৰোধিতা কৰিছিল। গেলিলিঅ' (১৫৬৪—১৬৪২ খ্ৰীঃ) নামৰ ইটালী দেশত এজন বিজ্ঞানীয়ে তেওঁ নিজে নিৰ্মাণ কৰা দূৰবীক্ষণ যন্ত্ৰৰ সহায়েৰে কোপাৰ্নিকাছৰ কথা সত্য বুলি প্ৰমাণ কৰিছিল। সেই 'অপৰাধ'ত তেওঁক কাৰাদণ্ড দিয়া হৈছিল। ডাৰউইনেও বাইবেলৰ মতৰ বিৰোধিতা কৰিবলৈ গৈ কেনেকুৱা পৰিস্থিতিৰ সন্মুখীন হ'বলগা হৈছিল সেই কথা অলপ পিছতে মই তোমাক ক'ম। এক প্ৰকাৰে চাবলৈ গ'লে বিজ্ঞানৰ ইতিহাস হ'ব ধৰ্মৰ লগত সংঘাতৰ ইতিহাস। অন্ততঃ বিজ্ঞানৰ বিকাশৰ প্ৰথম অৱস্থাত। খ্ৰীষ্টিয়ান ধৰ্মই প্ৰায় এহেজাৰ বছৰ ধৰি মানুহৰ বৈজ্ঞানিক কৌতূহলক দমন কৰি ৰাখিছিল। যিবোৰ মানুহে বাইবেলৰ যুক্তি-প্ৰমাণ নোহোৱা অলৌকিক কথাবোৰত বিশ্বাস নকৰিছিল, তেনেকুৱা বহুতো মানুহকে জীয়াই জীয়াই পুৰি মৰা হৈছিল। গিয়ৰ্ডনো ব্ৰুনো (১৫৪৮-১৬০০ খ্ৰীঃ) আছিল বিজ্ঞানৰ এনে এজন ছহিদ। কোপাৰ্নিকাছৰ মত সমৰ্থন কৰাৰ কাৰণে তেওঁক জীয়াই জীয়াই পুৰি মৰা হৈছিল। অৱশ্যে পিছলৈ ধৰ্ম আৰু বিজ্ঞানৰ মাজত সন্ধি স্থাপন হ'ল। তাৰ ফলত ধৰ্ম আৰু বিজ্ঞান দুয়ো লাভৱান হ'ল।... যিবোৰ মানুহে এই কথাবোৰ জানিবলৈ কৌতূহল অনুভৱ কৰে তেওঁলোকৰ জীৱন বিমল আনন্দৰে ভৰি থাকে। জ্ঞানৰ নিঃস্বাৰ্থ সাধনা—অৰ্থাৎ কোনো পুৰস্কাৰ বা প্ৰতিদানৰ আশা নকৰি কেৱল জনাৰ নিচাতেই জ্ঞানৰ অন্বেষণ কৰাটো হ'ল মানুহৰ অন্যতম মহৎ সাধনা। মই আজি তোমাক যিখিনি কথা ক'লো সেই বিষয়ে আৰু বেছি কথা জানিবলৈ তুমি মনে মনে কৌতূহল অনুভৱ কৰিছানে?'

'কৰিছোঁ ছাৰ'—চকুৰে-মুখে আগ্ৰহ প্ৰকাশ কৰি দেৱব্ৰতে উত্তৰ দিলে।

পাঠকে ক'লে—'তেনেহ'লে মোৰ পৰিশ্ৰম আৰু সময়খিনি অথলে যোৱা নাই। গছৰ ফল খাবলৈ আশা কৰিলে প্ৰথমে মাটিত গুটি পুতিব লাগিব। তেনেকৈ ছাত্ৰ অৱস্থাতে মানুহৰ মনত কৌতূহলৰ বীজ পুতিব লাগিব। সেই কৌতূহলে এদিন জ্ঞানৰ ফল দিব।... আজিলৈ ইমানতে সামৰো। কি কোৱা?'

# ডাৰউইনে প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ আৰম্ভ কৰিলে

'তোমাক আগতেই কৈছিলো যে ডাৰউইনে জীৱ-বিজ্ঞানৰ লগতে ভূ-তত্ত্বৰো খবৰ ৰাখিবলৈ আৰম্ভ কৰিছিল'—পাঠকে ক'বলৈ আৰম্ভ কৰিলে—'ডাৰউইনৰ সময়ত ইংলেণ্ডত কে'বাজনো বিখ্যাত ভূ-তত্ত্ববিদৰ আৱিৰ্ভাৱ ঘটিছিল। তেওঁলোকৰ আৱিষ্কাৰবোৰে পৃথিৱীৰ গঠন আৰু অতীত ইতিহাস সম্পৰ্কে মানুহক বহুতো নতুন নতুন জ্ঞানৰ সন্ধেদ দিছিল। ডাৰউইনৰ বন্ধুসকলৰ ভিতৰতো কে'বাজনো আছিল ভূ-তত্ত্ববিদ। পৃথিৱীখন সকলো প্ৰাণীৰে বাসভূমি। কেৱল সেয়েই নহয়। পৃথিৱীৰ বুকুৰ পৰাই সকলো প্ৰাণী এদিন ওলাই আহে, পৃথিৱীয়েই তেওঁলোকক লালন-পালন কৰে, আৰু এদিন পৃথিৱীৰ বুকুতে প্ৰাণীবোৰ লয় পায়। গতিকে এই কথা নিশ্চয় নক'লেও হ'ব যে পৃথিৱীখনৰ বিষয়ে নজনাকৈ প্ৰাণীবোৰৰ কথা সম্পূৰ্ণকৈ জনা সম্ভৱ নহয়। ডাৰউইনে এই কথা অনুভৱ কৰিছিল কাৰণেই তেওঁ স্বাভাৱিকতে ভূ-তত্ত্বৰ প্ৰতি কৌতূহলী হৈছিল।

'বাইবেলৰ মতে পৃথিৱীৰ বয়স মাত্ৰ কেইহেজাৰমান বছৰহে হ'ব। কিন্তু ভূ-তত্ত্বই প্ৰমাণ কৰি দেখুৱালে যে পৃথিৱীৰ বয়স হ'ব বহু কোটি বছৰ। বাইবেলে ক'ব খোজে যে পৃথিৱীত আমি যিবোৰ খলা-বমা, পৰ্বত-সাগৰ দেখিবলৈ পাইছোঁ, সেই সকলোবোৰ কৰিছিল ঈশ্বৰে সৃষ্টি কৰা বানপানীবোৰে। কিন্তু ভূ-তত্ত্বই প্ৰমাণ কৰি দেখুৱালে যে ভূ-পৃষ্ঠৰ এই পৰিৱৰ্তনবোৰ হঠাৎ অহা বানপানীয়ে কৰা নাই; নানা প্ৰাকৃতিক কাৰণত যুগৰ পিছত যুগ ধৰি খুব ধীৰে ধীৰে ভূ-পৃষ্ঠৰ এই পৰিৱৰ্তনবোৰ ঘটিছে। ভূ-পৃষ্ঠৰ এই পৰিৱৰ্তনৰ লগে লগে জলবায়ুতো নানা পৰিৱৰ্তন আহিছে। পৃথিৱীখন কেতিয়াবা খুব গৰম হৈছে, কেতিয়াবা খুব ঠাণ্ডা হৈছে কেতিয়াবা সি খুব শুকান হৈছে, কেতিয়াবা সি হৈছে জলময়...

'কিন্তু ভূ-তত্ত্বই বাইবেলৰ মতৰ বিপৰীতে গৈ কেৱল পৃথিৱীখনকেই কে'বাকোটি বছৰ পুৰণি বুলি কৈ ক্ষান্ত হৈ থকা নাই; ভূ-তত্ত্ববিদসকলে আৱিষ্কাৰ কৰা জীৱাশ্মবোৰে এই কথাও দৃঢ়ভাৱে প্ৰমাণ কৰিছে যে পৃথিৱীত প্ৰাণীৰ আৱিৰ্ভাৱো ঘটিছিল কে'বা লক্ষ বছৰৰ আগতেই। বাইবেলে কোৱা মতে মাত্ৰ চাৰি হাজাৰ বছৰৰ আগতে নহয়। তেনেহ'লে এনে এটা কথা অনুমান কৰি ল'ব নোৱাৰিনে যে পৃথিৱীত লক্ষ লক্ষ বছৰ ধৰি চলি থকা জলবায়ু আৰু পৰিবেশৰ পৰিৱৰ্তনৰ লগত প্ৰাণীবোৰেও নিজকে খাপ খুৱাই ল'ব লগা হৈছিল? যিবোৰ প্ৰাণীয়ে খাপ খুৱাই ল'ব পৰা নাছিল, সিহঁতৰ কি হৈছিল?

'ডাৰউইনৰ মনলৈ প্ৰশ্নৰ পিছত প্ৰশ্ন আহিছিল; কিন্তু কোনো এটা প্ৰশ্নৰে সন্তোষজনক উত্তৰ তেওঁ পোৱা নাছিল। প্ৰশ্নবোৰৰ উত্তৰ পাবলৈ তেওঁ যে আৰু বহুত বেছি চিন্তা কৰিব লাগিব আৰু প্ৰমাণ সংগ্ৰহ কৰিব লাগিব—সেই কথা তেওঁ ভালকৈ বুজি পাইছিল। কিন্তু অন্ততঃ এটা বিষয়ে তেওঁ ইতিমধ্যেই এটা চূড়ান্ত সিদ্ধান্তলৈ আহিছিল। যিবোৰ অতিকায় জন্তুৰ জীৱাশ্ম তেওঁ আৱিষ্কাৰ কৰিছিল, সেইবোৰ জন্তু ধৰা-পৃষ্ঠৰ পৰা চিৰকাললৈ লুপ্ত হৈ যোৱাৰ কাৰণ বাইবেলত উল্লেখ কৰা বানপানী নহয়। অৰ্থাৎ ঈশ্বৰৰ ইচ্ছাত নহয়, প্ৰকৃতিৰ নিয়মৰ বশৱৰ্তী হৈয়েই সেই প্ৰাণীবোৰ এদিন সমূলি নোহোৱা হৈ গ'ল। এতিয়া ডাৰউইনৰ কাম হ'ব—প্ৰকৃতিৰ সেই নিয়মবোৰ কি আৰু সিহঁতে কেনেকৈ কাম কৰে সেই কথা জনা।

'ডাৰউইনে মনে মনে এই কথাবোৰ চিন্তা কৰি থাকে মানে বিগ্‌ল্ জাহাজখনো নিজৰ বাটত আগবাঢ়ি

গৈ আছিল। পেৰুৰ উপকূল পাৰ হৈ জাহাজখনে উত্তৰ-পশ্চিম দিশলৈ যাবলৈ ধৰিলে। কিছুদূৰ বাট গৈ জাহাজখন গালাপাগছ নামৰ দ্বীপপুঞ্জত উপস্থিত হ'লগৈ। দিনটো আছিল ১৮৩৫ খ্ৰীষ্টাব্দৰ ১৫ ছেপ্টেম্বৰ। সেই সময়ত ডাৰউইনৰ বয়স হৈছিল ২৬ বছৰ। গালাপাগাছ দ্বীপপুঞ্জত কটোৱা সময়খিনি ডাৰউইনৰ যুগান্তকাৰী বৈজ্ঞানিক আৱিষ্কাৰৰ কাৰণে ইমানেই গুৰুত্বপূৰ্ণ আছিল যে বহুত পণ্ডিতৰ মতে তেওঁ পাঁচ বছৰ সময় অনাই-বনাই ঘূৰি নুফুৰি কেৱল গালাপাগাছলৈ যোৱা হ'লেই তাতে তেওঁ তেওঁৰ সকলো প্ৰশ্নৰ উত্তৰ পালেহেঁতেন। কথাটো অলপ অতিৰঞ্জিত হ'লেও একেবাৰে মিছাও নহয়।

'স্পেনিছ ভাষাৰ শব্দ গালাপাগাছৰ অৰ্থ হ'ল দৈত্যাকাৰ কাছ। সেই দ্বীপপুঞ্জত বাস কৰা প্ৰাণীবোৰৰ ভিতৰত বেছিভাগেই আছিল কাছ। সেইকাৰণে দ্বীপপুঞ্জটোৰ নামো হ'ল গালাপাগাছ, অৰ্থাৎ কাছৰ দ্বীপ। অতীতৰ কোনোবা এটা সময়ত আগ্নেয়গিৰিৰ উদ্‌গিৰণৰ ফলত এই দ্বীপবোৰৰ সৃষ্টি হৈছিল। দ্বীপবোৰ মানুহৰ বসতিৰ উপযোগী নাছিল। আগ্নেয়গিৰিৰ গলিত লাভা গোট মাৰি সৃষ্টি হোৱা দ্বীপবোৰ দেখাতেই আছিল অতি ভয়ংকৰ। দ্বীপবোৰ আছিল তপত খোলাৰ নিচিনা গৰম। মানুহে খাব পৰা পানীও নাছিল বুলিয়েই ক'ব পাৰি। মানুহৰ বসতিৰ সম্পূৰ্ণ অনুপযোগী আৰু দেখিলেই মনলৈ আতংকৰ ভাব অহা এই দ্বীপপুঞ্জৰ মাত্ৰ এটা দ্বীপত দুশমান মানুহ আছিল। তেওঁলোকো তাত স্ব-ইচ্ছাৰে থকা নাছিল। ইকুৱেদৰ নামৰ দেশৰ পৰা নিৰ্বাসন দিয়া এই মানুহবোৰক তাত থাকিবলৈ বাধ্য কৰা হৈছিল। তেওঁলোকৰ প্ৰধান খাদ্য আছিল কাছৰ মাংস।

'কিন্তু মানুহৰ বসতিৰ অনুপযোগী আৰু আতংক-সঞ্চাৰী এই দ্বীপপুঞ্জ আছিল জীৱ-বিজ্ঞানী আৰু ভূ-বিজ্ঞানীৰ কাৰণে বৈজ্ঞানিক তথ্যৰ এটা সোণৰ খনি। আগ্নেয়গিৰিৰ উদ্‌গিৰণে সৃষ্টি কৰা সেই দ্বীপপুঞ্জৰ শিলাময় মাটিৰ তৰপে তৰপে প্ৰকৃতিয়ে নিজ হাতে লিখি ৰাখিছিল পৃথিৱীৰ অতীত যুগৰ ইতিহাস। ঠিক সেইদৰে সেই দ্বীপ-মালাৰ সেমেকা আৰু তপত জলবায়ুৱে নানা জাতিৰ সৰীসৃপ আৰু কাছৰ দ্ৰুত বংশ-বৃদ্ধিৰ কাৰণে এক অনুকূল পৰিবেশ সৃষ্টি কৰিছিল।

'কিন্তু ছাৰ'—দেৱব্ৰতে নীৰৱতা ভঙ্গ কৰি মাত লগালে—'ডাৰউইনেতো তেওঁৰ দীঘলীয়া ভ্ৰমণত আন আন ঠাইতো বহুতো বিচিত্ৰ পশু-পক্ষী আৰু সৰীসৃপ দেখা পাইছিল; তেনেস্থলত গালাপাগাছ তেওঁৰ কাৰণে আটাইতকৈ গুৰুত্বপূৰ্ণ হ'ল কিয়? আপুনি অলপ আগতে তেনেকৈ কোৱা নাছিল জানো?'

'ধৈৰ্য ধৰা দেৱব্ৰত, ধৈৰ্য ধৰা'—পাঠকে মিঠা হাঁহি এটা মাৰি ক'লে—'মই সেই কথাটোকে ক'বলৈ আৰম্ভ কৰিব খোজোঁতেই তুমি প্ৰশ্নটো কৰি পেলালা।... বিজ্ঞানী আৰু সাধাৰণ মানুহৰ মাজত পাৰ্থক্য কি? আপেলটো গছৰ পৰা কিয় তললৈ সৰি পৰিছিল বুলি সাধাৰণ মানুহে প্ৰশ্ন নকৰে। তুমি-মই নকৰোঁ। গছৰ পৰা গুটি তললৈ সৰি পৰেই; কিয় সৰি পৰে বুলি সোধাৰ দৰকাৰটো কি? কিন্তু দৰকাৰ আছিল। প্ৰকৃতিৰ নিয়মবোৰ জানিবৰ কাৰণে তেনে এটা প্ৰশ্ন কৰাৰ দৰকাৰ আছিল। নিউটনে প্ৰশ্নটো কৰিছিল, আৰু তাকে কৰি তেওঁ প্ৰকৃতিৰ এটা প্ৰধান নিয়ম আৱিষ্কাৰ কৰিছিল। ঠিক তেনেকৈ তুমি মই গালাপাগাছলৈ যোৱা হ'লে তাৰ বিচিত্ৰ আকৃতি-প্ৰকৃতিৰ কাছ, মাছ আৰু চৰাইবোৰ চাই হয়তো খুব আনন্দ অনুভৱ কৰিলোহেঁতেন; এখন ৰহস্যময় জগত আৱিষ্কাৰ কৰাৰ বিস্ময় অনুভৱ কৰিলোহেঁতেন। কিন্তু সেই বিচিত্ৰ পশু-পক্ষীবোৰ দেখি ডাৰউইনৰ মনলৈ যিবোৰ প্ৰশ্ন আহিছিল সেইবোৰ প্ৰশ্ন আমাৰ মনলৈ নাহিলহেঁতেন।'

'ডাৰউইনৰ লগত যিসকল নাবিক তালৈ গৈছিল তেওঁলোকৰ মনলৈকো নিশ্চয় সেই প্ৰশ্নবোৰ অহা নাছিল'—দেৱব্ৰতে ক'লে।

**'ঠিক কথা কৈছা'—পাঠকে দেবব্ৰতক সমৰ্থন কৰি ক'লে—সেইটোৱেই হ'ল বিজ্ঞানী আৰু সাধাৰণ মানুহৰ মাজৰ পাৰ্থক্য।... গালাপাগাছ ডাৰউইনৰ কাৰণে আটাইতকৈ বেছি গুৰুত্বপূৰ্ণ এই কাৰণেই আছিল যে তাতেই তেওঁৰ মনত আটাইতকৈ গুৰুত্বপূৰ্ণ প্ৰশ্নবোৰৰ উদয় হৈছিল, আৰু সেই প্ৰশ্নবোৰৰ উত্তৰো তেওঁ তাতেই পাইছিল।**



*গালাপাগাছ দ্বীপপুঞ্জত ডাৰউইনে দেখিবলৈ পোৱা এবিধ কাছ।*

'দুটামান উদাহৰণ দিওঁ শুনা। দ্বীপপুঞ্জ মানেই বহুতো দ্বীপ। প্ৰত্যেকটো দ্বীপতেই অসংখ্য কাছ আছে। দ্বীপবোৰৰ ইটোৰ পৰা সিটোৰ দূৰত্ব খুব বেছি নহয়। অথচ ডাৰউইনে অতি আচৰিত হৈ আবিষ্কাৰ কৰিলে যে এটা দ্বীপৰ কাছৰ লগত আন এটা দ্বীপৰ কাছৰ আকৃতিৰ মিল নাই। বিভিন্ন দ্বীপৰ একে জাতিৰ চৰাইবোৰৰ মাজতো তেওঁ একে ধৰণৰ অমিল আবিষ্কাৰ কৰিলে। তেওঁৰ মনলৈ প্ৰশ্ন আহিল ঃ যদি ঈশ্বৰেই একে সময়তে এই গোটেইবোৰ কাছ আৰু চৰাই সৃষ্টি কৰিলেহেঁতেন, তেন্তে মাত্ৰ অলপ দূৰে দূৰে থকা দ্বীপবোৰৰ আটাইবোৰ কাছ আৰু আটাইবোৰ চৰাইৰ আকৃতি একেই নহ'লহেঁতেন নে? একে জাতিৰ কাছ আৰু চৰাইবোৰৰ আকৃতি বেলেগ কিয় হ'ল? আনকি সিহঁতৰ মাংসৰ সোৱাদো বেলেগ বেলেগ হ'ল কিয়?

'ডাৰউইনৰ মনলৈ দ্বিতীয়টো প্ৰশ্ন আনিলে ইগুৱানা নামৰ এবিধ জেঠি-জাতীয় প্ৰাণীয়ে। বাঘ মেকুৰীতকৈ বহুত ডাঙৰ। কিন্তু দুয়োটাই মেকুৰী-জাতীয় প্ৰাণী। ঠিক তেনেকৈ ইগুৱানা জেঠিতকৈ বহুত ডাঙৰ হোৱা সত্ত্বেও আকৃতি আৰু প্ৰকৃতিৰ ফালৰ পৰা সি জেঠি-জাতীয় প্ৰাণী। কাছৰ দৰেই গালাপাগাছ দ্বীপপুঞ্জত বহুতো ইগুৱানা আছিল। এই ইগুৱানাবোৰে সাগৰত বাস কৰে। কিন্তু ডাৰউইনে লক্ষ্য কৰিলে যে কিবা কাৰণত ভয় খালে সিহঁতে লৰালৰিকৈ বামলৈ উঠি আহে। মনৰ পৰা ভয়-ভাব দূৰ নোহোৱালৈকে সিহঁতে পানীলৈ ঘূৰি যাব নোখোজে। পাৰত আশ্ৰয় লোৱা তেনেকুৱা কেইবাটাও ইগুৱানাক ডাৰউইনে সাগৰলৈ দলিয়াই দি চাইছিল। কিন্তু সিহঁতে দ্ৰুত গতিৰে আকৌ বামলৈ উঠি আহিছিল। ডাৰউইনে অনুমান কৰিলে যে সাগৰত ইগুৱানাৰ প্ৰধান শত্ৰু হ'ল হাঙৰ। মানুহে ছাঁটোতে বাঘটো দেখাৰ দৰে ইগুৱানাবোৰেও যিকোনো বস্তুক হাঙৰ বুলি সন্দেহ কৰিলেই লৰালৰিকৈ বামলৈ উঠি আহে; ভয় নভগালৈকে সিহঁতে সাগৰলৈ ঘূৰি যাব নোখোজে। আনকি সিহঁতক জোৰকৈ সাগৰলৈ দলিয়াই দিলেও সিহঁতে তৎক্ষণাৎ বামলৈ উঠি আহে। সিহঁতে নিশ্চয় চিন্তা-ভাবনা কৰি সেই কাম নকৰে। সিহঁতে তেনে আচৰণ কৰে নিশ্চয় আত্মৰক্ষাৰ স্বাভাৱিক অৰ্থাৎ সহজাত প্ৰবৃত্তিৰ দ্বাৰা চালিত হৈ। আৰু এই সহজাত প্ৰবৃত্তিটো সিহঁতে লাভ কৰে জন্ম-সূত্ৰে, আৰু বংশানুক্ৰমে। ডাৰউইনে মনে মনে ভাবিলে।

যুক্তিবিদ্যাৰ পৰা আৰম্ভ কৰি অধিবিদ্যালৈকে, জীৱবিজ্ঞানৰ পৰা আৰম্ভ কৰি ৰাষ্ট্ৰবিজ্ঞান আৰু সাহিত্য-সমালোচনালৈকে—মাত্ৰ এজন মানুহে তেওঁৰ জীৱনকালতে এই আটাইবোৰ বিষয় উদ্ভাৱন কৰিছিল, আৰু প্ৰত্যেকটো ক্ষেত্ৰতে তেওঁ যুগমীয়া কীৰ্তি স্থাপন কৰি থৈ গৈছিল। মানৱ-জাতিৰ বুৰঞ্জীত এনে বিস্ময়কৰ বহুমুখী প্ৰতিভা সঁচাকৈয়ে বিৰল।

কিন্তু দ্বাদশ শতিকালৈকে ইউৰোপে এৰিষ্টটলৰ বিষয়ে বিশেষ একো নাজানিছিল। তেওঁৰ অমূল্য ৰচনাৱলী কেনেকৈ ইউৰোপৰ জ্ঞান-পিপাসু পণ্ডিতসকলৰ হাতত পৰিলগৈ সিও ইতিহাসৰ এটা ৰোমাঞ্চকৰ কাহিনী।

এৰিষ্টটলৰ ছাত্ৰ মহাবীৰ আলেকজেণ্ডাৰে বিশ্ববিজয় অভিযানত বাহিৰ হৈ ইজিপ্ত জয় কৰাৰ পিছত তেওঁ তাত নিজৰ নামেৰে এখন নতুন নগৰ প্ৰতিষ্ঠা কৰে। খ্ৰীঃপূঃ ৩৩২ চনত স্থাপিত আলেকজেণ্ড্ৰিয়া নামৰ এই নগৰখন আছিল প্ৰাচীন গ্ৰীক আৰু ইহুদী সংস্কৃতিৰ প্ৰধান কেন্দ্ৰ। আলেকজেণ্ডাৰৰ মৃত্যুৰ পাছত ইজিপ্তৰ টলেমি বংশৰ গ্ৰীকৰজাসকলৰ ৰাজত্বকালতো আলেকজেণ্ড্ৰিয়া আছিল প্ৰাচীন জগতৰ এটা প্ৰধান জ্ঞান-চৰ্চাৰ কেন্দ্ৰ। তাত এটা বিশ্ববিদ্যালয় আৰু দুটা ৰাজকীয় পুথিভঁৰাল আছিল। সেই পুথিভঁৰালত বিভিন্ন বিষয়ৰ প্ৰায় সাত লাখ কিতাপ আছিল। সেই পুথিভঁৰালৰ কাৰণে গ্ৰীচৰ পৰা অনা অন্যান্য কিতাপৰ লগতে এৰিষ্টটলৰ কিতাপবোৰো লৈ যোৱা হৈছিল। কিন্তু কালক্ৰমত সেই কিতাপবোৰৰ বেছিভাগেই নষ্ট হ'ল বা হেৰাই গ'ল।

পিছৰ শতাব্দীবোৰত বিভিন্ন আক্ৰমণকাৰীৰ হাত বাগৰি আলেকজেণ্ড্ৰিয়া অৱশেষত ৬৪২ খ্ৰীষ্টাব্দত আৰবসকলৰ দখললৈ আহে। সেই সময়ছোৱা আছিল আৰব সভ্যতাৰ স্বৰ্ণযুগ। গ্ৰীকসকলৰ গৌৰৱ-ৰবি তেতিয়া অস্তমিত। ইউৰোপতো ধৰ্মীয় গোড়ামিয়ে মানুহৰ মনবোৰ বান্ধি পেলাইছে। শাস্ত্ৰৰ কথাক অন্ধভাৱে বিশ্বাস কৰাৰ বাহিৰে তেওঁলোকে নতুনকৈ প্ৰশ্ন কৰাৰ অভ্যাস পাহৰি পেলাইছে। কিন্তু নতুনকৈ ইছলাম ধৰ্মত দীক্ষিত হোৱা আৰবসকল তেতিয়া পৃথিৱীৰ প্ৰধান ৰাজনৈতিক আৰু সাংস্কৃতিক শক্তি হিচাপে মূৰ দাঙি উঠিছে। পশ্চিমে আটলাণ্টিক মহাসাগৰৰ পৰা আৰম্ভ কৰি উত্তৰ আফ্ৰিকা, মধ্যপ্ৰাচ্য আৰু কেন্দ্ৰীয় এছিয়া পৰ্যন্ত এই বিৰাট ভূখণ্ডত বিয়পি পৰিছে আৰবসকলৰ ৰাজনৈতিক ক্ষমতা। এই ৰাজনৈতিক শক্তিৰ গইনা লৈ যি সমৃদ্ধিশালী আৰব-সভ্যতা গঢ় লৈ উঠিল, সেই আৰব-সভ্যতা আছিল পৃথিৱীৰ সেই যুগৰ শ্ৰেষ্ঠ সভ্যতা। শিক্ষা, সাহিত্য, বিজ্ঞান, দৰ্শন, গণিত, চিকিৎসা-বিজ্ঞান—জ্ঞান-চৰ্চাৰ এই সকলো ক্ষেত্ৰত আৰবসকলেই আছিল সেই যুগৰ প্ৰধান নায়ক।

৬৪২ খ্ৰীষ্টাব্দত আলেকজেণ্ড্ৰিয়া আৰবসকলৰ দখললৈ অহাৰ পিছত আৰব পণ্ডিতসকলে তাৰ বিশ্ববিখ্যাত পুথিভঁৰালত সংগৃহীত হৈ থকা গ্ৰীক গ্ৰন্থসমূহ অধ্যয়ন কৰিবলৈ আৰু লগতে সেইবোৰ আৰবী ভাষালৈ অনুবাদ কৰিবলৈ আৰম্ভ কৰে। অৱশ্যে পণ্ডিতসকলৰ অনুমান মতে আৰব পণ্ডিতসকলে নিজে বোধহয় গ্ৰীকভাষা নাজানিছিল। মাজৰ শতাব্দীবোৰত ছিৰিয়াক ভাষালৈ অনূদিত হোৱা গ্ৰীক গ্ৰন্থবোৰ অধ্যয়ন কৰি তাৰ পৰাহে তেওঁলোকে সেইবোৰ গ্ৰন্থ আৰবী ভাষালৈ অনুবাদ কৰিছিল।

৭১১ খ্ৰীষ্টাব্দত আৰব আৰু মৰক্কোৰ বাৰবেৰ তথা মুৰসকলে লগ লাগি স্পেইন দখল কৰে। এই দখলকাৰী সেনাবাহিনীৰ ভিতৰত মুৰসকলেই আছিল সংখ্যাত বেছি। সেইকাৰণে স্পেইনত প্ৰায় সাতশ বছৰ ধৰি চলা মুছলমান শাসনৰ কালছোৱাক মুৰসকলৰ যুগ বুলি কোৱা হয়। কিন্তু তেওঁলোকৰ নেতৃত্বত আছিল আৰবসকল। এই আৰবসকলে তেওঁলোকৰ জ্ঞানভাণ্ডাৰ স্পেইনলৈ লৈ যায়। স্পেইনৰ পৰা সেই জ্ঞান সমগ্ৰ ইউৰোপতে বিয়পি পৰে।

মুছলমান শাসনৰ সময়ত স্পেইনত জ্ঞান-চৰ্চাৰ দুটা ডাঙৰ কেন্দ্ৰ গঢ় লৈ উঠিছিল। এটা কৰ্ডোভাত, আনটো টলেড'ত। কৰ্ডোভা বিখ্যাত হৈ পৰিছিল চিকিৎসা-বিজ্ঞানৰ চৰ্চাৰ কেন্দ্ৰ হিচাপে। এই আৰব চিকিৎসা-বিজ্ঞানীসকলৰ ৰচনা লেটিন ভাষালৈ অনূদিত হৈ সমগ্ৰ ইউৰোপতে বিয়পি পৰিছিল। জ্যোতিৰ্বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰতো কৰ্ডোভাৰ আৰব পণ্ডিতসকলেই আছিল সেই সময়ত ইউৰোপৰ শিক্ষক আৰু পথ-প্ৰদৰ্শক।

গ্ৰীক বিজ্ঞানী টলেমিয়ে (৯০—১৬৮ খ্ৰীষ্টাব্দ) এই মত প্ৰচাৰ কৰিছিল যে পৃথিৱী এটা স্থিৰ গ্ৰহ, আৰু ইয়েই হ'ল সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ কেন্দ্ৰ। ১৫১১ খ্ৰীষ্টাব্দত ক'পাৰনিকাছে এই মত ভুল বুলি প্ৰমাণ নকৰালৈকে প্ৰায় এহাজাৰ বছৰ ধৰি এই ভুল মতটোৱেই চলি আছিল। কিন্তু কৰ্ডোভাৰ আৰব পণ্ডিতসকল জ্যোতিৰ্বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰত ইমান আগবাঢ়িছিল যে অলবিক্ৰুজি নামৰ এজন আৰব জ্যোতিৰ্বিজ্ঞানীয়ে ক'পাৰনিকাছৰ জন্মৰ কেইবাশ বছৰৰ আগতেই টলেমিৰ মত শুদ্ধ নহ'বও পাৰে বুলি ঘোষণা কৰিছিল।

কৰ্ডোভাৰ পতনৰ পিছত জ্ঞান-সাধনাৰ কেন্দ্ৰ হিচাপে কৰ্ডোভাৰ ঠাই ল'লে টলেড'ই। ইউৰোপৰ আটাইবোৰ ঠাইৰ পৰা পণ্ডিত আৰু বিদ্যাৰ্থীসকল আহি টলেড'ত গোট খাইছিল। তেওঁলোকে আৰবী ভাষাৰ কিতাপবোৰ লেটিন ভাষালৈ অনুবাদ কৰিছিল। সেই কিতাপবোৰে ইউৰোপীয়সকলৰ চকু নতুনকৈ মেল খোৱাইছিল আৰু তেওঁলোকৰ মনত নতুন নতুন প্ৰশ্ন জগাই তুলিছিল। আৰবী ভাষাৰ এই কিতাপবোৰৰ ভিতৰত আছিল প্ৰাচীন গ্ৰীক দাৰ্শনিকসকল আৰু বিশেষকৈ এৰিষ্টটলৰ অমৰ ৰচনাৱলী। আৰবী ভাষাৰ পৰা লেটিনলৈ অনূদিত হৈ এৰিষ্টটলৰ ৰচনাৱলী যেতিয়া দ্বাদশ শতিকাত সমগ্ৰ ইউৰোপতে বিয়পি পৰিল, তেতিয়া ইউৰোপৰ মানুহৰ মনৰ মাজেদি বিস্ময় আৰু আনন্দৰ এটা বিজুলী-সোঁত বৈ গ'ল। ইউৰোপে প্ৰথমবাৰৰ কাৰণে এৰিষ্টটলক আৱিষ্কাৰ কৰিলে। তাৰ ফলত ইউৰোপীয় চিন্তাত এটা নতুন যুগৰ সূচনা হ'ল। ইয়াৰ পিছত কেবাশ বছৰ ধৰি ইউৰোপৰ চিন্তা-ৰাজ্যত চলিছিল এৰিষ্টটলৰ একাধিপত্য।

## (১৯)

ছক্ৰেটিছৰ কাহিনী ক'বলৈ গৈ মাজতে আমি বহুত পৰ প্লেটো আৰু এৰিষ্টটলৰ কথাত ব্যস্ত হৈ পৰিলো। অৱশ্যে আমি বিনা কাৰণত সেই কাম কৰা নাই। ছক্ৰেটিছে গ্ৰীকসকলৰ মনত নতুন চিন্তাৰ যি বীজ ৰোপণ কৰিছিল সি কেনেকৈ ফলে-ফুলে জাতিষ্কাৰ হৈ পৰিছিল সেই কথা জানিবলৈ প্লেটো আৰু এৰিষ্টটলৰ বিষয়েও কিছু কথা জনাৰ প্ৰয়োজন হয়। বিশেষকৈ প্লেটোৱে তেওঁৰ ৰচনাত ছক্ৰেটিছক জীৱন্ত

ৰূপত চিত্ৰিত কৰি থৈ নোযোৱা হ'লে মানুহে কিজানি কেতিয়াবাই তেওঁৰ কথা পাহৰি পেলালেহেঁতেন।

ছক্ৰেটিছৰ কথালৈ আমি আকৌ এবাৰ ঘূৰি আহিম, কাৰণ তেওঁৰ বিষয়ে ক'বলৈ কিছু কথা এতিয়াও বাকী আছে। কিন্তু সেই কথালৈ যোৱাৰ আগতে আমি ছক্ৰেটিছৰ যুগৰ এথেন্সত এবাৰ ভুমুকি মাৰি আহিব পাৰিলে বেয়া নহয়। এই কামৰ কাৰণে মই হেণ্ড্ৰিক ৱিলেম ভেন লুন নামৰ এজন ওলন্দাজ-বংশোদ্ভূত আমেৰিকান বুৰঞ্জীবিদক গাইড অৰ্থাৎ পথ-প্ৰদৰ্শক হিচাপে ল'ব খুজিছোঁ। এই পণ্ডিতজনে 'মানৱ জাতিৰ কাহিনী' (The Story of Mankind) নামৰ এখন কিতাপ লিখিছে। খুব কম কথাতে পৃথিৱীৰ বুৰঞ্জী জানিবলৈ অতি সৰল আৰু সৰস ভাষাত লিখা এই কিতাপখনতকৈ বেছি ভাল কিতাপ পৃথিৱীৰ যিকোনো ভাষাতে অতি কমেইহে আছে।

হেণ্ড্ৰিক ৱিলেম ভেন লুনে তেওঁৰ কিতাপখনৰ এটা অধ্যায়ত প্ৰাচীন গ্ৰীকসকলৰ দৈনন্দিন জীৱন-যাপনৰ এখন জীৱন্ত ছবি আমাৰ চকুৰ আগত দাঙি ধৰিছে। তেওঁ লিখিছে—

'তোমালোকৰ মনত এনে এটা প্ৰশ্ন নিশ্চয় উঠিব পাৰে ঃ প্ৰাচীন গ্ৰীকসকলে যদি কথাৰ মালিহা মাৰিবলৈ সকলো সময়তে বজাৰলৈ দৌৰ মাৰে, তেন্তে তেওঁলোকে পৰিয়ালৰ কথা চিন্তা কৰিবলৈ বা ঘৰুৱা কাম-কাজত চকু দিবলৈ সময় পায় কেনেকৈ? এইটো অধ্যায়ত মই তোমালোকক সেইটো প্ৰশ্নৰ উত্তৰ দিম।

প্ৰাচীন কালত গ্ৰীক সমাজত দুই শ্ৰেণীৰ মানুহ আছিল ঃ স্বাধীন নাগৰিক আৰু দাস। সকলো চৰকাৰী কাম-কাজত অংশ ল'বলৈ একমাত্ৰ স্বাধীন নাগৰিকসকলৰহে অধিকাৰ আছিল। গ্ৰীক চহৰবোৰত স্বাধীন নাগৰিক আৰু দাসসকলৰ উপৰি কিছুসংখ্যক বিদেশীও আছিল। অতি প্ৰয়োজনৰ সময়ত এই বিদেশীসকলকো নাগৰিক হিচাপে স্বীকৃতি দিয়া হৈছিল। উদাহৰণ স্বৰূপে সেনাবাহিনীত বেছি মানুহৰ প্ৰয়োজন হ'লে বিদেশীসকলকো সেনা হিচাপে ভৰ্তি কৰা হৈছিল। কিন্তু এনে ঘটনা আছিল নিয়মৰ ব্যতিক্ৰম। নিয়ম আছিল এইটোৱেই যে একমাত্ৰ গ্ৰীক হৈ এথেন্সৰ মাটিত জন্মগ্ৰহণ কৰা মানুহেহে এথেন্সৰ নাগৰিক হ'ব পাৰিছিল। তুমি এথেন্সৰ নাগৰিক, কাৰণ তোমাৰ আগতে তোমাৰ দেউতাৰা আছিল এথেন্সৰ নাগৰিক। তেওঁৰো আগতে তেওঁৰ দেউতাক এথেন্সৰ নাগৰিক। কিন্তু সৈনিক বা ব্যৱসায়ী হিচাপে তুমি যিমানেই সুখ্যাতি অৰ্জন নকৰা কিয়—তুমি অনন্তকাল ধৰি বিদেশী হৈ থাকিব লাগিব, যদিহে তোমাৰ পিতৃ-মাতৃ দুয়ো এথেঞ্চৰ নাগৰিক নহয়।

গ্ৰীক নগৰ-ৰাষ্ট্ৰবোৰত মাজে-সময়ে ৰজাৰো শাসন চলিছিল। কিন্তু বেছিভাগ সময়তে নগৰ পৰিচালনা কৰিছিল স্বাধীন নাগৰিকসকলে। এইটো সম্ভৱ হৈছিল কেৱল এই কাৰণেই যে গ্ৰীক নগৰ-ৰাষ্ট্ৰবোৰত স্বাধীন নাগৰিকতকৈ দাসৰ সংখ্যা বহুত বেছি আছিল, আৰু খেতি-পথাৰ আৰু ব্যৱসায়-বাণিজ্যকে ধৰি স্বাধীন নাগৰিকসকলৰ ঘৰ-গৃহস্থালীৰ সকলো কাম পৰিচালনা কৰিছিল দাসসকলে। আমি আধুনিক মানুহবোৰে পৰিয়ালৰ ভৰণ-পোষণৰ পৰা আৰম্ভ কৰি ঘৰৰ ভাৰা দিয়ালৈকে সকলো কাম নিজেই কৰিব লগা হয়। কিন্তু আমি গ্ৰীচদেশৰ যিটো যুগৰ কথা কৈছোঁ সেইটো যুগত এই সকলোবোৰ কাম কৰিছিল দাসসকলে। নিজৰ গৰাকীৰ ঘৰত ৰন্ধা-বঢ়াৰ সকলো কাম কৰাৰ উপৰি তেওঁলোকে গোটেই চহৰখনৰ চাহিদা পূৰাব পৰাকৈ মমবাতি তৈয়াৰ কৰিছিল। দাসবিলাকেই আছিল গ্ৰীকসকলৰ দৰ্জি, বাঢ়ৈ, সোণাৰী, শিক্ষক আৰু হিচাপ-ৰক্ষক। সংসাৰৰ যাৱতীয় কাম-কাজৰ দায়িত্ব দাসসকলৰ হাতত এৰি দি নিশ্চিন্ত হৈ স্বাধীন গ্ৰীকসকল ৰাজহুৱা সভালৈ গৈছিল যুদ্ধ আৰু শান্তিৰ

কথা আলোচনা কৰিবলৈ, অথবা থিয়েটাৰলৈ গৈছিল ইস্কাইলাছ বা ইউৰিপাইডিছৰ শেহতীয়া নাটকখনৰ অভিনয় চাবলৈ।

কিন্তু আমি যেতিয়া প্ৰাচীন গ্ৰীচৰ দাসসকলৰ কথা কওঁ, তেতিয়া কথাটো এনেকৈ বুজিব নালাগে যে তেওঁলোকো আছিল 'টম খুৰাৰ পঁজা'ত (Uncle Tom's Cabin) পঢ়িবলৈ পোৱা আমেৰিকাৰ নিগ্ৰো দাসসকলৰ নিচিনা। এই কথা ঠিক যে খেতি-পথাৰত কাম কৰা দাসসকলৰ জীৱন আছিল অতি কষ্টকৰ। কিন্তু কেতিয়াবা আৰ্থিকভাৱে দুৰ্দশাগ্ৰস্ত হোৱা স্বাধীন নাগৰিকসকলেও বন্ধুৱা খাটিবলৈ বাধ্য হৈছিল, আৰু তেওঁলোকৰ জীৱনো দাসসকলতকৈ কম কষ্টকৰ নাছিল। চহৰবোৰত বহুতো দুখীয়া স্বাধীন নাগৰিকতকৈ দাসসকলৰ আৰ্থিক অৱস্থা বেছিহে ভাল আছিল। গ্ৰীকসকলে সকলো কথাতে মধ্যম-পন্থা মানি চলিছিল আৰু আতিশয্য পৰিহাৰ কৰিছিল। সেই কাৰণে তেওঁলোকে দাসসকলৰ প্ৰতি কেতিয়াও অপ্ৰয়োজনীয় নিষ্ঠুৰতা নেদেখুৱাইছিল।

গ্ৰীকসকলে আজৰি সময়ক খুব বেছি মূল্য দিছিল। মানুহে নিজৰ প্ৰয়োজনবোৰ সীমিত কৰিলে কামো কমকৈ কৰিব লগা হয়; তেতিয়া আজৰি সময় বেছিকৈ ওলায়। গ্ৰীকসকলে আজৰি সময় বেছিকৈ পোৱাৰ প্ৰধান কাৰণ আছিল এই যে তেওঁলোকৰ নিজৰ প্ৰয়োজনবোৰ সীমিত কৰি অত্যন্ত সৰল জীৱন-যাপন কৰিছিল।

প্ৰথমতে তেওঁলোকৰ ঘৰখনৰ কথাই কওঁ। তেওঁলোকৰ ঘৰবোৰ আছিল অতি সাধাৰণ। আজিৰ যুগত এজন সাধাৰণ শ্ৰমিকেও তেওঁৰ থকা ঘৰত যিমানখিনি আৰাম আৰু স্বাচ্ছন্দ্য পাবলৈ আশা কৰে, প্ৰাচীন গ্ৰীচৰ অভিজাত আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ মানুহৰ ঘৰতো সিমানখিনি আৰাম আৰু স্বাচ্ছন্দ্যৰ উপকৰণ নাছিল। গ্ৰীকসকলৰ ঘৰবোৰত চাৰিওফালে চাৰিখন বেৰ আৰু ওপৰত এখন চাল আছিল। ঘৰবোৰত আলিবাটলৈ ওলাব পৰাকৈ এখন দুৱাৰ আছিল; কিন্তু খিৰিকি নাছিল। এখন চোতালৰ চাৰিওফালে পাক-ঘৰ, চ'ৰাঘৰ আৰু শোৱনি-কোঠা সজা হৈছিল। চোতালখন দেখাত ধুনীয়া কৰিবলৈ তাত এটা বা দুটা শিলৰ মূৰ্তি ৰখা হৈছিল আৰু দুজোপামান গছ ৰোৱা হৈছিল। বৰষুণ নিদিলে বা খুব জাৰ নপৰিলে ঘৰৰ মানুহবোৰে চোতালতে বেছিভাগ সময় কটাইছিল। চোতালখনৰ এটা চুকত ৰান্ধনীয়ে আহাৰ ৰান্ধিছিল আৰু আন এটা চুকত গৃহ-শিক্ষকে ল'ৰা-ছোৱালীবোৰক বৰ্ণমালা আৰু ধাৰাপাত শিকাইছিল। ঘৰৰ তিৰোতাসকলে চোতালখনৰ আন এটা চুকত বহি ফটা চোলা-কাপোৰৰ টাপলি মাৰিছিল। ঠিক সেই সময়ত ঘৰখনৰ গৃহস্থজন হয়তো দাসসকলে প্ৰস্তুত কৰা হিচাপ-পত্ৰ পৰীক্ষা কৰাত ব্যস্ত হৈ পৰিছিল।

আহাৰ খাবৰ সময়ত পৰিয়ালৰ আটাইবোৰ মানুহ একেঠাইতে গোট খাইছিল। তেওঁলোকৰ আহাৰ প্ৰস্তুত কৰিবলৈ বা খাবলৈ বেছি সময় নালাগিছিল, কাৰণ আহাৰ আছিল অতি সাধাৰণ। বহুত মানুহে কেৱল আহাৰ খাই জীৱনৰ বহুত বহুমূলীয়া সময় নষ্ট কৰে আৰু অকালতে মৃত্যুৰ মুখত পৰে। গ্ৰীকসকলে আহাৰ খোৱা সময়খিনিক সময়ৰ অপচয় বুলিহে ভাবিছিল। তেওঁলোকৰ আহাৰ আছিল ৰুটি, মদ, সামান্য মাংস আৰু অলপমান সেউজীয়া শাক-পাচলি। তেওঁলোকে পৰাপক্ষত পানী নাখাইছিল, কাৰণ পানীয়ে স্বাস্থ্যৰ ক্ষতি কৰে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। তেওঁলোকে মাজে-সময়ে বন্ধু-বান্ধৱ বা আত্মীয়-স্বজনক দুপৰীয়া বা ৰাতিৰ আহাৰৰ কাৰণে নিমন্ত্ৰণ কৰিছিল। কিন্তু নিমন্ত্ৰণ বুলিলে আমি যেনেকৈ পেট ফাটি যোৱাকৈ ভুৰি-ভোজন কৰিব লাগে বুলিহে বুজি পাওঁ,

গ্ৰীকসকলে তেনে কথা কল্পনাই কৰিব নোৱাৰিছিল। তেওঁলোকৰ কাৰণে বন্ধু-বান্ধৱ বা আত্মীয়-স্বজনক নিমন্ত্ৰণ কৰি একে ঠাইতে খাবলৈ বহাৰ প্ৰধান উদ্দেশ্য আছিল একোবাৰটিকৈ ভাল মদ খাই নানা বিষয়ৰ সজ আলোচনা কৰা। কিন্তু যিহেতু তেওঁলোক সকলো কথাতে মধ্যমপন্থী আছিল, সেই কাৰণে বেছিকৈ মদ খোৱা মানুহক তেওঁলোকে ঘিণ কৰিছিল।

আহাৰৰ দৰেই তেওঁলোকৰ সাজ-পোছাকো আছিল অতি সাধাৰণ। তেওঁলোকে পৰিষ্কাৰ আৰু পৰিপাটি হৈ থাকিবলৈ ভাল পাইছিল। তেওঁলোকে ডাড়ি-চুলি চুটিকৈ কাটিছিল আৰু নানা ধৰণৰ ব্যায়াম কৰি শৰীৰটো সবল কৰি ৰাখিছিল। তেওঁলোকৰ তিৰোতাসকলে গহনা পিন্ধি ভাল পাইছিল; কিন্তু ফিতাহি মৰা কামটোক তেওঁলোকে ঘৃণাৰ চকুৰে চাইছিল।

চমুকৈ ক'বলৈ গ'লে গ্ৰীকসকলৰ আদৰ্শ আছিল মধ্যম-পন্থা আৰু সৰলতা। মানুহে সম্পত্তিৰ নামত চকী-মেজ, ঘৰুৱা আচবাব, গাড়ী-ঘোঁৰা আৰু কিতাপকে আদি কৰি যিমানবোৰ বস্তু সংগ্ৰহ কৰে সেই বস্তুবোৰে গৰাকীজনৰ জীৱনৰ পৰা বহুখিনি সময় কাঢ়ি লয়। সম্পত্তিৰ যত্ন ল'বৰ কাৰণেই তেওঁ জীৱনৰ বেছিভাগ সময় খৰচ কৰিব লগা হয়। শেহান্তৰত গৈ তেওঁ নিজে হৈ পৰে সম্পত্তিৰ দাস। গ্ৰীকসকলে কিন্তু যিটো বস্তু আটাইতকৈ বেছিকৈ বিচাৰিছিল সেইটো আছিল স্বাধীনতা ঃ দেহ আৰু মন উভয়ৰে স্বাধীনতা। এই স্বাধীনতা ৰক্ষা কৰি চলিবলৈ আৰু মানসিকভাৱে মুক্ত হৈ থাকিবলৈ তেওঁলোকে এটাই উপায় বিচাৰি পাইছিল ঃ সেইটো হৈছে তেওঁলোকৰ দৈনন্দিন প্ৰয়োজনবোৰক ন্যূনতম পৰিমাণলৈ হ্ৰাস কৰা।

## (২০)

এই সৰু কিতাপখনৰ চতুৰ্থ অধ্যায়ত মই লিখিছোঁ যে প্ৰাচীন গ্ৰীচত একে সময়তে যিমানবোৰ মহা-প্ৰতিভাৰ আবিৰ্ভাৱ ঘটিল তাৰ লগত তুলনা কৰিব পৰা দ্বিতীয় এটা ঘটনা পৃথিৱীৰ ইতিহাসত নাই বুলিয়েই ক'ব পাৰি। দাৰ্শনিক ডেম'ক্ৰিটাছ (খ্ৰীঃপূঃ ৪৬০–৩৭০), নাট্যকাৰ ইউৰিপাইডিছ (খ্ৰীঃপূঃ ৪৮০–৪০৬), ছফোক্লিছ (খ্ৰীঃপূঃ ৪৯৬–৪০৬), এৰিষ্টফানিছ (খ্ৰীঃপূঃ ৪৪৮–৩৮৮), ঐতিহাসিক জেনোফন (খ্ৰীঃপূঃ ৪৩০–৩৫৫), হেৰ'ডটাছ (খ্ৰীঃপূঃ ৪৮৪–৪২৫), থুচিডাইডিছ (খ্ৰীঃপূঃ ৪৬০–৪০০) সমগ্ৰ পাশ্চাত্য সভ্যতাৰ জন্মদাতা ৰূপে পৰিচিত এই আটাইবোৰ মহা-প্ৰতিভাই আছিল গ্ৰীচৰ ইতিহাসৰ সেই সোণালী যুগৰ সৃষ্টি।

গ্ৰীচৰ ইতিহাসৰ যিটো যুগে একে সময়তে ইমানবোৰ অসাধাৰণ মানুহৰ জন্ম দিছিল সেইটো যুগত গ্ৰীকসকলে যাপন কৰিছিল অতি সৰল আৰু অনাড়ম্বৰ জীৱন। উচ্চ চিন্তা আৰু সৰল জীৱন— এয়েই আছিল তেওঁলোকৰ জীৱনৰ আদৰ্শ। এডিথ হেমিল্টন নামৰ এগৰাকী ঐতিহাসিকে লিখিছে যে যিসময়ত গ্ৰীকসকলে পৃথিৱীৰ আটাইতকৈ বিস্ময়কৰ সভ্যতা গঢ়ি তুলিছিল, সেই সময়ত গ্ৰীচ আছিল এখন দৰিদ্ৰ দেশ। ইয়াৰ পৰা এই কথাকে বুজা যায় যে প্ৰাচীন গ্ৰীকসকলে ধনী হোৱাতকৈ জ্ঞানী আৰু গুণী হোৱাৰ ওপৰত বেছি গুৰুত্ব দিছিল।

গ্ৰীকসকলৰ এই মহৎ আদৰ্শৰ জীৱন্ত প্ৰতিমূৰ্তি আছিল ছক্ৰেটিছ।

বজাৰত বিক্ৰীৰ কাৰণে সজাই থোৱা নানা তৰহৰ ৰংচঙীয়া বস্তুবোৰ দেখি ছক্ৰেটিছে তেওঁৰ লগৰীয়াবোৰে শুনাকৈ প্ৰায়েই এটা কথা কৈছিল—'বজাৰত ভৰি দিলে সদায় একেটা ভাবেই মোৰ মনলৈ

আহে ঃ পৃথিৱীত ইমানবোৰ বিচিত্ৰ মনোহাৰী বস্তু আছে—যিবোৰ বস্তুৰ প্ৰয়োজন মই একেবাৰেই অনুভৱ নকৰোঁ। সেইবোৰ বস্তু নোহোৱাকৈয়ে মই জীৱনটো সুন্দৰকৈ যাপন কৰিব পাৰোঁ। মই দেৱতাসকলৰ আটাইতকৈ প্ৰিয়, কাৰণ মোৰ অভাৱ আৰু প্ৰয়োজন আটাইতকৈ কম।'

ছক্ৰেটিছৰ বন্ধু আলচিবিয়াডিছ আছিল এজন সেনাপতি। এবাৰ যুদ্ধক্ষেত্ৰত ছক্ৰেটিছে তেওঁৰ প্ৰাণ-ৰক্ষা কৰিছিল। কৃতজ্ঞতাৰ চিন স্বৰূপে আলচিবিয়াডিছে তেওঁক এডোখৰ মাটি দান কৰি তাত এটা ঘৰ সাজি থাকিবলৈ তেওঁক অনুৰোধ কৰিলে। আলচিবিয়াডিছৰ এই উপহাৰ প্ৰত্যাখ্যান কৰি ছক্ৰেটিছে ক'লে—'ইমানখিনি মাটি লৈ মই কি কৰিম? ধৰি লোৱা মোৰ এযোৰ জোতাৰ দৰকাৰ হৈছে। কিন্তু মাত্ৰ এযোৰ জোতা তৈয়াৰ কৰিবলৈ তুমি এটা গৰুৰ গোটেইখন ছাল মোক দান দিলা। মই ছালখন গ্ৰহণ কৰিলে যেনেকুৱা হাঁহি উঠা অদ্ভুত কথা হ'ব, তোমাৰ মাটিডোখৰ গ্ৰহণ কৰিলেও ঠিক তেনেকুৱা কথাই নহ'বনে?'

যিবোৰ মানুহে জ্ঞানাৰ্জনলৈ পিঠি দি কেৱল ধন-সোণ উপাৰ্জন কৰাটোকেই জীৱনৰ মুখ্য উদ্দেশ্য কৰি লৈছিল তেওঁলোকক উদ্দেশ্য কৰি ছক্ৰেটিছে কৈছিল—'বন্ধুসকল, তোমালোকে ধন-সোণ গোটাবলৈ যিমান সময় খৰচ কৰা, তাৰ এশভাগৰ এভাগ সময়ো খৰচ নকৰা নিজৰ সন্তানক সুশিক্ষা দিবৰ কাৰণে। অথচ তোমালোকৰ ধন-সম্পত্তিবোৰতো সিহঁতলৈকে এৰি থৈ যাব লাগিব? সুশিক্ষা নোপোৱা তোমালোকৰ সন্তানসকলে তাৰ সদ্ব্যৱহাৰ কৰিব কেনেকৈ?'

সেই একেটা কথাকে আন এটা প্ৰসঙ্গত তেওঁ অলপ বেলেগ ধৰণে কৈছিল—'ধন ঘটাটো যিমান প্ৰয়োজনীয়, তাতোকৈ বেছি প্ৰয়োজনীয় হ'ল ধনৰ সদ্ব্যৱহাৰ কৰিবলৈ শিকাটো। সেই কাৰণে এজন মানুহ ধনী হ'লেই তেওঁক প্ৰশংসা নকৰিবা। তেওঁ ধনবোৰ কেনেকৈ কি কামত খৰচ কৰে সেইটো চাবলৈ অপেক্ষা কৰিবা।'

আগৰ এটা অধ্যায়ত কৈ অহা হৈছে যে এথেন্সৰ ডেকা-গাভৰুসকলৰ স্বভাৱ-চৰিত্ৰ কলুষিত কৰাৰ অভিযোগত ছক্ৰেটিছক মৃত্যুদণ্ড দিয়া হৈছিল। সেই অভিযোগৰ উত্তৰ দি ছক্ৰেটিছে বিচাৰক-মণ্ডলীক উদ্দেশ্য কৰি কৈছিল—'মই এথেন্সৰ ডেকা-বুঢ়া সকলোকে উদ্দেশ্য কৰি সকলো সময়তে মাত্ৰ এটা কথাই কৈ থাকোঁ ঃ তোমালোকে শৰীৰতকৈ আত্মাৰ মঙ্গলৰ কথা বেছিকৈ চিন্তা কৰিবা; ধন-সোণৰ পিছে পিছে ঢপলিয়াই ফুৰাতকৈ জ্ঞানৰ পিছে পিছে বেছিকৈ ঢপলিয়াবা। মই তোমালোকক ক'ব খোজোঁ যে ধন-সোণে তোমালোকক নৈতিক উৎকৰ্ষ দিব নোৱাৰে; বৰং নৈতিক উৎকৰ্ষই হ'ল আচল ঐশ্বৰ্য। এইটোৱেই হ'ল মই মানুহক দিব খোজা শিক্ষা। মোৰ এই শিক্ষাই যদি এথেন্সৰ ডেকা-গাভৰুসকলৰ স্বভাৱ-চৰিত্ৰ কলুষিত কৰিছে, তেন্তে কোনো সন্দেহ নাই যে মই এজন দুষ্ট প্ৰকৃতিৰ মানুহ।'

## (২১)

এইখিনিতে মই এটা ব্যক্তিগত কথা কৈ লওঁ। অৱশ্যে ছক্ৰেটিছৰ বিষয়ে লেখা এই ৰচনাখনৰ অন্ততঃ কিছু অংশ এখন ব্যক্তিগত ৰচনা, কাৰণ ৰচনাখনৰ আৰম্ভণিতেই মই ছক্ৰেটিছক মোৰ প্ৰিয় মানুহ বুলি ঘোষণা কৰি লৈছোঁ। মই জীৱনত প্ৰথমবাৰৰ কাৰণে যেতিয়া ছক্ৰেটিছৰ নামটো শুনো তেতিয়া মোৰ বয়স কিমান হৈছিল সেই কথা এতিয়া স্পষ্টকৈ মোৰ মনত নাই। কিন্তু মনত পেলাবলৈ চেষ্টা কৰি ভাবোঁ

যে মোৰ বয়স তেতিয়া বোধহয় সাত-আঠ বছৰতকৈ বেছি হোৱা নাছিল। প্ৰায় সেই বয়সতে মই যে আমাৰ ঘৰৰ পুথিভঁৰালৰ এখন ইংৰাজী কিতাপত ছক্ৰেটিছৰ এখন ছবি দেখিছিলো সেই কথা আগৰ এটা অধ্যায়ত কৈছোঁ। আমাৰ এখন পাঠ্যপুথিত ছক্ৰেটিছৰ বিষয়ে এটা সৰু কাহিনী আছিল। কাহিনীটোৰ উদ্দেশ্য আছিল ছক্ৰেটিছৰ উদাহৰণ দেখুৱাই ছাত্ৰসকলক ধৈৰ্য আৰু আত্ম-সংযমৰ শিক্ষা দিয়া। ছক্ৰেটিছৰ ঘৈণীয়েক জান্তিপ এগৰাকী অতি খঙাল আৰু দন্দুৰী তিৰোতা আছিল। কিন্তু তেওঁৰ সকলো খং-ৰাগ আৰু গালি-শপনি ছক্ৰেটিছে নীৰৱে সহ্য কৰিছিল। তেওঁ কেতিয়াও ঘৈণীয়েকৰ লগত ওলোটাই ফেপেৰি পাতি নধৰিছিল বা গালিৰ উত্তৰত গালি নিদিছিল। কিন্তু তেওঁৰ প্ৰশান্তি আৰু নীৰৱতাই জান্তিপক বেছিকৈহে উত্তেজিত কৰি তুলিছিল। এদিন জান্তিপে তেনেকৈ খঙত জ্বলি-পকি ছক্ৰেটিছক গালি পাৰি আছে; কিন্তু ছক্ৰেটিছে একো নুশুনাৰ ভাও জুৰি চোতালৰ এচুকত বহি আপোন ভাবত বিভোৰ হৈ আছে। জান্তিপৰ অবিৰাম গালি-বৰ্ষণে ছক্ৰেটিছৰ গাৰ নোম এডালো লৰাব নোৱৰা দেখি জান্তিপৰ খং গৈ মূৰৰ চুলি পালেগৈ। তেওঁৰ মুখৰ আগতে একলহ পানী আছিল। জান্তিপে খঙত একোনাই হৈ গোটেই কলহ পানী ছক্ৰেটিছৰ মূৰত ঢালি দিলে। কিন্তু তেতিয়াও সম্পূৰ্ণ নিৰ্বিকাৰ হৈ থাকিল ছক্ৰেটিছ!

এইটোৱেই আছিল মোৰ জীৱনত ছক্ৰেটিছৰ বিষয়ে মই পঢ়া প্ৰথম কাহিনী। পিছত ডাঙৰ হৈ যেতিয়া ছক্ৰেটিছৰ বিষয়ে বহুত কিতাপ পঢ়িবলৈ সুযোগ পালো তেতিয়া কোনোবা এখন কিতাপৰ ওপৰৰ কাহিনীটোৰ লগত সম্পৰ্ক থকা আন এটা কথাও পঢ়িবলৈ পালো। বহুত মানুহে বিভিন্ন বিষয়ে ছক্ৰেটিছৰ পৰা উপদেশ বিচাৰিছিল। এদিন এজন মানুহে ছক্ৰেটিছক সুধিলে—'মই বিয়া কৰাব খুজিছোঁ। এই বিষয়ে আপুনি মোক কি উপদেশ দিব খোজে?' ছক্ৰেটিছে উত্তৰত ক'লে—'মই তোমাক বিয়া কৰাবলৈ উপদেশ দিওঁ। তুমি যদি এগৰাকী ভাল তিৰোতাক পত্নী হিচাপে লাভ কৰা তেন্তে তুমি জীৱনত খুব সুখী হ'বা। কিন্তু তোমাৰ পত্নী যদি খঙাল আৰু দন্দুৰী হয় তেন্তে তুমি এজন দাৰ্শনিক হ'বা।'

অৱশ্যে ছক্ৰেটিছৰ বিষয়ে পঢ়া এই কাহিনী বা কথাবোৰে মোৰ মনত বিশেষ ৰেখাপাত কৰিব পৰা নাছিল। সময়ে মচিব নোৱৰাকৈ মোৰ মানস-পটত ছক্ৰেটিছৰ ছবিখন অংকন কৰিলে বাংলা ভাষাত লিখা এটা কবিতাই। বাংলা ভাষাত 'দেশ' নামৰ এখন আলোচনী আছে। ১৯২৯ চনত প্ৰথম আত্ম-প্ৰকাশ কৰা এই আলোচনীখনেই বাংলা ভাষাৰ আটাইতকৈ জনপ্ৰিয় আৰু দীৰ্ঘজীৱী আলোচনী। মোৰ দেউতা আন বহুতো অসমীয়া আৰু বাংলা আলোচনীৰ লগতে 'দেশ'ৰো গ্ৰাহক আছিল—আলোচনীখনৰ জন্মলগ্নৰ পৰাই। আমাৰ ঘৰৰ পুথিভঁৰালত বহুতো বাংলা কিতাপ আৰু আলোচনী থকাৰ কাৰণে সেইবোৰ পঢ়ি পঢ়ি মই খুব কম বয়সতে বাংলা ভালকৈ পঢ়িব পৰা হৈছিলো। নতুন নতুন কিতাপৰ সন্ধানত কিতাপৰ আলমাৰী দুটা চলাথ কৰোঁতে এদিন মই আৱিষ্কাৰ কৰিলো 'দেশ' নামৰ বাংলা আলোচনীখনৰ বহুতো পুৰণি সংখ্যা। সেই সময়ত 'দেশ'ৰ গুৰু-গম্ভীৰ প্ৰবন্ধবোৰ পঢ়িব পৰা বা পঢ়ি সেইবোৰৰ ৰসাস্বাদন কৰিব পৰা বয়স আৰু বিদ্যা-বুদ্ধি মোৰ হোৱা নাছিল। মই বেছিকৈ পঢ়িছিলো গল্প আৰু কবিতাবোৰ। 'দেশ'বোৰ এফালৰ পৰা পঢ়ি যাওঁতে আলোচনীখনৰ এটা সংখ্যাত মোৰ চকু পৰিল 'ছক্ৰেটিছৰ বিচাৰ' নামৰ এটা অতি দীঘল কবিতাত। কবিতাটোত মোৰ চকু পৰিল আৰু তাতেই কিছু সময় সি থৰ লাগি ৰ'ল। চকু থৰ লাগি ৰোৱাৰ কাৰণ আছিল কবিতাটোৰ নাম, আৰু লগতে তাৰ দৈৰ্ঘ্য। সেই সময়ত 'দেশ'-এ আলোচনীৰ ৰূপ লোৱা নাছিল। আলোচনী হ'লেও তাক উলিওৱা হৈছিল বাতৰি কাকতৰ ৰূপত। বাতৰি কাকতখনৰ প্ৰায় এটা সম্পূৰ্ণ পৃষ্ঠা জুৰি আছিল কবিতাটোৱে। মোৰ কম বয়সৰ সীমিত অভিজ্ঞতাত

মই তেতিয়ালৈকে দেখা সেইটোৱেই আছিল আটাইতকৈ দীঘল কবিতা। কবিতাটোৰ লেখকজনৰ নাম আছিল বিবেকানন্দ মুখোপাধ্যায়। তেওঁ এজন ডাঙৰ সাংবাদিকো আছিল, আৰু পিছলৈ তেওঁ অধুনা-লুপ্ত 'যুগান্তৰ' নামৰ বিখ্যাত বাংলা দৈনিক বাতৰি কাকতৰ সম্পাদক হৈছিল। অৱশ্যে এইবোৰ কথা মই পিছতহে জানিছিলো।

ছক্রেটিছৰ নামটো মই আগতেই জানিছিলো, কিন্তু তেওঁ যে বিচাৰৰ সন্মুখীন হ'ব লগা হৈছিল সেই কথা মই একেবাৰেই নাজানিছিলো। কবিতাৰ আকৰ্ষণত আৰু ছক্রেটিছৰ প্ৰতি কৌতূহলত মই সেই দীঘল কবিতাটো খুব ধীৰে ধীৰে পঢ়িবলৈ ধৰিলো। অমিত্ৰাক্ষৰ ছন্দত আৰু আৱেগপূৰ্ণ ভাষাত লেখা কবিতাটোৱে মোৰ মন আলোড়িত কৰি তুলিলে। লগতে কবিতাটোৱে ছক্রেটিছৰ এখন জীৱন্ত ছবি মোৰ মনৰ চকুৰ আগত দাঙি ধৰিলে। মৃত্যুক সমূলি ভয় নকৰা আৰু আসন্ন মৃত্যুৰ সন্মুখতো ধীৰ-স্থিৰ হৈ থাকি বিচাৰক-মণ্ডলীক সম্বোধন কৰি গভীৰ জ্ঞানৰ কথা কোৱা ছক্রেটিছ নামৰ মানুহজনে মোৰ মনত এনে দকৈ সাঁচ বহুৱালে যে তেওঁৰ প্ৰতি মোৰ মনত এটা চিৰস্থায়ী কৌতূহল সৃষ্টি হ'ল। তাৰ পিছৰ পৰাই ছক্রেটিছৰ বিষয়ে লেখা যিকোনো কথা মোৰ চকুত পৰিলেই তাক মই নপঢ়াকৈ থাকিব নোৱৰা হ'লো। আনকি জেক্‌ছ্-লুই ডেভিদ নামৰ এজন বিখ্যাত ফৰাচী চিত্ৰকৰে অঁকা 'ছক্রেটিছৰ মৃত্যু' নামৰ এখন ছবিৰ প্ৰিণ্টেও বহুদিন ধৰি মোৰ পঢ়া-কোঠাৰ বেৰ শোভা কৰিছে। কিতাপ পঢ়াৰ ফাঁকে ফাঁকে মই মাজে-সময়ে ছবিখনলৈ চাওঁ, আৰু মোৰ জীৱনত এনে এজন মানুহৰ জীৱন্ত উপস্থিতি অনুভৱ কৰোঁ—যিজন মানুহে আজিৰ পৰা আঢ়ৈ হাজাৰ বছৰৰ আগতে এই পৃথিৱীৰ পৰা বিদায় লৈছিল।

## (২২)

মানুহৰ বিচাৰ-ব্যৱস্থা সভ্যতাতকৈও বেছি পুৰণি। কেইবা হাজাৰ বছৰৰ আগতেই মানুহে সমাজ পাতি বাস কৰিবলৈ লোৱাৰ দিন ধৰি সমাজৰ নিয়ম ভঙ্গ কৰা মানুহক শাস্তি দিবলৈ বিচাৰ কৰাৰ প্ৰথা চলি আহিছে। সেই লক্ষ-কোটি বিচাৰৰ ভিতৰত কেইটামান বিচাৰৰ কাহিনী মানৱ-জাতিৰ যুগমীয়া স্মৃতিত পৰিণত হৈছে। সেই স্মৃতিৰ পৰা মানুহে জীৱনটোক মহৎভাৱে যাপন কৰিবলৈ আৰু মৃত্যুক প্ৰশান্তচিত্তে গ্ৰহণ কৰিবলৈ প্ৰেৰণা আহৰণ কৰিছে। বুৰঞ্জীত লিপিবদ্ধ হৈ থকা বিচাৰ-কাহিনীবোৰৰ ভিতৰত আটাইতকৈ বিখ্যাত আৰু প্ৰেৰণাদায়ক হ'ল ছক্রেটিছৰ বিচাৰ। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পিছত যেতিয়া বৃটিছ শাসকৰ আদালতত মহাত্মা গান্ধীৰ বিচাৰ হৈছিল আৰু বিচাৰত তেওঁক ছবছৰ কাৰাদণ্ড দিয়া হৈছিল, তেতিয়া সেই সময়ৰ এজন লেখকে মহাত্মা গান্ধীৰ বিচাৰক তুলনা কৰিছিল আঢ়ৈ হাজাৰ বছৰৰ আগতে হোৱা ছক্রেটিছৰ বিচাৰৰ লগত।

ছক্রেটিছে কেনেকৈ হাঁহি হাঁহি মৃত্যুবৰণ কৰিছিল সেই কথা আগৰ একাধিক অধ্যায়ত কোৱা হৈছে। তেওঁ বিচাৰক-মণ্ডলীক উদ্দেশ্য কৰি যিটো দীঘলীয়া বক্তৃতা দিছিল সেইটো সম্পূৰ্ণ ৰূপত উদ্ধৃত কৰিবলৈ ইয়াত ঠাইৰ নাটনি হ'ব। কিন্তু ছক্রেটিছ মানুহজন কেনেকুৱা আছিল, আৰু জীৱন আৰু মৃত্যুক তেওঁ কি দৃষ্টিৰে চাইছিল সেই কথা বুজাবলৈ তেওঁৰ বক্তৃতাৰ মাত্ৰ কেইটামান বাক্যই যথেষ্ট হ'ব বুলি মই ভাবোঁ।

সমতা ৰক্ষা কৰিবলৈ জনসংখ্যাক এটা নির্দিষ্ট সীমাৰ মাজত আবদ্ধ কৰি ৰাখিব লগা হয়। প্ৰকৃতিয়ে সেই কাম কৰে যুদ্ধ-বিগ্ৰহ, মহামাৰী আৰু দুৰ্ভিক্ষৰ সহায়েৰে। অৰ্থাৎ কিছুমান মানুহ বাচি থাকিবলৈ হ'লে আন কিছুমানে নিজৰ প্ৰাণ হেৰুৱাব লগা হয়। নক'লেও নিশ্চয় হ'ব যে নিশকতীয়াবোৰে প্ৰাণ হেৰুৱায়; আত্মৰক্ষা কৰিব পাৰে কেৱল শক্তিশালী মানুহবোৰে। প্ৰকৃতিৰ এই নিয়মটোকেই কোৱা হয় survival of the fittest; যোগ্যা ভোগ্যা বসুন্ধৰা।

'টমাছ মালথুছে এই কথাখিনি কৈছিল কেৱল মানুহৰ বিষয়ে। কিন্তু মালথুছৰ কথাই ডাৰউইনক নতুন চিন্তাৰ খোৰাক দিলে। তেওঁ নিজৰ পৰ্যবেক্ষণৰ সহায়েৰে এই কথা আবিষ্কাৰ কৰিলে যে মালথুছৰ উক্তি কেৱল মানৱ-জাতিৰ ক্ষেত্ৰতে প্ৰযোজ্য নহয়; বৰং উদ্ভিদকে ধৰি পৃথিৱীৰ সমস্ত প্ৰাণীকুলৰ ক্ষেত্ৰতেই ই প্ৰযোজ্য। সিহঁতৰো দ্ৰুতগতিৰে বংশবৃদ্ধি হৈ কেতিয়াবা এনেকুৱা অৱস্থা হয় যে সীমিত পৰিমাণৰ খাদ্যৰ কাৰণে সিহঁতৰ নিজৰ মাজতে তুমুল প্ৰতিযোগিতা হয়। এই প্ৰতিযোগিতাত টিকি থাকিব পাৰে কেৱল সেইবোৰ প্ৰাণী—যিবোৰ প্ৰাণীয়ে প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে যুদ্ধ কৰিব পৰাকৈ নিজৰ কিছুমান গুণ দ্ৰুতগতিৰে বিকশিত কৰিব পাৰে। তেনেকুৱা বিশেষ গুণ আয়ত্ত বা বিকশিত কৰিব নোৱৰা প্ৰাণীবোৰ চিৰকাললৈ বিলুপ্ত হৈ যায়। আনহাতে প্ৰতিযোগিতাত টিকি থাকিব পৰা প্ৰাণীবোৰৰ বিশেষ গুণবোৰ সিহঁতৰ বংশধৰবোৰেও জন্ম-সূত্ৰে অৰ্জন কৰে। লাখ লাখ বছৰ ধৰি এই প্ৰক্ৰিয়া চলি থকাৰ ফলত একেবোৰ গুণৰ অধিকাৰী হোৱা কোটি কোটি নতুন প্ৰাণীৰ সৃষ্টি হয়, আৰু সিহঁতেও নতুন নতুন পৰিবেশৰ লগত নিজকে খাপ খুৱাই ল'ব পৰাকৈ নতুন নতুন গুণ বিকশিত কৰে। ইয়াৰ ফলত একেবোৰ মূলৰ প্ৰাণীৰ পৰাই নতুন নতুন আকৃতি আৰু প্ৰকৃতিৰ বিভিন্ন প্ৰাণীৰ উদ্ভৱ হয়।... ইমানদিনে তোমাক ডাৰউইনৰ যি যুগান্তকাৰী তত্ত্বৰ কথা কৈ আহিছিলো এইটোৱেই হ'ল সেই তত্ত্ব ঃ বিৱৰ্তন।

'এই তত্ত্বক যুগান্তকাৰী বুলি কিয় কোৱা হয়? কাৰণ ডাৰউইনে তেওঁৰ বিখ্যাত কিতাপত (Origin of Species) প্ৰাণীৰ উৎপত্তিৰ বিষয়ে এই নতুন তত্ত্ব দাঙি ধৰাৰ আগলৈকে পৃথিৱীৰ সকলো মানুহে এই কথা স্বতঃসিদ্ধ বুলি ধৰি লৈছিল যে এটা স্বৰ্গীয় শক্তিয়ে এই পৃথিৱী আৰু তাৰ সমস্ত প্ৰাণীক একেদিনাই সৃষ্টি কৰিছিল, আৰু সৃষ্টিৰ দিন ধৰি প্ৰাণীবোৰ একেটা ৰূপতে আছে। কিন্তু ডাৰউইনে সেই ধাৰণা মিছা বুলি প্ৰমাণ কৰি দেখুৱালে। ফলত মানুহৰ ধৰ্ম-বিশ্বাসৰ ক্ষেত্ৰত এটা প্ৰবল ভূমিকম্পৰ সৃষ্টি হ'ল। আজিয়েই—বা আজি সময় নহ'লে পিছৰ কোনোবা এটা দিনত—মই সেই বিষয়ে তোমাক কিছু কথা ক'ম। ডাৰউইনে লগতে এই কথাও প্ৰমাণ কৰি দেখুৱালে যে ঈশ্বৰে একেদিনাই সকলো প্ৰাণীকে সৃষ্টি কৰা কথাটোতো সঁচা নহয়েই, বৰং কোটি কোটি বছৰৰ আগতে পৃথিৱীত আবিৰ্ভূত হোৱা মাত্ৰ এবিধ প্ৰাণীৰ পৰাই অসংখ্য প্ৰজাতিৰ বিবিধ প্ৰাণীৰ সৃষ্টি হ'ল। যিটো প্ৰক্ৰিয়াৰে পৃথিৱীত অসংখ্য প্ৰাণীৰ সৃষ্টি হ'ল, অসংখ্য প্ৰাণী চিৰকাললৈ বিলুপ্ত হ'ল। অস্তিত্ব-ৰক্ষাৰ প্ৰতিযোগিতাত টিকি থকা প্ৰাণীবোৰে নিত্য-নতুন পৰিবেশৰ লগত নিজকে খাপ খুৱাই ল'ব পৰাকৈ নতুন নতুন গুণ আয়ত্ত কৰি নতুন নতুন আকৃতি আৰু প্ৰকৃতি অৰ্জন কৰিলে—সেই প্ৰক্ৰিয়াটোকেই কোৱা হয় বিৱৰ্তন। কোটি কোটি বছৰ ধৰি এই প্ৰক্ৰিয়া চলি আছে আৰু ভৱিষ্যতেও চলি থাকিব। আনকি মাত্ৰ কেইদিনমানৰ আগতে মই এখন ইংৰাজী বাতৰি কাকতত পঢ়িবলৈ পালো যে আফ্ৰিকাৰ মালৱি হ্ৰদত চিচলিদ (Cichlid) নামৰ এবিধ মাছে মাত্ৰ পাঁচলাখ বছৰৰ ভিতৰতে বিৱৰ্তনৰ প্ৰক্ৰিয়াৰে এহাজাৰ বিধ নতুন প্ৰজাতিৰ মাছৰ জন্ম দিছে।'

# তর্ক-যুদ্ধ

'১৮৫৯ চনত ডাৰউইনে কিতাপখন লিখি শেষ কৰিলে। তেওঁৰ বিজ্ঞানী বন্ধুসকলৰ চেষ্টাত এজন প্ৰকাশকো যোগাৰ হ'ল। জন মুৰে নামৰ এই প্ৰকাশকজনে বিখ্যাত ভূ-তত্ত্ববিদ চাৰ্লছ লায়েলৰ Principles of Geology নামৰ বিখ্যাত কিতাপখনো প্ৰকাশ কৰিছিল। চাৰ্লছ লায়েলৰ কথা মই তোমাক আগতেই কৈছিলো। তেওঁক পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ ভূ-তত্ত্ববিদকেইজনৰ ভিতৰত এজন বুলি ধৰা হয়। তদুপৰি চাৰ্লছ লায়েলে ভূ-তত্ত্বৰ ক্ষেত্ৰত কৰা আৱিষ্কাৰবোৰৰ অবিহনে ডাৰউইনেও তেওঁৰ বিৱৰ্তনৰ তত্ত্বক সম্পূৰ্ণ কৰিব নোৱাৰিলেহেঁতেন। চাৰ্লচ লায়েলে এই কথা প্ৰমাণ কৰি দেখুৱাইছিল যে মানুহে বিশ্বাস কৰা মতে ঈশ্বৰে একেদিনাই পৃথিৱীখন সৃষ্টি কৰা নাছিল; কোটি কোটি বছৰৰ বিৱৰ্তনৰ মাজেদিহে পৃথিৱীখনে আজিৰ ৰূপ পাইছে। ডাৰউইনে প্ৰমাণ কৰা তত্ত্বটো হ'ল এই যে কোটি কোটি বছৰ ধৰি সলনি হৈ থকা প্ৰাকৃতিক পৰিবেশৰ লগত নিজকে খাপ খুৱাই ল'বলৈ প্ৰাণীবোৰেও নিজকে সলনি কৰি থাকিবলগা হৈছে, আৰু তাৰ ফলতেই নতুন নতুন গুণ-বিশিষ্ট নতুন নতুন প্ৰাণীৰ উদ্ভৱ হৈছে। একেটা বাক্যতে ক'বলৈ গ'লে ইয়েই হ'ল বিৱৰ্তন। মানুহো এই নিয়মৰ ব্যতিক্ৰম নহয়। মানুহৰ আদি-পুৰুষ হ'ল বান্দৰ।

'ডাৰউইনে ইয়াৰ আগতেও কে'বাখনো কিতাপ লিখিছিল। কিতাপকেইখন পাঠকসকলৰ দ্বাৰা বিপুলভাৱে সমাদৃত হৈছিল। কিন্তু এই নতুন কিতাপখন সম্পৰ্কে প্ৰকাশকৰ মনত কিছু সংশয় আছিল। কিতাপখনৰ বিক্ৰী ভাল হ'ব বুলি তেওঁ আশা কৰা নাছিল। তেওঁ ধৰি লৈছিল যে কিতাপখনৰ প্ৰথম তাঙৰণৰ পাঁচশমান কিতাপ বিক্ৰী হ'লেও তেওঁ যথেষ্ট সন্তুষ্ট হ'ব। কিন্তু কিতাপখনৰ ছপাৰ কাম চলি থাকোঁতেই গ্ৰাহক আৰু পাঠকসকলে কিতাপখনৰ খবৰ ল'বলৈ আৰম্ভ কৰিলে। ছপাৰ কাম আগবাঢ়ি থাকে মানে গ্ৰাহকৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে। অৱশেষত প্ৰকাশকে কিতাপখনৰ ১২৫০ কপি ছপা কৰিব লগা হ'ল, আৰু একেদিনাই গোটেইখিনি কিতাপ বিক্ৰী হৈ শেষ হ'ল।

'দেবব্ৰত, ইয়াৰ আগতেই মই তোমাক সবিস্তাৰে কৈছিলো যে ধৰ্ম-বিশ্বাসী মানুহৰ উগ্ৰ প্ৰতিক্ৰিয়াৰ ভয়ত ডাৰউইনে তেওঁৰ কিতাপখন প্ৰকাশ কৰিবলৈ সংকোচ কৰিছিল। আনকি কিতাপখনৰ মূল বক্তব্যও তেওঁ নিজৰ পত্নী এমা আৰু কেইজনমান অতি বিশ্বাসী বন্ধুৰ বাহিৰে আন কাকো কোৱা নাছিল। তেওঁৰ এই অন্তৰ্দ্বন্দ্বও আছিল তেওঁ ৰোগগ্ৰস্ত হৈ পৰাৰ এটা প্ৰধান কাৰণ। কিতাপখনৰ প্ৰকাশৰ দিন যিমানেই চমু চাপি আহিল সিমানেই তেওঁৰ মানসিক অশান্তিও বাঢ়িবলৈ ধৰিলে। লণ্ডনৰ পৰা কিছু দূৰত ইয়ৰ্কশ্বায়াৰ নামৰ এখন ঠাইত তেওঁ চিকিৎসা কৰাবলৈ গ'ল। তাত বহি বহি তেওঁ মনে মনে আশা কৰিবলৈ ধৰিলে—তেওঁৰ কিতাপখনক মানুহে নিশ্চয় বেছি গুৰুত্ব নিদিব। মানুহে কিতাপখনক অৱজ্ঞা কৰিলেই তেওঁ যেন ৰক্ষা পায়!

কিন্তু বাস্তৱত ঘটিল ঠিক তাৰ বিপৰীতটো। একেদিনাই কিতাপখনৰ ১২৫০ কপি বিক্ৰী হৈ শেষ হোৱাৰ পিছত দ্বিতীয় তাঙৰণ ছপা কৰিবলগা হ'ল। দ্বিতীয় তাঙৰণৰ ৩০০০ কপিও বিক্ৰী হ'বলৈ বেছি সময় নালাগিল। এইখিনিতে এটা কথা মনত ৰখা উচিত হ'ব যে ১৮৬০ খ্ৰীষ্টাব্দৰ ইংলেণ্ডত আজিৰ সমান শিক্ষিত মানুহ নাছিল; কিতাপ কিনি পঢ়িব পৰা মানুহৰ সংখ্যাও এতিয়াতকৈ বহুত কম আছিল। তাতে কিতাপখনৰ নামটোও মন কৰাচোন ঃ On the Origin of Species by Means of Natural

Selection! কিতাপখনৰ নামটোৱেই নকয় জানো যে বেছিভাগ মানুহে নামটো দেখিয়েই কিতাপখন হাতত তুলি ল'বলৈ ভয় কৰিব?

'কিন্তু এনেহেন এখন কিতাপৰো দুটাকৈ তাঙৰণ এমাহৰ ভিতৰতে বিক্ৰী হৈ শেষ হ'ল। ডাৰউইন বিস্ময়ত হতবাক হ'ল। অৱশ্যে এটা কথা ঠিক যে কিতাপখন ঘাইকৈ কিনিছিল উচ্চ-শিক্ষিত ধনী লোকসকলে। কিতাপখনৰ বিষয়ে আলোচনাও প্ৰথম অৱস্থাত তেওঁলোকৰ মাজতে সীমাবদ্ধ আছিল। কিন্তু এজন মানুহে ডাৰউইনৰ কিতাপখনৰ বাণী সৰ্বসাধাৰণ মানুহৰ ওচৰলৈ কঢ়িয়াই লৈ গ'ল। তেৱেঁই আছিল ডাৰউইনৰ নতুন তত্ত্বৰ প্ৰথমজন উগ্ৰ সমৰ্থক আৰু উৎসাহী প্ৰচাৰক। তেওঁৰ নাম আছিল টমাছ হাক্সলি (১৮২৫—৯৫); ডাৰউইনৰ সমসাময়িক এজন প্ৰখ্যাত জীৱ-বিজ্ঞানী।

'ডাৰউইনৰ কিতাপখন প্ৰকাশ হোৱাৰ প্ৰায় ছমাহৰ পিছত ব্ৰিটিছ এছোচিয়েচন ফৰ দা এডভাঞ্চমেণ্ট অব চায়েন্স (BAAS) নামৰ এটা বিখ্যাত বিজ্ঞান সংস্থাই কিতাপখনৰ বিষয়ে আলোচনা কৰিবলৈ অক্সফ'ৰ্ডত এখন আলোচনা-চক্ৰৰ আয়োজন কৰিলে। দিনটো আছিল ১৮৬০ খ্ৰিষ্টাব্দৰ ৩০ জুন, শনিবাৰ।

'ডাৰউইনৰ তত্ত্বৰ সপক্ষে ক'বলৈ থিয় হ'ল টমাছ হাক্সলি। বিপক্ষৰ প্ৰধান বক্তা আছিল অক্সফ'ৰ্ডৰ ধৰ্ম-যাজক ছেমুৱেল উইলবাৰফ'ৰ্চ। ইয়াৰ আগতেও ধৰ্ম আৰু বিজ্ঞানৰ সংঘাত বহুবাৰ হৈছিল; কিন্তু আধুনিক অৰ্থত এই তৰ্ক-যুদ্ধখন ইমান বেছি উত্তেজনাপূৰ্ণ আৰু চাঞ্চল্যকৰ হৈছিল যে মানুহে আজিও তাৰ বিৱৰণ শুনি আমোদ পায়। সভাঘৰত প্ৰায় সাতশমান পণ্ডিত-শ্ৰোতা উপস্থিত আছিল। উপস্থিত নাছিল কেৱল চাৰ্লছ ডাৰউইন। অক্সফ'ৰ্ডত তেওঁৰ কিতাপৰ বিষয়ে তৰ্ক-যুদ্ধ চলি থকাৰ সময়ত তেওঁ অস্থিৰভাৱে পায়চাৰি কৰি আছিল লণ্ডনৰ নিজৰ ঘৰত।

'অক্সফ'ৰ্ডত তৰ্ক-যুদ্ধখন হোৱাৰ আগতেই শিক্ষিত লোকসকলে বাতৰি কাকতৰ যোগেদি কিতাপখনৰ মূল বক্তব্য সম্পৰ্কে মোটামুটিভাৱে কিছু কথা জানিব পাৰিছিল। ভূমিকম্প হোৱাৰ কিছু সময়ৰ আগতে মাটিৰ তলৰ পৰা গুমগুমনি শব্দ বাহিৰ হয়। সিয়েই মানুহক ভূমিকম্পৰ আগজাননী দিয়ে। বাতৰি কাকতবোৰেও মানুহৰ চিন্তাৰ জগতত হ'ব ধৰা ভূমিকম্পৰ আগলি-বতৰা দিছিল। উদাহৰণ স্বৰূপে বিশ্ববিখ্যাত 'নিউইয়ৰ্ক টাইমছে' ১৮৬০ খ্ৰীষ্টাব্দৰ ২৮ মাৰ্চৰ সংখ্যাত ডাৰউইনৰ কিতাপখনৰ বিষয়ে লিখিছিল—'ইমান দিনে মানুহে এই কথা বিশ্বাস কৰি আহিছিল যে পৃথিবীৰ প্ৰাণীসমূহৰ প্ৰতিটো প্ৰজাতিকে স্বতন্ত্ৰভাৱে সৃষ্টি কৰা হৈছে। এই প্ৰজাতিবোৰ যে অপৰিৱৰ্তনীয় আৰু চিৰস্থায়ী সেই বিষয়েও সন্দেহৰ কোনো অবকাশ নাছিল। এই চিৰন্তন বিশ্বাসক প্ৰত্যাহ্বান জনাবলৈ বিজ্ঞানৰ সাধ্য নাছিল। মিঃ ডাৰউইনে পঁচিশ বছৰতকৈ বেছি সময় ধৰি অশেষ ধৈৰ্যৰে পৰ্যৱেক্ষণ আৰু গৱেষণা কৰি প্ৰজাতিসমূহৰ উৎপত্তি সম্পৰ্কে কিছুমান নতুন যুক্তি আৰু আনুমানিক সিদ্ধান্ত আগবঢ়াইছে। সেই সিদ্ধান্তবোৰ ইমান বৈপ্লৱিক যে সেইবোৰ সত্য বুলি প্ৰমাণিত হ'লে মানুহে জীৱ-সৃষ্টিৰ বিষয়ে নিজৰ সমস্ত ধ্যান-ধাৰণাক সম্পূৰ্ণভাৱে সলনি কৰিব লাগিব। ডাৰউইনে পৰম স্পৰ্ধাৰে সৈতে এনে এটা তত্ত্ব ঘোষণা কৰিছে যে পৃথিবীৰ সমস্ত প্ৰাণীৰেই উৎপত্তি হৈছে এটা মাত্ৰ আদিম উৎস তথা জৈৱিক সত্তাৰ পৰা।'

'তৰ্ক-যোদ্ধা দুজনৰ নাম তোমাৰ নিশ্চয় মনত আছে। ধৰ্মৰ পক্ষত ছেমুৱেল উইলবাৰফ'ৰ্চ, বিজ্ঞানৰ পক্ষত টমাছ হাক্সলি। টমাছ হাক্সলিৰ বিষয়ে তোমাক আগতেই কৈছোঁ। তেওঁ ডাৰউইনৰ সমসাময়িক এজন বিখ্যাত জীৱ-বিজ্ঞানী। অৱশ্যে জীৱ-বিজ্ঞানী হিচাপে তেওঁ যিমান বিখ্যাত, তাতোকৈ তেওঁ বেছি বিখ্যাত ডাৰউইনৰ মতবাদৰ আটাইতকৈ উৎসাহী আৰু শক্তিশালী প্ৰবক্তা হিচাপেহে। প্ৰসঙ্গক্ৰমে এইখিনিতে আৰু এটা কথা মোৰ মনত পৰিছে। মনত পৰোঁতেই তোমাকো কথাটো কৈ থ'ব খুজিছোঁ। জবাহৰলাল নেহৰুৱে তেওঁৰ কোনোবা এখন ৰচনাত নিজকে agnostic অৰ্থাৎ অজ্ঞেয়বাদী বুলি ঘোষণা কৰিছে। সেই ৰচনাখন মই কিজানি ত্ৰিশ বছৰমানৰ আগতেই পঢ়িছিলো। কিন্তু আজিলৈকে মই এই কথা

জনা নাছিলো যে সেই শব্দ ব্যৱহাৰ কৰা প্ৰথম মানুহজন আছিল টমাছ হাক্সলি। তেৰোঁ নিজকে এগনষ্টিক বুলি ঘোষণা কৰিছিল।'

'ছাৰ, এগনষ্টিক্ মানে কি?'—বহুত পৰৰ মূৰত দেবব্ৰতৰ মুখৰ পৰা মাত ওলাল।

পাঠকে সন্তোষৰ হাঁহি এটা মাৰি ক'লে—'তুমি এই প্ৰশ্নটো কৰা নে নকৰা তালৈকে মই বাট চাই আছিলো দেবব্ৰত। এগনষ্টিকৰ অসমীয়া প্ৰতিশব্দটো তোমাক ক'লোৱেই ঃ অজ্ঞেয়বাদী। কিছুমান মানুহে ঈশ্বৰৰ অস্তিত্বত বিশ্বাস কৰে। তেওঁলোকক কোৱা হয় আস্তিক। আন কিছুমান মানুহে ঈশ্বৰৰ অস্তিত্ব বিশ্বাস নকৰে। তেওঁলোকক কোৱা হয় নাস্তিক। কিন্তু এনে কিছুমান মানুহ আছে—তেওঁলোকে ঈশ্বৰৰ অস্তিত্বত বিশ্বাসো নকৰে, অবিশ্বাসো নকৰে। তেওঁলোকে কেৱল ক'ব খোজে যে ঈশ্বৰ আছে নে নাই সেই কথা জনাটো মানুহৰ পক্ষে সম্ভৱ নহয়। অন্ততঃ তেওঁলোকৰ পক্ষে সম্ভৱ নহয়। সেই কাৰণে তেওঁলোকে নিজকে ক'ব খোজে অজ্ঞেয়বাদী বুলি।

'ডাৰউইনৰ মত সমৰ্থন কৰিবলৈ থিয় হ'ল অজ্ঞেয়বাদী টমাছ হাক্সলি। যিহেতু তেওঁ নিজেই আছিল এজন জীৱ-বিজ্ঞানী, সেই কাৰণে তৰ্ক কৰিবলৈ অহাৰ আগতেই তেওঁ ডাৰউইনৰ নতুন তত্ত্ব পানী যেন কৰি বুজি আহিছিল। তদুপৰি তেওঁ আছিল এজন ভাল বক্তা। ইফালে উইলবাৰফ'ৰ্চো একেবাৰে উলাই কৰিব পৰা বিধৰ মানুহ নাছিল। এজন শক্তিশালী বক্তা, চৰিত্ৰবান মানুহ আৰু ধৰ্মশাস্ত্ৰত গভীৰ ব্যুৎপত্তি থকা মানুহ হিচাপে তেওঁৰো বিশেষ খ্যাতি আছিল। কে'বাজনো বিজ্ঞানীৰ সহায় লৈ তেৰোঁ ডাৰউইনৰ নতুন তত্ত্বটো খৰচি মাৰি পঢ়ি আহিছিল। তাৰ্কিক হিচাপে তেওঁৰ এটাই মাত্ৰ দুৰ্বলতা আছিল; সেইটো হৈছে এই যে তেওঁৰ আত্মবিশ্বাস আছিল প্ৰয়োজনতকৈ অলপ বেছি। তেওঁৰ মনত ধনিষ্ঠামানো সন্দেহ নাছিল যে বানপানীৰ কোবাল সোঁতে খেৰকুটা উটুৱাই নিয়াৰ দৰে বাইবেলৰ ঐশ্বৰিক বাণীয়েও ডাৰউইনৰ সকলো বৈজ্ঞানিক যুক্তি উটুৱাই নি তাৰ চিন-চাব নোহোৱা কৰিব।

'তৰ্কৰ আৰম্ভণিতে প্ৰথমে টমাছ হাক্সলিয়ে ডাৰউইনৰ সপক্ষে তেওঁৰ নিজৰ মত দাঙি ধৰিলে। হাক্সলিৰ মত খণ্ডন কৰিবলৈ থিয় হ'ল ছেমুৱেল উইলবাৰফ'ৰ্চ। প্ৰায় আধা ঘণ্টা সময় ধৰি বক্তৃতা দি তেওঁ নিজৰ সমস্ত জ্ঞান উজাৰ কৰি বাইবেলৰ সৃষ্টি-তত্ত্ব সমৰ্থন কৰিলে। তাৰ মাজে মাজে তেওঁ হাক্সলিকো আক্ৰমণ কৰিবলৈ নেৰিলে। তেওঁৰ বাগ্মিতাই শ্ৰোতাসকলক নিশ্চয় মুগ্ধ কৰিছিল; কিছু শ্ৰোতা হয়তো তেওঁৰ যুক্তিত পতিয়নো গৈছিল। কিন্তু উৎসাহৰ আতিশয্যত তেওঁ বক্তৃতাৰ সামৰণিত এনে এষাৰ কথা কৈ পেলালে যিষাৰ কথাৰ ফান্দত তেওঁ নিজেই বান্ধ খালে।

'তৰ্ক-যুদ্ধখনত জিকিলো বুলি ভাবি নিশ্চিত হৈ তেওঁ হাক্সলিৰ ফালে চাই বিদ্ৰূপৰ সুৰেৰে ক'লে—'মোৰ কাষতে বহি আছে অধ্যাপক হাক্সলি। মই বহাৰ লগে লগেই তেওঁ মোক নেফানেফ কৰিবলৈ সাজু হৈ আছে। মই তেওঁক সুধিব খুজিছোঁ—তেওঁ যে মানুহক বান্দৰৰ বংশধৰ বুলি ক'ব খুজিছে, তেওঁৰ পূৰ্বপুৰুষ, তেওঁৰ পিতৃৰ ফালৰ পৰা বান্দৰ আছিল, নে মাতৃৰ ফালৰ পৰা বান্দৰ আছিল?'

'এইবাৰ সভাপতিয়ে টমাছ হাক্সলিক উইলবাৰফ'ৰ্চৰ প্ৰশ্নৰ উত্তৰ দিবলৈ নিমন্ত্ৰণ জনালে। হাক্সলিয়ে শান্ত আৰু গহীনভাৱে ক'লে—'বান্দৰৰ পৰা মোৰ উৎপত্তি হৈছে বুলি ক'বলৈ মই অকণো লাজ নকৰোঁ। কিন্তু মই এনে এজন মানুহৰ সগোত্ৰ বুলি ভাবিবলৈ লাজ অনুভৱ কৰোঁ—যিজন মানুহে অসত্য আৰু কু-সংস্কাৰৰ জয়গান গাবলৈ বেশ্যাৰ দৰে নিজৰ বাগ্মিতা আৰু পাণ্ডিত্যক কামত লগাব পাৰে।'

'এই ঐতিহাসিক তৰ্ক-যুদ্ধখনৰ বাতৰি অতি সোনকালে বনজুইৰ দৰে চৌদিশে বিয়পি পৰিল। তৰ্কযুদ্ধখনত কোন পক্ষই জয় লাভ কৰিলে সেই বিষয়ে কাৰো মনত অকণো সন্দেহ নৰ'ল। বিজ্ঞানৰ বিভিন্ন ক্ষেত্ৰত ইতিমধ্যেই ধৰ্মক বিজ্ঞানৰ পৰা পৃথক কৰা হৈছিল। উদাহৰণ স্বৰূপে, পৃথিৱী বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰস্থল নহয় বুলি আৰু পৃথিৱীয়েহে সূৰ্যক প্ৰদক্ষিণ কৰে বুলি মানি ল'বলৈ ধৰ্ম বাধ্য হৈছিল। এই

বৈজ্ঞানিক সত্যটো মানি ল'বলৈ ধৰ্মই প্ৰায় এহাজাৰ বছৰ সময় লৈছিল। এতিয়া ডাৰউইনৰ বিৱৰ্তনৰ তত্ত্ব সত্য বুলি প্ৰমাণিত হোবাৰ পিছত ধৰ্মৰ পৰা জীৱ-বিজ্ঞান সম্পূৰ্ণভাৱে পৃথক হ'ল, আৰু জীৱ জগতৰ উৎপত্তি সম্পৰ্কে ধৰ্মই নিজৰ বিশ্বাস ত্যাগ কৰি বিজ্ঞানৰ ব্যাখ্যা মানি ল'বলৈ বাধ্য হ'ল। অৱশ্যে মই ইমানপৰে তোমাক কৈ শুনোৱা তৰ্ক-যুদ্ধখনৰ সামৰণিৰ লগে লগেই বিজ্ঞান আৰু ধৰ্মৰ দীঘলীয়া যুদ্ধখনৰ সামৰণি পৰা নাছিল। সৌ সিদিনালৈকে এই তৰ্ক-যুদ্ধখন কম-বেছি পৰিমাণে চলি আছিল। আমেৰিকা যুক্তৰাষ্ট্ৰৰ টেনেছি নামৰ এখন ৰাজ্যই এনে এখন আইন প্ৰণয়ন কৰিছিল—যাৰ দ্বাৰা স্কুল-কলেজত বিৱৰ্তনবাদ শিকোৱাটো নিষিদ্ধ কৰা হৈছিল। ১৯২৫ খ্ৰীষ্টাব্দলৈকে এই আইন বলবৎ হৈ আছিল। এই আইন ভঙ্গ কৰি ছাত্ৰসকলৰ আগত ডাৰউইনৰ তত্ত্ব ব্যাখ্যা কৰাৰ অপৰাধত জন টমাছ স্কোপছ নামৰ এজন শিক্ষকক গ্ৰেপ্তাৰ কৰি তেওঁৰ বিৰুদ্ধে গোচৰ তৰা হৈছিল। সমগ্ৰ বিশ্বত চাঞ্চল্যৰ সৃষ্টি কৰা এই গোচৰত শিক্ষকজনৰ সপক্ষে ওকালতি কৰিছিল ক্লেৰেঞ্চ ডেৰ'ই আৰু চৰকাৰৰ সপক্ষে ওকালতি কৰিছিল উইলিয়াম জেনিংছ ব্ৰায়ানে। দুয়োজন উকীলেই সেই যুগৰ দুজন বিখ্যাত মানুহ আছিল। ক্লেৰেঞ্চ ডেৰ' বেছিকৈ বিখ্যাত হৈ পৰিছিল মৃত্যুদণ্ডৰ বিৰুদ্ধে তেওঁ জীৱন জুৰি কৰা সংগ্ৰামৰ কাৰণে। আনহাতে উইলিয়াম জেনিংছ ব্ৰায়ান এটা সময়ত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ছেক্ৰেটাৰী অব ষ্টেট হৈছিল। ১৯২৫ খ্ৰীষ্টাব্দ পৰ্যন্ত ডাৰউইনৰ বিৱৰ্তনবাদৰ বিৰোধিতা কৰা লোকসকল ইমান শক্তিশালী আছিল যে এইটো গোচৰত শিক্ষকজনৰ কাৰাদণ্ড হৈছিল।

'কিন্তু অৱশেষত সমগ্ৰ সভ্যজগতে ডাৰউইনৰ তত্ত্ব সত্য বুলি মানি ল'বলৈ বাধ্য হ'ল। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে ডাৰউইনৰ তত্ত্বৰ কোনো সংশোধনী হোৱা নাই, বা তাত নতুনকৈ একো যোগ-বিয়োগ হোৱা নাই। বাৰ্ট্ৰাণ্ড ৰাছেলে চাৰ্লছ ডাৰউইনক আইজাক নিউটনৰ লগত তুলনা কৰিছিল। তেওঁৰ মতে সোতৰ শতিকাত নিউটনৰ আৱিষ্কাৰে বিজ্ঞানৰ ক্ষেত্ৰত যেনে ধৰণৰ যুগান্তৰ আনিছিল, ঠিক একে ধৰণৰ যুগান্তৰ আনিছিল ঊনৈশ শতিকাত চাৰ্লছ ডাৰউইনে। নিউটনৰ বৈজ্ঞানিক তত্ত্ববোৰৰ কিছু কথা পিছলৈ ভুল বুলি প্ৰমাণিত হৈছে। পিছৰ যুগৰ বিজ্ঞানীসকলে তাত বহুতো কথা নতুনকৈ যোগ-বিয়োগ কৰিবলগা হৈছে। কিন্তু তাৰ ফলত নিউটনৰ যুগান্তকাৰী আৱিষ্কাৰবোৰৰ গুৰুত্ব অকণো কমা নাই। বৰং নিউটনে গঢ়ি থৈ যোৱা ভেটিটোৰ ওপৰতে থিয় হৈ আছে আধুনিক বিজ্ঞানৰ সমগ্ৰ সৌধটো। ঠিক তেনেদৰে ডাৰউইনৰ তত্ত্বৰো বহুতো সংশোধনী ঘটিছে। আজিলৈকে তেওঁৰ তত্ত্বক কেন্দ্ৰ কৰি বিজ্ঞানী আৰু দাৰ্শনিকসকলৰ মাজত অবিৰাম আলোচনা আৰু সমালোচনা চলিয়েই আছে। ডাৰউইনে নিজেই তেওঁৰ জীৱন-কালতে তেওঁৰ তত্ত্বৰ বহুখিনি সালসলিন কৰিছিল। গোড়ামি বিজ্ঞানৰ ধৰ্ম নহয়। বিজ্ঞানৰ ধৰ্ম হ'ল অবিৰাম পৰীক্ষা-নিৰীক্ষা আৰু নতুনকৈ আৱিষ্কৃত হোৱা সত্যক সত্য বুলি গ্ৰহণ কৰাৰ সাহস। ... ...ডাৰউইনৰ তত্ত্বত পিছলৈ যোগ-বিয়োগ হৈছে যদিও তেওঁৰ মূল বক্তব্য (কোনো এজন সৃষ্টিকৰ্তাই পৃথিৱীৰ উদ্ভিদ আৰু প্ৰাণীবোৰ পৃথক পৃথকভাৱে একেদিনাই সৃষ্টি কৰা নাছিল; বৰং এটা মাত্ৰ আদিম ৰূপৰ পৰা উদ্ভৱ হোৱা প্ৰাণীবোৰে কোটি কোটি বছৰৰ বিৱৰ্তনৰ মাজেদি অসংখ্য বিভিন্ন আৰু বিচিত্ৰ প্ৰজাতিত পৰিণত হৈ আজিৰ ৰূপ পাইছে) এটা চিৰন্তন বৈজ্ঞানিক সত্য বুলি প্ৰমাণিত হৈছে। ডাৰউইনৰ এই যুগান্তকাৰী আৱিষ্কাৰৰ ফলত প্ৰকৃতিৰ সমগ্ৰ ইতিহাস নতুনকৈ লিখিব লগা হৈছে, আৰু তাত অতি-প্ৰাকৃতিক শক্তিৰ স্থান নোহোৱা হৈছে। একে আষাৰে ক'বলৈ গ'লে যিকেইটা বৈজ্ঞানিক তত্ত্বই বিশ্বজগত সম্পৰ্কে মানুহৰ চিন্তাৰ আমূল পৰিৱৰ্তন ঘটাই মানুহক সম্পূৰ্ণ নতুন চিন্তাৰ খোৰাক দিছে, সেইবোৰৰ ভিতৰত এটা হ'ল চাৰ্লছ ডাৰউইনৰ বিৱৰ্তনবাদ। পল বি ছিয়াৰ্ছ নামৰ ডাৰউইনৰ এজন জীৱনীকাৰে কোৱাৰ দৰে—ডাৰউইনে মানুহৰ মনটোক বান্ধি ৰখা শিকলিডাল কাটি দিলে, আৰু মানুহ মুক্ত হৈ জাঁপ মাৰি এখন নতুন জগতত প্ৰৱেশ কৰিলে।'

পাঠক হঠাৎ নীৰৱ হৈ পৰিল। তেওঁৰ মুখলৈ চাই দেবব্ৰতৰ এনেকুৱা অনুভৱ হ'ল—যেন পাঠকে দেবব্ৰতৰ অস্তিত্ব সমূলি পাহৰি গৈ ডাৰউইনৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিছে। লগতে তেওঁ এই কথাও অনুভৱ কৰিলে যে পাঠকে বহুদিন ধৰি ছোৱা ছোৱাকৈ কৈ থকা ডাৰউইনৰ জীৱনৰ কাহিনীৰো আজিয়েই অন্ত পৰিল। ডাৰউইন ইয়াৰ পিছতো নিশ্চয় কেইবছৰমান জীয়াই আছিল। জীয়াই থকা বছৰকেইটাত তেওঁ নিশ্চয় আৰু কিবাকিবি বিষয়ে গৱেষণা কৰিছিল আৰু কিতাপ লিখিছিল। কিন্তু তেওঁৰ জীৱনৰ আটাইতকৈ মহৎ কীৰ্তি আছিল বিৱৰ্তনৰ তত্ত্বৰ প্ৰতিষ্ঠা। এজন মানুহে গৌৰীশংকৰ শৃংগত আৰোহণ কৰাৰ পিছত তেওঁ তাৰ পৰা কেনেকৈ নামি আহিল আৰু বাকী জীৱনটো তেওঁ কেনেকৈ কটালে সেইবোৰ কথা যেনেকৈ অবান্তৰ হৈ পৰে, ঠিক তেনেকৈ ডাৰউইনৰ জীৱনৰ বাকী থকা অংশটোও পাঠক ছাৰে বোধহয় অবান্তৰ বুলি ভাবিছে। পাঠকৰ নীৰৱতাৰ ভাগ লৈ দেবব্ৰতো কিছু সময় নীৰৱ হৈ থাকিল।

কিন্তু পাঠকৰ পৰা বিদায় লোৱাৰ আগতে তেওঁক এটা শেষ প্ৰশ্ন সুধিবলৈ দেবব্ৰতৰ মন গ'ল। কওঁ নকওঁকৈ তেওঁ ক'লে—'ছাৰ, আপুনি ডাৰউইনৰ কাহিনী কওঁতে কে'বাবাৰো ধৰ্ম আৰু বিজ্ঞানৰ সংঘাতৰ কথা কৈছিল। বিজ্ঞানৰ লগত হোৱা যুদ্ধত ধৰ্মৰ পৰাজয় হোৱা বুলিও আপুনি কৈছিল। মানুহৰ জীৱনত ধৰ্মৰ কোনো প্ৰয়োজন নাই বুলি আপুনি ক'ব খোজে নেকি?'

পাঠকে দেবব্ৰতৰ মুখলৈ চাই বহুতপৰ মনে মনে ৰ'ল। তাৰ পিছত তেওঁ প্ৰতিটো শব্দ জুখি-মাখি কোৱাৰ দৰে ক'লে—'দেবব্ৰত, মই তোমাৰ এইটো প্ৰশ্নৰ চিধাচিধি কোনো উত্তৰ দিব নোৱাৰোঁ। তুমি গোটেই জীৱন ধৰি নিজে এই প্ৰশ্নৰ উত্তৰ বিচাৰিব লাগিব। কিন্তু তোমাক চিন্তাৰ খোৰাক দিবৰ কাৰণে আজি মই তোমাক মাত্ৰ এটা কথা ক'ব পাৰোঁ। গেলিলিঅ' আছিল নিউটনৰ লগত একে উশাহতে নাম ল'ব পৰা এজন ডাঙৰ বিজ্ঞানী। গেলিলিঅ'ৰ আৱিষ্কাৰৰ লগত ধৰ্মীয় বিশ্বাসৰ প্ৰচণ্ড সংঘৰ্ষ হৈছিল। বাইবেলৰ মতৰ বিৰুদ্ধে যোৱাৰ কাৰণে গেলিলিঅ'ক কঠোৰ শাস্তি বিহা হৈছিল। কিন্তু সেই গেলিলিঅ'ৰ এজন ঘনিষ্ঠ বন্ধু আছিল কাৰ্ডিনেল বাৰ্বেৰিনি নামৰ এজন ধৰ্ম-যাজক। ধৰ্ম আৰু বিজ্ঞানৰ মাজত কিয় একো সংঘৰ্ষ থাকিব নালাগে তাৰ কাৰণ ব্যাখ্যা কৰি তেওঁ এদিন গেলিলিঅ'ক কৈছিল—'কোনবোৰ নিয়মৰ দ্বাৰা স্বৰ্গখন পৰিচালিত হয় সেই কথা তুমি মানুহক শিকোৱা; আমি মানুহক শিকাওঁ স্বৰ্গলৈ কেনেকৈ যাব লাগে সেই কথা। (ইংৰাজী অনুবাদত—You teach how the heavens go; we teach how to go to heaven)।'

পাঠকৰ পৰা বিদায় লৈ দেবব্ৰতে যেতিয়া আলিবাটত ভৰি দিলে তেতিয়া আকাশত এটা দুটাকৈ তৰা ওলাবলৈ আৰম্ভ কৰিছিল। দেবব্ৰতে নতুন চকুৰে তৰাবোৰলৈ এবাৰ চালে। তাৰ পিছত মনৰ মাজত এবোজা চিন্তাৰ খোৰাক লৈ তেওঁ ঘৰলৈ বুলি খোজ দিলে।

* * *

# সূচীপত্ৰ

# প্ৰথম অধ্যায়

মানুহ সৰ্বপ্ৰথমে এটা পুষ্টি উৎপাদনকাৰী প্ৰক্ৰিয়া। বিভিন্ন ৰাসায়নিক পদাৰ্থৰ বিৰামহীন গতি তথা কৰ্ম-চঞ্চলতাই হ'ল মানুহৰ শৰীৰ। শৰীৰৰ সমস্ত কোষৰ মাজেদি অবিৰামভাৱে বস্তু প্ৰবাহিত হৈ থাকে। সি টিচ্যুবোৰক প্ৰয়োজনীয় শক্তিৰ যোগান ধৰে। লগতে মানুহৰ শৰীৰৰ অস্থায়ী আৰু ভঙ্গুৰ অংগ-প্ৰত্যংগবোৰ গঢ়ি থাকিবলৈ সি নানা ধৰণৰ ৰাসায়নিক পদাৰ্থৰ যোগান দি থাকে।

মানুহৰ শৰীৰৰ অংগই যিটো কৌশল বা টেক্‌নিকেৰে নিজকে নিৰ্মাণ কৰে, সেই কৌশলটো বুজাটো বা জনাটো মানুহৰ মনৰ পক্ষে অসম্ভৱ। এটা ঘৰ সাজিবলৈ যেনেকৈ বাহিৰৰ পৰা বিভিন্ন বস্তু সংগ্ৰহ কৰিব লগা হয়, মানুহৰ প্ৰত্যংগবোৰে নিজকে নিৰ্মাণ কৰিবলৈ তেনেকৈ বাহিৰৰ পৰা একো বস্তু সংগ্ৰহ নকৰে। মানুহৰ প্ৰত্যংগবোৰ কেৱল কোষৰ সমষ্টিও নহয়। অৱশ্যে ঘৰ যেনেকৈ ইটাৰে সজা হয়, ঠিক তেনেকৈ জীৱদেহৰ প্ৰত্যংগবোৰো কোষেৰে সজা হয়। কিন্তু ইয়াৰ কাৰণে প্ৰয়োজনীয় সমস্ত কোষ নিৰ্গত হয় মাত্ৰ এটা কোষৰ পৰা। যেন এটা ঘৰ সাজিবলৈ যিমানবোৰ ইটাৰ প্ৰয়োজন হৈছিল, সেই আটাইবোৰ ইটা ওলাইছিল মাত্ৰ এচটা ইটাৰ পৰা! ঘৰ সজা ইটাবোৰ ঠিক ঠাইত বহুৱাবলৈ ৰাজমিস্ত্ৰীৰ হাতখন বা স্থপতিৰ নক্সাৰ প্ৰয়োজন হয়। কিন্তু জীৱদেহৰ কোষবোৰে কাৰো আশ্ৰয় বা নিৰ্দেশলৈ বাট নাচাই নিজে নিজেই যথাস্থানত নিজৰ ঠাই দখল কৰে। সিহঁতে নিজে নিজেই দেহৰূপী ঘৰটোৰ দুৱাৰ, খিৰিকি, জুইশালৰ কয়লা আৰু বাথৰুমৰ পানীত পৰিণত হয়। শৰীৰৰ অংগ-প্ৰত্যংগবোৰে যিভাৱে নিজকে নিৰ্মাণ কৰে, সেই কাম একমাত্ৰ সাধুকথাৰ অপেশ্বৰীৰ পক্ষেহে কৰা সম্ভৱ। কোষবোৰে যি পদ্ধতিৰে গোটেই শৰীৰটো আৰু তাৰ অংগ-প্ৰত্যংগবোৰ নিৰ্মাণ কৰে, তাৰ্লৈ চাই এনেহে ধাৰণা হয়— যেন কোষবোৰে কাম আৰম্ভ কৰাৰ সময়তেই সমগ্ৰ প্ৰাসাদটোৰ চূড়ান্ত ৰূপ নিজে কল্পনা কৰি ল'ব পাৰিছিল। কেৱল সেয়াই নহয়, সিহঁতে নিৰ্মাণৰ সঁজুলিবোৰ আৰু আনকি শ্ৰমিকবোৰো সৃষ্টি কৰি ল'ব পাৰিছিল।

—এলেক্সিছ কেৰেল

# স্বাস্থ্য কি?

স্কুলীয়া পাঠ্যপুথিত আমি পঢ়িবলৈ পাইছিলো যে শৰীৰৰ নিৰোগ অৱস্থাকে স্বাস্থ্য বুলি কোৱা হয়। ৰোগ শব্দটোৰ ইংৰাজী প্ৰতিশব্দ হ'ল Disease – অৰ্থাৎ Dis-ease। 'Ease' শব্দটোৰ অৰ্থ হ'ল আৰাম বা স্বাচ্ছন্দ্য। যেতিয়া শৰীৰে আৰাম বা স্বাচ্ছন্দ্য অনুভৱ নকৰে, বা যিকোনো ধৰণৰ যন্ত্ৰণা অনুভৱ কৰে, তেতিয়া শৰীৰৰ সেই অৱস্থাটোকে Disease বা ৰোগ বুলি কোৱা হয়।

কিন্তু এতিয়া স্বাস্থ্যৰ এই সংজ্ঞা বাতিল কৰা হৈছে। নতুন ধাৰণা অনুযায়ী কেৱল শাৰীৰিক ৰোগ নোহোৱা অৱস্থাকে স্বাস্থ্যৰ লক্ষণ বুলি ক'ব নোৱাৰি। স্বাস্থ্যৰ নতুন সংজ্ঞা অনুযায়ী এজন মানুহ প্ৰকৃত অৰ্থত স্বাস্থ্যৱান হ'বলৈ হ'লে তেওঁৰ শাৰীৰিক স্বাস্থ্যৰ লগতে মানসিক স্বাস্থ্যও ভাল হ'ব লাগিব। ধৰি লওক, দেখাত এজন মানুহৰ কোনো বেমাৰ-আজাৰ নাই। তেওঁ কোনো সময়তে শাৰীৰিক শক্তিৰ অভাৱ অনুভৱ নকৰে। কিন্তু তেওঁৰ মনত সকলো সময়তে অশান্তি লাগি থাকে, তেওঁ সদায় ক্লান্ত আৰু বিমৰ্ষ। কোনো কাৰণ নাথাকিলেও তেওঁ সকলো সময়তে ভবিষ্যতৰ কাৰণে দুশ্চিন্তা অনুভৱ কৰি থাকে বা সকলো সময়তে তেওঁ আনৰ সুখ আৰু সৌভাগ্যৰ চিন্তাত ঈৰ্ষাত জ্বলি-পুৰি মৰে। অৰ্থাৎ তেওঁৰ শৰীৰত কোনো ৰোগ নাথাকিলেও তেওঁৰ মনটো ৰুগীয়া। মনত সকলো সময়তে অশান্তি অনুভৱ কৰি থকা এজন মানুহক প্ৰকৃত অৰ্থত স্বাস্থ্যৱান মানুহ বুলি ক'ব পাৰিনে? কেতিয়াও নোৱাৰি। দেহ আৰু মন একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি। অৰ্থাৎ দেহৰ লগত মনৰ সম্পৰ্ক অঙ্গাঙ্গী। মনৰ অশান্তিয়ে শৰীৰত বহুতো জটিল ৰোগৰ সৃষ্টি কৰে। ঠিক সেইদৰে দেহটো ৰুগীয়া হ'লেও মনটো অশান্ত হৈ থাকে আৰু নানা মানসিক ৰোগৰ সৃষ্টি হয়। সেই কাৰণে প্ৰত্যেক মানুহেই নিজৰ অভিজ্ঞতাৰ পৰা এই কথা ক'ব পাৰে যে দেঃ আৰু মন দুয়োটা সুস্থ আৰু সবল হৈ থাকিলেহে মানুহে প্ৰকৃত স্বাস্থ্যৰ আনন্দ অনুভৱ কৰিব পাৰে।

কিন্তু কেৱল দেহত ৰোগ আৰু মনত অশান্তি নাথাকিলেই এজন মানুহক স্বাস্থ্যৱান মানুহ বুলি ক'ব নোৱাৰি। ধৰি লওক, আপোনাৰ নিজৰ দেহত কোনো ৰোগ নাই, আপোনাৰ কোনো মানসিক সমস্যাও নাই; কিন্তু আপুনি যিখন সমাজত বাস কৰে সেইখন সমাজত সকলো সময়তে নানা ধৰণৰ অশান্তিজনক ঘটনা ঘটি থাকে। আপোনাৰ চুবুৰিৰে কোনো এঘৰ মানুহৰ গৃহস্থজনে নিতৌ মদ খাই মাতাল হৈ ঘৈণীয়েকক মাৰপিট কৰে। ঘৈণীয়েকে গোটেই ৰাতি কান্দি কান্দি গছৰ পাত সৰুৱায়, আৰু আপোনালোককো শান্তিৰে শুবলৈ নিদিয়ে। আপোনাৰ নিজৰ ঘৰখন শান্তিপূৰ্ণ আৰু আনন্দময় হ'লেও আপোনাৰ চুবুৰিটোত সকলো সময়তে হাই-উৰুমি আৰু দন-খৰিয়াল চলি থাকে। চাৰিওফালৰ পৰিৱেশটো ইমান লেতেৰা যে দুৰ্গন্ধই বতাহ গধুৰ কৰি ৰাখে। ৰাস্তালৈ ওলালেই আপোনাৰ চকুত পৰে আবৰ্জনাৰ পাহাৰ। এনে এখন সমাজত বা এনে এটা পৰিৱেশত আপুনি শান্তিত থাকিব পাৰেনে? কেতিয়াও নোৱাৰে। ওপৰত কৈ অহা হৈছে যে মনত শান্তি নাথাকিলে দেহতো শান্তি থাকিব নোৱাৰে।

সেই কাৰণে স্বাস্থ্যৰ সংজ্ঞা নতুনকৈ নিৰূপণ কৰিব লগা হৈছে। স্বাস্থ্যৰ বিষয়ে আপুনি জানিব লগা প্ৰথম কথাটোৱেই হ'ল যে দেহত ৰোগ আৰু মনত অশান্তি নাথাকিলেই তাক স্বাস্থ্য বুলি ক'ব নোৱাৰি। স্বাস্থ্য হ'ল এটা সম্পূৰ্ণ শাৰীৰিক, মানসিক আৰু সামাজিক সুখানুভূতিৰ অৱস্থা।

কিন্তু এইটো অৰ্থত সম্পূৰ্ণ স্বাস্থ্যৱান মানুহ পৃথিৱীত বোধহয় এজনো নোলাব। তথাপি প্ৰত্যেক মানুহে ওপৰত কোৱা অৰ্থত যথাসম্ভৱ স্বাস্থ্যৱান হ'বলৈ চেষ্টা কৰা উচিত। মোটামুটিভাৱে স্বাস্থ্য ভাল কৰি ৰখাটো বিশেষ টান কাম নহয়। দৰকাৰ কেৱল নিয়মিত যত্ন আৰু স্বাস্থ্য অটুট ৰাখিবলৈ দৃঢ় সংকল্পৰ।

# স্বাস্থ্যৰ বিষয়ে লিখিবলৈ মোৰ নিজৰ যোগ্যতা কি?

স্বাস্থ্যৰ সংজ্ঞাটো বাৰু দিলো। কিন্তু এতিয়া প্ৰশ্ন হ'ল স্বাস্থ্যৰ বিষয়ে আনক উপদেশ দিবলৈ মোৰ নিজৰ কি যোগ্যতা আছে? মই ডাক্তৰ নহওঁ। মই ব্যায়ামবিদ নহওঁ। দেখাত মোক কোনেও খুব বেছি স্বাস্থ্যবান মানুহ বুলিও নকয়। তেন্তে কি যোগ্যতাৰ ভিত্তিত মই স্বাস্থ্যৰ বিষয়ে এখন কিতাপ লিখিবলৈ ওলাইছোঁ? স্বাস্থ্যৰ বিষয়ে লিখিবলৈ মোৰ যোগ্যতা প্ৰমাণ কৰি নেদেখুৱালে আপুনি মোৰ কিতাপখন কিয় পঢ়িব?

ডেকা বয়সলৈকে মোৰ স্বাস্থ্য খুব বেয়া আছিল। মোৰ স্বাস্থ্যৰ ভেটিটো খুব মজবুত আছিল বুলিয়ে মই ভাবোঁ। কিন্তু তিনি বছৰ বয়সৰ পৰা ওঠৰ বছৰ বয়সলৈকে মেলেৰিয়া জ্বৰত ভূগি ভূগি মই খুব নিশকতীয়া আৰু স্বাস্থ্যহীন হৈ পৰিছিলো। ডেকা বয়সৰ কিছুমান বেয়া অভ্যাসে মোৰ দুৰ্বল স্বাস্থ্য বেছি দুৰ্বল কৰি পেলাইছিল। কিন্তু এটা সময়ত মই মোৰ ভাগি পৰা স্বাস্থ্য পুনৰ মেৰামতি কৰাৰ প্ৰয়োজন অনুভৱ কৰিলো। তেতিয়াৰপৰা মই স্বাস্থ্যৰ বিষয়ে অসংখ্য কিতাপ পঢ়ি স্বাস্থ্য ৰক্ষাৰ বিষয়ে বহুত কথা শিকি ল'লো। শিকা কথাবোৰ পৰম নিষ্ঠা আৰু ধৈৰ্যৰে অনুশীলন কৰিবলৈ আৰম্ভ কৰিলো। মই মোৰ ইচ্ছা-শক্তিকো সবল কৰি ল'লো। মই বুজি পালো, যে জীৱনত যিকোনো ক্ষেত্ৰতে কৃতকাৰ্য হ'বলৈ হ'লেও যিটো বস্তুৰ আটাইতকৈ বেছি দৰকাৰ সেই বস্তুটো হ'ল স্বাস্থ্য। মই কৃতকাৰ্য হ'বলৈ দৃঢ় সংকল্প লৈছিলো। মাত্ৰ কেইবছৰমানৰ ভিতৰতে মই মোৰ চেষ্টাৰ সুফল পাবলৈ আৰম্ভ কৰিলো।

গতিকে স্বাস্থ্যৰ বিষয়ে লিখিবলৈ মোৰ প্ৰথম যোগ্যতা হ'ল এই যে মই স্বাস্থ্যৰ বিষয়ে বহুত কিতাপ পঢ়িছোঁ। সৰ্বসাধাৰণ মানুহতকৈ বেছি কিতাপ পঢ়িছোঁ। কিতাপ কেৱল পঢ়াই নহয়, কিতাপৰ পৰা শিকা কথাবোৰ নিজৰ জীৱনতো প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিছোঁ।

দ্বিতীয়তে, স্বাস্থ্যৰ নিয়ম ভালকৈ মানি চলাৰ ফলত মোৰ বেমাৰ-আজাৰ নাই বুলিলেই হয়। এটা বেমাৰ অৱশ্যে আছে— সেইটো হ'ল এলাৰ্জি। এলাৰ্জি প্ৰায় দুৰাৰোগ্য। বিশিষ্ট চকু চিকিৎসক হৰ্ষ ভট্টাচাৰ্যই এবাৰ মোৰ চকু পৰীক্ষা কৰি থাকোঁতে একেলগে মোৰ কেইবাটাও হাঁচি আহিল। ডাক্তৰ ভট্টাচাৰ্যই ক'লে, "ছাৰ, আপোনাৰ ক'ন্ড এলাৰ্জি আছে।" মই তেওঁক সুধিলো— "এলাৰ্জি ভাল কৰাৰ উপায় কি?" ডাক্তৰে ক'লে— "এশ বছৰমানৰ পিছত যদি জিন থেৰাপিৰ আবিষ্কাৰ হয়, তেতিয়া হ'লেহে আপোনাৰ এলাৰ্জি ভাল হোৱাৰ আশা আছে।" "তাৰ আগতে দেখোন মই মৰি ভূত হ'ম—" মই হাঁহি হাঁহি ক'লো।

এলাৰ্জিয়ে মোক কষ্ট দিলেও সি মোক অকামিলা কৰিব নোৱাৰে। গতিকে মই এলাৰ্জিক ডাঙৰ সমস্যা বুলি ভবা নাই। পৃথিৱীত লাখ লাখ মানুহে ওৰে জীৱন এলাৰ্জিত ভুগি থাকিও ডাঙৰ ডাঙৰ কাম কৰি আছে।

মোৰ ৭৫ বছৰীয়া জীৱনত মই মাত্ৰ দুবাৰ হাস্পতালত ভৰ্তি হৈছিলো। প্ৰথমবাৰ ভৰ্তি হৈছিলো কটন কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়ি থাকোঁতে। মোৰ মেলেৰিয়া জ্বৰৰ প্ৰকোপ বেছি হোৱাৰ কাৰণে মোক হাস্পতালত ভৰ্তি কৰিবলৈ হোষ্টেলৰ ল'ৰাবোৰ বাধ্য হৈছিল।

দ্বিতীয়বাৰ হাস্পতালত ভৰ্তি হৈছিলো ২০০৪ চনত, নিজৰ ভুলৰ কাৰণে হোৱা এটা দুৰ্ঘটনাৰ কাৰণে। সুদীৰ্ঘ ৭৫ বছৰৰ ভিতৰত মাত্ৰ দুবাৰ চিকিৎসাধীন হ'বলগা কথাটোৱেই প্ৰমাণ কৰে যে মই মোটামুটিভাৱে এটা ৰোগমুক্ত জীৱন যাপন কৰিছোঁ।

তৃতীয়তে, মই ভৰ ডেকা বয়সত প্ৰতিদিনে যিমান ঘণ্টা কাম কৰিছিলো, এতিয়া তাতকৈ বেছি ঘণ্টা কাম কৰোঁ। মোৰ বয়স বঢ়াৰ লগে লগে কামৰ পৰিমাণো বাঢ়িছে। কিন্তু মই কাম কৰিবলৈ ভয় নকৰোঁ। বৰং ভালহে পাওঁ। শ্বিগিকি হিনুহাৰা নামৰ এজন জাপানী স্বাস্থ্য বিশাৰদে এই বুলি উপদেশ দিছে যে ৭৫ বছৰ বয়সৰ পিছত মানুহে এটা নতুন ডাঙৰ কাম হাতত ল'ব লাগে। ৯৩ বছৰ বয়সত তেওঁ ঘোষণা কৰিছিল যে ৯৫ বছৰ বয়সত তেওঁ গল্ফ খেলিবলৈ আৰম্ভ কৰিব। মই নিজে সিমান বয়সলৈকে জীয়াই থাকিলে কি নতুন কাম আৰম্ভ কৰিম সেই কথা মই এতিয়াও ভবা নাই। কিন্তু মই এতিয়া কৰি থকা কেইবাটাও কামৰ উপৰিও ৭৫ বছৰ বয়সৰ পিছত টেলিভিছনত এটা নতুন কেৰিয়াৰ আৰম্ভ কৰিছোঁ। মোৰ কোনো দেওবাৰ নাই, সপ্তাহটোৰ প্ৰতিটো দিনেই মই কাম কৰিব লগা হয়।

আপুনি দেখিলে মোক বোধহয় স্বাস্থ্যৱান মানুহ বুলি নক'ব। নিজৰ ক্ষীণ-মীন চেহেৰাৰ কথা ভাবিলে ভলতেয়েৰৰ কথা মোৰ মনত পৰে। ভলতেয়েৰৰ চেহেৰাও আছিল ক্ষীণ-মীন, খোজত পৰি মৰা বিধৰ। তেওঁৰ বিষয়ে লিখা এখন ৰচনাত বিখ্যাত ফৰাচী জীৱনীকাৰ আঁদ্ৰে মৰোৱাই লিখিছে যে ভলতেয়েৰে গোটেই জীৱন ধৰি নিজৰ দুৰ্বল স্বাস্থ্যৰ বিষয়ে আপত্তি কৰি ঘেন-ঘেনাই আছিল। কিন্তু তেওঁৰ এটা আচৰিত শক্তি আছিল। তেওঁৰ শাৰীৰিক স্বাস্থ্য ইমান বেয়া আছিল যে সামান্য অনিয়ম বা আতিশয্যও তেওঁৰ শৰীৰে সহ্য কৰিব নোৱাৰিছিল। তেওঁ বিছনাৰ আশ্ৰয় ল'ব লগা হৈছিল। কিন্তু তেওঁৰ স্বাস্থ্যত এনে এটা অসাধাৰণ শক্তি আছিল যে অতি কঠোৰ আৰু মানসিক পৰিশ্ৰম তেওঁ হেলাৰঙে কৰি থাকিব পাৰিছিল।

তেওঁৰ ৮৪ বছৰ বয়সত পেৰিছৰ মানুহে তেওঁক এটা বিৰাট ৰাজহুৱা সম্বৰ্ধনা দিছিল। সম্বৰ্ধনাৰ উত্তৰ দিবলৈ থিয় হওঁতে তেওঁক অতি দুৰ্বল যেন দেখাইছিল। তেওঁৰ চেহেৰা দেখি মানুহে ভাবিছিল যে তেওঁৰ বোধহয় মৰিবলৈ বেছি দিন নাই। কিন্তু ভলতেয়েৰে সম্বৰ্ধনাৰ উত্তৰ দি ক'লে— "মই প্ৰস্তাৱ কৰোঁ যে ফৰাচী অভিধানখনৰ এটা নতুন উন্নত সংস্কৰণ উলিয়াব লাগে। 'A' আখৰটোৰে আৰম্ভ হোৱা সকলো শব্দৰ সংশোধনিৰ কামটো মই নিজেই কৰিম।" ভলতেয়েৰ যদি বাঘ তেন্তে মই মেকুৰী। কিন্তু তেওঁৰ লগত এটা কথাত মোৰ এটা ডাঙৰ মিল মই আৱিষ্কাৰ কৰিছোঁ। তেওঁৰ নিচিনাকৈয়ে মই শাৰীৰিক অনিয়ম খুব বেছি সহ্য কৰিব নোৱাৰোঁ। অনিয়ম কৰিলে শাৰীৰিকভাৱে মই দুৰ্বল হৈ পৰোঁ। কিন্তু একেলেথাৰিয়ে আঠ ঘণ্টা মানসিক পৰিশ্ৰম কৰিলেও বা লিখিলেও মই ক্লান্তি বা দুৰ্বলতা একো অনুভৱ নকৰোঁ।

একে আষাৰে ক'বলৈ গ'লে সাধাৰণভাৱে মই এজন স্বাস্থ্যৱান মানুহ।

# স্বাস্থ্য কিয় লাগে?

স্বাস্থ্যই হ'ল মানুহৰ দেহ-মনৰ স্বাভাৱিক অৱস্থা। স্বাস্থ্যৰ অভাৱ মানে দেহ-মনৰ অস্বাভাৱিক অৱস্থা। আমি স্বাভাৱিক অৱস্থাত থাকিব খুজিলে স্বাস্থ্য ৰক্ষা কৰি চলিব লাগিব।

জীৱনটো পৰিপূৰ্ণভাৱে উপভোগ কৰিবলৈ স্বাস্থ্যৰ দৰকাৰ। আমাৰ শৰীৰটো যেতিয়া সবল আৰু যন্ত্ৰণামুক্ত হৈ থাকে, তেতিয়াহে আমি জুতি লগা ভাল খাদ্য খাই আনন্দ পাওঁ। ৰং-ধেমালি কৰি ভাল পাওঁ। সংগীত আমাৰ কাণত বেছি মধুৰ হৈ বাজে। বন্ধু-বান্ধৱৰ সংগ উপভোগ কৰোঁ। পৃথিৱীখন ধুনীয়া দেখোঁ। শৰীৰটো ৰুগীয়া আৰু দুৰ্বল হৈ পৰিলে এই গোটেইবোৰ বস্তুৱেই বিস্বাদ, বিবৰ্ণ আৰু বিৰক্তিদায়ক হৈ পৰে। স্বাস্থ্যৰ অভাৱে জীয়াই থকাৰ আনন্দৰ পৰা আমাক বঞ্চিত কৰে।

জীৱনত যিকোনো ক্ষেত্ৰতে কৃতকাৰ্য হ'বলৈ হ'লে কঠোৰ পৰিশ্ৰম কৰাৰ প্ৰয়োজন হয়। স্বাস্থ্য ভাল নহ'লে বা দেহ-মন নিশকতীয়া হ'লে আমি কেতিয়াও কঠোৰ পৰিশ্ৰম কৰিব নোৱাৰোঁ। সেইকাৰণে সৰু-বৰ যিকোনো কামত কৃতকাৰ্য হৈ সুখে-সন্তোষেৰে জীয়াই থাকিবলৈ হ'লে আমি প্ৰথমে স্বাস্থ্যটো ভালকৈ গঢ়ি ল'ব লাগিব।

শৰীৰটো যেতিয়া নিৰোগ আৰু সবল হৈ থাকে, তেতিয়া সি আমাৰ গোলাম হৈ থাকে। তেনে অৱস্থাত সি বিনা-বাক্যব্যয়ে আমাৰ সকলো নিৰ্দেশ পালন কৰি আমাৰ সেৱা কৰে। কিন্তু শৰীৰটো যেতিয়া ৰুগীয়া আৰু দুৰ্বল হৈ পৰে, তেতিয়া আমিহে শৰীৰৰ গোলাম হ'বলগীয়া হয়। আমি তেতিয়া নিজৰ শৰীৰৰ সেৱা-শুশ্ৰূষা কৰিয়েই তৎ নাপাওঁ। গতিকে শৰীৰটোক গোলামৰ দৰে ব্যৱহাৰ কৰি জীৱনত সুখ-শান্তি আৰু আৰাম পাবলৈ হ'লে যিটো বস্তুৰ আটাইতকৈ বেছি দৰকাৰ, সেইটো হ'ল স্বাস্থ্য।

দুৰ্বল আৰু বেমাৰী হৈ পৰিলে মানুহে সকলো সময়তে আনৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হয়। অৰ্থাৎ তেওঁ পুতৌৰ পাত্ৰ হৈ পৰে। যি মানুহে আনৰ কৃপাৰ পাত্ৰ নোহোৱাকৈ নিজৰ ভৰি দুখনৰ ওপৰত থিয় হৈ সসন্মানে জীয়াই থাকিব খোজে, তেওঁৰ আটাইতকৈ জৰুৰী আৰু প্ৰধান কৰ্তব্য হ'ল স্বাস্থ্যৰ যত্ন লোৱা।

সৰু-সুৰা বেমাৰে চিকিৎসাৰ কাৰণে বেছি ধন খৰচ নকৰালেও মানুহক দুৰ্বল আৰু অকামিলা কৰি ৰাখে। মজলীয়া বিধৰ বা ডাঙৰ বেমাৰ হ'লে মানুহে সোপাসোপে ধন খৰচ কৰিব লগা হয়। জীৱনটো সুখী আৰু সুন্দৰ কৰিবলৈ যিখিনি ধন খৰচ কৰিব পৰা গ'লহেঁতেন, সেইখিনি ধন বেমাৰৰ নামত আচলতে পানীত পৰে। এই কথা ঠিক যে হাজাৰ চেষ্টা কৰিলেও মাজে-সময়ে মানুহৰ কিবা এটা নহয় কিবা এটা বেমাৰ হ'বই। প্ৰায় গোটেই জীৱন ৰোগমুক্ত হৈ থাকিব পৰা মানুহ কোটিৰ ভিতৰত কিজানি এজনো নোলাব। কিন্তু লগতে এই কথাও ঠিক যে মানুহৰ বেছিভাগ বেমাৰ হয় ঠিক মতে স্বাস্থ্যৰ যত্ন নোলোৱাৰ ফলত; স্বাস্থ্যৰ নীতি-নিয়ম মানি নচলাৰ ফলত।

# স্বাস্থ্যৰ যত্ন কেনেকৈ ল'ব লাগে (১)

মোৰ মতে স্বাস্থ্যৰ যত্ন লোৱাৰ প্ৰথমটো খোজ হ'ল স্বাস্থ্যক এটা নিচা বুলি গ্ৰহণ কৰা। সাময়িক আনন্দ পোৱাৰ লোভত বহুত মানুহে নানা প্ৰকাৰৰ ৰাগিয়াল বস্তু খায়। যেনে— মদ, ভাং, কানি, চিগাৰেট ইত্যাদি। কিন্তু এনেকুৱা ৰাগিয়াল বস্তুৱে মানুহক খন্তেকীয়া আনন্দ বা উত্তেজনা দিলেও আচলতে সেইবোৰ বস্তুৱে তিলে তিলে স্বাস্থ্য ধ্বংস কৰে। স্বাস্থ্যৰ নিচাই একমাত্ৰ নিচা— যিটো নিচাই আমাৰ গোটেইটো জীৱন শক্তি আৰু আনন্দৰে ভৰাই ৰাখিব পাৰে। স্বাস্থ্যৰ নিচা কি বস্তু, সেই কথা বুজিবলৈ হ'লে এজন দুৰ্বল আৰু বেমাৰী মানুহে এজন স্বাস্থ্যৱান আৰু নিৰোগী মানুহৰ লগত নিজকে তুলনা কৰি চালেই হ'ল।

মোৰ ল'ৰাকালত বছৰটোৰ প্ৰায় আধা সময়— বিশেষকৈ গৰমৰ মাহ কেইটা— মেলেৰিয়া জ্বৰত ভুগি বিছনাত পৰি থাকিব লগা হৈছিল। মই নৈত সাঁতুৰিব যাব পৰা নাছিলো, ফুটবল খেলিবলৈ যাব পৰা নাছিলো। কিন্তু মেলেৰিয়াই নধৰা মোৰ সমনীয়া ভাই-ককাইবোৰে বা গাঁৱৰ লগৰীয়া ল'ৰাবোৰে আনন্দত কিৰিলি পাৰি যেতিয়া নৈত গা ধুবলৈ বা পথাৰত খেলিবলৈ ওলাই গৈছিল, তেতিয়া সেই দৃশ্য দেখি ঈৰ্ষাত মোৰ দেহ-মন জ্বলি গৈছিল। তেতিয়াই মই মনে মনে অনুভৱ কৰিছিলো যে স্বাস্থ্যৰ আনন্দতকৈ ডাঙৰ আনন্দ আন একো নাই। মই বোধহয় মনে মনে সংকল্প লৈছিলো যে নিজৰ স্বাস্থ্যটো সবল কৰি গঢ়ি তুলিবলৈ মই যিমান পাৰোঁ চেষ্টা কৰিম।



ৰাগিয়াল বস্তুৰ প্ৰতি এবাৰ আসক্ত হোৱা মানুহে সহজে তাৰ নিচা এৰিব নোৱাৰে। মাৰ্ক টোৱেইন নামৰ এজন ডাঙৰ লেখকে ৰসিকতা কৰি কৈছিল— "চিগাৰেট এৰা কামটো নিচেই সহজ। মই নিজে দুশবাৰ চিগাৰেট খাবলৈ এৰিছোঁ।" তেওঁ আচলতে বুজাব খুজিছিল যে এবাৰ চিগাৰেটত ধৰিলে তাক এৰা কামটো অতি টান। তেওঁ নিজে দুশবাৰ চিগাৰেট এৰি দুশবাৰ পুনৰ চিগাৰেট খাবলৈ বাধ্য হৈছিল।

কিন্তু স্বাস্থ্যৰ নিচাই এবাৰ কাৰোবাক ধৰিলে তাক এৰিবলৈ চেষ্টা কৰাৰতো প্ৰশ্নই নুঠে; বৰং তাক দিনে দিনে বেছিকৈ বঢ়াই থাকিবলৈহে মন যায়। স্বাস্থ্যৰ নিচাই যিমানেই মানুহক বেছিকৈ ধৰে সিমানেই তেওঁৰ মংগল। স্বাস্থ্যৰ নিচাৰ উগ্ৰতাই মানুহক আন সকলো অপকাৰী নিচাৰ লোভ পাহৰাই দিয়ে।

সেই কাৰণে মোৰ মতে স্বাস্থ্যৰ যত্ন লোৱাৰ প্ৰথমটো খোজ হ'ল— স্বাস্থ্যক এটা উপকাৰী আৰু আনন্দদায়ক নিচা বুলি গ্ৰহণ কৰা; সেই নিচাৰ প্ৰতি নিজৰ মনত লোভ জগাই তোলা।

# স্বাস্থ্যৰ যত্ন কেনেকৈ ল'ব লাগে (২)

ওপৰত প্ৰমাণ কৰা হ'ল যে স্বাস্থ্য গঢ়াৰ প্ৰথমটো খোজ হ'ল স্বাস্থ্যক এটা নিচা বুলি গ্ৰহণ কৰা, আৰু সেই নিচাত গোটেই জীৱন মতলীয়া হৈ থকা।

স্বাস্থ্যৰ কথা উঠিলেই তিনিবিধ মানুহৰ কথা মনলৈ আহে ঃ (১) যিবোৰ মানুহৰ স্বাস্থ্য মোটামুটিভাৱে ভাল, অৰ্থাৎ যিবোৰ মানুহে নিজৰ স্বাস্থ্য বেয়া বুলি কেতিয়াও অনুভৱ কৰিব লগা নহয়। আচলতে স্বাস্থ্যৰ বিষয়ে কেতিয়াও বিশেষভাৱে ভাবিব নলগাটোৱেই হ'ল ভাল স্বাস্থ্যৰ, আটাইতকৈ নিৰ্ভুল লক্ষণ। (২) যিবোৰ মানুহৰ স্বাস্থ্য কিছু দুৰ্বল তেওঁলোকৰ সৰু-সুৰা বেমাৰ সঘনাই হৈ থাকে; কিন্তু নিজকে কেতিয়াও দুৰ্বল আৰু স্বাস্থ্যহীন বুলি অনুভৱ কৰিবলগা নহয়। (৩) যিবোৰ মানুহৰ স্বাস্থ্য অতি দুৰ্বল, আৰু সেই দুৰ্বলতাৰ কাৰণে তেওঁলোকৰ কাম কৰা শক্তি আৰু জীয়াই থকাৰ আনন্দ বহু পৰিমাণে হ্ৰাস পায়।

যিহেতু প্ৰথম বিধ মানুহৰ স্বাস্থ্য ভাল বুলি ধৰি ল'ব পাৰি, গতিকে তেওঁলোকে স্বাস্থ্য গঢ়িবৰ কাৰণে বিশেষ একো যত্ন নল'লেও হয়। ধৰি লওক, আপোনাৰ থকা ঘৰটো ধুনীয়া আৰু মজবুত হৈ আছে। তাক সম্পূৰ্ণভাৱে মেৰামতি কৰাৰ একো দৰকাৰ নাই। কিন্তু ঘৰটো ধুনীয়া আৰু মজবুত কৰি ৰাখিবলৈ, অৰ্থাৎ তাৰ দৃঢ়তা আৰু সৌন্দৰ্য ৰক্ষা কৰিবলৈ প্ৰতিদিনে ঘৰটো পৰিষ্কাৰ কৰা উচিত, আৰু বছৰত একোবাৰকৈ ৰং-তেল দি তাক ধুনীয়াকৈ ৰখা উচিত। ভাল স্বাস্থ্যৰ ক্ষেত্ৰতো সেই একেই কথা প্ৰযোজ্য। ইংৰাজীত যাক কয় Maintain কৰা, অৰ্থাৎ স্বাস্থ্য ৰক্ষা কৰি চলা। স্বাস্থ্যৱান মানুহে স্বাস্থ্য ৰক্ষা কৰি চলিবলৈ কি কৰা উচিত সেই কথা পিছত কোৱা হ'ব।

এইটো অধ্যায়ত ঘাইকৈ কোৱা হ'ব ভগ্ন-স্বাস্থ্য মানুহৰ স্বাস্থ্য পুনৰুদ্ধাৰ কৰাৰ উপায়বোৰ।

মই আগতে কৈছোঁ যে এসময়ত মোৰ স্বাস্থ্য সম্পূৰ্ণ ভাগি গৈছিল। মই কেনেকৈ সেই ভগা স্বাস্থ্য অন্ততঃ কিছু পৰিমাণে হ'লেও মেৰামতি কৰি আজিলৈকে সম্পূৰ্ণ কৰ্মক্ষম হৈ আছোঁ সেই কথাকে প্ৰথমে ক'ম। কাৰণ উপদেশতকৈ উদাহৰণ বেছি ভাল।

মানুহে স্বভাৱতে কঠিন কামলৈ ভয় কৰে। কামটো উজু কৰিলেও তেনে কাম কৰিবলৈ মনত আগ্ৰহ অনুভৱ হয়। স্বাস্থ্যৰ বিষয়ে লিখা বেছিভাগ কিতাপতে স্বাস্থ্য গঢ়াৰ কামটোক এটা কষ্ট-সাধ্য আৰু বিৰক্তি-দায়ক কাম বুলি ধাৰণা দিয়া হয়। ফলত মানুহে স্বাস্থ্য-চৰ্চা যাৰে তাৰে কাম নহয় বুলি ভাবিবলৈ বাধ্য হয়। কিন্তু মই ভাবোঁ যে সাধাৰণ স্বাস্থ্য ৰক্ষা কৰি এটা কৰ্মঠ আৰু আনন্দময় জীৱন যাপন কৰিবলৈ অতিৰিক্ত চিন্তা-ভাবনা বা পৰিশ্ৰমৰ দৰকাৰ নাই। গোটেই জীৱন কেইটামান সাধাৰণ নিয়ম নিষ্ঠাৰে পালন কৰি তাক অভ্যাসত পৰিণত কৰি ল'ব পাৰিলে স্বাস্থ্য গঢ়াৰ কামটো উশাহ-নিশাহ লোৱাৰ নিচিনা সহজ হৈ পৰে।

স্বাস্থ্য-চৰ্চাৰ ক্ষেত্ৰত মোৰ গুৰু হ'ল বাৰ্ট্ৰাণ্ড ৰাছেল। তেওঁ লিখিছে— "স্বাস্থ্যৰ বিষয়ে মই ক'ব পৰা লাগতিয়াল কথা একো নাই, কাৰণ মোৰ বেমাৰ-আজাৰ হোৱাৰ কথা মনতেই নপৰে। মই যেতিয়াই যি মন যায় তাকে খাওঁ; সাৰ পাই থকা যেতিয়া অসম্ভৱ হয়, তেতিয়াই মই শুই পৰোঁ। স্বাস্থ্যৰ

কাৰণে ভাল বুলি ভাবি মই জীৱনত একো কাম কৰি পোৱা নাই। কিন্তু মই সেইবোৰ কামহে কৰি ভাল পাওঁ— যিবোৰ কাম সাধাৰণতে স্বাস্থ্যকৰ আৰু মংগলজনক।"

বাৰ্ট্ৰাণ্ড ৰাছেলে কেতিয়াও বেমাৰ-আজাৰ নোহোৱা বুলি কৈ অলপ ভুল কথা কৈছে। তেওঁ ৯৫ বছৰ জীয়াই আছিল। দীঘলীয়া জীৱনত এদিনৰ কাৰণেও বেমাৰত নপৰাকৈ থকাটো অতি অস্বাভাৱিক কথা। আনকি আটাইতকৈ সুন্দৰ আৰু নিৰ্মল পৰিৱেশতো নানা ধৰণৰ ৰোগৰ বীজাণুৱে কিলবিলাই থাকে। মানুহৰ সামান্য অসতৰ্কতাৰ সুযোগ পালেই ৰোগৰ বীজাণুৱে মানুহক আক্ৰমণ কৰে। কেথলিক চাৰ্চৰ পোপে বাস কৰে ভেটিকান প্ৰাসাদত, তাত ৰোগৰ বীজাণু প্ৰৱেশ কৰাৰ কোনো সুৰুঙাই নাই যেন লাগে। অথচ পোপ দ্বিতীয় জনৰ (John the Second) ৭৮ বছৰ বয়সত মৃত্যু হৈছিল ইনফ্লুৱেঞ্জাৰ দ্বাৰা আক্ৰান্ত হৈ। অৱশ্যে তাৰ আগতেও বহু বছৰ ধৰি পাৰ্কীডিছনচ্ নিজিজ আৰু আৰ্থ্ৰাইটিছে তেওঁক কোঙা কৰি ৰাখিছিল। জীৱনত কেতিয়াও বেমাৰ হোৱাৰ কথা মনত নপৰা বাৰ্ট্ৰাণ্ড ৰাছেলেও এবাৰ চীন দেশত ভ্ৰমণ কৰিবলৈ গৈ তাত গ্ৰহণী ৰোগৰ দ্বাৰা আক্ৰান্ত হৈছিল। অৱশ্যে জীৱনত কেতিয়াও বেমাৰ নোহোৱা বুলি গৰ্ব কৰা ৰাছেলে বোধহয় চীন দেশলৈ গৈছিল তেওঁ সেইকথা লিখাৰ কেইবছৰমানৰ পিছতহে। হেন্‌ৰি ডেভিড থৰো নামৰ এজন বিখ্যাত পণ্ডিতে লিখিছে যে সম্পূৰ্ণ ৰোগ-মুক্ত জীৱন প্ৰায় অসম্ভৱ। কিন্তু মনত ৰাখিবলগীয়া কথা এই যে স্বাস্থ্যবান মানুহৰ কাৰণে সৰু-বৰ যিকোনো ৰোগ এটা সাময়িক দুৰ্ঘটনা মাত্ৰ। কিন্তু স্বাস্থ্যহীন মানুহৰ কাৰণে ৰোগ হ'ল সকলো সময়তে লাগি থকা এটা বিপদ বা বিপদৰ আশংকা।

# স্বাস্থ্য-পৰীক্ষাৰ দৰকাৰ

ফুটা কলহত পানী ভৰাই একো লাভ নাই। একেৰাহে পানী ঢালি থাকিলেও ফুটাইদি পানী ওলাই গৈ থাকিব। ঠিক সেইদৰে মানুহৰ শৰীৰত কিছুমান ৰোগ বা বদহজমৰ নিচিনা সমস্যা থাকিলে সেইবোৰ ভাল কৰি নোলোৱাকৈ স্বাস্থ্যৰ সাধনা কৰি একো লাভ নহ'ব। অর্থাৎ পানী ঢলাৰ আগতে কলহৰ ফুটাবোৰ বন্ধ কৰি ল'ব লাগিব।

মানুহৰ শৰীৰত কিছুমান ৰোগ হৈ থাকে বা ভিতৰত কিছুমান অংগ-প্রত্যংগ বিকল হৈ থাকে— যিবোৰ সমস্যাৰ গুৰুত্ব মানুহে শুদ্ধভাৱে অনুমান কৰি ল'ব নোৱাৰে। ডাঃ কেনেথ ওৱাকাৰ নামৰ এজন ইংৰাজ ডাক্তৰে তেওঁৰ এখন কিতাপত লিখিছে যে এবাৰ দুজন ডাক্তৰে ইংলেণ্ডৰ এখন সৰু চহৰৰ অধিবাসীসকলৰ মাজত সমীক্ষা চলাই এটা বিস্ময়কৰ তথ্য আৱিষ্কাৰ কৰিছিল। চহৰখনৰ আটাইবোৰ মানুহৰ স্বাস্থ্যৰ পৰীক্ষা কৰা হৈছিল। মানুহবোৰে ডাক্তৰৰ আগত এই বুলি দাবী কৰিছিল যে তেওঁলোকৰ কোনো বেমাৰ-আজাৰ নাই। তেওঁলোকে কেতিয়াও ডাক্তৰৰ ওচৰলৈ যাব লগা হোৱা নাই বা দৰব খাব লগা হোৱা নাই। কিন্তু স্বাস্থ্য পৰীক্ষা কৰি দেখা গ'ল যে চহৰখনৰ শতকৰা ৮৩ জন মানুহ কিবা এটা নহয় কিবা এটা ৰোগত আক্রান্ত। তেওঁলোকে নিজৰ ৰোগৰ অস্তিত্ব অনুভৱ নকৰাৰ একমাত্র কাৰণ হ'ল এই যে তেওঁলোকৰ শৰীৰে নানা কৌশলেৰে ৰোগৰ অস্তিত্ব গোপন কৰি ৰাখে।



তেওঁলোকে সেই কাম কেনেকৈ কৰে? সেই কথা ব্যাখ্যা কৰি ডাঃ কেনেথ ওৱাকাৰে লিখিছে— "মানুহৰ শৰীৰে যে এনে কাম কৰিব পাৰে সেই কথা চিকিৎসা বিজ্ঞানে জানে। শৰীৰটোৱে এই কাম দুই প্রকাৰে কৰিব পাৰে। শৰীৰৰ এটা অংগ দুর্বল বা অসুস্থ হ'লে আন এটা অংগই অসুস্থ অংগটোৰ

কামৰ ভাৰ কান্ধ পাতি লয়। অথবা গোটেই শৰীৰটোত কামৰ পৰিমাণ যথেষ্ট কমাই দিয়া হয়। শৰীৰৰ এটা অংগই যে আন এটা অংগৰ দায়িত্ব অস্থায়ীভাৱে চম্ভালিব পাৰে, সেই কথা চিকিৎসা বিজ্ঞানে বহুত দিনৰ আগৰ পৰাই জানে। এজন মানুহৰ এখন ভৰি যদি অকামিলা হয়, তেন্তে আনখন ভৰি আগতকৈ দুগুণে শক্তিশালী হয়। তেতিয়া এখন ভৰিয়ে দুখন ভৰিৰ কাম কৰিব পৰা হয়। মানুহৰ শৰীৰত দুটা বৃক্ক (কিডনী) থাকে। কেনেবাকৈ এটা অকামিলা হ'লে আনটো কিডনীয়েই দুটা কিডনীৰ কাম চলাই দিব পাৰে। এনেকুৱা আৰু বহুত উদাহৰণ দিব পাৰি।"

সি যি কি নহওক, মুঠতে বুজা গ'ল যে আপুনি নিজৰ একো ৰোগ নাই বুলি ভাবিলেও আপুনি নজনাকৈ ভিতৰি ভিতৰি একাধিক ৰোগ থাকিব পাৰে। উদাহৰণ স্বৰূপে উচ্চ ৰক্তচাপৰ (High Blood Pressure) কথাই ধৰক। ডাক্তৰসকলে ইয়াক Silent killer অৰ্থাৎ নীৰব ঘাতক বুলি কয়। কাৰণ উচ্চ ৰক্তচাপে যে মানুহজনক তলে তলে আৰু তিলে তিলে ধ্বংস কৰি আছে সেই কথা মানুহজনে নিজে বহুদিনলৈকে গমেই নাপায়। আন কিবাকিবি ৰোগৰ কাৰণে ডাক্তৰে তেওঁক পৰীক্ষা কৰাৰ সময়তহে ধৰা পৰে যে উচ্চ ৰক্তচাপে ইতিমধ্যে তেওঁৰ শৰীৰত নানা সমস্যাৰ সৃষ্টি কৰিছে। এনেকুৱা বহুত উদাহৰণ দিব পাৰি। সেই কাৰণেই ওপৰত কোৱা হৈছে যে স্বাস্থ্য নতুনকৈ মেৰামতি কৰিবলৈ আৰম্ভ কৰাৰ আগতে স্বাস্থ্য পৰীক্ষা কৰাই কলহৰ ফুটাবোৰ বন্ধ কৰাৰ ব্যৱস্থা কৰিব লাগে।

# অভিজ্ঞ ডাক্তৰে কি কয়?

ডাঃ খ্রীষ্টিয়ান বাৰ্ণাৰ্ড কুৰি শতিকাৰ এজন বিশ্ববিখ্যাত ডাক্তৰ। মানুহৰ ইতিহাসত প্ৰথমবাৰৰ কাৰণে তেওঁ হৃদ-ৰোগত ভোগা মানুহৰ শৰীৰত নতুন হৃৎপিণ্ড স্থাপন কৰি অক্ষয়কীৰ্তি অৰ্জন কৰিছিল। সৰ্বসাধাৰণ মানুহৰ কাৰণে তেওঁ সহজ ভাষাত স্বাস্থ্যৰ বিষয়ে এখন কিতাপ লিখিছে। তেওঁৰ লগত অৱশ্যে দুজন সহযোগী লেখকো আছে। কিতাপখনৰ নাম হ'ল All About Good Health। কিতাপখনত তেওঁ বাৰে বাৰে এটা উপদেশ দিছে যে বেমাৰ হ'লে মানুহে ঔষধ খাব নালাগে। ঔষধ নোখোৱাকৈয়ে বেছিভাগ বেমাৰ ভাল হৈ যায়। তাৰ কাৰণ হ'ল এই যে মানুহৰ শৰীৰটোৰ ভিতৰতে বেছিভাগ বেমাৰ ভাল কৰাৰ প্ৰাকৃতিক ব্যৱস্থা আছে। কিন্তু তেনে এজন ডাক্তৰেও এই বুলি উপদেশ দিছে যে মাজে মাজে স্বাস্থ্যৰ পৰীক্ষা কৰোৱাটো অতি দৰকাৰী কথা। তেওঁ লিখিছে যে স্বাস্থ্য পৰীক্ষা কৰাৰ ফলত মানুহৰ জীৱনলৈ আমূল পৰিৱৰ্তন আহিব পাৰে। তেনে পৰীক্ষাই মানুহক বেয়া অভ্যাসবোৰ এৰি ভাল অভ্যাস ল'বলৈ বাধ্য কৰায়।

বহুত মানুহৰ শৰীৰৰ ওজন প্ৰয়োজনতকৈ বহু বেছি। নিজে ক'ব নোৱৰাকৈয়ে বহুত মানুহৰ বহুমূত্ৰ ৰোগ আৰম্ভ হ'ব পাৰে। ঠিক সেইদৰে কাৰোবাৰ ৰক্তচাপ বেছি, কাৰোবাৰ কলেষ্টেৰল বেছি। কিন্তু পৰীক্ষা নকৰালৈকে মানুহজনে সেই কথা নিজে নাজানিবও পাৰে। তেওঁ ক'ব নোৱৰাকৈয়ে তেওঁৰ শৰীৰটো তিলে তিলে ধ্বংস হৈ থাকে। কিন্তু স্বাস্থ্য পৰীক্ষা কৰোৱাৰ ফলত এই সমস্যাবোৰ ধৰা পৰে। সিহঁতে স্বাস্থ্যৰ বা শৰীৰৰ বেছি ক্ষতি কৰিব পৰাৰ আগতে সেই সমস্যাবোৰ দূৰ কৰা সম্ভৱ হয়। মানুহৰ চল্লিছ বছৰ বয়স পাৰ হৈ যোৱাৰ পিছত বছৰত অন্ততঃ এবাৰকৈ স্বাস্থ্যৰ পৰীক্ষা কৰোৱাটো অতি দৰকাৰী কথা বুলি ভাবিব লাগে।



এইখিনিতে মই নিজৰ অলপ কথা যোগ দিওঁ। ডাঃ বাৰ্ণাৰ্ডৰ কিতাপখন পঢ়াৰ বহুত আগতেই মই নিজৰ সাধাৰণ বুদ্ধিৰে এই কথা বুজি পাইছিলো যে ভগ্ন-স্বাস্থ্য মেৰামতি কৰাৰ কামটো আৰম্ভ কৰাৰ আগতে নিজৰ শৰীৰটো তন্ন তন্নকৈ পৰীক্ষা কৰাই লোৱা ভাল। মোৰ যুক্তি একেটাই— ফুটা কলহত পানী ভৰাই থাকিলে একো লাভ নহয়।

বছৰেকীয়া স্বাস্থ্য পৰীক্ষাৰ কামটো মই প্ৰায় পোন্ধৰ বছৰ আগতে আৰম্ভ কৰিছিলো। পৰীক্ষা কৰা ডাক্তৰজনে ক'লে যে মোৰ হৃৎপিণ্ডৰ অৱস্থা ত্ৰিশ বছৰীয়া মানুহৰ নিচিনা হৈ আছে। (তেতিয়া মোৰ

বয়স হৈছিল ষাঠি বছৰ)। ডাক্তৰৰ কথা শুনি মই পৰম উৎসাহিত হ'লো। নিজৰ হেৰোৱা জীৱন পুনৰ ঘূৰাই পোৱা যেন অনুভৱ কৰিলো। মোৰ হৃৎপিণ্ডৰ সম্পূর্ণ নিৰোগ আৰু সুস্থ অৱস্থাৰ বিষয়ে যোৱা পোন্ধৰ বছৰ ধৰি প্ৰতি বছৰে একেখন চাৰ্টিফিকেটেই পাই আছোঁ। নক'লেও হ'ব যে ডাক্তৰৰ এই চাৰ্টিফিকেটে মোৰ স্বাস্থ্য ভাল কৰি ৰখাত বহুখিনি সহায় কৰিছে।

হাৰ্টৰ পৰীক্ষাৰ পিছত ডাক্তৰে মোক ট্ৰেডমিলত খোজ কাঢ়িবলৈ দিলে। তেওঁ মোক ক'লে যে ষাঠি বছৰ বয়সৰ মানুহৰ পক্ষে ট্ৰেডমিলত ৫ মিনিটতকৈ বেছি খোজ কঢ়া সহজ নহয়। মই সেই বছৰত ৭ মিনিট আৰু পিছৰ বছৰত ৯ মিনিট খোজ কাঢ়ি ডাক্তৰৰ পৰা আৰু এখন চাৰ্টিফিকেট লাভ কৰিলো।

কিন্তু তেজৰ পৰীক্ষা কৰি ডাক্তৰে মোৰ তেজত কলেষ্টেৰলৰ পৰিমাণ অলপ বেছি হৈ থকা বুলি ঘোষণা কৰিলে। কলেষ্টেৰলৰ পৰিমাণ দুশৰ সীমাত আবদ্ধ কৰি ৰাখিব পাৰিলে ভাল। কিন্তু মোৰ কলেষ্টেৰলৰ পৰিমাণ হৈছিল ২৩১। কলেষ্টেৰলৰ পৰিমাণে নিৰাপদ সীমা চেৰাই গ'লে হাৰ্টৰ অসুখ আৰু হাৰ্ট এটেকৰ সম্ভাৱনা বৃদ্ধি পায়। মোৰ তেজত যে কলেষ্টেৰলৰ পৰিমাণ নিৰাপদ সীমাৰ কিছু ওপৰলৈ গৈছে, সেই কথা মই মেডিকেল পৰীক্ষা নকৰা হ'লে কেনেকৈ জানিলোহেঁতেন? কলেষ্টেৰলৰ পৰিমাণ নিৰাপদ সীমাৰ তললৈ আনিবলৈ সেই মুহূৰ্ততে মই সংকল্প ল'লোঁ। এইখিনিতে কৈ থোৱা দৰকাৰ যে আমি পশু-পক্ষীৰ শৰীৰৰ পৰা যিবোৰ খাদ্য আহৰণ কৰো কেৱল সেইবোৰেহে কলেষ্টেৰলৰ পৰিমাণ বৃদ্ধি কৰিব পাৰে। সেইবোৰ খাদ্য হ'ল— মাংস, বিশেষকৈ চাৰিঠেঙীয়া জন্তুৰ মাংস, কণী আৰু গাখীৰ তথা গাখীৰৰ পৰা তৈয়াৰ কৰা সকলো ধৰণৰ খাদ্য। কলেষ্টেৰল আটাইতকৈ বেছিকৈ থাকে কণীৰ কুহুম, জন্তুৰ চৰ্বি, জন্তুৰ লিভাৰ আৰু মগজুৰ অংশ, ঘিউ, মাখন ইত্যাদি বস্তুত। কলেষ্টেৰল কমোৱাৰ আটাইতকৈ সহজ উপায় হ'ল এইবোৰ খাদ্যৰ পৰিমাণ কমাই দি শাক-পাচলি ফল-মূল বেছিকৈ খোৱা। মাছৰ তেলেও কলেষ্টেৰলৰ পৰিমাণ হ্ৰাস কৰে। লগতে অৱশ্যে প্ৰতিদিনে নিয়মিতভাৱে ব্যায়ামো কৰিব লাগিব।

কলেষ্টেৰলৰ পৰিমাণ ২৩১ হোৱাৰ পিছৰ বছৰতে মই তাৰ পৰিমাণ ১৬৮ লৈ হ্ৰাস কৰিলো। তাৰ পিছৰ পৰা আজিলৈকে মোৰ কলেষ্টেৰল ঊৰ্ধ্বগামী হোৱা নাই।

স্বাস্থ্য পৰীক্ষাৰ ফলত মোৰ আৰু কেইবাটাও সৰু-সুৰা শাৰীৰিক সমস্যা ধৰা পৰিছিল। সেই কথা জনাৰ পিছত মই তাৰ প্ৰতিকাৰৰ ব্যৱস্থা আৰম্ভ কৰি ১০০ শতাংশই সফল হৈছোঁ। এতিয়া মোৰ জীৱনত একমাত্ৰ শাৰীৰিক সমস্যা হ'ল— দুৰাৰোগ্য এলাৰ্জি। মই এতিয়া এলাৰ্জিৰ লগত বুজাবুজি কৰি যথাসম্ভৱ শান্তিৰে জীয়াই থাকিবলৈ শিকিছোঁ।

সেই কাৰণে ব্যক্তিগত অভিজ্ঞতাৰ পৰা শিক্ষা লৈ আপোনালোককো নিয়মিতভাৱে বছৰত অন্ততঃ এবাৰকৈ স্বাস্থ্য পৰীক্ষা কৰাবলৈ পৰামৰ্শ দিব খোজোঁ। চল্লিছ বছৰ বয়স পাৰ হোৱা মানুহে এইটো এটা এৰাব নোৱৰা কৰ্তব্য বুলি বিবেচনা কৰা উচিত। কিন্তু যিবোৰ মানুহৰ স্বাস্থ্য তাৰ আগতেই ভাগি গৈছে আৰু যিসকল মানুহে স্বাস্থ্য মেৰামতি কৰি নতুন জীৱন আৰম্ভ কৰাৰ সংকল্প লৈছে, তেওঁলোকে সৰ্বপ্ৰথমে নিজৰ স্বাস্থ্যটো পৰীক্ষা কৰি লোৱা উচিত। উদাহৰণ স্বৰূপে কোনোবা এজন ডেকাই যদি বদহজমত ভুগি শুকাই-ক্ষীণাই গৈছে তেন্তে তেওঁ বদহজমৰ প্ৰকৃত কাৰণটো জানি লৈ তাৰ প্ৰতিকাৰ কৰি নল'লে পুষ্টিকৰ আহাৰ খাইনো তেওঁৰ কি লাভ হ'ব? ঠিক সেইদৰে এজনী গাভৰু ছোৱালী যদি এনিমিয়া তথা ৰক্তাল্পতা ৰোগত ভুগি আছে তেন্তে তেওঁ তেওঁৰ তেজত হিমগ্ল'বীনৰ পৰিমাণ নিম্নতম পৰিমাণতকৈ কিমান তললৈ গৈছে সেই কথা জানি লৈ তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰিব লাগিব। নহ'লে ফুটা কলহত পানী ভৰাই থকাৰ নিচিনা হ'ব।

মানুহে ঘাইকৈ তিনিটা কাৰণত স্বাস্থ্য পৰীক্ষা কৰাৰ কামটো অৱহেলা কৰি থাকে। প্ৰথম কাৰণটো হ'ল এলাহ। কিন্তু এলেহুৱা মানুহৰ জীৱন সকলো ফালেদি ব্যৰ্থ।

দ্বিতীয় কাৰণটো হ'ল ধন খৰচ কৰিবলৈ অনিচ্ছা। বৰ্তমানৰ ভোগ-বিলাসৰ যুগত নাৰী-পুৰুষ উভয়ে একোটা দামী চোলা বা এটা দামী ক্ৰীম হাজাৰ-দুহেজাৰ টকা খৰচ কৰি কিনিবলৈ এক মুহূৰ্তও চিন্তা নকৰে। ঠিক সেইদৰে মোবাইল ফোনত হকে বিহকে কথা পাতি পানীৰ নিচিনাকৈ ধন খৰচ কৰিবলৈকো তেওঁলোকে দ্বিধা অনুভৱ নকৰে। কিন্তু মাত্ৰ হাজাৰ-পোন্ধৰশ টকা খৰচ কৰি বছৰেকত মাত্ৰ এবাৰ স্বাস্থ্য পৰীক্ষা কৰাবলৈ ক'লে তেওঁলোকে সৰ্বস্ব হেৰুওৱা যেন অনুভৱ কৰে। কিন্তু স্বাস্থ্য পৰীক্ষাৰ কাৰণে ধন খৰচ কৰিব নোখোজা মানুহবোৰে এই কথা মনত ৰখা উচিত যে আজ্ঞাত নাখায় লোণ, পিটিকাত যায় চাৰিগুণ।

তৃতীয় কাৰণটো হ'ল ভয়। স্বাস্থ্য পৰীক্ষা কৰালে জানোচা কিবা ডাঙৰ বেমাৰ ধৰা পৰিব সেই ভয়তে তেওঁলোকে স্বাস্থ্য পৰীক্ষা কৰাব নোখোজে। কিন্তু ইয়াতকৈ ডাঙৰ মূৰ্খামি আন একো হ'ব নোৱাৰে। চাপৰিলে মেঘ নেৰায়। বালিত মুখ লুকুৱাই উট চৰায়ে ৰক্ষা পাব নোৱাৰে। মোৰ এজন বন্ধুৱে সদায় নানা অসুখৰ কথা কৈ মোৰ আগত ঘেন ঘেনাই থাকে। তেওঁৰ গাটো কোনো দিনেই ভাল নাথাকে। মই সদায় তেওঁক স্বাস্থ্য পৰীক্ষা কৰাবলৈ পৰামৰ্শ দি থাকোঁ। তেওঁ ভয়তে ডাক্তৰৰ ওচৰলৈ নাযায়। এদিন মই তেওঁক জোৰকৈ এখন ডাঙৰ হাস্পতাললৈ লৈ গ'লো। অত্যাধুনিক পদ্ধতিৰে ডাক্তৰে পৰীক্ষা কৰি আবিষ্কাৰ কৰিলে যে তেওঁৰ উচ্চ ৰক্তচাপে বিপদ-সীমা অতিক্ৰম কৰি বহুত ওপৰলৈ গতি কৰিছে। তেওঁৰ গ'ল ব্লাডাৰত ডাঙৰ ডাঙৰ পাথৰ হৈছে। ইয়াতকৈ সৰু বিধৰ আৰু কেইবাটাও সমস্যা ধৰা পৰিল। অস্ত্ৰোপচাৰ কৰি তেওঁৰ গ'ল ব্লাডাৰৰ পাথৰ দূৰ কৰা হ'ল। উচ্চ ৰক্তচাপ নিয়ন্ত্ৰণৰ অধীনত ৰাখিবলৈ নিয়মিতভাৱে দৰব খাবলৈ তেওঁক পৰামৰ্শ দিয়া হ'ল। হজমৰ গোলমাল ভাল কৰিবলৈ প্ৰয়োজনীয় দৰব দিয়া হ'ল। কেইমাহমানৰ ভিতৰত তেওঁ হৈ পৰিল সুস্থ আৰু সবল।

তেওঁ যদি ভয় কৰি আৰু কেইবছৰমান স্বাস্থ্য পৰীক্ষা নকৰাকৈ থাকিলহেঁতেন, তেতিয়া গ'ল ব্লাডাৰৰ যন্ত্ৰণাই তেওঁৰ হজমী-শক্তিৰ ডাঙৰ ক্ষতি কৰাৰ উপৰিও তেওঁৰ জীৱনটো যন্ত্ৰণাময় কৰি ৰাখিলেহেঁতেন। ঠিক সেইদৰে তেওঁ নিজে গম নোপোৱাকৈ তেওঁৰ উচ্চ ৰক্তচাপ বিপদ সীমাৰ বহু ওপৰলৈ যোৱাহেঁতেন, তেওঁৰ হাৰ্ট এটেকৰ সম্ভাৱনা বহুত বেছি হ'লহেঁতেন। নানা আনুষংগিক ৰোগেও তেওঁক জুৰুলা কৰিলেহেঁতেন।

আশা কৰোঁ, স্বাস্থ্য পৰীক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে ইয়াতকৈ বেছি কথা কোৱাৰ দৰকাৰ নাই।

মই ওপৰত ক'লোৱে যে মই নিয়মিতভাৱে স্বাস্থ্য পৰীক্ষা কৰাওঁ। তাৰ ফলত মোৰ যে কিমান উপকাৰ হৈছে সেই কথা কৈ অন্ত কৰিব নোৱাৰি। মই ওপৰত এই কথাও কৈছিলো যে ৭৫ বছৰৰ পিছত, অৰ্থাৎ এইমাত্ৰ, মই এটা নতুন কেৰিয়াৰ আৰম্ভ কৰিছোঁ। সেইকাৰণে মাত্ৰ কেইদিনমানৰ আগতে মই আগতকৈ বেছি ধন খৰচ কৰি স্বাস্থ্যটো পৰীক্ষা কৰাই ল'লো। ডাক্তৰে ঘোষণা কৰিছে যে মোৰ শৰীৰত যি যি বস্তু যিমান পৰিমাণত থাকিব লাগে, সেইবোৰ ঠিক সেই পৰিমাণে আছে। মোৰ শৰীৰৰ যন্ত্ৰপাতিয়ে অতি নিখুঁতভাৱে কাম কৰি আছে। এই কথা জনাৰ পিছত মই আগতকৈ বেছি পৰিশ্ৰম কৰিবলৈ সাহস পাইছোঁ।

কিন্তু মই নিজে এই কথা জানো যে মানুহে হাজাৰ চেষ্টা কৰিলেও কোনো দিনেই তেওঁৰ কোনো ৰোগ নহ'ব বুলি বা শৰীৰটো কোনো অৱস্থাতে বিকল নহ'ব বুলি আশা কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে মানুহৰ আয়ুস বঢ়াৰ লগে লগে কেঞ্চাৰৰ সম্ভাৱনা বৃদ্ধি পাইছে। মই এতিয়া যিটো ৰোগৰ কাৰণে মনে মনে প্ৰস্তুত হৈ থাকোঁ, সেইটো হ'ল কেঞ্চাৰ। মোৰ কেঞ্চাৰ নহ'বও পাৰে, কিন্তু হ'লে সাহসেৰে তাৰ সম্মুখীন হ'বলৈ সকলো বয়সস্থ মানুহেই মনে মনে সাজু হৈ থকা উচিত।

* * *

# দ্বিতীয় অধ্যায়

ইতৰ জন্তুৰ দৰেই মানুহো এটা জন্তু। তেওঁ যিমান ভাবে তাতোকৈ বেছি পৰিমাণে তেওঁৰ সুখ নিৰ্ভৰ কৰে তেওঁৰ শাৰীৰিক অৱস্থাৰ ওপৰত। কথাটো শুনাত ইমান সাধাৰণ যে মানুহে এই কথাত বিশেষ গুৰুত্ব নিদিবও পাৰে। মই নিজে কিন্তু এই কথাটো সম্পূৰ্ণ সত্য বুলি গভীৰভাৱে বিশ্বাস কৰোঁ। মই দৃঢ়ভাৱে বিশ্বাস কৰোঁ যে এজন অসুখী ব্যৱসায়ীয়ে নিজৰ জীৱন-দৰ্শন সলনি কৰি যিমান সুখ পাব পাৰে তাতকৈ বহু বেছি পৰিমাণে তেওঁ সুখ পাব পাৰিব দিনে ছয় মাইলকৈ খোজ কাঢ়ি। এই কথা বিশ্বাস কৰিছিল টমাছ জেফাৰছনেও। সেই কাৰণেই ঘোঁৰাক বাহন হিচাপে ব্যৱহাৰ কৰা কামটোক তেওঁ খুব বেয়া পাইছিল। তেওঁৰ দিনত মটৰ গাড়ী উদ্ভাৱিত হোৱা নাছিল। ঘোঁৰা বেয়া পোৱা মানুহজনে মটৰ গাড়ীৰ সম্ভাৱনা আগতীয়াকৈ জনা হ'লে তেওঁৰ বিৰক্তি প্ৰকাশ কৰিবলৈ বোধহয় ভাষাৰ নাটনি হ'লহেঁতেন।

—বাৰ্ট্ৰাণ্ড ৰাছেল

# আপুনি এতিয়া স্বাস্থ্য গঢ়াৰ কাম আৰম্ভ কৰিবলৈ সাজু হৈছে

ধৰি লোৱা হওক, আপুনি ইতিমধ্যেই স্বাস্থ্য পৰীক্ষা সম্পূৰ্ণ কৰিলে। আপোনাৰ শৰীৰ নামৰ যন্ত্ৰটোত ক'ত কি মেৰামতিৰ প্ৰয়োজন সেই কথাও আপুনি জানিলে। এতিয়া ডাক্তৰৰ পৰামৰ্শমতে সেই বেমাৰবোৰৰ চিকিৎসা কৰি আপুনি কলহৰ ফুটাবোৰ বন্ধ কৰি লওক। আপোনাৰ বয়স যদি চল্লিছতকৈও বেছি, তেন্তে হয়তো আপোনাৰ বহুমূত্ৰ ৰোগ ধৰা পৰিব পাৰে। উচ্চ ৰক্তচাপো এই সময়তে বৃদ্ধি পাবলৈ আৰম্ভ কৰে। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে চল্লিছৰ আগতো এইবোৰ বেমাৰ কেতিয়াও হ'ব নোৱাৰে। আজিকালি দহ-বাৰ বছৰীয়া ল'ৰাৰো বহুমূত্ৰ হোৱাৰ কথা শুনা গৈছে। এসময়ত এইবোৰ কেৱল ধনী দেশবোৰৰ বেমাৰ বুলিহে জনা গৈছিল। কিন্তু ভাৰত আৰু চীনৰ নিচিনা এছিয়াৰ কেইখনমান দেশত অন্ততঃ কেইকোটিমান মানুহ আগতকৈ বহু ধনী হোৱাৰ ফলত তেওঁলোকৰ খাদ্যাভ্যাস আৰু জীৱন-যাপনৰ প্ৰণালীৰ আমূল পৰিৱৰ্তন হ'বলৈ আৰম্ভ কৰিছে। তেওঁলোকে আগতকৈ বহু বেছি পৰিমাণে মাংস, চৰ্বি, চেনি, মিঠাই আৰু কাৰখানাত পৰিশোধিত পেকেটৰ খাদ্য বেছিকৈ খাবলৈ লৈছে। আনহাতে ধনী মানুহবোৰে শাৰীৰিক পৰিশ্ৰম বাদ দি কেৱল বহি বহি কাম কৰাৰ ফলত, আৰু খোজ কঢ়া আৰু চাইকেল চলোৱাৰ পৰিৱৰ্তে অ'লৈ-ত'লৈ যাবলৈ কেৱল মটৰ গাড়ী ব্যৱহাৰ কৰাৰ ফলত এইবোৰ দেশত এতিয়া শকত-আৱত লোদোৰ-পোদোৰ মানুহৰ সংখ্যা দ্ৰুতগতিৰে বাঢ়িছে। তাৰ ফল হৈছে এই যে এইবোৰ দেশত বহুমূত্ৰই এতিয়া প্ৰায় মহামাৰীৰ ৰূপ ধাৰণ কৰিছে। প্ৰাপ্ত তথ্য অনুযায়ী ভাৰততেই বহুমূত্ৰ ৰোগীৰ সংখ্যা পৃথিৱীৰ ভিতৰতেই আটাইতকৈ বেছি।

বৰ্তমান যুগটো হ'ল প্ৰতিযোগিতাৰ যুগ। পৃথিৱীৰ জনসংখ্যা অভূতপূৰ্বভাৱে বাঢ়িছে। জীৱিকাৰ বিচিত্ৰ উপায় সৃষ্টি হৈছে। ধনী মানুহৰ মাজত আৰু ধনী হোৱাৰ প্ৰতিযোগিতা, দুখীয়াৰ মাজত জীয়াই থকাৰ প্ৰতিযোগিতা। প্ৰতিযোগিতা বঢ়াৰ লগে লগে ব্যস্ততাও বাঢ়িছে। সেই অনুপাতে বাঢ়িছে উদ্বেগ, টেনছন। ইয়াৰ ফলত বৰ্তমান যুগৰ মানুহৰ এটা নতুন ডাঙৰ সমস্যা হৈছে উচ্চ ৰক্তচাপ আৰু হৃৎপিণ্ডৰ নানাবিধ অসুখ।



ডাক্তৰি পৰীক্ষাৰ ফলত যিবোৰ মানুহৰ এইবোৰ শাৰীৰিক সমস্যা ধৰা পৰে, তেওঁলোকে ডাক্তৰৰ পৰামৰ্শ অনুযায়ী ঔষধ খাব লাগিব। এই দুটা ৰোগৰ চিকিৎসা তথা ঔষধ-সেৱন গোটেই জীৱন ধৰি চলি থাকিব লাগিব। তাৰ লগতে নিয়মিত ব্যায়ামো কৰিব লাগিব। নিয়মিত যোগাসন কৰাৰ ফলতো বহুত উপকাৰ হয়।

বেলেগ এটা অধ্যায়ত বহুমূত্ৰ আৰু উচ্চ ৰক্তচাপৰ বিষয়ে অলপ বহলাই লিখা হ'ব।

স্বাস্থ্য দুৰ্বল হোৱাৰ আন এটা প্ৰধান কাৰণ হ'ল বদহজম। আমাৰ দেশত বহুত মানুহক, বিশেষকৈ গাঁৱলীয়া অঞ্চলৰ মানুহক— কম বয়সতে গ্ৰহণীৰোগে আক্ৰমণ কৰে। অপৰিষ্কাৰ দূষিত পানী খোৱাটোৱেই তাৰ প্ৰধান কাৰণ। গ্ৰহণীৰ বীজাণু সম্পূৰ্ণভাৱে ধ্বংস নহ'লে সি সঞ্চিত গ্ৰহণীৰ ৰূপ লৈ হজমী শক্তি নষ্ট কৰে। ডাক্তৰি পৰীক্ষা কৰোঁতে যদি বদহজমৰ কাৰণবোৰ ধৰা পৰে, তেন্তে যথাবিহিত চিকিৎসা কৰি সেইবোৰ ভাল কৰি ল'ব লাগিব। ভালকৈ হজম কৰিব নোৱাৰিলে কেৱল পুষ্টিকৰ আহাৰ খাই একো লাভ নহ'ব।

শৰীৰটোৰ ক্ষেত্ৰত মই বাৰে বাৰে ফুটা কলহৰ উপমা ব্যৱহাৰ কৰি আহিছোঁ। এতিয়া ধৰি লোৱা হওক যে আপুনি কলহৰ ফুটাবোৰ যিমান পাৰি বন্ধ কৰি লৈছে।

এতিয়া আহক, আমি স্বাস্থ্য গঢ়াৰ কাম আৰম্ভ কৰোঁ।

# চাৰিটা প্ৰধান উপায়



স্বাস্থ্য গঢ়াৰ উপায়বোৰৰ বিষয়ে ফেনাই ফেনাই লিখি চাৰিশ-পাঁচশ পৃষ্ঠাৰ এখন কিতাপ লিখিব পাৰি। কিন্তু সিমান বেছি কথা পঢ়ি স্বাস্থ্য গঢ়িবলৈ আপোনাৰ ধৈৰ্য নহ'ব। মই ভাবোঁ যে আপুনি এই বিষয়ে কেৱল সেইকেইটা কথাহে জনা উচিত—যিকেইটা কথা নাজানিলেই নহয়। আপোনাক সহায় কৰিবৰ কাৰণে মই বহুত কিতাপৰ সাৰাংশখিনি বুটলি আনি হাতী মাৰি ভুৰুকাত ভৰোৱাৰ নিচিনাকৈ কেৱল সেই চাৰিটা কথাহে ইয়াত লিখিম।

মই বহুতো কিতাপ পঢ়ি আৰু নিজৰ অভিজ্ঞতাৰ বিশ্লেষণ কৰি যি চাৰিটা কথা স্বাস্থ্য গঢ়াৰ কাৰণে আটাইতকৈ দৰকাৰী বুলি ভাবিছোঁ, সেইকেইটা হ'ল— (১) আহাৰ, (২) ব্যায়াম তথা শাৰীৰিক পৰিশ্ৰম, (৩) জিৰণি আৰু টোপনি, (৪) মানসিক প্ৰশান্তি আৰু প্ৰফুল্লতা।

এই চাৰিটা কথাৰ প্ৰতি বিশেষ মনোযোগ দি চলিলেই মোটামুটিভাৱে আপোনাৰ স্বাস্থ্য ভাল হৈ থাকিব। তাৰ মাজতে কিবা বেমাৰ-আজাৰ হ'লেও সহজে আৰু সোনকালে তাৰপৰা আৰোগ্য লাভ কৰিব।

অৱশ্যে এই চাৰিটাৰ উপৰি আৰু দুটা কথা মনত ৰখা উচিত হ'ব। সেই দুটা হ'ল— পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু সকলো কামতে নিৰ্দিষ্ট নিয়ম আৰু সময় মানি চলাৰ অভ্যাস।

# আহাৰ

স্বাস্থ্যৰ কাৰণে আটাইতকৈ দৰকাৰী বস্তু হ'ল পুষ্টিকৰ আৰু সহজে হজম কৰিব পৰা সুষম আহাৰ। তিনিটা কথা কোৱা হ'ল— (১) আহাৰ হ'ব লাগিব পুষ্টিকৰ, (২) সি হ'ব লাগিব সহজে হজম কৰিব পৰা, (৩) সি হ'ব লাগিব সুষম আহাৰ।

আমি যি আহাৰ খাই জীয়াই থাকোঁ আৰু কাম কৰিবলৈ শক্তি পাওঁ, তাত কম বেছি পৰিমাণে ৭টা উপাদান থাকে বা থকা উচিত। অৱশ্যে প্ৰত্যেকটো উপাদানেই থাকিব লাগিব নিৰ্দিষ্ট পৰিমাণত। তাৰ কম বেছি হ'লেই শৰীৰৰ ক্ষতি হয়।



প্ৰথমটো উপাদান হ'ল শ্বেতসাৰ। আমি দৈনন্দিন কাম কৰিবলৈ যি শক্তি পাওঁ সি ঘাইকৈ আহে শ্বেতসাৰৰ পৰা। শ্বেতসাৰ জাতীয় বস্তু হ'ল চাউল, আটা, ময়দা, মাহ জাতীয় শস্য, মাটিৰ তলত গজা আলু, কচু, ফল-মূল আৰু শাক-পাচলি। আমাৰ দৈনন্দিন আহাৰত শ্বেতসাৰৰ পৰিমাণ হ'ব লাগে ৬০-৭০ শতাংশ।

দ্বিতীয়টো প্ৰোটিন বা মাংসাহাৰ। ই এটা অতি প্ৰয়োজনীয় খাদ্য, কাৰণ শৰীৰৰ মাংসপেশী, কোষ আৰু স্নায়ু গঠন আৰু শক্তিশালী কৰিবলৈ মাংসাহাৰৰ প্ৰয়োজন হয়। শাক-পাচলি আৰু পশু-পক্ষীৰ মাংসৰ পৰা মাংসাহাৰ পোৱা যায়। শৰীৰৰ ১০–১৫ শতাংশ শক্তিৰ যোগান ধৰে মাংসাহাৰে।

তৃতীয়টো উপাদান হ'ল চৰ্বি। মাংসাহাৰ বা শ্বেতসাৰতকৈ চৰ্বিয়ে আমাক বেছি পৰিমাণে শক্তি দিয়ে। প্ৰায় সকলো খাদ্যতে কম বেছি পৰিমাণে চৰ্বি থাকে যদিও চৰ্বিৰ প্ৰধান উৎস হ'ল ৰান্ধিবৰ কাৰণে ব্যৱহাৰ কৰা তেল, ঘি, মাখন, ক্ৰীম আৰু তেলাল মাছ-মঙহ। চৰ্বি শৰীৰৰ কাৰণে এটা লাগতিয়াল বস্তু। কিন্তু তাৰ পৰিমাণ বেছি হ'লে শৰীৰৰ ক্ষতি হয়। আঁহ জাতীয় খাদ্য শৰীৰৰ কাৰণে অতি লাগতিয়াল। গাঁৱলীয়া দুখীয়া মানুহ এজনক যদি সোধা যায়— "আজি কিহেৰে ভাত খালা?" তেওঁ হয়তো উত্তৰ দিব,— "খালো আৰু শাকে-জাবৰেৰে।" যিহেতু শাকত আঁহ বা জাবৰ বেছিকৈ থাকে, সেই কাৰণে দুখীয়া মানুহে শাকে-জাবৰেৰে খালো বুলি কয়। আগৰ দিনত ধনী মানুহে শাক-পাচলি বেছিকৈ নাখাইছিল। সি আছিল ঘাইকৈ দুখীয়া মানুহৰ আহাৰ। কিন্তু এতিয়া পুষ্টি-বিজ্ঞানীসকলে আৱিষ্কাৰ কৰিছে যে এই আঁহ বা জাবৰ জাতীয় খাদ্য বস্তুবোৰ শৰীৰৰ কাৰণে অতি লাগতিয়াল।

আঁহ জাতীয় খাদ্যৰ পৰা শৰীৰে একো পুষ্টি আহৰণ নকৰে। ইয়াক শৰীৰে হজম কৰিবও নোৱাৰে। তথাপি ই এটা অপৰিহাৰ্য খাদ্য এই কাৰণেই যে ই শৌচ বাহিৰ কৰি দিয়াত সহায় কৰে। আঁহ জাতীয় খাদ্য যথেষ্ট পৰিমাণে নোখোৱা মানুহৰ কোষ্ঠ-কাঠিন্য বা শৌচ কচা সমস্যা বেছিকৈ হয়। আঁহ জাতীয় খাদ্যই হৃৎপিণ্ডৰ নানাবিধ অসুখ, পাকস্থলীৰ কেঞ্চাৰ আৰু বহুমূত্ৰ ৰোগ নিয়ন্ত্ৰণ কৰি ৰখাতো এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। সেই কাৰণে আমাৰ প্ৰতিদিনৰ আহাৰত আঁহ জাতীয় খাদ্যও অপৰিহাৰ্য বুলি ধৰিব লাগে। যিবোৰ খাদ্যৰ পৰা আঁহ জাতীয় পদাৰ্থ পোৱা যায়, সেইবোৰ হ'ল সকলো বিধৰ শাক-পাচলি, বিশেষকৈ বন্ধাকবি আৰু পালেং, অকাৰি চাউল, মুগা বৰণৰ চাউল, পাউৰুটি, বিন জাতীয় শস্য, বাদাম, মাহ জাতীয় শস্য, আৰু সুমথিৰা, আপেল আদি ফল। এইখিনিতে যোগ দিয়া উচিত হ'ব যে আঁহ জাতীয় খাদ্যই উচ্চ ৰক্তচাপ হ্ৰাস কৰাতো সহায় কৰে।

আহাৰৰ আৰু এটা লাগতিয়াল উপাদান হ'ল বিভিন্ন প্ৰকাৰৰ ভিটামিন। আমি নিতৌ খোৱা প্ৰায় সকলো খাদ্যতে কম-বেছি পৰিমাণে ভিটামিন থাকে। কিবা কাৰণত খাদ্যত ভিটামিনৰ অভাৱ হ'লে ডাক্তৰৰ পৰামৰ্শমতে ভিটামিন পিল বা কেপচুল খোৱাৰ দৰকাৰ হয়। ৰুগীয়া আৰু বয়সীয়া মানুহৰ এই প্ৰয়োজন বেছিকৈ হয়। কিন্তু অধেমধে ভিটামিন খোৱা উচিত নহয়। শৰীৰত ভিটামিনৰ পৰিমাণ বেছি হ'লে সি নানা প্ৰকাৰৰ বিষক্ৰিয়া কৰে। কিন্তু আজিকালি বেছিভাগ ডাক্তৰ এটা কথাতে একমত হৈছে যে ষাঠি বছৰৰ পিছত সকলো মানুহে ডাক্তৰৰ পৰামৰ্শ লৈ একোটা মিনাৰেলযুক্ত মাল্টি-ভিটামিন পিল খোৱা উচিত।

শৰীৰত কম-বেছি পৰিমাণে নানা প্ৰকাৰৰ মিনাৰেল অৰ্থাৎ খনিজ পদাৰ্থৰ প্ৰয়োজন হয়। সেইবোৰৰ ভিতৰত কেইটামান খনিজ পদাৰ্থৰ অতি নামমাত্ৰ পৰিমাণৰহে প্ৰয়োজন হয়। সুষম খাদ্য খালে শৰীৰৰ খনিজ পদাৰ্থৰ পৰিমাণ আপোনা-আপুনি পূৰণ হয়।

শৰীৰৰ কাৰণে আন এটা অতি প্ৰয়োজনীয় বস্তু হ'ল পানী। শৰীৰত তেজৰ পৰিমাণ ঠিক ৰাখিবলৈ, কোষবোৰ সচল কৰি ৰাখিবলৈ, শৰীৰে খাদ্যৰ পৰা পুষ্টি আহৰণ কৰিবলৈ আৰু শৌচ-প্ৰস্ৰাৱৰ বেগ ঠিক ৰাখিবলৈ পানীৰ প্ৰয়োজন হয়। প্ৰতিদিনে আঠ গিলাচ বিশুদ্ধ পানী খোৱা অতি দৰকাৰ।

আমাৰ যি আহাৰত প্ৰয়োজন অনুপাতে এই আটাইখিনি উপাদান পোৱা যায়, তাকে সুষম খাদ্য বুলি কোৱা হয়।

# ধনী মানুহৰ আহাৰ, দুখীয়া মানুহৰ আহাৰ

স্বাস্থ্যৰ বিষয়ে লিখা বেছিভাগ কিতাপত মানুহৰ আৰ্থিক অৱস্থাৰ কথা মনত ৰাখি আহাৰৰ নিৰ্দেশ দিয়া নহয়। এনেকুৱা বহুতো খাদ্যৰ কথা লিখা থাকে, যিবোৰ খাদ্য দুখীয়া মানুহৰ পক্ষে কিনা সম্ভৱ নহয়। কিন্তু সেইবুলি দুখীয়া মানুহ স্বাস্থ্যৱান হ'ব নোৱাৰিব নেকি?

বিভিন্ন কিতাপ পঢ়ি মই নিজে এই সিদ্ধান্তলৈ আহিছোঁ যে স্বাস্থ্যৰ কাৰণে খুব বেছি দামী আহাৰ খোৱাৰ দৰকাৰ নাই। সহজে পোৱা সাধাৰণ শাক-পাচলি, সৰু মাছ-পুঠি আৰু ভাত দাইল ৰুটি খায়ো সুন্দৰ স্বাস্থ্য গঢ়িব পাৰি। প্ৰচুৰ পৰিমাণে দামী আহাৰ খোৱা ধনী মানুহবোৰৰ উচ্চ ৰক্তচাপ, বহুমূত্ৰ, হৃৎপিণ্ডৰ বেমাৰ আৰু মেদ-বাহুল্য খুব বেছিকৈ হয়। পশ্চিমৰ ধনী দেশবোৰত মাত্ৰাধিক পৰিমাণৰ দামী আহাৰ খোৱাটো বহুতো মাৰাত্মক ৰোগৰ প্ৰধান কাৰণ বুলি বিবেচিত হৈছে। এতিয়া এছিয়া মহাদেশত জাপান, চীন, ভাৰত আৰু দক্ষিণ-পূব এছিয়াত ধনী মানুহবোৰৰ মাজলৈকো এইবোৰ বেমাৰ বিয়পিছে। ভিয়েটনাম এতিয়া এখন ধনী দেশত পৰিণত হৈছে। অন্ততঃ এক-তৃতীয়াংশ মানুহ যথেষ্ট ধনী। কিন্তু এবাৰ এজন গৱেষকে সেই দেশলৈ গৈ এটা অতি আচৰিত কথা আৱিষ্কাৰ কৰিলে। তেওঁ দেখিলে যে বহুতো ধনী মানুহৰ ল'ৰা-ছোৱালী ৰুগীয়া আৰু দুৰ্বল। আনহাতে গাঁৱৰ বহুতো দুখীয়া ল'ৰা-ছোৱালী সুস্থ আৰু সবল। তাৰ কাৰণ জানিবলৈ চেষ্টা কৰি তেওঁ দেখিলে যে ধনী ল'ৰা-ছোৱালীবোৰে অধিক পৰিমাণে মাংস, চৰ্বি, চেনি আৰু লোভনীয় পৰিশোধিত আহাৰ খাই খাই ক্ৰমাৎ স্বাস্থ্যহীন হ'বলৈ ধৰিছে। কিন্তু তেনেকুৱা দামী আহাৰ খাবলৈ আৰ্থিক সামৰ্থ্য নথকা দুখীয়া ল'ৰা-ছোৱালীয়ে বনৰীয়া ফল-মূল আৰু সাধাৰণ শাক- পাচলি খাই পেটৰ ভোক মাৰিব লগা হৈছে। দুখীয়া গাঁৱলীয়া ল'ৰা-ছোৱালীবোৰৰ স্বাস্থ্য তুলনামূলকভাৱে কিয় বেছি ভাল হৈছে সেইটো বুজিবলৈ গৱেষকজনৰ বেছি সময় নালাগিল।

ডাঃ কৃষ্ণ মুৰাৰি মোদি নামৰ এজন স্বাস্থ্য বিশাৰদে তেওঁৰ 'Health Farming' নামৰ কিতাপত এষাৰ বৰ মূল্যৱান কথা কৈছে। তেওঁ কৈছে— One must eat poor men's food to avoid rich men's diseases। অৰ্থাৎ আপুনি যদি ধনী মানুহৰ ৰোগবোৰৰ পৰা পৰিত্ৰাণ পাব খোজে তেন্তে দুখীয়া মানুহৰ আহাৰ খাবলৈ অভ্যাস কৰক।

# কি কি বস্তু কেতিয়াও নাখাব

স্বাস্থ্যৰ প্ৰথম উপাদান হ'ল আহাৰ। শৰীৰ নামৰ ইঞ্জিনটোক শক্তিৰ যোগান ধৰে আহাৰে। আহাৰ হিচাপে মানুহৰ পেটলৈ যিবোৰ বস্তু যায়, সেইবোৰে তেওঁৰ দেহত অমৃতৰ কামো কৰিব পাৰে আৰু বিষৰ কামো কৰিব পাৰে। শৰীৰত বিষৰ কাম কৰিব পৰা এনে এবিধ খাদ্য হ'ল আজিকালি খুব জনপ্ৰিয় হৈ পৰা তথাকথিত ফাষ্টফুড। আৰু দামী ধুনীয়া পেকেজত ভৰাই বিক্ৰী কৰা Processed Food অৰ্থাৎ পৰিশোধিত খাদ্য। এইবোৰ বস্তু খাবলৈ সোৱাদ, কিন্তু স্বাস্থ্যৰ কাৰণে সি বিষতুল্য। এটা উদাহৰণ দিলেই কথাটো বুজিবলৈ সহজ হ'ব। আমেৰিকাৰ নিচিনা ধনী দেশত ফাষ্টফুড আৰু পৰিশোধিত খাদ্যৰ প্ৰচলন খুব বেছি। কাম কৰিবৰ কাৰণে বেছিকৈ সময় উলিয়াবলৈ তেওঁলোকে এইবোৰ খাদ্য খায়। জিভাৰ লোভতো খায়। ফলত সেইবোৰ দেশৰ মানুহ হাৰ্টৰ ৰোগত বেছিকৈ আক্ৰান্ত হয়। আচলতে হাৰ্টৰ ৰোগ সেইবোৰ দেশত এক নম্বৰ ঘাতক ৰোগ হিচাপে চিহ্নিত হৈছে।



জাপানৰ মানুহে ফাষ্টফুড আৰু পৰিশোধিত খাদ্য নাখায়। তেওঁলোকৰ জাতীয় খাদ্য অতি স্বাস্থ্যসন্মত। সেই কাৰণে জাপানৰ প্ৰতি এহেজাৰজন মানুহৰ ভিতৰত শতকৰা মাত্ৰ ৭.৩২ জন মানুহহে হাৰ্টৰ ৰোগৰ দ্বাৰা আক্ৰান্ত হয়। পশ্চিমীয়া ধৰণৰ আহাৰ নোখোৱাটোৱেই তাৰ প্ৰধান কাৰণ বুলি প্ৰমাণিত হৈছে।

ওপৰত এবাৰ কৈ অহা হৈছে যে ধনী মানুহৰ বেমাৰৰ পৰা হাত সাৰি থাকিবলৈ দুখীয়া মানুহৰ আহাৰ খাব লাগে। ধনী ইংৰাজসকলে ৰাতিপুৱাৰ আহাৰ হিচাপে গাহৰিৰ মাংসৰ পৰা তৈয়াৰী বেকন আৰু কণী খায়। লণ্ডন মেডিকেল স্কুলৰ অধ্যাপক ডাঃ নেইল পৌলটাৰে কৈছে যে বৃটিছ সৈন্য বাহিনীয়ে যিমান মানুহ মাৰিছে, তাতকৈ বেছি মানুহ মাৰিছে বৃটিছ ব্ৰেকফাষ্টে।

গতিকে বুজা গ'ল যে নেখাবলগীয়া প্ৰথম খাদ্যটো হ'ল ফাষ্টফুড আৰু পৰিশোধিত খাদ্য। এনেকুৱা খাদ্যত থকা নিমখ, চেনি আৰু চৰ্বিয়ে শৰীৰৰ ভীষণ ক্ষতি কৰে।

দ্বিতীয়তে ৰংচঙীয়া লোভনীয় বিজ্ঞাপন দেখি দোকানৰ পৰা জধেমধে পেকেটৰ খাদ্য নিকিনিব। সেইবোৰ খাদ্য প্ৰস্তুত কৰা কোম্পানীবোৰে মানুহৰ মন ভুলাবলৈ অতিৰঞ্জিত প্ৰতিশ্ৰুতি দি কোটি কোটি টকা খৰচ কৰি বিজ্ঞাপন দিয়ে। বিজ্ঞাপন দেখি খাদ্য কিনা মানে শৰীৰৰ বিপদ চপাই অনা। তদুপৰি তেনেকুৱা এক পেকেট খাদ্যৰ কাৰণে যিমান ধন ভৰিব লগা হয়, সেইখিনি ধনেৰে এটা সৰু পৰিয়ালে মাছ, মাংস, কণী, শাক-পাচলি আৰু ফল কিনি আনি অন্ততঃ দুসাজ দৰনিপিতি খাব পাৰে। একে আষাৰে ক'বলৈ গ'লে নিজৰ ঘৰতে ৰন্ধা সাধাৰণ অথচ সুষম খাদ্যই হ'ল স্বাস্থ্যৰ কাৰণে সৰ্বোত্তম খাদ্য। তাৰ কোনো বিকল্প নাই।

অৱশ্যেই দীঘলীয়া অসুখ আৰু অপুষ্টিত ভোগা মানুহে ডাক্তৰৰ পৰামৰ্শ অনুযায়ী পৰিশোধিত খাদ্য খাবলগীয়া হ'ব পাৰে। কিন্তু সেইটো সদায় নিয়মৰ ব্যতিক্ৰম মাত্ৰ।

# কেনেকুৱা খাদ্য খাব?




পুষ্টি বিষয়ৰ বহুতো কিতাপ-পত্ৰ পঢ়ি মই এই সিদ্ধান্তলৈ আহিছোঁ যে নিজৰ ঘৰতে স্বাস্থ্যসন্মতভাৱে ৰন্ধা সাধাৰণ সুষম আহাৰেই স্বাস্থ্যৰ কাৰণে আটাইতকৈ ভাল আহাৰ। সেই আহাৰত থাকিব লাগিব প্ৰচুৰ পৰিমাণে সতেজ শাক-পাচলি, মাছ, মাংস আৰু থলুৱা বতৰৰ ফল-মূল। আঁহযুক্ত আহাৰ শৰীৰৰ কাৰণে অতি দৰকাৰী। বেছিকৈ শাক-পাচলি আৰু ফল-মূল খালে আঁহযুক্ত আহাৰৰ প্ৰয়োজন আপোনা-আপুনি পূৰণ হয়। ভজা-পোৱা শাক-পাচলিতকৈ সিজোৱা আহাৰ আৰু পানী দি জোল কৰা আঞ্জা শৰীৰৰ কাৰণে বেছি উপকাৰী। ওপৰত কোৱা গোটেইখিনি আহাৰ প্ৰতিদিনে যথেষ্ট পৰিমাণে খালে প্ৰয়োজনীয় ভিটামিনখিনি শৰীৰে পাই যায়।

ডাঃ এণ্ড্ৰু উইলছন নামৰ এজন বিশ্ববিখ্যাত স্বাস্থ্য-বিশাৰদে খাদ্যৰ বিষয়ে দিয়া পৰামৰ্শবোৰ এনে ধৰণৰ— (১) অকাৰি চাউল আৰু আটাৰ পৰা তৈয়াৰ কৰা খাদ্য স্বাস্থ্যৰ কাৰণে ভাল। চেনি আৰু ময়দা জাতীয় খাদ্য স্বাস্থ্যৰ কাৰণে ভাল নহয়। (২) চৰ্বি জাতীয় খাদ্য কমকৈ খাব লাগে। (৩) মাখন, ক্ৰীম, চিজ, গাখীৰৰপৰা কৰা মিঠাই আৰু ছাল নেচেলোৱা কুকুৰাৰ মাংস অতি কম পৰিমাণেহে খাব লাগে। কলেষ্টেৰল বেছি থকা আৰু হাৰ্টৰ ৰোগত ভোগা মানুহে সেইবোৰ বস্তু কেতিয়াও খাব নালাগে। বাদাম জাতীয় শুকান ফল স্বাস্থ্যৰ কাৰণে অতি উপকাৰী। ঠিক তেনেকৈ ছয়াবিনকে ধৰি সকলো বিন জাতীয় খাদ্যই স্বাস্থ্যৰ কাৰণে উপকাৰী। (৪) শৰীৰৰ কাৰণে পশু-পক্ষীৰ পৰা পোৱা প্ৰোটিনো অতি উপকাৰী। পাৰিলে মাছ বেছিকৈ খাব লাগে। কিন্তু বয়স বঢ়াৰ লগে লগে চাৰিঠেঙীয়া জন্তুৰ মাংস ক্ৰমান্বয়ে হ্ৰাস কৰি এটা বয়সত একেবাৰে এৰিয়েই দিব লাগে।

# পানীৰ কথা




সকলো ডাক্তৰ আৰু স্বাস্থ্য-বিশাৰদেই এটা কথাত একমত যে স্বাস্থ্য ৰক্ষাৰ কাৰণে প্ৰতিদিনে ৬ গিলাচৰ পৰা ৮ গিলাচ বিশুদ্ধ পানী খোৱাটো অতি প্ৰয়োজনীয়। কোনো কোনো ডাক্তৰে কয় যে সেই ৬ বা ৮ গিলাচেই হ'ব লাগিব কেৱল পানী। কিন্তু ডাঃ উইলছনে কয় যে পানী, চাহ, বেছিকৈ পানী মিহলোৱা ফলৰ ৰস— এই গোটেইবোৰ মিলাই ৬ বা ৮ গিলাচ জলীয় পদাৰ্থ হ'লেই শৰীৰৰ পানীৰ প্ৰয়োজন পূৰণ হৈ যায়।

কিন্তু আচৰিত কথা যে ডাঃ শ্বিগিকি হিনুহাৰাই পানী একেবাৰেই নাখায়। তেওঁ পানী খাবলৈ খুব বেয়া পায়। ডাঃ হিনুহাৰা এজন বিশ্ববিখ্যাত জাপানী স্বাস্থ্য-বিশাৰদ। তেওঁৰ স্বাস্থ্যৰ বিষয়ে লিখা কোটি কোটি কিতাপ গোটেই পৃথিৱীতে বিক্ৰী হৈছে। মই এই কথাখিনি লিখাৰ সময়ত তেওঁৰ ৯৫ বছৰ বয়স হৈছে আৰু তেওঁ এতিয়াহে গল্ফ খেলিবলৈ আৰম্ভ কৰিছে।

কিন্তু সকলো তথ্য বিবেচনা কৰি এই কথা ক'ব পাৰি যে মানুহে প্ৰতিদিনে অন্ততঃ ৬ গিলাচ বিশুদ্ধ পানী খোৱাটো অতি দৰকাৰ।

# আহাৰ কেনেকৈ খাব?




কেৱল পুষ্টিকৰ আহাৰ খালেই স্বাস্থ্য ভাল নহয়। পেটে সেইবোৰ হজম কৰিব পাৰিলেহে সি শৰীৰৰ কামত লাগে। মনৰ উত্তেজিত অৱস্থাত কেতিয়াও খাব নালাগে। উত্তেজিত হ'ব লগা কিবা ঘটনা ঘটিলে খোৱাৰ আগে আগে ইচ্ছা-শক্তি প্ৰয়োগ কৰি মনটো প্ৰশান্ত কৰি ল'ব লাগে। খ্ৰীষ্টিয়ানসকলে খোৱাৰ আগতে কেইমিনিটমান সময় নীৰৱে প্ৰাৰ্থনা কৰে। এইটো খুব ভাল নিয়ম। ধৰ্ম বা ঈশ্বৰক বিশ্বাস নকৰা মানুহে মনৰ প্ৰশান্তিৰ কাৰণে ধ্যান কৰিব পাৰে।

মুঠতে মনটো শান্ত কৰি শান্ত পৰিবেশত প্ৰফুল্ল মনেৰে আহাৰ খাব লাগে। ধীৰে-সুস্থিৰে ভালকৈ চোবাই চোবাই আহাৰ খালে সি সহজে হজম হোৱাৰ উপৰিও গোটেই শৰীৰতে তাৰ এটা মংগলজনক প্ৰভাৱ পৰে।

খোৱাৰ বিষয়ত আন এটা মনত ৰাখিব লগা কথা এইটো যে প্ৰতিবাৰ খোৱাৰ আগতে হাত দুখন বীজাণু-নাশক চাবোনেৰে খুব ভালকৈ ধুই পৰিষ্কাৰ কৰি ল'ব লাগে। কেৱল হাত দুখনৰ যোগেদিয়েই আমাৰ চকু, নাক আৰু পেটলৈ নানাবিধ ৰোগৰ বীজাণু সোমায়। চকু আৰু নাকত আঙুলি লগোৱাৰ অভ্যাস এৰাই চলিব পাৰিলে সেই দুটা অংগক বহুতো বেমাৰৰ পৰা ৰক্ষা কৰিব পাৰি। ঠিক সেইদৰে প্ৰতিবাৰ খোৱাৰ আগতে হাত দুখন বীজাণু-নাশক চাবোনেৰে ধুই ল'লে আপোনাৰ পৰিপাক যন্ত্ৰ বহুতো বেমাৰৰ পৰা নিৰাপদ হৈ থাকিব পাৰিব। দুখীয়া মানুহে আৰু কৃপণ মানুহে ধন খৰচ হোৱাৰ ভয়ত হাত ধুবলৈ চাবোন ব্যৱহাৰ নকৰে। কিন্তু তেওঁলোকে জনা উচিত যে চাবোন কিনিবলৈ যিমান ধন খৰচ হয়, লেতেৰা হাতৰ পৰা হোৱা বেমাৰৰ চিকিৎসা কৰিবৰ কাৰণে তাতোকৈ বেছি খৰচ হয়। ইংৰাজ কবি শ্বেলীয়ে কেতিয়াবাই কৈ গৈছে— "নিষ্ঠাৰে নীতি-নিয়ম পালন কৰি স্বাস্থ্য ৰক্ষা কৰাতকৈ অজ্ঞানী মানুহে ঔষধ খাই ৰোগৰ যন্ত্ৰণা উপসম কৰিবলৈ চেষ্টা কৰে।"

# স্বাস্থ্যৰ কাৰণে ব্যায়াম অপৰিহাৰ্য

সু-স্বাস্থ্যৰ কাৰণে পুষ্টিকৰ আহাৰ আৰু সুনিদ্ৰা যিমান দৰকাৰী, ঠিক সিমানেই দৰকাৰী নিয়মিত ব্যায়াম। বহুত স্বাস্থ্যবিদেই এই কথাত একমত যে নিয়মিত ব্যায়ামৰ অবিহনে কেৱল পুষ্টিকৰ খাদ্যই মানুহৰ স্বাস্থ্য ৰক্ষা কৰিব নোৱাৰে। শৰীৰটোক সচল আৰু সবল কৰি ৰাখিবলৈ নিয়মিত ব্যায়াম অপৰিহাৰ্য। তদুপৰি ব্যায়ামে মানসিক প্ৰফুল্লতাও বৃদ্ধি কৰে। বাৰ্ট্ৰাণ্ড ৰাছেলে লিখিছে যে যিবোৰ মানুহক হতাশা আৰু বিমৰ্ষতাই গ্ৰাস কৰি ধৰিছে, তেওঁলোকে দৰ্শন বা ধৰ্মশাস্ত্ৰ পঢ়াতকৈ প্ৰতিদিনে ৬ কিলোমিটাৰ খোজ কাঢ়িলে বেছি উপকাৰ পাব।

মই এই কিতাপখন পালোৱান বা ব্যায়ামবীৰসকলৰ কাৰণে লিখা নাই। কিতাপখন লিখা হৈছে কেৱল সেইসকল মানুহৰ কথা মনত ৰাখি— যিসকল মানুহে স্বাস্থ্যৰ সাধাৰণ নীতি-নিয়মখিনি মানি চলি মোটামুটিভাৱে এটা নিৰোগ, সবল আৰু আনন্দময় জীৱন যাপন কৰিব পাৰে। গতিকে মই ব্যায়ামে শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগৰ ওপৰত পেলাব পৰা প্ৰভাৱৰ বিষয়ে জটিল বৈজ্ঞানিক আলোচনালৈ যাব নোখোজোঁ। কিন্তু সেই বিষয়ে মাত্ৰ এটা কথা কৈ থব খোজোঁ। কোনো ধৰণৰ ব্যায়াম বা শাৰীৰিক পৰিশ্ৰম নকৰি তিনিমাহ কেৱল শুই বহি কটোৱা এজন মানুহ, আৰু ব্যায়াম বা নিয়মিত শাৰীৰিক পৰিশ্ৰম কৰি তিনিমাহ কটোৱা এজন মানুহৰ তিনিমাহৰ অন্তত স্বাস্থ্য পৰীক্ষা কৰি ডাক্তৰসকলে আবিষ্কাৰ কৰিছে যে শুই বহি সময় কটোৱা মানুহজনৰ জীৱনী শক্তি আৰু মানসিক প্ৰফুল্লতা আনজন মানুহতকৈ ১০০ গুণে হ্ৰাস পাইছে। ব্যায়ামৰ উপকাৰিতা বুজিবলৈ ইয়াতকৈ বেছি কথা কোৱাৰ দৰকাৰ নাই।



মানুহৰ বয়স দুই প্ৰকাৰে হিচাপ কৰিব পাৰি। ১৯৬০ চনত জন্ম হোৱা এজন মানুহৰ ২০১০ চনত বয়স হ'ব ৫০। কিন্তু তেওঁৰ শৰীৰৰ বয়স হ'ব পাৰে ৩০ বা ৭০। শৰীৰৰ বয়স কেৱল জন্মৰ চন-তাৰিখৰ ওপৰত নিৰ্ভৰ নকৰে; সি বেছিকৈ নিৰ্ভৰ কৰে শৰীৰৰ অংগ-প্ৰত্যংগবোৰৰ সুস্থতা আৰু কৰ্মক্ষমতাৰ ওপৰত। ব্যায়ামে শৰীৰটো সতেজ আৰু কৰ্মক্ষম কৰি ৰাখে। একো শাৰীৰিক পৰিশ্ৰম বা ব্যায়াম নকৰি কেৱল শুই বহি থকা মানুহৰ শৰীৰৰ অংগ-প্ৰত্যংগবোৰ ক্ৰমাৎ দুৰ্বল হৈ পৰে, আৰু

তেওঁৰ শৰীৰৰ কোষবোৰৰ আয়ুস তেওঁৰ আচল বয়সতকৈ বেছি দ্রুত গতিৰে বাৰ্ধক্যৰ ফালে বেছি আগবাঢ়ে। গতিকে স্বাস্থ্য গঠনৰ চাৰিটা প্ৰধান চৰ্তৰ ভিতৰত এটা প্ৰধান চৰ্ত হ'ল নিয়মিত ব্যায়াম বা শাৰীৰিক পৰিশ্ৰম।

ব্যায়াম কৰাৰ কথা বেছিকৈ কৈ থাকিলে বা তাক এটা লাগতিয়াল অথচ বিৰক্তিদায়ক কাম হিচাপে প্ৰমাণ কৰিলে মানুহে ব্যায়াম কৰিবলৈ বেছিকৈ অনিচ্ছা অনুভৱ কৰিব। সেই কাৰণে মই ব্যায়ামৰ বিষয়ে কেৱল সেইকেইটা কথাহে ক'ম বা কেৱল সেইকেইটা ব্যায়ামৰ কথাহে ক'ম— যিকেইটা কথা আৰু ব্যায়াম নাজানিলে আৰু নকৰিলে মানুহৰ স্বাস্থ্য ঘুণীয়া হৈ থাকিব।

যিবিলাক মানুহ ব্যায়ামবীৰ, পালোৱান বা ডাঙৰ খেলুৱৈ হ'ব খোজে তেওঁলোকে বহুতো কঠিন ব্যায়ামৰ অনুশীলন কৰিবলগা হয়। মই এই কিতাপখন তেওঁলোকৰ কাৰণে লিখা নাই। মই কিতাপখন লিখিছোঁ আপোনাৰ মোৰ নিচিনা সাধাৰণ মানুহৰ কাৰণে; শিক্ষক, সাংবাদিক, চাকৰিয়াল, দোকানী আৰু এনেধৰণৰ বিভিন্ন বৃত্তিত নিয়োজিত ঘৰ-গৃহস্থালী চলোৱা মানুহৰ কাৰণে। স্বাস্থ্য ৰক্ষাৰ কাৰণে তেওঁলোকে যিবোৰ ব্যায়াম নকৰিলেই নহয় কেৱল সেইকেইটা ব্যায়ামৰ কথাহে মই ইয়াত ক'ব খুজিছোঁ।

সকলোৱেই এই কথা স্বীকাৰ কৰে যে সকলো মানুহে অনায়াসে কৰিব পৰা আটাইতকৈ ভাল ব্যায়াম হ'ল খোজ কঢ়া। খোজ কাঢ়িলে কেৱল যে শৰীৰৰহে উপকাৰ হয় এনে নহয়। খোজ কাঢ়িলে শৰীৰৰ সমানে মনটোও উপকৃত হয়। ই মনৰ বিমৰ্ষতা দূৰ কৰে। ই মনটোক সজীৱ আৰু প্ৰফুল্ল কৰি তোলে। হতাশা আৰু ক্লান্তিত ভাগি পৰা মনটোক পুনৰ ঠন ধৰাই তোলে। কথাখিনি শুনি যদি আপোনাৰ বিশ্বাস হোৱা নাই, তেন্তে এলাহ জয় কৰি আপুনি তিনিমাহ খোজ কাঢ়ি চাওক, আপোনাৰ জীৱনলৈ কি আচৰিত পৰিৱৰ্তন আহিব সেই কথা অনুভৱ কৰি আপুনি নিজে আচৰিত হ'ব।

খোজ কঢ়াটো আটাইতকৈ ভাল ব্যায়াম। কাৰণ ল'ৰা-বুঢ়া, মতা-মাইকী নিৰোগী আৰু বেমাৰী সকলো মানুহে নিৰাপদে খোজ কাঢ়িব পাৰে। শকত মানুহ, লেৰেলা মানুহ, গৰ্ভৱতী তিৰোতা, বহুমূত্ৰ ৰোগী, হাৰ্ট এটেকৰ পৰা হোৱা আৰোগ্য ৰোগী আদি সকলো মানুহকে খোজ কঢ়াই উপকৃত কৰিব পাৰে।

সকলো মানুহেই খোজ কাঢ়ে। কিন্তু ব্যায়াম হিচাপে খোজ কঢ়াৰ কিছুমান বিশেষ নিয়ম আছে। সেই নিয়মবোৰ মানি খোজ নাকাঢ়িলে একো লাভ নহ'ব।

প্ৰথম নিয়মটো হ'ল এই যে নতুনকৈ খোজ কাঢ়িবলৈ আৰম্ভ কৰা মানুহে সৰ্বপ্ৰথমে খোজ কঢ়াৰ উপকাৰিতাৰ বিষয়ে নিজকে সম্পূৰ্ণভাৱে পতিয়ন নিয়াব লাগে। তেওঁ বিশ্বাস কৰিব লাগিব যে নিয়মিতভাৱে কিছুদিন খোজ কঢ়াৰ পিছতেই তেওঁৰ শৰীৰ আৰু মনলৈ আমূল পৰিৱৰ্তন আহিব। মানসিকভাৱে নিজকে এনেকৈ প্ৰস্তুত কৰাৰ পিছত তেওঁৰ দিনটোৰ এটা সময় নিৰ্দিষ্ট কৰি ল'ব লাগিব। দিনটোৰ যিকোনো সময়তে খোজ কাঢ়িলেও স্বাস্থ্যৰ উন্নতি হয়। কিন্তু প্ৰতিদিনে কৰিবলগীয়া আন সকলোবোৰ কামৰ দৰে খোজ কঢ়াৰো এটা নিৰ্দিষ্ট সময় থকা ভাল। আটাইতকৈ ভাল সময় হ'ল ৰাতিপুৱা বেলি উঠাৰ আগৰ সময়খিনি। সেই সময়ত সময়খিনি স্নিগ্ধ আৰু বতাহখিনি নিৰ্মল হৈ থাকে।

ধৰি লোৱা হওক, এদিন ৰাতিপুৱা আপুনি খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে। খোজ কাঢ়িবলৈ ঘৰৰ পৰা ওলাই যোৱাৰ আগতে মেকুৰীয়ে নিজৰ গাটো এন্ডামুৰি দিয়াৰ দৰে আপুনি হাত-ভৰিবোৰ টানি টুনি গাটো শিথিল কৰি ল'ব। তাৰ পিছত খোজ কাঢ়িবলৈ ওলাই যাব। প্ৰথম পাঁচ মিনিটমান সময় লাহে লাহে খোজ কাঢ়ি ক্ৰমাৎ খোজৰ গতি বঢ়াই দিব।

ৰ'ব, খোজ কাঢ়িবলৈ মানসিকভাৱে প্ৰস্তুত হোৱাৰ আগতে কৰিবলগীয়া আৰু এটা ডাঙৰ কাম

আছে। সেইটো হ'ল, আপোনাৰ ভৰি দুটাত সম্পূৰ্ণকৈ খাপ খাই পৰা এযোৰ জোতা কিনিব লাগিব। জোতাযোৰ হ'ব লাগিব সম্পূৰ্ণ আৰামদায়ক। জোতাযোৰ যদি ঢিলা হৈ থাকে আৰু সি ভৰি দুখনক কষ্ট দিয়ে, তেন্তে আপুনি খোজ কঢ়াৰ উপকাৰ নাপাব।

খোজ কাঢ়িবলৈ বিশেষ ধৰণে তৈয়াৰ কৰা জোতা কিনিবলৈ পোৱা যায়। দাম অলপ বেছি। কিন্তু এযোৰ ভাল জোতা কিনিবৰ কাৰণে আপুনি যিখিনি ধন খৰচ কৰিব, তাৰ বিনিময়ত আপুনি পাব শৰীৰৰ স্বাস্থ্য, মনৰ প্ৰফুল্লতা। তাৰ মূল্য ধনেৰে জুখিব নোৱাৰি।

খোজ কঢ়াৰ বিষয়ে আপুনি আৰু কেইবাটাও কথা শিকিব লগীয়া আছে। প্ৰথমটো হ'ল খোজ কঢ়াৰ ভংগী। আপুনি যদি খোজ কঢ়াৰ সময়ত শৰীৰৰ ভংগী ঠিকভাৱে নাৰাখে, তেন্তে আপুনি সহজে ভাগৰি পৰিব। লাঠি এডালৰ নিচিনাকৈ পোন হৈ থিয় হ'ব। আপোনাৰ কাণ দুখন, কান্ধ দুখন, কৰঙন দুটা, আঁঠু দুটা আৰু ভৰিৰ সৰু গাঁঠি একেডাল সৰলৰেখাত থাকিব লাগিব। কান্ধৰ ওপৰত মূৰটো চিধা কৰিব। বহুত মানুহে খৰকৈ খোজ কাঢ়িবলৈ নিজে ক'ব নোৱৰাকৈয়ে অলপ কুঁজা হৈ খোজ কাঢ়ে। সেইটো বেয়া অভ্যাস। তাৰ ফলত ৰাজহাড়ৰ ক্ষতি হয়। সমুখৰ ১৫/২০ ফুট দূৰলৈ চাই খোজ কাঢ়িব। খলাবমা ৰাস্তাত খোজ নাকাঢ়িব। কাৰণ তেতিয়া বাৰে বাৰে তললৈ চাব লগা হয়। প্ৰতিটো খোজৰ লগে লগে আপোনাৰ হাত দুখন গাৰ দুয়োকাষে আগলৈ আৰু পিছলৈ অহা-যোৱা কৰি থাকিব লাগিব। হাত দুখন কিলাকুটিৰ ওচৰত ৯০° ভাঁজ কৰি ল'ব। আঙুলিকেইটা আধা মুঠিমৰাৰ নিচিনাকৈ কোঁচ খুৱাই ল'ব। খোজ কাঢ়ি ঘূৰি আহি অলপ সময় বিছনাত পৰি গাটো শিথিল কৰিব।

এই গোটেইখিনি নিয়ম মানি চলি খোজ কাঢ়িলেহে আপুনি খোজ কঢ়াৰ পৰা সম্পূৰ্ণ উপকাৰ পাব। খোজ কঢ়াৰ কথা কিন্তু ইমানতে শেষ হোৱা নাই। দুটা প্ৰশ্ন এতিয়াও বাকী আছে। প্ৰথম প্ৰশ্ন, আপুনি কিমান সময় খোজ কাঢ়িব?

আপুনি বিভিন্ন কিতাপত এই প্ৰশ্ন দুটাৰ বিভিন্ন উত্তৰ পাব। কিন্তু মই বিখ্যাত স্বাস্থ্য-বিশাৰদসকলে লিখা বিশখনমান কিতাপ পঢ়ি জানিব পাৰিছোঁ যে সাধাৰণ স্বাস্থ্য-ৰক্ষাৰ কাৰণে প্ৰতিদিনে আধাঘণ্টা খোজ কাঢ়িলেই যথেষ্ট হয়। তাকেই আকৌ আপুনি যদি একেৰাহে ৩০ মিনিট খোজ কাঢ়িবলৈ সময় উলিয়াব নোৱাৰে, বা প্ৰথম অৱস্থাত খোজ কাঢ়িলেই ভাগৰ অনুভৱ কৰে, তেন্তে ১৫ মিনিটকৈ ৰাতিপুৱা আৰু গধূলি খোজ কাঢ়িলেও একেখিনি উপকাৰকে পাব। এনেকৈ নিয়মিতভাৱে খোজ কাঢ়িলে সপ্তাহত পাঁচ দিন খোজ কাঢ়ি বাকী দুদিন খোজ কঢ়াৰ সময়খিনি আন কিবা কামত লগাব পাৰে।

কিন্তু যোগাসনো কৰিব লাগিব। আপুনি যদি সম্পূৰ্ণ শাৰীৰিক আৰু মানসিক স্বাস্থ্যৰ অধিকাৰী হ'ব খোজে, তেন্তে আপুনি খোজ কঢ়াৰ লগতে যোগাসনো কৰিব লাগিব। স্বাস্থ্যৰ কাৰণে যোগাসন ইমান উপকাৰী বুলি প্ৰমাণিত হৈছে যে পৃথিৱীৰ বহু দেশৰ মানুহেই এতিয়া যোগাসনক স্বাস্থ্য ৰক্ষাৰ কাৰণে অতি প্ৰয়োজনীয় বুলি গণ্য কৰিছে। ইউৰোপ আৰু আমেৰিকাৰ ডাঙৰ ডাঙৰ ডাক্তৰেও নিয়মিতভাৱে যোগাসন কৰিবলৈ সকলোকে উপদেশ দিয়ে। কেৱল আমেৰিকাতেই যোগাসন কৰা মানুহৰ সংখ্যা বছৰি লাখ লাখকৈ বাঢ়িব ধৰিছে। প্ৰতিদিনে আধাঘণ্টা খোজ কঢ়া, অতি কমেও আধাঘণ্টা যোগাসন কৰা— বছ। সাধাৰণ স্বাস্থ্য-ৰক্ষাৰ কাৰণে ইয়াতকৈ বেছি একো কৰাৰ দৰকাৰ নাই। মই নিজে প্ৰায় চল্লিশ বছৰ ধৰি প্ৰতিদিনে আধাঘণ্টা আধাঘণ্টাকৈ এই দুয়োটা ব্যায়াম কৰি পৰম উপকাৰ পাইছোঁ। আপোনালোকেও পাব।

যোগাসন বহুতো আছে। এশৰ ওপৰততো হ'বই। কিন্তু সাধাৰণ স্বাস্থ্য ৰক্ষাৰ কাৰণে ইমানবোৰ আসন কৰাৰ দৰকাৰ নাই। নিজৰ প্ৰয়োজন অনুযায়ী পাঁচ-ছয়টা যোগাসন বাছি লৈ কৰিলেই হ'ল। আজিকালি যোগাসন শিকোৱাৰ বহুতো কেন্দ্ৰ গঢ় লৈ উঠিছে। আপুনি তেনেকুৱা এটা কেন্দ্ৰলৈ গৈ যোগাসন শিকিব পাৰে। সহজ আসনবোৰ মনোযোগ দি কিতাপ পঢ়িও শিকিব পাৰে। মই নিজে কিতাপ পঢ়িয়েই যোগাসন শিকিছোঁ। মই নিজে কৰা সাধাৰণ আৰু সহজ যোগাসনকেইটা হ'ল— পদ্মাসন, উত্তানপাদাসন, ভুজঙ্গাসন, শলভাসন, সুপ্তবজ্ৰাসন, পৱনমুক্তাসন, নৌকাসন, সিংহাসন আৰু শৱাসন।

বাকীবোৰ আসন আপুনি কিতাপ পঢ়ি বা যোগ-শিক্ষকৰ ওচৰলৈ গৈ শিকি ল'ব। মই ইয়াত শৱাসনৰ ওপৰত বিশেষ গুৰুত্ব দিব খোজোঁ। ডাঃ খ্ৰীষ্টিয়ান বাৰ্ণাৰ্ড নামৰ এজন বিশ্ববিখ্যাত ডাক্তৰে তেওঁৰ এখন বহু পঠিত কিতাপত শৱাসনৰ ওপৰত বিশেষ গুৰুত্ব দি লিখিছে— It has been found that if the Shavasana exercise is done properly it can have the immediate result of bringing down blood-pressure and the Pulse-rate. This, just by itself, would tend to make it one of the world's finest 'exercises'.

সম্পূৰ্ণ শাৰীৰিক আৰু মানসিক স্বাস্থ্যৰ কাৰণে শৱাসনৰ সমান উপকাৰী ব্যায়াম দ্বিতীয় এটা নাই বুলিলেই হয়। শৱাসন কৰাৰ লগে লগে ৰক্তচাপ আৰু নাড়ী-স্পন্দন দ্ৰুত গতিৰে হ্ৰাস পায়। শৰীৰ আৰু মনত এটা গভীৰ প্ৰশান্তিৰ ভাব বিয়পি পৰে। তেজৰ চলাচল স্বচ্ছন্দ আৰু সহজ হয়। হৃৎপিণ্ডৰ পেশীবোৰৰ ওপৰত হেঁচা হ্ৰাস পাবলৈ ধৰে। ৰক্তবাহী সিৰাবোৰত জমা হ'বলৈ ধৰা চৰ্বি জাতীয় বস্তুবোৰো শৱাসনে ক্ৰমাৎ হ্ৰাস কৰি আনে। মুঠতে শৱাসনৰ বিষয়ে ইমান বকলা মেলাৰ কোনো প্ৰয়োজন নাই। আপুনি কেইমাহমান নিয়মিতভাৱে শৱাসন কৰিলেই তাৰ উপকাৰ দেখি স্তম্ভিত হ'ব। শৱাসন দিনত মাত্ৰ এবাৰহে কৰিব লাগে বুলি কোনো ধৰাবন্ধা নিয়ম নাই। আপুনি কেইবাবাৰো শৱাসন কৰিলে কেইবাগুণে বেছি উপকাৰ পাব।

শৱাসন কৰিবলৈ বিভিন্ন শিক্ষকে বা কিতপে বেলেগ নিয়ম শিকায়। মই ইয়াত আটাইতকৈ সহজ নিয়মটো কৈছোঁ।

আপুনি বিছনাত বা মজিয়াত এখন ঢাৰিৰ ওপৰত ওপৰলৈ মুখ কৰি শোৱক। হাত দুখন গাৰ দুয়োকাষে শিথিল কৰি ৰাখিব, ভৰি দুখন এহাতমান ফাঁক কৰি ৰাখিব। গোটেই শৰীৰটো শিথিল কৰিব। মনৰ পৰা সকলো চিন্তা- ভাবনা দূৰ কৰি ল'ব। এতিয়া খুব ধীৰে ধীৰে আৰু দীঘলকৈ নাকেৰে উশাহ লৈ লগে লগে ধীৰে ধীৰে দীঘলকৈ নিশাহ এৰিব। শৱাসনৰ মূল ৰহস্য হ'ল শৰীৰ আৰু মনৰ সম্পূৰ্ণ সংযোগ-সাধন। অৰ্থাৎ আপুনি শৱাসন কৰি থকা গোটেই সময়খিনিত বিশ্ব-সংসাৰৰ কথা পাহৰি নিজৰ মনৰ ভিতৰত আশ্ৰয় ল'ব লাগিব। বিশ্ব-সংসাৰ পাহৰি থকাৰ এটা সহজ উপায় হ'ল কেৱল উশাহ আৰু নিশাহৰ ওপৰত একাগ্ৰভাৱে মনোযোগ দিয়া। উশাহ নাকেৰে সোমাই যাওঁতে আৰু নাকৰ পৰা ওলাই আহোঁতে আপুনি কেৱল উশাহ অহা-যোৱাখিনি অনুভৱ কৰি থাকিব। তাকে কৰোঁতে যদি ১ৰ পৰা ৫০লৈ বা ১০০লৈ সংখ্যাবোৰ এটা এটাকৈ মনে মনে গণ্ডি কৰি থাকে, আৰু সেই সংখ্যাবোৰৰ বাহিৰে আন একো কথা মনলৈ আহিব নিদিয়ে, তেন্তে দেহ আৰু মনৰ সংযোগ-সাধন সম্পূৰ্ণ হ'ব। আপুনিও শৱাসনৰ সম্পূৰ্ণ উপকাৰখিনি পাব। মনটোক শাসন কৰা অতি কঠিন। কিন্তু ইচ্ছা শক্তি খটুৱাই ধৈৰ্য ধৰি অভ্যাস কৰিলে তিনিমাহমানৰ ভিতৰতে আপুনি শুদ্ধকৈ শৱাসন কৰিব পৰা হ'ব। কমেও পোন্ধৰ মিনিটমান সময় শৱাসন কৰিবলৈ চেষ্টা কৰিব।

# গভীৰ উশাহ-নিশাহৰ উপকাৰিতা

উশাহ লৈ থকাটোৱেই জীয়াই থকাৰ একমাত্ৰ লক্ষণ। এজন মানুহ মৰিছে— এই কথা বুজাবলৈ কোৱা হয় যে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে। ইয়াৰ পিছত তেওঁ আৰু কেতিয়াও উশাহ নল'ব। আহাৰ আৰু পানী নোখোৱাকৈ মানুহে কিছুদিন জীয়াই থাকিব পাৰে; কিন্তু উশাহ নোলোৱাকৈ মানুহে মাত্ৰ কেইমিনিটমানতকৈ বেছি সময় জীয়াই থাকিব নোৱাৰে।

প্ৰতিবাৰ উশাহ লওঁতে আমি হাওঁফাওঁলৈ অম্লজান টানি লওঁ। এই অম্লজানেই সকলো প্ৰাণীৰ প্ৰাণ শক্তি। কিন্তু আচৰিত কথা যে মানুহে উশাহ লৈয়েই জীয়াই থাকে যদিও খুব কম মানুহেহে শুদ্ধকৈ উশাহ ল'ব জানে। মানুহৰ শাৰীৰিক দুৰ্বলতাৰ আৰু অস্থিৰতাৰ এটা প্ৰধান কাৰণ হ'ল ভালকৈ উশাহ ল'ব নজনাটো। ভালকৈ উশাহ লোৱাৰ অৰ্থ হ'ল দীঘলকৈ উশাহ লোৱা আৰু সমানে দীঘলকৈ নিশাহ এৰি দিয়া। বিশেষকৈ শাৰীৰিক অস্থিৰতা আৰু উদ্বিগ্নতা জয় কৰাৰ এটা প্ৰধান উপায় হ'ল খুব ধীৰে ধীৰে দীঘলকৈ উশাহ লৈ ঠিক তেনেকৈ খুব ধীৰে ধীৰে নিশাহ এৰি দিয়া। দিনটোত ৫-৬ বাৰমান এনেকৈ গভীৰভাৱে উশাহ-নিশাহ লোৱাৰ অভ্যাস কৰিলে শৰীৰ আৰু মনৰ বহুত উপকাৰ হয়। এই কথা সকলো মানুহে সকলো সময়তে মনত ৰখা উচিত যে গভীৰ, ছন্দময় উশাহ-নিশাহৰ দ্বাৰা Stress নিয়ন্ত্ৰণ কৰি হৃৎযন্ত্ৰ বহু পৰিমাণে নিৰাপদ কৰি ৰাখিব পাৰি। ডাঃ হাৰ্ভে ছাইমনে শুদ্ধকৈ উশাহ ল'বলৈ দিয়া তলৰ উপদেশ কেইটা মনত ৰাখি সেইমতে অভ্যাস কৰিব। (১) খুব ধীৰে ধীৰে আৰু দীঘলকৈ উশাহ ল'ব। তল পেটটো ফুলি যোৱাকৈ দীঘলীয়া উশাহ ল'ব। (২) কেইছেকেণ্ডমান সময় উশাহটো ধৰি ৰাখিব। (৩) খুব ধীৰে ধীৰে নিশাহ এৰিব। নিশাহ এৰিবৰ সময়ত নিজকে হুকুম দিব— শান্ত হোৱা। (৪) দহবাৰমান এনেকৈ গভীৰ উশাহ-নিশাহ ল'ব। দিনটোত ৫-৬ বাৰমান একেটা কামকে কৰি থাকিব।

শৰীৰ আৰু মন সুস্থ কৰি ৰখাৰ এটা অতি ফলদায়ক উপায় হ'ল ধ্যান। ধ্যান কৰাৰ হাজাৰটা নিয়ম থাকিব পাৰে। গোটেইবোৰ চলাথ কৰি থাকিলে আপোনাৰ অৱস্থা হ'ব অধিক মাছত বগলি-কণা হোৱাৰ নিচিনা। ডাঃ হাবাৰ্ট বেনছন নামৰ এজন ডাক্তৰে উদ্ভাৱন কৰা এটা সহজ প্ৰণালী অভ্যাস কৰি মই নিজে প্ৰচুৰ উপকাৰ পাইছোঁ। আপুনিও কৰি চাব পাৰে। (১) আপোনাক অন্ততঃ আধাঘণ্টা সময় কোনেও আমনি কৰিব নোৱৰাকৈ এখন ঠাই আৰু এটা সময় বাছি লওক। আটাইতকৈ ভাল ঠাই হ'ল ঘৰৰ এটা আধা অন্ধকাৰ কোঠা— য'ত আধাঘণ্টাৰ কাৰণে আপুনি অকলশৰীয়া হ'ব পাৰে। যিকোনো আহাৰ খোৱাৰ দুঘণ্টাৰ পিছতহে ধ্যান কৰিবলৈ বহিব। বহাৰ আগতে প্ৰস্ৰাৱ কৰি ল'ব। (২) এনেকুৱা এখন চকীত খুব আৰামত বহি ল'ব— যাতে কোনো ধৰণৰ শাৰীৰিক অস্বস্তিয়ে আপোনাৰ মনোযোগ ভংগ কৰিব নোৱাৰে। (৩) মনটো সম্পূৰ্ণ খালী কৰি ল'ব। দেহটো সম্পূৰ্ণ শিথিল কৰি ল'ব। চকু দুটা মুদি ল'ব— যাতে কোনো দৃশ্যই আপোনাৰ মনোযোগ ভংগ কৰিব নোৱাৰে। (৪) মনেৰে কিবা এটা কথা ভাবি লৈ একমাত্ৰ সেই কথাটোৰ ওপৰত আপোনাৰ সমস্ত মনোযোগ কেন্দ্ৰীভূত কৰিব। আপোনাৰ যিকোনো এটা প্ৰিয় শব্দ বা মন্ত্ৰ বা প্ৰাৰ্থনা বাছি ল'ব পাৰে। খুব ধীৰে ধীৰে উশাহ ল'ব। গভীৰকৈ উশাহ ল'ব। উশাহ লওঁতে আৰু এৰোঁতে আপুনি বাছি লোৱা শব্দটো নীৰৱে বা সামান্য শব্দ কৰি মন্ত্ৰৰ নিচিনাকৈ আওৰাই থাকিব। মন্ত্ৰটো গুৰুত্বপূৰ্ণ কথা নহয়; গুৰুত্বপূৰ্ণ কথাটো হ'ল কেৱল সেই শব্দটোৰ ওপৰত সমস্ত মনোযোগ কেন্দ্ৰীভূত কৰি বাৰে বাৰে তাক আওৰাই থকা— যাতে আন কোনো চিন্তা আপোনাৰ মনলৈ আহিব নোৱাৰে।

কামটো অতি কঠিন, কিন্তু নিজৰ ইচ্ছা-শক্তিৰ ওপৰত ভাৰসা ৰাখি তিনিমাহমান চেষ্টা কৰিলে নিজৰ মনটোক নিয়ন্ত্ৰণ কৰাত অৰ্থাৎ ধ্যান কৰাত আপুনি সম্পূৰ্ণ কৃতকাৰ্য হ'ব। প্ৰতিবাৰত ২০ মিনিটকৈ পুৱা আৰু গধূলি দিনটোত দুবাৰ অভ্যাস কৰিব। আপোনাৰ শৰীৰৰ আৰু মনৰ সকলো অৱসাদ দূৰ হ'ব।

# টোপনিৰ বিষয়ে

মানুহৰ শৰীৰটোক মেৰামতি কৰি ৰাখিবৰ কাৰণে প্ৰকৃতিয়ে টোপনিৰ ব্যৱস্থা কৰিছে। মানুহক টোপনিৰ কিয় দৰকাৰ হয়, টোপনি আনিবৰ কাৰণে মানুহৰ মগজুত কি কি ঘটনা ঘটে, স্বাস্থ্য ৰক্ষাৰ কাৰণে মানুহক প্ৰতিদিনে কিমান সময় টোপনিৰ দৰকাৰ হয়— এইবোৰৰ বিষয়ে বৈজ্ঞানিক ব্যাখ্যা কৰিবলৈ হ'লে এখন কিতাপ লিখিব লাগিব। কেৱল টোপনিৰ ৰহস্যৰ বিষয়ে অধ্যয়ন কৰিবলৈকে পৃথিবীৰ বহুতো ঠাইত আছুতীয়া গৱেষণা কেন্দ্ৰ আছে। কিন্তু আপোনাৰ ইমানবোৰ কথা জনাৰ দৰকাৰ নাই। আপুনি কেৱল জানিলেই হ'ল— আপুনি প্ৰতিদিনে কিমান সময় শুব লাগে, নুশুলে বা প্ৰয়োজনতকৈ কমকৈ শুলে আপোনাৰ শৰীৰৰ কি কি ক্ষতি হয়, ভাল টোপনি হোৱাৰ উপায় কি ইত্যাদি।




চিকিৎসকসকলে কয়, আৰু স্বাস্থ্য-সচেতন লোকসকলেও বিশ্বাস কৰে যে স্বাস্থ্য ভালে ৰাখিবলৈ দিনে আঠ ঘণ্টাকৈ শোৱা ভাল। কিন্তু এইটো সাধাৰণ নিয়ম হ'লেও ইয়াৰ ব্যতিক্ৰমো আছে। নেপোলিয়নে মাত্ৰ দিনে তিনি ঘণ্টা সময় শুইছিল। ভাৰতৰ প্ৰাক্তন প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ কাৰণে বোলে চাৰিঘণ্টা টোপনিয়েই যথেষ্ট আছিল। আজিকালি ডাক্তৰসকলেও ক'ব খোজে যে এটা নিৰ্দিষ্ট পৰিমাণৰ সময় টোপনি যাবই লাগিব বুলি ভবাৰ কোনো বৈজ্ঞানিক যুক্তি নাই। টোপনিৰ বিষয়ে আৰু কেইটামান ভুল

ধাৰণা প্ৰচলিত আছে। এৰাতি টোপনি ক্ষতি হ'লে পিছদিনা বা তাৰ পিছদিনা বেছিকৈ শুই টোপনি ক্ষতিৰ ক্ষতিপূৰণ কৰিব লাগে বুলি ভবাটোও ভুল। ঠিক সেইদৰে মাজনিশাৰ পিছৰ দুঘণ্টাৰ টোপনিতকৈ তাৰ আগৰ এঘণ্টাৰ টোপনি বেছি ভাল বুলি বিশ্বাস কৰাৰো কোনো যুক্তি নাই। মানুহৰ মনত ধাৰণা আছে যে নিদ্ৰাহীনতা (Insomnia) স্বাস্থ্যৰ কাৰণে অতি ক্ষতিকৰ। ইয়াৰ ফলত মানুহ উন্মাদ হৈ যাব পাৰে। এই ধাৰণাও ভুল।

এইখিনি কথা জানি লোৱাৰ পিছত আপুনি জনা উচিত যে শৰীৰৰ শক্তি ৰক্ষাৰ কাৰণে টোপনি অপৰিহাৰ্য। আপুনি ৰাতি অতি কমেও ছয়ঘণ্টা সময় খুব ভালকৈ আৰু শান্তিৰে টোপনি যাব পৰাটো স্বাস্থ্য-ৰক্ষাৰ কাৰণে অতি দৰকাৰী। ৰাতিপুৱা শুই উঠি যদি আপুনি শৰীৰ আৰু মনৰ প্ৰফুল্লতা অনুভৱ কৰে, আপোনাৰ গাটো বেয়া লাগি থকা যেন নালাগে, তেতিয়াই আপুনি বুজিব যে আপোনাৰ শৰীৰৰ কাৰণে আপোনাৰ যিমানখিনি টোপনিৰ দৰকাৰ সেইখিনি আপুনি সম্পূৰ্ণকৈ পালে। আপুনি কিমান সময় টোপনি গৈ আছিল সেইটো বেছি গুৰুত্বপূৰ্ণ কথা নহয়; বেছি গুৰুত্বপূৰ্ণ কথাটো হ'ল এই যে আপুনি কিমান সময় ভালকৈ টোপনি গৈছে। লগতে এই কথাও মনত ৰখা উচিত হ'ব যে বয়স বঢ়াৰ লগে লগে টোপনিৰ প্ৰয়োজনো কম হৈ আহে। বহুতো বুঢ়া মানুহে দুই-তিনি ঘণ্টাতকৈ বেছি সময় টোপনি যাব নোৱাৰে।

টোপনি ভাল কৰাৰ উপায় কি? দিনটো শুই বহি থকা মানুহৰ টোপনি কেতিয়াও ভাল হ'ব নোৱাৰে। দিনত বেছি সময় শুলেও স্বাভাৱিকতে ৰাতি ভালকৈ বা দীঘলীয়া সময় ধৰি টোপনি আহিব নোৱাৰে। নিয়মিতভাৱে শাৰীৰিক পৰিশ্ৰম বা ব্যায়াম কৰা মানুহৰ টোপনি বেছি ভাল হয়।

সুনিদ্ৰাৰ আটাইতকৈ ডাঙৰ শত্ৰু হ'ল মানসিক অশান্তি আৰু অপৰাধবোধ। দিনটোত নিয়মিতভাৱে শাৰীৰিক পৰিশ্ৰম বা ব্যায়াম কৰি টোপনিৰ কাৰণে শৰীৰটোক প্ৰস্তুত কৰি ৰাখিব। সদায় নিৰ্দিষ্ট সময়ত বিছনালৈ যোৱাৰ অভ্যাস কৰিব। নিৰ্মল বিবেক লৈ বিছনাত পৰিব। দিনটোৰ সকলো সমস্যা আৰু দুশ্চিন্তা বিছনালৈ কঢ়িয়াই নিনিব। কিবা সমস্যা থাকিলেও মনটোক এই বুলি বুজনি দিব যে টোপনি ক্ষতি কৰি সমস্যাবোৰৰ কথা ভাবি থাকিলে বা বিছনাত ছটফটাই থাকিলে সমস্যাৰ সমাধান নহ'ব। তাতকৈ বৰং শান্তিৰে আৰু গভীৰভাৱে টোপনি যাব পাৰিলে সমস্যাবোৰ সমাধান কৰিবলৈ আপোনাৰ শৰীৰটোৱে আৰু মনটোৱে বেছিকৈ বল পাব।

শোৱাৰ আগতে গুৰুপাকী আহাৰ নকৰিব। বয়সীয়া মানুহে ৰাতি কমকৈ খোৱাৰ অভ্যাস কৰিব। হজমৰ গোলমাল কৰিব পৰা বা পেটত গেছ সৃষ্টি কৰিব পৰা কোনো আহাৰ নাখাব।

টোপনি বেছি ভাল কৰিবলৈ এখন বিছনাত এজন মানুহ অকলে শোৱাটো বেছি ভাল। গোটেই ৰাতি যে গভীৰভাৱে টোপনি যাব লাগিব তাৰ কোনো মানে নাই। এটা ৰাতিৰ ভিতৰতে টোপনি গধুৰ আৰু পাতল হয়। ছয়ঘণ্টাৰ পাতল টোপনিতকৈ দুঘণ্টাৰ গভীৰ টোপনি স্বাস্থ্যৰ কাৰণে যথেষ্ট।

# নিদ্ৰাহীনতাৰ (Insomnia) প্ৰতিকাৰ কি?

নিদ্ৰাহীনতাৰ বহুতো কাৰণ থাকিব পাৰে। কিন্তু প্ৰধান কাৰণ হ'ল মানসিক উদ্বিগ্নতা, ভীতিগ্ৰস্ততা আৰু উত্তেজনা। বৰ্তমান যুগত নিদ্ৰাহীনতাই এটা প্ৰধান স্বাস্থ্য-সমস্যা ৰূপে দেখা দিছে। আমাৰ দেশৰ হিচাপটো মই নাজানো, কাৰণ এইবোৰ বিষয়ৰ অধ্যয়ন আমাৰ দেশত বৈজ্ঞানিক প্ৰণালীৰে কৰা নহয়। কিন্তু এটা সমীক্ষাৰ পৰা জনা গৈছে যে আমেৰিকা যুক্তৰাষ্ট্ৰত শতকৰা ৫২ ভাগ মানুহে কিবা নহয় কিবা এক প্ৰকাৰৰ নিদ্ৰাহীনতাত ভোগে। বহুতে টোপনি অনা ঔষধ নোখোৱাকৈ বিছনালৈ যাব নোৱাৰে। বৰ্তমান যুগৰ উত্তেজনাপূৰ্ণ জীৱন প্ৰণালীয়েই তাৰ কাৰণে প্ৰধানকৈ দায়ী।



আমাৰ দেশতো বহুত মানুহৰ কাৰণে ই এটা ডাঙৰ সমস্যা। মই নিজে শৈশৱকালৰে পৰা এই সমস্যাত ভুগি আছোঁ। কিন্তু উত্তেজনাপূৰ্ণ জীৱন-যাপন মোৰ ক্ষেত্ৰত ভাল টোপনি নোহোৱাৰ কাৰণ হ'ব নোৱাৰে। মই দিনটোত বেছিভাগ সময় লিখা-পঢ়া কৰি এটা শান্ত জীৱন-যাপন কৰোঁ। কিন্তু কম বয়সৰ পৰাই মোৰ ভাল টোপনি নোহোৱাৰ দুটা প্ৰধান কাৰণ মই অনুমান কৰোঁ। এটা হ'ল মোৰ আবেগপ্ৰৱণ স্বভাৱ আৰু মনটোক চিন্তা-মুক্ত কৰি ৰখাৰ কামত মোৰ অপাৰগতা। উদাহৰণস্বৰূপে ৭-৮ বছৰ বয়সতো মই মা-দেউতাৰ মৃত্যুৰ কথা চিন্তা কৰি বহুত ৰাতিলৈকে টোপনি যাব পৰা নাছিলো। যেই যিকোনো এটা কথাত বেছিকৈ চিন্তা কৰি থাকি বহুত ৰাতিলৈকে উজাগৰে থকাটো মোৰ কাৰণে এটা স্থায়ী বদ-অভ্যাসত পৰিণত হ'ল। মোৰ বেয়া টোপনিৰ আনটো কাৰণ হ'ল অনাহকত দুশ্চিন্তা কৰি থকাৰ অভ্যাস (Anxiety) আৰু খুব সম্ভৱ এটা গোপন অপৰাধ-বোধ। বেয়া কামো কৰোঁ, কিন্তু মোৰ বিবেকৰ শাসনো প্ৰবল। বহুত সময়ত অপৰাধী বিবেকে মানুহৰ নিদ্ৰা হৰণ কৰে। সেই কাৰণে মই নিজকো কওঁ আৰু আনকো কওঁ যে নিদ্ৰাহীনতাৰ এটা মহৌষধ হ'ল নিৰ্মল বিবেক। ৰাতি নিৰ্মল বিবেকেৰে যি মানুহে বিছনালৈ যাব পাৰে তেওঁৰ টোপনি ভাল হয়।

যিসকল লোকৰ কাৰণে নিদ্ৰাহীনতা এটা ডাঙৰ সমস্যা তেওঁলোকে শৱাসনকে ধৰি নানা ধৰণৰ ব্যায়াম কৰি টোপনি আনিব পাৰে। সেইবোৰ কথালৈ অলপ পিছত আহিম।

ৰাতি সোনকালে টোপনি নহাৰ বা ভালকৈ টোপনি নোহোৱাৰ এটা প্ৰধান কাৰণ হ'ল টোপনি নাহিব বুলি কৰি থকা ভয়। ধৰি লওক আপোনাৰ টোপনিৰ সমস্যা আছে। আপুনি যদি বিছনাত পৰিয়েই ভাবিবলৈ আৰম্ভ কৰি দিয়ে যে "আজি মোৰ সোনকালে টোপনি অহাৰ আশা নাই, টোপনি নাহিলে মই

কি কৰিম, বিছনাত ছট্‌ফটাই থাকি ৰাতিটো শেষ কৰি দিব লাগিব নেকি, ভালকৈ টোপনি নাহিলে কাইলৈ মই ভালকৈ কাম-কাজ কৰিব নোৱাৰিম"— এইবোৰ চিন্তা যিমানেই আপোনাৰ মনলৈ আহি থাকিব, সিমানেই টোপনি দূৰলৈ গৈ থাকিব। টোপনি নাহিব বুলি ভয় কৰাটোৱেই হ'ল টোপনি নহাৰ এটা প্ৰধান কাৰণ। এই ভয় জয় কৰি আপুনি টোপনি আনিব কেনেকৈ? ইয়াৰ একমাত্ৰ প্ৰতিকাৰ হ'ল ভয়ৰ কাৰণটো জানি লৈ তাক নিৰ্মূল কৰা। টোপনি নাহিব বুলি আপুনি ভয় কৰে কিয়? তাৰ কাৰণটো হ'ল এই যে ৰাতি উজাগৰে থাকি বিছনাত ছট্‌ফটাই থাকিব লাগিব, মনলৈ দুশ্চিন্তা আহিব, টোপনি নোহোৱাৰ কাৰণে শৰীৰ দুৰ্বল হৈ পিছদিনা আপুনি ভালকৈ কাম-কাজ কৰিব নোৱাৰিব— এইবোৰ চিন্তাই আপোনাৰ আহিব ধৰা টোপনি দূৰলৈহে খেদি দিয়ে। কেৱল এনেধৰণৰ দুশ্চিন্তা বা ভয়েই টোপনি নহাৰ একমাত্ৰ কাৰণ নহয়। আনবোৰ কাৰণ হ'ল— ৰাতি পিন্ধা কাপোৰ-কানি যদি আৰামদায়ক নহয়, যদি আপোনাৰ যৌন অতৃপ্তি থাকে, বেছিকৈ গুৰুপাকী আহাৰ খোৱাৰ ফলত পেটটোৱে অশান্তি কৰি থাকে। টোপনিত ব্যাঘাত জন্মাব পৰা শাৰীৰিক কাৰণবোৰ আপুনি আগতেই দূৰ কৰি ল'ব। কিন্তু মনস্তাত্ত্বিক কাৰণত যদি আপোনাৰ টোপনি আহিব নোখোজে, তেন্তে আপুনি টোপনিৰ বিষয়ে যিমানেই চিন্তা কৰিব সিমানেই টোপনিয়ে আপোনাৰ পৰা পলাই ফুৰিব। এই কথা মনত ৰাখিব যে টোপনি নাহিব বুলি কৰি থকা ভয় টোপনি নোহোৱাতকৈ শৰীৰৰ কাৰণে বেছি ক্ষতিকাৰক। সেইকাৰণে টোপনি আহিব নুখুজিলে তাৰ লগত যুঁজ-বাগৰ কৰি নাথাকি এখন কিতাপ্ পঢ়িব বা এটা শান্তি-দায়ক গান শুনিব বা বাহিৰলৈ ওলাই গৈ মুকলি বতাহত কিছু সময় খোজ কাঢ়িব। গধূলি বা আবেলি ঘণ্টাত তিনি মাইল বেগেৰে আধাঘণ্টা খোজ কাঢ়িলেও টোপনি অহাত সহায় হয়। কিন্তু যিবোৰ মানুহে শাৰীৰিক পৰিশ্ৰম কৰি জীৱন নিৰ্বাহ কৰে, তেওঁলোকে এইবোৰ কৰাৰ একো দৰকাৰ নাই। পৰিশ্ৰমৰ ভাগৰেই তেওঁলোকৰ কাৰণে টোপনিৰ মহৌষধ। কিন্তু বহি বহি কাম কৰা মানুহে সোনকালে টোপনি আনিবৰ কাৰণে তলত লিখা আসনটো কৰিলে পৰম উপকাৰ পাব।

শুবলৈ বিছনাত পৰি ওপৰমুৱা হৈ শুই লওক। হাত দুখন গাৰ দুয়োফালে শিথিল কৰি পেলাই থব। ভৰি দুখন এহাতমান ফাঁক কৰি ৰাখিব। এতিয়া চকু মুদি ধীৰে ধীৰে দীঘলকৈ উশাহ ল'ব আৰু ধীৰে ধীৰে দীঘলকৈ উশাহ এৰিব। নাকেৰে উশাহ-নিশাহ অহা-যোৱা কৰাৰ বাহিৰে আন একো কথালৈ মন নিদিব। সমস্ত মনোযোগ নিবদ্ধ কৰিব কেৱল উশাহৰ অহা-যোৱা অনুভৱ কৰাৰ ওপৰত। আপুনি ক'ব নোৱৰাকৈয়ে আপোনা-আপুনি টোপনি আহিব। টোপনি নাহিলেও আপোনাৰ শৰীৰে টোপনিৰ পৰা পাব পৰা আটাইখিনি উপকাৰ পাব। এইবোৰ উপদেশ মই নিজৰ জ্ঞানৰ পৰা দিয়া নাই। ডাঙৰ ডাক্তৰৰ কিতাপ পঢ়ি শিকা কথা আপোনালোকক কৈছোঁ। ধৈৰ্য ধৰি অভ্যাস কৰিলে উপকাৰ নোপোৱাকৈ নাথাকে।

মানুহৰ জীৱনত কেতিয়াবা এনেকুৱা ঘটনা ঘটে— যিবোৰ ঘটনাই ৰাতিৰ পিছত ৰাতি ধৰি আপোনাৰ নিদ্ৰা হৰণ কৰে। আপোনাৰ যদি আপোনজনৰ দুৰাৰোগ্য বেমাৰ হয়, কাৰোবাৰ মৃত্যু হয়, আপোনাৰ হঠাৎ চাকৰি যায়, ঘৰুৱা কন্দল হয়— এইবোৰ ঘটনাই আপোনাক ভীষণ মানসিক যন্ত্ৰণা দি আপোনাৰ চকুৰ টোপনি নোহোৱা কৰিব পাৰে। এনেকুৱা চৰম মানসিক যন্ত্ৰণা হ'লে ডাক্তৰে আপোনাক কেইদিনমানৰ কাৰণে শ্লিপিং পিল খাবলৈ দিব পাৰে। আজিকালি বহুতো উন্নত আৰু নিৰাপদ শ্লিপিং পিল ওলাইছে। শ্লিপিং পিলে শৰীৰৰ একো অপকাৰ নকৰে। কিন্তু ভয়ৰ কথা এইটোহে যে বহুত দিন ধৰি শ্লিপিং পিল খোৱাৰ অভ্যাস কৰিলে লাহে লাহে সি কাম নকৰা হৈ আহে। তেতিয়া শ্লিপিং পিলৰ পৰিমাণ বঢ়াই যাবলৈ আপোনাৰ মন যাব পাৰে। সেইটো বৰ বিপদৰ কথা। সেই কাৰণে সাময়িকভাৱে শ্লিপিং পিল খাবলৈ বাধ্য হ'লেও তাক সদায় খোৱাৰ অভ্যাস নকৰিব। ওপৰত লিখা আনবোৰ উপদেশ পালন কৰি টোপনি আনিবলৈ চেষ্টা কৰিব। ধৈৰ্য আৰু ইচ্ছা-শক্তি থাকিলে একো কামেই অসম্ভৱ নহয়।

# স্বাস্থ্য আৰু যৌনতা (Sex)

সৌ সিদিনালৈকে মানুহৰ যৌন জীৱনৰ বিষয়ে খোলাখুলি আলোচনা কৰা নহৈছিল। ফলত স্বাস্থ্যৰ লগত যে যৌন জীৱনৰ এটা এৰাব নোৱৰা সম্পৰ্ক আছে সেই কথা মানুহক বুজাই কোৱা হোৱা নাছিল। জীৱনৰ এনে এটা গুৰুত্বপূৰ্ণ বিষয় মুকলিভাৱে আলোচনা নোহোৱাৰ ফলত ছেক্স সম্পৰ্কে মানুহৰ মনত ভুল ধাৰণা আৰু অন্ধবিশ্বাস প্ৰচলিত হৈ আহিছে। অনেক ক্ষেত্ৰত ইয়াৰ পৰিণামো অতি ভয়াবহ হৈছে। উদাহৰণস্বৰূপে মানুহৰ শৈশৱ আৰু কৈশোৰ কালত স্বপ্ন-দোষ এটা অতি স্বাভাৱিক ঘটনা। ই প্ৰকৃতিৰ এটা নিজস্ব কৌশল। কিন্তু সৌ-সিদিনালৈকে এনেকুৱা ভুল কথা প্ৰচাৰ কৰা হৈছিল যে স্বপ্ন-দোষ এটা মাৰাত্মক সমস্যা। ই স্বাস্থ্যৰ অপূৰণীয় ক্ষতি কৰে। কিন্তু স্বপ্নদোষে নহয়, এই অমূলক ভয় বা আতংকই বহুতো কিশোৰৰ জীৱন বিভীষিকাময় কৰি ৰাখিছিল। এনেকুৱা আৰু অনেক উদাহৰণ দিব পাৰি।

কিন্তু এতিয়া বৈজ্ঞানিকভাৱে এই কথা স্বীকৃত হৈছে যে বিবাহিত জীৱনত বা পৰিণত বয়সত নাৰী-পুৰুষৰ মাজত সন্তোষজনক যৌন-সম্পৰ্ক স্থাপিত নহ'লে সি স্বাস্থ্যৰ ভীষণ ক্ষতি কৰে। কোনেও মুখ খুলি স্বীকাৰ নকৰিলেও এইটো সকলোৱে জনা কথা যে সুস্থ আৰু সন্তোষজনক যৌন সম্পৰ্কৰ অভাৱেই বিবাহিত জীৱনৰ ৫০ শতাংশ অশান্তিৰ এটা প্ৰধান কাৰণ। এটা সমীক্ষাৰ পৰা জনা গৈছে যে শতকৰা ৫০ ভাগ ভাৰতীয় দম্পতীৰে যৌন জীৱন স্বাস্থ্যকৰ আৰু স্বাভাৱিক নহয়। এই ৫০ ভাগ মানুহৰ ভিতৰত স্বামী বা পত্নী যিকোনো এজনেই বা দুয়ো স্থায়ীভাৱে যৌন অশান্তিত ভোগে। বাকী ৪০ ভাগৰ যৌন জীৱন সম্পূৰ্ণ যান্ত্ৰিক আৰু নিৰানন্দ। একমাত্ৰ ১০ ভাগ দম্পতীয়েহে সম্পূৰ্ণ সুখী আৰু সুস্থ যৌন জীৱন যাপন কৰে। এই পৰিসংখ্যাৰ পৰা জনা যায় যে খুব কম মানুহেইহে সম্পূৰ্ণ সুখী আৰু পৰিতৃপ্ত জীৱন যাপন কৰে। এই কথাও প্ৰমাণিত হয় যে বেছিভাগ মানুহৰে সুস্থ আৰু আনন্দদায়ক যৌন-জীৱনৰ কৌশল সম্পৰ্কে ন্যূনতম জ্ঞানখিনিও নাই। এই অজ্ঞতাই স্বাস্থ্যৰো ক্ষতি কৰে।

সু-স্বাস্থ্য পাব খোজা সকলো মানুহেই এই কথা জানি লোৱা উচিত যে ছেক্সেও স্বাস্থ্যৰ ক্ষেত্ৰত এটা গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। টোপনিৰ প্ৰয়োজন যেনেকৈ সকলো মানুহৰ সমান নহয়, ঠিক তেনেকৈ ছেক্সৰ প্ৰয়োজনো ব্যক্তি-ভেদে বেলেগ বেলেগ হ'ব পাৰে। কিন্তু অন্ততঃ দুঘণ্টামানৰ কাৰণে হ'লেও গভীৰ টোপনিৰ অভাৱে স্বাস্থ্যৰ ক্ষতি কৰে, আৰু দীৰ্ঘস্থায়ী অনিদ্ৰাত ভোগা মানুহৰ স্বাস্থ্য ভাগি পৰে। তেনেকৈ ছেক্সৰ নিম্নতম প্ৰয়োজনখিনি পূৰণ নহ'লেও মানুহৰ স্বাস্থ্যৰ ক্ষতি হয়। পুৰুষতকৈ তিৰোতাৰ যৌন সমস্যা বেছি জটিল। তাৰ কাৰণ হ'ল, হাজাৰ বছৰ ধৰি পুৰুষ আৰু তিৰোতা উভয়কে এই বিষয়ে ভুল শিক্ষা দিয়া হৈছিল। এতিয়া কথাবোৰ বহু পৰিমাণে সলনি হৈছে। আধুনিক শিক্ষাই পুৰুষ আৰু তিৰোতা উভয়কে নিজৰ যৌন-অধিকাৰ সম্পৰ্কে সচেতন কৰি তুলিছে। সকলো মানুহৰ কাৰণে যৌন-শিক্ষা সহজলভ্য কৰি তুলিবলৈ বজাৰত হাজাৰ হাজাৰ কিতাপ ওলাইছে। সকলো দম্পতীয়ে এনেকুৱা ভাল কিতাপ পঢ়ি নিজৰ যৌন জীৱন সুস্থ আৰু আনন্দদায়ক কৰি তুলিবলৈ চেষ্টা কৰা উচিত। তাৰ ফলত তেওঁলোকৰ স্বাস্থ্যৰো উন্নতি হ'ব।

স্বাস্থ্যৰ ক্ষেত্ৰত ছেক্সৰ উপকাৰিতাৰ সম্পৰ্কে এজন বিশ্ববিখ্যাত ডাক্তৰৰ এটা উক্তি তলত দিয়া হ'ল—

**"Make love and save your heart... A healthy night of sex is nature's tranquilliser, reducing stress and creating a general feeling of relaxation and well being."**

**–Dr. Eugene Scheimann**

# অধিক মাছত বগলি-কণা

এই কিতাপখনৰ নাম ৰখা হৈছে "স্বাস্থ্য ৰক্ষাৰ সহজ নিয়ম"। স্বাস্থ্যৰ বিষয়ে মানুহে জানিব লগীয়া কথা ইমান আছে যে সেই গোটেইবোৰ কথা লিখি এখন কিতাপৰ এহেজাৰ পৃষ্ঠা ভৰাব পাৰি। কিন্তু স্বাস্থ্যৰ বিষয়ে দীঘলীয়া কিতাপ লিখিলে বেছিভাগ মানুহৰে অৱস্থা হ'ব অধিক মাছত বগলি-কণা হোৱাৰ নিচিনা। বেছিভাগ মানুহেই স্বাস্থ্য ৰক্ষাৰ বিষয়ে তেওঁলোকে জনা সাধাৰণ নিয়মবোৰকে পালন নকৰে। তেনে স্থলত তেওঁলোকক বহুত নিয়ম শিকাই একো লাভ নাই। যিকেইটা কথা নাজানিলেই নহয় কেৱল সেইকেইটা কথাহে তেওঁলোকক মনত পেলাই থাকিলেহে স্বাস্থ্য ভালে ৰাখিবলৈ তেওঁলোকক সহায় কৰা হ'ব। প্ৰথম অধ্যায়ত যিখিনি কথা কোৱা হ'ল কেৱল সেইখিনি পালন কৰি কোনো মানুহে অসাধাৰণ ব্যায়ামবীৰ বা দৈত্যসম শক্তিশালী মানুহ হ'ব নোৱাৰে। সৰ্বসাধাৰণ মানুহে কেৱল বিচাৰে সাধাৰণভাৱে স্বাস্থ্যবান জীৱন-যাপন কৰি সুখে-সন্তোষে জীৱনৰ দিনকেইটা কটাবলৈ। তাৰ কাৰণে প্ৰথম অধ্যায়ত লিখা উপদেশখিনি পালন কৰিলেই যথেষ্ট হ'ব।

আন কথালৈ যোৱাৰ আগতে স্বাস্থ্য-বিধি সম্পৰ্কে প্ৰচলিত হৈ থকা কেইটামান ভুল ধাৰণা তলত উল্লেখ কৰা হ'ল। যিহেতু মই নিজে ডাক্তৰ নহওঁ, সেই কাৰণে মই এই তথ্যকেইটা সংগ্ৰহ কৰিছোঁ ডাঃ খ্ৰীষ্টিয়ান বাৰ্ণাৰ্ডৰ এখন কিতাপৰ পৰা।

ব্যাপকভাৱে প্ৰচলিত হৈ থকা এটা ভুল ধাৰণা হ'ল এই যে আধুনিক জীৱনৰ তীব্ৰ গতিবেগ আৰু উত্তেজনাই (Stress) বহুতো নতুন ৰোগৰ সৃষ্টি কৰিছে। কিন্তু বহুতো ডাক্তৰৰ মতে এই কথা ভুল। এনেকুৱা বহুত বেমাৰ আগতেও আছিল। কিন্তু চিকিৎসা বিজ্ঞানে সেইবোৰ চিনাক্ত কৰিব পৰা নাছিল। মানুহৰ জীৱনত নতুন নতুন ৰোগ হোৱাৰ আন এটা কাৰণ হ'ল এই যে বৰ্তমান যুগৰ মানুহ আগৰ যুগৰ সকলো মানুহতকৈ বেছি দিন জীয়াই থাকে। মানুহৰ নতুন নতুন ৰোগ হোৱাৰ সিও এটা ডাঙৰ কাৰণ। উদাহৰণ স্বৰূপে আজিকালি কেঞ্চাৰ আগতকৈ বেছি হোৱা হৈছে। মানুহৰ আয়ুস বঢ়াৰ লগে লগে কেঞ্চাৰৰ সম্ভাৱনাও বাঢ়ে। বেছি বয়সলৈকে জীয়াই থকা মানুহৰ হাড়ৰ ক্ষয় যি পৰিমাণে হয়, কম বয়সতে মৰা মানুহৰ সেই পৰিমাণে নহয়। সেই কাৰণে নতুন নতুন ৰোগ হোৱাৰ কাৰণে কেৱল আধুনিক জীৱনৰ ষ্ট্ৰেছকে জগৰীয়া কৰাটো বোধহয় উচিত নহ'ব।

দ্বিতীয়তে, ষ্ট্ৰেছৰ পৰিমাণো সঁচাকৈয়ে আগতকৈ বাঢ়িছে জানো? উদাহৰণ স্বৰূপে লণ্ডন বা দিল্লীৰ এজন ডাক্তৰৰ কথাই ধৰক। দৰিদ্ৰ গাঁওবোৰত দৰিদ্ৰ নিৰক্ষৰ খেতিয়কসকলে যেনেকৈ সকলো সময়তে অনাবৃষ্টি, বানপানী, দুৰ্ভিক্ষ, মহামাৰী আৰু সুদখোৰ মহাজনৰ আতঙ্কত দিন কটাবলগীয়া হয়, তাৰ তুলনাত বৰ্তমান যুগৰ এজন ডাক্তৰ বা ইঞ্জিনীয়াৰ বা প্ৰশাসকৰ জীৱন বহুগুণে শান্তিপূৰ্ণ নহয়নে? এক প্ৰকাৰে চাবলৈ গ'লে বৰ্তমান যুগৰ মানুহৰ দুশ্চিন্তা আৰু আতঙ্ক আগৰ সকলো যুগৰ মানুহতকৈ যথেষ্ট কম। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে ষ্ট্ৰেছ সমূলি নাই আৰু তাৰ ফলত মানুহৰ নতুন নতুন ৰোগ হোৱা নাই। ডাঃ হানছ্ ছেলি নামৰ এজন ডাক্তৰৰ মতে ষ্ট্ৰেছেই হ'ল মানুহৰ সচৰাচৰ হোৱা দহটা ৰোগৰ ভিতৰত নটা ৰোগৰ কাৰণে দায়ী। সেইটো হ'ব পাৰে। কিন্তু ডাঃ খ্ৰীষ্টিয়ান বাৰ্ণাৰ্ডে ক'ব খোজে যে আগৰ দিনতকৈ বৰ্তমান যুগত ষ্ট্ৰেছৰ পৰিমাণ খুব বেছি বঢ়া নাই।

সি যি কি নহওক, এইখন কিতাপৰ পৰিশিষ্টত ষ্ট্ৰেছৰ বিষয়ে এটা সুকীয়া প্ৰবন্ধ লিখা হৈছে।

# বেমাৰ হ'লে কি কৰিব?

স্বাস্থ্যৰ যত্ন ল'লেই যে কেতিয়াও একো বেমাৰ নহ'ব তাৰ কোনো মানে নাই। পৃথিৱীৰ মাটি-পানী-বতাহত অসংখ্য প্ৰকাৰৰ Microbe অৰ্থাৎ চকুৰে নমনা বা কোনো কোনো ক্ষেত্ৰত অণুবীক্ষণ যন্ত্ৰৰেও মনিব নোৱৰা বীজাণুৱে কিল-বিলাই আছে। এইবোৰে প্ৰাণীৰ দেহত প্ৰৱেশ কৰিব পাৰিলেই নানা ৰোগৰ সৃষ্টি কৰে। সিহঁতক যুদ্ধত পৰাস্ত কৰিবলৈ প্ৰকৃতিয়ে মানুহৰ শৰীৰত প্ৰচুৰ শক্তি জমা কৰি ৰাখিছে। শৰীৰটো সুস্থ আৰু সবল হৈ থকালৈকে এই বীজাণুবোৰে নিজৰ প্ৰাধান্য বিস্তাৰ কৰিব নোৱাৰে। অৰ্থাৎ সিহঁতে প্ৰাণীৰ দেহত ৰোগ সৃষ্টি কৰিব নোৱাৰে। কিন্তু শৰীৰটোক সকলো সময়তে সবল কৰি ৰখা সম্ভৱ নহয়। যিকোনো কাৰণতেই মানুহৰ শৰীৰ সাময়িকভাৱে দুৰ্বল হ'ব পাৰে। ৰোগৰ বীজাণুবোৰে সেই দুৰ্বলতাৰ সুযোগ লয়। তথাপিতো সকলো মানুহেই এই কথাটো মনত ৰখাটো উচিত যে শৰীৰৰ প্ৰতিৰোধ ক্ষমতা অটুট হৈ থকালৈকে কোনো ৰোগে শৰীৰক আক্ৰমণ কৰিব নোৱাৰে।

বেছিভাগ মানুহৰ তেনে সৌভাগ্য কাচিৎহে হয়। হেনৰি ডেভিড থৰো নামৰ এজন আমেৰিকাৰ দাৰ্শনিকে কেতিয়াবাই কৈ থৈ গৈছে যে মানুহে কেতিয়াও ৰোগৰ পৰা সম্পূৰ্ণ মুক্ত হৈ থাকিব নোৱাৰে। বেছিভাগ মানুহৰ ক্ষেত্ৰতেই এই কথা সত্য।

কিন্তু প্ৰশ্ন হৈছে— মাজে-সময়ে বেমাৰ হ'লে আপুনি কি কৰিব? প্ৰশ্নটোৰ উত্তৰ হ'ল এই যে বেমাৰ হ'লেই তৎক্ষণাত ডাক্তৰৰ ওচৰলৈ দৌৰি যোৱা উচিত নহয়। বহুতো ডাক্তৰৰ মতে বেছিভাগ বেমাৰৰ ক্ষেত্ৰতে দৰব খোৱাৰ একো দৰকাৰ নাই। মানুহৰ শৰীৰত বেমাৰ যিমান দিন থাকিব লাগে সিমান দিন থকাৰ পিছত এদিন সিহঁতে নিজে নিজেই বিদায় লয়। এই দাবীৰ সমৰ্থনত দুজন বিশ্ব-বিখ্যাত ডাক্তৰৰ উপদেশ উল্লেখ কৰিব পাৰি।

ওপৰত একাধিকবাৰ ডাঃ খ্ৰীষ্টিয়ান বাৰ্ণাৰ্ডৰ কথা কোৱা হৈছে। আকৌ তেওঁৰ কথাই মনলৈ আহিছে। তেওঁ কৈছে— "বেছিভাগ দৰবেই অদৰকাৰী। এখোজ আগবাঢ়ি গৈ ক'ব পাৰি যে বেছিভাগ বেমাৰ আপোনা-আপুনি ভাল হয়। দৰব খালে বেয়াহে হয়। এই কথা নিৰাপদে ক'ব পাৰি যে শতকৰা ৯০ ভাগ বেমাৰ নিজে নিজেই ভাল হয়। বেমাৰৰো আয়ুস থাকে। এনেকুৱা বেছিভাগ ক্ষেত্ৰতে দৰব খোৱাৰ দৰকাৰ নাই। দৰব খালেও বেমাৰ ভাল কৰাত দৰবে নাম মাত্ৰ উপকাৰ কৰে। কিন্তু সি ৰোগীক অলপমান আৰাম দিয়ে। উদাহৰণ স্বৰূপে, বেছিভাগ কাহৰ দৰবেই কাহ ভাল কৰাত একো সহায় নকৰে। ই অৱশ্যে সুৰ সুৰণি ভাবটো আৰু বুকুত জমা হোৱা কফখিনিৰ কিছু দূৰ কৰি ৰোগীক অলপ আৰাম দিয়ে। কিন্তু এইবোৰ দৰবৰ পাৰ্শ্ব-ক্ৰিয়া যথেষ্ট ক্ষতিকৰ। সেই কাৰণে জ্ঞানী মানুহে আজিকালি কোনো ধৰণৰ দৰব নাখায়।"

ডাঃ লিউইছ টমাছ এজন বিশ্ববিখ্যাত বিজ্ঞানী আৰু ডাক্তৰ। তেওঁ লিখা কেবাখনো কিতাপ বৈজ্ঞানিক মাষ্টাৰপিচ বুলি পৰিগণিত হৈছে। তেওঁ কৈছে— "বেছিভাগ ডাক্তৰৰে এটা গোপন ৰহস্য থাকে— যিটো

ৰহস্য একমাত্ৰ তেওঁলোকৰ পত্নীসকলেহে জানে। সেই ৰহস্যটো হ'ল এই যে বেছিভাগ বেমাৰেই ডাক্তৰৰ সহায় নোলোৱাকৈ আপোনা-আপুনি ভাল হৈ যায়।"

কিন্তু কিছুমান বেমাৰ আছে যিবোৰৰ চিকিৎসাৰ কাৰণে আপুনি ডাক্তৰৰ উপদেশ আৰু চিকিৎসা ল'বই লাগিব। অৱশ্যে বেমাৰ হোৱা মাত্ৰকতে আপুনি ডাক্তৰৰ ওচৰলৈ দৌৰ মাৰি নগ'লেও হ'ব পাৰে। যিবোৰ সাধাৰণ ৰোগৰ চিকিৎসা আপুনি নিজৰ ঘৰতে নিজে কৰিব পাৰে, তেনেকুৱা কেইটামান বেমাৰৰ কথা মই এইটো অধ্যায়তে লিখিম। কোৱা বাহুল্য মাত্ৰ যে ডাক্তৰৰ কিতাপ-পত্ৰ পঢ়িহে সেই কথাবোৰ লিখিছোঁ, গতিকে আপুনি নিৰ্ভয় মনেৰে সেইবোৰ উপদেশ পালন কৰিব পাৰে। কোনবোৰ বেমাৰৰ ক্ষেত্ৰত আৰু কেতিয়া আপুনি ডাক্তৰৰ ওচৰলৈ যাব লাগিব, সেই কথাও লিখা হ'ব। মনত ৰাখিবলগীয়া কথাটো হ'ল এই যে নিজে নিজে ৰোগৰ প্ৰাথমিক চিকিৎসা কৰিব জনাটো হ'ল স্বাস্থ্য-ৰক্ষাৰ এটা প্ৰধান চৰ্ত।

ওঠৰ শতিকাৰ ফ্ৰান্সৰ এজন ডাঙৰ দাৰ্শনিক আছিল ভল্‌তেয়ৰ। পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ দহজন ভাবুকৰ ভিতৰত তেওঁক এজন বুলি ধৰা হয়। ৰোগৰ বিষয়ে তেওঁ এটা অতি মূল্যবান কথা কৈছিল— যিটো কথা আপোনালোক সকলোৱে সকলো সময়তে মনত ৰখা উচিত। তেওঁ কৈছিল— "প্ৰত্যেকজন মানুহেই নিজে নিজৰ চিকিৎসক হোৱা উচিত। আপুনি নিজৰ বিষয়ে যিমান কথা জানে সিমানখিনি কথা জনাটো কোনো চিকিৎসকৰ পক্ষে সম্ভৱ নহয়। ৰোগ আৰোগ্য কৰিবলৈ প্ৰকৃতিক সহায়হে কৰিব; প্ৰকৃতিক জোৰ নকৰিব। সহজে হজম হোৱা পৰিমিত আৰু পুষ্টিকৰ আহাৰ খাব। আমি যি আহাৰ হজম কৰিব নোৱাৰোঁ সেই আহাৰ আমাৰ শৰীৰৰ কোনো কামত নালাগে। হজমী শক্তি কিহে বঢ়ায়? ব্যায়ামে। শৰীৰৰ হেৰুওৱা শক্তি কিহে উদ্ধাৰ কৰে? টোপনিয়ে। দুৰাৰোগ্য বেমাৰ বা মানসিক অশান্তিক কিহে আৰোগ্য কৰে? ধৈৰ্যই।"

মাত্ৰ কেইটামান বাক্যতেই স্বাস্থ্যৰ বিষয়ে বেছি মূল্যবান উপদেশ আন কোনোবাই দিয়াৰ কথা অন্ততঃ মই নাজানো।

# কেইটামান সাধাৰণ ৰোগ

## (১) পেটৰ গোলমাল

সকলো মানুহৰ এটা সাধাৰণ অসুখ হ'ল পেটৰ অসুখ বা হজমৰ গোলমাল। শৌচ কচা হোৱা, পেট চলা, পেট ফুলা, বুকুৰ জ্বলা-পোৰা, হঠাৎ কেতিয়াবা বমিৰ ভাব— এনেকুৱা পেটৰ অসুখবোৰ সদায় নহ'লেও মাজে-সময়ে হৈয়েই থাকে। সহজে হজম কৰিব নোৱৰা বেয়া খাদ্য খালে সেইটো হ'ব পাৰে। মানসিক উত্তেজনা বা অশান্তি হ'লেও পেটৰ গোলমাল হয়। যিবিলাক মানুহে সকলো সময়তে বিৰক্তি আৰু অশান্তি অনুভৱ কৰি থাকে, তেওঁলোকৰ শৌচৰ গণ্ডগোল হোৱাটো স্বাভাৱিক কথা হৈ পৰে। কিছুমান মানুহৰ এনেকুৱা অসুখ সদায় নহয়; কিবা বিশেষ কাৰণ ঘটিলে মাজে-সময়ে হয়। কিন্তু কিছুমান মানুহৰ এনেকুৱা অসুখ সদায় লাগিয়ে থাকে। তাৰ কাৰণটো ডাক্তৰসকলেও আজিলৈকে বিচাৰি উলিয়াব পৰা নাই। অথচ ডাক্তৰসকলে বিশ্বাস কৰে যে পানীলগা জ্বৰৰ নিচিনাকৈয়েই ইও সচৰাচৰ হৈ থকা এটা সাধাৰণ অসুখ। ডাক্তৰৰ ভাষাত এই অসুখক ইংৰাজীত কোৱা হয়— Irritable Bowel Syndrome (IBS)।

আশাৰ কথা এইটোৱেই যে এই বেমাৰে কাকো নামাৰে বা সি আন কোনো জটিল ৰোগৰো সৃষ্টি নকৰে।

আপোনাৰো যদি এই সমস্যা আছে, তেন্তে আপুনি কি কৰিব? চেনি, মিঠাই আৰু চেনিযুক্ত আহাৰ কমকৈ খাব। মনৰ অশান্ত বা উত্তেজিত অৱস্থাত একো বস্তু নাখাব। যি খায় তাকে শান্ত পৰিৱেশত ধীৰে-সুস্থিৰে লাহে লাহে চোবাই খাব। এনেকুৱা সমস্যা থকা মানুহে বটলত কিনিবলৈ পোৱা পৰিশোধিত ফলৰ ৰস নাখাব। গাখীৰ হজম কৰিব নোৱাৰিলে আহাৰৰ তালিকাৰপৰা তাক বাদ দিব। শৌচ কচা বা পেট চলা হ'লে ডাক্তৰৰ পৰামৰ্শ নোলোৱাকৈ নিজে দৰব কিনি নাখাব। চাহ আৰু কফি জাতীয় বস্তু খুব কমাই খাব। পাৰিলে বাদেই দিব। দিনটোত পুৱা-গধূলি দুবাৰকৈ নীৰৱে আৰু গভীৰ মনোযোগ দি ধ্যান বা প্ৰাৰ্থনা কৰিব। বহুত দিন ধৰি এই নিয়মবোৰ পালন কৰিলে আপোনাৰ পেটৰ গোলমাল লাহে লাহে ভালৰ ফালে আহিব।

## (২) শৌচ কচা হোৱা

বহুত মানুহৰ কাৰণে শৌচ কচা হোৱাটো এটা ডাঙৰ সমস্যা। ই তেওঁলোকৰ জীৱনৰ সুখ-শান্তি বহু পৰিমাণে নোহোৱা কৰে। শৌচ কচা হোৱাৰ লক্ষণটো হ'ল এই যে কিছুমান মানুহে একেলেথাৰিয়ে কেইবাদিনো ধৰি শৌচ নকৰে বা কৰিব নোৱাৰে; আন কিছুমান মানুহে প্ৰতিদিনে পায়খানালৈ যায় যদিও শৌচ কৰিবলৈ তেওঁলোকে খুব জোৰ দিব লগা হয়।

কিছুমান নিয়ম নিষ্ঠাৰে পালন কৰিলে আপুনি নিজে নিজেই এই সমস্যাৰ সমাধান কৰিব পাৰে। পালন কৰিবলগীয়া নিয়মকেইটা হ'ল— আঁহ যুক্ত আহাৰ বিশেষকৈ শাক-পাচলি আৰু ফল-মূল বেছিকৈ খাব লাগে। যথেষ্ট পৰিমাণে পানী খাব লাগে। পানী কমকৈ খোৱা বা একেবাৰে নোখোৱা মানুহৰ এই অসুখ বেছিকৈ হয়। গাখীৰ আৰু গাখীৰৰ পৰা তৈয়াৰী সকলো খাদ্য কিছুদিন নোখোৱাকৈ থাকি তাৰ ফলাফল চাব পাৰে। গাখীৰ আৰু গাখীৰৰ পৰা তৈয়াৰী খাদ্যকো শৌচ কচা হোৱাৰ এটা কাৰণ বুলি সন্দেহ কৰা

হয়। নিয়মিতভাৱে ব্যায়াম কৰিলেও শৌচ কচা হোৱা সমস্যাৰ সমাধান হ'ব পাৰে। কেইটামান বিশেষ যোগাসন এই ক্ষেত্ৰত বেছি উপকাৰী। শৌচৰ বেগ অনুভৱ কৰক বা নকৰক আপুনি যদি সদায় এটা নিৰ্দিষ্ট সময়ত কিছু সময় ধৈৰ্য ধৰি পায়খানাত বহাৰ অভ্যাস কৰে, তেন্তে শৌচ বাহিৰ কৰা পেশীবোৰক এটা প্ৰশিক্ষণ দিয়া হয়। তেনেকৈ অভ্যাস কৰোঁতে কৰোঁতে এসময়ত কম পৰিমাণে হ'লেও আপোনাৰ শৌচ হ'বলৈ আৰম্ভ হ'ব পাৰে। সদায় এটা নিৰ্দিষ্ট সময়ত পায়খানালৈ যোৱা অভ্যাসটো অতি গুৰুত্বপূৰ্ণ। ঠিক সেইদৰে শৌচৰ বেগ অনুভৱ হ'লে লগে লগে পায়খানালৈ নগৈ যিকোনো অজুহাতত তাক পিছুৱাই ৰখাটো অতি বেয়া অভ্যাস। তাৰ ফলত শৌচ কচা হোৱাটোৱেই এটা নিয়মত পৰিণত হয়।

এইবোৰ নীতি পালন কৰিলেও যদি আপোনাৰ একো উপকাৰ নহয়, বা শৌচত মাজে মাজে তেজ দেখা যায়, তেতিয়াহ'লে আপুনি ডাক্তৰৰ কাষ চাপিবই লাগিব। শৌচ কচা হোৱা মানুহৰ শৌচত তেজ বাহিৰ হোৱাটো কেঞ্চাৰকে ধৰি নানা জটিল বেমাৰৰ লক্ষণ হ'ব পাৰে।

## (৩) পিঠিৰ বিষ

পেটৰ গোলমালৰ নিচিনাকৈ পিঠিৰ বিষো এনেকুৱা এটা সাধাৰণ ৰোগ যে একমাত্ৰ পানীলগাৰ লগতহে তাক তুলনা কৰিব পাৰি। বেছিভাগ পিঠিৰ বিষৰ কাৰণ শৰীৰৰ যান্ত্ৰিক বিজুতি, অৰ্থাৎ তাৰ উৎপত্তিৰ স্থল হ'ল হাড়ৰ জোৰা আৰু স্নায়ুতন্ত্ৰী। সেই কাৰণে বেছিভাগ পিঠিৰ বিষৰ আচল কাৰণ চিনাক্ত কৰাটো খুব টান কাম। আপুনি যদি আপোনাৰ একেটা পিঠিৰ বিষৰ সমস্যা লৈ ইজনৰ পিছত সিজন ডাক্তৰৰ ওচৰলৈ যায়, তেন্তে প্ৰত্যেকজন ডাক্তৰেই আপোনাৰ পিঠিৰ বিষৰ বেলেগ বেলেগ ব্যাখ্যা কৈ শুনাব।

শুনিবলৈ আচৰিত যেন লাগিলেও ভৰিত ভালকৈ খাপ নোখোৱা জোতাৰ পৰাও আপোনাৰ পিঠিৰ বিষ হ'ব পাৰে। তেনেকুৱা জোতাৰ পৰা আপোনাৰ হাড় আৰু পেশীবোৰে অনবৰত কষ্ট পাই থাকিলেও তাৰ পৰা হোৱা বিষ ক্ৰমে ক্ৰমে পিঠি আৰু কঁকাললৈকে বিয়পি পৰে। সেই কাৰণে জোতা কিনোতে সাৱধান হ'ব। ভৰিত আলফুলকৈ খাপ খাই পৰা আৰু আৰামদায়ক জোতাহে কিনিব।

পিঠিৰ বিষ আৰম্ভ হ'লে কোনো ধৰণৰ ব্যায়াম নকৰি কেইঘণ্টামানৰ কাৰণে বিছনাত পৰি জিৰণি লৈ থাকিব। অৱশ্যে তেজৰ চলাচল ঠিক ৰাখিবৰ কাৰণে কিছুসময় খোজ কাঢ়িব। কিন্তু দুদিনতকৈ বেছি সময় বিছনাত পৰি নাথাকিব। বিষ বেছি হ'লে ডাক্তৰৰ পৰামৰ্শ লৈ এচপিৰিন জাতীয় ঔষধ খাব। সদায় পোন হৈ খোজ কাঢ়িব। শৰীৰটো বেঁকা-বেঁকি কৰি শিথিল ভঙ্গীৰে বহিলে বা খোজ কাঢ়িলেও তেনেকুৱা অভ্যাস দীঘলীয়া হ'লে পিঠিৰ বিষ হ'ব পাৰে।

পিঠিৰ বিষ নোহোৱাকৈ ৰখাৰ এটা প্ৰধান উপায় হ'ল শৰীৰটো সুস্থ আৰু সবল কৰি ৰখা। পিঠিৰ পেশীবোৰ দুৰ্বল হ'লে সিহঁতে হাড়বোৰ খামুচি ধৰি ৰাখিব নোৱাৰে। গোটেই শৰীৰটোৰ লগতে পিঠিৰ পেশী সবল কৰি ৰাখিবলৈ নানা ধৰণৰ ব্যায়াম আছে। সেইবোৰৰ ভিতৰত কেইটামান বিশেষ যোগাসনেই আটাইতকৈ উপকাৰী। আনকি আমেৰিকান ডাক্তৰসকলেও সেই কথা স্বীকাৰ কৰিছে। ইয়াৰ আগৰ এটা অধ্যায়ত যোগাসন বাধ্যবাধক কৰাৰ কথা কোৱা হৈছে। নিয়মিতভাৱে যোগাসন কৰিলে আপোনাৰ পিঠিৰ বিষ হোৱাৰ সম্ভাৱনা বহু পৰিমাণে হ্ৰাস পায়। ধুমপানৰ অভ্যাসো পিঠিৰ কাৰণে অতি ক্ষতিকৰ। যিসকলৰ এই বদ-

অভ্যাস আছে, তেওঁলোকে এই মুহূৰ্ততে তাক ত্যাগ কৰক। হট ওৱাটাৰ বেগ বা গৰম পানীৰ বটলেৰে সেক দিলেও বহুতখিনি আৰাম পোৱা যায়।

এইবোৰ নিয়ম পালন কৰিলে বেছিভাগ পিঠিৰ বিষ আপোনা-আপুনি ভাল হয়। কিন্তু সকলো নিয়ম পালন কৰা সত্ত্বেও সি যদি ভাল নহয়, তেন্তে তাক এশিকনি দিবলৈ আপুনি ডাক্তৰৰ ওচৰলৈ যাবই লাগিব। তাৰ গত্যন্তৰ নাই।

## (৪) পেটফুলা বা পেটত বায়ু হোৱা

নানা কাৰণত মানুহৰ পেটত বায়ু জমা হৈ পেটটো ফুলি উঠে। বেছিকৈ পেট ফুলিলে শাৰীৰিক অস্বস্তি হয়। শুনাত ই এটা সাধাৰণ সমস্যা। কিন্তু এই সাধাৰণ সমস্যাইও কেতিয়াবা জটিল ৰূপ ধাৰণ কৰি মানুহক অশান্তি দিব পাৰে। পেটত বায়ু বেছিকৈ জমা হ'লে সি কেতিয়াবা উগাৰৰ ৰূপত আৰু বেছিভাগ সময়ত গুহ্যদ্বাৰেদি বায়ুৰ ৰূপত ওলাই যায়। এনেকুৱা বায়ু খুব দুৰ্গন্ধযুক্ত হয়। ফলত এজন মানুহ ৰাজহুৱা ঠাইত থকাৰ সময়ত তেওঁৰ যদি বায়ু ত্যাগ কৰিব লগীয়া অৱস্থা হয়, তেন্তে সেইটো তেওঁৰ কাৰণে আৰু ওচৰত থকা মানুহবোৰৰ কাৰণে অতি অস্বস্তিৰ কাৰণ হৈ পৰে। আনহাতে বায়ু ওলোৱাটো জোৰ কৰি বন্ধ কৰিবলৈ চেষ্টা কৰিলে সিও কষ্টদায়ক হয়। দিনটোত ৮ বাৰৰ পৰা ২০বাৰ লৈকে বায়ু ত্যাগ কৰিবলগীয়া হোৱাটো এটা স্বাভাৱিক ঘটনা। তাতকৈ বেছি হ'লে সি চিন্তাৰ কাৰণ হয়।

দিনটোত বেছিভাগ সময় বহি বহি কাম কৰিব লগীয়া মানুহৰ এই সমস্যা বেছিকৈ হয়। আহাৰ ভালকৈ হজম নোহোৱাটোৱেই হ'ল পেটত বায়ু জমা হোৱাৰ প্ৰধান কাৰণ। শ্বেতসাৰ জাতীয় খাদ্য, কবি, বীন আৰু শাক-পাচলিৰ নিচিনা বেছি আঁহযুক্ত খাদ্য, গাখীৰ আৰু গাখীৰৰ পৰা তৈয়াৰী খাদ্য— ঘাইকৈ এইবোৰ আহাৰ হজম কৰিব নোৱাৰিলেই পেটত গেছ জমা হয়। পেটত বায়ু সৃষ্টি কৰা আনবোৰ সাধাৰণ বস্তু হ'ল আপেল, কল, ফুলকবি, তিয়ঁহ, আইচক্ৰীম, মচুৰ দাইল, পিঁয়াজ, আলু, মূলা, বিলাহী ইত্যাদি। গেছ হোৱাৰ ভয়ত কোনেও এইবোৰ খাদ্য নোখোৱাকৈ নাথাকে, কিন্তু যিবোৰ মানুহৰ কাৰণে পেটৰ গেছ এটা ডাঙৰ সমস্যা হৈ পৰে, তেওঁলোকে নানা পৰীক্ষা-নিৰীক্ষা কৰি কোনবোৰ বস্তুৱে তেওঁলোকৰ পেটত বেছিকৈ গেছ সৃষ্টি কৰে সেই কথা নিজে জানি ল'ব পাৰে।

মুখেৰে পেটলৈ বায়ু সোমালেও পেট ফুলিব পাৰে। যিবিলাক মানুহে আহাৰ চোবাবলৈ সময় নলৈ সালপ-সালপকৈ খায়, তেওঁলোকৰ পেটলৈ মুখেদি বেছিকৈ বায়ু সোমায়। মুখেৰে কথা কৈ কৈ খালেও প্ৰত্যেকবাৰ কথা কওঁতেই মুখেদি পেটলৈ বায়ু সোমায়। সেই কাৰণেই কথা কমকৈ বা নোকোৱাকৈ আৰু খুব ধীৰে ধীৰে আহাৰ খাব লাগে। গেছ হোৱাৰ আন এটা কাৰণ হ'ল বিয়েৰ আৰু চৌডা জাতীয় পানীয় খোৱা।

নাকৰ বিভিন্ন অসুখৰ কাৰণে যিবোৰ মানুহৰ নাকত সকলো সময়তে অলপ পানী জমা হয়, তেওঁলোকে সেই পানী উশাহৰ লগত উজুৱাই পেটলৈ পঠিয়াব লগা হয়, আৰু তেতিয়া অনিবাৰ্যভাৱেই তেওঁলোকৰ পেটত গেছ জমা হয়। সাময়িকভাৱে গেছৰ সমস্যা দমন কৰি ৰাখিবলৈ ফাৰ্মাচিত বহু প্ৰকাৰৰ নিৰাপদ আৰু সস্তীয়া দৰব পোৱা যায়। বিশেষ প্ৰয়োজনৰ সময়ত কম পৰিমাণে সেইবোৰ ঔষধ খালে শৰীৰৰ কোনো ক্ষতি নহয়। আনহাতে গেছে সৃষ্টি কৰা সমস্যাও উপশম হয়।

## (৫) পেট চলা

সকলো মানুহৰেই মাজে-সময়ে পেট চলা বা ডায়েৰীয়া হ'ব পাৰে। পেট চলা একো ভয়ানক ৰোগ নহয়। অবাঞ্ছিত আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰিবলৈ শৰীৰৰ বা পাকস্থলীৰ এটা নিজস্ব কৌশল মাত্ৰ। বহু কাৰণত ডায়েৰীয়া হ'ব পাৰে। আহাৰৰ লগত পেটলৈ যোৱা বেক্টেৰিয়া, ভাইৰেল সংক্ৰমণ, ষ্ট্ৰেছ আৰু এণ্টিবায়টিক ঔষধ— ইত্যাদি বিভিন্ন কাৰণত পেটটোৱে মাজে মাজে বিদ্ৰোহ কৰে। এদিন বা দুদিন বাৰে বাৰে পায়খানালৈ যাব লগা হয়। তাৰ পিছত নিজে নিজেই সকলো ঠিক হৈ যায়।

তথাপি ডায়েৰীয়া হ'লে তলত লিখা কথাকেইটা মনত ৰাখিব।

ডায়েৰীয়া হৈ থকা সময়ত আঁহযুক্ত খাদ্য অৰ্থাৎ শাক-পাচলি, উদ্‌চ আটা বা ঘেঁহুৰে কৰা খাদ্য, বেছিভাগ ফল আৰু বিশেষকৈ আপেল এইবোৰ বস্তু নাখাব। সিজোৱা গাজৰ, ছাল চেলোৱা কুকুৰাৰ মঙহ, নিসনীয়া ভাত— এইধৰণৰ খাদ্য খাই থাকিলে ভাল। অৰ্থাৎ পেট চলি থকাৰ সময়ত কোনো ধৰণৰ গুৰুপাকী আহাৰ খাব নালাগে। অৱশ্যে ওপৰত ফল নাখাবলৈ কোৱা হ'ল যদিও কল খোৱা ভাল।

বুকু জ্বলা-পোৰাৰ কাৰণে যদি আগদিনা বেছিকৈ এণ্টাচিড টেবলেট খোৱা হয়, তেতিয়াহ'লেও পেট চলিব পাৰে। তেনে ক্ষেত্ৰত বেছি ভয় খোৱাৰ কাৰণ নাই।

ভ্ৰমণ কৰোঁতে বাটৰ কাষৰ ভিৰত বা ৰেলগাড়ীৰ ভিতৰত বিক্ৰী কৰা প্ৰস্তুত খাদ্য পৰাপক্ষত নোখোৱাই ভাল। সেইবোৰত বীজাণু থকাৰ সম্ভাৱনা খুব বেছি। আটাইতকৈ ভয় লগা বস্তুটো হ'ল পানী। ঘৰত উতলাই ঠাণ্ডা কৰা পানী ভ্ৰমণৰ সময়ত যথেষ্ট পৰিমাণে লৈ ফুৰিব লাগে। সেইটো কৰিব নোৱাৰিলে বা অতিৰিক্ত পানীৰ প্ৰয়োজন হ'লে বটলৰ মিনাৰেল পানী কিনি খাব।

পেট চলি থকাৰ সময়ত প্ৰচুৰ পৰিমাণে পানী খাব। পিয়াহ নালাগিলেও পানী খাব— দিনে অন্ততঃ দুই তিনি লিটাৰকৈ। পেট চলিলে শৰীৰৰ পৰা বহু পৰিমাণে জলীয় পদাৰ্থ বাহিৰ হৈ যায়। তাৰ ক্ষতিপূৰণ কৰাৰ দৰকাৰ। কেবাদিনো ডায়েৰীয়া হৈ শৰীৰ দুৰ্বল হ'লে দৰব দোকানৰ পৰা কিনা ইলেক্‌ট্ৰলাইট জাতীয় দৰব কিনি তাত লিখি থোৱা নিয়মবোৰ আখৰে আখৰে পালন কৰি খাব। পেট চলি থকা অৱস্থাত দৈ খোৱাটোও ভাল। দৈত থকা উপকাৰী বেক্টেৰিয়াই পেটত থকা অপকাৰী বেক্টেৰিয়াবোৰ ধ্বংস কৰে।

ডায়েৰীয়াৰ প্ৰকোপ বেছি হ'লে ডাক্তৰৰ পৰামৰ্শ নোলোৱাকৈ কোনো দৰব কিনি নাখাব। ডাক্তৰৰ ওচৰলৈ কেতিয়া যাব? যদি ডায়েৰীয়াৰ লগে লগে জ্বৰ উঠে, পেটৰ বিষ বেছি হয়, শৌচত তেজ বা শাওঁ পৰা দেখা যায়, তিনিদিনৰ পিছতো যদি পেট চলা বন্ধ নহয়— তেতিয়া অৱশ্যেই ডাক্তৰৰ পৰামৰ্শ ল'ব।

## (৬) পানীলগা জ্বৰ

পানীলগা জ্বৰ হ'লে দৰব খালে এসপ্তাহত ভাল হয়; দৰব নাখালে সাত দিনত ভাল হয়— এনে এটা ৰসিকতা মানুহৰ মাজত প্ৰচলিত হৈ আহিছে। তাৰ অৰ্থ এই যে, আজিলৈকে পানীলগাৰ দৰব আৱিষ্কৃত হোৱা নাই। পানীলগা সৃষ্টি কৰা ভাইৰাছৰ সংখ্যা দুশতকৈও বেছি। কোনবিধ ভাইৰাছৰ আক্ৰমণত পানীলগা হৈছে সেই কথা ঠাৱৰ কৰা অসম্ভৱ। তদুপৰি ঔষধ প্ৰয়োগৰ লগে লগে ভাইৰাছবোৰেও নিজৰ চৰিত্ৰ সলনি কৰি

নতুন নতুন প্ৰজাতিৰ ভাইৰাছ সৃষ্টি কৰি থাকে। সেই কাৰণে দৰব খাই পানীলগাৰ আশা ত্যাগ কৰাতকৈ প্ৰকৃতিৰ ওচৰত আত্মসমৰ্পণ কৰাই বেছি ভাল। এটা নিৰ্দিষ্ট সময়ৰ মূৰত পানীলগা আপোনা-আপুনি ভাল হয়।

পানীলগা হোৱা-নোহোৱাটো শৰীৰৰ প্ৰতিৰোধ শক্তিৰ ওপৰতো নিৰ্ভৰ কৰে। সৰু ল'ৰা-ছোৱালীৰ ৰোগ প্ৰতিৰোধৰ শক্তি পৰিপক্ক নহয় কাৰণে সিহঁতৰ পানীলগা বেছিকৈ আৰু সঘনাই হয়। বয়স বঢ়াৰ লগে লগেই পানীলগা কম হৈ আহে।

এটা নিৰ্দিষ্ট সময়ত পানীলগা নিজে নিজে ভাল হয় যদিও হৈ থকা অৱস্থাত সি মানুহক যথেষ্ট কষ্ট আৰু বিৰক্তি দিয়ে। পানীলগা অৱস্থাত আৰাম আৰু শক্তি পোৱাৰ আটাইতকৈ ভাল উপায় হ'ল পোৱালি কুকুৰাৰ চুৰুহা গৰম হৈ থাকোঁতেই খোৱা। ই শৰীৰৰ পানী পূৰ কৰাৰ উপৰিও শৰীৰক যথেষ্ট শক্তি দিয়ে। 'চি' ভিটামিন থকা যিকোনো ফলৰ ৰসেই পানীলগাত খুব উপকাৰী। সুমথিৰা, আনাৰস, বিলাহী— এনেকুৱা ফলৰ ৰস দিনে কমেও পাঁচ গিলাচমান খাব লাগে। আদাৰ ৰস মিহলি কৰি গৰম চাহ খাই থাকিলেও শৰীৰে খুব পুষ্টি আৰু আৰাম পায়। শৰীৰে কষ্ট নোপোৱাকৈ প্ৰতি দিনে কিছুসময় খোজ কাঢ়িলেও পানীলগাত সহায় কৰে। কেতিয়াবা পানীলগাত মূৰৰ বিষো হ'ব পাৰে। জধেমধে মূৰৰ বিষৰ দৰব খালে তাৰ ফলত নাকৰ বিন্ধা বন্ধ হ'ব পাৰে। সেই কাৰণে ডাক্তৰৰ পৰামৰ্শ লৈহে মূৰৰ বিষৰ দৰব খোৱা উচিত।

পানীলগা অৱস্থাত নাকৰ বিন্ধা বন্ধ হোৱা যেন লাগিলে অলপ পৰিমাণৰ নিমখ মিহলোৱা কুহুমীয়া গৰম পানী নাকেৰে উজুৱালে খুব আৰাম পোৱা যায়। এটা ডাঙৰ গিলাচ বা মগত অকণমান নিমখ মিহলোৱা কুহুমীয়া গৰম পানী লৈ আঙুলিৰে নাকৰ এটা বিন্ধা বন্ধ কৰি আনটো বিন্ধাৰে উশাহ টনাৰ নিচিনা কৰি লাহে লাহে পানীখিনি উজুৱাব লাগে। মুখেৰে সেই পানী বাহিৰ কৰি দিব লাগে। সেইদৰে আনটো বিন্ধাৰেও পানী উজুৱাব লাগে। এনে কৰিলে নাকৰ বিন্ধা দুটা পৰিষ্কাৰ হৈ শৰীৰক আৰাম দিয়ে।

বহুতো ডাক্তৰে কয় যে পানীলগা আৰম্ভ হ'লেই সম্পূৰ্ণভাৱে জিৰণি ল'লে পানীলগা সোনকালে ভাল হয়।

## (৭) কাহ

পানীলগা জ্বৰ হৈ থাকোঁতে কাহো হ'ব পাৰে। কিন্তু সেইটোৱেই কাহৰ একমাত্ৰ কাৰণ নহয়। এলাৰ্জিৰ কাৰণে কাহ হয়। চিগাৰেট খোৱা মানুহৰ কাহ হয়। ডিঙিত সুৰসুৰণি লাগি থাকিলে কাহ হয়। ছাইনাছত বীজাণুৰ আক্ৰমণ হ'লেও কাহ হ'ব পাৰে। যি কাৰণতেই কাহ নহওক কিয়, কাহ হোৱা মাত্ৰকতে কেতিয়াও দৰব নাখাব। দোকানত কিনিবলৈ পোৱা বেছিভাগ কাহৰ দৰবেই শৰীৰৰ কাৰণে ক্ষতিকৰ। ডাক্তৰৰ পৰামৰ্শ নোলোৱাকৈ কেতিয়াও কাহৰ দৰব খাব নালাগে। এসপ্তাহৰ পিছতো যদি আপোনা-আপুনি কাহ ভাল নহয়, যদি খেকাৰৰ লগত তেজ ওলায়, বা বুকুৰ পৰা খেকাৰ সহজে ওলাব নোৱাৰি তাতে জমা হৈ থাকে, তেতিয়াহ'লে আপুনি ডাক্তৰৰ পৰামৰ্শ ল'বই লাগিব। বেছিভাগ কাহেই শৰীৰৰ বিশেষ একো অপকাৰ নকৰে। কিন্তু কিছুমান কাহ আন জটিল ৰোগৰ লক্ষণ হ'ব পাৰে। সেই কাৰণে ওপৰত কোৱা লক্ষণকেইটা দেখিলে ডাক্তৰৰ ওচৰলৈ নোযোৱাকৈ নাথাকিব।

কিন্তু সচৰাচৰ হৈ থকা সাধাৰণ কাহ আপুনি কিছু যত্ন ল'লে সোনকালেই ভাল হৈ যায়। পানীলগাৰ নিচিনাকৈ কাহ হ'লেও প্ৰচুৰ পৰিমাণে পানী খাব লাগে। পানী খালে বুকুত জমা হোৱা কফ পাতল হৈ বাহিৰলৈ ওলাই অহাত সহজ হয়। গৰম পানীৰে গা ধুলে আৰু নিমখ মিহলোৱা পানী নাকেদি উজুৱালেও কাহ

সোনকালে ভাল হোৱাত সহায় হয়। বুকুৰ পৰা খেকাৰ ওলাই আহিলে তাক মুখেৰে গিলি নথৈ বাহিৰত পেলাই দিব। কফ বা খেকাৰ বাহিৰ কৰাটো হ'ল কাহ ভাল কৰিবলৈ প্ৰকৃতিয়ে নিজে লোৱা কৌশল। কাহ হৈ থাকোঁতে গাখীৰ বা গাখীৰৰ পৰা তৈয়াৰী বস্তু নাখাব। গাখীৰৰ পৰা হোৱা এলাৰ্জিয়েও কাহ বেছি কৰাত সহায় কৰিব পাৰে।

## (৮) গলৰ বিষ

মাজে-সময়ে মানুহৰ গলৰ বিষ বা অশান্তি হোৱাটো স্বাভাৱিক। সাধাৰণতে ই আহে 'ফ্লু' বা পানীলগা জ্বৰৰ আগলি-বতৰা লৈ। কিন্তু আন নানা কাৰণতো গলৰ বিষ হ'ব পাৰে। ভাইৰাছ আৰু বেক্টেৰিয়াৰ আক্ৰমণো তাৰ এটা প্ৰধান কাৰণ। বহুত সময় ধৰি চিঞৰ-বাখৰ কৰি ফুৰ্তি কৰিলেও সাময়িকভাৱে গলৰ বিষ বা যন্ত্ৰণা হ'ব পাৰে। এনেধৰণৰ গলৰ বিষ এটা নিৰ্দিষ্ট সময়ৰ পিছত আপোনা-আপুনি ভাল হৈ যায়।

কিন্তু কিছুমান গলৰ বিষত ডাক্তৰৰ সহায় লোৱাৰ প্ৰয়োজন হ'ব পাৰে। একেলেথাৰিয়ে কেবাদিনো গলৰ বিষ হৈ থাকিলে বা বিষৰ লগে লগে জ্বৰ উঠিলে ডাক্তৰৰ পৰামৰ্শ লোৱা ভাল।

কিন্তু সাধাৰণ গলৰ বিষেও মানুহক কষ্ট দিব পাৰে। দুশ্চিন্তাও দিব পাৰে। গলৰ বিষৰ পৰা আৰাম পাবলৈ কিছুমান লজেন্স জাতীয় পিল বা টেব্‌লেট ফাৰ্মাচীত কিনিবলৈ পোৱা যায়। কিন্তু যদি ভাইৰাছৰ আক্ৰমণত গলৰ বিষ হয়, তেন্তে তেনেকুৱা লজেন্স জাতীয় বস্তুৱে সাময়িক আৰাম দিয়াৰ বাহিৰে ৰোগৰ কাৰণ দূৰ কৰিব নোৱাৰে।

সেইদৰে গৰম পানীত নিমখ মিহলাই কেবাদিনো ধৰি গলটো কুলকুলি কৰিলেও গলৰ বিষত বহুত আৰাম পোৱা যায়। সৰু-সুৰা গলৰ বিষ কেৱল কুলকুলি কৰিয়েই ভাল কৰিব পাৰি। কিন্তু খুব গৰম পানী নল'ব আৰু নিমখো বেছিকৈ নিমিহলাব।

যিকোনো ধৰণৰ ধূমপান গলৰ কাৰণে ক্ষতিকৰ। ধূমপান সমূলি ত্যাগ নকৰিলে সঘনাই গলৰ বিষ হৈ কেতিয়াবা সি জটিল ৰোগত পৰিণত হ'ব পাৰে।

মুখৰ বা গলৰ যিকোনো বেমাৰ হৈ থকা অৱস্থাত ব্যৱহাৰ কৰা টুথ্ ব্ৰাছডাল পেলাই দি নতুন টুথ্ ব্ৰাছ কিনিব। টুথ্ ব্ৰাছৰ পৰাও গললৈ ৰোগৰ বীজাণু বিয়পিব পাৰে।

যিবিলাক মানুহৰ ঠাণ্ডাৰ এলাৰ্জি আছে, সেইবোৰ মানুহে নিজৰ ডিঙি আৰু গলটোক ঠাণ্ডা নলগাকৈ ৰাখিব লাগে। ঠাণ্ডাপানী, বিশেষকৈ ফ্ৰীজৰ পানী বা বৰফ জাতীয় বস্তু কেতিয়াও খাব নালাগে। গলৰ বিষ থকা মানুহে প্ৰতিদিনে কেইফুটামান নহৰু খালে উপকাৰ পাব পাৰে বুলি বিশ্বাস কৰা হয়। মই নিজেও বিশ্বাস কৰোঁ। নহৰুৰ বীজাণু ধ্বংস কৰাৰ শক্তি আছে।

## (৯) যেতিয়া ডাক্তৰৰ ওচৰলৈ যাবলৈ সংকোচ হয়

কেতিয়াবা মানুহৰ এনেকুৱা কিছুমান অসুখ হয়, যিবোৰৰ কথা ডাক্তৰক ক'বলৈ বা ডাক্তৰক দেখুৱাবলৈ মানুহে সংকোচ অনুভৱ কৰে। শৌচদ্বাৰত হোৱা ঘা বা খজুৱতি তেনে এটা ৰোগ। বহুত সময়ত এক বিশেষ ধৰণৰ বীজাণু আক্ৰমণৰ ফলত শৌচদ্বাৰৰ খজুৱতি হ'ব পাৰে। তেনেকুৱা খজুৱতি হ'লে কেইদিনমান তাত সাধাৰণ দৈ সানি চাব পাৰে। তাৰ পৰা আৰাম পালে বুজিব যে দৈয়ে সেই বিশেষ বীজাণুটোক নিষ্ক্ৰিয় কৰি পেলাইছে।

শৌচ কচা হ'লে কেতিয়াবা শৌচদ্বাৰ ফাটি ঘা হয়। তেনেকুৱা ঘা হ'লে শৌচদ্বাৰ ভালকৈ পৰিষ্কাৰ কৰাটো অসম্ভৱ নহ'লেও খুব কষ্টদায়ক হ'ব পাৰে। শৌচদ্বাৰ ভালকৈ পৰিষ্কাৰ কৰিব নোৱাৰিলে তাত থাকি যোৱা মলবোৰৰ পৰাও বীজাণু বিয়পি ঘা বেছিকৈ হ'ব পাৰে। বীজাণু-নাশক ঔষধ মিহলোৱা গৰম পানীৰে সঘনাই শৌচদ্বাৰ চফা কৰাটোৱেই হ'ল আটাইতকৈ ভাল উপায়।

## (১০) ভাগৰ

মানুহৰ মাজে মাজে ভাগৰ লগাটো অতি স্বাভাৱিক। দীঘলীয়া শাৰীৰিক বা মানসিক পৰিশ্ৰম কৰাৰ পিছত মানুহৰ স্বাভাৱিকতে ভাগৰ লাগে। অৰ্থাৎ শৰীৰটোৱে আৰু মনটোৱে মানুহজনক নিৰ্দেশ দিয়ে যে পৰিশ্ৰম কৰোঁতে ইতিমধ্যেই যিখিনি শক্তি ক্ষয় হ'ল, সেইখিনি পুনৰ সংগ্ৰহ কৰিবলৈ সিহঁতক কিছু সময় জিৰণি লাগে। শৰীৰ আৰু মনৰ এনেকুৱা নিৰ্দেশেই হ'ল ভাগৰ। এনেকুৱা মধুৰ ভাগৰ বা উপভোগ কৰিব পাৰি।

কিন্তু ভাগৰ তেতিয়াই এটা সমস্যাত পৰিণত হয়— যেতিয়া মানুহে দিনে -ৰাতিয়ে শুই বহি থাকিলেও ভাগৰ লগা ভাবটো কেতিয়াও নুগুচে। ভাগৰ দূৰ কৰিবলৈ মানুহজনে যিহকেই নকৰক কিয় ভাগৰে কেতিয়াও তেওঁক লগ এৰা দিব নোখোজে। আপুনি দেখাত হয়তো স্বাস্থ্যৱান। আপুনি সদায় পুষ্টিকৰ আহাৰ খায়। ৰাতি টোপনিও ভাল হয়। তথাপি আপুনি সকলো সময়তে ভাগৰ অনুভৱ কৰি থাকে। যান্ত্ৰিকভাৱে কাম-কাজ কৰি থাকিলেও আপুনি মনৰ ভিতৰৰ পৰা একো উৎসাহ অনুভৱ নকৰে। এনেকুৱা ভাগৰৰ কিবা এটা গভীৰ শাৰীৰিক বা মানসিক কাৰণ থাকিব পাৰে। আপুনি ডাক্তৰৰ পৰামৰ্শ লোৱা উচিত। এনেকুৱা ভাগৰ বহুমূত্ৰ, কেঞ্চাৰ, ৰক্তহীনতা আৰু হৃৎৰোগৰ আগজাননী হ'ব পাৰে।

কিন্তু ভাগৰে সিমান জটিল ৰূপ ধাৰণ নকৰিলেও সকলো সময়তে ভাগৰ অনুভৱ কৰি থকাটো ভাল কথা নহয়। আপুনি যিবোৰ কাম কৰি থাকে সেইবোৰ কাম কৰি থাকিবলৈ বাধ্য হোৱাটোও ভাগৰ লাগি থকাৰ এটা কাৰণ হ'ব পাৰে। জীৱনটো যদি গতানুগতিক আৰু বৈচিত্ৰ্যহীন হয়, তেতিয়া হ'লেও মানুহৰ মানসিক অৱসাদ হয়। মানসিক অৱসাদে শাৰীৰিক ক্লান্তিও সৃষ্টি কৰে। এনে অৱস্থাত আপুনি এনে এটা নতুন কাম কৰিবলৈ বাছি ল'ব পাৰে, যিটো কৰিবলৈ অলপমান অতিৰিক্ত শক্তি ব্যয় কৰাৰ প্ৰয়োজন হয়। এটা নতুন কাম কৰি তাত সফল হ'বলৈ মনলৈ জেদৰ ভাব আহিলেও ভাগৰ আপোনা-আপুনি নোহোৱা হৈ যায়। আপুনি নিজৰ স্বাস্থ্যটো আগতকৈ বেছি ভাল কৰাৰ সংকল্প ল'ব পাৰে; এখন সৰু ফুলনি কৰিবলৈ বা এজোপা নতুন জাতৰ গোলাপ ফুলৰ গছ ৰোপণ কৰি সকলোৰে চকুত চমক লগাই দিবলৈ বা ৰন্ধন বিদ্যা ভালকৈ শিকি এজন ভাল ৰান্ধনি হ'বলৈ সংকল্প ল'ব পাৰে। মুঠতে গতানুগতিকতাৰ বাহিৰলৈ গৈ কিবা এটা নতুন কাম কৰি নিজৰ প্ৰতিভা জাহিৰ কৰিবলৈ সংকল্প ল'লেও আপুনি ভাগৰৰ ভাব নোহোৱা কৰিব পাৰে।

ক্লান্তি জয় কৰাৰ এটা অব্যৰ্থ উপায় হ'ল দিনটোৰ এটা নিৰ্দিষ্ট সময়ত কমেও এঘণ্টা বা আধাঘণ্টা সময় গভীৰভাৱে ধ্যান কৰা। আপুনি যদি ঈশ্বৰ-বিশ্বাসী হয়, তেন্তে ধ্যান কৰাটো আপোনাৰ কাৰণে সহজ। কিন্তু ঈশ্বৰ-বিশ্বাসী নহ'লেও শাৰীৰিক শক্তি আৰু মানসিক প্ৰশান্তিৰ কাৰণে ধ্যান কৰিব পাৰে। অন্ততঃ এঘণ্টাৰ কাৰণে আপোনাক আমনি কৰিব নোৱৰা আৰু বাহিৰৰ কোলাহল প্ৰৱেশ কৰিব নোৱৰা এটা কোঠাত ৰাজহাড় পোন কৰি বহক। বুকু ভৰাই খুব ধীৰে ধীৰে দীঘলকৈ উশাহ লওক আৰু বুকু খালি কৰি খুব ধীৰে ধীৰে দীঘলকৈ উশাহ এৰক। প্ৰতিবাৰ উশাহ লওঁতে আৰু এৰোঁতে মনে মনে যিকোনো

শব্দ বা আনকি সংখ্যা উচ্চাৰণ কৰিব। ধৰি লওক— শান্তি, ১ বা ১ৰ পৰা একাদিক্রমে ৫০ বা ১০০ এই শব্দটোৰ বাহিৰে আন কোনো কথা মনলৈ আহিব নিদিব। শব্দটো উচ্চাৰণ কৰাৰ লগতে নাকৰ বিন্ধাইদি উশাহ ওলোৱা আৰু সোমোৱা গতি অনুভৱ কৰি থাকিব। শব্দটো আৰু উশাহ-নিশাহ— এই দুটাৰ বাহিৰে আন কোনো কথা মনলৈ আহিব নিদিব। অৰ্থাৎ কিছু সময়ৰ কাৰণে দেহ আৰু মনৰ সম্পূৰ্ণ মিলন হ'ব লাগিব। কামটো কঠিন কিন্তু কেইমাহমান গভীৰ নিষ্ঠাৰে অভ্যাস কৰিলে আপুনি মনটোক নিয়ন্ত্ৰণ কৰাত সম্পূৰ্ণ কৃতকাৰ্য হ'ব। প্ৰতিদিনে এই ধ্যানৰ অভ্যাস কৰিলে আপোনাৰ জীৱনলৈ এনেকুৱা সুন্দৰ পৰিবৰ্তন আহিব যে আপুনি নিজে নিজেই আচৰিত হৈ যাব।

সকলো সময়তে ভাগৰ লাগি থকাৰ এটা প্ৰধান কাৰণ হ'ল গভীৰভাৱে উশাহ নোলোৱাৰ অভ্যাস। গভীৰভাৱে উশাহ লোৱাৰ অভ্যাস কৰিলে সি দেহ আৰু মনৰ ওপৰত মন্ত্ৰৰ নিচিনাকৈ কাম কৰে। ধ্যান কৰাৰ সময়খিনিৰ বাহিৰেও আপুনি দিনটোত বিভিন্ন সময়ত অন্ততঃ কেই মিনিটমান সময় গভীৰভাৱে উশাহ লোৱাৰ অভ্যাস কৰিব পাৰে। তলপেট ফুলি যোৱাকৈ ধীৰে ধীৰে দীঘলকৈ উশাহ ল'ব। তলপেট সম্পূৰ্ণ খালি কৰি ধীৰে ধীৰে খুব দীঘলকৈ উশাহ এৰিব। কেইদিনমানৰ ভিতৰতে দেখিব যে আপোনাৰ ভাগৰ ক্ৰমাৎ কমিবলৈ ধৰিছে।

বহি বহি কাম কৰা মানুহে দিনটোত যদি কিছুসময় ব্যায়াম নকৰে তেন্তে তেওঁৰ ভাগৰ লাগিবই, তাৰ পৰা তেওঁৰ নিস্তাৰ নাই। নিয়মিতভাৱে ব্যায়াম কৰি শৰীৰটোক সবল কৰি ৰখাটো হ'ল ভাগৰ জয় কৰাৰ এটা প্ৰধান উপায়।

ৰাতিৰ পিছত ৰাতি ভালকৈ টোপনি নোহোৱাটোও ভাগৰ লাগি থকাৰ এটা ডাঙৰ কাৰণ। সদায় নিৰ্দিষ্ট সময়ত বিছনালৈ গৈ ৰাতিপুৱা নিৰ্দিষ্ট সময়ত বিছনাৰ পৰা উঠি ভাল টোপনি অনাৰ অভ্যাস কৰিব। বেছিকৈ টিভি চাই থকাটোও এটা খুব বেয়া অভ্যাস। সদায় তেনেকৈ টিভি চাই থাকিলে এটা সময়ত শৰীৰ আৰু মন দুয়োটাই অৱসন্ন হৈ পৰিব। টিভি কমকৈ চাই কিতাপ পঢ়ি বা খেলা-ধূলা কৰি শৰীৰ আৰু মন দুয়োটাকে জীপাল কৰি ৰাখিব। আপোনাৰ ভাগৰ আপোনা- আপুনি দূৰ হ'ব।

* * *

# তৃতীয় অধ্যায়

আমি সুস্থ শৰীৰ তাকেই কওঁ, যিটো শৰীৰে পৰিৱেশৰ যিকোনো পৰিৱৰ্তনৰ লগত সহজে আৰু সোনকালে নিজকে খাপ খুৱাই ল'ব পাৰে। তাকে কৰিব নোৱৰা শৰীৰটোৱেই হ'ল স্বাস্থ্যহীন শৰীৰ। মানুহে যে যিকোনো পৰিৱেশৰ লগতে নিজকে খাপ খুৱাই ল'ব পাৰে সেই কথা সকলোৱে জানে। বিচিত্ৰ প্ৰাকৃতিক পৰিৱেশত জীয়াই থাকিব পৰাকৈ মানুহে বিস্ময়কৰ দক্ষতা অৰ্জন কৰিছে। অতিশয় গৰম ঠাইবোৰত মানুহে নানা কৌশলেৰে ঘৰ সাজি আৰু পাংখাৰ সহায় লৈ গৰমৰ আতিশয্যৰ পৰা নিজকে ৰক্ষা কৰিব পাৰে। মানুহক যদি পেট ভৰাই খাবলৈ দিয়া হয় আৰু জাৰৰ বিৰুদ্ধে যুঁজ কৰিবলৈ যথেষ্ট দেহাৱৰণ দিয়া হয়, তেন্তে মানুহে ভয়ংকৰ ঠাণ্ডা মেৰু মহাদেশতো জীয়াই থাকিব পাৰে। অম্লজানৰ সহায় লৈ মানুহে আকাশৰ অতি উচ্চতাত আৰু সাগৰৰ গভীৰ তলিত নিজৰ প্ৰাণ ৰক্ষা কৰিব পাৰে। কিন্তু এনে ধৰণৰ বিচিত্ৰ পৰিৱেশৰ মানুহে আচলতে যিটো শক্তিৰ সহায়েৰে জীয়াই থাকিব পাৰে সেই শক্তিটো হ'ল চৰমভাৱে বিকশিত মানুহৰ মনৰ শক্তি। যিবোৰ প্ৰতিকূল পৰিৱেশত অন্যান্য প্ৰাণীবোৰ জীয়াই থাকিব পাৰে, তেনে পৰিৱেশত কিন্তু মানসিক প্ৰতিভাৰ অবিহনে মানুহ সমূলঞ্চে ধ্বংস হৈ যাব। হাজাৰ বছৰৰ আগতে গ্ৰীক দাৰ্শনিক পাইথাগোৰাছে এই কথাটোৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁ কৈছিল যে আত্মৰক্ষাৰ কাৰণে মানুহ মনৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰশীল। তেওঁ আনকি এই বুলিও কৈছিল যে সকলো প্ৰাণীৰ ভিতৰত মানুহেই আটাইতকৈ বেছি অসহায়। কাৰণ তেওঁৰ আত্মৰক্ষাৰ শক্তি আটাইতকৈ কম। 'মানুহৰ সিংহৰ নিচিনা শাৰীৰিক শক্তি নাই; মানুহে হৰিণাৰ নিচিনাকৈ জোৰেৰে দৌৰিবও নোৱাৰে। মানুহৰ একমাত্ৰ যন্ত্ৰ হ'ল তেওঁৰ মনটো।'

—কেনেথ ওৱাকাৰ

# স্বাস্থ্যৰ বিষয়ে সদায় মনত ৰাখিবলগীয়া কেইটামান সাধাৰণ কথা

স্বাস্থ্যৰ বিষয়ে এতিয়ালৈকে বহুত কথা লিখা হ'ল যদিও প্ৰধানকৈ এটা কথা সকলো মানুহে জনা উচিত। সেইটো হ'ল এই যে স্বাস্থ্যৰ বিষয়ে কেতিয়াও ভাবি থাকিব নলগাটোৱেই স্বাস্থ্যৰ আটাইতকৈ ডাঙৰ লক্ষণ। মোটামুটিভাৱে সু-স্বাস্থ্যৰ অধিকাৰী মানুহে কেতিয়াও অনবৰত স্বাস্থ্যৰ কথা ভাবি নাথাকে। যেনেকৈ এখন মটৰ গাড়ী নিখুঁতভাৱে চলি থাকিলে আমি গাড়ীখনৰ অস্তিত্বই মনত নাৰাখোঁ, অনুভব কৰোঁ কেবল গৈ থকাৰ আৰু চাৰিওফালৰ দৃশ্য দেখাৰ আনন্দ, ঠিক সেইদৰে শৰীৰ নামৰ যন্ত্ৰটোও নিখুঁতভাৱে চলি থাকিলে আমি শৰীৰৰ কথা সকলো সময়তে ভাবি থকাৰ প্ৰয়োজন নহয়।

কিন্তু স্বাস্থ্য ভালে ৰাখিবলৈ আমি কিছুমান নিয়ম যান্ত্ৰিকভাৱে পালন কৰি থাকিব লগীয়া হয়। উশাহ-নিশাহ লৈ থকাৰ সময়ত আমি উশাহ লোৱাৰ কথা ভাবি নাথাকোঁ। ঠিক সেইদৰে জীৱনটো যদি এটা স্বাভাৱিক ছন্দত চলি থাকে, তেন্তে আমি শৰীৰৰ কথা ভাবি থাকিব লগাৰ প্ৰয়োজন নহয়। আমি চিন্তা কৰি উশাহ-নিশাহ নলওঁ। সি আপোন গতিৰে স্বাভাৱিকভাৱে চলি থাকে। স্বাস্থ্য ৰক্ষাৰ মৌলিক নিয়মকেইটা পালন কৰাটোও হোৱা উচিত এটা স্বাভাৱিক আৰু চিন্তাহীন অভ্যাস।

বিজ্ঞজনে দিয়া কেইটামান নিয়মৰ কথা তলত কোৱা হ'ল।

ডাঃ এলবাৰ্ট মাইছেলে কৈছে—

### (১) প্ৰয়োজনতকৈ বেছি আহাৰ নাখাব ঃ

কিছুদিনৰ আগতে কেইবা লক্ষ ইন্সিওৰেঞ্চ পলিচি হ'ল্ডাৰৰ মৃত্যুৰ তথ্য বিশ্লেষণ কৰি দেখা গৈছে যে যিবিলাক মানুহৰ ওজন স্বাভাৱিক বা থাকিব লগা ওজনতকৈ বিশ পাউণ্ড বেছি, তেওঁলোক স্বাভাৱিক ওজনৰ মানুহতকৈ তেৰ বছৰ কমকৈ জীয়াই থাকে। স্বাভাৱিক ওজনতকৈ ২৫ পাউণ্ড ওজন বেছি হ'লে তেনে মানুহৰ আয়ুস কমপক্ষেও চাৰি বছৰ হ্ৰাস পায়। আনহাতে বেছি ওজনৰ মানুহবোৰে যদি আহাৰৰ পৰিমাণ হ্ৰাস কৰি নিজৰ ওজন স্বাভাৱিক পৰিমাণলৈ হ্ৰাস কৰিব পাৰে, তেন্তে তেওঁলোকৰ অকাল-মৃত্যুৰ সম্ভাৱনাও সেই অনুপাতে হ্ৰাস পায়। একে আষাৰে ক'বলৈ গ'লে, ওজন বৃদ্ধি অকাল-মৃত্যুৰ এটা প্ৰধান কাৰণ।

### (২) শাৰীৰিকভাৱে সক্ৰিয় হৈ থাকিব ঃ

স্বাস্থ্যৰ বিষয়ে জনা লোকসকলে বহুদিন ধৰি এই কথা কৈ আহিছে যে স্বাস্থ্য সবল কৰি ৰাখিবলৈ

ডেকা-বুঢ়া, ৰোগী আৰু নিৰোগী সকলো শ্ৰেণীৰ মানুহেই নিয়মিতভাৱে শাৰীৰিক পৰিশ্ৰম বা ব্যায়াম কৰাটো একান্তই দৰকাৰ। বহুতো গৱেষণাই এই কথা সত্য বুলি প্ৰমাণ কৰিছে। আমেৰিকা আৰু অষ্ট্ৰেলিয়াৰ বাছি বাছি কিছুমান মানুহক পৰ্বত বগাবলৈ আৰু তেনে ধৰণৰ অন্যান্য ব্যায়াম কৰিবলৈ দিয়া হৈছিল। তেওঁলোকে বহুদিন ধৰি এনে ধৰণৰ ব্যায়াম কৰি থকাৰ পিছত দেখা গ'ল যে পঞ্চাশ বছৰ অতিক্ৰম কৰাৰ পিছতো তেওঁলোকৰ হৃৎপিণ্ড আছিল ডেকা মানুহৰ নিচিনা শক্তিশালী। তেওঁলোকৰ নাড়ীৰ স্পন্দন আছিল নিয়মীয়া। পেশীৰ কৰ্মদক্ষতা আছিল অতি উচ্চ পৰ্যায়ৰ। তদুপৰি ভীষণ কষ্টকৰ কাম কৰাৰ পিছতো তেওঁলোকে অতি সোনকালে নিজৰ কৰ্মশক্তি ঘূৰাই পাইছিল। আনহাতে, ডাক্তৰ, উকিল, ব্যৱসায়ী আৰু প্ৰশাসক শ্ৰেণীৰ মানুহবোৰ অতি সোনকালেই হৃদৰোগ আৰু বুঢ়া বয়সৰ আন আন ৰোগৰ দ্বাৰা সহজে আক্ৰান্ত হৈছিল। কিন্তু আটাইতকৈ উল্লেখযোগ্য কথা এইটোহে যে বেছিভাগ সময় শুই বহি থকা মানুহবোৰে মাত্ৰ ছয় সপ্তাহৰ পৰা বাৰ সপ্তাহ ব্যায়াম কৰাৰ পিছতেই ডেকা মানুহৰ নিচিনা সবল শাৰীৰিক অৱস্থা ঘূৰাই পাইছিল।

**(৩) মানসিকভাৱে সক্ৰিয় হৈ থাকিব ঃ**

ব্যৱহাৰৰ অভাৱত মানুহৰ যিটো বস্তু আটাইতকৈ দ্ৰুতগতিৰে অকামিলা হয়, সেইটো হ'ল মানুহৰ মন। কিন্তু মানসিকভাৱে সদায় সক্ৰিয় হৈ থকা মানুহৰ নতুন নতুন কথা শিকাৰ ক্ষমতা অতি বৃদ্ধ বয়সলৈকে অক্ষুণ্ণ থাকে। শিকাৰ ক্ষমতা হ্ৰাস পালেও মানুহে যদি মানসিকভাৱে সক্ৰিয় হৈ থাকি নিজৰ বিচাৰ-ক্ষমতা আৰু চিন্তা কৰাৰ ক্ষমতা বৃদ্ধি কৰিবলৈ চেষ্টা কৰি থাকে, তেন্তে মনৰ সেই শক্তিয়ে তেওঁৰ বুঢ়া বয়সৰ দুৰ্বল শৰীৰকো সহায় কৰি থাকে। মগজটোক অকামিলা কৰি নাৰাখিলে জীৱনৰ শেষ দিনলৈকে সি ক্ৰমাৎ বিকশিত হৈ থাকে।

ডাঃ এণ্ড্ৰু ওৱেইল নামৰ এজন বিশ্ববিখ্যাত ডাক্তৰে দুটা কথাৰ ওপৰত বেছি জোৰ দিছে। সেই কথা দুটা হ'ল—

**(১) ধুমপান নকৰিব ঃ**

ধপাতৰ প্ৰতি আসক্তি মানুহৰ আটাইতকৈ ডাঙৰ অভিশাপবোৰৰ ভিতৰত এটা। এনেকুৱা বহুতো ৰোগ আছে, যিবোৰ ৰোগ ধুমপান নকৰিলে বা ধপাত চোবাই নাখালে সাধাৰণতে নহয়। ধুমপান কৰাৰ ফলত বিভিন্ন প্ৰকাৰৰ কেঞ্চাৰ হোৱাৰ সম্ভাৱনা বহু গুণে বাঢ়ি যায়। হৃদৰোগ আৰু শ্বাস যন্ত্ৰৰ বহুতো ৰোগৰ এটা প্ৰধান কাৰণ হ'ল ধুমপান। সাধাৰণতে চেমনীয়া বয়সতে ধুমপানৰ প্ৰতি আসক্তি গঢ় লৈ উঠে। এবাৰ ধুমপানত ধৰিলে তাক এৰা অতি টান। স্বাস্থ্য ভালে ৰাখিব খুজিলে কোনো বয়সতে আৰু কোনো অৱস্থাতে ধুমপান নকৰিব।

**(২) শৰীৰৰ ওজন স্বাভাৱিক কৰি ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিব ঃ**

যিবিলাক মানুহৰ ওজন স্বাভাৱিক ওজনতকৈ ৫০ কিলোগ্ৰাম বেছি তেওঁলোক কেতিয়াও বুঢ়া

বয়সলৈকে নিৰোগ আৰু সবল হৈ থাকিব নোৱাৰে। ওজন বেছি হোৱাৰ ফলত বহুমূত্ৰ ৰোগৰ সম্ভাৱনা বৃদ্ধি পায়। হৃৎযন্ত্ৰৰ নানা বিধৰ ৰোগ হয়, হাড়বোৰ দুৰ্বল আৰু ঠুনুকা হয়। সেই কাৰণে বুঢ়া মানুহৰ কৰঙনৰ হাড় সহজে ভাগে। সেইদৰে শকত তিৰোতাৰ স্তন, জৰায়ু, পাকস্থলী, মূত্ৰাশয় আৰু ইছ'ফেগাছৰ কেঞ্চাৰৰ সম্ভাৱনা বৃদ্ধি পায়। বুঢ়া বয়সলৈকে নিৰোগ আৰু সবল হৈ থাকিবলৈ হ'লে শৰীৰৰ ওজনক কেতিয়াও স্বাভাৱিকতকৈ বেছি হ'বলৈ দিব নালাগিব।

ভাৰতীয় পুৰুষ আৰু তিৰোতাৰ বয়স আৰু উচ্চতা অনুযায়ী স্বাভাৱিক ওজন কিমান হ'ব লাগে, তাৰ এখন তালিকা ইয়াত দাঙি ধৰা হ'ল।

## পুৰুষ

### বয়স আৰু উচ্চতা অনুযায়ী




| উচ্চতা চেণ্টিমিটাৰ | ওজন কিলোগ্ৰাম | | |
|---|---|---|---|
| ১৪৮ | ৪২.৭ | ৪৭.৬ | ৫০.৯ |
| ১৫৩ | ৪৫.৪ | ৫০.৪ | ৫৩.৫ |
| ১৫৮ | ৪৮.৬ | ৫৩.৫ | ৫৬.৩ |
| ১৬৩ | ৫১.১ | ৫৬.৩ | ৫৯.৪ |
| ১৬৮ | ৫৪.০ | ৬০.১ | ৬৩.৭ |
| ১৭৩ | ৫৮.১ | ৬৪.০ | ৬৮.৩ |
| ১৭৮ | ৬১.৯ | ৬৮.৫ | ৭২.৪ |
| ১৮৩ | ৬৬.০ | ৭৩.৩ | ৭৭.৮ |

## তিৰোতা

**বয়স আৰু উচ্চতা অনুযায়ী**




| উচ্চতা চেণ্টিমিটাৰ | | ওজন কিলোগ্ৰাম | |
|---|---|---|---|
| ১৪৮ | ৩৮.৬ | ৪৪.০ | ৪৭.১ |
| ১৫০ | ৪০.৩ | ৪৪.৮ | ৪৭.৭ |
| ১৫৩ | ৪১.৯ | ৪৬.৬ | ৪৯.৫ |
| ১৫৫ | ৪২.৮ | ৪৭.৭ | ৫০.১ |
| ১৫৮ | ৪৪.৯ | ৪৯.৫ | ৫২.১ |
| ১৬০ | ৪৬.০ | ৫০.৬ | ৫৩.০ |
| ১৬৩ | ৪৭.৩ | ৫২.১ | ৫৪.৯ |
| ১৬৫ | ৪৯.১ | ৫৪.১ | ৫৭.৩ |
| ১৬৮ | ৫০.০ | ৫৫.৬ | ৫৯.০ |

আমেৰিকান চিকিৎসা-বিজ্ঞানী আৰু হৃদৰোগ বিশেষজ্ঞ ডাঃ পল ডাডলি হোৱাইটে কৈছে—

"মোৰ এজন বয়সস্থ বন্ধু অলপতে মোৰ ওচৰলৈ ৰোগী হিচাপে আহিছিল। শীতকাল আৰম্ভ হোৱাৰ কিছুদিনৰ পিছতেই তেওঁৰ ইনফ্লুয়েঞ্জা আৰম্ভ হ'ল আৰু কেবামাহো তেওঁ ঘৰৰ ভিতৰত সোমাই থাকিব লগা হ'ল। তেওঁ যেতিয়া বহিব পৰা হ'ল, তেতিয়া দেখা গ'ল যে তেওঁৰ দুয়োখন ভৰি ফুলিছে। মোৰ ওচৰলৈ অহাৰ সময়ত তেওঁক খুব বিমৰ্ষ আৰু চিন্তিত যেন দেখা গৈছিল।

তেওঁৰ শাৰীৰিক পৰীক্ষা কৰি দেখা গ'ল যে তেওঁৰ ভৰি ফুলাৰ লগত হাৰ্টৰ কোনো সম্পৰ্ক নাই। তেওঁৰ থ্ৰম্বছিছোঁ হোৱা নাই। তেওঁৰ কেৱল তেজৰ চলাচল খুব মন্থৰ হৈছে। তদুপৰি মানুহৰ বুঢ়া বয়সত শৰীৰৰ ওপৰত মাধ্যাকৰ্ষণৰ প্ৰভাৱ বেছিকৈ পৰে। সেই কাৰণে তেওঁক ঔষধৰ ব্যৱস্থা নিদি মই তেওঁক দিনে নিয়মিতভাৱে এমাইল বা দুমাইল খোজ কাঢ়িবলৈ পৰামৰ্শ দিলো। মাত্ৰ দহ দিনৰ ভিতৰতে তেওঁৰ ভৰিৰ ফুলা নোহোৱা হৈ গ'ল। এতিয়া তিনি বছৰৰ পিছতো তেওঁৰ স্বাস্থ্য অতি চমৎকাৰ হৈ আছে। দীৰ্ঘায়ু আৰু স্বাস্থ্যৰ

ওপৰত ব্যায়ামৰ প্ৰভাৱ সম্পৰ্কে যথেষ্ট পৰিসংখ্যা পোৱা নাযায়। কিন্তু আমি ব্যায়ামৰ কিছুমান উপকাৰৰ কথা নিশ্চিতভাৱে জানো। বহুতো চিকিৎসকৰ মতে, সুস্বাস্থ্যৰ কাৰণে টোপনি, আহাৰ, কাম, জিৰণি আৰু মনৰ শান্তি যিমান দৰকাৰী, ব্যায়ামো ঠিক সিমানেই দৰকাৰী।

প্ৰথমতে আমি ইতিমধ্যে দেখিলো যে ব্যায়ামৰ ফলত ৰক্ত-সঞ্চালন অতি ভাল হয়। নিয়মিত ব্যায়াম কৰিলে বাহু আৰু বিশেষকৈ ভৰিৰ পেশীবোৰ শক্তিশালী হয়— যাৰ ফলত ৰক্তবাহী সিৰাবোৰৰ ৰক্ত-সঞ্চালনৰ প্ৰক্ৰিয়াটো অধিক উন্নত হয়। ৰক্তবাহী সিৰাবোৰৰ কিছুমান ভাল্‌ভ (Valve) থাকে। সেই ভাল্‌ভবোৰ ভাল অৱস্থাত থাকিলে সিহঁতে তেজক ভুল পথেদি যোৱাত বাধা দিয়ে। পেশীবোৰে ৰক্তবাহী সিৰাৰ ওপৰত হেঁচা দি তেজক হাৰ্টলৈ ঘূৰাই পঠিওৱাত সহায় কৰে। ব্যৱহাৰ নকৰাৰ ফলত যিবোৰ পেশী নৰম আৰু দুৰ্বল হৈ পৰে, সিহঁতে এই কামবোৰ ভালকৈ কৰিব নোৱাৰে। তদুপৰি সিহঁতে তেজ গোট মাৰি (Clotting) চলাচল কৰিব নোৱৰাৰ সম্ভাৱনাও বৃদ্ধি কৰে। মানুহে বহু সময় একে ঠাইতে বহি থাকিব লগা হ'লেও বা অসুখৰ কাৰণে বিছনাত বন্দী হৈ থাকিব লগা হ'লে এই ঘটনা প্ৰায়ে ঘটে।

ৰেলগাড়ী, মটৰগাড়ী বা এৰোপ্লেনত দীঘলীয়া ভ্ৰমণ কৰিব লগীয়া হ'লে মানুহৰ এনে অৱস্থা প্ৰায়ে হয়। সেই কাৰণে অলপ সুবিধা পালেই জোৰেৰে অলপ সময় খোজ কাঢ়ি দিলে যথেষ্ট আৰাম পোৱা যায়।

ভৰিৰ সিৰাত যদি তেজ গোট মাৰি চলাচল কৰিব নোৱৰা অৱস্থা হয়, তেন্তে তাৰ পৰিণাম ভয়াবহ হ'ব পাৰে। গোট মৰা তেজখিনি হঠাৎ জোৰেৰে ফাটি গৈ হাওঁফাওঁৰ এডাল প্ৰধান ৰক্তবাহী সিৰা বন্ধ কৰি দিব পাৰে (Pulmonary eombolism)। ব্যায়ামে মানুহৰ বুকুত থকা ডায়েফ্ৰামখনকো শক্তিশালী কৰে। ইয়াৰ ফলত ই যে হাওঁফাওঁলৈ বেছিকৈ অম্লজান আনে আৰু কাৰ্বন ডাই-অক্সাইড বাহিৰ কৰি দিয়ে এনে নহয়, ই হাৰ্টলৈ বেছি পৰিমাণে তেজো পঠিয়াব পৰা হয়। এই কামৰ কাৰণে কঠিনবিধৰ ব্যায়ামেই বেছি ভাল। সেইটো কৰিব নোৱাৰিলে দিনটোত কেবাবাৰো গভীৰ শ্বাস-প্ৰশ্বাস লোৱাৰ ব্যায়াম কৰিলেও যথেষ্ট উপকাৰ পোৱা যায়।

ব্যায়ামৰ আন আন উপকাৰিতাও আছে। নিয়মিত ব্যায়াম কৰিলে হজম আৰু মলত্যাগৰ প্ৰক্ৰিয়া বেছি ভাল হয়; সেই কাৰণে নিয়মিত ব্যায়াম কৰিলে শৌচৰ বেগ বৃদ্ধি কৰা ঔষধ খোৱাৰ প্ৰয়োজন নহয়। যিসকল মানুহৰ ৰাতি টোপনি ভাল নহয় তেওঁলোকে সন্ধিয়া পৰত খুব জোৰেৰে কিছুসময় খোজ কাঢ়িলে যিমান উপকাৰ পাব, কোনো ঔষধ আৰু মদেও সিমানখিনি উপকাৰ দিব নোৱাৰে।

মোৰ মতে, ব্যায়ামৰ আটাইতকৈ ডাঙৰ সুফলটো অনুভৱ কৰা হয় মানুহৰ স্নায়ুতন্ত্ৰী আৰু মনৰ ওপৰত। এই কথা কোৱা হয় যে এজন স্বাস্থ্যবান প্ৰাপ্তবয়স্ক কিন্তু অসুখী মানুহে পাঁচ মাইল খোজ কাঢ়িলে তেওঁৰ গা-মন যিমান ভাল লাগিব, পৃথিৱীৰ আটাইবোৰ ঔষধ আৰু মনস্তত্ত্বয়ো তেওঁক সিমান ভাল লগাব নোৱাৰে। মোৰ নিজৰ অভিজ্ঞতাৰ পৰা ক'ব পাৰোঁ যে নিয়মিত আৰু কঠিন ব্যায়ামৰ সহায়েৰে স্নায়বিক অৱসাদ আৰু টেনছনজনিত ক্লান্তি যিমান সহজে দূৰ কৰিব পাৰি, আন একোৰেই সেইটো কৰিব নোৱাৰি। মই ব্যায়ামকেই স্নায়বিক অৱসাদ আৰু টেনছনৰ আটাইতকৈ উত্তম প্ৰতিষেধক ঔষধ বুলি ভাবোঁ। কোনে কি ব্যায়াম কৰি ভাল পায় সেইটো একো গুৰুত্বপূৰ্ণ কথা নহয়। কোনবিধ ব্যায়ামৰ পৰা কোনে কি উপকাৰ পায়, সেই কথা বিচাৰ কৰিহে মানুহে নিজৰ কাৰণে ব্যায়ামৰ বাছনি কৰিব লাগে। নিয়মীয়া অভ্যাস আৰু অভ্যাসৰ ধাৰাবাহিকতা ৰক্ষা কৰাটোহে আটাইতকৈ প্ৰয়োজনীয় কথা।

যিসকল মানুহে কঠোৰ মানসিক পৰিশ্ৰম কৰে, তেওঁলোকৰ মনটো পৰিষ্কাৰ কৰি ৰাখিবলৈ নিয়মিতভাৱে

ব্যায়াম কৰাৰ দৰকাৰ হয়। খুব মনোযোগ দি মানসিক পৰিশ্ৰম কৰাৰ সময়ত মাজতে বিৰাম দি অলপ সময় ব্যায়াম কৰিলে মনৰ কাৰ্যক্ষমতা বৃদ্ধি পায়। আনকি মানসিক পৰিশ্ৰম কৰি থাকোঁতেও তাৰ লগে লগে ব্যায়ামো কৰিব পাৰি। প্ৰাচীন গ্ৰীচৰ দাৰ্শনিকসকলে ঠিক তাকেই কৰিছিল। কিছুদিনৰ আগতে মই এথেন্সলৈ গৈছিলো। তাৰ আগুৰা নামৰ ঠাইখনত এসময়ৰ প্লেটো আৰু এৰিষ্টটলৰ নিচিনা দাৰ্শনিকসকলে তেওঁলোকৰ শিষ্যসকলক শিক্ষাদান কৰিছিল। তেওঁলোকে ইফালৰ পৰা সিফাললৈ খোজ কাঢ়ি কাঢ়ি শিষ্যসকলক বক্তৃতা দিছিল। তেওঁলোকে নিশ্চয় নিজৰ অভিজ্ঞতাৰেই এই কথা আৱিষ্কাৰ কৰিছিল যে তেওঁলোকে যদি একে ঠাইতে বহি নাথাকি লৰচৰ কৰি থাকে, তেতিয়াহ'লে তেওঁলোকৰ মূৰলৈ বেছি পৰিমাণে তেজ সঞ্চালিত হ'ব আৰু তেজলৈ বেছি পৰিমাণে সঞ্চালিত হ'ব অম্লজান।

মানুহৰ বয়স যিমানেই নহওক কিয়, সকলো স্বাস্থ্যৱান মানুহেই নিয়মিতভাৱে ব্যায়াম কৰা উচিত। সত্তৰ বছৰ পাৰ হোৱাৰ পিছত খুব কঠিন ব্যায়াম কৰা উচিত নহয়। কিন্তু সেইবুলি কোনো ধৰা-বন্ধা নিয়মো কঠোৰভাৱে প্ৰয়োগ কৰিব নোৱাৰি। বহুতো স্বাস্থ্যৱান মানুহে সত্তৰ বছৰ পাৰ হৈ যোৱাৰ পিছতো টেনিছ আৰু আশী বছৰ পাৰ হৈ যোৱাৰ পিছতো গল্ফ খেলিব পাৰে। বয়সস্থ মানুহে কৰিব পৰা আনবোৰ ব্যায়াম হ'ল— বহুত সময় ধৰি খোজ কঢ়া, সাঁতোৰা, মাছ ধৰা, চাইকেল চলোৱা, ফুলৰ বাগিচা কৰা ইত্যাদি। ছিৰি বগোৱা কামটো এটা বৰ বিৰক্তিকৰ ব্যায়াম। কিন্তু তাৰ পৰাও যথেষ্ট উপকাৰ পোৱা যায়। অৱশ্যে কোনো মানুহেই দীঘলীয়া প্ৰস্তুতি নকৰাকৈ কোনো কঠিন ব্যায়াম কৰিবলৈ আৰম্ভ কৰা উচিত নহয়। কিছুদিন ধৰি সহজ ব্যায়াম কৰি কৰি নিজকে প্ৰস্তুত কৰি লোৱাৰ পিছতহে কষ্টসাধ্য কঠিন ব্যায়ামবোৰ আৰম্ভ কৰিব লাগে। কিন্তু কোনো ধৰণৰ ব্যায়াম নকৰাটো শৰীৰৰ পক্ষে অতি ক্ষতিকৰ। আধুনিক যুগৰ মানুহ মটৰগাড়ী, বাছ, ট্ৰেইন আৰু এৰোপ্লেনৰ পৰা ওলোৱা-সোমোৱা কৰাতেই বেছি অভ্যস্ত। কিন্তু মানুহে আকৌ ভৰি দুখনৰ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলেহে তেওঁৰ এটা সবল আৰু স্বাস্থ্যৱান জীৱন লাভ কৰি পাৰিব।

মানুহৰ জীৱনটো সদায় মসৃণভাৱে নচলে। হঠাৎ কেতিয়াবা জৰুৰী অবস্থাৰ উদ্ভৱ হয়। সেই অবস্থা চম্ভালিবলৈ নিখুঁতভাৱে ৰক্ত-সঞ্চালন কৰি থকা এটা সবল শৰীৰৰ প্ৰয়োজন হয়। সদায় শুই-বহি থকা মানুহৰ ৰক্ত-সঞ্চালন কেতিয়াও ভাল হ'ব নোৱাৰে। আকস্মিক দুৰ্ঘটনা, কঠিন অসুখ বা অস্ত্ৰোপচাৰ আদিয়ে শৰীৰৰ প্ৰকৃত সামৰ্থ্যৰ পৰীক্ষা লয়। কোনোমতে জীয়াই থকা আৰু স্বাস্থ্যৱান হৈ জীয়াই থকা— এই দুয়োটাৰ পাৰ্থক্য আচলতে জীৱন আৰু মৃত্যুৰ মাজৰ পাৰ্থক্য।"

হাৰ্ভাৰ্ড মেডিকেল স্কুল সমগ্ৰ বিশ্বৰ ভিতৰতে এখন জাকত-জিলিকা মেডিকেল স্কুল। তাৰ অধ্যাপক ডাঃ হাৰ্ভে বি ছাইমনে স্বাস্থ্য ৰক্ষাৰ কাৰণে দিয়া বহুমূলীয়া উপদেশবোৰ সকলো মানুহে সকলো সময়তে মনত ৰখা উচিত। তেওঁ কৈছে— "যিবোৰ মানুহে ভাল স্বাস্থ্য পাবলৈ ইচ্ছা কৰে তেওঁলোকে সকলো সময়তে সকলো কথাতে মধ্যম-পন্থা মানি চলা উচিত। অৰ্থাৎ মধ্যম-পন্থাই হ'ল স্বাস্থ্যৰ মূল ৰহস্য। ঠিক সেইদৰে জীৱনত সুখ পাবলৈ হ'লে জীৱনৰ সকলো কথাতে ভাৰসাম্য ৰক্ষা কৰি চলিব লাগিব। কাম কৰা, খেল-ধেমালি কৰা, ব্যায়াম কৰা, জিৰণি লোৱা, অনুশাসন মানি চলা আৰু লোভক প্ৰশ্ৰয় দিয়া— এই সকলোৰে মাজত এটা ভাৰসাম্য থাকিব লাগিব। কোনো ক্ষেত্ৰতে আতিশয্য থাকিব নালাগিব। আপুনি স্বাধীন হ'ব লাগিব, কিন্তু কেতিয়াবা আনৰ ওপৰতো নিৰ্ভৰ কৰিব লাগিব। মাজে-সময়ে আপোনাৰ অকলশৰীয়া হোৱাৰ প্ৰয়োজন হ'ব; কিন্তু সেইবুলি মানুহৰ সঙ্গও পৰিহাৰ কৰি চলিব নালাগিব। আপোনাৰ চিন্তা আৰু কল্পনাৰ মাজতো ভাৰসাম্য

থাকিব লাগিব। বেছিকৈ পৰিশ্ৰম কৰি কমকৈ জিৰণি লোৱা বা বেছিকৈ জিৰণি লৈ কমকৈ কাম কৰা— এইটো নচলিব। আপুনি ভাৰসাম্য ৰক্ষা কৰি চলিব লাগিব আপোনাৰ নিজৰ প্ৰয়োজন আৰু আপোনাৰ পৰিয়ালৰ তথা সমাজখনৰ প্ৰয়োজনৰ মাজত। শৰীৰ আৰু মন দুয়োটাকে সুস্থ আৰু সবল কৰি ৰাখিবলৈ আপুনি দুয়োটাৰে মাজত ভাৰসাম্য স্থাপন কৰিব পাৰিব লাগিব। হৃদযন্ত্ৰ সুস্থ কৰি ৰাখিবলৈ আপুনি আপোনাৰ মগজটোকো সুস্থ কৰি ৰাখিব লাগিব।

ভাল স্বাস্থ্যৰ কাৰণে, ভাল টোপনিৰ খুব প্ৰয়োজন। ভাল টোপনি হ'বলৈ তলত দিয়া নিয়মকেইটা মনত ৰাখিব—

(১) সদায় একেটা সময়তে ৰাতি বিছনালৈ যাব আৰু ৰাতিপুৱা একেটা সময়তে বিছনা ত্যাগ কৰিব। ৰাতি ভালকৈ টোপনি নহা মানুহবোৰে দিনত শোৱাৰ অভ্যাস নকৰিব।

(২) শোৱা বিছনাখন যাতে আৰাম-দায়ক হয় তাৰ প্ৰতি চকু ৰাখিব। একমাত্ৰ শোৱাৰ বাহিৰে আন কোনো কামৰ কাৰণে বিছনাখন ব্যৱহাৰ নকৰিব। বিছনাত শুই শুই কিতাপ নপঢ়িব আৰু টিভি নাচাব।

(৩) শোৱা কোঠাটো নিজান আৰু আন্ধাৰ হ'ব লাগে। বতাহ ওলোৱা-সোমোৱাৰ ভাল ব্যৱস্থা থাকিব লাগে। জাৰৰ দিনত শোৱা কোঠাত বেছিকৈ ঠাণ্ডা সোমাবলৈ দিব নালাগে।

(৪) দিনৰ ভাগত যথেষ্ট পৰিমাণে শাৰীৰিক পৰিশ্ৰম আৰু ব্যায়াম কৰিব লাগে।

(৫) শোৱাৰ আগতে অতি-ভোজন নকৰিব। গুৰুপাকী আহাৰ, চাহ, কফি, মদ নাখাব, বেছিকৈ পানীও নাখাব।

(৬) বিছনালৈ যোৱাৰ আগতে যোগাসন, ধ্যান বা গভীৰভাৱে উশাহ-নিশাহ লোৱাৰ ব্যায়াম কৰিব। বিছনাত পৰি টোপনি অহালৈ বাট চাই থাকোঁতে শৰীৰটো ভৰিৰ তলুৱাৰপৰা মূৰৰ তালুলৈকে ক্ৰমান্বয়ে শিথিল কৰাৰ অভ্যাস কৰিব।

(৭) আটাইতকৈ ডাঙৰ কথা— টোপনি নাহিব বুলি দুশ্চিন্তা কৰি নাথাকিব। বাৰে বাৰে ঘড়ীলৈ চাই নাথাকিব। বিছনাত পৰি দিনটোৰ সমস্যাবোৰৰ কথা চিন্তা কৰি নাথাকিব। এইবোৰ সকলো কৰিও টোপনি নাহিলে বিছনাত ছাটি-ফুটি কৰি নাথাকিব। বিছনাৰ পৰা উঠি কিছুসময় কিতাপ পঢ়ি বা খোজ কাঢ়ি আকৌ বিছনালৈ যাব।

জীৱনত কোনো কথাতে বা কোনো কামতে লৰা-ঢপৰা নকৰিব, শান্ত আৰু স্থিৰভাৱে জীৱনটো চলাবলৈ চেষ্টা কৰিব। উদাহৰণ স্বৰূপে তলৰ নিয়মকেইটা মানি চলিব—

(১) আহাৰ খাওঁতে খুব লাহে লাহে খাব। কেবাজনো মানুহে একেলগে বহি খাব লগা হ'লে আপুনি সকলোৰে শেষত খাই শেষ কৰিবলৈ চেষ্টা কৰিব।

(২) লাহে লাহে কথা ক'ব। আনে কথা কৈ থাকোঁতে মুখ পাতি নধৰিব। তৰ্ক-বিতৰ্ক হ'লে আপুনি কেতিয়াও একেবাৰে শেষ কথাটো ক'বলৈ চেষ্টা নকৰিব। আপুনি নিজকে শুদ্ধ বুলি জানি লৈ তৰ্কৰ মোখনি মাৰিবলৈ আনক সুযোগ দিব।

(৪) মাতটো সৰু কৰি ৰাখিব। কেতিয়াও নিচিঞৰিব।

(৫) খং উঠিবলৈ নিদিব। খং উঠিলে দীঘলকৈ কেইটামান উশাহ লৈ তাৰ পিছত শান্তভাৱে কথা ক'ব।

(৬) খণ্ডত মুখ বিকটাই বা দাঁত কামুৰি কথা নক'ব। হাঁহি এটা মাৰি সকলোধৰণৰ পৰিস্থিতি নিয়ন্ত্ৰণ কৰিবলৈ চেষ্টা কৰিব।

(৭) কেতিয়াও দুটা কাম একেলগে নকৰিব। উদাহৰণ স্বৰূপে টেলিফোনত কথা পাতি থাকোঁতে চিঠি নপঢ়িব।

(৮) বাৰে বাৰে ঘড়ী চাই নাথাকিব। চাবলগীয়া হ'লেও এঘণ্টাত এবাৰহে চাব। ঘড়ীটো আগবঢ়াই নথব। সপ্তাহৰ আপোনাৰ জিৰণিৰ দিনটোত ঘড়ী একেবাৰেই নাচাব।

(৯) সপ্তাহটোৰ প্ৰতিটো ঘণ্টাৰ কাৰণে কামৰ আগতীয়া আঁচনি নকৰিব। শনিবাৰৰ সন্ধিয়াটো সম্পূৰ্ণ আজৰি কৰি ৰাখিব। দেওবাৰে একো কষ্টকৰ কাম নকৰিব।"

* * *

# ‘স্বাস্থ্য’ৰ সম্পাদক কেনেকৈ হ’লো

কৈশোৰৰ দুৱাৰডলিত ভৰি দি ন্যূনতম বুদ্ধি-বৃত্তি থকা সকলো ল’ৰা-ছোৱালীয়ে বেঙা মেলি দূৰৰ ধুঁৱলী-কুঁৱলী ভৱিষ্যৎটোলৈ চাবলৈ চেষ্টা কৰে। নিজৰ ভৱিষ্যৎটো কল্পনা কৰিবলৈ চেষ্টা কৰে। আন কথাত ক’বলৈ গ’লে সেই বয়সত ল’ৰা-ছোৱালীৰ মনত দুই-এটা উচ্চাকাংক্ষাই পোখা মেলে। অৱশ্যে সকলোৰে উচ্চাকাংক্ষা সমান জোখত উচ্চ হ’ব নোৱাৰে। পক্ষীসব উড়য় যেন পখা অনুসাৰে। নিজৰ সীমিত জ্ঞান-বুদ্ধি আৰু আৰ্থিক অৱস্থা অনুযায়ী প্ৰত্যেকেই নিজৰ মনৰ ভিতৰতে এটা বা একাধিক উচ্চাকাংক্ষা নিৰ্মাণ কৰি থাকে। কোৱা বাহুল্য মাথোন যে বয়স আৰু অভিজ্ঞতা বঢ়াৰ লগে লগে মানুহৰ উচ্চাকাংক্ষাও সলনি হ’ব পাৰে। তদুপৰি বাস্তৱৰ আঘাতত কৈশোৰৰ স্বপ্ন-সদৃশ উচ্চাকাংক্ষা ভাগি-ছিগি চূৰমাৰ হোৱাৰ উদাহৰণো বিৰল নহয়।

কৈশোৰত মোৰ উচ্চাকাংক্ষা আছিল তিনিটা ঃ সাংবাদিক হোৱা, অধ্যাপক হোৱা আৰু ডাক্তৰ হোৱা।

কটন কলেজত ছাত্ৰ-জীৱন আৰম্ভ কৰিয়েই মই মোৰ মনৰ পৰা অধ্যাপক হোৱাৰ চিন্তা সমূলঞ্চে বিসৰ্জন দিলোঁ। বেছিভাগ অধ্যাপকৰ বিৰক্তিকৰ বক্তৃতা আৰু তেওঁলোকৰ প্ৰতি বেছিভাগ ছাত্ৰৰ অৱজ্ঞাসূচক মনোভাৱ লক্ষ্য কৰি মই অধ্যাপক-বৃত্তিৰ প্ৰতি সকলো আকৰ্ষণ হেৰুৱাই পেলালোঁ। অসম মেডিকেল কলেজত অতি সহজে ছীট পায়ো মোৰ ডাক্তৰি পঢ়া নহ’ল, অৰ্থাৎ মই ডাক্তৰ হ’ব নোৱাৰিলোঁ, ঘাইকৈ মোৰ সেই সময়ৰ মানসিক অস্থিৰতাৰ ফলত। একে সময়তে মই তীব্ৰ আকৰ্ষণ অনুভৱ কৰিছিলোঁ চিকিৎসা-বিজ্ঞান আৰু ইংৰাজী সাহিত্যৰ প্ৰতি। এই দুয়োটা বিষয়ৰ টনা-আঁজোৰাত অৱশেষত ইংৰাজী সাহিত্যৰেই জয় হ’ল। বহুত বছৰৰ আগতে কোনোবা এখন বিদেশী উপন্যাসত মই এনে এজন পুৰুষৰ ৰক্তাক্ত অন্তৰ্দ্বন্দ্বৰ কাহিনী পঢ়িবলৈ পাইছিলোঁ— যিজন পুৰুষে একে সময়তে দুগৰাকী ৰমণীৰ প্ৰতি সমানে তীব্ৰ আকৰ্ষণ অনুভৱ কৰি কাকো এৰি কাকো ধৰিব নোৱৰা উভয়-সংকটত ক্ষত-বিক্ষত হৈছিল। অৱশেষত তেওঁ এগৰাকী ৰমণীক ত্যাগ কৰিবলৈ বাধ্য হৈছিল; কিন্তু যাক তেওঁ ত্যাগ কৰিলে সেই ৰমণীৰ কৰুণ-মধুৰ স্মৃতি তেওঁৰ গোটেই জীৱনৰ কাৰণে হৈ থাকিল যুগমীয়া বিষাদৰ উৎস। মোৰ দুগৰাকী প্ৰেমিকা আছিল চিকিৎসা-বিজ্ঞান আৰু ইংৰাজী সাহিত্য। মই চিকিৎসা-বিজ্ঞানক ত্যাগ কৰিলোঁ, কিন্তু মোৰ মানসিক অৱস্থা হৈ থাকিল ওপৰত উল্লেখ কৰা উপন্যাসখনৰ নায়কজনৰ নিচিনা। পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ গল্পকাৰ এণ্টন চেখভৰ নিচিনাকৈ ময়ো যদি ক’ব পাৰিলোহেঁতেন যে ‘চিকিৎসা-বিদ্যা মোৰ পত্নী, আৰু সাহিত্য হ’ল মোৰ প্ৰণয়িনী বা উপপত্নী!’ চেখভে দাবী কৰিছে যে চিকিৎসা-বিদ্যা তথা পত্নীৰ সংগত তেওঁ তৃপ্তি নোপোৱা হ’লেই তেওঁ গুচি যায় সাহিত্য তথা উপপত্নীৰ সংগসুখ ল’বলৈ। কিন্তু হায়, মোৰ কাৰণে সেই পথ ৰুদ্ধ। সাহিত্য মোৰ একমাত্ৰ আশ্ৰয়। অথচ চিকিৎসা-বিদ্যাকো মই ভাল পাইছিলোঁ সমান ব্যাকুল আৱেগেৰে!

মোৰ তৃতীয়টো উচ্চাকাংক্ষা অৰ্থাৎ সাংবাদিক হোৱাৰ ইচ্ছা পূৰ্ণ হ’ল সম্পূৰ্ণ অপ্ৰত্যাশিতভাৱে।

সাংবাদিকতাই মোক সকলো দিছে; দিব পৰা নাই কেৱল মানসিক সন্তুষ্টি বা কাম কৰাৰ আনন্দ। মই ইয়াকেই কওঁ মানুহ হোৱাৰ গৌৰৱ আৰু যন্ত্ৰণা।

প্ৰত্যেক মানুহৰ জীৱনত নহ'লেও কিছুমান মানুহৰ জীৱনত মাজে-সময়ে দুই-এটা অবিশ্বাস্য ঘটনা ঘটে। মোৰ নিজৰ জীৱনত এনেকুৱা অবিশ্বাস্য ঘটনা কেইবাটাও ঘটিছে। একেবাৰে শেহতীয়া অবিশ্বাস্য ঘটনাটো হ'ল মই 'জি এন আৰ চি স্বাস্থ্য'ৰ সম্পাদক হোৱাৰ ঘটনা। মই যিটো মানুহে ডাক্তৰ হ'ব নোৱাৰি বা হোৱাৰ সুযোগ পায়ো গ্ৰহণ নকৰি গোটেই জীৱন এটা অব্যক্ত যন্ত্ৰণাত ভুগি আছোঁ, সেই মানুহটো জীৱনৰ আবেলি পৰত হ'লো এখন স্বাস্থ্য-আলোচনীৰ সম্পাদক! কিমাশ্চৰ্যম অতঃপৰম? ইয়াতকৈ আশ্চৰ্য কথা আৰু কি হ'ব পাৰে?

ডাঃ নোমল চন্দ্ৰ বৰাৰ মুখত এই প্ৰস্তাৱটো শুনি প্ৰথমে মই নিজৰ কাণকেই বিশ্বাস কৰিব পৰা নাছিলোঁ। সঁচা কথা ক'বলৈ গ'লে মই অতি বিনীতভাৱে প্ৰস্তাৱটো প্ৰত্যাখ্যানেই কৰিছিলোঁ। কিন্তু মোৰ অতি অন্তৰংগ আৰু শ্ৰদ্ধাভাজন ব্যক্তিকেইজনৰ ভিতৰত এজন হ'ল ডাঃ নোমল চন্দ্ৰ বৰা। তেওঁৰ জীৱনৰ সাধনাই মোৰ মনত গভীৰ প্ৰশংসাৰ উদ্ৰেক কৰে; তেওঁৰ পৰিশীলিত সমাহিত ব্যক্তিত্বই মোক মোহিত কৰে। সেই কাৰণে মোৰ অনিচ্ছা বা অসন্মতিক অগ্ৰাহ্য কৰি তেওঁ যেতিয়া দ্বিতীয়বাৰ একেটা প্ৰস্তাৱকে আগবঢ়ালে, তেওঁৰ সিদ্ধান্তক সন্মান জনাবলৈ মই বাধ্য হ'লোঁ। অৱশেষত মই এখন স্বাস্থ্য-আলোচনীৰ সম্পাদক! কিন্তু একমাত্ৰ ডাঃ বৰাকেই মই মোৰ যোগ্যতাৰ শেষ বিচাৰক বুলি নাভাবোঁ। মোৰ আচল বিচাৰক হ'ব 'জি এন আৰ চি স্বাস্থ্য'ৰ পাঠকসকল। অহা কেইটামান বছৰ মোৰ কাৰণে হ'ব কঠিন পৰীক্ষাৰ সময়। এই আলোচনীখনৰ নিয়মিত গ্ৰাহক আৰু পাঠক হ'বলৈ মানুহ কেতিয়া আগ্ৰহান্বিত হ'ব? যেতিয়া তেওঁলোকে দেখিব যে আলোচনীখন সকলো ফালেদি তেওঁলোকৰ নানা উপকাৰত আহিছে; স্বাস্থ্য-ৰক্ষা আৰু ৰোগ-নিৰাময় সম্পৰ্কীয় সকলো প্ৰশ্নৰ উত্তৰ তেওঁলোকে আলোচনীখনত বিচাৰি পাইছে। কিন্তু মোৰ মতে আলোচনীখনে পাঠকক আকৃষ্ট কৰিবলৈ বা ধৰি ৰাখিবলৈ কেৱল সেইটোও যথেষ্ট নহ'ব। ই হ'ব লাগিব এখন বিচিত্ৰ বিষয়-সম্বলিত ৰমণীয় সুখপাঠ্য আলোচনী— যিখন আলোচনীয়ে মানুহক নতুন আশাৰ বাণী শুনাব, আৰু তেওঁলোকৰ জীয়াই থকাৰ আনন্দ দুগুণে বঢ়াই তুলিব। স্বাস্থ্য-আলোচনীৰ পৃষ্ঠাবোৰ কেৱল ডাক্তৰৰ প্ৰেছক্ৰিপশ্যন বা ৰোগৰ আলোচনা হ'ব নোৱাৰিব; ই হ'ব লাগিব স্বাস্থ্যৰ সাধনাৰ মাদকতা আৰু আনন্দৰ অংশীদাৰ হ'বলৈ পাঠকসকললৈ আশাভৰা নিমন্ত্ৰণ।

যোৱা কেইবাসপ্তাহ ধৰি মই নিজকে বাৰে বাৰে প্ৰশ্ন কৰিছোঁ ঃ এনে এখন আলোচনীৰ সম্পাদক হ'বলৈ মোৰ নিজৰ যোগ্যতা কি? বা ডাঃ নোমল চন্দ্ৰ বৰাৰ নিচিনা এজন বিশিষ্ট চিকিৎসা-বিজ্ঞানী আৰু সফল মেডিকেল প্ৰশাসকে মোক কি বিচাৰত এখন স্বাস্থ্য-আলোচনীৰ সম্পাদক পাতিছে?

বহুত ভাবি-চিন্তি মই প্ৰশ্ন দুটাৰ এইকেইটা উত্তৰ বিচাৰি পাইছোঁ।

**এক ঃ** বাল্যকালত মেলেৰিয়াই আৰু যৌৱন কালত নানা প্ৰকাৰৰ আতিশয্যই মোৰ স্বাস্থ্য সমূলি ধ্বংস কৰি পেলাইছিল। কিন্তু ধৈৰ্য ধৰি আৰু অশেষ যত্ন কৰি মই মোৰ ভগ্ন-স্বাস্থ্য এনেকৈ মেৰামতি কৰিলোঁ যে এই পৰিণত বয়সতো মই দিনে গড় হিচাপে বাৰ ঘণ্টাকৈ পৰিশ্ৰম কৰিব পৰাৰ জোখাৰে সুস্থ আৰু সবল হৈ আছোঁ। অৱশ্যে কাইলৈ মোৰ কি হ'ব সেই কথা মই আজি ক'ব নোৱাৰোঁ। সি যি কি নহওক, যোৱা বহুবছৰ ধৰি মই মোৰ স্বাস্থ্য-সাধনাৰ কাহিনী বৰ্ণনা কৰি বহুতো প্ৰবন্ধ লিখিছোঁ।

মানুহে এনেকৈয়ো কোৱা মই শুনিছোঁ যে অসমীয়া ভাষাত স্বাস্থ্যৰ বিষয়ে ইমান বেছিকৈ প্ৰবন্ধ লিখা মানুহ মোৰ বাহিৰে দ্বিতীয় এজন নাই। বোধহয় এই কথাটোৱে এখন স্বাস্থ্য-আলোচনীৰ সম্পাদক হিচাপে পাঠকৰ ওচৰত সামান্য পৰিমাণে হ'লেও মোক গ্ৰহণ-যোগ্য কৰি তুলিব পাৰে।

**দুই ঃ** ডাক্তৰ হ'ব নোৱৰাৰ দুখত মই গোটেই জীৱন ধৰি স্বাস্থ্য আৰু ৰোগ সম্পৰ্কীয় বহুত কিতাপ পঢ়িছোঁ। মোৰ কাৰণে এইটো এক প্ৰকাৰৰ নিচা। মানুহৰ শাৰীৰিক আৰু মানসিক যন্ত্ৰণাৰ সমস্যাই মোৰ মনটোক সততে প্ৰশ্নশীল কৰি ৰাখে, কাৰণ মানৱ-জীৱনৰ ই এটা মৌলিক সমস্যা।

**তিনি ঃ** কেৱল চিকিৎসকহে যে স্বাস্থ্য-আলোচনীৰ সম্পাদক হ'ব পাৰে এনে কথা মই বিশ্বাস নকৰোঁ। স্বাস্থ্য সম্পৰ্কে মই পঢ়া সকলো পপুলাৰ আৰু সহজবোধ্য কিতাপৰ ভিতৰত যিখন কিতাপে এসময়ত মোক খুব মুগ্ধ কৰিছিল, সেই কিতাপখনৰ (All About Good Health) তিনিজন লেখকৰ ভিতৰত মাত্ৰ এজন হ'ল ডাক্তৰ ঃ বিশ্ববিখ্যাত ডাঃ খ্ৰীষ্টিয়ান বাৰ্ণাৰ্ড। তেৱেঁই আছিল এজন মানুহৰ হৃৎপিণ্ড আন এজন মানুহৰ শৰীৰত স্থাপন কৰা প্ৰথমজন ডাক্তৰ। কিতাপখনৰ বাকী দুয়োজন লেখকেই বিশ্ববিশ্ৰুত 'মেনেজমেণ্ট গুৰু' ঃ চি নৰ্থকোট পাৰ্কিনছন (বিখ্যাত Parkinson's Law-ৰ উদ্ভাৱক) আৰু এম কে ৰুস্তমজী। শেষোক্ত দুয়োজনে যুটীয়াভাৱে লিখা ছখনমান কিতাপ পৃথিৱীৰ চল্লিশটামান ভাষালৈ অনূদিত হৈছে। মই নিজকে তেওঁলোকৰ সমকক্ষ বুলি দাবী কৰা নাই। সেইখিনি মূৰ্খতা আৰু ধৃষ্টতা মোৰ নাই। মই কেৱল এই কথাহে প্ৰতিপাদন কৰিব খুজিছোঁ যে চিকিৎসা-বিজ্ঞানী বা স্বাস্থ্য-বিশেষজ্ঞৰ বাহিৰেও সাধাৰণ মানুহৰো স্বাস্থ্যৰ বিষয়ে লিখিবলৈ অধিকাৰ আছে! মোৰ মনৰ ওপৰত স্থায়ী প্ৰভাৱ পেলোৱা স্বাস্থ্য-সম্পৰ্কীয় কিতাপবোৰৰ ভিতৰত এখন আছিল মহাত্মা গান্ধীৰ 'স্বাস্থ্য-বিধি'।

# এটা জটিল ৰোগৰ সহজ চিকিৎসা

যোৱা দুমাহমান ধৰি মোৰ গাটো সমূলি ভাল নহয়। বেমাৰ বুলিবলৈ একো নাই; কিন্তু কিবা এটা গভীৰ অৱসাদে সকলো সময়তে মোক আচ্ছন্ন কৰি ৰাখে। একো কাম-কাজ কৰিবলৈ উৎসাহ অনুভৱ নকৰোঁ। সকলো সময়তে বিছনাত পৰি থাকিবলৈ মন যায়। কিন্তু সেইবুলি মই বিছনাত পৰি থাকিব নোৱাৰোঁ। প্ৰতিদিনে অন্ততঃ কিছু সময় লিখাৰ টেবুলত নবহিলে মোৰ জীৱন আৰু জীৱিকা দুয়োটাই নচলে। অৱশ্যে জীৱিকাৰ প্ৰশ্নটো গৌণ, কাৰণ জীৱিকাৰ প্ৰয়োজনত মই এতিয়া চাকৰি কৰি থকা নাই। কিন্তু কাম নকৰাকৈ, অন্ততঃ নিলিখাকৈ, মাত্ৰ এটা দিনো যদি মই কেৱল শুই-বহি কটাওঁ, তেন্তে মই জীয়াই থকাৰ সকলো আনন্দ হেৰুৱাই পেলাওঁ। নীৰদ চি চৌধুৰীৰ মৃত্যু হৈছিল এশ বছৰ বয়সত। তেওঁৰ সৰ্বশেষ কিতাপখন প্ৰকাশ হৈছিল নিৰান্নবৈ বছৰ বয়সত। তেওঁ ঘোষণা কৰিছিল যে যিদিনাই তেওঁ লিখিব নোৱৰা হ'ব, সেইদিনাই তেওঁ চিপজৰী লগাই আত্মহত্যা কৰিব। সিমানখিনি দম্ভালি কৰিব পৰাৰ যোগ্যতা মোৰ নাই। তথাপি ময়ো মোৰ কোনোবা এখন কিতাপত ঘোষণা কৰি থৈছোঁ যে মই লিখিবৰ কাৰণে জীয়াই থাকোঁ আৰু জীয়াই থাকিবৰ কাৰণেই লিখোঁ। সেইকাৰণে অৱসাদে এটা পাহাৰৰ নিচিনাকৈ মোক হেঁচা মাৰি ধৰিলেও মই নিজকে চোঁচোৰাই লিখাৰ টেবুললৈ আনিবলৈ বাধ্য হওঁ।

এনেকৈ থাকোঁতে এদিন মই পানীলগা জ্বৰত—আজিকালিৰ ভাষাত ভাইৰেল জ্বৰত— কেইবাদিনৰ কাৰণে শয্যাশায়ী হ'লোঁ। লগতে আৰম্ভ হ'ল গলৰ নানাবিধ ৰোগ। লক্ষণ দেখি মোৰ বুজিবলৈ বাকী নৰ'ল যে ইয়াৰ আগতে হাজাৰবাৰ আক্ৰান্ত হোৱাৰ দৰে এইবাৰো মই আকৌ মোৰ পুৰণি চিনাকি ৰোগ এলাৰ্জিৰ দ্বাৰা আক্ৰান্ত হৈছোঁ। ৰোগে মোক আগতকৈ দুগুণে দুৰ্বল কৰি তুলিলে।

মই অৱশ্যে ৰোগৰ ওচৰত বিনাযুদ্ধে আত্মসমৰ্পণ কৰা নাছিলোঁ। স্বাস্থ্যৰ যত্নৰ বিষয়ে পঢ়ি-শুনি যিমানবোৰ কথা শিকিছোঁ, সেই সকলো বিদ্যা মই নিজৰ ক্ষেত্ৰত প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু মানুহে আপদকালত বুদ্ধি হেৰুওৱাৰ দৰে ময়ো সেই সময়ত আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটোকে এবাৰো মনলৈ নানিলোঁ। মই অলপ পিছতে সেই কথাটোলৈ আহিম।

এটা সময়ত মোৰ পানীলগা জ্বৰ ভাল হ'ল, কিন্তু দুৰ্বলতাই মোৰ লগ নেৰা হ'ল। দুৰ্বলতা, লগতে এটা সৰ্বগ্ৰাসী অৱসাদ। প্ৰায় প্ৰতিদিনেই ডাঃ নিৰ্মল চাহেৱালালৈ ফোন কৰি নানা প্ৰশ্ন সুধি তেওঁক ব্যতিব্যস্ত কৰোঁ। তেওঁৰ এটাই মাত্ৰ উত্তৰ ঃ আপোনাৰ একো অসুখ নাই; আপুনি অনাহকত চিন্তা কৰি মৰিছে। মোৰ নাড়ী-নক্ষত্ৰ সকলো চিনি পোৱা নিৰ্মলৰ কথা অবিশ্বাস কৰাৰ কথা মই ভাবিবই নোৱাৰোঁ। তথাপি মনলৈ প্ৰশ্ন আহিল— টেলিফোনত কেৱল মোৰ মুখৰ কথা শুনি ৰোগ নিৰ্ণয় কৰাটো সম্ভৱ নহ'বওতো পাৰে?

মই জানো যে মানুহৰ দীৰ্ঘস্থায়ী দুৰ্বলতা কেঞ্চাৰ আৰু বহুমূত্ৰকে ধৰি কেইবাটাও মাৰাত্মক ৰোগৰ আগলিবতৰা হ'ব পাৰে। তদুপৰি মই এতিয়া ডেকা মানুহ হৈ থকা নাই। এই বয়সত কেইটামান ৰোগৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। মোৰ স্বাস্থ্যৰ সংকটে দেখা দিলেই মই সৰ্বপ্ৰথমে স্মৰণ কৰোঁ ডাঃ নোমল চন্দ্ৰ বৰাৰ নাম। ডাক্তৰে সকলো ৰোগীকে সমান দৃষ্টিৰে চায় যদিও ডাঃ বৰাই মোৰ ক্ষেত্ৰত অলপ বিশেষ যত্ন লোৱা বুলি মই নিজে মনতে ভাবি লৈ আত্মপ্ৰসাদ অনুভৱ কৰোঁ। তদুপৰি এই কথাও সঁচা

যে ডাঃ বৰাৰ লগত কিছুসময় কথা পাতিলেই মোৰ প্ৰকৃত বা কাল্পনিক ৰোগবোৰ চাৰি-পঞ্চমাংশ আৰোগ্য হোৱা যেন মই অনুভৱ কৰোঁ। মোৰ দৃঢ় বিশ্বাস যে ডাঃ বৰাৰ ওচৰলৈ যোৱা সকলো মানুহেই মোৰ নিচিনাকৈয়ে অনুভৱ কৰে।

এদিন মই ডাঃ বৰাৰ ওচৰলৈ গ'লোঁ। তেওঁ যথাৰীতি বেছ কিছুসময় মোক পৰীক্ষা কৰি ঘোষণা কৰিলে যে মোৰ শৰীৰত কোনো ৰোগ বা আন একো শাৰীৰিক সমস্যা নাই। কথাৰ মাজতে তেওঁ এবাৰ খুব সাধাৰণভাৱে ক'লে যে মোৰ শাৰীৰিক দুৰ্বলতা আৰু অৱসাদৰ এটা প্ৰধান কাৰণ হ'ব পাৰে ষ্ট্ৰেছ (stress)। ষ্ট্ৰেছ নোহোৱা কৰিব পাৰিলেই মোৰ সাময়িক দুৰ্বলতা আপোনা-আপুনি নোহোৱা হ'ব।

ষ্ট্ৰেছ! ডাঃ বৰাক দেখুৱাই মই বাহিৰত শান্ত হৈ থাকিলোঁ যদিও মোৰ মনটোৱে চিঞৰি উঠিল— ইউৰেকা! ইউৰেকা! ষ্ট্ৰেছৰ বিষয়ে মই নিজে ইমান পঢ়া-শুনা কৰিছোঁ যে তাৰ বিষয়ে এজন সাধাৰণ মানুহে জানিব পৰা প্ৰায় সকলো কথাই মই জানো। মই এই কথাও জানো যে বিভিন্ন ৰোগৰ আপত্তি লৈ প্ৰতিদিনে ডাক্তৰৰ ওচৰলৈ যিমানবোৰ মানুহ যায়; তেওঁলোকৰ প্ৰতি দহজন মানুহৰ ভিতৰত নজন মানুহৰেই আচল সমস্যাটো ষ্ট্ৰেছ বুলি বহুতো ডাক্তৰে সন্দেহ কৰে। ষ্ট্ৰেছ দীৰ্ঘস্থায়ী হ'লে তাৰ ফলত এলাৰ্জি, হাপানী আৰু ৰোগসদৃশ অৱসাদৰ পৰা আৰম্ভ কৰি হৃদৰোগ পৰ্যন্ত হ'ব পাৰে। যিবোৰ শাৰীৰিক পৰিস্থিতিত এনেবোৰ ৰোগৰ উদ্ভৱ হ'ব পাৰে, বহুত সময়ত তেনে পৰিস্থিতি সৃষ্টি কৰে ষ্ট্ৰেছে। এই তথ্যটো আৱিষ্কাৰ কৰা প্ৰথম মানুহজন আছিল ডাঃ হানছ ছেলি (Dr. Hans Selye) নামৰ এজন অষ্ট্ৰিয়ান চিকিৎসা-বিজ্ঞানী। অৱশ্যে তেওঁ ডেকা বয়সত কানাডালৈ গৈ সেই দেশৰ নাগৰিক হয়। মই ১৯৫২ চনত কটন কলেজৰ ছাত্ৰ হৈ থাকোঁতে 'The 100 Most Important People' নামৰ এখন কিতাপ কিনিছিলোঁ। কিতাপখন এতিয়াও মোৰ লগত আছে। কিতাপখনৰ ডাঃ ছেলিৰ বিষয়ে লিখা প্ৰবন্ধটোত কোৱা হৈছিল—

Twice as many people now suffer from heart disease, circulatory ailments, kidney disorders and arthritis as did fifty years ago. Why? Dr. Hans Selye, the brilliant young director of the Institute of Experimental Medicine and Surgery at the University of Montreal, has learned the reason. According to this now world-framed scientist, the major cause of heart trouble and other degenerative disorders is 'Stress'.

মই জানিবই লাগিছিল, বা অলপ দকৈ চিন্তা কৰিলেই জানিব পাৰিলোহেঁতেন যে যোৱা কেইবামাহ ধৰি হৈ থকা মোৰ এলাৰ্জি আৰু অৱসাদৰ একমাত্ৰ কাৰণ হ'ল ষ্ট্ৰেছ। যোৱা কেইমাহমান ধৰি মই শৰীৰে বলে পৰাতকৈ বেছি কষ্টকৰ পৰিশ্ৰম কৰিছোঁ। মানুহক সন্তুষ্ট কৰিবলৈ গৈ নিজৰ প্ৰবল অনিচ্ছা সত্ত্বেও শৰীৰৰ সাৱধানবাণী আওকাণ কৰি দীঘলীয়া কষ্টকৰ ভ্ৰমণ কৰিছোঁ আৰু সভা-সমিতি কৰিছোঁ। নিজৰ ইচ্ছাৰ বিৰুদ্ধেও আনে জোৰকৈ জাপি দিয়া বহুত লেখাৰ দায়িত্ব মূৰ পাতি লৈছোঁ। নিজৰ আচল গুৰুত্বপূৰ্ণ কামবোৰৰ কাৰণে সময় উলিয়াব নোৱাৰি গভীৰ অন্তৰ্দ্বন্দ্বত ভুগিছোঁ। এই সকলোবোৰৰে সন্মিলিত পৰিণাম হ'ল মোৰ ষ্ট্ৰেছ!

মই মোৰ আচল সমস্যাটো আৱিষ্কাৰ কৰাৰ লগে লগেই তাৰ সমাধানো মোৰ কাৰণে সহজ হৈ পৰিল। এতিয়া মই দ্ৰুতগতিৰে সুস্থ আৰু সবল হ'বলৈ আৰম্ভ কৰিছোঁ।

# মদ আৰু স্বাস্থ্য

মদৰ লগত স্বাস্থ্যৰ সম্পৰ্ক কি, অৰ্থাৎ মদে স্বাস্থ্যৰ কিমানখিনি ক্ষতি কৰে আৰু কিমানখিনি উপকাৰ কৰে, সেই কথা বিচাৰ কৰি চোৱাৰ প্ৰয়োজন হৈছে। কেইবছৰমানৰ আগলৈকে চৰকাৰে অসমত মদৰ বিক্ৰী কঠোৰভাৱে নিয়ন্ত্ৰণ কৰি ৰাখিছিল। প্ৰতিখন চহৰতে মাত্ৰ এখন বা দুখন মদৰ দোকান আছিল, আৰু একমাত্ৰ মদৰ পাৰ্মিট থকা মানুহেহে সেইকেইখন দোকানত মদ কিনিব পাৰিছিল। মদৰ পাৰ্মিটো দিব পাৰিছিল একমাত্ৰ চৰকাৰী ডাক্তৰেহে। এইবোৰ ব্যৱস্থাৰ ফলত মদ খোৱা মানুহৰ সংখ্যা আছিল অতি সীমাবদ্ধ। কিন্তু যোৱা শতিকাৰ নব্বৈৰ দশকত মদ-নিবাৰণী নীতি সম্পূৰ্ণভাৱে পৰিত্যাগ কৰি মদৰ বিক্ৰীৰ ওপৰত থকা চৰকাৰী নিয়ন্ত্ৰণ উঠাই লোৱা হ'ল। মদ কিনিবৰ কাৰণে পাৰ্মিটৰ প্ৰয়োজন নোহোৱা হ'ল। অসমৰ নগৰে-চহৰে গাঁৱে-ভূঞে প্ৰতিটো চুবুৰিতে মদৰ দোকান খুলিবলৈ অনুমতি দিয়া হ'ল। অৰ্থাৎ কাৰ্যতঃ স্বীকাৰ কৰি লোৱা হ'ল যে মদ খাবলৈ সকলো মানুহৰে অধিকাৰ আছে। কেৱল মদ কিনিবলৈ জেপত ধন থাকিলেই হ'ল।

মদৰ ইতিহাস প্ৰায় সভ্যতাৰ ইতিহাসৰ সমানেই পুৰণি। মানুহে খেতি কৰি খাদ্যশস্য উৎপাদন কৰিবলৈ আৰম্ভ কৰাৰ লগে লগেই মদ তৈয়াৰ কৰা কৌশলো উদ্ভাৱন কৰিছিল। পণ্ডিতসকলে অনুমান কৰে যে মানুহে মদৰ জুতি পাইছিল প্ৰায় দহহাজাৰ বছৰৰ আগতেই। চীনৰ ভূ-গৰ্ভত আঠহাজাৰ বছৰৰ আগৰ মদ তৈয়াৰ কৰা মাটিৰ পাত্ৰ আৱিষ্কৃত হৈছে। কিন্তু মানুহৰ সুৰাসক্তিৰ অভ্যাস ইমান পুৰণি যদিও সভ্যতাৰ বিকাশৰ লগে লগে পৃথিৱীৰ বিভিন্ন জনগোষ্ঠীৰ একাংশ মানুহে মদক স্বাস্থ্য আৰু চৰিত্ৰ দুয়োটাৰে কাৰণে ক্ষতিকাৰক বুলি বিবেচনা কৰি আহিছে। বিভিন্ন ধৰ্মই মদৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিছে। যীশুখ্ৰীষ্টৰ জন্মৰ প্ৰায় নশ বছৰ আগতেই ৰচিত ইলিয়াড মহাকাব্যত হোমাৰে কৈ গৈছে যে মানুহৰ দেহ-মনত অসংযত উত্তেজনাৰ সঞ্চাৰ কৰা মদ মানুহৰ কাৰণে অতি ক্ষতিকাৰক; ই শৰীৰ দুৰ্বল কৰে আৰু মানুহৰ বিচাৰশক্তি নাশ কৰে। মদৰ বিষয়ে হোমাৰে পোষণ কৰা এই ধাৰণাৰ লগত এতিয়াও সমাজৰ বেছিভাগ চিন্তাশীল আৰু চৰিত্ৰবান মানুহেই একমত। এতিয়ালৈকে পৃথিৱীত যিমানবোৰ ভয়ংকৰ অপৰাধ সংঘটিত হৈছে, সেইবোৰৰ এক বৃজনসংখ্যক অপৰাধ সংঘটিত হৈছে মদৰ নিচাত। নাৰী আটাইতকৈ বেছি নিৰ্যাতিত হৈছে মদপীৰ হাতত। তদুপৰি বহুতো ৰোগত মানুহৰ অকালমৃত্যু আৰু অবৰ্ণনীয় শাৰীৰিক যন্ত্ৰণাৰ কাৰণ হ'ল অপৰিমিত মদ্যপান। এইবোৰ কাৰণতে যুগ যুগ ধৰি মদক ঘৃণাৰ চকুৰে চাই অহা হৈছে। অথচ লগতে এই কথাও সমানেই সত্য যে যুগ যুগ ধৰি মানুহে— সকলোৱেই নহয়, কিছুমান মানুহে— মদক নিজৰ চেতনা-সম্প্ৰসাৰণৰ এটা প্ৰধান আহিলা হিচাপে ব্যৱহাৰ কৰি আহিছে। মদ খোৱাৰ পৰিণাম বহুতৰ কাৰণে সৰ্বনাশী হৈছে, বহুতৰ কাৰণে শুভংকৰ হৈছে; বহুতে মদ খাই ভয়ংকৰ অপৰাধ কৰিছে, আন বহুতে মদৰ নিচাত অবিস্মৰণীয় কবিতা আৰু গান ৰচনা কৰিছে। মুঠতে এনে এটা ধাৰণা প্ৰতিষ্ঠিত হৈছে যে পৃথিৱীত মানুহ যিমানদিন থাকিব, ঠিক সিমানদিন মদো থাকিব।

কিন্তু আজি মোৰ আলোচনাৰ বিষয় হ'ল স্বাস্থ্যৰ লগত মদৰ সম্পৰ্ক।

যিহেতু যোৱা দহ-বাৰ বছৰত অসমত মদ খোৱা মানুহৰ সংখ্যা অভাৱনীয়ভাৱে বৃদ্ধি পাইছে, আৰু

সেই অনুপাতে মদ্যপানৰ ফলত হ'ব পৰা নানাবিধ ৰোগৰ প্ৰকোপো বাঢ়িছে, সেইকাৰণে মদৰ লগত স্বাস্থ্যৰ সম্পৰ্কৰ বিষয়ে সকলো মানুহেই কিছুমান সাধাৰণ কথা জানি থোৱা উচিত। এই বিষয়ে কোনো দ্বিমত থাকিব নোৱাৰে যে মদ স্পৰ্শ নকৰাটোৱেই হ'ল আটাইতকৈ নিৰাপদ আৰু মংগলজনক পন্থা। কিন্তু যিহেতু কিছুমান মানুহে মদ খাবই, আৰু মদ খাবলৈ তেওঁলোকক চৰকাৰীভাৱে প্ৰৰোচিত কৰা হৈছে, সেইকাৰণে মদপীসকলক নিজৰ স্বাস্থ্য আৰু চৰিত্ৰ ধ্বংস নকৰাকৈ মদ খাবলৈ শিকোৱাটো এটা সামাজিক দায়িত্ব বুলি গণ্য কৰা উচিত।

বিজ্ঞানৰ এটা আধুনিক শাখা হ'ল পুষ্টিবিজ্ঞান, আৰু ইয়াৰ বিকাশ ঘটিছে ঘাইকৈ যোৱা এশ বছৰত। খাদ্য আৰু পানীয়ৰ গুণাগুণ বৈজ্ঞানিকভাৱে পুংখানুপুংখ বিশ্লেষণ কৰাটো সম্ভৱ হৈ উঠাৰ ফলত আমি খাদ্য আৰু পানীয়ৰ বিষয়ে প্ৰায় প্ৰতিদিনেই বহুতো নতুন নতুন কথা জানিব পাৰিছোঁ। এটা মাত্ৰ উদাহৰণস্বৰূপে চাহৰ কথা ক'ব পাৰি। চাহ আৱিষ্কৃত হোৱাৰ দিন ধৰি ই কোটি কোটি মানুহৰ দৈনন্দিন জীৱনৰ পানাভ্যাসৰ অংগীভূত হোৱা সত্ত্বেও চাহৰ উপকাৰী দিশটোৰ বিষয়ে যোৱা কেইবছৰমানৰ পৰাহে মানুহৰ ধাৰণা ক্ৰমাৎ স্পষ্ট হ'ব ধৰিছে। মোৰ ল'ৰালিত মোৰ দেউতাই মোক চাহ খাবলৈ নিদিছিল। তেওঁ নিজেও চাহ নাখাইছিল। চাহৰ বিপক্ষে থকা যুক্তি তেওঁ আহৰণ কৰিছিল সেইকালৰ বিখ্যাত ৰসায়ন বিজ্ঞানী আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়ৰ কিতাপৰ পৰা। আচাৰ্য ৰায়ে চাহক স্বাস্থ্যৰ কাৰণে ক্ষতিকাৰক বিষাক্ত পানীয় বুলি গণ্য কৰিছিল। কিন্তু আধুনিক পুষ্টিবিজ্ঞানে প্ৰমাণ কৰি দেখুৱাইছে যে গাখীৰ-চেনি মিহলি নকৰাকৈ খোৱা ক'লা আৰু সেউজীয়া চাহ মানুহৰ স্বাস্থ্যৰ কাৰণে বিশেষভাৱে সুফলদায়ক। ঠিক সেইদৰে আধুনিক পুষ্টি বিজ্ঞানৰ আন এটা চমকপ্ৰদ আৱিষ্কাৰ হ'ল এই তথ্যটো যে স্বাস্থ্যসন্মতভাৱে খাব জানিলে মদে মানুহৰ স্বাস্থ্যৰক্ষাত প্ৰভূত পৰিমাণে সহায় কৰিব পাৰে।

স্বাস্থ্যসন্মতভাৱে মদ কেনেকৈ খাব পাৰি? যদি এজন মানুহে চল্লিছ বছৰ বয়সৰ পিছৰ পৰা প্ৰতিদিনে নিয়মিতভাৱে মাত্ৰ দুই পেগ (মহিলাৰ ক্ষেত্ৰত এক পেগ) মদ খোৱাৰ অভ্যাস কৰে, তেন্তে তেওঁৰ হৃদৰোগৰ সম্ভাৱনা প্ৰায় ত্ৰিছৰ পৰা পঞ্চাছ শতাংশ হ্ৰাস পায়। কিন্তু জোৰটো দিয়া হৈছে মদৰ পৰিমাণৰ ওপৰত। মাত্ৰ দুই পেগ; তাতকৈ এটোপালো বেছিকৈ নহয়। এই বিষয়ে চিকিৎসা বিজ্ঞানে কোৱা কথাবোৰ মই মোৰ ভাষাত কোৱাতকৈ এজন বিশ্ববিখ্যাত চিকিৎসা বিজ্ঞানীৰ ভাষাত ক'লেহে অধিক বিশ্বাসযোগ্য হ'ব।

হাৰ্ভাৰ্ড মেডিকেল স্কুলৰ হৃদৰোগ বিশেষজ্ঞ ডাঃ হাৰ্ভে বি ছাইমনে তেওঁৰ এখন কিতাপত লিখিছে— 'মই জানো যে মদ মানুহৰ স্বাস্থ্যৰ প্ৰতি এটা প্ৰকাণ্ড ভাবুকি। অত্যধিক মদ্যপানে হৃৎপিণ্ড আৰু অন্যান্য অংগ-প্ৰত্যংগবোৰৰ অপূৰণীয় ক্ষতি সাধন কৰিব পাৰে। কিন্তু মদ যে ভীষণ ক্ষতিকাৰক সেই কথা জানিও মই হৃদৰোগৰ প্ৰতিষেধক হিচাপে মদৰ পোষকতা কৰোঁ। যদিও ডাঃ উইলিয়াম হেবাৰডেনে ১৭৮৯ খ্ৰীষ্টাব্দতেই হৃদৰোগৰ উপশমৰ কাৰণে মদৰ বিধান দিছিল, কিন্তু ১৯৮০ চনৰ পৰাহে মদৰ উপকাৰিতাৰ বিষয়ে নতুন নতুন তথ্য ওলাব ধৰিছে।

এই গোটেইবোৰ তথ্য অধ্যয়ন কৰি মই পতিয়ন গৈছোঁ যে হৃদৰোগৰ প্ৰতিষেধক হিচাপে মদৰ উপযোগিতা এশ শতাংশ প্ৰমাণিত নহ'লেও ৮৬ শতাংশ নিশ্চয় প্ৰমাণিত হৈছে। কিন্তু প্ৰশ্ন হ'ল— কিমান পৰিমাণৰ মদ খালে সি আপোনাৰ হৃৎপিণ্ড সবল বা নিৰোগ কৰাত সহায় কৰিব? স্কি-চেম্পিয়ন হেৰমান যোহানছেন ১১১ বছৰ জীয়াই আছিল। তেওঁৰ দীৰ্ঘ জীৱনৰ ৰহস্য কি বুলি সোধা প্ৰশ্নৰ উত্তৰত যোহানছেনে কৈছিল— 'সদায় ব্যস্ত হৈ থাকিবা। প্ৰচুৰ পৰিমাণে ব্যায়াম কৰিবা। বেছি মদ নাখাবা।'

...অলপ সময় বৈ তেওঁ আকৌ ক'লে— 'কিন্তু সেইবুলি খুব কমকৈও নাখাবা।' মই তেওঁৰ লগত একমত। গড় হিচাপে দিনে এক পেগ বা দুই পেগ মদ স্বাস্থ্যৰ কাৰণে উপকাৰী।

ডাঃ ছাইমনৰ কিতাপখন প্ৰকাশ হৈছিল ১৯৯৪ চনত। কিন্তু তাৰ পিছতো স্বাস্থ্য আৰু মদৰ সম্পৰ্কৰ বিষয়ে অবিৰাম গৱেষণা চলি আছে। একেবাৰে শেহতীয়া সমীক্ষা অনুযায়ী দেখা গৈছে যে কোনোবাই যদি পৰিমিত আৰু নিয়মিতভাৱে মদ খোৱাৰ লগতে মজলীয়াভাৱে ব্যায়ামো কৰে, তেন্তে তেওঁৰ স্বাস্থ্য ভাল নহৈ নোৱাৰে। কেইমাহমানৰ আগতে এই খবৰটো পঢ়িছিলোঁ 'হিন্দু' নামৰ ইংৰাজী বাতৰিকাকতখনত। বাতৰিটোত লিখা হৈছে— 'Several major studies have found that light to moderate drinking– upto two drinks a day on a regular basis– is associated with a lower risk of heart disease and some have found this leads to a lower risk of some cancer types. But the Danish study, one of the largest of its kind to examine the combined effect of drinking and exercise, found that there were additional gains from going both.'

এই বিষয়ে মই বিচাৰি পোৱা কেইবাখনো কিতাপ আৰু প্ৰবন্ধ পঢ়িছোঁ যদিও সেই গোটেইবোৰ কথাৰ উল্লেখ নকৰি ২০০৮ চনৰ ১৮ ফেব্ৰুৱাৰীৰ 'টাইম'ত প্ৰকাশ হোৱা এটা তথ্যপূৰ্ণ প্ৰবন্ধৰ প্ৰতি মই পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰিব খোজোঁ। প্ৰবন্ধটোৰ শিৰোনামাই হ'ল— 'Work out and Drink up : Alcohol and Exercise– in the right quantities– may actually help your heart. উক্ত প্ৰবন্ধটোৰ মতে যিবোৰ মানুহে পৰিমিত পৰিমাণে মদ খায় আৰু ব্যায়াম কৰে, তেওঁলোকৰ হৃদৰোগৰ আশংকা ৫০ শতাংশ কমি যায়। মদ নাখায়, কিন্তু ব্যায়াম কৰে— তেনে মানুহৰ হৃদৰোগৰ আশংকা কমে ৩০ শতাংশ। আনকি যিবোৰ মানুহে মদ খায়, কিন্তু ব্যায়াম নকৰে, তেওঁলোকেও কেৱল মদ খায়েই যথেষ্ট পৰিমাণে উপকৃত হয়।

কিন্তু স্বাস্থ্যৰ কাৰণে মদ খোৱাৰ প্ৰধান চৰ্ত দুটা ঃ ৪৫ বছৰ বয়স হোৱাৰ আগতে মদ স্পৰ্শ কৰিব নালাগিব, আৰু দ্বিতীয়তে, কোনো পৰিস্থিতিতেই প্ৰতিদিনে খোৱা মদৰ পৰিমাণ দুই পেগতকৈ বেছি হ'ব নোৱাৰিব।

অসমত কিমান মানুহে এই চৰ্ত মানি মদ খায়? আনৰ কথা ক'ব নোৱাৰোঁ; কিন্তু মই নিজে হ'লে এই দুয়োটা চৰ্ত পালন কৰিছোঁ।

# ষ্ট্ৰেছ নহ'লেও জীৱন নচলে

ষ্ট্ৰেছৰ বিষয়ে লিখা দ্বিতীয়টো প্ৰবন্ধৰ মই মোখনি মাৰিছিলোঁ ডাঃ হানছ ছেলিৰ এইটো বাক্যৰে— I can not, and should not be cured of my stress but merely taught to enjoy it. (ষ্ট্ৰেছৰ পৰা মোক আৰোগ্য কৰিব নোৱাৰি; কৰাটো উচিতো নহয়। মোক কেৱল শিকাব লাগে ষ্ট্ৰেছ উপভোগ কৰিবলৈ)।

যিজন চিকিৎসা-বিজ্ঞানীয়ে ষ্ট্ৰেছকেই বেছিভাগ ৰোগৰ মূল কাৰণ বুলি চিহ্নিত কৰিছিল, তেৱেঁই আকৌ নিজেই কিয় ক'ব লগা হ'ল যে তেওঁ ষ্ট্ৰেছৰ পৰা আৰোগ্য হ'বলৈ নিবিচাৰে; তেওঁ বিচাৰে কেৱল ষ্ট্ৰেছক উপভোগ কৰিব পৰা হ'বলৈ?

প্ৰশ্নটোৰ উত্তৰ নিচেই সহজ। ষ্ট্ৰেছৰ স্বৰূপ মই নিজে বুজিবলৈ আৰু আনকো বুজাবলৈ বাল্যকালৰ অভিজ্ঞতাৰ পৰা শিকা এটা উদাহৰণ ব্যৱহাৰ কৰিছিলোঁ। আমি গাঁৱলীয়া ল'ৰাবোৰে নিজে বাঁহৰ ধনু-কাঁড় সাজিছিলোঁ। ধনু-কাঁড় দুৰকাৰ হৈছিল খেলিবলৈ, চৰাই চিকাৰ কৰিবলৈ, নামঘৰৰ ভাওনাক নকল কৰি গোহালি-ঘৰত কৰা ভাওনাত ব্যৱহাৰ কৰিবলৈ। ধনু-কাঁড় সাজোঁতে আমাৰ এটা শিক্ষা হৈছিল যে ধনুৰ গুণডাল যদি খুব টান হয়, তেন্তে কাঁড় মাৰোঁতে অসুবিধা হয় বা গুণডাল ছিগি থাকে। আনহাতে, গুণডাল যদি ঢিলা হয়, তেন্তে কাঁড়ডাল মাৰিবই নোৱাৰি, বা মাৰিলেও সি খুব বেছি দূৰলৈ নাযায়।




ষ্ট্ৰেছৰ বিষয়ে বিভিন্ন কিতাপ পঢ়ি মই এই কথা শিকিলোঁ যে জীৱনত কিছু ষ্ট্ৰেছৰো প্ৰয়োজন আছে, কাৰণ ষ্ট্ৰেছৰ অবিহনে কোনো কামেই কৰিব নোৱাৰি। কথাটো বুজিবলৈ চেষ্টা কৰোঁতে ধনু-কাঁড়ৰ উপমাটো মোৰ মনলৈ আহিল। মই বুজি পালোঁ যে ধনুৰ গুণডাল খুব টান হ'লে কাঁড় মৰাৰ সময়ত সি ছিগি যাব পাৰে বা কাঁড় মাৰিবলৈ কষ্ট হ'ব পাৰে। ঠিক তেনেকৈ ষ্ট্ৰেছ বেছি হ'লেও শৰীৰৰ স্নায়ুতন্ত্ৰী বিপৰ্যস্ত হ'ব পাৰে। আনহাতে, গুণডাল খুব ঢিলা হ'লে কাঁড় মাৰিব নোৱৰাৰ নিচিনাকৈ ষ্ট্ৰেছৰ পৰিমাণো খুব কম হ'লে মানুহে একো কামেই কৰিব নোৱাৰে।

ঠিক একেটা কথাকে বুজাবলৈ ডাঃ পল ৰশ্বে ব্যৱহাৰ কৰিছে বেহেলাৰ গুণকেইডালৰ উপমা। বেহেলাৰ গুণকেইডাল খুব বেছি টান হ'লে সি ছিগি যাব পাৰে; আনহাতে খুব ঢিলা হ'লে বেহেলাৰ পৰা মধুৰ ঝংকাৰ ওলাব নোৱাৰে। এই উপমাটোকে ব্যৱহাৰ কৰি অভিজ্ঞ ডাক্তৰসকলে ক'ব খোজে

যে জীৱনটো সফল আৰু সাৰ্থক কৰিবলৈ নিয়ন্ত্ৰিত পৰিমাণৰ ষ্ট্ৰেছৰ খুব প্ৰয়োজন। যিবোৰ মানুহৰ জীৱনত সমূলি ষ্ট্ৰেছ নাই, তেওঁলোকে আন এটা জটিল অসুখত ভোগে। সেই অসুখটো হ'ল চিৰস্থায়ী দুৰ্বলতা আৰু অৱসাদ। ডাক্তৰী ভাষাত chronic fatigue। এনেকুৱা দুৰ্বলতা আৰু অৱসাদৰ পৰা মুক্তি পোৱাৰ প্ৰধান উপায় হ'ল ষ্ট্ৰেছৰ পৰিমাণ বৃদ্ধি কৰা। উচ্চাকাংক্ষাৰ দ্বাৰা তাড়িত হৈ মানুহে যেতিয়া কিবা এটা কঠিন কামত হাত দিয়ে, তেতিয়া ষ্ট্ৰেছ স্বাভাৱিকতেই বাঢ়ি যায়। এনে ষ্ট্ৰেছ দেহ-মনৰ কাৰণে উপকাৰী।

সমস্যাটোৰ তেতিয়াই উদ্ভৱ হয়— যেতিয়া বিৰামবিহীন ষ্ট্ৰেছে মানুহৰ দেহ-মন ভাঙি তাক ধ্বংসস্তূপত পৰিণত কৰে। পৰিশ্ৰমৰ ভাগৰ মাৰিবলৈ যেনেকৈ মাজে মাজে জিৰণিৰ প্ৰয়োজন হয়, ঠিক তেনেকৈ ষ্ট্ৰেছৰ পৰাও মানুহে সাময়িকভাৱে মুক্তি বিচাৰিব লগা হয়। ষ্ট্ৰেছক নিয়ন্ত্ৰণত ৰাখিবলৈ প্ৰত্যেক মানুহেই তলত উল্লেখ কৰা সহজ উপায়কেইটা অৱলম্বন কৰিব পাৰে। কোৱা বাহুল্য মাথোন যে উপায়বোৰ সংগ্ৰহ কৰা হৈছে বিশেষজ্ঞ চিকিৎসা-বিজ্ঞানীসকলে লিখা কিতাপ আৰু প্ৰবন্ধৰ পৰা।

১। গভীৰ উশাহ-নিশাহ লোৱাৰ অভ্যাস। প্ৰাণায়ামৰ মূল কথাটোৱেই হৈছে গভীৰ উশাহ-নিশাহ। যিবোৰ মানুহে প্ৰাণায়াম নকৰে বা কৰিবলৈ ইচ্ছা নকৰে, তেওঁলোকে ডাঃ হাৰ্বাৰ্ট বেনছনে উদ্ভাৱন কৰা এই সহজ পদ্ধতিটো প্ৰয়োগ কৰিব পাৰে। মই নিজে সেইটো কৰি খুব উপকাৰ পাইছোঁ।

● এনেকুৱা এটা কোঠা বাছি ল'ব— য'ত অন্ততঃ আধাঘণ্টাৰ কাৰণে আপোনাক কোনেও দিগদাৰ কৰিব নোৱাৰে। বহিবৰ কাৰণে এনেকুৱা এখন চকী বাছি ল'ব— য'ত বহি আপুনি সম্পূৰ্ণ আৰাম অনুভৱ কৰে, আৰু গভীৰ উশাহ-নিশাহ ল'বৰ সময়ত দৈহিক অস্বস্তিয়ে আপোনাৰ ধ্যান ভংগ কৰিব নোৱাৰে। কোঠাটো আধা অন্ধকাৰ কৰি ল'ব।

● যিকোনো আহাৰ খোৱাৰ দুঘণ্টাৰ পিছতহে ধ্যান কৰিবলৈ বহিব। ধ্যান কৰিবলৈ বহাৰ আগতে প্ৰস্ৰাৱ কৰি ল'ব।

● বুকু ভৰাই দীঘলকৈ আৰু খুব ধীৰে ধীৰে উশাহ ল'ব। ঠিক তেনেকৈ খুব ধীৰে ধীৰে বুকু খালী কৰি উশাহ এৰিব। উশাহ লোৱা আৰু এৰাৰ এটা ছন্দ থাকিব লাগিব। নাকৰ ভিতৰত উশাহ-নিশাহৰ স্পৰ্শ অনুভৱ কৰাৰ বাহিৰে আন একো চিন্তা মনলৈ নানিব।

● চকু মুদি বাহিৰৰ সমস্ত জগতখনক চেতনাৰ পৰা বাহিৰ কৰি দিব। মনটোক সম্পূৰ্ণভাৱে খালী কৰি পেলাব। কিছু সময়ৰ কাৰণে আপুনি যেন জীৱনৰ পৰা মুক্তি লৈছে— এনে এটা প্ৰশান্ত আৰু নিৰাসক্তভাৱে আপোনাৰ মনটোক আচ্ছন্ন কৰি ৰাখিব পাৰিব লাগিব।

● কিবা এটা মন্ত্ৰ বা যিকোনো এটা শব্দ নিজৰ পছন্দ মতে বাছি লৈ মনৰ ভিতৰতে তাক নীৰৱে আওৰাই থাকিব। সমস্ত মনোযোগ কেন্দ্ৰীভূত কৰিব সেই শব্দটোৰ ওপৰত। শব্দটো নহয়, শব্দটো অখণ্ড মনোযোগেৰে আওৰাই থকাটোহে বেছি গুৰুত্বপূৰ্ণ কথা (মই নিজে 'ওম শান্তি' বা কেৱল 'শান্তি' শব্দটো ব্যৱহাৰ কৰোঁ)।

ধ্যানৰ এই অভ্যাসটো কৰা কিছু কঠিন। কিন্তু এবাৰ আয়ত্ত কৰিব পাৰিলে তাৰ পৰা পোৱা সুফলে আপোনাৰ জীৱনটো বহু পৰিমাণে সলনি কৰি দিব। পুৱা-গধূলি দুবাৰ এই ধ্যানটো কৰিলে বেছি উপকাৰ পোৱা যায়।

২। ষ্ট্ৰেছ নিয়ন্ত্ৰণ আৰু উপভোগ্য কৰাৰ এটা উত্তম উপায় হ'ল মাজে মাজে নিজৰ বাসস্থান বা কৰ্মক্ষেত্ৰ এৰি থৈ বেলেগ এখন ঠাইত ফুৰিবলৈ যোৱা। সদায় দেখি থকা দৃশ্যবোৰে আৰু মানুহবোৰে জীৱনটো উপভোগ কৰাৰ ক্ষমতা কিছু পৰিমাণে হ'লেও হ্ৰাস কৰে। কেইদিনমানৰ কাৰণে এখন ধুনীয়া আৰু শান্তিপূৰ্ণ ঠাইত ফুৰিবলৈ গ'লে সেই ঠাইখনৰ পৰিৱৰ্তিত দৃশ্যপট আৰু অভিজ্ঞতাই আপোনাৰ জীৱনৰ বেটাৰী ৰিচাৰ্জ কৰে। লগতে সি মগজটোও পৰিষ্কাৰ কৰে।

৩। নিয়মিতভাৱে ব্যায়াম কৰিলে আপোনাৰ হৃৎপিণ্ড তথা হাৰ্ট সবল হৈ থাকে। ষ্ট্ৰেছে সৰ্বপ্ৰথমে আক্ৰমণ কৰে হাৰ্টক। নিয়মিত ব্যায়াম কৰি হাৰ্ট সবল কৰি ৰাখিলে ষ্ট্ৰেছে সহজে তাৰ ক্ষতি কৰিব নোৱাৰে।

৪। শাক-পাচলি আৰু ফল-মূলৰ উপকাৰিতাৰ কথা কৈ শেষ কৰিব নোৱাৰি। কেন্সাৰকে ধৰি কেইবাবিধো ৰোগক দূৰতে বিদূৰ কৰি ৰাখে শাক-পাচলি আৰু ফল-মূলে। ষ্ট্ৰেছৰ ফলত শৰীৰত কিছুমান ক্ষতিকাৰক প্ৰ'টিন সৃষ্টি হয়। তেনেবোৰ প্ৰ'টিনে কৰা ক্ষতিৰ পৰা শৰীৰটোক ৰক্ষা কৰাৰ আটাইতকৈ উত্তম উপায় হ'ল প্ৰতিদিনে প্ৰচুৰ পৰিমাণে ফল-মূল আৰু শাক-পাচলি খোৱা।

৫। আপুনি কৰিবলগীয়া কামটো যদি কৰি বেয়া পায় আৰু দিনৰ পিছত দিন সেইটো কামকে কৰি আপুনি বিৰক্তি অনুভৱ কৰি থাকে, তেতিয়াহ'লেও আপোনাৰ ষ্ট্ৰেছ বাঢ়ি গৈ গৈ শৰীৰৰ অপূৰণীয় ক্ষতি কৰিব পাৰে। কৰিবলগীয়া কামটো ভাল পাবলৈ শিকক। পাৰিলে ভাল লগা কাম এটা বিচাৰক। তাকো নাপালে কিবা এটা হবি বিচাৰি লওক।

৬। বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনৰ সংগ উপভোগ কৰিবলৈ শিকক। গৱেষণাই প্ৰমাণ কৰিছে যে বন্ধু-বান্ধৱৰ সংগ ভাল নোপোৱা আৰু সমাজৰ পৰা বিচ্ছিন্ন হৈ থকা মানুহৰ ষ্ট্ৰেছ বেছি হয়। সংগপ্ৰিয় আৰু হাস্য-পৰিহাসপ্ৰিয় মানুহৰ ষ্ট্ৰেছ কম হয়।

৭। ইংৰাজী Relax শব্দটোৰ অসমীয়া প্ৰতিশব্দ আছে যদিও ৰিলেক্স বুলি ক'লেহে আজিকালি সকলো মানুহে তৎক্ষণাৎ কথাটো বুজি পায়। সেই কাৰণে ময়ো ইয়াত ৰিলেক্স শব্দটোকে ব্যৱহাৰ কৰিম। ৰিলেক্স কৰাটো অভ্যাসত পৰিণত কৰিলে ষ্ট্ৰেছ নিয়ন্ত্ৰণ কৰাত বহুখিনি সহায় হয়। সেই অভ্যাস আয়ত্ত কৰিবলৈ ডাঃ মেক্সৱেল মেলৎসেই এটা ভাল পৰামৰ্শ দিছে। ধৰি লওক আপুনি খুব মনোযোগেৰে এখন কিতাপ পঢ়ি আছে। হঠাৎ টেলিফোনটো ক্ৰিং ক্ৰিংকৈ বাজি উঠিল। আপোনাৰ মনোযোগ ভংগ হৈ গ'ল। টোপনিৰ পৰা খকমককৈ সাৰ পোৱা মানুহৰ দৰে আপুনি চকীৰ পৰা জাঁপ মাৰি উঠি টেলিফোনটো ধৰিবলৈ গ'ল। টেলিফোনটোৱেতো আপোনাক টানি নিয়া নাছিল; তেন্তে কিহে আপোনাক জাঁপ মাৰি উঠিবলৈ বা টেলিফোনটোৰ ওচৰলৈ দৌৰি যাবলৈ বাধ্য কৰালে?

এতিয়াৰ পৰা আপুনি এটা বেলেগ কাম কৰিব। টেলিফোন বাজিলেও আপুনি জাঁপ মাৰি নুঠিব। আপুনি আগৰ দৰেই মনোযোগ দি কিতাপ পঢ়ি থাকিব। কিছুসময় টেলিফোনটো বাজি থাকিবলৈ দিব। ৰিলেক্সেশ্যনৰ অভ্যাস কৰিবলৈ এইটো হ'ল আটাইতকৈ সহজ উপায়। আপুনি যিকোনো কথা বা ঘটনা বা মানুহৰ প্ৰতি অন্ততঃ কিছু সময়ৰ কাৰণে নিজৰ প্ৰতিক্ৰিয়া বিলম্বিত আৰু সংযত কৰিব পাৰিলে আপোনাৰ সকলো ভাব আৰু অনুভূতিৰ ওপৰত নিজৰ মনৰ নিয়ন্ত্ৰণ বাঢ়িব। টেলিফোনটো বাজোঁতে আপুনি যেনেকৈ জাঁপ মাৰি নুঠাৰ অভ্যাস কৰিব, ঠিক তেনেকৈ যিকোনো ঘটনাৰ প্ৰতি আপুনি প্ৰশান্ত দৃষ্টিভংগী গ্ৰহণ কৰিব পাৰিব। খং দমন কৰিবলৈ ১ৰ পৰা ১০লৈ গন্তি কৰিবলৈ কোৱা হয়। তেনেকৈ গন্তি কৰিলেই আপোনাৰ খং উঠাৰ প্ৰক্ৰিয়াটো বিলম্বিত হয়— যাৰ ফলত খঙৰ কোব বহু পৰিমাণে হ্ৰাস পায়। টেলিফোন বাজিলেও জাঁপ মাৰি নুঠি আৰু কিছু সময় কিতাপ পঢ়ি থকাৰ দৰেই জীৱনৰ সকলো ঘটনাৰ প্ৰতি একে ধৰণৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিবলৈ অভ্যাস কৰিলে আপুনি অতি সহজে ষ্ট্ৰেছ নিয়ন্ত্ৰণ কৰিব পাৰিব।

ষ্ট্ৰেছৰ বিষয়ে লিখা কথাখিনি সামৰণি মাৰিব খোজোঁ ডাঃ মেক্সৱেল মেলৎসেয়ে তেওঁৰ এটা প্ৰবন্ধত উদ্ধৃত কৰা মাৰ্কাছ অৰেলিয়াছৰ এটা মহামূল্যবান উপদেশেৰে। ৰোমান সম্ৰাট দাৰ্শনিক মাৰ্কাছ অৰেলিয়াছে কৈছিল যে সাংসাৰিক অশান্তি আৰু জ্বালা-যন্ত্ৰণাৰ পৰা নিস্তাৰ পাবলৈ নিজৰ আত্মাতকৈ বেছি শান্তিপূৰ্ণ ঠাই আন একোৱেই নাই। মানুহে সদায় অন্ততঃ কিছু সময়ৰ কাৰণে নিজৰ আত্মাৰ মাজত অৰ্থাৎ ধ্যান আৰু নীৰৱতাৰ মাজত আশ্ৰয় বিচাৰিব লাগে।

# পৰিষ্কাৰ হৈ থকাৰ প্ৰয়োজনীয়তা

ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'শ্ৰাদ্ধ' নামৰ পদ্যটো আৰম্ভ হৈছে এনেকৈ—

খেঁদুবাবুৰ এধোঁ পুকুৰ, মাছ উঠেছে ভেসে;
পদ্মমণি চচ্চড়িতে লংকা দিল ঠেসে।
আপনি এল ব্যাকটিৰিয়া, তাকে ডাকা হয় নাই,
হাস্পাতালেৰ মাখন ঘোষাল বলেছিল, 'ভয় নাই'।
সে বলে, 'সব বাজে কথা, খাবাৰ জিনিস খাদ্য।'
দশ দিনেতেই ঘটিয়ে দিল দশ জনাৰই শ্ৰাদ্ধ।

পুখুৰীৰ মাছবোৰ বোধহয় কিবা অস্বাভাৱিক কাৰণত বা অচিন বেমাৰত মৰিছিল। মৰা মাছবোৰক ইতিমধ্যেই বেক্টেৰিয়াই আক্ৰমণ কৰিববলৈ আৰম্ভ কৰিছিল। লোভ সামৰিব নোৱাৰি মানুহে সেই মাছবোৰকে খালে, আৰু দহদিনৰ ভিতৰতে দহজন মানুহ সিফলীয়া হ'ল।

বহুতো বেমাৰৰ মূল কাৰণ হ'ল বেক্টেৰিয়া। কিন্তু বেক্টেৰিয়াৰ বিৰুদ্ধে বিষোদ্গাৰ কৰিববলৈ আৰম্ভ কৰাৰ আগতে এই কথাও কৈ লোৱা উচিত হ'ব যে সকলো প্ৰজাতিৰ বেক্টেৰিয়াই ৰোগৰ কাৰণ বা মানুহৰ শত্ৰু নহয়। কিছুমান বেক্টেৰিয়াই মানুহক মাৰে; কিন্তু আন কিছুমান বেক্টেৰিয়াৰ অবিহনে মানুহৰ পক্ষে জীয়াই থকাটোৱেই অসম্ভৱ হৈ পৰে। অৰ্থাৎ কিছুমান বেক্টেৰিয়া মানুহৰ শত্ৰু; আন কিছুমান বেক্টেৰিয়া মানুহৰ পৰম মিত্ৰ। উদাহৰণস্বৰূপে আমি ভাবোঁ যে শৰীৰটোক জীৱন্ত আৰু কৰ্মক্ষম কৰি ৰাখিবৰ কাৰণে আমি প্ৰতিদিনে যি আহাৰ খাওঁ সেই আহাৰ হজম কৰোঁ আমি। অৰ্থাৎ আহাৰ হজম কৰে আমাৰেই অবিচ্ছেদ্য অংগ পাকস্থলীটোৱে। কিন্তু সেই কথা সঁচা নহয়। পেটলৈ যোৱা আহাৰ হজম কৰে পেটত স্থায়ীভাৱে বাস কৰা কোটি কোটি বেক্টেৰিয়াই। বিজ্ঞানীসকলে হিচাপ কৰা মতে, আমাৰ প্ৰত্যেকৰে পেটত এহাজাৰতকৈ বেছি প্ৰজাতিৰ প্ৰায় এশ ট্ৰিলিয়ন (১ ট্ৰিলিয়ন = দহহাজাৰ কোটি) মাইক্ৰ'ব বা বেক্টেৰিয়া আছে। মানুহৰ জীৱন এই কোটি-অৰ্বুদ বেক্টেৰিয়াৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰশীল। মানুহৰ শৰীৰৰ বহুমুখী প্ৰতিভাসম্পন্ন কোষবোৰে কৰিব নোৱৰা কামো এই বিস্ময়কৰ বেক্টেৰিয়াবোৰেহে কৰিব পাৰে। তেন্তে বেক্টেৰিয়াক বাদ দি মানুহৰ নিজৰ বুলিববলৈ থাকিল কি? বোধহয় বিশেষভাৱে একো নাথাকিল, কাৰণ বিজ্ঞানীৰ কথা যদি সঁচা হয়, তেন্তে মানুহৰ শৰীৰত মানৱ কোষৰ পৰিমাণ মাত্ৰ ১০ শতাংশ; বাকী ৯০ শতাংশই হ'ল বেক্টেৰিয়া!

যি বেক্টেৰিয়াক লৈ মানৱ দেহৰ ৯০ শতাংশ গঠিত হৈছে, সেই বেক্টেৰিয়াৰেই বহুতো প্ৰজাতিৰ বেক্টেৰিয়া কিন্তু মানুহৰ পৰম শত্ৰু, কাৰণ মানুহৰ চিৰশত্ৰু ৰোগ-ব্যাধিবোৰৰ এটা প্ৰধান কাৰণ হ'ল বেক্টেৰিয়া বা জীৱাণু। পৃথিৱীত মানুহৰ আৱিৰ্ভাৱৰ দিন ধৰি নানা প্ৰকাৰৰ ৰোগ মানুহৰ চিৰসংগী হৈ আহিছে। এই ৰোগেই হ'ল মানুহৰ অকালমৃত্যু আৰু শাৰীৰিক যন্ত্ৰণাৰ প্ৰধান কাৰণ। মানুহৰ জীৱনটোক অভিশাপত পৰিণত কৰে ৰোগে। কিন্তু হাজাৰ হাজাৰ বছৰ ধৰি মানুহে এই কথা জনা নাছিল যে বহুতো প্ৰাণঘাতী আৰু যন্ত্ৰণাদায়ক ৰোগ সৃষ্টি কৰা বস্তুটো হ'ল চৰ্মচকুৰে মনিব নোৱৰা অবিশ্বাস্য ক্ষুদ্ৰাকৃতিৰ কিছুমান জীৱাণু। ৰোগৰ কাৰণ নজনাৰ কাৰণেই সেইবোৰৰ চিকিৎসাও সম্ভৱ হোৱা নাছিল। তন্ত্ৰ-মন্ত্ৰৰ সহায়েৰে আৰু বিগত যুগবোৰৰ মানুহৰ জ্ঞানে ঢুকি পোৱা নিৰাময়বিদ্যাৰ সহায়েৰে যন্ত্ৰণাৰ কিছু উপশম কৰা সম্ভৱ হৈছিল; কেতিয়াবা হয়তো প্ৰাণো ৰক্ষা পৰিছিল; কিন্তু হাজাৰ হাজাৰ বছৰ ধৰি বহুতো ৰোগ হৈ আছিল অপৰাজেয়।

এণ্টন ভান লিউৱেনহক নামৰ হলেণ্ডৰ এজন মানুহে (১৬৩২-১৭২৩) অণুবীক্ষণ যন্ত্র আৱিষ্কাৰ কৰাৰ পিছত মানুহে জীৱাণুৰ অস্তিত্বৰ কথা প্ৰথমবাৰৰ কাৰণে জানিবলৈ পালে। মানব জাতিক এই বার্তা দিয়া প্ৰথম মানুহজন আছিল লিউৱেনহক। কিন্তু লিউৱেনহকে মানুহক জীৱাণুৰ অস্তিত্বৰ খবৰ দিলে যদিও সেই জীৱাণুৱেই যে বহুতো ৰোগৰ আৰু ৰোগৰ সংক্ৰমণৰ প্ৰধান কাৰণ সেই কথা জানিবলৈ মানুহে অপেক্ষা কৰিব লগা হ'ল এই পৃথিৱীলৈ আন এজন ক্ষণজন্মা মানুহৰ আগমনৰ কাৰণে। সেই মানুহজন হ'ল লুই পেষ্টিউৰ (১৮২২-১৮৯৫)—যাক ক'ব পাৰি মানব জাতিৰ এজন প্ৰধান ত্ৰাণকৰ্তা। তেওঁ সন্দেহাতীতভাৱে প্ৰমাণ কৰি দেখুৱালে যে বহুতো ৰোগ সৃষ্টি কৰে আৰু বিয়পাই দিয়ে বিভিন্ন প্ৰজাতিৰ বেক্টেৰিয়া তথা জীৱাণুৱে।

ৰোগৰ প্ৰকৃত কাৰণ জনাৰ পিছত তাৰ প্ৰতিকাৰো লাহে লাহে সম্ভৱ হৈ আহিল। যিহেতু ৰোগ সৃষ্টি কৰে জীৱাণুৱে, গতিকে তাক মাৰিব পাৰিলেই বা তাৰ সংস্পৰ্শৰ পৰা মুক্ত হৈ থাকিব পাৰিলেই ৰোগক জয় কৰা সম্ভৱ, ৰোগৰ পৰা মুক্ত হৈ থকা সম্ভৱ। মানুহে পেষ্টিউৰৰ নাম জানক বা নাজানক, শুনক বা নুশুনক, কিন্তু পৃথিৱীৰ কোনো এজন মানুহেই তেওঁৰ সৰ্বব্যাপী মঙ্গলময় প্ৰভাৱৰ পৰা মুক্ত হৈ থাকিব নোৱাৰে। বিশুদ্ধ খোৱাপানীৰ প্ৰয়োজনীয়তা, আবৰ্জনাৰ স্তূপ আৰু নলা-নৰ্দমা পৰিষ্কাৰ কৰি ৰখাৰ প্ৰয়োজনীয়তা, নিৰাপদ অস্ত্ৰোপচাৰ, এণ্টিবায়টিক, বিভিন্ন ৰোগৰ বেজি— এই সকলোবোৰ সম্ভৱ হৈছে কেৱল লুই পেষ্টিউৰৰ যুগান্তকাৰী আৱিষ্কাৰৰ কাৰণে।

কিন্তু এতিয়াও পৃথিৱীৰ কোটি কোটি মানুহে— আনকি বহুতো উচ্চশিক্ষিত মানুহেও— এই সামান্য কথাটো নাজানে যে দিনটোত কেইবাবাৰো বীজাণুনাশক চাবোনেৰে হাতখন ধুই থাকিলেও বহুতো ৰোগৰ সংক্ৰমণৰ পৰা ৰক্ষা পৰি থাকিব পাৰি। যোৱা বহুমাহ ধৰি ৰেডিঅ' আৰু টিভিত এটা চৰকাৰী শিক্ষামূলক বিজ্ঞাপনৰ দ্বাৰা যিকোনো বস্তু খোৱাৰ আগতে চাবোনেৰে হাত ধুই লোৱাৰ অপৰিহাৰ্য প্ৰয়োজনীয়তাৰ কথা দিনৰ পিছত দিন ধৰি মানুহক সকীয়াই দি থকা হৈছে। কোনো সন্দেহ নাই যে এইটো এটা অতি ভাল কাম হৈছে। কিন্তু তাৰ পৰা সুফল কিমান পোৱা হৈছে সেই বিষয়েহে সন্দেহৰ অৱকাশ থাকি গৈছে। মানুহৰ মনত খুব দকৈ এই কথা সুমুৱাই দিয়াৰ প্ৰয়োজন হৈছে যে আন একো নকৰিও কেৱল খোৱাৰ আগতে আৰু বাহিৰৰ পৰা ঘূৰি-পকি আহি হাতদুখন চাবোনেৰে ভালকৈ ধুলে, আৰু হাত দুখনিৰে নাক আৰু চকু দুই নাথাকিলেও বহুতো ৰোগৰ পৰা হাত সাৰি থাকিব পাৰি। ইংৰাজীত এষাৰ কথা আছে— Cleanliness is godliness, নিৰ্মলতাই ঈশ্বৰ-পৰায়ণতা। নিৰ্মল হৈ থাকিলে ঈশ্বৰক পাব পাৰিনে নোৱাৰি সেই কথা মই নাজানোঁ; কিন্তু নিৰ্মল হৈ থাকিলে যে জীৱনটো সুন্দৰ হয়, জীয়াই থাকি ভাল লাগে, সেই বিষয়ে বিন্দুমাত্ৰ সন্দেহ নাই। পৃথিৱীখন আৰু মানুহৰ শৰীৰটো যেতিয়া নিৰ্মল হৈ থাকে তেতিয়া সি স্বৰ্গ; লেতেৰা হ'লেই সি নৰক।

By the end of the nineteenth century it was quite clear that many diseases are associated with unhygienic living conditions, and that clean living standards go someway to preventing many contagious diseases (Frank Ashall).

প্ৰায় আঢ়ৈহাজাৰ বছৰৰ আগতে এই পৃথিৱীলৈ অহা গ্ৰীক দাৰ্শনিক ছক্ৰেটিছে জীৱাণুৰ অস্তিত্বৰ খবৰ পোৱা নাছিল, কাৰণ জীৱাণু আৱিষ্কৃত হ'ল উনৈছ শতিকাতহে। কিন্তু ছক্ৰেটিছৰ সমসাময়িক দাৰ্শনিক ডায়োজিনিছ লেয়াৰটিয়াছে লিখি থৈ গৈছে যে এথেন্সত এবাৰ মহামাৰী ৰোগ হওঁতে ৰোগে আক্ৰমণ কৰিব নোৱৰা একমাত্ৰ মানুহজন আছিল ছক্ৰেটিছ, কাৰণ তেওঁ আছিল অতি পৰিষ্কাৰ আৰু পৰিপাটি। কিন্তু একৈছ শতিকাৰ অসমৰ প্ৰধান চহৰ গুৱাহাটী পুঞ্জীভূত আবৰ্জনাৰ নৰককুণ্ড, বেছিভাগ হোটেল-ৰেষ্টুৰেণ্ট অবৰ্ণনীয় নৰককুণ্ড, মাছ আৰু শাক-পাচলিৰ বজাৰ নৰককুণ্ড, হাস্পতালবোৰৰো পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মান আশানুৰূপভাৱে উন্নত নহয়, আৰু এতিয়াও বেছিভাগ মানুহেই এই কথা নাজানে যে ৰোগমুক্ত হৈ থকাৰ এটা প্ৰধান উপায় হ'ল পৰিষ্কাৰ হৈ থকা।

# স্বাস্থ্যৱান মানুহ

শ্বিগিকি হিনুহাৰাৰ বিষয়ে মই প্ৰথম পঢ়িবলৈ পাইছিলোঁ ২০০৫ চনত। তেতিয়া তেওঁৰ বয়স আছিল ৯৪ বছৰ। সেই বছৰতে তেওঁ ঘোষণা কৰিছিল যে ৯৫ বছৰ বয়সত তেওঁ এটা নতুন কাম আৰম্ভ কৰিব। তেওঁৰ মতে, মানুহে যেতিয়ালৈকে কাম কৰি থাকে আৰু নতুন নতুন কথা শিকি থাকে, তেতিয়ালৈকে মানুহ বুঢ়া নহয়। ৯৫ বছৰ বয়সত ভৰি দি হিনুহাৰাই কি নতুন কাম আৰম্ভ কৰিব? তেওঁ আৰম্ভ কৰিব গল্ফ খেলিবলৈ।

ভাল মানুহ, ভাল কাম, ভাল কথা— এইবোৰৰ উদাহৰণ দিব লগা হ'লে আমি সদায় বিদেশী মানুহৰ মুখলৈ চাওঁ। অসমীয়া কিতাপ আৰু বাতৰি কাকত-আলোচনী পঢ়িলে এনেকুৱা ভাব হয় যে আদৰ্শস্থানীয় কোনো মানুহেই যেন আমাৰ নিজৰ সমাজত নাই। কিন্তু প্ৰকৃততে সেই কথা সঁচা নহয়। আমাৰ আচল সমস্যাটো হ'ল— 'সকলো আছিল সকলো আছে, নুগুণো নলওঁ গম।' বিদেশৰ মানুহে নিজৰ নিজৰ সমাজৰ গুণী-জ্ঞানী মানুহৰ বিষয়ে যাৱতীয় তথ্য সংগ্ৰহ কৰি তেওঁলোকৰ বিষয়ে প্ৰবন্ধ বা কিতাপ লিখে— যাতে আনেও তেওঁলোকৰ সজ আৰ্হি অনুসৰণ কৰি সেইবোৰ কথাক নিজৰ জীৱনত কামত লগাব পাৰে। কিন্তু আমি সেই কাম নকৰোঁ। জীৱনৰ বেছিভাগ কথাতেই আমি পৰমুখাপেক্ষী।

শ্বিগিকি হিনুহাৰাৰ কথাৰে আৰম্ভ কৰিছোঁ যদিও মই আজি কেইজনমান স্বাস্থ্যৱান অসমীয়া মানুহৰ কথাও ক'ম। কিন্তু প্ৰথমে হিনুহাৰাৰ কথা কৈ লওঁ।

১৯৭০ চনত শ্বিগিকিয়ে বিমানেৰে এখন চিকিৎসক সন্মিলনলৈ গৈ থাকোঁতে বিমানখন মাজবাটতে অপহৰণ কৰা হয়। বিমানখনত মুঠতে ১৩০ জন যাত্ৰী আছিল। কমিউনিষ্ট অপহৰণকাৰীকেইজনৰ দাবী আছিল এইটো যে বিমানখন নিৰ্দিষ্ট গন্তব্যস্থলৰ পৰিৱৰ্তে লৈ যাব লাগিব উত্তৰ কোৰিয়ালৈ। তেওঁলোকৰ দাবী মানি নল'লে বিমানৰ আটাইবোৰ যাত্ৰীকে হত্যা কৰা হ'ব। শ্বিগিকিকে ধৰি আটাইবোৰ যাত্ৰীয়ে সম্পূৰ্ণ চাৰিটা দিন বাস কৰিব লগা হৈছিল নিশ্চিত মৃত্যুৰ ছাঁয়াত। তেওঁলোকে জানিছিল যে যিকোনো মুহূৰ্ত্তে তেওঁলোকক মাৰি পেলোৱা হ'ব পাৰে।

চাৰিদিনৰ মূৰত তেওঁলোকে অপ্ৰত্যাশিতভাৱে মুক্তি পালে। কিন্তু প্ৰতি মুহূৰ্ততে নিশ্চিত মৃত্যুৰ কাৰণে সাজু হৈ থাকিব লগা সেই চাৰিটা দিনে শ্বিগিকিৰ জীৱনটো বা জীৱনৰ প্ৰতি তেওঁৰ দৃষ্টিভংগীক সম্পূৰ্ণৰূপে সলনি কৰি দিলে। তেওঁ অনুভৱ কৰিলে যে ভাগ্যৰ পৰা উপহাৰ হিচাপে পোৱা জীৱনটোৰ বাকীকেইটা বছৰ তেওঁ উছৰ্গা কৰিব লাগিব আন মানুহৰ সেৱাৰ কাৰণে। তেওঁ 'নতুন প্ৰবীণ নাগৰিক গোষ্ঠী' নামৰ এটা সংস্থা গঠন কৰি বৃদ্ধ তথা প্ৰবীণ নাগৰিকসকলক সুন্দৰভাৱে জীয়াই থকাৰ নীতি-নিয়ম শিকাবলৈ আৰু তেওঁলোকক প্ৰেৰণা দিবলৈ আৰম্ভ কৰিলে।

২০০১ চনত তেওঁ এখন কিতাপ প্ৰকাশ কৰিলে। কিতাপখনৰ তেওঁ নিজে দিয়া নামটো আছিল ইংৰাজী অনুবাদত How to Die Well. কিন্তু প্ৰকাশকসকলে ভাবিলে যে কিতাপখনৰ নামটো How to Live Well কৰিলেহে সি বেছি জনপ্ৰিয় হ'ব। কিতাপখন বেষ্ট ছেলাৰ হ'ল। এতিয়ালৈকে কিতাপখনৰ বাৰ লাখ কপি বিক্ৰী হৈছে। কিতাপখনৰ যোগেদি তেওঁ মানুহক দিব খোজা মূল বাণীটো হ'ল ঃ 'যদি তুমি কাম কৰি থাকা, যদি তুমি নিত্য-নতুন কথা শিকি থাকা, তেন্তে তুমি কেতিয়াও বুঢ়া নহ'বা।'

বুঢ়া নহ'বলৈ, জীৱনৰ শেষ মুহূৰ্ত পৰ্যন্ত কৰ্মঠ হৈ থাকিবলৈ, হৃদয়ত চিৰ-তৰুণ হৈ থাকিবলৈ শ্বিগিকিয়ে যিটো কথাৰ ওপৰত আটাইতকৈ বেছি গুৰুত্ব দিয়ে— সেইটো হ'ল শুদ্ধ মনোভাৱ বা জীৱনৰ প্ৰতি শুদ্ধ মনোভংগী। পুষ্টিকৰ আহাৰ আৰু ব্যায়াম— আন সকলো মানুহেই স্বাস্থ্য-সাধনাৰ কাৰণে সৰ্বাধিক গুৰুত্ব দিয়া এই দুটা কথাৰ ওপৰত শ্বিগিকিয়ে তুলনামূলকভাৱে কম গুৰুত্ব দিয়ে। তেওঁৰ মতে স্বাস্থ্য আৰু কৰ্মশক্তি অটুট ৰাখিবলৈ মানুহক আটাইতকৈ বেছি সহায় কৰে সবল মনোভাৱে, জীৱনৰ প্ৰতি ইতিবাচক আশাবাদী দৃষ্টিভংগীয়ে। তেওঁ অল্পাহাৰী। তেওঁৰ প্ৰতিদিনৰ আহাৰৰ পৰিমাণ ১৩০০ কেলৰিতকৈ বেছি নহয়। তেওঁ শোৱেও খুব কম সময়। আটাইতকৈ আচৰিত কথা এইটোহে যে তেওঁ পানী নাখায়। অথচ স্বাস্থ্যৰ বিষয়ে জ্ঞান দিয়া এনে এটা প্ৰবন্ধ বা এনে এখন কিতাপ নাই— য'ত নিতৌ ৮ গিলাচকৈ পানী খাবলৈ উপদেশ দিয়া নহয়!

এনেকুৱা চিৰতৰুণ দীৰ্ঘজীৱী মানুহ আমাৰ অসমীয়া সমাজতো কেইবাজনো আছে। যজ্ঞেশ্বৰ শৰ্মাৰ মৃত্যু হৈছিল ৯৫ বছৰ বয়সত। জীৱনৰ শেষৰ কেইবাটাও বছৰ তেওঁ সম্পূৰ্ণ শয্যাশায়ী হৈ আছিল। তেওঁৰ চকু আৰু কাণ দুয়োটাই কাম নকৰা হৈ আছিল। কিন্তু বয়স বঢ়াৰ লগে লগে বাঢ়িবলৈ ধৰিছিল তেওঁৰ চিন্তাশক্তি আৰু স্মৃতিশক্তি। জীৱনৰ শেষৰ পাঁচটামান বছৰত তেওঁ আটাইবোৰ প্ৰবন্ধ লিখাইছিল শ্ৰুতলিপি দি। মোৰ মতে, আৰু আন বহুতৰ মতেও, তেওঁ সেই সময়ত শ্ৰুতলিপি দি লিখোৱা কেইবাটাও প্ৰবন্ধ আছিল তেওঁৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি (উদাহৰণস্বৰূপে— 'নামঘোষা পঢ়োঁ')। গোটেই জীৱন ধৰি তেওঁ অসমীয়া-বাংলা-ইংৰাজী ভাষাৰ অসংখ্য কিতাপ পঢ়িছিল। সেই বিশাল অধ্যয়নৰ পৰা আহৰণ কৰা আটাইতকৈ মূল্যবান মণি-মুকুতাবোৰ তেওঁৰ অবিশ্বাস্য স্মৃতিশক্তিয়ে ৯৫ বছৰ বয়সলৈকে ধৰি ৰাখিছিল। বাৰ্ধক্যক সম্পূৰ্ণৰূপে জয় কৰিছিল ৰোগগ্ৰস্ত পংগু শৰীটোক লৈ বহুবছৰ বিছনাত পৰি থকা যজ্ঞেশ্বৰ শৰ্মাই।

অসমীয়া স্বাস্থ্যবান লোকসকলৰ ভিতৰত আন যিজন মানুহৰ নাম মোৰ মনলৈ আহিছে, তেওঁ হ'ল বিখ্যাত চাহ-বিজ্ঞানী শ্ৰীসুধীৰচন্দ্ৰ বৰুৱা। তেখেতে সম্প্ৰতি ৯৩-ৰ দুৱাৰডলিত ভৰি দিছে। কিন্তু 'জি এন আৰ চি স্বাস্থ্য'ৰ দ্বিতীয় সংখ্যাত তেওঁ লিখা 'দেহা থাকিলেহে বেহা' নামৰ প্ৰবন্ধটো পঢ়িলে বিশ্বাস কৰিবলৈকে মন নাযায় যে মানুহজনে ইতিমধ্যেই জীৱনৰ ৯২টা বছৰ পাৰ কৰিছে। ৮৯ বছৰ বয়সলৈকে তেওঁ চাহ বাগিচাৰ উপদেষ্টাৰূপে কাম কৰি বছৰটোত ৯ মাহমান ভ্ৰমণ কৰিয়েই কটাইছিল। ৮৯ বছৰ বয়সলৈকে তেওঁ নিতৌ ৫-৬ মাইল খোজকাঢ়ি চাহ বাগিচাবোৰ পৰিদৰ্শন কৰিছিল। এই অমিতবীৰ্য মানুহজনৰ শাৰীৰিক স্বাস্থ্য যিমান ভাল, তাতোকৈ বহুগুণে বেছি ভাল তেওঁৰ মানসিক স্বাস্থ্য। তেওঁৰ মনটো এতিয়াও ডেকা মানুহৰ দৰেই সক্ৰিয় আৰু সৃষ্টিশীল। তেওঁ নিজেই লিখিছে— 'মই স্থিতপ্ৰজ্ঞ নহওঁ। গতিকে কেতিয়াবা দুশ্চিন্তা আহিলে কিতাপ এখন মেলি লওঁ। মনৰ দুখ পাহৰি পেলাওঁ সেইদৰে। তদুপৰি, যদভাবীন তদ্‌ভাৱী ভাবীচেন্নং তদন্যথা। অৰ্থাৎ যিটো নঘটিব সেইটো নঘটে, যদি কিবাটো ঘটিবই তাৰ অন্যথা নাই।'

এনে বলিষ্ঠ জীৱন দৰ্শন সকলো মানুহৰ কাৰণেই অফুৰন্ত প্ৰেৰণাৰ উৎস হ'ব পাৰে। শ্ৰীসুধীৰচন্দ্ৰ বৰুৱা বাৰ্ট্ৰাণ্ড ৰাছেলৰ নিচিনা বিশ্ববিখ্যাত দাৰ্শনিক নহ'ব পাৰে, কিন্তু দুয়োজনৰ জীৱন-দৰ্শন একে বুলি ক'ব পাৰি। দুয়োজনেই ঈশ্বৰ বা পৰকালক লৈ মূৰ নঘমায়; কিন্তু দুয়োজনেই ভাল পায় জীৱনক, মানুহক, আৰু মানুহৰ মংগলৰ কাৰণে জীৱনৰ শেষ মুহূৰ্ত পৰ্যন্ত কৰি থাকিবলগা কৰ্মৰ আদৰ্শক। 'জি এন আৰ চি স্বাস্থ্য'ৰ তৃতীয় সংখ্যাত শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই লিখা এটা প্ৰবন্ধ প্ৰকাশ হৈছে। প্ৰবন্ধটোৰ নাম— 'আশী বছৰৰ পিছত জীয়াই থকাৰ আনন্দ'। কিন্তু তেওঁ আশী নহয়, ইতিমধ্যেই নৱৈ বছৰ পাৰ কৰিছে।

সঠিককৈ ক'বলৈ গ'লে এতিয়া তেওঁৰ বয়স ৯২ বছৰ। আজিৰ পৰা প্ৰায় ছমাহৰ আগতে তেওঁ এদিন টেলিফোন কৰি মোক কৈছিল— 'বৰগোহাঞি, হাতত একো কাম-বন নোহোৱাৰ কাৰণে মই খুব বিৰক্তি অনুভৱ কৰিছোঁ। মোক এটা কাম দিয়ক। এতিয়া মই কৰিব পৰা কামটো হ'ল— ইংৰাজী কিতাপৰ অসমীয়ালৈ অনুবাদ। মোক আপুনি এনে এখন কিতাপৰ নাম কওক— যিখন কিতাপ অনুবাদ কৰি মই আনন্দ পাম, আৰু যিখন কিতাপে অসমীয়া সাহিত্যৰো এটা বিশেষ অভাৱ পূৰণ কৰিব।'

শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই মোক সেই অনুৰোধটো কৰিবৰ সময়ত মই কল্পনাই কৰিব পৰা নাছিলোঁ যে তেওঁ ইতিমধ্যেই ৯২ বছৰৰ দুৱাৰডলিত ভৰি দিছে। যিজন মানুহে জীৱনৰ ৯২ বছৰ বয়সত কৰিবলৈ নতুন কাম বিচাৰে, কামৰ অভাৱত হাহাকাৰ কৰি মৰে, তেওঁতকৈ বেছি স্বাস্থ্যবান মানুহ আন কোন হ'ব পাৰে? বাৰ্ধক্যই জীৰ্ণ কৰা এইবোৰ মানুহৰ শৰীৰত বাস কৰে একোজন চিৰতৰুণ মানুহ।

এই সংখ্যাৰ 'জি এন আৰ চি স্বাস্থ্য'ত শ্ৰীশিৱপ্ৰসাদ বৰুৱাৰ এটা সাক্ষাৎকাৰ প্ৰকাশ কৰা হৈছে। তেওঁ যে কেনে দুৰন্ত জীৱনীশক্তিৰ অধিকাৰী মানুহ, সেই কথা সাক্ষাৎকাৰটো পঢ়িলেই পাঠকসকলে অনুভৱ কৰিব পাৰিব। সৌ সিদিনালৈকে শ্ৰীবৰুৱাই খোজকাঢ়ি গুৱাহাটী টহলি ফুৰিছিল। তেওঁৰ মন আৰু চিন্তাশক্তি এতিয়াও ডেকা মানুহৰ নিচিনা সতেজ হৈ আছে। মৃত্যুৰ কাৰণে তেওঁ নিষ্ক্ৰিয়ভাৱে অপেক্ষা কৰি নাথাকি তেওঁ এতিয়াও সমাজৰ খবৰ ৰাখে, মানুহৰ মংগল চিন্তা কৰে, বাতৰিকাকতলৈ চিঠি আৰু প্ৰবন্ধ লিখে। একেষাৰে ক'বলৈ গ'লে, তেওঁ এতিয়াও পৰিপূৰ্ণভাৱে জীয়াই আছে আৰু জীৱনৰ শেষ মুহূৰ্তলৈকে থাকিব পাৰিব।

এইসকল বিখ্যাত আৰু বিদগ্ধ মানুহৰ কাহিনী ইমানতে এৰি মই এতিয়া এজন অখ্যাত-অজ্ঞাত আৰু নিৰক্ষৰ গাঁৱলীয়া মানুহৰ কথালৈ যাওঁ। তেওঁৰ নাম জালিৰাম বৰুৱা। মোৰ একে গাঁৱৰে মানুহ। জালিকাই তথা জালিৰাম বৰুৱাৰ বয়স এতিয়া প্ৰায় ৯৫ হৈছে। মোৰ জন্মৰ আগৰ পৰাই তেওঁ আমাৰ ঘৰত মোৰ দেউতাৰ প্ৰধান সহায়ক হিচাপে কাম কৰিছিল। পথাৰত হালবোৱাৰ পৰা আৰম্ভ কৰি, সংসাৰৰ নানা সমস্যা সমাধান কৰালৈকে তেওঁ দেউতাৰ সোঁহাতৰ নিচিনা আছিল। ২০০২ চনত মই মোৰ জন্মভূমি ঢকুৱাখনালৈ যাওঁতে মোৰ বংশৰ প্ৰতিটো পৰিয়ালক দেখা কৰিবলৈ গৈছিলোঁ। এনেকৈ মোৰ এজন ভতিজাৰ ঘৰলৈ যাওঁতে, তাতে লগ পালোঁ জালিকাইক। তেওঁক দেখি মই উচাপ খাই উঠিলোঁ, কাৰণ তেওঁ কেতিয়াবাই মৰিল বুলি মই ভাবিছিলোঁ। বয়সে তেওঁৰ চেহেৰা চিনিব নোৱৰাকৈ সলনি কৰিছে; কিন্তু মই পাঁচ বছৰ বয়সত তেওঁৰ মুখত দেখা মিঠা মৰমিয়াল হাঁহিটো তেতিয়াও তেওঁৰ মুখত লাগি আছিল। বহুত দিন জীয়াই থকাৰ ক্লান্তি তেওঁৰ মুখত অকণো ফুটি উঠা নাছিল। মোৰ কুশল-বাৰ্তা সোধাৰ পিছত, তেওঁ হাঁহি মাৰিয়েই মোক ক'লে— 'বাপুকণ, মোৰ বয়স এতিয়া ৯০ বছৰ। কিন্তু মই এতিয়াও পথাৰত হাল বাওঁ।' মোৰ মুখত প্ৰশ্নবোধক চিন দেখি তেওঁ নিজেই ক'বলৈ ধৰিলে— 'পোইঁতে মোক খাবলৈ নিদিয়ে। গতিকে মই এতিয়াও পথাৰত হাল বাই, খেতি কৰি পেটৰ ভাতমুঠি মোকলাবলৈ বাধ্য হৈছোঁ।'

মই জীৱনত লগ পোৱা প্ৰকৃত স্বাস্থ্যবান মানুহবোৰৰ ভিতৰত এজন হ'ল জালিকাই। শাৰীৰিক, আধ্যাত্মিক— দুয়োপ্ৰকাৰেই।

**পুনশ্চঃ** ঃ ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱাক তেওঁৰ জন্মদিনত এজন পুতেকে এটা পাঞ্জাবী চোলা উপহাৰ দিলে। চোলাটো পিন্ধি লৈ অলপ সময় নিজৰ গাটো ঘূৰিপকি চাই তেওঁ ক'লে— 'এই চোলাটো পিন্ধিলে মোক বৰ বুঢ়া বুঢ়া যেন দেখাব অ'।'

তেতিয়া তেওঁৰ বয়স হৈছিল ৯১ বছৰ।

# অৱসাদ জয় কৰাৰ উপায়

আমি স্কুলৰ তলৰ খাপৰ ছাত্ৰ হৈ থাকোঁতে আমাক এই কথা শিকোৱা হৈছিল যে শৰীৰৰ নিৰোগ অৱস্থাকে স্বাস্থ্য বুলি কোৱা হয়। স্বাস্থ্যৰ এই অতি-সৰলীকৃত সংজ্ঞা এতিয়া ভুল বুলি প্ৰমাণিত হৈছে। স্বাস্থ্যৰ আধুনিক সংজ্ঞা অনুযায়ী কেৱল ৰোগ আৰু দুৰ্বলতাৰ অনুপস্থিতিয়েই স্বাস্থ্য নহয়; স্বাস্থ্য হ'ল এটা সম্পূৰ্ণ শাৰীৰিক, মানসিক আৰু সামাজিক সুখানুভূতিৰ অৱস্থা।

এই কথাৰ সত্যতা বুজিবলৈ আপুনি বেছি দূৰলৈ যাব নালাগে; নিজৰ গাত চিকুট মাৰি চালেই হ'ল। আপুনি দেখাত এজন স্বাস্থ্যবান মানুহ। আপোনাৰ একো বেমাৰ-আজাৰ নাই। আপুনি মদ নাখায়, চিগাৰেট নাখায়, নিয়মিতভাৱে খোজ কাঢ়ে বা আন কিবা ব্যায়াম কৰে, ৰাতি টোপনিও ভাল হয়। অথচ আপুনি সকলো সময়তে ক্লান্তি অনুভৱ কৰি থাকে। একো কাম কৰিবলৈ মন নাযায়; কিবা এটা অকাৰণ অৱসাদে সকলো সময়তে আপোনাক কোঙা কৰি ৰাখে।

এনেকুৱা দীৰ্ঘস্থায়ী ক্লান্তি আৰু অৱসাদৰ কিবা শাৰীৰিক কাৰণ থাকিবও পাৰে। একমাত্ৰ ডাক্তৰী পৰীক্ষাইহে সেইটো ধৰা পেলাব পাৰিব। কিন্তু আধুনিক চিকিৎসা বিজ্ঞানে এই কথাও প্ৰমাণ কৰিছে যে অনেক সময়ত আপোনাৰ মনটোৱেও নানা ৰোগ সৃষ্টি কৰিব পাৰে। মনে সেই কাম কৰে আত্মৰক্ষাৰ প্ৰয়োজনত। তাৰ এটা সাধাৰণ উদাহৰণ হিচাপে ক'ব পাৰি যে বহুতো সৰু ল'ৰা-ছোৱালীৰ স্কুলৰ পৰীক্ষাৰ আগে আগে নানাধৰণৰ বেমাৰ হয়। কাৰোবাৰ পানীলগা জ্বৰ হয়, আন কাৰোবাৰ পেটৰ অসুখ হয়। কিবা কাৰণত পৰীক্ষা নহ'লেই বা ভালে ভালে পৰীক্ষা হৈ গ'লেই সিহঁতৰ বেমাৰো আপোনা-আপুনি ভাল হয়।

মনটোৱে সকলো সময়তে ৰোগ সৃষ্টি নকৰিলেও কেতিয়াবা সি গভীৰ অৱসাদৰ সৃষ্টি কৰে। মনে সৃষ্টি কৰি লোৱা এনে কৃত্ৰিম অৱসাদৰ এটা স্পষ্ট উদাহৰণ মই পঢ়িবলৈ পাইছিলোঁ ড° ছেমুৱেল জনছনৰ বিষয়ে লিখা এখন ৰচনাত। জনছনৰ জীৱনৰ সেই সত্য কাহিনীটো পঢ়ি মই নিজে কেনেকৈ উপকৃত হৈছোঁ সেই কথাকে আজি ক'ম।

ইংৰাজী সাহিত্যৰ বুৰঞ্জীৰ অতি বিখ্যাত ব্যক্তিসকলৰ ভিতৰত এজন হ'ল ছেমুৱেল জনছন। তেওঁৰ বিষয়ে আনকি এই কথাও কোৱা হয় যে বেছি শিক্ষা-দীক্ষা নোহোৱা সাধাৰণ ইংৰাজসকলেও যি তিনিজন ইংৰাজ সাহিত্যিকৰ উক্তি কথাই কথাই স্মৰণ কৰে বা উদ্ধৃতি হিচাপে ব্যৱহাৰ কৰে, তেওঁলোকৰ এজন হ'ল ছেমুৱেল জনছন। আন দুজন হ'ল শ্বেইক্সপীয়েৰ আৰু চাৰ্লছ ডিকেন্স। হাজাৰ বছৰীয়া প্ৰাচীন ইংৰাজী সাহিত্যৰ হাজাৰ হাজাৰ প্ৰতিভাৱান লেখকৰ ভিতৰত বছা বছা তিনিজন লেখকৰ এজন হ'ব পৰাটো নিশ্চয় কম কৃতিত্বৰ কথা নহয়। ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যৰ যুগটোক কোৱা হয় ড° জনছনৰ যুগ।

ড° জনছনৰ জীৱিকাৰ প্ৰধান সঁজুলি আছিল তেওঁৰ কলমডাল। পিছলৈ তেওঁৰ অৱস্থা কিছু সচ্ছল হৈ আহিছিল যদিও এনে এটা সময় আছিল— যেতিয়া প্ৰতিদিনে কিবা নহয় কিবা এটা নিলিখিলে তেওঁৰ চৰুৰ তললৈ জুই নোযোৱা অৱস্থা হৈছিল। অথচ লিখিবলৈ তেওঁ সদায় সমানে উৎসাহ অনুভৱ

নকৰিছিল। কোনো কোনো দিনা এনেকুৱা হৈছিল যে ৰাতিপুৱা শুই উঠি লিখাৰ কথা মনত পৰাৰ লগে লগে তেওঁৰ সৰ্বশৰীৰ অসাৰ হৈ পৰিছিল; এটা অদ্ভুত অৱসাদে তেওঁক গ্ৰাস কৰি ধৰিছিল। নিজৰ নিৰ্দিষ্ট চকীখনত তেওঁ জঠৰ হৈ বহি থাকিছিল; তেওঁৰ ক্লান্ত উদাস চকু দুটাই আনকি সন্মুখৰ বেৰখনত ওলমি থকা ঘড়ীটোৰ মিনিট আৰু ছেকেণ্ডৰ কাঁটা দুডালৰ পাৰ্থক্যও বুজিব নোৱাৰিছিল।

অথচ লিখিবলৈ নবহিলেওতো নহয়! কিন্তু এবাৰ লিখিবলৈ বহাৰ পিছত লেখাটো আগবঢ়াৰ লগে লগে তেওঁৰ দেহ-মনো ক্ৰমে সঞ্জীৱিত হৈ উঠিছিল; কিছু সময়ৰ পিছত তেওঁ ক্লান্তি আৰু অৱসাদৰ কথা সমূলি পাহৰি গৈছিল। চিন্তাৰ উত্তেজনা আৰু লিখাৰ আনন্দই তেওঁক দিছিল নতুন শক্তি।

জনছনৰ এই অভিজ্ঞতাই মোৰ নিজৰ অৱসাদ জয় কৰিবলৈ মোক এটা নতুন মন্ত্ৰ দিলে। ময়ো এজন কলমজীৱী মানুহ। প্ৰতিদিনে এটা নিৰ্দিষ্ট সময়ৰ কাৰণে লিখিবলৈ নবহিলে মোৰ জীৱন আৰু জীৱিকা কোনোটোৱেই নচলে। অথচ কোনো কোনো দিনা এনেকুৱা হয় যে লিখাৰ কথা ভাবিলেই মোৰ দেহ-মন অসাৰ হৈ পৰে; লিখিবলৈ বুলি নিজকে জোৰকৈ চোঁচোৰাই নি চকীত বহুৱালেও কলমৰ আগেদি এটাও শব্দ ওলাব নোখোজে। এনেকুৱা অৱসাদৰ ওচৰত অসহায়ভাৱে আত্মসমৰ্পণ কৰি মই জীৱনৰ বহুত মূল্যবান সময় নষ্ট কৰিছিলোঁ।

কিন্তু ছেমুৱেল জনছনৰ উদাহৰণটোৱে মোক নতুন চিন্তাৰ খোৰাক দিলে। মই উপলব্ধি কৰিলোঁ যে লিখিবলৈ বহাৰ আগমুহূৰ্তত নানা মনস্তাত্ত্বিক কাৰণত মনলৈ যিমানেই অৱসাদৰ ভাব নাহক কিয়, অৱসাদ জয় কৰাৰ দৃঢ় সংকল্প লৈ লিখিবলৈ বহিলেই এটা সময়ত অৱসাদ সমূলি নোহোৱা হৈ যায়। তাৰ ঠাই লয় নতুন উদ্যম আৰু উত্তেজনাই। সেইদিন ধৰি কেৱল ক্লান্তি বা অৱসাদৰ কাৰণে মই জীৱনৰ এটা দিনো নষ্ট কৰি পোৱা নাই।

যদিও মই ইয়াত কেৱল লেখকৰ অভিজ্ঞতাৰ কথাহে কৈছোঁ, কিন্তু সকলো পেছাৰ ক্ষেত্ৰতেই এই নীতি সমানে প্ৰযোজ্য।

কেইমাহমানৰ আগতে এখন ইংৰাজী বাতৰিকাকতত অৱসাদৰ বিষয়ে লিখা এটা চুটি প্ৰবন্ধ পঢ়িছিলোঁ। ডাঃ ৰোনাল্ড এল হফমেন নামৰ এজন চিকিৎসা বিজ্ঞানীৰ Tired All the Time নামৰ এখন কিতাপৰ আলম লৈ প্ৰবন্ধটো লিখা হৈছে। ডাঃ হফমেনে অৱসাদৰ বিষয়ে আগতে আন কোনেও নোকোৱা দুটামান নতুন কথা কৈছে। সেইকেইটাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল এই যে Energy begets energy। মানুহে যেতিয়া অৱসাদৰ বশৱৰ্তী হৈ হাত সাবটি বহি নাথাকি প্ৰবল ইচ্ছাশক্তিৰ সহায়েৰে কাম কৰিবলৈ আৰম্ভ কৰি দিয়ে, তেতিয়া কামটো আগবঢ়াৰ লগে লগে ঘণ্টাই ঘণ্টাই তেওঁৰ শক্তিও বৃদ্ধি পাবলৈ ধৰে। কামটোৰ সফল সমাপ্তিৰ পিছত মনটো ভৰি উঠে বিমল আনন্দেৰে। এই আনন্দৰ কাৰণ দুটা। প্ৰথমটো হ'ল এই যে আপুনি অৱসাদৰ ওচৰত নতিস্বীকাৰ নকৰি তাক জয় কৰিব পাৰিলে। দ্বিতীয়তে, কামটো সম্পূৰ্ণ কৰি আপুনি বিবেকৰ দংশনৰ পৰা পৰিত্ৰাণ পোৱাৰ উপৰি সময়ৰ সদ্ব্যৱহাৰ কৰাৰ আনন্দখিনি পালে। অৱসাদৰ কাৰণে আপুনি কাম-বন নকৰি যিমানেই শুই-বহি থাকিব, সিমানেই আপোনাৰ অৱসাদ বাঢ়ি গৈ থাকিব।

# কলেষ্টেৰল

কলেষ্টেৰল শব্দটোৰ লগত মোৰ পৰিচয় হোৱা বেছি দিন হোৱা নাই। মাত্ৰ দহ বছৰমানৰ আগতেহে শব্দটোৰ লগত মোৰ প্ৰথম পৰিচয় ঘটে। কিন্তু পৰিচয়ৰ প্ৰথম মুহূৰ্তটোৰ পৰাই এই শব্দটোৱে মোৰ জীৱনত স্থায়ী বিভীষিকাৰ সৃষ্টি কৰিছে।

বিভীষিকাৰ কথা কোৱাৰ আগতে প্ৰথমতে কলেষ্টেৰলৰ বিষয়ে কিছু কথা কৈ লোৱাটো উচিত হ'ব— কাৰণ পাঠকসকলৰ ভিতৰত বহুতৰেই এই ৰহস্যময় পদাৰ্থটোৰ বিষয়ে একো স্পষ্ট ধাৰণা নাথাকিব পাৰে। যেনেকৈ দহবছৰৰ আগতে মোৰ নাছিল।

অতি সংক্ষেপে ক'বলৈ গ'লে কলেষ্টেৰল হ'ল ষ্টেৰইড্ জাতীয় এনে এবিধ বস্তু— যিটো বস্তু সকলো মেৰুদণ্ডী প্ৰাণীৰ শৰীৰত থাকে। শৰীৰৰ সুষম বিকাশ আৰু সুস্থতাৰ কাৰণে ই এটা দৰকাৰী বস্তু। প্ৰাণী-দেহৰ মস্তিষ্ক, মেৰুদণ্ড আৰু লিভাৰত বেছি পৰিমাণে জমা হোৱা এই বস্তুটোৱে ডি ভিটামিন আৰু আন কেবাবিধৰ ষ্টেৰইড্ হৰ্মোণ তৈয়াৰ কৰাত এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। কিন্তু প্ৰকৃতিৰ নিয়মেই এনেকুৱা যে এটা নিৰ্দিষ্ট পৰিমাণত যিবোৰ বস্তু প্ৰাণী-দেহৰ বৃদ্ধি আৰু স্বাস্থ্যৰক্ষাৰ কাৰণে অতি সহায়ক হয়, সেই একেবোৰ বস্তুৰেই পৰিমাণ নিৰ্দিষ্ট মাত্ৰাতকৈ বেছি হ'লে সিহঁত প্ৰাণীদেহৰ কাৰণে ভীষণ ক্ষতিকাৰক হয়। কলেষ্টেৰলো এই নিয়মৰ ব্যতিক্ৰম নহয়।

শৰীৰত কলেষ্টেৰলৰ পৰিমাণ বৃদ্ধি হ'লে সি ৰক্তবাহী সিৰাবোৰত জমা হ'বলৈ ধৰে। কোনো বাধা নোপোৱাকৈয়ে যদি ৰক্তবাহী সিৰাত কলেষ্টেৰল জমা হৈ গৈ থাকে, তেন্তে তাৰ ফলত সিৰাবোৰ ক্ৰমান্বয়ে ডাঠ আৰু টান হ'বলৈ ধৰে। সিৰাবোৰৰ স্থিতিস্থাপকতাও হ্ৰাস পাবলৈ ধৰে। তেতিয়া সিৰাবোৰৰ মাজেদি সুকলমে তেজ চলাচল কৰিব নোৱৰা হয়। পানী-যোগানৰ কাৰণে ব্যৱহৃত পাইপৰ ভিতৰত বোকা, গেদ বা অন্যান্য আৱৰ্জনা জমা হ'লে পানীৰ গতিবেগ যেনেকৈ বাধাপ্ৰাপ্ত হয়, ৰক্তবাহী সিৰাত বেছি পৰিমাণে কলেষ্টেৰল জমা হ'লে ঠিক সেই একে অৱস্থাই হয়। ৰক্তবাহী সিৰাবোৰৰ মাজেদি তেজৰ চলাচল বাধাপ্ৰাপ্ত হ'লে তেজৰ গতিবেগ বৃদ্ধি কৰিবলৈ হৃৎপিণ্ডই বেছিকৈ জোৰ দিব লগা হয়। ইয়াৰ ফলত ৰক্তচাপ বৃদ্ধি পায়, আৰু তাৰ অৱধাৰিত পৰিণাম স্বৰূপে শৰীৰটো ষ্ট্ৰ'ক, থ্ৰম্বছিছ্ আৰু হৃৎপিণ্ডৰ অসুখৰ নিচিনা নানা প্ৰাণঘাতী সমস্যাৰ সন্মুখীন হ'বলগা হয়। অৰ্থাৎ একে আষাৰে ক'বলৈ গ'লে মাত্ৰাধিক কলেষ্টেৰল হ'ল আপোনাৰ জীৱনৰ প্ৰতি এটা ডাঙৰ বিপদ-সংকেত।

এতিয়া প্ৰশ্ন হ'ল— শৰীৰত কলেষ্টেৰলৰ পৰিমাণ কিমান হোৱা উচিত? অসমৰ চিকিৎসকসকলে ৰক্ত-পৰীক্ষা কৰি দিয়া প্ৰতিবেদনৰ পৰা দেখা যায় যে মানুহৰ শৰীৰত কলেষ্টেৰল ১৩০ মিলিগ্ৰামৰ পৰা ২৫০ মিলিগ্ৰামৰ মাজত সীমাবদ্ধ থকা উচিত। অৰ্থাৎ কলেষ্টেৰল ১৩০ মিলিগ্ৰামৰ কম আৰু ২৫০ মিলিগ্ৰামৰ বেছি হোৱা উচিত নহয়। কিন্তু ডাঃ হানছ ডিয়েহ্ল্ নামৰ এজন আমেৰিকান বিশেষজ্ঞৰ মতে এই হিচাপ একেবাৰেই ভুল। তেওঁৰ মতে শৰীৰত কলেষ্টেৰলৰ পৰিমাণ ১৬০ মিলিগ্ৰামত সীমাবদ্ধ ৰাখিব পাৰিলেহে শৰীৰটো বিপদ-মুক্ত হৈ থাকিব পাৰে।

এতিয়া দ্বিতীয় প্ৰশ্ন হ'ল— শৰীৰত কলেষ্টেৰল কিয় বৃদ্ধি পায়, অৰ্থাৎ সি কিয় বিপদ-সীমা অতিক্ৰম কৰে?

ওপৰতেই এবাৰ কৈ অহা হৈছে যে একমাত্ৰ মেৰুদণ্ডী প্ৰাণীৰ শৰীৰতহে কলেষ্টেৰল থাকে। উদ্ভিদে নিজৰ দেহত কেতিয়াও কলেষ্টেৰল তৈয়াৰ নকৰে। গতিকে ওপৰৰ প্ৰশ্নটোৰ একমাত্ৰ উত্তৰ হ'ল এয়েই যে মানুহে যেতিয়া জান্তৱ উৎসৰ পৰা পোৱা মাছ, মাংস, কণী, গাখীৰ, ঘিউ, মাখন আৰু চীজ আদি খাদ্যবোৰ বেছি পৰিমাণে খায়, তেতিয়াই শৰীৰত কলেষ্টেৰলৰ পৰিমাণ বৃদ্ধি পাবলৈ ধৰে। যি মানুহে কলেষ্টেৰলৰ পৰিমাণ আদৰ্শ উৰ্ধ্ব-সীমাৰ ভিতৰত ৰাখি নিজৰ জীৱন বিপদমুক্ত কৰি ৰাখিব খোজে, তেওঁ এনে ধৰণৰ আহাৰ একেবাৰে নাখাই বা খুব কম পৰিমাণে খাই শাক-পাচলি আৰু ফল-মূল বেছিকৈ খোৱাৰ অভ্যাস কৰিবই লাগিব। আন কথাত ক'বলৈ গ'লে ধনী মানুহৰ ৰোগবোৰৰ পৰা নিস্তাৰ পাই থাকিবলৈ হ'লে দুখীয়া মানুহৰ আহাৰ ভাল পাবলৈ শিকিব লাগিব। কলেষ্টেৰল বেছি পৰিমাণে থকা খাদ্যবোৰ হ'ল কণীৰ কুহুম, জীৱ-জন্তুৰ লিভাৰ আৰু চাৰিঠেঙীয়া জন্তুৰ মগজু। এটা মাত্ৰ কণীৰ কুহুমত ২৫০ মিলিগ্ৰাম আৰু তিনি আউন্স লিভাৰত ৩৭০ মিলিগ্ৰাম কলেষ্টেৰল থাকে। গতিকে যিসকল লোকৰ কলেষ্টেৰলে ইতিমধ্যেই বিপদ-সীমা অতিক্ৰম কৰিছে তেওঁলোকে এই দুবিধ খাদ্য সম্পূৰ্ণৰূপে পৰিত্যাগ কৰিব লাগিব। লগতে ঘিউ-মাখন আদি চৰ্বি জাতীয় আহাৰ খাবলৈকো এৰিব লাগিব।

এতিয়া আহোঁ কলেষ্টেৰলে মোৰ জীৱনত সৃষ্টি কৰা স্থায়ী বিভীষিকাৰ কথালৈ। মই নিজকে লুভীয়া বা ভোজন-বিলাসী মানুহ বুলি নাভাবোঁ। স্বাস্থ্যৰ কাৰণে ক্ষতিকাৰক বুলি জানিলে যিকোনো লোভনীয় খাদ্যকো মই ত্যাগ কৰিব পাৰোঁ। কিন্তু সেই বুলি মই সৰ্বত্যাগী আৰু জিতেন্দ্ৰিয় সন্ন্যাসীও নহওঁ। সদায় নহ'লেও মাজে মাজে সুস্বাদু সুখাদ্যৰ জুতি ল'বলৈ কাৰনো মন নাযায়? বন্ধু-বান্ধৱ বা আত্মীয়-কুটুম্বই যেতিয়া আন্তৰিক মৰমেৰে নিমন্ত্ৰণ কৰি এসাঁজ ভাত খুৱাব খোজে, তেতিয়াও কেৱল কলেষ্টেৰলৰ ভয়ত তেওঁলোককনো নিৰাশ কৰো কেনেকৈ? কিন্তু সত্যটো হ'ল এই যে কলেষ্টেৰল নামৰ এই ৰহস্যময় বস্তুটোৰ বিষয়ে আদ্যোপান্ত জনাৰ দিন ধৰি সুস্বাদু সুখাদ্য খোৱাৰ আনন্দৰ পৰা মই সমূলি বঞ্চিত হৈছোঁ। কেতিয়াবা খালেও বা খাবলৈ বাধ্য হ'লেও ভয়ে ভয়ে খাওঁ— জানোচা শৰীৰত কলেষ্টেৰলৰ পৰিমাণে বিপদ-সীমা অতিক্ৰম কৰে!

কলেষ্টেৰলক লৈ এই Obsession বা ভূতগ্ৰস্ততা অৱশ্যে কেৱল মোৰে হোৱা নাই। যিসকল লোক খাদ্য-ৰসিক, লগতে স্বাস্থ্য-সচেতনো— তেওঁলোক সকলোকে এই ভূতে পাইছে। শৰীৰত কলেষ্টেৰল আটাইতকৈ বেছি বৃদ্ধি কৰে কণীয়ে। আনহাতে কণী বহুত মানুহৰে ব্ৰেকফাষ্টৰ অপৰিহাৰ্য অঙ্গ। বিশেষকৈ পশ্চিমৰ মানুহৰ। কেইবছৰমানৰ আগতে বিখ্যাত সাংবাদিক আৰু বুদ্ধিজীৱী বাৰ্ণাৰ্ড লেভিনে The Manchester guardian পত্ৰিকাত লিখা এটা প্ৰবন্ধ কলিকতাৰ The Statesman-ত পুনৰ্মুদ্ৰিত কৰা হৈছিল। প্ৰবন্ধটোত বাৰ্ণাৰ্ড লেভিনে কলেষ্টেৰলৰ তত্ত্বটোক ব্যঙ্গ-বিদ্ৰূপ কৰি লিখিছে যে কণী খালেই কলেষ্টেৰল বৃদ্ধি পায় এই কথাত তেওঁ বিশ্বাস নকৰে, কাৰণ তেওঁ প্ৰতিদিনে ব্ৰেকফাষ্টত চাৰিটা কণীৰ অ'মলেট খায় আৰু নমৰালৈকে খায়েই থাকিব। কলেষ্টেৰল হ'লেও তেওঁ পৰোৱাই নকৰে। তেওঁ পৰোৱাই নকৰিব পাৰে; কিন্তু তথাপি সেই বিষয়টোক লৈ তেওঁ যে এটা সুদীৰ্ঘ প্ৰবন্ধ লিখিবলগা হৈছে সিয়েই প্ৰমাণ কৰে যে কলেষ্টেৰল আধুনিক চেতনাৰ এটা অবিচ্ছেদ্য অঙ্গত পৰিণত হৈছে।

বিখ্যাত শিল্পপতি ৰুচি মোদিয়ে বোলে ৭৮ বছৰ বয়সলৈকে দিনে ১৮টা কণী খাইছিল। এতিয়া তেওঁ

আশীৰ ডেওনা পাৰ হৈছে; সেই কাৰণে কণীৰ পৰিমাণ ৪ টালৈ কমাইছে। কিন্তু ইমান বেছি কণী খোৱা সত্ত্বেও তেওঁ কলেষ্টেৰল-জনিত কোনো অসুখত ভোগা নাই। বৰং তৰুণ-সুলভ শক্তিৰে তেওঁ এতিয়াও ইণ্ডিয়ান এয়াৰ লাইনছ আৰু এয়াৰ ইণ্ডিয়াৰ চেয়াৰমেনৰ গুৰু-দায়িত্ব বহন কৰি আছে। এইবোৰকে দেখি-শুনি মোৰ বন্ধু চন্দ্ৰধৰ ত্ৰিপাঠীয়ে কলেষ্টেৰলৰ তত্ত্ব ফু মাৰি উৰুৱাই দিব খোজে আৰু মোৰ লগত সেই বিষয়ে থৈয়া-নথৈয়া তৰ্ক কৰে। (তেওঁৰ কলেষ্টেৰল এসময়ত প্ৰায় ৩০০ মিলিগ্ৰাম হৈছিলগৈ)। কিন্তু বাৰ্ণাৰ্ড লেভিন বা ৰুচি মোদিয়ে গোটেই জীৱন ধৰি ইমান কণী খোৱা সত্ত্বেও তেওঁলোক কিয় মাত্ৰাধিক কলেষ্টেৰলৰ কবলত পৰা নাছিল তাৰ ব্যাখ্যা আন প্ৰকাৰেহে কৰিব লাগিব। উইনষ্টন চাৰ্চিলে গোটেই জীৱন ধৰি ইমান বেছি পৰিমাণে সুৰা আৰু ধূমপান কৰিছিল যে তেওঁৰ স্বাস্থ্য জীৱনৰ মাজ বয়সতে ধ্বংস হৈ যোৱা উচিত আছিল। কিন্তু তেওঁ কৰ্মক্ষম হৈ আছিল নব্বৈ বছৰ বয়সলৈকে। চিকিৎসা-বিজ্ঞানীসকলে ইয়াৰ ব্যাখ্যা কৰিছে এই বুলি যে চাৰ্চিলৰ শৰীৰত থকা এটা বিশেষ জিনৰ (gene) কাৰণে তেওঁ নিজৰ দেহৰ কোনো ক্ষতি নোহোৱাকৈ ইমান বিপুল পৰিমাণৰ এলকোহল আৰু নিকোটিন সহ্য কৰিব পাৰিছে। তেওঁ এটা ব্যতিক্ৰমহে, নিয়ম নহয়। কলেষ্টেৰলৰ ক্ষেত্ৰতো বাৰ্ণাৰ্ড লেভিন আৰু ৰুচি মোদি নিশ্চয় ব্যতিক্ৰম হ'ব লাগিব।

মোক কিন্তু কলেষ্টেৰলৰ ভয়ে ইমান কোঙা কৰিছে যে মই মোৰ প্ৰিয় খাদ্য কণী, ঘিউ আৰু পশু-মাংশ খাবলৈ একেবাৰে এৰিয়ে দিছোঁ। কেইবছৰমানৰ আগতে মোৰ কলেষ্টেৰল ২৩১ মিলিগ্ৰাম হৈছিল। পিছৰ বছৰত মই তাক ১৬৮ মিলিগ্ৰামলৈ কমাবলৈ সমৰ্থ হ'লো। নানা কাৰণত যোৱা বছৰত সি আকৌ সামান্য বাঢ়িছে। কিন্তু মই যে আকৌ তাক আদৰ্শ সীমালৈ নমাব পাৰিম সেই বিষয়ে মোৰ মনত বিন্দুমাত্ৰ সন্দেহ নাই। ডাঃ হানছ ডিয়েহ্লৰ মতে কলেষ্টেৰলৰ আদৰ্শ সীমাটো হ'ল নিজৰ বয়সৰ লগত ১০০ যোগ দিলে যিটো সংখ্যা হয় ঠিক সিমান মিলিগ্ৰাম। অৰ্থাৎ এজন ৬০ বছৰীয়া মানুহৰ শৰীৰত কলেষ্টেৰলৰ পৰিমাণ হোৱা উচিত ১৬০মিলিগ্ৰাম।

আমি কলেজত পঢ়ি থকাৰ সময়ত বঙালী লেখক সন্তোষকুমাৰ ঘোষৰ 'কিনু গোৱালাৰ গলি' নামৰ এখন উপন্যাস খুব জনপ্ৰিয় হৈছিল। সেই উপন্যাসখনৰ কাৰণে কোনো কোনো সমালোচকে তেওঁক ছমাৰছেট মমৰ লগত তুলনা কৰিছিল। উপন্যাসখন পঢ়ি ময়ো খুব ভাল পাইছিলো। উপন্যাসখনৰ বেছিভাগ কথাই এতিয়া পাহৰি গৈছোঁ। পাহৰিব পৰা নাই— কোনোদিনেই পাহৰিব নোৱাৰিম— উপন্যাসখনৰ এটা বাক্য। বেশ্যালয়লৈ যাব খোজা এজন যুৱকক আন এজনে উপদেশ দিছে— 'ক্ষণস্বৰ্গৰ বিনিময়ত অনন্ত নৰক বৰণ কৰি নল'বা।' কেৱল বেশ্যালয় কিয়— জীৱনৰ সকলো ক্ষেত্ৰতেই এই উপদেশ প্ৰযোজ্য। লোভ আৰু দুৰ্বলতা জয় কৰিব নোৱাৰি বেছিভাগ মানুহেই ক্ষণস্বৰ্গৰ বিনিময়ত অনন্ত নৰক বৰণ কৰি লয়। জিভাত সুখাদ্যৰ তৃপ্তি মাত্ৰ কেইটামান মুহূৰ্ত স্থায়ী হয়; কিন্তু সেই কেইটামান মুহূৰ্তৰ তৃপ্তি পাবলৈকে বহুত মানুহে স্বাস্থ্যৰ কাৰণে ক্ষতিকাৰক খাদ্য খাই বা অতিভোজন কৰি নানা যন্ত্ৰণা-দায়ক ৰোগ-ব্যাধি নিমন্ত্ৰণ কৰি আনে।

মই ভাবোঁ— প্ৰত্যেক মানুহৰেই জীৱনৰ অন্যতম বীজমন্ত্ৰ হোৱা উচিত— 'ক্ষণস্বৰ্গৰ বিনিময়ত অনন্ত নৰক বৰণ কৰি নল'বা।'

*('আম্ল দীপো ভৱ'ৰ পৰা)*

# এলাৰ্জিৰ কথা

এলাৰ্জিৰ নামটো শুনি আপোনালোকে ভাবিব পাৰে যে মই বোধহয় এলাৰ্জিৰ বিষয়ে এখন ডাক্তৰী ৰচনা লিখিম আৰু আপোনালোকৰ যিসকলৰ এলাৰ্জিৰ সমস্যা আছে তেওঁলোকক কিছু উপদেশ দিম। আপোনালোকে যদি তেনেকৈ ভাবিছে তেন্তে সি কেৱল আংশিকভাৱেহে সত্য। এলাৰ্জি যিহেতু এটা ৰোগ, গতিকে প্ৰসংগক্ৰমে কিছু ডাক্তৰী কথা ওলাবই। কিন্তু এলাৰ্জিৰ বিষয়ে এখন ডাক্তৰী ৰচনা লিখাটো মোৰ প্ৰধান উদ্দেশ্য নহয়। জীৱনৰ প্ৰতি মোৰ দৃষ্টিভংগীৰ ওপৰত এলাৰ্জিয়ে কেনেধৰণৰ প্ৰভাৱ পেলাইছে সেই কথা লিখাটোহে মোৰ প্ৰধান উদ্দেশ্য।

কিন্তু তাৰ আগতে এলাৰ্জিৰ এটা চমু পৰিচয় দি লোৱাটো উচিত হ'ব। মই গোটেই জীৱন ধৰি এলাৰ্জিত ভুগিছোঁ। সেই কাৰণে নানা ডাক্তৰী কিতাপ-পত্ৰ পঢ়ি মই এলাৰ্জিৰ বিষয়ে জানিবলৈ চেষ্টা কৰিছোঁ। দহবছৰমান আগৰ কথা। চকুৰ অসুখৰ চিকিৎসা কৰাবলৈ মই গুৱাহাটীৰ শংকৰ নেত্ৰালয়লৈ যাব লগা হৈছিল। মুখ্য চিকিৎসক ডাঃ হৰ্ষ ভট্টাচাৰ্যই মোৰ চকু পৰীক্ষা কৰি থাকোঁতেই মোৰ হাঁচি আহিবলৈ আৰম্ভ কৰিলে। এটাৰ পাছত এটাকৈ ইমান হাঁচি আহিবলৈ ধৰিলে যে হাঁচি বন্ধ নহয়হে নহয়। চকু পৰীক্ষা কৰিবলৈ আৰম্ভ কৰি ডাক্তৰো থমকি ৰ'ব লগা হ'ল। এনে এজন ব্যস্ত ডাক্তৰক প্ৰয়োজনতকৈ বেছি সময় মোৰ ওচৰত আবদ্ধ কৰি ৰাখিব লগা হোৱাৰ কাৰণে মই মনে মনে নিজকে খুব অপৰাধী যেন অনুভৱ কৰিবলৈ ধৰিলো। হাঁচি বন্ধ হোৱাৰ পাছত ডাঃ ভট্টাচাৰ্যই মোক ক'লে— 'ছাৰ, আপোনাৰ cold allergy আছে।'

জীৱনত মই প্ৰথমবাৰৰ কাৰণে ক'ল্ড এলাৰ্জিৰ নাম শুনিলো। তাৰ আগলৈকে মই ধূলি, ফুলৰ ৰেণু, জন্তুৰ গাৰ নোম, সুগন্ধি দ্ৰব্য আৰু বিশেষ কিছুমান খাদ্যদ্ৰব্যইহে এলাৰ্জি সৃষ্টি কৰে বুলি শুনি আহিছিলো। ঠাণ্ডা লাগিলেও যে এলাৰ্জি হ'ব পাৰে সেই কথা সমুলি মোৰ চিন্তাৰ অগোচৰ আছিল। ডাক্তৰজনৰ কথা শুনাৰ লগে লগে মোৰ সমস্ত জীৱনটো মোৰ চকুৰ আগত ভাহি উঠিল। স্বাস্থ্য ৰক্ষাৰ কাৰণে অশেষ যত্ন লোৱা সত্বেও কিয় মাজে মাজে একোটা ৰহস্যময় ৰোগে হঠাৎ মোক আক্ৰমণ কৰি কেইদিনমানৰ কাৰণে মোৰ জীয়াই থকাৰ আনন্দ হৰণ কৰে সেই কথা মই তেতিয়াহে বুজি পালো। মই ডাক্তৰক সুধিলো, 'এই ৰোগৰ কিবা চিকিৎসা বা প্ৰতিকাৰ আছেনে?'

ডাঃ ভট্টাচাৰ্যই সস্নেহ হাঁহি এটা মাৰি ক'লে, 'এদিন হয়তো তাৰ প্ৰতিকাৰৰ উপায় ওলাব, যেতিয়া জীন থেৰাপি (Gene therapy) আৱিষ্কৃত হ'ব। কিন্তু আপোনাৰ জীৱনকালতেই সেইটো আৱিষ্কৃত হ'ব বুলি মই আশা নকৰোঁ।'

ডাক্তৰৰ কথা শুনি মোৰ কলিজাটো এহাতমান তললৈ বহি যোৱা যেন মই অনুভৱ কৰিলো। মোৰ ৰোগটো যে দুৰাৰোগ্য, নমৰালৈকে মই তাৰ লগত সহবাস কৰিব লাগিব, সেই কথা বুজিবলৈ মোৰ বাকী নাথাকিল। তাৰ পাছৰ পৰাই এলাৰ্জি সম্পৰ্কে মই য'ত যি কথা পাওঁ তাকে পঢ়িবলৈ আৰম্ভ কৰিলো। তেনেকৈ পঢ়াৰ উদ্দেশ্য হ'ল এইটোৱেই যে ৰোগটো মই নিৰাময় কৰিব নোৱাৰিলেও তাক সহনীয় কৰিব লাগিব। ভলতেয়াৰৰ এই কথা মই সম্পূৰ্ণৰূপে বিশ্বাস কৰোঁ যে একমাত্ৰ ৰোগীজনেহে নিজৰ আটাইতকৈ ভাল চিকিৎসক হ'ব পাৰে, কাৰণ তেওঁ নিজৰ বিষয়ে যিমান কথা জানে, সিমানখিনি কথা জনাটো কোনো ডাক্তৰৰ পক্ষে সম্ভৱ নহয়।

ডাক্তৰী কিতাপ পঢ়ি জানিব পাৰিছোঁ যে ব্ৰিটেইনৰ মুঠ জনসংখ্যাৰ এক দশমাংশ মানুহ বিভিন্ন প্ৰকাৰৰ এলাৰ্জিৰ দ্বাৰা আক্ৰান্ত। পৃথিৱীৰ সকলো দেশৰে এলাৰ্জি আক্ৰান্ত মানুহৰ সংখ্যা সামান্য কম-বেছি পৰিমাণে প্ৰায় একেই হ'ব বুলি অনুমান কৰিব পাৰি। পৰিবেশৰ প্ৰদূষণ বৃদ্ধি পোৱাৰ লগে লগে এলাৰ্জিৰ প্ৰাদুৰ্ভাৱো ক্ৰমাৎ বৃদ্ধি পাইছে। চিকিৎসা-বিজ্ঞানৰ মতে প্ৰতি চাৰিজন এলাৰ্জি ৰোগীৰ ভিতৰত তিনিজনেই এই ৰোগ বংশানুগতি-সূত্ৰে অৰ্জন কৰে। সেইকাৰণেই ডাঃ হৰ্ষ ভট্টাচাৰ্যই মোক কৈছিল যে জিন থেৰাপি আৱিষ্কৃত নোহোৱালৈকে মোৰ এলাৰ্জি আৰোগ্য হোৱাৰ কোনো আশা নাই।

এলাৰ্জিনো কেনেকৈ হয়? 'শ্ৰীমতী স্মিথে যিদিনাই চিনেমা চাবলৈ যায় সেইদিনাই তেওঁৰ হাঁপানি হয়। জোনছে যিদিনাই তেওঁৰ বাগ্‌দত্তা প্ৰেমিকাক দেখা কৰিবলৈ যায় সেইদিনাই তেওঁৰ মাইগ্ৰেইন মূৰ-কামোৰণি হয়। সপ্তাহটোৰ প্ৰতি বুধবাৰে আৰু শুক্ৰবাৰে এগৰাকী হোটেল-পৰিচাৰিকাৰ গাৰ ছালৰ ঠায়ে ঠায়ে ৰঙা পৰে আৰু ভীষণ খজুৱতি হয়। এজন জাহাজৰ কেপ্টেইনৰ, ঘৰত থাকিলে একো অসুখ নহয়, কিন্তু সাগৰত থাকিলেই ছ্যঁইনাছ্যঁইটিছ হয়।'

কোৱা বাহুল্য মাথোন এই আটাইকেইটাই হ'ল এলাৰ্জিৰ লক্ষণ। ৰোগ একেটাই; কিন্তু তাৰ লক্ষণবোৰ বেলেগ বেলেগ। ৰোগৰ কাৰণো বেলেগ বেলেগ। শ্ৰীমতী স্মিথৰ এলাৰ্জি হয় চিনেমা হ'লত ছটিওৱা বীজাণু-নাশক ঔষধৰ কাৰণে। জোনছৰ এলাৰ্জি সৃষ্টি কৰে তেওঁৰ প্ৰেমিকাৰ মুখৰ পাওডাৰে। পৰিচাৰিকা-গৰাকীয়ে যিখন হোটেলত কাম কৰে সেইখন হোটেলত প্ৰতি বুধবাৰে আৰু শুক্ৰবাৰে মিছামাছৰ আঞ্জা পৰিবেশন কৰা হয়; তাকে খাই তেওঁৰ এলাৰ্জি হয়। জাহাজৰ কেপ্টেইনজনে ঘৰত চৰাইৰ পাখিৰ তুলিত শোৱে, কিন্তু জাহাজত শুব লগা হয় মৰাপাটৰ তুলিত। তেওঁৰ এলাৰ্জিৰ কাৰণ হ'ল মৰাপাট। এনেকৈ দেখা গৈছে যে হাজাৰ হাজাৰটা বিভিন্ন কাৰণত মানুহৰ এলাৰ্জি হ'ব পাৰে। এই আটাইবোৰ কাৰণ বিচাৰি উলিওৱাটো অতি কঠিন কাৰণেই এলাৰ্জিৰ চিকিৎসাও কষ্টসাধ্য। অৱশ্যে ডাক্তৰৰ সহায়ত বা নিজে ধৈৰ্যসহকাৰে নিজৰ ওপৰত নানা পৰীক্ষা-নিৰীক্ষা কৰি এলাৰ্জিৰ কাৰণটো আৱিষ্কাৰ কৰিব পাৰিলে নিজকে তাৰ পৰা দূৰত ৰাখিব পাৰি, আৰু তেতিয়া এলাৰ্জিৰ সম্ভাবনাও হ্ৰাস পায়। উদাহৰণস্বৰূপে শ্ৰীমতী স্মিথে চিনেমা হ'ললৈ যোৱাটো বন্ধ কৰাৰ পাছৰ পৰাই বা জোনছৰ প্ৰেমিকাই মুখৰ পাওডাৰ সলনি কৰাৰ লগে লগে তেওঁলোকৰ এলাৰ্জি নোহোৱা হ'ল। কিন্তু এলাৰ্জিৰ কাৰণটো জানিলেও সকলো সময়তে তাৰ পৰা দূৰত থকাটো সম্ভৱ নহয়। সেই কথাটো মই একেবাৰে পিছত ক'ম।

তাৰ আগতে কৈ লওঁ এলাৰ্জি কেনেকৈ হয় সেই কথা।

শৰীৰৰ কাৰণে ক্ষতিকাৰক কিবা বস্তু যদি শৰীৰৰ ভিতৰত প্ৰৱেশ কৰে, তেন্তে সেইবোৰক ততালিকে বহিষ্কাৰ কৰিবলৈ শৰীৰৰ ভিতৰত কিছুমান স্বয়ংক্ৰিয় ব্যৱস্থা আছে। সেইবোৰক বহিষ্কাৰ কৰে গাৰ ছালখনে, প্ৰশ্বাস-নলীয়ে, অথবা সেইবোৰৰ ৰাসায়নিক পৰিৱৰ্তন সাধন কৰে পাকস্থলীয়ে। কিন্তু কিছুমান মানুহৰ ক্ষেত্ৰত ছালখনে, নাকটোৱে বা পাকস্থলীয়ে তেনেবোৰ বস্তু বহিষ্কাৰ কৰিব নোৱাৰে। শৰীৰৰ ৰক্ষাৰ কাৰণে নিৰ্মিত বেহু ভেদ কৰি সিহঁত শৰীৰৰ ভিতৰলৈ সোমাই যায়। পেটলৈ যোৱা আহাৰ, উশাহত টানি লোৱা বতাহ বা হাতেৰে স্পৰ্শ কৰা যিকোনো বস্তুত এলাৰ্জি সৃষ্টি কৰা উপাদান থাকিব পাৰে। সিহঁতে শৰীৰত প্ৰৱেশ কৰাৰ লগে লগে শৰীৰৰ কোষ আৰু অন্যান্য আত্মৰক্ষামূলক ব্যৱস্থাবোৰে সিহঁতক প্ৰতিৰোধ কৰিবলৈ কিছুমান এণ্টিবডি (antibody) তৈয়াৰ কৰে। এলাৰ্জেন (এলাৰ্জি সৃষ্টি কৰা বস্তুবোৰ) আৰু এণ্টিবডিৰ মাজত যুদ্ধখন প্ৰথমে চলে শৰীৰৰ ৰক্ত-প্ৰবাহত। এণ্টিবডিবোৰে এলাৰ্জেনবোৰক ধ্বংস কৰে হয়; কিন্তু মানুহজনৰ কাৰণে বিপদটো আৰম্ভ হয় ঠিক তাৰ পাছতহে। যুদ্ধত জয়লাভ কৰাৰ পাছত এণ্টিবডিবোৰে যুদ্ধক্ষেত্ৰ অৰ্থাৎ ৰক্ত-প্ৰবাহ ত্যাগ কৰি শৰীৰৰ কোষবোৰত কামোৰ মাৰি লাগি ধৰে আৰু পৰৱৰ্তী আক্ৰমণকাৰী দলটোৰ লগত যুদ্ধ কৰিবলৈ সিহঁতে অপেক্ষা কৰি থাকে। ঠিক সেই মুহূৰ্তৰ পৰাই মানুহজনৰ শৰীৰত এলাৰ্জিৰ অনুকূল পৰিবেশ সৃষ্টি হয়। ইয়াৰ পাছত মানুহজনৰ শৰীৰত যেতিয়াই ছালৰ বিন্ধাইদি বা প্ৰশ্বাস-নলীৰে বা খাদ্যনলীৰে এলাৰ্জেন প্ৰৱেশ কৰে, তেতিয়াই এণ্টিবডিবোৰে সিহঁতৰ বিৰুদ্ধে আকৌ যুদ্ধ কৰিবলৈ আৰম্ভ কৰে। কিন্তু এইবাৰ যুদ্ধখন ৰক্ত-প্ৰবাহত নহৈ হয় কোষবোৰত; নাকৰ কোমল টিছ্যুবোৰ, হাওঁফাওঁৰ সূক্ষ্ম আচ্ছাদন, পাকস্থলী, ৰক্তবাহী সিৰা-উপসিৰা— এইবোৰ ঠাইত। এইখন যুদ্ধতো এণ্টিবডিবোৰেই জয়লাভ কৰে, কিন্তু যুদ্ধৰ ফলত বিধ্বস্ত বা ক্ষত-বিক্ষত হয় শৰীৰৰ উপৰিউক্ত স্থানবোৰ। এলাৰ্জেন আৰু এণ্টিবডিবোৰৰ মাজত হোৱা যুদ্ধখনৰ যি পৰিমাণ মানুহজনে ভোগ কৰিব লগা হয়, সিয়েই হ'ল ব্যক্তিভেদে হাঁপানি, পানীলগা, মূৰ-কামোৰণি, জ্বৰ, ঘনে ঘনে হোৱা হাঁচি, পেটৰ গোলমাল, পেটচলা, ছালত দমলা-দমলা বন্ধা— ইত্যাদি।

এলাৰ্জিৰ বিষয়ে আৰু কেবাপৃষ্ঠা লিখিব পাৰি; কিন্তু আলোচ্য প্ৰসংগত সেইবোৰৰ প্ৰয়োজন নাই। মই ক'ব খোজা মূল কথাটো হ'ল— জীৱনৰ প্ৰতি মোৰ দৃষ্টিভংগীৰ ওপৰত এলাৰ্জিৰ প্ৰভাৱ।

মই আগতেই কৈ আহিছোঁ যে মোৰ ক্ষেত্ৰত এলাৰ্জিৰ প্ৰধান কাৰণটো ঠাণ্ডা লগা। মোৰ তেতিয়াই এলাৰ্জি হয় যেতিয়া মই ঠাণ্ডা পানী খাওঁ, ঠাণ্ডা পানীৰে গা ধোওঁ, গাত ঠাণ্ডা বতাহ লগাওঁ, ফুল ভল্যুমত চলি থকা পাংখাৰ তলত বা এয়াৰ কণ্ডিশ্যন্‌ড কোঠাত বহোঁ, বৰষুণত তিতোঁ— ইত্যাদি। এইবোৰ কাম কৰাৰ লগে লগেই মোৰ নাকৰ পৰা পানী ওলাবলৈ ধৰে, অবিৰাম হাঁচি আহি মোক আধামৰা কৰে, ছাইনাছ নলীবোৰ বন্ধ হোৱাৰ ফলত মূৰৰ কামোৰণি হয়, চকুৰ পোৰণি আৰু গাত জ্বৰ-জ্বৰ ভাব হয়, ডিঙিত ঘা লগাৰ নিচিনা অনুভৱ হয়, আৰু কোৱা বাহুল্য মাথোন যে এইবোৰ উপসৰ্গৰ ফলত মোৰ কাম-বন কৰাৰ শক্তি নোহোৱা হয়। এলাৰ্জিৰ বিষয়ে জনাৰ আগলৈকে মই নিজকে এটা চিৰ-ৰুগ্ন আৰু অভিশপ্ত মানুহ বুলি ভাবিবলৈ বাধ্য হৈছিলো আৰু অসহায়ভাৱে নীৰৱে সকলো যন্ত্ৰণা সহ্য কৰিছিলো। কিন্তু এলাৰ্জিৰ বিষয়ে সবিশেষ জনাৰ পাছত মই শৰীৰত ঠাণ্ডা লগাব পৰা সকলো ধৰণৰ পৰিস্থিতিৰ পৰা নিজকে আঁতৰাই ৰাখিবলৈ শিকিলো; অৰ্থাৎ মই এলাৰ্জিৰ প্ৰতিষেধক উপায় বিচাৰি পালো। গাত ঠাণ্ডা নালাগিলেই মোৰ এলাৰ্জি নহয়।

কিন্তু জীৱনটো ইমান সৰল নহয়। মানুহক জোলোকা-জোলোকে পানী খুৱাবলৈ জীৱনৰ বিচিত্ৰ কৌশল জনা আছে। মোৰ এলাৰ্জিৰ কাৰণটো জনাৰ পাছতো মই এলাৰ্জিৰ পৰা সম্পূৰ্ণভাৱে নিস্তাৰ পাব পৰা নাই, কাৰণ মোৰ জীৱনটো সম্পূৰ্ণভাৱে মোৰ নিজৰ নিয়ন্ত্ৰণাধীন নহয়। মই নিজৰ মতে অকলে থাকোঁতে বাৰু ঠাণ্ডাৰ পৰা এশহাত নিলগত থাকিলো। কিন্তু মানুহৰ সংগত থকা সময়খিনিত মই সম্পূৰ্ণভাৱে ঠাণ্ডা কেনেকৈ পৰিহাৰ কৰি চলিম? জুলাই মাহৰ জুই-বৰষা অসহ্য গৰমত নিৰ্মল চাহেৱালাই তেওঁৰ এয়াৰ-কণ্ডিশ্যন্‌ড গাড়ীৰে মোক চাবুৱা বিমান-বন্দৰৰ পৰা ডিব্ৰুগড়লৈ আগবঢ়াই নিবলৈ আহিল। তেওঁৰ লগত আহিল প্ৰণয় আৰু কৃষ্ণপ্ৰসাদ। কেৱল মোৰ নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰি মইনো বাৰু কোনটো স'তেৰে তেওঁক গাড়ীৰ এ চি-টো বন্ধ কৰিবলৈ কওঁ? ভদ্ৰতাৰ খাতিৰত মই ৪০ মিনিট সময় এয়াৰ কণ্ডিশ্যন্‌ড গাড়ীত বহিবলৈ বাধ্য হ'লো, আৰু পাছৰ এটা সপ্তাহৰ কাৰণে এলাৰ্জিয়ে মোক আধামৰা কৰিলে। কোনোবা বন্ধু বা আত্মীয়ৰ ঘৰত নিমন্ত্ৰণ খাবলৈ গ'লো, আৰু দুঘণ্টা সময় ফুল ভল্যুমত চলা ফেনৰ তলত বহি থাকিবলৈ বাধ্য হ'লো। তাৰ পাছত কমেও তিনি দিনৰ কাৰণে মোৰ শৰীৰত এলাৰ্জিৰ অবাধ ৰাজত্ব, আৰু মনত অন্তহীন বিৰক্তি আৰু অৱসাদ। ... এনেকুৱা অলেখ উদাহৰণ কৈ বা লিখি শেষ কৰিব নোৱাৰি।

বছৰৰ পাছত বছৰ ধৰি এনেবোৰ যন্ত্ৰণা নীৰৱে সহ্য কৰাৰ পাছত মই অৱশেষত এনে এটা সিদ্ধান্তলৈ আহিছোঁ যে মানুহৰ জীৱনৰ সমস্যা দুবিধ ঃ এবিধ সমস্যাৰ কিবা নহয় কিবা এটা সমাধান আছে; দ্বিতীয় বিধ সমস্যাৰ কোনো সমাধান নাই। সমাধানহীন সমস্যাবোৰক (যেনে ঃ নানাধৰণৰ দুৰাৰোগ্য ৰোগ, বৈবাহিক জীৱনৰ অন্তহীন অশান্তি, বিপথগামী সন্তানৰ পৰা পাবলগীয়া হোৱা মনোকষ্ট— ইত্যাদি) প্ৰকাণ্ড তলা এটা মাৰি মনৰ তলিত বন্ধ কৰি থৈ আৰু আমৰণ সেই তলা নুখুলিবলৈ সিদ্ধান্ত লৈ প্ৰবল ইচ্ছা-শক্তিৰ জোৰেৰে মানসিক ভাৰসাম্য ৰক্ষা কৰি চলাৰ বাহিৰে মানুহৰ গত্যন্তৰ নাই। প্ৰাচীন গ্ৰীকসকলৰ ষ্টইক দৰ্শনে (Stocism) এই ক্ষেত্ৰত মোক যথেষ্ট সহায় কৰে। ষ্টইক দৰ্শনে যন্ত্ৰণাক উপেক্ষা কৰি জীৱন কটাবলৈ মানুহক শিক্ষা দিয়ে।

এলাৰ্জিৰ কাৰণবোৰ আৰু সেইবোৰৰ প্ৰতিকাৰৰ উপায় জনাৰ পাছতো এলাৰ্জিজনিত যন্ত্ৰণা এতিয়াও মোৰ নিত্য-সহচৰ। কিন্তু এলাৰ্জিৰ প্ৰভাৱত জীৱনৰ প্ৰতি মোৰ দৃষ্টিভংগী সলনি হোৱাৰ ফলত মই এতিয়া যন্ত্ৰণাক (শাৰীৰিক আৰু মানসিক উভয়বিধ যন্ত্ৰণাক) জীৱনৰ অবিচ্ছেদ্য অংগ বুলি ভাবিবলৈ শিকিছোঁ। লগতে এই কথাও শিকিছোঁ যে যন্ত্ৰণাক উপেক্ষা কৰিব পৰাটোও হ'ল যন্ত্ৰণাক পৰাস্ত কৰিব পৰাৰ এটা প্ৰধান উপায়। অৱশ্যে তাৰ কাৰণে প্ৰয়োজন হয় ইচ্ছাশক্তিৰ অবিৰাম অনুশীলনৰ। এই শিক্ষা পোৱাৰ পাছত মই এলাৰ্জিৰ যন্ত্ৰণা লৈয়ো লিখা-পঢ়া কৰি থাকিব পৰা হৈছোঁ।

*('কথাৰ মূৰৰ কথা'ৰ পৰা)*

# খোজ কঢ়াৰ বিষয়ে কিছু কথা

খোজ কঢ়াৰ উপকাৰিতাৰ বিষয়ে মই ইতিমধ্যে কেবাখনো ৰচনা লিখিছোঁ। অসমৰ বিভিন্ন ঠাইত মই এনেকুৱা বহুত মানুহ লগ পাইছোঁ— যিসকলে মোৰ আন একো লেখা নপঢ়িলেও বা পঢ়ি মনত নাৰাখিলেও খোজ কঢ়াৰ বিষয়ে মই লিখা ৰচনাকেইখন মনোযোগ দি পঢ়া বুলি মোক জানিবলৈ দিছে। বহুত মানুহে আনকি মোক এনে কথাও কৈছে যে মোৰ ৰচনাকেইখন পঢ়িয়েই বোলে তেওঁলোকে নিয়মিতভাৱে খোজ কঢ়াৰ অভ্যাস কৰিবলৈ প্ৰেৰণা পাইছে। এনেকুৱা কথা শুনি মই যি বিমলানন্দ অনুভৱ কৰোঁ তাৰ লগত আন কোনো আনন্দৰ তুলনা নহয়। মোৰ নিচিনা প্ৰকৃত সাহিত্যিক প্ৰতিভা নোহোৱা মানুহে গল্প-উপন্যাস বা কবিতা লিখি পণ্ড-শ্ৰম কৰাতকৈ মানুহৰ উপকাৰত অহা সৰু সৰু কথাবোৰ লিখি থকাটোকেই সময়ৰ উচিত সদ্ব্যৱহাৰ বুলি মই ভাবোঁ।

খোজ কঢ়াৰ বিষয়ে কেবাখনো ৰচনা লিখাৰ পিছতো একেটা বিষয়ে মই আৰু এখন নতুন ৰচনা লিখিবলৈ বহাৰ এটা ডাঙৰ কাৰণ আছে। কাৰণটো হ'ল এই যে কেইমাহমানৰ আগতে মই খোজ কাঢ়ি এঠাইলৈ গৈ থাকোঁতে জোৰেৰে অহা এখন মটৰ-চাইকেলে পিছফালৰ পৰা মোক খুন্দা মাৰি দিলে— যাৰ ফলত মই হামখুৰি খাই পৰি গৈ সোঁ-ভৰিৰ আঁঠুটোত আঘাত পালো। ভাগ্য ভাল আছিল যে হাড় নাভাগিল। আঁঠুৰ বিষৰ কাৰণে মই কেবামাহো খোজ কাঢ়িব পৰা নাছিলো। খোজ কঢ়াৰ ওপৰত মোৰ জীয়াই থকাৰ আনন্দ কিমান বেছি পৰিমাণে নিৰ্ভৰশীল সেই কথা মই তেতিয়াহে ভালকৈ উপলব্ধি কৰিলো। ডাক্তৰৰ উপদেশ মানি আঁঠুৰ যত্ন লোৱা আৰু ব্যায়াম কৰাৰ ফলত এদিন মোৰ আঁঠুৰ বিষ নোহোৱা হ'ল। কেইদিনমানৰ আগতে মই আকৌ এদিন খোজ কাঢ়িবলৈ ওলাই গ'লো। কিন্তু ঘৰলৈ ঘূৰি আহিয়েই মই আৱিষ্কাৰ কৰিলো যে আঁঠুৰ বিষটো আগতকৈ দুগুণ পৰিমাণে আকৌ ঘূৰি আহিছে। তাৰ মানে মই আকৌ কেতিয়া খোজ কাঢ়িব পৰা হ'ম তাৰ একো ঠিকনা নাই। কিন্তু মইযে খোজ কাঢ়িব পৰাৰ শক্তি আকৌ ঘূৰাই পাবই লাগিব বা পামেই, সেই বিষয়েও মোৰ মনত বিন্দুমাত্ৰ সন্দেহ নাই।

মই অনুভৱ কৰিছোঁ যে মোৰ আঁঠুৰ বিষ নোহোৱা কৰিবলৈ কেৱল ডাক্তৰী চিকিৎসাই যথেষ্ট নহয়। চিকিৎসাৰ লগে লগে মই মোৰ মনোবলো বৃদ্ধি কৰিব লাগিব। এনে সময়তে মোৰ মনত পৰিছে ছেমুৱেল স্মাইলছৰ (১৮১২--১৯০৪) কথা। মানুহৰ আত্ম-বিকাশত সহায় কৰিবৰ উদ্দেশ্যে লিখা ছেমুৱেল স্মাইলছৰ কিতাপবোৰ—বিশেষকৈ Self-Help খন—এসময়ত সভ্য-জগতৰ প্ৰতিটো ভাষালৈ অনূদিত হৈছিল। বাহিৰৰ জগতৰ পৰা ইচ্ছাকৃতভাৱে নিজকে বিচ্ছিন্ন কৰি ৰখা জাপানে প্ৰথমবাৰৰ কাৰণে ইউৰোপীয় ভাষাৰ যিখন কিতাপ জাপানী ভাষালৈ অনুবাদ কৰিছিল সেইখন আছিল ছেমুৱেল স্মাইলছৰ Self-Help। স্মাইলছৰ কিতাপখনৰ আৰ্হিত ইটালীয়ান ভাষাত এখন কিতাপ লিখিবলৈ ইটালীৰ চৰকাৰে এটা পুৰস্কাৰ ঘোষণা কৰিছিল। পৃথিৱীৰ বিভিন্ন দেশৰ মানুহৰ চৰিত্ৰ গঠনৰ ক্ষেত্ৰত স্মাইলছৰ কিতাপখনে কিমান ডাঙৰ গুৰুত্বপূৰ্ণ ভূমিকা লৈছে তাৰ প্ৰমাণ দিবলৈ এইকেইটা তথ্যই যথেষ্ট।

যোৱা দহবছৰত স্মাইলছৰ কেবাখনো কিতাপ অসমীয়া ভাষালৈকো অনূদিত হৈছে আৰু সেই কিতাপবোৰে বিপুল জনপ্ৰিয়তা অৰ্জন কৰিছে। স্মাইলছৰ কিতাপৰ প্ৰতি অসমীয়া মানুহৰ মনত কৌতূহল

জগাই তোলাৰ কৃতিত্বখিনি মই দাবী কৰিব খুজিলে বোধহয় একো ভুল কৰা নহ'ব। মই 'অসম বাণী'ৰ সম্পাদক হৈ থাকোঁতে (১৯৯২–৯৬) আলোচনীখনত স্মাইলছৰ কিতাপবোৰৰ চমু আভাস দি এটা প্ৰবন্ধ লিখিছিলো। তাৰ পিছৰ পৰাই অসমত স্মাইলছৰ কিতাপৰ চাহিদা বাঢ়িবলৈ ধৰিলে। এইটো এটা শুভলক্ষণ বুলি মই ভাবোঁ, কাৰণ ইয়াৰ দ্বাৰাই এই কথা প্ৰমাণিত হয় যে চৰিত্ৰ-গঠন আৰু আত্মোৎকৰ্ষৰ সাধনাৰ প্ৰতি অসমীয়া ডেকা-গাভৰুৰ মনতো আগ্ৰহ ক্ৰমান্বয়ে বৃদ্ধি পাইছে। মই কোনোবা এখন ইংৰাজী কিতাপত এনে এটা কথা পঢ়িবলৈ পাইছিলো যে এটা ক্ষুদ্ৰ দ্বীপৰ অধিবাসী ইংৰাজসকলে বিশ্ব-জোৰা সাম্ৰাজ্য স্থাপন কৰিব পৰাৰ মূলতে আছিল তেওঁলোকৰ চৰিত্ৰ-বল, আৰু তেওঁলোকৰ চৰিত্ৰ-গঠনত ঘাইকৈ সহায় কৰিছিল কেবাশতিকা ধৰি কেইজনমান চিন্তাশীল ইংৰাজ লেখকে সুমধুৰ গদ্যত লিখা নীতি-শিক্ষা বিষয়ৰ কিতাপবোৰে।

প্ৰসংগক্ৰমে ওপৰৰ কথাখিনি অলপ দীঘলীয়াকৈ ক'লো যদিও স্মাইলছৰ কথা মোৰ মনলৈ অহাৰ প্ৰধান কাৰণটো আছিল আঁঠুৰ বিষৰ কাৰণে মোৰ খোজ কাঢ়িব নোৱৰা অৱস্থা। The Penguin Book of Interviews নামৰ কিতাপত ছেমুৱেল স্মাইলছৰ লগত হোৱা এটা সাক্ষাৎকাৰো অন্তৰ্ভুক্ত কৰা হৈছে। সাক্ষাৎকাৰটো দিয়াৰ সময়ত স্মাইলছৰ বয়স হৈছিল ৮১ বছৰ। কিন্তু সাক্ষাৎ লওঁতা সাংবাদিকজনৰ মতে তেওঁক বোলে দেখিবলৈ ৭০ বছৰীয়া মানুহ যেনহে লাগিছিল। স্মাইলছে সাংবাদিকজনক কৈছিল—'মই নিজকে জীৱন্ত কৰি ৰাখিবলৈ খোজ কাঢ়োঁ। মই যিদিনাই খোজ কাঢ়িব নোৱৰা হ'ম সেইদিনাই মই মৰিম।' কিন্তু স্মাইলছৰ জীৱনলৈ এনে এটা দিন আহিছিল—যিদিনা তেওঁৰ খোজ কাঢ়িব নোৱৰা অৱস্থা হৈছিল। প্ৰায় ৬০ বছৰ বয়সত স্মাইলছ পক্ষাঘাত-গ্ৰস্ত হৈ শয্যাশায়ী হৈছিল। সেই অৱস্থাতো তেওঁ বীৰদৰ্পে লিখিছিল যে মৰাৰ আগতে তেওঁ ফ্ল'ৰেন্স আৰু ৰোমলৈ যাবলৈ আশা কৰে।... ৬০ বছৰ বয়সতে হোৱা পক্ষাঘাত জয় কৰি স্মাইলছে যদি ৮১ বছৰ বয়সতো ডেকা ল'ৰাৰ দৰে দপদপাই খোজ কাঢ়ি থাকিব পাৰে, তেন্তে মই সামান্য আঁঠুৰ বিষ জয় কৰি আকৌ খোজ কাঢ়িব পৰা হ'ব নোৱাৰিম কিয়?

জীয়াই থাকিবলৈ খোজ কঢ়া আৰু খোজ কাঢ়ি বীৰদৰ্পে জীয়াই থকা এজন মানুহক মই নিজৰ চকুৰেই দেখিছিলো। কেইবছৰমানৰ আগতে দিল্লীলৈ যাওঁতে মই এদিন মোৰ বন্ধু চন্দ্ৰধৰ ত্ৰিপাঠীৰ লগত তেওঁৰ শহুৰেকৰ ঘৰলৈ ফুৰিবলৈ গৈছিলো। অৱসৰ-প্ৰাপ্ত আই এ এছ বিষয়া উষাপতি ভাটৰ দেউতাক জনাৰ্দন ভাট তেতিয়াও জীয়াই আছিল। অধ্যয়নশীল সুপণ্ডিত উষাপতি ভাটক ইয়াৰ আগতেও মই কেবাবাৰো লগ পাইছিলো যদিও জনাৰ্দন ভাটক লগ পোৱাৰ সুযোগ তেতিয়ালৈকে মোৰ হোৱা নাছিল। সেইদিনা ত্ৰিপাঠীৰ শহুৰেকৰ ঘৰত আমাৰ ব্ৰেকফাষ্টৰ নিমন্ত্ৰণ আছিল। গতিকে মই নিশ্চিত হৈ আছিলো যে ব্ৰেকফাষ্টৰ টেবুলতে মই জনাৰ্দন ভাটক প্ৰথমবাৰৰ কাৰণে লগ পাম। আৰ্কিঅ'লজিকেল ছাৰ্ভে অব ইণ্ডিয়াৰ প্ৰাক্তন পদাধিকাৰী জনাৰ্দন ভাটৰ বিষয়ে ত্ৰিপাঠীৰ মুখত বহুত কথা শুনি তেওঁক লগ পাবলৈ মই প্ৰবল আগ্ৰহো অনুভৱ কৰিছিলো। কিন্তু আমি ব্ৰেকফাষ্ট খাবলৈ আৰম্ভ কৰাৰ সময়লৈকে জনাৰ্দন ভাটৰ দেখাদেখি নাই। 'তেওঁ শুই আছে নেকি?' —মই ত্ৰিপাঠীক সুধিলো। ত্ৰিপাঠীয়ে অৰ্থপূৰ্ণ হাঁহি এটা মাৰি ক'লে— 'তেওঁ খোজ কাঢ়িবলৈ গৈছে। দুৱাৰৰ ফালে চাই থাকক। অলপ সময়ৰ পিছতেই তেওঁক দেখা পাব।'

মই ব্ৰেকফাষ্ট খাই খাই মাজে মাজে দুৱাৰৰ ফালে চাবলৈ ধৰিলো। হঠাৎ এবাৰ দুৱাৰমুখত দেখা গ'ল ছয়ফুটমান ওখ আৰু লাঠিৰ নিচিনা পোন এজন মানুহক। দুৱাৰমুখত থিয় হৈ মধুৰ হাঁহি এটা মাৰি তেওঁ মোৰ মুখৰ ফালে চাই আছে। নিতৌ ৰাতিপুৱা চাৰি কিলোমিটাৰ খোজকাঢ়ি দিনটো আৰম্ভ কৰা সেই মানুহজনৰ তেতিয়া বয়স হৈছিল ৯৮ বছৰ।

স্বাস্থ্য অটুট ৰাখিবলৈ সুখাদ্য আৰু সুনিদ্ৰাৰ যিমান প্ৰয়োজন, ঠিক সিমানেই প্ৰয়োজন ব্যায়ামৰ। এতিয়া এই কথা সন্দেহাতীতভাৱে প্ৰমাণিত হৈছে যে সৰ্বোত্তম ব্যায়াম হ'ল খোজকঢ়া। এই ব্যায়াম কৰিবলৈ আটাইতকৈ উজু, আৰু ইয়াৰ উপকাৰিতা আটাইতকৈ বেছি। মোৰ মতে খোজ কঢ়াৰ আটাইতকৈ ডাঙৰ উপকাৰিতা হ'ল এই যে ই মানুহৰ মানসিক বিমৰ্ষতা দূৰ কৰি সমগ্ৰ দেহ আৰু মনলৈ এক ধৰণৰ সুখানুভূতি সঞ্চাৰিত কৰি দিয়ে। এই কথাটোকে মানুহৰ মনত দকৈ সুমুৱাই দিবলৈ মই বাৰ্ট্ৰাণ্ড ৰাছেলৰ এষাৰ কথাৰ পুনৰুক্তি কৰি থাকোঁ। ৰাছেলে লিখিছে—Unhappy business men, I am convinced, would increase their happiness more by walking six miles everyday than by any concievable change of philosophy.

থোৰতে উল্লেখ কৰিব পৰা খোজ কঢ়াৰ অন্যান্য উপকাৰিতাবোৰ হ'ল— (১) ই ওজন হ্ৰাস কৰাত সহায় কৰে, (২) HDL অৰ্থাৎ উপকাৰী কলেষ্টেৰল বৃদ্ধি কৰে, (৩) হাড়ৰ ক্ষয়-প্ৰক্ৰিয়া বিলম্বিত কৰে, (৪) উচ্চ ৰক্তচাপ নিয়ন্ত্ৰিত কৰি ৰখাত সহায় কৰে, (৫) হাৰ্ট এটাকৰ সম্ভাৱনা বহু পৰিমাণে হ্ৰাস কৰে, (৬) বহুমূত্ৰ ৰোগে সৃষ্টি কৰা শাৰীৰিক জটিলতাবোৰ নিয়ন্ত্ৰণাধীন কৰি ৰাখে আৰু (৭) আৰ্থাইট্ৰিছ ৰোগত আক্ৰান্ত লোকসকলৰ অংগ-সঞ্চালন ক্ষমতা বৃদ্ধি কৰে। মানুহক ইয়াতকৈ বেছিনো আৰু কি লাগে?

কিন্তু মোৰ নিজৰ মতে খোজ কঢ়াৰ আটাইতকৈ ডাঙৰ উপকাৰিতা হ'ল এইটো যে ই মানুহক আলস্য জয় কৰিবলৈ আৰু জীৱনৰ প্ৰতি এটা ইতিবাচক আশাবাদী দৃষ্টিভংগী গ্ৰহণ কৰিবলৈ সহায় কৰে। মানুহৰ আটাইতকৈ ডাঙৰ শত্ৰুকেইটাৰ ভিতৰত এটা হ'ল আলস্য। আলস্যক জয় কৰিব নোৱৰা মানুহ জীৱনৰ বেছিভাগ সময়তে আধামৰা হৈ থাকে।

*('চিন্তা-তৰঙ্গ'ৰ পৰা)*

# ডাক্তৰৰ কথা

মই নিজৰ বিষয়ে বিভিন্ন প্ৰসঙ্গত অনেক কথা লিখিছোঁ, কিন্তু এটা অতি গুৰুত্বপূৰ্ণ কথা লিখিছোঁ নে নাই সেই কথা মই এই মুহূৰ্তত মনত পেলাব পৰা নাই। কথাটো হ'ল এই যে ডাক্তৰ হোৱাটোৱেই আছিল মোৰ জীৱনৰ উচ্চতম আকাংক্ষা। অৱশ্যে মোৰ সেই আকাংক্ষাৰ লগত কেৰিয়াৰ বা অৰ্থোপাৰ্জনৰ প্ৰশ্ন জড়িত হৈ থকা নাছিল; মই ডাক্তৰ হ'ব খুজিছিলো জীৱনৰ মূল উপাদান শৰীৰ আৰু মনৰ অন্তহীন ৰহস্য জানিবৰ কাৰণে। কলেজত মোৰ অধ্যয়নৰ অন্যতম বিষয় আছিল জীৱ-বিজ্ঞান। অসম মেডিকেল কলেজত পঢ়িবলৈ ছীটো পাইছিলো। কিন্তু শেষপৰ্যন্ত মোৰ মেডিকেল পঢ়া হৈ নুঠিল। সেইটো মোৰ জীৱন-বুৰঞ্জীৰ এটা গোপন অধ্যায়।

ডাক্তৰি পঢ়িব নোৱাৰিলেও চিকিৎসা বিজ্ঞানৰ প্ৰতি মোৰ অনুৰাগ আৰু কৌতূহল মোৰ মনত চিৰস্থায়ী হৈ ৰ'ল। মই জীৱনত বিভিন্ন বিষয়ৰ যিমান কিতাপ পঢ়িছোঁ সেইবোৰৰ ভিতৰত অতি কমেও বিশ ভাগৰ এভাগমান কিতাপ চিকিৎসা বিজ্ঞান তথা মানুহৰ শৰীৰ আৰু মন সম্পৰ্কীয় হ'ব যেন লাগে। পাঠকসকলে এই কথা জানি নিশ্চয় অলপ আচৰিত হ'ব যে বহুত মানুহ মোৰ ওচৰলৈ আহে বা মোলৈ চিঠি লিখে— কেৱল স্বাস্থ্যৰক্ষাৰ বিষয়ে উপদেশ ল'বলৈ। উপদেশ দিয়াতকৈ বেছি সহজ কাম আন একো নাই। যিবোৰ উপদেশ নিজে পালন কৰা নহয়, তেনেকুৱা উপদেশো আনক দি আত্মপ্ৰসাদ লাভ কৰিব পাৰি।

ডাক্তৰ আৰু ডাক্তৰি বিদ্যাৰ বিষয়ে মই ইমানবোৰ তথ্য আৰু অভিজ্ঞতা সঞ্চয় কৰিছোঁ যে সেই গোটেইবোৰ কথা লিখিবলৈ হ'লে এখন সৰু-সুৰা কিতাপেই হ'ব। তাৰ কাৰণে 'প্ৰথম কলম' উপযুক্ত স্থান নহয়। তথাপি আজি ডাক্তৰ আৰু ডাক্তৰিৰ বিষয়ে চমুকৈ দুআষাৰমান লিখিবলৈ মন যোৱাৰ কাৰণটো হ'ল ডাক্তৰ সম্বন্ধে দুদিনমানৰ আগতে হোৱা এটা মধুৰ অভিজ্ঞতা। কেতিয়াবা একোটা ক্ষুদ্ৰ কথাৰ ছিদ্ৰপথেদি হাজাৰটা কথা আপোনা-আপুনি সোমাই আহে—মথাউৰি ভাঙি সোমাই অহা বানপানীৰ দৰে।

যোৱা দুসপ্তাহমান ধৰি এটা শুকান কাহে মোক অলপ কষ্ট দিছিল। তাৰ পৰা উপশম পাবলৈ নিজৰ বিদ্যা-বুদ্ধিৰে সকলো চেষ্টা কৰাৰ পিছতো বিৰক্তিদায়ক শুকান কাহটোৱে মোক লগ এৰা নিদিয়াত আমাৰ প্ৰতিষ্ঠানৰ ডেপুটী জেনেৰেল মেনেজাৰ প্ৰণৱ কুমাৰ তালুকদাৰে তেওঁৰ চিনাকি এজন ডাক্তৰৰ ওচৰলৈ মোক লৈ যাবলৈ প্ৰস্তাৱ দিলে। ডাক্তৰজন বহে দিছপুৰ পলিক্লিনিক এণ্ড নাৰ্ছিং হোমত—মোৰ বাসস্থানৰ পৰা মাত্ৰ দহ মিনিটৰ খোজ কঢ়া বাট। মই আনন্দিত মনেৰে তালুকদাৰৰ লগত ডাক্তৰৰ ওচৰলৈ গ'লো।

ডাঃ বিশ্বনাথ শৰ্মাৰ মুখামুখি হৈ মই আৱিষ্কাৰ কৰিলো যে তেওঁ মোৰ কাৰণে একেবাৰেই অচিনাকি মানুহ নহয়। ইয়াৰ আগতেও অতি আনন্দদায়ক আৰু স্মৰণীয় পৰিৱেশত মই তেওঁক দুবাৰ লগ পাইছিলো। বহুত দিনৰ মূৰত লগ পাই কুশল-বাৰ্তা আৰু অভিবাদন বিনিময় কৰাৰ পিছত ভিয়েনাত প্ৰশিক্ষণপ্ৰাপ্ত ই এন টি-ৰ ডাক্তৰজনে মোক পৰীক্ষা কৰিবলৈ আৰম্ভ কৰিলে। কিছুসময় পৰীক্ষা কৰি

তেওঁ ঘোষণা কৰিলে যে মোৰ একো বেমাৰ নাই; মোৰ গলতো কোনো ৰোগৰ বীজাণুৰ সংক্ৰমণ হোৱা নাই। মই ইতিমধ্যে তেওঁক মোৰ শাৰীৰিক অৱস্থা আৰু চিকিৎসাৰ আনুপূৰ্বিক ইতিহাস ক'ব লগা হৈছিল। তেতিয়া মই তেওঁক কৈছিলো যে মোৰ সামান্য ব্লাড প্ৰেছাৰ অৰ্থাৎ উচ্চ ৰক্তচাপ আছে—যাৰ কাৰণে মই নিতৌ এটা ঔষধ খাব লগা হয়। এইখিনিতে উচ্চ ৰক্তচাপৰ বিষয়ে এটা কথা কৈ থওঁ। যোৱা দহ বছৰ ধৰি মোৰ ৰক্তচাপ আছিল ১৪০/৯০, আৰু ডাক্তৰৰ মতে মোৰ বয়সৰ মানুহৰ কাৰণে সেইটোৱেই আছিল স্বাভাৱিক ৰক্তচাপ। কিন্তু সাম্প্ৰতিক চিকিৎসা বিজ্ঞানে পূৰ্বৰ মত সলনি কৰি কৈছে যে যিকোনো বয়সৰ মানুহৰ কাৰণে ৰক্তচাপ ১৩০/৮০ত সীমাবদ্ধ ৰাখিবই লাগিব। গতিকে ডাক্তৰৰ দিহা মতে যোৱা আঠ মাহমানৰ পৰা মই ৰক্তচাপৰ ঔষধ খাবলৈ বাধ্য হৈছোঁ। ডাঃ বিশ্বনাথ শৰ্মাই মোক সুধিলে—'আপুনি ৰক্তচাপৰ কি ঔষধ খাইছে?' মই ক'লো যে আগতে টেনৰিক নামৰ এটা ঔষধ খাইছিলো যদিও যোৱা ১৫ দিন ধৰি এনভাছ খাইছোঁ। ডাক্তৰৰ মুখত এটা হাঁহি ফুটি উঠিল। তেওঁ ক'লে—'আপোনাৰ কাহটোও চাগে' পোন্ধৰ দিনমানৰ পৰাই হৈছে? ব্লাড প্ৰেছাৰৰ কিছুমান ঔষধে এনে ধৰণৰ শুকান কাহৰ সৃষ্টি কৰে। আপুনি ঔষধ সলনি কৰিলেই কাহ আপোনা-আপুনি নোহোৱা হৈ যাব। ডাঃ বনজিৎ চৌধুৰী আমাৰ ইয়াতে বহে। মই তেওঁক মাতি দিছোঁ। আপুনি অলপ বহক।'

মই বহিবলৈ অস্বীকাৰ কৰি ক'লো—'মই ইতিমধ্যেই আপোনাৰ বহুত মূল্যৱান সময় ল'লো। মই নিজেই ডাঃ চৌধুৰীৰ ওচৰলৈ যাম। তেওঁ মোৰ পুৰণি বন্ধু। মোৰ জীৱনৰ প্ৰথমখন ই চি জি তেৱেঁই কৰিছিল।'

ডাঃ বিশ্বনাথ শৰ্মাই নম্ৰ কিন্তু দৃঢ়ভাৱে মোক বহি থাকিবলৈ নিৰ্দেশ দি যিষাৰ কথা ক'লে—সেই কথাষাৰৰ বিষয়েই উদাহৰণ সহকাৰে সবিস্তাৰে ক'বলৈ আজিৰ এই লেখাৰ অৱতাৰণা কৰিছোঁ। তেওঁ ক'লে—'আপুনি অলপ সময় বহক। চিকিৎসা মানে কেৱল ঔষধ বা বেজী বা কটা-ছিঙা নহয়। চিকিৎসাৰ প্ৰধান কথা হ'ল Counselling, অৰ্থাৎ দিহা-পৰামৰ্শ—যাৰ লগত জড়িত হৈ থাকিব লাগিব ৰোগীৰ প্ৰতি ডাক্তৰৰ গভীৰ সহানুভূতিপূৰ্ণ ব্যক্তিগত মনোযোগ। ৰোগীৰ ৰোগ নিৰাময় কৰাত আটাইতকৈ ডাঙৰ ভূমিকা লয় Counselling-এ।'

ডাঃ শৰ্মাই ইয়াৰ পিছতো কিবাকিবি লাগতিয়াল কথা কৈ থাকিল; কিন্তু মোৰ মনৰ এটা অংশই তেওঁৰ কথা শুনি থাকিল যদিও আনটো অংশ ব্যস্ত হৈ পৰিল গোটেই জীৱন ধৰি ৰোগীৰ জীৱনত ডাক্তৰৰ ভূমিকাৰ বিষয়ে পঢ়া, চিন্তা কৰা আৰু অভিজ্ঞতা অৰ্জন কৰা অসংখ্য স্মৃতি ৰোমন্থন কৰাত। এই কথা ভাবি খুব ভাল লাগিল যে চিকিৎসা বিজ্ঞান এটা নতুন যুগত প্ৰৱেশ কৰিছে; ডাক্তৰসকল এক নতুন ভূমিকাত অৱতীৰ্ণ হৈছে।

এনেতে ডাঃ জয়ন্ত বৰদলৈ—দিছপুৰ পলিক্লিনিক এণ্ড নাৰ্ছিং হোমৰ মুখ্য পৰিচালক—আমাৰ কোঠালৈ সোমাই আহিল। মই অহাৰ খবৰ পাই তেওঁ মোক এষাৰ মাত লগাবলৈ আহিছে। ব্যস্ত ডাক্তৰজন আমাৰ লগত তিনি মিনিটমানহে আছিল; কিন্তু সেই কম সময়ৰ ভিতৰতে মই অনুভৱ কৰিলো তেওঁৰ healing presence। ডাঃ কেনেথ ওৱাকাৰৰ মতে, সেইজনেই হ'ল আদৰ্শ ডাক্তৰ—যাৰ মুখৰ কথা আৰু উপস্থিতিয়েই ৰোগৰ পঞ্চাশ শতাংশ আৰোগ্য কৰিব পাৰে।

ডাঃ বৰদলৈ উঠি যোৱাৰ পিছমুহূৰ্ততে ডাঃ বনজিৎ চৌধুৰী আহি মোক তেওঁৰ কোঠালৈ লৈ গ'ল। সকলো পৰীক্ষা-নিৰীক্ষা শেষ কৰি তেওঁ মোক মোৰ সমস্যাটো বুজাবলৈ আৰম্ভ কৰিলে। মাত্ৰ পাঁচ

মিনিটৰ আগতে ডাঃ বিশ্বনাথ শৰ্মাই মোক কোৱা কথাৰ হুবহু প্ৰতিধ্বনি কৰি তেওঁ মোক ক'লে—'ৰোগৰ চিকিৎসাত ঔষধতকৈ consellingৰ গুৰুত্ব বেছি।'

মই কিতাপত এই বিষয়ে বহুত কথা পঢ়িছোঁ; কিন্তু যিজন ডাক্তৰৰ মুখত মই সৰ্বপ্ৰথমবাৰৰ বাবে এই কথা শুনিছিলো তেওঁ হ'ল অসম মেডিকেল কলেজৰ ডাঃ প্ৰণয় ফুকন। কেইমাহমানৰ আগতে মই মোৰ দ্বিতীয় পুত্ৰ প্ৰদীপ্তৰ পৰিয়ালক লৈ জখলাবন্ধাৰ জি এল ৰিজৰ্টত দুদিন-দুৰাতি কটাবলৈ গৈছিলো। মোৰ নিমন্ত্ৰণ ৰক্ষা কৰি প্ৰণয়, তেওঁৰ চিকিৎসক-পত্নী ৰীতা আৰু তেওঁলোকৰ দুই পুত্ৰও আমাৰ লগত একেলগে দুটা দিন কটাবলৈ জি এল ৰিজৰ্টলৈ আহিছিল। এদিন আবেলি মই, প্ৰদীপ্ত আৰু প্ৰণয়ে ৰোগ আৰু চিকিৎসাৰ বিষয়ে নানা কথা আলোচনা কৰি থাকোঁতে তেওঁ কথা-প্ৰসঙ্গত কৈছিল—'চিকিৎসাৰ মূল কথা হ'ল counselling, ৰোগীৰ প্ৰতি ডাক্তৰৰ অকৃত্ৰিম সহানুভূতি আৰু ব্যক্তিগত মনোযোগ। কিন্তু আমি একোজন চিকিৎসকে ইমান বেছি ৰোগীক চাব লগা হয় যে আমি প্ৰয়োজনীয় ন্যূনতম সময়খিনিও ৰোগীক দিব নোৱাৰোঁ। গতিকে সঁচা কথা ক'বলৈ গ'লে আমি প্ৰকৃত অৰ্থত ৰোগীক একো সহায় নকৰোঁ।'

আঢ়ৈ হাজাৰ বছৰ আগতেই গ্ৰীক দাৰ্শনিকসকলে কৈছিল যে ৰোগ আৰোগ্য কৰাটো চিকিৎসকৰ কাম নহয়; চিকিৎসকৰ প্ৰধান কাম হ'ল ৰোগীৰ অন্তৰ্নিহিত নিৰাময়-শক্তিক জগাই তোলা, ৰোগীয়ে প্ৰকৃতি-দত্ত শক্তিৰ সহায়েৰে নিজকে নিজে আৰোগ্য কৰিবলৈ তেওঁক সহায় কৰা। বৰ্তমান যুগৰ চিকিৎসকসকলে মাজতে দীৰ্ঘকাল ধৰি এই কথা পাহৰি আছিল যদিও অতি সুখৰ কথা যে তেওঁলোকৰ বহুতেই এই চিৰন্তন সত্যটো নতুনকৈ আৱিষ্কাৰ কৰিছে। ওপৰত উল্লেখ কৰি অহা ডাক্তৰকেইজনেই তাৰ প্ৰমাণ।

এটা বিষয়ত মই ব্যক্তিগতভাৱে পৰম সৌভাগ্যৱান যে চিকিৎসা-বিদ্যাক নতুন মানৱীয় দৃষ্টিভঙ্গীৰে চাব পৰা কেবাজনো ডাক্তৰৰ ঘনিষ্ঠ সান্নিধ্যলৈ মই আহিছোঁ। মোৰ বন্ধু ডাঃ ৰবীন গোস্বামীয়ে যোৱা ত্ৰিশ বছৰতকৈ বেছি সময় ধৰি ঔষধৰ সহায় নোলোৱাকৈ কেৱল তেওঁৰ জ্ঞানগৰ্ভ স্নেহপূৰ্ণ উপদেশেৰে মোক বহুতো ৰোগ-ব্যাধি আৰু শাৰীৰিক সমস্যাৰ পৰা ৰক্ষা কৰি আহিছে। ডাঃ ত্ৰিদিব বৰুৱা, ডাঃ নৰেন্দ্ৰনাথ দত্ত আৰু ডাঃ নিৰ্মল চাহেৱালাৰ নিচিনা সহৃদয় ডাক্তৰে মোক এই মধুৰ অভিজ্ঞতা দিছে যে ডাক্তৰৰ কৃতকাৰ্যতাৰ আচল সঁচাৰ-কাঠী হ'ল তেওঁলোকৰ মধুৰ ব্যক্তিত্ব আৰু ৰোগীৰ হৃদয় স্পৰ্শ কৰিব পৰা যাদুকৰী-শক্তি। এনেকুৱা মহানুভৱ ডাক্তৰ আৰু নিশ্চয় অনেক আছে; তেওঁলোকক লগ পোৱাৰ বা ঘনিষ্ঠভাৱে জনাৰ সৌভাগ্য মোৰ হোৱা নাই। কিন্তু বেছিভাগ ডাক্তৰৰ জীৱনৰ ট্ৰেজেডীটো হ'ল এই যে তেওঁলোকে ইচ্ছা থাকিলেও ৰোগীক বেছি সময় দিব নোৱাৰে—কাৰণ তেওঁলোকে যিমান ৰোগীক চোৱাটো উচিত—তাতোকৈ হাজাৰ গুণ বেছি ৰোগীক চাবলৈ বাধ্য হয়।

২০০৩ চনৰ অক্টোবৰ মাহত মই কেইদিনমান জি এন আৰ চি হাস্পতালত চিকিৎসাধীন হৈ থাকিব লগা হৈছিল। সন্ধিয়া পৰত ডাঃ নোমল চন্দ্ৰ বৰাই কমপক্ষেও পোন্ধৰ মিনিট সময় মোৰ লগত কটাইছিল। তেওঁৰ স্নেহপূৰ্ণ কথা আৰু মধুৰ শান্ত ব্যক্তিত্বই মোৰ মনৰ ওপৰত যাদু-মন্ত্ৰৰ দৰে কাম কৰিছিল। হাস্পতালৰ পৰা বিদায় লোৱাৰ আগদিনা মই তেওঁক কৈছিলো—'মোক ঔষধে আৰোগ্য কৰা নাই; যমৰ দুৱাৰ-ডলিৰ পৰা মোক ঘূৰাই আনিলে আপোনাৰ healing touch অৰ্থাৎ নিৰাময়কাৰী স্পৰ্শই, আপোনাৰ কৰুণা-স্নিগ্ধ উপস্থিতিয়ে।'

মোৰ এই অভিজ্ঞতাবোৰৰ পৰা বহুতো চিকিৎসকে চিন্তাৰ খোৰাক বিচাৰি পাব—এই আশাত কথাখিনি লিখা হ'ল।

ৰোগীৰ জীৱনত ডাক্তৰৰ ভূমিকা কি? ঔষধে ৰোগীক কেনেকৈ আৰু কিমানখিনি সহায় কৰিব পাৰে? স্বাস্থ্যৰ সংজ্ঞা কি?

যিখন কিতাপে প্ৰথমবাৰৰ কাৰণে মোৰ মনত এই প্ৰশ্নবোৰ জগাই তুলিছিল সেই কিতাপখনৰ নাম আছিল A Doctor Digresses। লেখক— কেনেথ ৱাকাৰ। কিতাপখন কিনিছিলো কলকাতাৰ ছেকেণ্ড হেণ্ড কিতাপৰ দোকানত। প্ৰায় বিশ বছৰ ধৰি কিতাপখন কেবাবাৰো পঢ়াৰ পিছত অৱশেষত কেইমাহমানৰ আগতে কিতাপখন ডাঃ প্ৰণয় ফুকনক উপহাৰ দিলো।

তাৰ পিছত মই এই বিষয়ে কেবাখনো কিতাপ আৰু বিভিন্ন বিদেশী আলোচনীত প্ৰকাশিত বহুতো চিন্তা-উদ্রেককাৰী প্ৰবন্ধ পঢ়িছোঁ। থাউকতে মনলৈ অহা কেইজনমান লেখকৰ নাম হ'ল—আইভান ইলিচ, লুইছ টমাছ, পল ষ্টাৰ, ফিৎজফ কাপ্ৰা... ...ইত্যাদি। এইসকল লেখকৰ কিতাপ আৰু প্ৰবন্ধ পঢ়ি মই জানিব পাৰিলো যে ঔষধ আৰু চিকিৎসা বিজ্ঞানক কেন্দ্ৰ কৰি কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত পাশ্চাত্য জগতত— বিশেষকৈ আমেৰিকা যুক্তৰাষ্ট্ৰত—প্ৰচণ্ড বিতৰ্ক চলিব ধৰিছে।

আমেৰিকা যুক্তৰাষ্ট্ৰত এই বিতৰ্কই তীব্ৰ ৰূপ ধাৰণ কৰাৰ বিশেষ কাৰণো আছে। পৃথিৱীৰ আটাইতকৈ ধনী দেশ আমেৰিকাই ইতিহাসৰ আটাইতকৈ স্বাস্থ্যৱান সমাজখন গঢ়ি তুলিছে। সেই দেশত মানুহৰ আয়ুসে গড় হিচাপে ৭২ বছৰ অতিক্ৰম কৰিছে; মৃত্যুৰ হাৰ বছৰি এক শতাংশতকৈও তললৈ নামিছে; চিকিৎসা আৰু সামাজিক নিৰাপত্তাৰ কাৰণে ইমান বিপুল পৰিমাণৰ ধন ব্যয় কৰা হয় যে চিকিৎসাৰ অভাৱত কোনো মানুহে মৰিব লগা নহয়। কিন্তু সেই একেখন আমেৰিকাতেই মানসিকভাৱে ৰুগ্ন আৰু অসুখী মানুহৰ সংখ্যা আটাইতকৈ বেছি। আত্মহত্যা কৰা মানুহৰ সংখ্যা আটাইতকৈ বেছি। আমেৰিকানসকলৰ স্বাস্থ্যৰ বিষয়ে উদ্বিগ্নতা আৰু ভূতগ্ৰস্ততা (obsession) ভয়াৱহভাৱে বৃদ্ধি পাইছে। বেছিভাগ মানুহেই হৈ পৰিছে সম্পূৰ্ণভাৱে ঔষধ-নিৰ্ভৰ। তেনেহ'লে কি মাপ-কাঠীৰে বিচাৰ কৰি পৃথিৱীৰ আটাইতকৈ ধনী দেশখনৰ মানুহক প্ৰকৃত অৰ্থত স্বাস্থ্যৱান মানুহ বুলি ক'ব পাৰি? স্বাস্থ্য আৰু ৰোগৰ সংজ্ঞা কি?

এই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰিবলৈ গৈ আমেৰিকাত যি বিতৰ্ক আৰু নতুন চিন্তাৰ সূত্ৰপাত হৈছে সি পৃথিৱীৰ সকলো দেশৰ সকলো মানুহৰ কাৰণেই প্ৰাসংগিক বুলি বিবেচিত হ'ব পাৰে। আমেৰিকাৰ অভিজ্ঞতাৰ পৰা শিক্ষা লৈ তেওঁলোকে কৰা ভুলবোৰৰ পুনৰাবৃত্তি নকৰিবলৈ অন্যান্য দেশৰ মানুহে চেষ্টা কৰিব পাৰে।

ডাক্তৰ আৰু ঔষধক কেন্দ্ৰ কৰি আমেৰিকাত কি ধৰণৰ বিতৰ্কৰ সূত্ৰপাত হৈছে তাৰ আভাস দিবলৈ আইভান ইলিচৰ Medical Nemesis নামৰ কিতাপখনৰ পৰা এটা সৰু উদ্ধৃতি দিলেই যথেষ্ট হ'ব। আধুনিক চিকিৎসা বিজ্ঞানক প্ৰত্যাহ্বান জনোৱা আটাইতকৈ শক্তিশালী লেখককেইজনৰ ভিতৰত এজন হ'ল আইভান ইলিচ। তেওঁ কিতাপখনৰ এঠাইত লিখিছে—'যান-বাহনৰ ফলত হোৱা দুৰ্ঘটনা, ঔদ্যোগিক দুৰ্ঘটনা আৰু যুদ্ধ-বিগ্ৰহে কোটি কোটি মানুহক নিধন কৰে। কিন্তু সম্প্ৰতি মানুহৰ জীৱনত প্ৰযুক্তি-নিৰ্ভৰ মেডিকেল হস্তক্ষেপে যি যন্ত্ৰণা, অক্ষমতা, শাৰীৰিক শক্তিহীনতা আৰু মনোকষ্টৰ সৃষ্টি কৰিছে সি পূৰ্বোল্লিখিত কাৰকসমূহে সৃষ্টি কৰা সমস্যাকো চেৰাই যাবলৈ উপক্ৰম কৰিছে। আমাৰ যুগৰ দ্ৰুততম গতিৰে বৃদ্ধি পোৱা মহামাৰীৰ সৃষ্টি কৰিছে ঔষধৰ ব্যাপক প্ৰয়োগে।'

আইভান ইলিচৰ এই দাবী খুব সম্ভৱ অতিৰঞ্জিত। লুইছ টমাছে যুক্তিসহকাৰে তেওঁৰ দাবী খণ্ডন কৰিছে।

কিন্তু আইভান ইলিচৰ মূল বক্তব্যৰ লগত লুইছ টমাছো একমত নহৈ পৰা নাই। ইলিচৰ মূল বক্তব্যটো হ'ল এই যে বৰ্তমান যুগৰ মানুহে নিজৰ শৰীৰৰ প্ৰকৃতি-দত্ত শক্তিৰ ওপৰত আস্থা হেৰুৱাই পেলাই কথাই কথাই ডাক্তৰ আৰু ঔষধৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰশীল হৈ পৰাৰ ফলত মানুহে স্বায়ত্তশাসন আৰু আত্মমৰ্যাদা দুয়োটাকে হেৰুৱাই পেলাইছে। আধুনিক চিকিৎসা সেৱাৰ বিৰুদ্ধে আইভান ইলিচৰ বিদ্ৰোহ স্পষ্টভাৱে প্ৰকাশ পাইছে এই এটা মাত্ৰ বাক্যতে : Health care has been turned into a 'sick-making enterprise'।

বৰ্তমান যুগৰ মানুহ ইমান বেছি ঔষধ-নিৰ্ভৰ তথা চিকিৎসা-নিৰ্ভৰ হৈ পৰাৰ কাৰণ কি? সমাজবিজ্ঞানী পল ষ্টাৰে এই প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিছে তেওঁৰ এখন বিখ্যাত কিতাপত। তেওঁৰ মতে, বিজ্ঞানৰ ওপৰত মানুহৰ ক্ৰমবৰ্ধমান বিশ্বাসৰ সুযোগ লৈ ডাক্তৰসকলে মানুহৰ আত্মনিৰ্ভৰশীলতাক ক্ৰমান্বয়ে আৰু অতি কৌশলেৰে হ্ৰাস কৰি আনি তেওঁলোকক সম্পূৰ্ণভাৱে ঔষধ-নিৰ্ভৰ কৰি তুলিছে। এই কামত তেওঁলোকক সহায় কৰিছে ঔষধ প্ৰস্তুতকাৰক বৃহৎ কোম্পানীবোৰে। নিত্য-নতুন ঔষধৰ বজাৰ সৃষ্টি কৰিবলৈ এই কোম্পানীবোৰে টেলিভিছনকে ধৰি বিভিন্ন মাধ্যমৰ যোগেদি সমগ্ৰ বিশ্বব্যাপী এনে এটা মানসিক বাতাৱৰণ সৃষ্টি কৰিছে—যিটো বাতাৱৰণত মানুহে আনকি মূৰৰ চুলিত হোৱা উফিকো এটা মাৰাত্মক ৰোগ বুলি ভাবিবলৈ আৰম্ভ কৰিছে। ইয়াৰ ফলত ঔষধ হৈ পৰিছে an industry run increasingly by corporations and the state in as yet unsettled relations with the medical profession। আধুনিক চিকিৎসা ইমানেই বেছি প্ৰযুক্তি-নিৰ্ভৰ আৰু ঔষধ ইমানেই বেছি মহাৰ্ঘ্য হৈ পৰিছে যে দৰিদ্ৰ শ্ৰেণীৰ মানুহৰ পক্ষে উন্নত আৰু ব্যয়বহুল চিকিৎসালয়ৰ দুৱাৰ প্ৰায় বন্ধ হৈ গৈছে। আনহাতে, চিকিৎসা তথা স্বাস্থ্যসেৱাৰ ক্ষেত্ৰত দৰিদ্ৰ শ্ৰেণীৰ মানুহৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ ৰাজনৈতিক সংগ্ৰাম কৰিব খোজা মানুহো দিনে দিনে কমি আহিছে।

আধুনিক চিকিৎসা বিজ্ঞান আৰু ঔষধক সম্পূৰ্ণৰূপে বাতিল কৰিব লাগিব—এনে এটা উদ্ভট দাবী একমাত্ৰ জধামূৰ্খ আৰু উন্মাদৰ বাহিৰে আন কোনেও কৰিব নোৱাৰে। যিসকল চিন্তাশীল মানুহে চিকিৎসা বিজ্ঞান তথা ডাক্তৰৰ নেতিবাচক দিশবোৰ সম্পৰ্কে নতুন চিন্তাৰ অৱতাৰণা কৰিছে, তেওঁলোকে কেৱল ক'ব খোজে যে মানুহে নিজৰ বাস্তৱ অভিজ্ঞতাৰ যোগেদি স্বাস্থ্য আৰু ৰোগ সম্পৰ্কে হাজাৰ হাজাৰ বছৰ ধৰি যিবোৰ জ্ঞান আহৰণ আৰু সঞ্চয় কৰিছে, সেইবোৰকো সম্পূৰ্ণৰূপে বাতিল কৰাটো উচিত নহ'ব। বৰং আধুনিক জ্ঞানৰ লগত প্ৰাচীন প্ৰজ্ঞাৰ সমন্বয় ঘটাব লাগিব। এই কথাটোকে বুজাবলৈ তেওঁলোকে এটা সুন্দৰ উদাহৰণ ব্যৱহাৰ কৰিছে। আপেক্ষিকতাবাদ আৰু কোৱাণ্টাম তত্ত্বই নিউটনীয় পদাৰ্থ বিজ্ঞানৰ বহুতো ধাৰণাকে ভ্ৰান্ত বুলি প্ৰমাণ কৰিছে; কিন্তু সেইবুলি সি সম্পূৰ্ণৰূপে পৰিত্যক্ত হোৱা নাই। নিউটনীয় পদাৰ্থ বিজ্ঞানে এতিয়াও বিশ্ব বিধানৰ বহুতো ৰহস্য ব্যাখ্যা কৰিব পাৰে। ঠিক সেইদৰে মানুহৰ শৰীৰ আৰু মনৰ বহুতো ৰহস্য ভেদ কৰিবলৈ দীৰ্ঘ-সঞ্চিত প্ৰাচীন প্ৰজ্ঞাই আমাক সহায় কৰিব পাৰে।

নিউটনৰ তত্ত্বৰ ওপৰত আধাৰিত উনৈশ শতিকাৰ পদাৰ্থ বিজ্ঞানৰ বিশ্বখন আছিল এখন যান্ত্ৰিক বিশ্ব—সি পৰিচালিত হৈছিল কেতবোৰ অলৰ-অচৰ যান্ত্ৰিক নিয়মৰ দ্বাৰা। কিন্তু পদাৰ্থ বিজ্ঞানৰ সৰ্বশেষ তত্ত্ববোৰে যান্ত্ৰিক বিশ্বৰ ধাৰণাক সম্পূৰ্ণৰূপে বাতিল কৰিছে। ঠিক সেইদৰে আধুনিক চিকিৎসা বিজ্ঞানেও মানুহৰ শৰীৰটোক এটা যন্ত্ৰ বুলি ধৰি লৈছিল; চিকিৎসকৰ দৃষ্টিত শৰীৰটোৰ পৰা মন প্ৰায় নিৰ্বাসিত

হৈছিল। কিন্তু চিকিৎসা বিজ্ঞানৰ ক্ষেত্ৰত নতুন চিন্তাৰ সূচনা কৰা পণ্ডিতসকলে ক'ব খোজে যে শৰীৰ আৰু মন একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি মাত্ৰ; দুয়োটাই পৰস্পৰৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল। এনেস্থলত ৰোগীৰ মানসিক জীৱনটো তথা তেওঁৰ আৱেগ-অনুভূতিক সম্পূৰ্ণৰূপে আওকাণ কৰি যান্ত্ৰিকভাৱে কেৱল শৰীৰটোৰ চিকিৎসা কৰিলে প্ৰকৃতাৰ্থত ৰোগৰ নিৰাময় কৰা সম্ভৱ নহয়। আইভান ইলিচৰ ভাষাত এনে ধৰণৰ চিকিৎসা সেৱা শেষ পৰ্যন্ত পৰিণত হয় sick-making enterpriseত।

এইখিনিতেই আহি পৰে ৰোগীৰ জীৱনত ডাক্তৰৰ ভূমিকাৰ প্ৰশ্নটো। ডাক্তৰে সকলো সময়তে এই কথা মনত ৰাখিব লাগিব যে ৰোগীজন কেৱল এটা শৰীৰ-বিশিষ্ট যন্ত্ৰ নহয়। মানুহৰ ৰোগ সৃষ্টি কৰাত আৱেগ-অনুভূতিয়ে এটা গুৰুত্বপূৰ্ণ ভূমিকা লয়। ঠিক সেইদৰে ৰোগ নিৰাময় কৰাৰ ক্ষেত্ৰতো আৱেগ-অনুভূতি তথা ৰোগীজনৰ মনটোৱে এটা ডাঙৰ ভূমিকা লয়। যিজন ডাক্তৰে ৰোগীৰ আৱেগ-অনুভূতিলৈ সমূলি ভ্ৰূক্ষেপ নকৰি যান্ত্ৰিকভাৱে কেৱল তেওঁৰ শৰীৰটোৰ চিকিৎসা কৰে, তেনে ডাক্তৰে কেতিয়াও ৰোগীক সম্পূৰ্ণভাৱে সুস্থ কৰি তুলিব নোৱাৰে। বহুতো ডাক্তৰে ৰোগীৰ মুখলৈ নোচোৱাকৈ বা তেওঁৰ শাৰীৰিক সমস্যাৰ আনুপূৰ্বিক ইতিহাস নুশুনাকৈ কেৱল ৰোগৰ বাহ্যিক লক্ষণৰ ওপৰত নিৰ্ভৰ কৰি বিজুলী বেগেৰে প্ৰেছক্ৰিপ্‌শ্যন লিখে বা তেওঁৰ দেহটো কটা-ছিঙা কৰে। অজুহাতটো হ'ল সময়ৰ অভাৱ। কিন্তু ডাক্তৰে এই কথা মনত ৰখা উচিত যে তেওঁ ৰোগীৰ লগত যান্ত্ৰিকভাৱে দহ মিনিট সময় কথা পতাতকৈ মানৱীয় মমতা আৰু সহানুভূতিৰে তিনি মিনিট সময় কথা পাতিলেও ৰোগীৰ পৰম উপকাৰ হয়। হৃদয়ৰ লগত সম্পৰ্কহীন যৌন সম্পৰ্ক যেনেকুৱা, হৃদয়ৰ লগত সম্পৰ্কহীন ডাক্তৰী চিকিৎসাও ঠিক প্ৰায় তেনেকুৱাই বুলি ক'ব পাৰি।

এই কথাটোকে আৰু বেছি স্পষ্ট কৰিবলৈ লিওনাৰ্ড স্লেইন নামৰ এজন ডাক্তৰৰ কথাৰ উদ্ধৃতিৰে মোৰ প্ৰবন্ধটো সামৰিব খুজিছোঁ। তেওঁ কৈছে—'In the course of my day, the people I see come into my life at a moment that is the most frightening moment in their lives. When I get involved with them, they are in a state of high anxiety, so that I am constantly dealing with people who are very anxious. For them our interaction is the single most important thing that is happening to them, whereas for me it is my daily work. It is very hard for me to be cavalier about this. I need to be constantly in their intensity, which is very draining, very tiring, and very exhausting. But it is very hard not to be that way because, if you are going to be part of making them well, if you are in the role of the healer, you have to be with them.'

*('চিন্তাৰ খোৰাক'ৰ পৰা)*

# চাবোনৰ কথা

নিউ ইয়ৰ্কৰ বিশ্ব বাণিজ্য কেন্দ্ৰত সন্ত্ৰাসবাদীৰ আক্ৰমণৰ পিছত আৰু এক নতুন ধৰণৰ সন্ত্ৰাসবাদী অভিযান আৰম্ভ হৈছিল। সেইটো আছিল ডাকযোগে চিঠিৰ খামত এনথ্ৰাক্স্ নামৰ ভয়াবহ ৰোগৰ বীজাণু প্ৰেৰণ। এই অভিনৱ সন্ত্ৰাস-অভিযানৰ সহজ প্ৰতিকাৰ একো নাছিল। সেই কাৰণে আমেৰিকা যুক্তৰাষ্ট্ৰৰ চৰকাৰে নাগৰিকসকলক এইবুলি উপদেশ দিছিল যে তেওঁলোকে যেন যিকোনো বস্তু স্পৰ্শ কৰাৰ পিছত চাবোনেৰে হাত ধোৱাৰ কামটো এটা নিয়মিত অভ্যাসত পৰিণত কৰে।

এই চৰকাৰী নিৰ্দেশৰ পৰা এটা কথা বুজা গ'ল যে আমেৰিকা যুক্তৰাষ্ট্ৰৰ নিচিনা এখন ধনী আৰু উন্নত দেশৰ মানুহকো চাবোনৰ উপকাৰিতাৰ কথা বুজাবলৈ চৰকাৰী প্ৰচাৰ অভিযানৰ প্ৰয়োজন হয়। তেনেস্থলত আমাৰ নিচিনা দৰিদ্ৰ আৰু অনুন্নত দেশৰ বেছিভাগ মানুহৰ কাৰণেই যে চাবোন নিত্য-ব্যৱহাৰ্য সামগ্ৰী নহয়— বৰং সি এক বিলাসৰহে সামগ্ৰী— সেই কথা প্ৰমাণ কৰিবলৈ নিশ্চয় কোনো সমীক্ষাৰ প্ৰয়োজন নাই। আমাৰ দেশত এতিয়াও এনেকুৱা কৌটি কৌটি মানুহ আছে— যিসকলে গোটেই জীৱনত এবাৰৰ কাৰণেও চাবোন ব্যৱহাৰ কৰি পোৱা নাই। গা ধুবলৈ বা হাত ধুবলৈ চাবোন ব্যৱহাৰ কৰা দূৰৰ কথা— আনকি মলত্যাগৰ পিছত হাতেৰে শৌচদ্বাৰ চাফা কৰি সেই হাতখন ধুবলৈকো চাবোন ব্যৱহাৰ কৰাৰ কথা বেছিভাগ মানুহে কল্পনা কৰিব নোৱাৰে। ভাৰতীয় হিন্দু মানুহে বাওঁহাতখনক অলপ ঘৃণাৰ চকুৰে চায়। যিকোনো কামৰ কাৰণে বাওঁহাতখনক আগবঢ়াই দিয়াটোক তেওঁলোকে কু-ৰুচিৰ পৰিচায়ক বুলি ভাবে। আৰ্থাৰ কোয়েষ্টলাৰ যেতিয়া প্ৰথমবাৰৰ কাৰণে ভাৰত ভ্ৰমণ কৰিবলৈ আহিছিল, তেতিয়া এই কথাটো লক্ষ্য কৰি তেওঁ অতি বিস্মিত আৰু বিমূঢ় হৈছিল। কিন্তু ভাৰতত কিছুদিন থাকি এই দেশৰ ৰীতি-নীতিৰ লগত পৰিচিত হোৱাৰ পিছতেই তেওঁ ঘৃণিত বাওঁহাতৰ আচল তাৎপৰ্যটো বুজি পালে। শৌচদ্বাৰ চাফা কৰিবলৈ বাওঁহাত ব্যৱহাৰ কৰা হয়,— কেৱল সেই কাৰণেই ভাৰতীয় হিন্দু মানুহে বাওঁহাতখনক অলপ ঘৃণা আৰু সংকোচৰ দৃষ্টিৰে চায়। আৰ্থাৰ কোয়েষ্টলাৰে এই কথা তেওঁৰ The Lotus and the Robot নামৰ কিতাপত লিখি থৈ গৈছে। অৱশ্যে শৌচদ্বাৰ চাফা কৰিবলৈ বাওঁহাত ব্যৱহাৰ কৰিলেও তাক যথাবিধি যত্নসহকাৰে চাফা কৰিলে বাওঁহাতখনকো নিশ্চয় ঘৃণামুক্ত আৰু বীজাণুমুক্ত কৰি ৰাখিব পাৰি। বহুতো মানুহে ৰাখেও। কিন্তু এটা বিষয়ে কোনো সন্দেহ নাই যে বেছিভাগ মানুহেই— বিশেষকৈ দৰিদ্ৰ আৰু অশিক্ষিত মানুহে— মলত্যাগৰ পিছত বাওঁহাতখন ভালকৈ পৰিষ্কাৰ নকৰে বা কৰিব নাজানে। মলত্যাগৰ পিছত বাওঁহাত পৰিষ্কাৰ কৰাৰ আটাইতকৈ নিৰাপদ আৰু নিৰ্ভৰযোগ্য উপায় হ'ল বীজাণুনাশক চাবোন ব্যৱহাৰ কৰা। কিন্তু নিয়মিতভাৱে চাবোনৰ ব্যৱহাৰ কৰিবলৈ আমাৰ নিচিনা দৰিদ্ৰপ্ৰধান দেশত কিমান মানুহৰ উপযুক্ত শিক্ষা আৰু আৰ্থিক সঙ্গতি আছে? যিস্থলত আমেৰিকাৰ নিচিনা ধনী আৰু উন্নত দেশত হাত ধুবৰ কাৰণে চাবোনৰ ব্যৱহাৰ কৰিবলৈ চৰকাৰে সৰ্বসাধাৰণ মানুহক সকীয়াই দিব লগা হয়, তেনেস্থলত আমাৰ নিচিনা দৰিদ্ৰ আৰু নিৰক্ষৰপ্ৰধান দেশত চাবোনৰ ব্যাপক আৰু নিয়মিত ব্যৱহাৰ আশা কৰিব পাৰিনে?

এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে ঃ চাবোনৰ ব্যৱহাৰনো কেতিয়াৰ পৰা আৰম্ভ হ'ল? চাবোন উদ্ভাৱিত

হোৱাৰ আগতে মানুহে কেনেকৈ নিজৰ শৰীৰ পৰিষ্কাৰ আৰু বীজাণুমুক্ত কৰিছিল? উদৰ সাতপুৰুষ গ'ল কেঁচা মাছ খাই; এতিয়া আকৌ ভজা মাছৰ কথা উলিয়াব লগা হৈছে কিয়?

অসমত সৌ সিদিনালৈকে চাবোনৰ ব্যৱহাৰ নিশ্চয় নাছিল। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মাধিকাৰসকলে শাৰীৰিক পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ ওপৰত অত্যধিক গুৰুত্ব দিছিল; সেই কাৰণে শৌচাচাৰৰ পিছত 'মাটি-পানী লৈ' হাত পৰিষ্কাৰ কৰাৰ কামটোক তেওঁলোকে ধৰ্মাচাৰৰ অঙ্গীভূত কৰিছিল। কিন্তু সেই কামটোক কিমানে কেৱল যান্ত্ৰিকভাৱে কৰিছিল আৰু কিমানে জানি-বুজি যত্নসহকাৰে কৰিছিল সেই বিষয়ে নিশ্চয় সন্দেহৰ অৱকাশ আছে। প্ৰায় দুহাজাৰ বছৰৰ আগৰ ৰোমান পণ্ডিত প্লিনিৰ লেখাত চাবোনৰ উল্লেখ পোৱা যায়। কিন্তু ইউৰোপত চাবোনৰ বাণিজ্যিক উৎপাদন পোষ্ধৰ শতিকাৰ শেষৰ ফালৰ পৰাহে আৰম্ভ হয়। অৱশ্যে চাবোনৰ ব্যৱহাৰ আছিল অতি সীমিত। চাবোন ব্যৱহাৰ কৰা দূৰৰ কথা, আনকি পানীৰে নিয়মিতভাৱে গা ধোৱাটোও বেছিভাগ ইউৰোপীয়ৰ কাৰণে আছিল কেৱল বিলাসিতা। শৰীৰত পুঞ্জীভূত হোৱা ময়লাৰ দুৰ্গন্ধ নাশ কৰিবলৈকে ফ্ৰান্সত সুগন্ধি-দ্ৰব্যৰ উদ্ভাৱন কৰা হৈছিল। মহাৰাণী ভিক্টোৰিয়াৰ ৰাজত্বৰ সময়লৈকে আনকি অভিজাত ইংৰাজ মহিলায়ো শৰীৰৰ নিম্নাংগ পৰিষ্কাৰ কৰিবৰ কাৰণে— চাবোন দূৰৰ কথা— আনকি পানীও ব্যৱহাৰ কৰা নাছিল। ইংলেণ্ডতেই যদি এই ব্যৱস্থা, তেন্তে ভাৰতৰ নিচিনা দৰিদ্ৰ আৰু নিৰক্ষৰপ্ৰধান দেশৰ বেছিভাগ মানুহেই অজ্ঞতাবশতঃ আৰু সুবিধাৰ অভাৱত গোটেই জীৱন কেনেধৰণৰ অপৰিষ্কাৰ আৰু পূতিগন্ধ শৰীৰৰ অভিশাপ বহন কৰে সেই কথা অনুমান কৰিবলৈ খুব বেছি কল্পনাশক্তিৰ নিশ্চয় প্ৰয়োজন নাই। ৰোগৰ বীজাণুৰ এটা প্ৰধান আশ্ৰয় আৰু উৎপত্তিস্থল হ'ল শৰীৰৰ ময়লা। ছক্ৰেটিছৰ সমসাময়িক এক গ্ৰীক লেখকে লিখি থৈ গৈছে যে এবাৰ এথেন্সত কিবা এবিধ ৰোগে মহামাৰীৰ ৰূপ ধাৰণ কৰোঁতে নগৰখনৰ বেছিভাগ মানুহেই ৰোগাক্ৰান্ত হৈছিল; বহুত মানুহ মৰিছিল। ৰোগে কিন্তু সমূলি স্পৰ্শ কৰিব পৰা নাছিল ছক্ৰেটিছক। কাৰণ? কাৰণ তেওঁ আছিল শাৰীৰিক আৰু মানসিক নিৰ্মলতাৰ জীৱন্ত প্ৰতিমূৰ্তি।

আপাত-দৃষ্টিত তুচ্ছ যেন লগা আৰু ব্যৱহাৰ-জীৰ্ণ কেইটামান বস্তুৱে মানুহৰ জীৱনধাৰা আৰু সমাজ-সভ্যতালৈ বৈপ্লৱিক পৰিৱৰ্তন আনিছে। যেনে— ছেনিটেৰি পায়খানা, জন্ম-নিৰোধক কণ্ডম, চাবোন। এনথ্ৰাক্সৰ বিভীষিকাৰ সন্মুখীন হৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ চৰকাৰে নতুনকৈ স্মৰণ কৰিছিল চাবোনক। ৰোগৰ বীজাণু শৰীৰত প্ৰৱেশ কৰিব নোৱাৰিলেই মানুহ বহু পৰিমাণে ৰোগমুক্ত হৈ থাকিব পাৰে। বহুতো ৰোগৰ বীজাণু মানুহৰ শৰীৰত প্ৰৱেশ কৰে কেৱল হাতৰ যোগেদি। গতিকে চাবোনেৰে হাত দুখন ভালকৈ ধুই পৰিষ্কাৰ কৰি ৰাখিব পাৰিলে বহুতো ৰোগৰ আক্ৰমণৰ পৰা মুক্ত হৈ থকাটো সম্ভৱ। বিশেষকৈ জনাকীৰ্ণ আৰু আৱৰ্জনাপূৰ্ণ নগৰ-চহৰত বাস কৰা মানুহে বাহিৰৰ পৰা ঘৰলৈ আহিয়েই চাবোনেৰে হাত দুখন ভালকৈ ধুবলৈ অভ্যাস কৰা উচিত। যিকোনো আহাৰ খোৱাৰ আগতে চাবোনেৰে হাত ধোৱাটো নিজে নিজৰ কাৰণে বাধ্যতামূলক কৰা উচিত। কিন্তু কেৱল নিজে পৰিষ্কাৰ হৈ থাকিলেই নহ'ব। যিবোৰ মানুহে ৰান্ধনি আৰু কাম-কৰা মানুহৰ ওপৰত নিৰ্ভৰ কৰি চলে, তেওঁলোকে ৰান্ধনি আৰু লগুৱা-লিগিৰীকো চাবোনৰ ব্যৱহাৰ কৰিবলৈ বাধ্য কৰিব লাগিব।

*('প্ৰথম কলম'ৰ পৰা)*

* * *

## এক

মই তেতিয়া গাঁৱৰ মজলীয়া স্কুলৰ ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। বয়স ন-দহ বছৰ। যিজন শিক্ষকে আমাক সাহিত্য পঢ়ুৱাইছিল, তেওঁ মাজে-সময়ে পাঠ্যপুথি এফলীয়াকৈ থৈ আমাক সাধুকথা কৈ শুনাইছিল। যেতিয়া তেওঁৰ পাঠ্যপুথি পঢ়ুৱাবলৈ মন নগৈছিল আৰু সাধুকথা ক'বলৈকো মন নগৈছিল, তেতিয়া তেওঁ আমাৰ লগত নানা বিষয়ে কথা পাতিছিল; আমাৰ ঘৰৰ খা-খবৰ লৈছিল। স্কুলৰ আন সকলো শিক্ষকতকৈ এই শিক্ষকজন অলপ বেলেগ প্ৰকৃতিৰ মানুহ আছিল। সেইকাৰণে আমি ল'ৰাবোৰে তেওঁক খুব ভাল পাইছিলো।

এদিন তেওঁ আমাক পাঠ্যপুথি পঢ়ুৱাই থকাৰ মাজতে হঠাৎ অলপ সময় থমকি ৰ'ল। আমি ভাবিলো যে তেওঁ বোধহয় এতিয়া পাঠ্যপুথি এফলীয়াকৈ থৈ আমাক এটা সাধুকথা ক'বলৈ আৰম্ভ কৰিব। আমি প্ৰত্যেকেই আমাৰ মনৰ মাজেদি আনন্দৰ বিজুলী-সোঁত বৈ যোৱা যেন অনুভৱ কৰিলো। ইমানপৰে বিৰক্তিৰ বোজাই আমাক কুঁজা কৰি ৰাখিছিল। কিন্তু ছাৰে পাঠ্যপুথিখন জপাই সমুখৰ মেজত থৈ নীৰৱে আমাৰ মুখৰ ফালে চোৱা মাত্ৰকে আমি গা-মূৰ জোঁকাৰি পোন হৈ বহি সাধুকথা শুনিবলৈ কাণ থিয় কৰিলো।

আমাক কিছুসময় কৌতূহলত ৰাখি ছাৰে অৱশেষত মাত লগালে—''তহঁতে বোধহয় ভাবিছ যে মই এতিয়া তহঁতক এটা সাধুকথা ক'ম। কিন্তু আজি মোৰ সাধুকথা ক'বলৈ মন যোৱা নাই। আজি মই তহঁতৰ লগত এটা সম্পূৰ্ণ নতুন বিষয়ে কথা পাতিব খুজিছোঁ। কিন্তু কথা পতাৰ আগতে মই তহঁতৰ প্ৰত্যেককে এটা প্ৰশ্ন সুধিম। তহঁতৰ উত্তৰবোৰ শুনাৰ পিছতহে মই সেই বিষয়ে তহঁতৰ লগত কিছু কথা আলোচনা কৰিম। এতিয়া প্ৰশ্নটো ভালকৈ মনোযোগ দি শুন, কাৰণ এনেকুৱা প্ৰশ্ন মই ইয়াৰ আগতে তহঁতক কেতিয়াও সোধা নাই। মোৰ প্ৰশ্নটো হ'ল : 'তহঁতে ডাঙৰ হৈ জীৱনত কি হ'ব খোজ?'''

ছাৰৰ প্ৰশ্নটো শুনাৰ লগে লগে কোঠাটো হঠাৎ নিস্তব্ধ হৈ কাঁহ পৰি জীণ যোৱাৰ নিচিনা অৱস্থা হ'ল। ইয়াৰ আগতেও ছাৰে বহুবাৰ পাঠ্যপুথি জপাই থৈ আমাক নানাধৰণৰ প্ৰশ্ন সুধিছে। আজি স্কুললৈ অহাৰ আগতে তহঁতে ঘৰত কি খাইছিলি? তহঁতৰ ঘৰত গৰু কিমান আছে? হালবোৱা গৰু কেইটা আৰু গাইগৰু কেইজনী? সদায় গাখীৰ খাবলৈ পাৱনে? তহঁতৰ বাৰীত কি কি ফল-মূলৰ গছ আছে? তহঁতৰ কোনোবাই ভূত দেখিছনে? ভূত আছে বুলি বিশ্বাস কৰনে? ... ... ছাৰৰ এইবোৰ প্ৰশ্ন শুনি আমি খুব ভাল পাইছিলো, কাৰণ টপাটপকৈ প্ৰশ্নবোৰৰ উত্তৰ দিব পৰাৰ উপৰি আমাৰ উত্তৰবোৰ শুনাৰ পিছত ছাৰে সেই বিষয়ে দিয়া মন্তব্যবোৰেও আমাক খুব আনন্দ দিছিল। উদাহৰণ স্বৰূপে গাখীৰ বা ফল-মূলৰ কথা ওলালে সেইবোৰ খোৱাৰ উপকাৰিতা সম্পৰ্কে আমি যিমানবোৰ কথা জনা দৰকাৰ সেই সকলোবোৰ কথা তেওঁ আমাক খৰচি মাৰি বুজাই কৈছিল। ভূতৰ কথা ওলালে তেওঁ নিজে জনা আৰু আনৰ পৰা শুনা ভূতৰ বিচিত্ৰ কাহিনী আমাক কৈ শুনাইছিল। সঁচা কথা ক'বলৈ গ'লে ছাৰৰ মুখত সাধুকথা শুনি আমি যিমান ভাল পাইছিলো তাতোকৈ বেছি ভাল পাইছিলো এই প্ৰশ্নবোৰ শুনি, কাৰণ প্ৰশ্ন সোধাৰ চলেৰে তেওঁ আমাক পাঠ্যপুথি আৰু শ্ৰেণী-কোঠাৰ ক্ষুদ্ৰ জগতখনৰ সীমা পাৰ কৰাই

বাহিৰৰ এখন বহল পৃথিৱীলৈ লৈ গৈছিল। তেওঁ প্ৰায়েই আমাক এটা কথা কৈছিল—“মানুহৰ কাম হ'ল প্ৰশ্ন সোধা আৰু তাৰ উত্তৰ বিচৰা। তহঁত এতিয়া খুব সৰু হৈ আছ; সেই কাৰণে মই কোৱা কথাটো তহঁতে এতিয়াই ভালকৈ বুজি নাপাবি। কিন্তু কথাটো তহঁতে সদায় মনত ৰাখিবি। অৱশ্যে এটা কথা তহঁতে এতিয়াই নিশ্চয় বুজি পাবি। মানুহৰ বাহিৰে আন কোনো ইতৰ প্ৰাণীয়ে—পশু-পক্ষী বা কীট-পতঙ্গই—কেতিয়াও কোনো প্ৰশ্ন নোসোধে। একমাত্ৰ মানুহেহে প্ৰশ্ন সোধে। লাখ লাখ বছৰৰ আগতে মানুহ আৰু পশুৰ মাজত কোনো পাৰ্থক্য নাছিল। কিন্তু যিদিনাই মানুহে প্ৰশ্ন সুধিবলৈ আৰু তাৰ উত্তৰ বিচাৰিবলৈ আৰম্ভ কৰিলে সেইদিনাৰ পৰাই মানুহৰ মানুহ হোৱাৰ যাত্ৰা আৰম্ভ হ'ল। মানুহে যেতিয়াই বেছিকৈ প্ৰশ্ন কৰে তেতিয়াই সি উন্নতিৰ পথত বেছি বেগেৰে আগুৱাই যায়। প্ৰশ্ন কৰিবলৈ এৰিলেই মানুহ একে ঠাইতে থমকি থাকে। তহঁতে ডাঙৰ হৈ যেতিয়া ডাঙৰ ডাঙৰ কিতাপ পঢ়িবি, মানুহৰ বুৰঞ্জী পঢ়িবি, তেতিয়া তহঁতে এইবোৰ কথা বেছি ভালকৈ বুজি পাবি। সম্প্ৰতি কেৱল এইটো কথা জানি থ ঃ 'প্ৰশ্ন সোধা আৰু তাৰ উত্তৰ বিচৰাটোৱেই হ'ল মানুহৰ প্ৰধান কাম।' ”

'তহঁতে ডাঙৰ হৈ জীৱনত কি হ'ব খোজ?'

ছাৰৰ প্ৰশ্নটো শুনি আমি কিছু সময় তেওঁৰ মুখলৈ ভেবা লাগি চাই থাকিলো। তাৰ পিছত আমি ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলো। এনেতে ছাৰে আকৌ মাত লগালে—'সদানন্দ, প্ৰথমে তয়েই কচোন—তোৰনো ভৱিষ্যতে কি হ'বলৈ মন আছে?'

সদানন্দক শ্ৰেণীৰ আটাইতকৈ গাধা ল'ৰা বুলি ধৰা হয়। প্ৰত্যেক শ্ৰেণীতে দুই-তিনিবছৰকৈ জিৰাই-শঁতাই ষষ্ঠ শ্ৰেণী পায়হি মানে সি প্ৰায় ডেকাই হ'ল। শ্ৰেণীৰ একেবাৰে শেষৰ বেঞ্চখনত বহি সি শিক্ষকৰ দৃষ্টিৰ পৰা নিজকে লুকুৱাই ৰাখিবলৈ বিচাৰে। শিক্ষকসকলেও তাক কাচিৎহে প্ৰশ্ন কৰে। এনেস্থলত আজি যে ছাৰৰ চকু সৰ্ব-প্ৰথমে তাৰ ওপৰতহে পৰিব—তাকো এনে এটা কঠিন প্ৰশ্নৰ উত্তৰ দিবৰ কাৰণে—সেই কথা সি সমূলি ভাবিবই পৰা নাছিল।

ছাৰে সদানন্দৰ নামটো লোৱা মাত্ৰে আমি শ্ৰেণীৰ গোটেই ল'ৰাজাকে মূৰ ঘূৰাই তাৰ মুখলৈ চালো। সি ইতিমধ্যে ছাৰৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ থিয় হৈছে, কিন্তু আত্ম-বিশ্বাসৰ অভাৱত সি সম্পূৰ্ণ পোন হৈ থিয় দিব পৰা নাই। তাৰ চকুৱে-মুখে এটা আতংক আৰু বিহ্বলতাৰ ভাব ফুটি উঠিছে। ছাৰৰ প্ৰশ্নটো শুনি আমিও প্ৰথমে হতবুদ্ধি হৈছিলো যদিও প্ৰশ্নটোৰ উত্তৰ দিবৰ কাৰণে ছাৰে প্ৰথমে সদানন্দকে বছাৰ কাৰণে গোটেই কথাটোৰ মাজত আমি হঠাৎ এটা খেলাৰ উত্তেজনা বিচাৰি পালো। শ্ৰেণীৰ আটাইতকৈ গাধা ছাত্ৰ সদানন্দইনো ডাঙৰ হৈ কি হ'ব খোজে সেই কথা জানিবৰ কাৰণে আমি সকলোৱে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰিবলৈ ধৰিলো।

সদানন্দই ক'বলৈ একো কথা বিচাৰি নাপাই কেইমুহূৰ্তমান সময় তলমুৱা হৈ মনে মনে আছিল। কিন্তু ছাৰে আকৌ 'সদানন্দ' বুলি কোৱাৰ লগে লগে সি থৰ-কাছুটি হেৰুওৱা মানুহৰ দৰে খোনা-খুনিকৈ উত্তৰ দিলে—'ছাৰ, মই চিপাহী হ'ম।'

ইমান পৰে আমি ল'ৰাজাকে উশাহ বন্ধ কৰি একেথিৰে সদানন্দৰ মুখলৈ চাই আছিলো। কিন্তু তাৰ উত্তৰ শুনাৰ লগে লগে আমি পুনৰ উশাহ ল'বলৈ আৰম্ভ কৰি গিৰ্জনি মাৰি হাঁহিবলৈ ধৰিলো। ছাৰৰ মুখলৈ চাই দেখিলো—তেৰোঁ মুখ টিপি হাঁহিব ধৰিছে।

সদানন্দৰ চিপাহী হ'ব খোজাৰ কাৰণটো বুজিবলৈ আমাৰ বেছি সময় নালাগিল। তাৰ দেউতাক দৰ্জী। যি সময়ৰ কথা কৈছোঁ সেই সময়ত আমাৰ জকাই-চুকীয়া গাঁওখনৰ খেতিয়কসকলৰ বা

তেওঁলোকৰ ল'ৰা-ছোৱালীৰ পিন্ধন-উৰণৰ চখ খুব কম আছিল। গতিকে দৰ্জী হিচাপে তেওঁৰ উপাৰ্জন আছিল নিচেই সামান্য; কোনোমতে পেটে-ভাতে খাই থাকিব পৰা বিধৰ। এনে অৱস্থাত সদানন্দই ডাঙৰ হৈ দৰ্জী হ'বলৈ নিবিচৰাটোৱেই বেছি স্বাভাৱিক। আনহাতে সদানন্দহঁতৰ ঘৰৰ ঠিক সমুখতে আছিল থানাখন। তেতিয়া দেশত ব্ৰিটিছৰ শাসন চলি আছে। বিদেশী ব্ৰিটিছ শাসকে আটাইতকৈ বেছি গুৰুত্ব দিছিল আইন-শৃংখলা ৰক্ষা কৰাৰ বিষয়টোক, কাৰণ তেওঁলোকে ধৰি লৈছিল যে সৰ্বসাধাৰণ প্ৰজাক আইন মানি চলিবলৈ বাধ্য কৰিব পাৰিলেই এই দেশত ব্ৰিটিছৰ শাসন স্থায়ী আৰু নিৰাপদ হ'ব পাৰিব। সেই কাৰণে তেওঁলোকে থানাৰ ডাৰোগাক যথেষ্ট ক্ষমতা দিছিল; প্ৰত্যেকখন থানাই হৈ পৰিছিল ব্ৰিটিছ শাসনৰ প্ৰতিভূ। সৰ্বসাধাৰণ মানুহে থানাখনক এনে সমীহৰ দৃষ্টিৰে চাইছিল যে ডাৰোগাজনে মাত্ৰ ছজন চিপাহীৰ সহায়েৰেই এটা বিস্তীৰ্ণ অঞ্চলত নিজৰ কৰ্তৃত্ব প্ৰতিষ্ঠা কৰিব পাৰিছিল। নিজৰ ঘৰৰ সমুখতে থানাখন হোৱাৰ কাৰণে সদানন্দই চিপাহীকেইজনৰ কুচকাৱাজ আৰু মহতালি দেখি থাকিবলৈ সুযোগ পাইছিল। সেই কাৰণে সি হয়তো নিজে ক'ব নোৱৰাকৈয়ে তাৰ মনত চিপাহী হোৱাৰ বাসনাই ঠাই পাইছিল; শিক্ষকৰ প্ৰশ্নটো শুনাৰ লগে লগেই আপোনা-আপুনি তাৰ মুখৰ পৰা উত্তৰটো ওলাই আহিল ঃ ডাঙৰ হৈ সি চিপাহী হ'ব।

মোৰ যিমানদূৰ মনত পৰে, আমাৰ শ্ৰেণীত তেতিয়া ছাত্ৰ আছিল মাত্ৰ পোন্ধৰ-ষোলজনমান। আটাইকেইজন ছাত্ৰৰ উত্তৰ মোৰ এতিয়া মনত নাই। ইমান বছৰৰ মূৰত মনত থকাটো সম্ভৱো নহয়। কিন্তু সদানন্দৰ চিপাহী হ'ব খোজা কথাটোৱে যেনেকৈ মোৰ মনত দ সাঁচ বহুৱাই থৈ গ'ল, ঠিক তেনেকৈ আন কেইটামান উত্তৰো মই আজিলৈকে পাহৰিব পৰা নাই। উত্তৰবোৰৰ বিশেষত্বই নিশ্চয় তাৰ একমাত্ৰ কাৰণ।

উদাহৰণ স্বৰূপে, পদ্মনাথৰ কথা ক'ব পাৰি। পঢ়া-শুনাত সি মজলীয়া বিধৰ ছাত্ৰ আছিল, কিন্তু তাৰ স্বভাৱ-চৰিত্ৰ খুব ভাল আছিল। শিক্ষক-ছাত্ৰ সকলোৱে তাক সমানে ভাল পাইছিল। যেতিয়া তাৰ উত্তৰ দিয়াৰ পাল পৰিল, সি এবাৰ শিক্ষকৰ মুখলৈ চাই আৰু এবাৰ তলমূৰ কৰি কিছু সময় নীৰৱ হৈ ৰ'ল। প্ৰত্যেকজন ছাত্ৰৰ উত্তৰ শুনিবৰ কাৰণে যেনেকৈ আমি বাকীবোৰ ছাত্ৰই উশাহ বন্ধ কৰি আৰু কাণ থিয় কৰি অপেক্ষা কৰিছিলো, পদ্মনাথৰ উত্তৰ শুনিবৰ কাৰণেও আমি ঠিক তেনেকৈ তাৰ মুখলৈ একেথিৰে চাই থাকিবলৈ ধৰিলো। অৱশেষত আমাৰ সকলোৰে কৌতূহলৰ অৱসান ঘটাই সি ঘোষণা কৰিলে—'ছাৰ, মই দোকানী হ'ব খোজোঁ।'

সদানন্দৰ উত্তৰ শুনি আমি যেনেকৈ গিৰ্জনি মাৰি হাঁহি উঠিছিলো, পদ্মনাথৰ উত্তৰ শুনি কিন্তু আমি কোনেও সেইটো হাঁহিবলগীয়া কথা বুলি নাভাবিলো। বৰং আমি ইটোৱে সিটোৰ মুখলৈ চাই নীৰবে মূৰ দুপিয়াই এনে এটা ভাব প্ৰকাশ কৰিলো যে পদ্মনাথে এটা বৰ কথাৰ লগৰ কথা কৈছে। পদ্মনাথৰ ডাঙৰজন ককায়েকৰ এখন গেলামালৰ দোকান আছিল। আগবেলা পথাৰত হাল-কোৰ বাই দুপৰীয়া ভাত-পানী খোৱাৰ পিছত তেওঁ দোকানত বহে। দেওবাৰে আৰু বন্ধৰ দিনত পদ্মনাথেও দোকানলৈ গৈ ককায়েকক অলপ সহায় কৰি দিয়ে। গাঁৱলীয়া খেতিয়কৰ জীৱন অতি কষ্টকৰ। পুৱাৰ পৰা গধূলিলৈকে তেওঁলোকে পথাৰত কঠোৰ পৰিশ্ৰম কৰিব লগা হয়। কিন্তু পদ্মনাথে ককায়েকৰ দোকানত বহি বহি এই কথা আৱিষ্কাৰ কৰিছে যে পথাৰত কাম কৰাৰ তুলনাত দোকানত বহি বহি তেল-নিমখ বেচা কামটোক স্বৰ্গ-সুখ বুলি ক'ব পাৰি। আচলতে গাঁৱৰ ল'ৰা-বুঢ়া সকলো মানুহেই দোকানীকেইজনক অলপ ঈৰ্ষাৰ চকুৰে চায়। বোধহয় সেই কাৰণেই গাঁৱৰ কণ কণ ল'ৰা-ছোৱালীবোৰৰ এটা অতি প্ৰিয়

খেল হ'ল দোকানী-দোকানী খেল। মই নিজেও মোৰ ভাই-ভনী আৰু চুবুৰীৰ কান-সমনীয়া ল'ৰা-ছোৱালীবোৰৰ লগত বহুদিন এই খেল খেলিছিলো, আৰু নিজকে দোকানীৰ ৰূপত কল্পনা কৰি তীব্ৰ আনন্দ পাইছিলো। সেই কাৰণে পদ্মনাথৰ দোকানী হোৱাৰ ইচ্ছাৰ কথা শুনি আমি কোনেও আচৰিততো নহ'লোৱেই,—বৰং আমি এইবুলিহে অনুভৱ কৰিলো যে সি যেন আমাৰ সকলোৰে মনৰ ইচ্ছাকে ব্যক্ত কৰিছে।

কিন্তু সেই বুলি মোৰ নিজৰ যেতিয়া উত্তৰ দিয়াৰ পাল পৰিল, তেতিয়া মই কিন্তু নক'লো যে ডাঙৰ হৈ মই দোকানী হ'ব খোজোঁ। শ্ৰেণীৰ প্ৰথম বেঞ্চত বহা ল'ৰা হিচাপে মোৰ উত্তৰ দিয়াৰ পাল পৰিছিল সকলোৰে শেষত। গতিকে মই মোৰ উত্তৰটো চিন্তা কৰিবলৈ বহুত সময় পাইছিলো। আন ল'ৰাবোৰে উত্তৰ দি থাকে মানে মোৰ নিজৰ মনটো ঘড়ীৰ দোলকৰ দৰে দোলায়িত হৈ আছিল দুটা চিন্তাৰ মাজত ঃ মই ডাক্তৰ হ'ম নে সম্পাদক হ'ম?

মই ডাক্তৰো হ'ব খুজিছিলো আৰু সম্পাদকো হ'ব খুজিছিলো। দুয়োটা হ'ব খোজাৰ বিশেষ কাৰণো আছিল। আমাৰ গাঁওবোৰত তেতিয়া মেলেৰিয়া, হাইজা, গ্ৰহণী আৰু বসন্ত আদি ৰোগৰ প্ৰাদুৰ্ভাৱ আছিল অতি বেছি। বিশেষকৈ মেলেৰিয়া আছিল গাঁৱলীয়া মানুহবোৰৰ চিৰ-লগৰীয়া। মই নিজে প্ৰায় ওপজাৰ দিন ধৰি যৌবনত ভৰি দিয়াৰ সময়লৈকে একে-লেথাৰিয়ে বহুবছৰ ধৰি মেলেৰিয়াত ভুগিছিলো। জ্বৰে যেতিয়া মোৰ মূৰত ধৰিছিল আৰু মোৰ প্ৰায় যোৰা-খোৱা অৱস্থা হৈছিল, তেতিয়া ডাক্তৰ মতাৰ বাহিৰে গত্যন্তৰ নাছিল। যিহেতু বছৰটোত বহুবাৰ তেনেকুৱা অৱস্থা হৈছিল, সেই কাৰণে ডাক্তৰো আমাৰ ঘৰলৈ আহিব লগা হৈছিল সঘনাই। ডাক্তৰে বেজী দিয়াৰ পিছত কেইবাদিনলৈ, কেতিয়াবা কেইবাসপ্তাহলৈ, মই জ্বৰৰ যন্ত্ৰণা আৰু বিভীষিকাৰ পৰা মুক্তি পাইছিলো। সেইকাৰণে যন্ত্ৰণাত বিহ্বল হৈ থকা চকুৰে ডাক্তৰক দেখা মাত্ৰকতে মই মনত গভীৰ শান্তি অনুভৱ কৰিছিলো আৰু তেওঁক সাক্ষাৎ ঈশ্বৰ বুলি ভাবিছিলো। নিশ্চয় সেইবোৰ মুহূৰ্ততে মোৰ মনত ডাক্তৰ হোৱাৰ বাসনাই ঠাই পাইছিল।

আমাৰ ঘৰৰ সৰু পুথিভঁৰালটোত কেইশমান কিতাপৰ লগতে কেইখনমান অসমীয়া-বঙলা আলোচনীও আছিল। সৰুৰে পৰাই সেইবোৰ লিৰিকি-বিদাৰি চাই মই খুব ভাল পাইছিলো। এনেতে মই দ্বিতীয় শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতেই মোৰ সৰু দেউতাই মোক 'তৰুণ অসম' নামৰ এখন বাতৰি কাকতৰ গ্ৰাহক কৰি দিলে। 'তৰুণ অসম'ৰ সম্পাদক আছিল অসমীয়া ভাষাৰ অন্যতম ওজা বেণুধৰ শৰ্মা। কি কাৰণে ক'ব নোৱাৰোঁ, 'তৰুণ অসম'খন পঢ়ি পঢ়ি সেই কণমান বয়সতে মোৰ বাতৰি কাকতৰ সম্পাদক হ'বলৈ মন গ'ল। বাতৰি কাকতখন আমাৰ ঘৰলৈ আহিবৰ পিছৰ পৰাই কাকতখন মোৰ নিঃসঙ্গ খেলাৰ এটা নতুন লগৰীয়া হ'ল। সময় পালেই মই ঘৰৰ এটা নিৰ্জন চুকত বহি লৈ 'তৰুণ অসম'খন নকল কৰি এখন হাতে-লিখা বাতৰি কাকত কৰোঁ। কাকতখনৰ নাম দিওঁ কেতিয়াবা 'সোণৰ অসম', কেতিয়াবা 'মাতৃভূমি'। সম্পাদক হিচাপে প্ৰথম পৃষ্ঠাত ডাঙৰ আখৰেৰে লিখোঁ নিজৰ নামটো। কিন্তু শিক্ষকৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মই যেতিয়া থিয় হ'লো, মোৰ মুখৰ পৰা আপোনা-আপুনি ওলাই আহিল—'ছাৰ, মই ডাঙৰ হৈ এজন ডাক্তৰ হ'ব খোজোঁ।'

# দুই

আমাৰ সকলোৰে উত্তৰ শুনাৰ পিছত ছাৰে আমাৰ মুখলৈ চাই কিছুসময় নীৰৱ হৈ থাকিল। সাধাৰণতে ছাৰৰ মুখৰ ভাও-ভঙ্গী দেখিয়েই আমি তেওঁৰ মনৰ ভাব বহুখিনি বুজিব পৰা হৈছিলো। কিন্তু সেইদিনা তেওঁৰ মুখত এনে এটা নতুন ভাব ফুটিল যে কিছুসময়ৰ কাৰণে একো বুজিব নোৱাৰি আমি তেওঁৰ মুখলৈ ৰ লাগি চাই ৰ'লো। সেইদিনা ছাৰৰ গোটেই কথাবোৰেই আমাৰ মনত খুব আচহুৱা যেন লাগিল। প্ৰথমতে, তেওঁ আমাক সদায় কোৱাৰ দৰে সাধুকথা নকৈ এটা অভিনৱ প্ৰশ্ন সুধিলে। দ্বিতীয়তে, আমাৰ উত্তৰবোৰ শুনি ভাল-বেয়া একো নকৈ তেওঁ আমাৰ মুখলৈ আচহুৱা দৃষ্টিৰে চাই ৰ'ল। কোঠাটোত এনে এক ধৰণৰ নীৰৱতা বিৰাজ কৰিবলৈ ধৰিলে—যি ধৰণৰ নীৰৱতা ইয়াৰ আগতে আমি কেতিয়াও অনুভৱ কৰি পোৱা নাছিলো।

অৱশেষত ছাৰৰ মুখৰ পৰা মাত ওলাল; কিন্তু সেই মাতটো আমি সদায় শুনি থকা মাততকৈ আছিল অলপ বেলেগ। ছাৰে ক'বলৈ আৰম্ভ কৰিলে—'মোৰ প্ৰশ্নৰ উত্তৰত তহঁতে যি ক'লি তাকেই কোৱা হয় উচ্চাকাংক্ষা। উচ্চ+আকাংক্ষা = উচ্চাকাংক্ষা। মানুহৰ আকাংক্ষা কেতিয়া উচ্চ হয় বা কিয় উচ্চ হয়? মানুহৰ স্বভাৱেই এনেকুৱা যে সি কেতিয়াও একে ঠাইত স্থিৰ হৈ বৈ থাকিব নোৱাৰে; একে অৱস্থাত থাকি সুখী হ'ব নোৱাৰে। একোতেই সন্তুষ্ট হৈ থাকিব নোৱৰা এই অস্থিৰ স্বভাৱৰ কাৰণেই মানুহে আদিম বন্য অৱস্থাৰ পৰা ক্ৰমাৎ উন্নতি কৰি আহি আহি আজিৰ এই অৱস্থা পাইছেহি। কিন্তু আজিৰ এই উন্নত অৱস্থা পায়ো মানুহ অকণো সন্তুষ্ট হ'ব পৰা নাই। নতুন কিবা এটা হ'বলৈ, বেলেগ কিবা এটা হ'বলৈ মানুহে সদায় বিচাৰিয়েই থাকিব, আৰু সেই বিচৰাটোৱে মানুহক আৰু কিমান দূৰলৈ বা ওপৰলৈ লৈ যাব সেই কথা কোনেও ক'ব নোৱাৰে।

'বাৰু, সেইবোৰ ডাঙৰ ডাঙৰ কথা আজিলৈ থাকক। মই তহঁতক এটা বেলেগ কথাহে ক'ব খুজিছোঁ। উচ্চাকাংক্ষা বুজাবলৈ আন ধৰণৰ উদাহৰণো দিব পাৰি। এজন দুখীয়া মানুহে ধনী হ'ব খোজে। এজন ধনী মানুহে আৰু বেছি ধনী হ'ব খোজে। মনেশ্বৰ দৰ্জীৰ পুতেক সদানন্দই চিপাহী হ'ব খোজে। এজন নামজ্বলা ফুটবলাৰ হ'বলৈ পালে আমাৰ স্কুলৰ মুখেশ্বৰ চায়েণ্ডিয়াক আন একো নালাগে। এইবোৰেই হ'ল উচ্চাকাংক্ষা। মানুহ জীৱনৰ যি অৱস্থাত থাকে তাতকৈ অলপ ওপৰলৈ উঠাৰ আকাংক্ষাই হ'ল উচ্চাকাংক্ষা। তহঁতৰ কাৰ কি উচ্চাকাংক্ষা সেই কথা আজি মই জানিলো। কিন্তু মোৰ নিজৰ কি উচ্চাকাংক্ষা আছিল বা এতিয়াও আছে সেই কথা জানিবলৈ তহঁতৰ মন নাযায়নে?'

ছাৰৰ কথা শুনি আমি ল'ৰাজাক খুব আচৰিত হ'লো। সেই সুদূৰ সত্যযুগত অৰ্থাৎ আমাৰ বাল্যকালত আমি আমাৰ শিক্ষকসকলক প্ৰায় দেৱতাৰ আসনত বহুৱাই পূজা কৰিছিলো। তেওঁলোক পূজাৰ যোগ্যও আছিল। ছাৰৰ প্ৰশ্ন শুনি আমি নিজকে প্ৰশ্ন কৰিলো—'সাধাৰণ মানুহৰ নিচিনাকৈ ছাৰৰো কিবা উচ্চাকাংক্ষা থাকিব পাৰে নেকি?'

ছাৰৰ কথা শুনিবলৈ আমি কাণ থিয় কৰি ৰ'লো। কোঠাটোত কাঁহ পৰি জীণ যোৱা নিস্তব্ধতা। কিন্তু ছাৰে কথা ক'বলৈ মুখ মেলোতেই আমাক ভীষণ হতাশ কৰি দি পিৰিয়ড শেষ হোৱাৰ ঘণ্টা বাজিল। ছাৰে ক'লে—'ক'ব খোজা কথাখিনি আজি আৰু কোৱা নহ'ল। মই কি ক'ব খুজিছিলো সেই

কথা জানিবলৈ তহঁতৰ মনত নিশ্চয় খুব কৌতূহল হৈছিল। কাইলৈ পাঠ আৰম্ভ কৰাৰ আগতে মই তহঁতক আজি ক'ব খোজা কথাখিনি ক'ম। তেতিয়ালৈকে তহঁতে কৌতূহলৰ আমনি সহ্য কৰি থাকিব লাগিব। অলপ আগতে মই তহঁতক কৈছিলো যে মানুহৰ একোতেই সন্তুষ্ট হৈ থাকিব নোৱৰা অস্থিৰ স্বভাৱেই মানুহক আদিম অসভ্য অৱস্থাৰ পৰা ঠেলি ঠেলি আনি আজিৰ উন্নত অৱস্থা পোৱাইছেহি। মই সেইটোকে উচ্চাকাংক্ষা বুলি কৈছোঁ। ইয়াৰ আগতে তহঁতক মই কৈছিলো যে প্ৰশ্ন সুধি থকাটো হ'ল মানুহৰ স্বভাৱ; ঘাইকৈ এই স্বভাৱটোৱেই মানুহক মানুহ কৰিছে। প্ৰশ্ন সুধি সুধি মানুহে নিজৰ সম্বন্ধে আৰু বিশ্ব-ব্ৰহ্মাণ্ড সম্বন্ধে জ্ঞান আহৰণ কৰিছে, আৰু সেই জ্ঞানৰ সহায়েৰেই মানুহ উন্নতিৰ পথত ক্ৰমাৎ আগুৱাই গৈ আছে। কিন্তু মানুহে প্ৰশ্ন সোধে কিয়? কাৰণ মানুহে নানা বিষয়ে কৌতূহল অনুভৱ কৰে। এইটো কি? সেইটো কিয়? সেইটো কেনেকৈ হ'ল? এই বিশ্ব-ব্ৰহ্মাণ্ডখন কোনে কিয় আৰু কেনেকৈ সৃষ্টি কৰিলে? ... ... মানুহৰ মনত অবিৰামভাৱে উদয় হৈ থকা এই প্ৰশ্নবোৰকে আমি কৌতূহল বুলি কওঁ। তহঁত সৰু ল'ৰা হ'লেও অলপ চিন্তা কৰি চালে তহঁতেও এই কথা বুজিব পাৰিবি যে যি মানুহক কৌতূহলে অনবৰত আমনি কৰি নাথাকে তেওঁ কেতিয়াও জ্ঞান আহৰণ কৰিব নোৱাৰে। মানুহৰ থাকিবলগীয়া গুণবোৰৰ ভিতৰত এটা প্ৰধান গুণ হ'ল কৌতূহল। কৌতূহল কাক কয় তহঁতে সেই কথা এতিয়া খুব ভালকৈ বুজি পাবি, কাৰণ কাইলৈ মোৰ কথা নুশুনালৈকে কৌতূহলে তহঁতক খুব আমনি দি থাকিব।'

পিৰালিত কাৰোবাৰ সৰু গল-খেকাৰিৰ শব্দ শুনি আমাৰ সকলোৰে চকু গ'ল দুৱাৰ-মুখলৈ। ইতিমধ্যেই পিছৰ পিৰিয়ডৰ ছাৰ আহি পিৰালিত পাইচাৰি কৰি আছে। তেওঁৰ মুখত এটা কৌতুকৰ হাঁহি, কাৰণ তেওঁ জানে যে পিৰিয়ড শেষ হৈ গ'লেও আমাৰ এই ছাৰজনৰ কথাৰ শেষ নহয়। পিৰালিত পাইচাৰি কৰি থকা ছাৰজনে গল-খেকাৰি মাৰি জান নিদিয়া হ'লে ছাৰেযে আৰু কিমান সময় কথা কৈ থাকিলেহেঁতেন তাৰ ঠিক নাই। সি যি কি নহওক, পিৰালিৰ ছাৰৰ গল-খেকাৰি শুনি কোঠাটোৰ ভিতৰৰ ছাৰজনে হঠাৎ কথা বন্ধ কৰি লাজকুৰীয়া হাঁহি এটা মাৰি বাহিৰলৈ ওলাই গ'ল।

কৌতূহল কি বস্তু আমি এইবাৰহে ভালকৈ বুজি পালো। ছাৰে ঠিকেই কৈছিল যে তেওঁৰ উচ্চাকাংক্ষা কি আছিল সেই কথা নজনালৈকে কৌতূহলে আমাক আমনি দি থাকিব। আন ল'ৰাবোৰৰ কথা মই নাজানো, কিন্তু মোক কৌতূহলে ইমান আমনি দি থাকিল যে পিছদিনা শ্ৰেণীত গৈ নবহালৈকে মই পঢ়া-শুনা খাৱন-শোৱন আদি কোনো কথালৈকে ভালকৈ মনোযোগ দিব নোৱাৰিলো।

ছাৰে আমাৰ হাজিৰা মৰাৰ পিছতেই পাঠ্যপুথিখন মেলি ল'লে। আমাৰ মনত ভয় হ'ল যে তেওঁ কিজানি আগদিনাৰ কথা পাহৰি পাঠ্যপুথিকে পঢ়াবলৈ আৰম্ভ কৰি দিব। কিন্তু আমাৰ ভয় অমূলক বুলি প্ৰমাণ কৰি তেওঁ কিতাপখন সমুখৰ মেজত থৈ বহাৰ পৰা উঠি আহিল আৰু আমাৰ ওচৰত থিয় হৈ কিছু সময় নীৰৱ হৈ ৰ'ল। ছাৰৰ মুখৰ ভাও-ভঙ্গী দেখি আমাৰ বুজিবলৈ বাকী নৰ'ল যে তেওঁ আগদিনাৰ কথা সমূলি পাহৰি যোৱা নাই।

ছাৰে হঠাৎ ক'বলৈ আৰম্ভ কৰিলে—'তহঁতৰ প্ৰত্যেকৰে উচ্চাকাংক্ষাৰ কথা, অৰ্থাৎ ডাঙৰ হৈ তহঁত কোনে কি হ'ব খোজ সেই কথা, মই কালি শুনিলো। মই তহঁতক ক'ব খুজিছিলো মোৰ নিজৰ উচ্চাকাংক্ষাৰ কথা। মোৰ জন্ম হৈছিল ১৯১০ চনত। সেই সময়ত গোটেই মহকুমাটোত এখন মাত্ৰ হাইস্কুল আছিল; মজলীয়া স্কুল আছিল মাত্ৰ দুখন। সেই সময়ত মানুহে মজলীয়া স্কুল আৰু হাইস্কুলৰ শিক্ষাকে উচ্চ শিক্ষা বুলি ভাবিছিল; কিন্তু সেই উচ্চ শিক্ষা লাভ কৰাৰ সুযোগো খুব কম ল'ৰাইহে পাইছিল। গাঁৱলীয়া

খেতিয়কৰ ল'ৰাই নিশ্চিতভাৱে এই কথা জানিছিল যে নাঙলৰ মুঠিত ধৰিব পৰা বয়স হ'লেই সিও বোপা-ককাৰ বৃত্তিটোকেই ধৰিব লাগিব; অৰ্থাৎ খেতিয়কৰ ল'ৰা খেতিয়ক হ'ব। মই যি অৰ্থত কালি তহঁতক উচ্চাকাংক্ষাৰ কথা ক'লো তেনে উচ্চাকাংক্ষা মনত ঠাই দিয়াৰ কথা আমাৰ দিনৰ ল'ৰাই সপোনতো ভাবিব পৰা নাছিল। ময়ো তাৰ ব্যতিক্ৰম নাছিলো। মই কিবা কপালৰ জোৰতহে শিক্ষক হ'লো। কিন্তু সেই বুলি কোনো ধৰণৰ উচ্চাকাংক্ষাই যে মোৰ মনত ঠাই পোৱা নাছিল এনে নহয়।'

কিবা এটা ভাবিবলৈ সময় লৈ ছাৰ কিছুসময় নীৰৱ হৈ ৰ'ল। মই তেওঁৰ মুখলৈ অপলক দৃষ্টিৰে চাই ৰ'লো। মই তেওঁৰ মুখত আগতে কেতিয়াও নেদেখা এটা জ্যোতি দেখা যেন পালো। অৱশ্যে সেইটো মোৰ মনৰ কল্পনাও হ'ব পাৰে, কাৰণ সেইদিনা ছাৰৰ কথা আৰু ভাও-ভঙ্গীয়ে মোৰ মনত অলপ আচহুৱা আৱেগ জগাই তুলিছিল।

ছাৰে আকৌ ক'বলৈ আৰম্ভ কৰিলে—'ৰ, আচল কথাটো কোৱাৰ আগতে তহঁতক এটা বেলেগ কথা কৈ লওঁ। কেইদিনমানৰ আগতে 'বাঁহী' নামৰ এখন বিখ্যাত আলোচনীত এটা গল্প পঢ়িলো। 'বাঁহী'ৰ সম্পাদক কোন জাননে? সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। তেওঁক অসমীয়া ভাষাৰ আটাইতকৈ ডাঙৰ সাহিত্যিক বুলি কোৱা হয়। তহঁতৰ বহুতেই তেওঁৰ 'বুঢ়ী আইতাৰ সাধু' আৰু 'ককা-দেউতা আৰু নাতি ল'ৰা' আদি সাধুকথাৰ কিতাপ পঢ়িছ। মই নিজেই তহঁতক লাইব্ৰেৰীৰ পৰা সেইকেইখন কিতাপ পঢ়িবলৈ দিয়াৰ কথা মোৰ মনত আছে। (ছাৰ আমাৰ স্কুলৰ লাইব্ৰেৰী মাষ্টৰ আছিল।) যিটো গল্পৰ কথা ক'লো সেই গল্পটো কবি যতীন্দ্ৰনাথ দুৱৰাই ইংৰাজী ভাষাৰ পৰা অনুবাদ কৰিছে। কিন্তু পঢ়িলে অনুবাদ যেন নালাগে। যতীন্দ্ৰনাথ দুৱৰাই বিভিন্ন বিদেশী ভাষাৰ গল্প আৰু কবিতা ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছে। কিন্তু সেইবোৰক অসমীয়া সাজ-পাৰ পিন্ধাই তেওঁ এনেভাৱে অসমীয়া কৰি পেলাইছে যে পঢ়ি থাকোঁতে বিদেশী মূলৰ কথা মনলৈকে নাহে; নিজৰ জীৱনৰ আৰু নিজৰ মানুহৰ কথা পঢ়া যেন লাগে। সি যি কি নহওক, মই এতিয়া তহঁতক গোটেই গল্পটো কৈ নুশুনাওঁ; কেৱল সাৰাংশটো ক'ম। গোটেই গল্পটো ক'বলৈ গ'লে কালিৰ নিচিনাকৈ পিৰিয়ড শেষ হোৱাৰ ঘণ্টা বাজিব; মই তহঁতক ক'ম ক'ম বুলি আশা দি থকা কথাটো আজিও কোৱা নহ'ব।

'এদিন এজন গাঁৱলীয়া বুঢ়ামানুহে আঘোণ-মহীয়া আগবেলাৰ মিঠা ৰ'দ পিঠিত লৈ চোতালত বহি কিবা হাতৰ কাম কৰি আছিল। এনেতে হঠাৎ এবাৰ তেওঁ মূৰ তুলি দেখিলে যে এটা অচিনাকি ল'ৰা তেওঁৰ সমুখত থিয় হৈ আছে। ল'ৰাটো দেখিবলৈ বৰ মৰম লগা। বুঢ়াৰ প্ৰশ্নৰ উত্তৰত ল'ৰাটোৱে ক'লে যে এই পৃথিৱীত তাৰ আপোন বুলিবলৈ কোনো নাই; সি আশ্ৰয় বিচাৰি ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ ঘূৰি ফুৰে। আশ্ৰয়ৰ বিনিময়ত সি কাম-কাজ কৰি দিয়ে। এতিয়া সি বুঢ়াৰ ঘৰত কেইদিনমানৰ কাৰণে আশ্ৰয় বিচাৰিছে।

'ল'ৰাটোৰ মুখখন দেখিয়েই তালৈ বুঢ়াৰ মনত খুব মৰম উপজিছিল; এতিয়া তাৰ কথা শুনি সেই মৰম দুগুণে বৃদ্ধি পালে। বুঢ়াই অতি আনন্দ মনেৰে ল'ৰাটোক তেওঁৰ ঘৰত থাকিবলৈ অনুমতি দিলে।

'বুঢ়াৰ ঘৰত ল'ৰাটো থাকিবলৈ লোৱাৰ কেইদিনমানৰ ভিতৰতে ঘৰখনত এটা অদ্ভুত পৰিৱৰ্তন ঘটিবলৈ আৰম্ভ কৰা বুলি সকলোৱে অনুভৱ কৰিবলৈ ধৰিলে। কিন্তু পৰিৱৰ্তনৰ কাৰণটোহে কোনেও স্পষ্টভাৱে অনুমান কৰিব নোৱাৰিলে। বুঢ়াৰ তিনিজনী বোৱাৰী। কিন্তু তেওঁলোকৰ মাজত মিলা-প্ৰীতি একেবাৰেই নাই। সদায় হাই-কাজিয়া কৰি তেওঁলোকে ঘৰখন অশান্তিময় কৰি ৰাখে। কিন্তু সেই অচিনাকি ল'ৰাটো বুঢ়াৰ ঘৰত থাকিবলৈ লোৱাৰ কেইদিনমানৰ ভিতৰতে তাৰ শান্ত স্বভাৱ, জ্ঞানী

মানুহৰ নিচিনা কথা-বাৰ্তা আৰু মধুৰ আচৰণে ঘৰখনত মন্ত্ৰৰ দৰে ক্ৰিয়া কৰিবলৈ আৰম্ভ কৰিলে। নিজে ক'ব নোৱৰাকৈ এদিন হঠাৎ বোৱাৰী কেইগৰাকীয়ে আৱিষ্কাৰ কৰিলে যে তেওঁলোকে কাজিয়া কৰিবলৈ সমূলি পাহৰি গৈছে; অতীততয়ে তেওঁলোকে কেতিয়াবা কাজিয়া কৰিছিল আনকি সেই কথাও তেওঁলোকে পাহৰি গৈছে। হাই-কাজিয়া গালি-শপনিৰ পৰিৱৰ্তে এতিয়া বোৱাৰীকেইগৰাকীৰ হাঁহি-খিকিন্দালিৰে ঘৰখন মুখৰিত হ'বলৈ ধৰিলে। বোৱাৰীকেইগৰাকীয়ে অহৰ্নিশে কাজিয়া কৰি থকাৰ সময়ত তেওঁলোকৰ গিৰীয়েক আৰু ল'ৰা-ছোৱালীবোৰেও বিশেষ একো নভবা-নিচিন্তাকৈয়ে নিজৰ নিজৰ ঘৈণীয়েক আৰু মাকৰ পক্ষ ল'বলৈ বাধ্য হৈছিল; ফলত কোনেও কাৰো লগত খোলা মনেৰে মাত-বোল কৰিব পৰা নাছিল। সকলোৰে মুখবোৰ আছিল গোমোঠা, কথাবোৰ শুকান। কিন্তু এদিন হঠাৎ ইজনে সিজনৰ মুখলৈ চাই আচৰিত হৈ আৱিষ্কাৰ কৰিলে যে সকলোৰে মুখত আনন্দৰ হাঁহি জলমলাব ধৰিছে; মনৰ সুখেৰে ইজনে সিজনৰ লগত কথা পাতিছে।

'এমাহমানৰ পিছত ল'ৰাটোৱে বুঢ়াজনক ক'লে—'ককা, আপোনাৰ ঘৰত বহুতদিন বৰ সুখেৰে থাকিলো। এতিয়া মোৰ যাবৰ সময় হ'ল।'

'কাৰো হকা-বধা নামানি ল'ৰাটো যি বাটেৰে আহিছিল সেই বাটেৰেই গুচি গ'ল। সদায় একেজন মানুহৰ ঘৰত থাকি তাৰ বোলে ভাল নালাগে। সি এতিয়া আন কাৰোবাৰ ঘৰত আশ্ৰয় বিচাৰিব আৰু আশ্ৰয়ৰ বিনিময়ত সি কাম কৰি দিব। তাৰ কি কাম জানিবলৈ বুঢ়াৰ এতিয়া আৰু বাকী নৰ'ল। মানুহৰ মনৰ পৰা অসূয়া-অপ্ৰীতি দূৰ কৰি সকলোৰে মুখত হাঁহি ফুটাই তোলাটোৱেই হ'ল তাৰ কাম।'

এইখিনিলৈকে কৈ ছাৰ অলপ সময়ৰ কাৰণে নীৰৱ হৈ পৰিল। তেওঁ যেন বহুতদিনৰ আগৰ কিবা এটা কথা মনত পেলাবলৈ চেষ্টা কৰিছে, তেনে এটা ভাব তেওঁৰ মুখত ফুটি উঠিল। তাৰ পিছত তেওঁ তেওঁৰ স্বভাৱ-সুলভ কোমল মিঠা মাতেৰে ক'বলৈ ধৰিলে—'যতীন্দ্ৰনাথ দুৱৰাৰ এই গল্পটো পঢ়ি মোৰ নিজৰ ল'ৰাকালৰ কথা মনত পৰি গ'ল। মোৰ পিতা আছিল নিৰক্ষৰ খেতিয়ক। কিন্তু আনৰ মুখত শুনি শুনি তেওঁ কীৰ্তন আৰু নামঘোষাৰ বহুতো পদ মুখস্থ কৰিছিল, আৰু কাম-বন কৰি থাকোঁতে সেইবোৰকে গুণগুণাই গাইছিল। মই পিতাৰ মুখত কেতিয়াও দুখ আৰু বেজাৰৰ ভাব ফুটি উঠা দেখা নাছিলো। তেওঁ যেন সকলো সময়তে মনত এক গভীৰ শান্তি অনুভৱ কৰিছিল আৰু সেই শান্তি তেওঁৰ মুখলৈকো বিয়পি পৰিছিল। এদিন মই তেওঁৰ শান্তিৰ কাৰণটো জানিবলৈ এটা সুযোগ পালো। সেইদিনা একাদশী নে আঁউসীৰ কাৰণে হাল-খতি আছিল। পিতাই পিৰালিত পীৰা এখনত বহি নাঙল এটা চাঁচি আছিল। ময়ো পিৰালিত বহি স্কুলৰ কিতাপ পঢ়ি আছিলো। এনেতে আমাৰ চুবুৰিৰে এজন মানুহ আমাৰ ঘৰলৈ সোমাই আহিল। মই মূৰ তুলি তেওঁৰ মুখলৈ চায়েই বুজিলো যে মানুহজনে কিবা কথাত মনত খুব কষ্ট পাই আছে। বোধহয় সেই বিষয়ে আলোচনা কৰিবলৈকে তেওঁ পিতাৰ ওচৰলৈ আহিছিল। কিন্তু পিতাৰ শান্ত মুখখনলৈ কিছুসময় একেথিৰে চাই থাকি তেওঁৰ মনত বোধহয় এটা বেলেগ প্ৰশ্নৰ উদয় হ'ল। তেওঁ ক'লে—'দদাইদেউ, আপোনাক দেখিলেই কথা এটা সুধিবলৈ মোৰ মন যায়, কিন্তু কোনোদিনেই সোধা নহয়। আজি ঠিক কৰিছোঁ যে কথাটো সুধিয়েই পেলাওঁ। আপোনাৰ মুখত মই কেতিয়াও দুখ-বেজাৰ আৰু অশান্তিৰ চিন নেদেখোঁ। সকলো সময়তে আপোনাৰ মুখত এটা শান্তিৰ ভাব লাগি থাকে। জীৱনৰ ইমান দুখ-কষ্টৰ মাজতো আপুনি ইমান শান্তিত থাকিব পাৰে কেনেকৈ?'

'মানুহজনৰ প্ৰশ্নটো শুনি মই পঢ়ি থকা কিতাপখন জপাই এফলীয়াকৈ থ'লো। পিতাই কি কয় শুনিবলৈ মোৰ মন গ'ল। পিতায়ো নাঙল চাঁচিবলৈ এৰি মানুহজনৰ মুখামুখি হৈ বহিল। মনতে কিবা এটা ভবাৰ নিচিনা কৰি তেওঁ অলপ সময় মনে মনে ৰ'ল। তাৰ পিছত তেওঁ ক'বলৈ আৰম্ভ কৰিলে— 'মইনা, মোৰ মুখত যে শান্তিৰ ভাব এটা লাগি থাকে সেই কথা মই নিজে জনা নাছিলো। আজি তোমাৰ পৰাহে জানিলো। কিন্তু মুখত শান্তি থাকক বা নাথাকক, মনত যে শান্তি থাকে, সেই কথা মই নিজে জানো। তাৰ কাৰণটো তোমাক কওঁ শুনা। মোৰ পিতা লিখা-পঢ়া জনা মানুহ নাছিল; কিন্তু তেওঁ বৰ জ্ঞানী মানুহ আছিল। মৰাৰ আগতে তেওঁ মোক এটা মন্ত্ৰ দি থৈ গৈছিল। তেওঁ মোক কৈছিল— 'যেতিয়াই দুখত বা বিপদত পৰ, তেতিয়া এটা কথা মনত পেলাবি যে দুখ বা বিপদ কেৱল তোলৈকে অহা নাই। তোতকৈ বহুত বেছি দুৰ্ভগীয়া কোটি কোটি মানুহ আছে—যিবোৰে দুখৰ সাগৰত কক্‌বকাই পাৰ পোৱা নাই। সিহঁতৰ দুখৰ লগত নিজৰ দুখ ৰিজাই চালেই তই নিজকে খুব ভাগ্যৱান বুলি ভাবিব পাৰিবি আৰু মনত শান্তি পাবি। কেৱল নিজৰ দুখৰ কথাকে চিন্তা কৰি থকাটো পাপ। লোকৰ দুখ-কষ্ট দেখিও তাক দূৰ কৰিবলৈ চেষ্টা নকৰাটো আৰু বেছি ডাঙৰ পাপ। আমাৰ কোনোবা এখন পুৰাণত বোলে লিখা আছে যে পৰোপকাৰতকৈ ডাঙৰ ধৰ্ম আন একো নাই। ময়ো মনে মনে ভাবি চাই দেখিছোঁ যে ইয়াতকৈ ডাঙৰ সঁচা কথা আন একো নাই। পৃথিৱীৰ প্ৰত্যেকজন মানুহেই যদি নিজৰ কথা অলপ কমকৈ ভাবি আনৰ কথা বেছিকৈ ভাবে আৰু আনৰ মুখত হাঁহি এটা ফুটাব পাৰিলেই পৰম সন্তোষ পায়, তেন্তে মানুহে স্বৰ্গ-লাভৰ কথা চিন্তা কৰিবই নালাগে; এই পৃথিৱীখনেই হ'ব স্বৰ্গ।' পিতাৰ মুখত এইখিনি কথা শুনাৰ পিছত মই আন নতুন কথা শিকিবলৈ একো চেষ্টা কৰা নাই; শিকিবলৈ সুযোগো পোৱা নাই। আনৰ মুখত হাঁহি ফুটাই তুলিবলৈ চেষ্টা কৰা—একমাত্ৰ সেইটোকেই মই মোৰ ধৰ্ম বুলি গ্ৰহণ কৰিছোঁ।'

কথাৰ মাজে মাজে নীৰৱ হৈ পৰাটো ছাৰৰ স্বভাৱ। এইবাৰ কিন্তু ছাৰ বহুত সময় নীৰৱ হৈ থাকিল। তাৰ পিছত তেওঁ নিজকে কোৱাৰ দৰে ক'লে—'মই সেইদিনাই ঠিক কৰিছিলো যে আনৰ মুখত হাঁহি ফুটাবলৈ চেষ্টা কৰা— সেইটোৱেই হ'ব মোৰ জীৱনৰ ব্ৰত। আজিকালিৰ ভাষাত উচ্চাকাংক্ষা।'

## তিনি

বিশ্ববিখ্যাত ইংৰাজ ঔপন্যাসিক ছাৰ ওৱাল্টাৰ স্কটে মৃত্যুৰ মাত্ৰ কেইমুহূৰ্তমানৰ আগতে পুতেকক তেওঁৰ বিছনাৰ কাষলৈ মাতি আনি কৈছিল—'সৎ মানুহ হ'বি বোপাই, সদাচাৰী হ'বি, ধৰ্মনিষ্ঠ হ'বি, সৎ মানুহ হ'বি।' চিৰকাললৈ চকু মুদাৰ আগতে এইকেইটাই আছিল তেওঁৰ মুখৰ পৰা ওলোৱা শেষ কথা।

আনহাতে মোৰ শিক্ষাগুৰুৰ পিতামহ আছিল কটোৰ কেইটা চুক তাকো নজনা এজন নিৰক্ষৰ দুখীয়া খেতিয়ক। অভাৱ-অনাটন আৰু দৰিদ্ৰতাৰ যন্ত্ৰণা আছিল তেওঁৰ জীৱনৰ চিৰ-লগৰীয়া। তেনে এজন মানুহে পুতেকক কৈছিল—'কেৱল নিজৰ দুখৰ কথাকে চিন্তা কৰি থকাটো পাপ। লোকৰ দুখ-কষ্ট দেখিও তাক দূৰ কৰিবলৈ চেষ্টা নকৰাটো আৰু বেছি ডাঙৰ পাপ।' নিজৰ পুতেকৰ কাৰণে তেওঁ জীৱনৰ এটা মাত্ৰ লক্ষ্য ঠিক কৰি থৈ গৈছিল। সেইটো আছিল ঃ আনৰ মুখত হাঁহি ফুটাই তুলিবলৈ চেষ্টা কৰা।

যি ধৰণৰ জ্ঞান-গৰ্ভ কথা ছাৰ ওৱাল্টাৰ স্কটৰ নিচিনা শিক্ষিত আৰু পণ্ডিত মানুহৰ মুখতহে শোভা পায় বুলি মানুহে সাধাৰণতে ভাবে, ঠিক তেনেধৰণৰ কথা মোৰ শিক্ষাগুৰুৰ ককাকৰ নিচিনা এজন নিৰক্ষৰ মানুহৰ মুখৰ পৰা ওলোৱাটো কেনেকৈ সম্ভৱ হ'ল?

এই প্ৰশ্নৰো উত্তৰ দি গৈছে স্বয়ং ওৱাল্টাৰ স্কটেই।

এদিন ওৱাল্টাৰ স্কট এঠাইত বহি আছিল। তেওঁৰ পৰা অলপমান দূৰত আনকেইজনমান মানুহে নিজৰ মাজতে কথা-বাৰ্তা পাতি আছিল। তেওঁলোকৰ কথা-বাৰ্তাবোৰ স্বাভাৱিকতেই ওৱাল্টাৰ স্কটৰ কাণত আহি পৰিছিল। এনেতে এজন মানুহে এই বুলি মন্তব্য কৰা স্কটে শুনিবলৈ পালে—'যিবিলাক মানুহৰ সাহিত্যিক প্ৰতিভা নাই আৰু পাণ্ডিত্য নাই, তেনে মানুহ সন্মানৰ যোগ্য নহয়। মোৰ মতে একমাত্ৰ সাহিত্যিক আৰু বিদ্বানসকলহে সৰ্বোচ্চ সন্মানৰ যোগ্য।'

কথাষাৰ শুনি স্কটে মানুহকেইজনৰ ওচৰলৈ গৈ ক'লে—'ক্ষমা কৰিব ভদ্ৰমহোদয়সকল, আপোনাসকলৰ এজনে এইমাত্ৰ যিটো কথা ক'লে, সেই কথাৰ লগত একমত হ'ব নোৱাৰি মই মুখ মেলিবলৈ বাধ্য হ'লো। একমাত্ৰ পণ্ডিত বা সাহিত্যিকসকলহে সন্মানৰ যোগ্য—আপোনালোকৰ এই কথা সঁচা হ'বলৈ হ'লে আমাৰ এই পৃথিৱীখন দেখোন বৰ দুখীয়া হৈ পৰিব। মই নিজে বহুত কিতাপ পঢ়িছোঁ বুলি দাবী কৰোঁ। বহুতো গুণী-জ্ঞানী মানুহৰ লগত মিলা-মিচা কৰিবলৈ আৰু কথা-বাৰ্তা পাতিবলৈকো মই জীৱনত বহুতো সুযোগ পাইছোঁ। কিন্তু এটা কথা মই আপোনালোকক ডাঠি ক'ব পাৰোঁ যে বহুতো দুখীয়া আৰু নিৰক্ষৰ মানুহৰ মুখত মই যেনেকুৱা জ্ঞান-গৰ্ভ কথা শুনিছোঁ তেনেকুৱা কথা মই উচ্চ-শিক্ষিত পণ্ডিত মানুহৰ মুখতো শুনা নাই। ভয়ংকৰ বিপদ আৰু দুখ-যন্ত্ৰণাৰ মুখামুখি হৈ বহুতো নিৰক্ষৰ মানুহে যিবোৰ জ্ঞানৰ কথাৰে নিজকে প্ৰবোধ দিয়ে বা বিপদত পৰা আন মানুহক যেনেধৰণৰ জ্ঞানৰ কথা কৈ শুনায়, তেনেধৰণৰ কথা মই আনকি বাইবেলতো পঢ়ি পোৱা নাই। গভীৰ জ্ঞানৰ কথা কেৱল মানুহৰ মগজৰ পৰা নোলায়; হৃদয়ৰ পৰাও জ্ঞানৰ কথা ওলাব পাৰে। হৃদয়ৰ জ্ঞানৰ তুলনাত আন সকলো জ্ঞানকে তুচ্ছ বুলি ভাবিবলৈ নিশিকিলে আমি জীৱনৰ আচল অৰ্থ কেতিয়াও বুজিব নোৱাৰিম।'

মোৰ শিক্ষাগুৰুৰ নিৰক্ষৰ পিতামহৰ মুখৰ পৰা যিকেইটা অমৃতময় বাক্য ওলাইছিল সেইকেইটা ওলাইছিল তেওঁৰ সৎ আৰু নিৰ্মল অন্তৰৰ পৰা। ছাৰ ওৱাল্টাৰ স্কটে অতি সুন্দৰকৈ এই কথা বুজাই দিছে যে কেৱল কিতাপ পঢ়িয়েই মানুহ জ্ঞানী হ'ব নোৱাৰে। সৌ সিদিনালৈকেতো পৃথিৱীৰ বেছিভাগ মানুহেই নিৰক্ষৰ আছিল; অথচ পৃথিৱীৰ বেছিভাগ সাধু-সন্ত, মহাত্মা আৰু ধৰ্ম-গুৰু ওলাইছিল সেই নিৰক্ষৰ মানুহবোৰৰ মাজৰ পৰাই। অৱশ্যে এই কথা কোৱাৰ অৰ্থ এইটো নহয় যে বুদ্ধি-বৃত্তিৰ বিকাশৰ লগতে মানুহৰ চৰিত্ৰ-গঠনতো কিতাপৰ কোনো ভূমিকা নাই। মানুহৰ সভ্যতা-সংস্কৃতি ঘাইকৈ কিতাপৰ সৃষ্টি। নিৰক্ষৰ সাধু-সন্ত আৰু মহাত্মাসকলৰ গভীৰ জ্ঞানৰ কথাবোৰো গ্ৰন্থ-বদ্ধ হৈ থকাৰ কাৰণেহে যুগ যুগ ধৰি মানুহে সেইবোৰৰ পৰা শিক্ষা আৰু প্ৰেৰণা ল'ব পাৰিছে। আনকি ওপৰত উল্লেখ কৰা ছাৰ ওৱাল্টাৰ স্কটৰ সোণসেৰীয়া কথাষাৰো আমি কিতাপ পঢ়িহে জানিব পাৰিছোঁ। তথাপি এই চিৰন্তন সত্যটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে সৎ, দয়ালু আৰু পৰোপকাৰী হ'বলৈ কিতাপ পঢ়াৰ একো দৰকাৰ নাই; নিজৰ হৃদয়েই মানুহক সেই শিক্ষা দিয়ে। আন কথাত ক'বলৈ গ'লে এটা সৎ আৰু সুখী জীৱন যাপন কৰিবলৈ যিমানবোৰ শিক্ষাৰ দৰকাৰ সেই সকলো শিক্ষা কেৱল কিতাপে দিব নোৱাৰে। আমি যিখন পঢ়াশালিত কিতাপ পঢ়ি বিভিন্ন বিষয়ে জ্ঞান আহৰণ কৰোঁ, সেইখনেই একমাত্ৰ

পঢ়াশালি নহয়। তাৰ বাহিৰতো এখন বিশাল পঢ়াশালি আছে। সেইখন হ'ল জীৱনৰ পঢ়াশালি। ছাৰ ওৱাল্টাৰ স্কটে যিসকল অশিক্ষিত জ্ঞানী মানুহৰ কথা কৈছে তেওঁলোক সকলোৱেই জীৱনৰ পঢ়াশালিত পঢ়ি জ্ঞানী হোৱা মানুহ। মোৰ শিক্ষাগুৰুৰ পিতামহজনো তেনে এজন জ্ঞানী মানুহ।

বহুবছৰ পাৰ হৈ গ'ল যদিও মই মোৰ সেই শিক্ষাগুৰুজনৰ কথা আৰু উচ্চাকাংক্ষাৰ বিষয়টোক কেন্দ্ৰ কৰি আমাৰ শ্ৰেণীত হোৱা প্ৰশ্নোত্তৰবোৰৰ কথা পাহৰি যোৱা নাই। বৰং দিন যোৱাৰ লগে লগে সেইবোৰ কথা বেছিকৈহে মোৰ মনত পৰা হৈছে। অৱশ্যে মনত পৰাৰ এটা বিশেষ কাৰণো আছে। এতিয়া মোৰ যথেষ্ট বয়স হৈছে। বয়সীয়া মানুহৰ পৰা কমবয়সীয়া ল'ৰা-ছোৱালীয়ে উপদেশ বিচাৰে। তাতে মই ল'ৰা-ছোৱালীক নানা বিষয়ে উপদেশ দি কে'বাখনো কিতাপ লিখাৰ কাৰণে মোৰ লগৰ আন বহুতো মানুহতকৈ মোৰ পৰা উপদেশ বিচৰা ল'ৰা-ছোৱালীৰ সংখ্যা তুলনামূলকভাৱে সৰহ হ'ব যেন লাগে। এনেকৈ উপদেশ বিচাৰি মোলৈ লিখা চিঠিবোৰত প্ৰায়েই এটা কথা থাকে ঃ 'আপুনি আপোনাৰ এখন কিতাপত লিখিছে যে বাঙালী কবি ডঃ অমিয় চক্ৰবৰ্তীয়ে জীৱনৰ লক্ষ্য সম্পৰ্কে উপদেশ বিচাৰি জৰ্জ বাৰ্ণাৰ্ড শ্ব'লৈ এখন চিঠি লিখিছিল আৰু শ্ব'ই সেই চিঠিৰ উত্তৰ দিছিল। শ্ব'ই ডঃ অমিয় চক্ৰবৰ্তীক এই বুলি উপদেশ দিছিল যে প্ৰত্যেক কিশোৰেই যৌৱনৰ দুৱাৰ-ডলিত ভৰি দি জন ষ্টুৱাৰ্ট মিলৰ আত্ম-জীৱনীখন পঢ়া উচিত; সেইখন কিতাপে তেওঁলোকক আদৰ্শ জীৱনৰ সন্ধান দিব। আমি দূৰ বিদেশৰ ইমান ডাঙৰ মানুহলৈ চিঠি লিখিব নোৱাৰোঁ। আপুনি আমাৰ ওচৰৰ মানুহ আৰু অতি চিনাকি মানুহ। সেইকাৰণে আমি আপোনাৰ পৰা উপদেশ বিচাৰিছোঁ ঃ আমাৰ জীৱনৰ লক্ষ্য কি হোৱা উচিত? জীৱনটো ভালদৰে গঢ়িবলৈ হ'লে আমি কি কৰা উচিত? কেনেধৰণৰ কিতাপ পঢ়া উচিত?' ... ... যেতিয়াই মই ল'ৰা-ছোৱালীবোৰৰ এনেকুৱা প্ৰশ্নৰ সন্মুখীন হওঁ, তেতিয়াই মোৰ মনলৈ আহে বহুবছৰৰ আগতে মোৰ শিক্ষাগুৰুজনে আমাক সোধা প্ৰশ্নবোৰৰ কথা আৰু তেওঁৰ নিজৰ উচ্চাকাংক্ষাৰ বিষয়ে কোৱা কথা।

ছাৰৰ প্ৰশ্নৰ উত্তৰত আমি ল'ৰাবোৰে কৈছিলো যে আমি চিপাহী হ'ব খোজোঁ, দোকানী হ'ব খোজোঁ, ডাক্তৰ হ'ব খোজোঁ ... ... ইত্যাদি। ছাৰে উপযাচি আমাক কৈছিল যে তেওঁৰ জীৱনৰ একমাত্ৰ উচ্চাকাংক্ষা আছিল পৰোপকাৰী হোৱা, আনৰ মুখত হাঁহি ফুটাই তুলিবলৈ চেষ্টা কৰা। মোৰ নিজৰ যেতিয়া কিছু বয়স হ'ল আৰু জীৱন সম্বন্ধে চিন্তা-ভাবনা কৰিবলৈ আৰম্ভ কৰিলো, তেতিয়া মই এই সিদ্ধান্তলৈ আহিলো যে এই দুটা লক্ষ্যৰ ভিতৰত মাত্ৰ যিকোনো এটা জীৱনৰ লক্ষ্য হ'ব নোৱাৰে; দুয়োটা লক্ষ্যকে মিলাই এটা কৰি ল'ব পাৰিলেহে মানুহৰ জীৱনটো সাৰ্থক হ'ব পাৰে।

এই দুটা লক্ষ্যৰ ভিতৰত এটা লক্ষ্য মানুহভেদে বেলেগ বেলেগ হয়। প্ৰত্যেক মানুহেই নিজৰ সহজাত প্ৰতিভা আৰু অভিৰুচি অনুযায়ী নিজৰ জীৱনৰ লক্ষ্য ঠিক কৰি লয়। উদাহৰণ স্বৰূপে, কোনোবাই ডাক্তৰ হ'ব খোজে, কোনোবাই সংগীতজ্ঞ হ'ব খোজে, কোনোবাই প্ৰশাসক হ'ব খোজে, কোনোবাই খেলুৱৈ হ'ব খোজে—ইত্যাদি। আমি যেতিয়া জীৱনৰ উচ্চাকাংক্ষাৰ কথা কওঁ, তেতিয়া আমি সাধাৰণতে এনে এটা লক্ষ্যৰ কথাকে বুজাব খোজোঁ।

জীৱনৰ এই লক্ষ্যত উপনীত হ'বলৈ মানুহে ক্ৰমাগত চেষ্টাৰ দ্বাৰা নিজৰ বুদ্ধি-বৃত্তিৰ বিকাশ সাধন কৰাৰ উপৰি ধৈৰ্য, একাগ্ৰতা, ইচ্ছা-শক্তি আৰু শ্ৰম-সহিষ্ণুতাৰ নিচিনা কিছুমান বিশেষ গুণ আয়ত্ত কৰিব লগা হয়। কিন্তু কেৱল খ্যাতি, ধন-ঐশ্বৰ্য বা জ্ঞানৰ সাধনাই মানুহক সম্পূৰ্ণভাৱে সুখী কৰিব নোৱাৰে। সেইবোৰে তেওঁক সম্পূৰ্ণ মানুহো কৰিব নোৱাৰে। প্ৰত্যেক মানুহেই নিজৰ অভিজ্ঞতাৰ পৰা এই কথা জানে যে কাৰোবাৰ এষাৰ মৰমৰ মাতে মানুহক যিমান আনন্দ দিয়ে, অতি মূল্যবান উপহাৰেও সিমানখিনি আনন্দ দিব নোৱাৰে। এটা ভাল কবিতা পঢ়ি, গান শুনি বা এখন সুন্দৰ চিত্ৰ চাই আমি

যি ধৰণৰ আনন্দ অনুভৱ কৰোঁ, তেনে আনন্দ কোনো ধৰণৰ সুখাদ্য, বিলাস-সামগ্ৰী বা উত্তেজনাপূৰ্ণ আমোদ-প্ৰমোদে দিব নোৱাৰে। এজন চৰিত্ৰৱান দৰিদ্ৰ মানুহৰ প্ৰতি আমি যি শ্ৰদ্ধা অনুভৱ কৰোঁ, এজন চৰিত্ৰহীন ধনী মানুহৰ প্ৰতি তেনে শ্ৰদ্ধা কেতিয়াও অনুভৱ নকৰোঁ। বিশ্ববিজয়ী মহাবীৰ আলেকজেণ্ডাৰে উলঙ্গ সন্ন্যাসী ডায়োজিনিছৰ লগত দু-আষাৰমান কথা পতাৰ পিছত কৈছিল যে তেওঁ যদি আলেকজেণ্ডাৰ নহ'লহেঁতেন, তেন্তে তেওঁ ডায়োজিনিছ হ'বলৈ ভাল পালেহেঁতেন। বিশ্ববিজয়ী মহাবীৰতকৈ এজন দৰিদ্ৰ সন্ন্যাসীক আলেকজেণ্ডাৰে কিয় ওপৰত স্থান দিছিল? কাৰণ আলেকজেণ্ডাৰে পৃথিৱীখন জয় কৰিলেও নিজকে জয় কৰিব পৰা নাছিল—যিটো কাম ডায়োজিনিছে কৰিব পাৰিছিল। অৰ্থাৎ মহাবীৰ আলেকজেণ্ডাৰে এই কথা স্বীকাৰ কৰি লৈছিল যে বাহুবলেৰে বিশ্বজয় কৰাতকৈ মনোবলেৰে নিজকে—অৰ্থাৎ নিজৰ কু-প্ৰবৃত্তিবোৰ—জয় কৰা বেছি টান। যুগ যুগ ধৰি মানুহৰ এটা প্ৰধান সাধনা হৈছে নিজকে জয় কৰাৰ সাধনা।

মাত্ৰ এইকেইটা উদাহৰণৰ পৰাই আমি এটা কথা বুজিব পাৰোঁ যে কেৱল জ্ঞানী, মানী আৰু ধনী হোৱাটোৱেই জীৱনৰ একমাত্ৰ লক্ষ্য হ'ব নোৱাৰে। জীৱনৰ আনটো লক্ষ্য হ'ব লাগিব দয়া, মমতা, পৰ-হিতৈষণা, সৌন্দৰ্য-প্ৰীতি আদি হৃদয়-বৃত্তিবোৰ আৰু সততা, সত্যবাদিতা আৰু আত্ম-সংযম আদি নৈতিক গুণবোৰৰ বিকাশ সাধন কৰি সম্পূৰ্ণ মানুহ হ'বলৈ চেষ্টা কৰা। এই দুয়োটা লক্ষ্যক মিলাই লৈ একেটা কৰি কোনোবাই যদি সেই লক্ষ্যত উপনীত হ'ব পাৰে তেন্তে তেওঁতকৈ ভাগ্যৱান মানুহ আন কোনো হ'ব নোৱাৰে। সকলোৰে পক্ষে জ্ঞানী, মানী আৰু ধনী হোৱাটো সম্ভৱ নহ'বও পাৰে, কাৰণ তাৰ কাৰণে প্ৰকৃতি-দত্ত প্ৰতিভাৰ উপৰি অনেক সময়ত ভাগ্যৰ সহায় আৰু সুযোগৰ প্ৰয়োজন হয়। কিন্তু সৎ, সংযমী আৰু শিষ্টাচাৰী হ'বলৈ একমাত্ৰ নিজৰ সংকল্পৰ বাহিৰে আন একোৰে প্ৰয়োজন নাই।

আজিৰ যুগৰ মানুহে সৎ হোৱাতকৈ ধনী হোৱাৰ ওপৰত বেছি জোৰ দিয়ে। আধুনিক বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাই যোৱা এশবছৰত অজস্ৰ ভোগ-বিলাসৰ সামগ্ৰী উদ্ভাৱন কৰিছে। এনে এটা দিন নাযায়—যিটো দিনত নতুন নতুন ভোগ-বিলাসৰ সামগ্ৰী বজাৰত নোলায়। সেই সামগ্ৰীবোৰ আহৰণ কৰিবলৈ ধনৰ প্ৰয়োজন হয়। সেইকাৰণে ধনী হোৱাটোকেই আধুনিক মানুহে জীৱনৰ প্ৰধান লক্ষ্য তথা উচ্চাকাংক্ষা হিচাপে ঠিক কৰি লৈছে। কিন্তু ধন-ঐশ্বৰ্যই মানুহক প্ৰকৃততে সুখী কৰিব পাৰিছেনে?

পৃথিৱীৰ ভিতৰত আটাইতকৈ ধনী দেশ হ'ল আমেৰিকা যুক্তৰাষ্ট্ৰ। আন সকলো দেশতকৈ সেই দেশত ধনী মানুহৰ সংখ্যা বেছি। যদি কেৱল ধন-ঐশ্বৰ্যই মানুহক সুখী কৰিব পাৰিলেহেঁতেন বা ধন-ঐশ্বৰ্য বৃদ্ধি হোৱাৰ লগে লগে সুখৰ পৰিমাণো বাঢ়ি গৈ থাকিলেহেঁতেন, তেন্তে আমেৰিকা যুক্তৰাষ্ট্ৰৰ মানুহেই হ'লহেঁতেন পৃথিৱীৰ ভিতৰত আটাইতকৈ সুখী মানুহ। কিন্তু সেই কথা সম্পূৰ্ণ মিছা বুলি প্ৰমাণিত হৈছে। ডেভিদ মেয়াৰ্ছ নামৰ এজন আমেৰিকান মনস্তত্ত্ববিদে 'সুখৰ অন্বেষণ' নামৰ এখন গৱেষণামূলক কিতাপ লিখিছে। কিতাপখনৰ নামটোৱেই কয় যে সুখ বিচৰা মানুহবোৰে প্ৰকৃততে সুখ পাইছেনে নাই, বা পালেও কিমানখিনি পাইছে, সেইবোৰ কথা বিচাৰ কৰি চোৱাটোৱেই হ'ল কিতাপখনৰ মূল উদ্দেশ্য। ধন-ঐশ্বৰ্যৰ লগত যে সুখৰ বিশেষ সম্পৰ্ক নাই, সেই বিষয়ে লেখকজনে তেওঁৰ কিতাপখনত বহুত প্ৰমাণ দাঙি ধৰিছে। উদাহৰণ স্বৰূপে, আমেৰিকা যুক্তৰাষ্ট্ৰত মানুহৰ অপঘাত-মৃত্যুৰ তিনিটা প্ৰধান কাৰণৰ ভিতৰত তৃতীয় স্থান দখল কৰিছে আত্মহত্যাই। সেই দেশত আটাইতকৈ বেছি মানুহ মৰে হত্যাকাৰীৰ হাতত। তাৰ পিছতেই অপঘাত-মৃত্যুৰ দ্বিতীয় আৰু তৃতীয় প্ৰধান কাৰণ হ'ল যথাক্ৰমে মটৰ গাড়ীৰ দুৰ্ঘটনা আৰু আত্মহত্যা। সুখী আৰু আশাবাদী মানুহে আত্মহত্যা কৰেনে? পৃথিৱীৰ আটাইতকৈ ধনী দেশখনৰ অসংখ্য মানুহে যে নিজৰ জীৱন শেষ কৰিবলৈ আত্মহত্যাৰ পথ

বাছি লয়, কেৱল সেই কথাটোৱেই এই কথা প্রমাণ কৰিবলৈ যথেষ্ট যে কেৱল ধন-ঐশ্বৰ্যই মানুহক সুখী কৰিব নোৱাৰে। দৰিদ্ৰতা মানুহৰ এটা প্রধান শত্রু। ই তিলে তিলে মানুহৰ শৰীৰ আৰু আত্মা ধ্বংস কৰে। কিন্তু তাৰ অৰ্থ এইটো নহয় যে দৰিদ্ৰতাৰ বিপৰীতে যিমানেই মানুহৰ ধন-সম্পত্তি বাঢ়িব সিমানেই বেছিকৈ তেওঁ সুখী হ'ব। ওপৰত উল্লেখ কৰা কিতাপখনত মনস্তত্ত্ববিদজনে এই কথা প্রমাণ কৰি দেখুৱাইছে যে ১৯৫৭ চনত আমেৰিকানসকলৰ বছৰেকীয়া উপাৰ্জন যিমান আছিল, সেই উপাৰ্জন ক্রমান্বয়ে বাঢ়ি বাঢ়ি ১৯৯০ চনত দুগুণ হ'ল। কেৱল ধন-সম্পত্তিয়েই মানুহক সুখী কৰিব পৰা হ'লে আমেৰিকাৰ সুখী মানুহৰ সংখ্যা ১৯৫৭ চনৰ তুলনাত ১৯৯০ চনত দুগুণ হোৱা উচিত আছিল। কিন্তু দীৰ্ঘকাল ধৰি চলাই থকা এটা সমীক্ষাৰ পৰা দেখা গ'ল যে আমেৰিকাত ধনী মানুহৰ সংখ্যা আৰু তেওঁলোকৰ আৰ্থিক উপাৰ্জন ১৯৫৭ চনৰ তুলনাত ১৯৯০ চনত দুগুণ হোৱা সত্ত্বেও নিজকে অসুখী বুলি ঘোষণা কৰা মানুহৰ সংখ্যা ১৯৫৭ চনত যিমান আছিল, ১৯৯০ চনতো ঠিক সিমানেই থাকিল। ১৯৫৭ চনত আমেৰিকা যুক্তৰাষ্ট্ৰৰ মুঠ জনসংখ্যাৰ এক-তৃতীয়াংশ মানুহে ঘোষণা কৰিছিল যে তেওঁলোক মনে মনে খুব অসুখী।

কেৱল আমেৰিকা যুক্তৰাষ্ট্র নহয়, বৈজ্ঞানিক পদ্ধতিৰে চলোৱা ব্যাপক সমীক্ষাই এই কথা প্রমাণ কৰিছে যে ইউৰোপ-আমেৰিকাৰ কেবাখনো উন্নত শিল্প-প্রধান দেশত মানুহৰ হতাশা আৰু বিষণ্ণতা দহবছৰৰ মূৰে মূৰে দুগুণে বৃদ্ধি পাইছে। তেওঁলোকৰ বেছিভাগেই নানাবিধৰ মানসিক ৰোগৰ দ্বাৰা আক্রান্ত।

এইবোৰ তথ্যৰ পৰা মানুহে ল'বলগীয়া শিক্ষাটো হ'ল এই যে কেৱল ধনী হোৱাটোৱেই বা ভোগ-বিলাসৰ সামগ্ৰী আহৰণ কৰাটোৱেই মানুহৰ জীৱনৰ লক্ষ্য হোৱা উচিত নহয়। কোনবোৰ বস্তুৱে মানুহক প্রকৃত সুখ-শান্তি দিব পাৰে সেইবোৰ বস্তু বিচৰাটোহে হোৱা উচিত জীৱনৰ এটা প্রধান লক্ষ্য। উপনিষদৰ এটা অমৰ কাহিনীৰ পৰা আমি এই কথা জানিব পাৰোঁ যে ঋষি যাজ্ঞ্যবল্কৰ এগৰাকী পত্নীয়ে তেওঁলৈ আগবঢ়োৱা অজস্র ধন-সোণ প্রত্যাখ্যান কৰিছিল। কিয়? তেওঁৰ যুক্তি আছিল এই যে যিবোৰ বস্তুৱে তেওঁক অমৃতৰ সন্ধান দিব নোৱাৰে, সেইবোৰ বস্তু লৈ তেওঁ কি কৰিব? বাইবেলতো কোৱা হৈছে—Man can not live by bread alone—মানুহে কেৱল ৰুটি খাই জীয়াই থাকিব নোৱাৰে। ইয়াত 'ৰুটি' শব্দটো মানুহৰ সকলো শাৰীৰিক আৰু বৈষয়িক প্রয়োজনৰ প্রতীক। কথাষাৰৰ অৰ্থ এইটোৱেই হয় যে মানুহৰ সকলো শাৰীৰিক আৰু বৈষয়িক প্ৰয়োজন পূৰণ হোৱাৰ পিছতো এনে কিছুমান প্রয়োজন ৰৈ যায়—যিবোৰ পূৰণ নহ'লে মানুহে প্রকৃত শান্তি পাব নোৱাৰে; অথচ যিবোৰ প্রয়োজন ধন-ঐশ্বৰ্যই পূৰণ কৰিব নোৱাৰে। যিটো বস্তুৱে মানুহৰ এই দেহাতীত প্রয়োজন পূৰণ কৰিব পাৰে তাকেই উপনিষদৰ ঋষিয়ে কৈছে 'অমৃত' বুলি। বাইবেলে আকৌ কৈছে—'What is a man profited if he shall gain the whole world and lose his own soul? (Mathew 16:24-21)। মানুহ সসাগৰা পৃথিৱীৰ গৰাকী হ'ল, কিন্তু তেওঁ নিজৰ আত্মাটোকে হেৰুৱালে; তেন্তে মানুহজনৰ লাভ থাকিল কি?

যিসকল লোকে এনেবোৰ জটিল আৰু গভীৰ কথা চিন্তা কৰি মূৰ ঘমোৱাবলৈ ইচ্ছা নকৰে, তেওঁলোকে গ্রীক দাৰ্শনিক ছক্রেটিছৰ এষাৰ কথা সততে মনত ৰাখিলেই জীৱনৰ এটা ডাঙৰ সমস্যাৰ সমাধান কৰিব পাৰিব। এদিন ছক্রেটিছে কেইজনমান বন্ধুক লগত লৈ বজাৰলৈ গৈছিল। বজাৰৰ দোকান-পোহাৰবোৰ বিচিত্র মনোলোভা বস্তুৰে ঠাহ খাই আছে। বস্তুবোৰ এফালৰ পৰা চাই গৈ থাকোঁতে

তেওঁৰ মুখত কৌতুকৰ হাঁহি বিৰিঙিবলৈ ধৰিলে। তেওঁৰ মুখলৈ চাই কৌতূহলৰ বশৱৰ্তী হৈ বন্ধুকেইজনে তেওঁক সুধিলে—'আপুনি কিবা এটা কথাত বৰ ৰস পোৱা যেন পাইছোঁ। মনে মনে আপুনি কি ভাবি আছে?' ছক্রেটিছে উত্তৰত ক'লে—'বজাৰৰ এই বিচিত্র মনোহাৰী বস্তুবোৰ দেখি মাত্র এটা কথাই মোৰ মনলৈ আহিছে ঃ এই গোটেই বস্তুবোৰ নোহোৱাকৈয়ো মোৰ জীৱনটো কিমান সুন্দৰকৈ চলি আছে আৰু ভৱিষ্যতেও থাকিব। বস্তুবোৰে মোক কেৱল এই কথাটোকে মনত পেলাই দিছে যে মই মোৰ জীৱনত এই বস্তুবোৰৰ কোনো প্রয়োজন অনুভৱ নকৰোঁ।'

## চাৰি


ছক্রেটিছ

ওপৰত যিখিনি কথা আলোচনা কৰা হ'ল তাৰ পৰা মোটামুটিভাৱে আমি এই সিদ্ধান্তলৈ আহিব পাৰোঁ যে প্রত্যেক মানুহৰ জীৱনৰ লক্ষ্য হোৱা উচিত এটা নহয়—দুটা। প্রথমটো লক্ষ্য হ'ল নিজৰ সহজাত প্রতিভা আৰু অভিৰুচিৰ লগত সঙ্গতি ৰাখি এখন কৰ্মক্ষেত্ৰ বাছি লৈ তাঁত কৃতকাৰ্য হ'বলৈ চেষ্টা কৰা। দ্বিতীয়টো লক্ষ্য হ'ল নিজৰ সুকুমাৰ হৃদয়-বৃত্তি আৰু নৈতিক চৰিত্ৰৰ উৎকৰ্ষ সাধন কৰি জীৱনত সুখ, শান্তি আৰু আনন্দ পাবলৈ চেষ্টা কৰা। আমাৰ যেনেকৈ খোজ কাঢ়িবলৈ দুখন ভৰি, কাম কৰিবলৈ দুখন হাত, চাবলৈ দুটা চকু আৰু শুনিবলৈ দুখন কাণ আছে, চিন্তা কৰিবলৈ মগজু আৰু অনুভৱ কৰিবলৈ হৃদয় আছে, ঠিক তেনেকৈ জীৱনটো সৰ্বাঙ্গ-সুন্দৰ কৰিবলৈকো আমাৰ দুটা লক্ষ্য থকা উচিত।

সকলো পিতৃ-মাতৃয়েই নিজৰ সন্তানসকল ডাঙৰ হৈ জ্ঞানী, মানী, ধনী আৰু সুখী হোৱাটো বিচাৰে। কিন্তু সন্তানক বাট দেখুৱাবলৈ সকলো পিতৃ-মাতৃৰে যোগ্যতা নাথাকে। মাত্র অলপ আগতে গ্রীক দার্শনিক ছক্রেটিছৰ কথা উল্লেখ কৰা হৈছিল। আকৌ এবাৰ তেওঁৰ নাম স্মৰণ কৰিব লগা হ'ল। এথেন্সৰ ডেকাসকলক ভুল পথেৰে পৰিচালনা কৰাৰ মিছা অভিযোগত তেওঁক মৃত্যুদণ্ড দিয়া হৈছিল। সেই সময়ৰ এথেন্সৰ প্রচলিত নিয়ম অনুযায়ী মৃত্যুদণ্ড কাৰ্যকৰী কৰিবৰ কাৰণে দণ্ডিত ব্যক্তিজনক হেমলক নামৰ কালান্তক বিষ খাবলৈ দিয়া হৈছিল। বিষ পান কৰাৰ আগতে ছক্রেটিছে বিচাৰক-মণ্ডলীৰ আগত নিজৰ শেষ ইচ্ছা ব্যক্ত কৰি কৈছিল—'বন্ধুসকল, আপোনাসকলৰ ওচৰত মোৰ এটা শেষ অনুৰোধ আছে। মোৰ পুত্ৰকেইজনে যদি চৰিত্ৰৰ সাধনাতকৈ ধন-সম্পত্তিক বেছি মূল্য দিয়ে বা নিজে একো নাজানিও বহুত কথা জনা বুলি জহাই ফুৰে, তেন্তে আপোনাসকলে যেন সিহঁতক কঠোৰ শাস্তি দিয়ে।' এনেকুৱা পিতৃ কোটি কোটি মানুহৰ মাজতো এজন ওলাব নে নাই সেই বিষয়ে সন্দেহ আছে।

ছক্রেটিছৰ নিচিনাকৈ মহৎ আদৰ্শৰ দ্বাৰা উদ্বুদ্ধ আন এজন পিতৃ আছিল আব্রাহাম লিংকন। তেওঁ

আছিল আমেৰিকা যুক্তৰাষ্ট্ৰৰ ষষ্ঠদশ ৰাষ্ট্ৰপতি (১৮৬১—৬৫)। তেওঁৰ ব্যক্তিগত আৰু ৰাজনৈতিক জীৱন পৰিচালিত হৈছিল উচ্চ নৈতিক আদৰ্শৰ দ্বাৰা। সেইকাৰণে মহাত্মা গান্ধীয়ে ভাৰতীয়সকলৰ হৃদয়ত যিধৰণৰ শ্ৰদ্ধাৰ আসন পাইছে—তেনেকুৱা শ্ৰদ্ধাৰ আসন আমেৰিকানসকলৰ হৃদয়ত দখল কৰিছে আব্ৰাহাম লিংকনে। মহাত্মা গান্ধীৰ নিচিনাকৈ তেওঁ নিহত হৈছিল আততায়ীৰ হাতত। সেই সময়ত আমেৰিকা যুক্তৰাষ্ট্ৰত দাস-প্ৰথা প্ৰচলিত আছিল। ১৮৬১ খ্ৰীষ্টাব্দত যেতিয়া আব্ৰাহাম লিংকন আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি হ'ল তেতিয়া দাস-প্ৰথাৰ বিলোপ সাধন কৰিবলৈ সেই দেশৰ শাসন সভাত এখন বিধেয়ক উত্থাপন কৰা হ'ল। তাৰ প্ৰতিবাদত দক্ষিণৰ এঘাৰখন ৰাজ্যই যুক্তৰাষ্ট্ৰৰ পৰা ফাটি গৈ এখন সুকীয়া ৰাষ্ট্ৰ গঠন কৰাৰ সংকল্প ঘোষণা কৰিলে। ৰাষ্ট্ৰপতি লিংকনৰ নেতৃত্বত যুক্তৰাষ্ট্ৰীয় চৰকাৰে সেই এঘাৰখন ৰাজ্যৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এইখনেই হ'ল ইতিহাস-বিখ্যাত আমেৰিকান গৃহ-যুদ্ধ। গৃহ-যুদ্ধত যুক্তৰাষ্ট্ৰীয় চৰকাৰে জয়লাভ কৰিলে; আমেৰিকা যুক্তৰাষ্ট্ৰৰ ঐক্য আৰু অখণ্ডতা ৰক্ষা পৰিল। তাতোকৈ ডাঙৰ কথা—দাস-প্ৰথাৰ বিলোপ সাধন কৰাটো সম্ভৱ হ'ল। কিন্তু তাৰ কাৰণে চৰম মূল্য দিব লগা হ'ল আব্ৰাহাম লিংকনে। যুদ্ধ সমাপ্ত হোৱাৰ কেইসপ্তাহমানৰ ভিতৰতে ১৮৬৫ খ্ৰীষ্টাব্দৰ ১৪ এপ্ৰিলৰ দিনা গুপ্তঘাতকে তেওঁক হত্যা কৰিলে। কিন্তু মৰিও অমৰ হোৱা মানুহৰ তালিকাত যোগ হ'ল আব্ৰাহাম লিংকনৰ নাম।

পৃথিৱীৰ সকলো দেশৰ পিতৃ-মাতৃয়ে—লগতে তেওঁলোকৰ ল'ৰা-ছোৱালীয়েও—আব্ৰাহাম লিংকনৰ ঘটনা-বহুল জীৱনৰ আন বহুতো কথা নাজানিলেও এটা কথা বিশেষভাৱে জনা উচিত। সেইটো হৈছে সৰুতে ল'ৰা-ছোৱালীক কেনেকুৱা শিক্ষা দিয়া উচিত সেই সম্পৰ্কে আব্ৰাহাম লিংকনৰ নিজস্ব ধ্যান-ধাৰণা। তেওঁৰ ডাঙৰ ল'ৰাটো যেতিয়া পাঠশালাত ভৰ্তি হ'ল তেতিয়া তেওঁ ল'ৰাটোৰ শিক্ষকজনলৈ এখন চিঠি লিখিছিল। ল'ৰাটোক লেখা-পঢ়া শিকোৱাৰ উপৰি তাক জীৱনৰ কাৰণে প্ৰস্তুত কৰাৰ উদ্দেশ্যে আৰু কি কি কথা শিকোৱা উচিত সেই বিষয়ে উপদেশ দি আব্ৰাহাম লিংকনে শিক্ষকজনলৈ লিখিছিল —

'সকলো মানুহেই যে সত্যবাদী আৰু ন্যায়পৰায়ণ নহয় সেই কথা মোৰ ল'ৰাটোৱে জানিব লাগিব। সেই কথা মই জানো। কিন্তু আপুনি মোৰ ল'ৰাটোক এই কথাও জনাব লাগিব যে এই পৃথিৱীত যিমান দগাবাজ আছে সিমান ভাল মানুহো আছে; যিমান স্বাৰ্থপৰ ৰাজনীতিক আছে—ঠিক সিমানেই আছে মানুহৰ সেৱাত নিজকে উছৰ্গা কৰা নেতা।

'আপুনি তাক এই কথা শিকাব লাগিব যে প্ৰত্যেক মানুহৰ এজন যদি শত্ৰু আছে, ঠিক তেনেকৈ তেওঁৰ এজন বন্ধুও আছে। যদি পাৰে, তেন্তে আপুনি তাক আৰু এটা কথা শিকাব। সেই কথাটো তাৰ মনত দলৈকে সোমোৱাই দিবলৈ কিছু সময় লাগিব, সেই কথা মই জানো। কিন্তু আপুনি চেষ্টা নকৰাকৈ নাথাকিব। আপুনি তাক এই শিক্ষা দিব যে হেৰাই-পোৱা বা বক্‌চিচ্ হিচাপে পোৱা পাঁচটা ডলাৰতকৈ নিজে কষ্ট কৰি আৰ্জন কৰা এটা ডলাৰৰ মূল্য বহুত বেছি।

'আপুনি তাক হেৰুৱাবলৈ আৰু হাৰিবলৈ শিক্ষা দিব; লগতে জয়ৰ আনন্দ উপভোগ কৰিবলৈ শিকাবলৈকো নাপাহৰিব।

'যদি পাৰে, খিয়াল আৰু কূৰ্চুট-কপট আদি কু-প্ৰবৃত্তিবোৰৰ পৰা তাৰ মনটোক মুক্ত কৰিবলৈ আপুনি চেষ্টা কৰিব। মানুহৰ মুখত সন্তোষৰ নীৰৱ হাঁহি বিৰিঙি উঠাৰ ৰহস্য কি, সেই কথা আপুনি তাক শিকাব। যদি পাৰে, আপুনি তাক কিতাপৰ বিস্ময়ৰ আভাস দিবলৈ চেষ্টা কৰিব। কিন্তু সি যাতে মাজে-সময়ে নিৰলে আকাশত উৰিফুৰা চৰাইবোৰৰ, ৰ'দত উমলি ফুৰা মৌমাখিবোৰৰ আৰু সেউজীয়া

পাহাৰত জকমকাই ফুলি থকা ফুলবোৰৰ অনন্ত ৰহস্যৰ ধ্যান কৰিব পাৰে তাৰ কাৰণেও তাক অলপ সময় দিব।

'পঢ়াশালিত তাক এই শিক্ষা দিব যে প্ৰতাৰণা কৰাতকৈ অকৃতকাৰ্য হোৱাটো বেছি সন্মানজনক। সি নিজে যিবোৰ কথা চিন্তা কৰে বা সত্য বুলি ভাবে সেইবোৰক বিশ্বাস কৰিবলৈ তাক শিক্ষা দিব; তাক এই শিক্ষাও দিব যে আন সকলোৱে তাৰ কথা ভুল বুলি ক'লেও সি যেন সহজে বিচলিত নহয়। ভদ্ৰ মানুহৰ লগত ভদ্ৰ হ'বলৈ আৰু অভদ্ৰৰ প্ৰতি কঠোৰ হ'বলৈ তাক শিক্ষা দিব।

'আনৰ প্ৰচাৰত ভোল গৈ জুম বান্ধি চিঞৰ-বাখৰ কৰা মানুহক অনুসৰণ নকৰিবলৈ আপুনি মোৰ ল'ৰাটোক মনোবল দিব লাগিব। সকলো মানুহৰ কথা মনোযোগ দি শুনিবলৈ আপুনি তাক শিক্ষা দিব; কিন্তু লগতে তাক এই শিক্ষাও দিব যাতে সি শুনা কথাবোৰ সত্যৰ চালনিৰে ভালকৈ চালি-জাৰি চাই কেৱল মঙ্গলজনক কথাবোৰহে গ্ৰহণ কৰিব পাৰে।

'যদি পাৰে, বিষাদে তাক গ্ৰাস কৰি ধৰাৰ সময়তো তাক হাঁহিবলৈ শিকাব; তাক এই কথাও শিকাব যে কান্দিবলৈ মানুহে লাজ কৰিব নালাগে।

'নিন্দুকক নিন্দা কৰিবলৈ আৰু ছলাহী কথাত ভোল নাযাবলৈ তাক শিক্ষা দিব। আটাইতকৈ বেছি দাম দিব খোজাজনক তাৰ শৰীৰৰ আৰু মগজৰ শক্তি বিক্ৰী কৰিবলৈ তাক শিক্ষা দিব; কিন্তু লগতে তাক এই শিক্ষাও দিব যাতে সি কেতিয়াও তাৰ হৃদয় আৰু আত্মা বিক্ৰী কৰিবলৈ ৰাজী নহয়।

'উন্মত্ত জনতাৰ নিন্দাবাদক উপেক্ষা কৰি নিজৰ মতত অটল হৈ থাকিবলৈ আৰু অন্যায়ৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আপুনি তাক শিক্ষা দিব। তাক আপুনি মৰম কৰিব; কিন্তু সেই বুলি তাক প্ৰশ্ৰয় নিদিব। এই কথা মনত ৰাখিব যে জুইত লোহা ভালকৈ গলোৱাৰ পিছতহে সি তীখাত পৰিণত হয়। আপুনি তাক এই শিক্ষা দিব যে ধৈৰ্য নেহেৰুৱাবলৈ সাহস লাগে আৰু সাহসী হ'বলৈ ধৈৰ্য লাগে। নিজকে পৰিপূৰ্ণভাৱে বিশ্বাস কৰিবলৈ আপুনি তাক শিক্ষা দিব, কাৰণ কেৱল তেতিয়াহে সি মানৱজাতিকো পৰিপূৰ্ণভাৱে বিশ্বাস কৰিব পাৰিব।

'আপোনাক মই এটা বিৰাট দায়িত্ব দিলো। কিমানখিনি কৰিবলৈ আপোনাৰ শক্তিয়ে কুলায় সেই কথা আপুনিহে জানিব। আপুনি চেষ্টা কৰিব ... ... সিযে ইমান ভাল এটা অকণমানি ল'ৰা, মোৰ পুত্ৰটি!'

## পাঁচ

মানুহৰ জীৱনৰ লক্ষ্য যিয়েই নহওক কিয়, সেই লক্ষ্যত উপনীত হ'বলৈ মানুহজন কিছুমান বিশেষ মানসিক গুণৰ অধিকাৰী হ'ব লগা হয়। জুলিয়া ওৱেজউদ নামৰ এগৰাকী বিদুষী মহিলাৰ মতে মানুহৰ আটাইবোৰ মানসিক গুণৰ ভিতৰত আটাইতকৈ বিৰল মূল্যবান গুণটো হ'ল ধৈৰ্য। মানুহক চৰিত্ৰ-গঠনৰ শিক্ষা দিবলৈ কেবাখনো মূল্যবান কিতাপ লিখা ছেমুৱেল স্মাইলছ নামৰ (১৮১২—১৯০৪) বিশ্ববিখ্যাত ইংৰাজ লেখকজনে তেওঁৰ এখন কিতাপত জুলিয়া ওৱেজউদৰ উক্তি উদ্ধৃত কৰি তাকে বহলাই ব্যাখ্যা কৰি কৈছে—'বহুত মানুহে মানসিক গুণাৱলী লৈ জন্মগ্ৰহণ কৰে। কিন্তু সেইবোৰ কামত খটুৱাই জীৱনৰ উৎকৰ্ষ সাধন কৰিবলৈ ধৈৰ্যশীল পৰিশ্ৰমৰ প্ৰয়োজন। বেকন, নিউটন, ওৱাট, স্কট, বাইৰণ, থেকাৰে—এওঁলোক সকলোৱেই নিজৰ জীৱনত একোজন সাধাৰণ মেকানিকৰ নিচিনাকৈ পৰিশ্ৰম কৰিছিল। সঁচা

কথা ক'বলৈ গ'লে অশেষ ধৈৰ্য আৰু কঠোৰ পৰিশ্ৰম অবিহনে কোনো মানুহৰ পক্ষে সাহিত্য, বিজ্ঞান, ৰাজনীতি বা আন যিকোনো কৰ্মক্ষেত্ৰতে উচ্চস্থানলৈ আৰোহণ কৰা সম্ভৱ নহয়। বুফন নামৰ এজন চিন্তাশীল লেখকে কৈছিল যে মহৎ মানুহৰ প্ৰতিভা বুলিলে আমি সাধাৰণতে যিটো কথা বুজোঁ সি আচলতে সৰ্বসাধাৰণ মানুহতকৈ অধিক ধৈৰ্যৰ বাহিৰে আন একো নহয়। অৰ্থাৎ প্ৰতিভাশালী কৃতী মানুহৰ ধৈৰ্য-শক্তি সাধাৰণ মানুহতকৈ বেছি। একোৱেই তেওঁলোকক বিৰক্ত বা ক্লান্ত নকৰে; প্ৰত্যেক মুহূৰ্তকে তেওঁলোকে কিবা নহয় কিবা এটা কামত লগায়।'

কেৱল নিজৰ চেষ্টা আৰু পৰিশ্ৰমৰ বলেৰে ডাঙৰ মানুহ হোৱা বেঞ্জামিন ফ্ৰেংকলিনেও কৈছিল যে ধৈৰ্য-গুণ থকা মানুহে জীৱনত যি হ'ব বিচাৰে তাকেই হ'ব পাৰে।

যিহেতু উপদেশতকৈ আৰ্হি বেছি ভাল, সেই কাৰণে অশেষ ধৈৰ্যৰ সহায়েৰে জীৱনত কৃতকাৰ্যতা অৰ্জন কৰা কেইজনমান মানুহৰ জীৱনৰ কেইটামান সঁচা কাহিনী তোমালোকক কৈ শুনাব খোজোঁ।

সংস্কৃত ভাষাৰ বহুতো ব্যাকৰণৰ ভিতৰত যিখন আটাইতকৈ বিখ্যাত আৰু শ্ৰেষ্ঠ সেইখন ৰচনা কৰিছিল পাণিনি নামৰ এজন মহাপণ্ডিতে। যীশুখৃষ্টৰ জন্মৰ চাৰিশ বা পাঁচশ বছৰৰ আগতে তেওঁৰ জন্ম হৈছিল বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। মানুহৰ প্ৰতিভাই যিবোৰ অতি কঠিন আৰু উত্তম কাম সমাধা কৰিছে, সেইবোৰৰ তালিকাত পাণিনিৰ ব্যাকৰণে অৱশ্যেই ঠাই পাব লাগিব বুলি কেবাজনো ইউৰোপীয় মনীষীয়ে মত-প্ৰকাশ কৰিছে। পাণিনিৰ ব্যাকৰণৰ ব্যাখ্যা কৰি পৰৱৰ্তী কালত কেবাজনো পণ্ডিতে সংস্কৃত ব্যাকৰণ ৰচনা কৰিছে। তেওঁলোকৰ ভিতৰত বিশেষ প্ৰসিদ্ধি লাভ কৰা এজন বৈয়াকৰণ হ'ল বোপদেব। তেওঁ ৰচনা কৰা বিখ্যাত ব্যাকৰণখনৰ নাম 'মুগ্ধবোধ'।

কিন্তু পিছলৈ মহাপণ্ডিত ৰূপে পূজিত হোৱা বোপদেৱ ছাত্ৰ অৱস্থাত ইমান নিৰ্বোধ আছিল যে তেওঁ প্ৰতিদিনেই শিক্ষকসকলৰ পৰা শুনিব লগা হৈছিল কেৱল তিৰস্কাৰ। শিক্ষক আৰু সহপাঠী সকলোৰে চৰম অৱজ্ঞাৰ পাত্ৰ হৈছিল বোপদেৱ। কিন্তু তিৰস্কাৰ শুনি শুনি তেওঁ এনেভাৱে অভ্যস্ত হৈ পৰিছিল যে এটা সময়ত তেওঁ সকলো অপমান নিৰ্বিকাৰভাৱে সহ্য কৰিব পৰা হৈছিল।

কিন্তু এদিন শিক্ষক আৰু ছাত্ৰ কোনেও কাকো সহ্য কৰিব নোৱৰা এটা পৰিস্থিতিৰ সৃষ্টি হ'ল। সেইদিনা বোপদেৱৰ মূৰ্খতাই তেওঁৰ এজন শিক্ষকক খঙত প্ৰায় বলিয়াৰ নিচিনা কৰি তুলিলে। তেওঁ বোপদেৱক উদ্দেশ্য কৰি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে—'এই পৃথিৱীত যিমানবোৰ মূৰ্খ আছে সেই গোটেইবোৰৰ ভিতৰত আটাইতকৈ ডাঙৰ মূৰ্খ তই। তই এই জীৱনততো একো শিকিব নোৱাৰিবিয়েই, অহা সাতটা জন্মতো তোৰ পক্ষে একো শিকা সম্ভৱ নহ'ব। তই পঢ়াশালিলৈ আহি কেৱল আমাৰ সময় নষ্ট কৰিছ।'

শিক্ষকৰ কথা শুনি বোপদেৱে নিজৰ কলিজাৰ মাজেদি এডাল শেল সৰকি যোৱা যেন অনুভৱ কৰিলে। জীৱনত প্ৰথমবাৰৰ কাৰণে তেওঁ সকলো আশা আৰু নিজৰ ওপৰত বিশ্বাস হেৰুৱাই পেলালে। তেওঁৰ মনৰ পৰা জীয়াই থকাৰ ইচ্ছা নোহোৱা হৈ গ'ল। পঢ়াশালি ছুটী হোৱাৰ পিছত তেওঁ ঘৰলৈ নগৈ আত্মহত্যা কৰাৰ উদ্দেশ্যে গাঁৱৰ ৰাজহুৱা পুখুৰীটোৰ পাৰলৈ গ'ল।

পুখুৰীৰ পাৰত থিয় হৈ তেওঁ অলপ সময় থমকি ৰওঁতেই পানী-যুঁৱলিত থকা এচটা ডাঙৰ শিলৰ ওপৰত তেওঁৰ চকু পৰিল। গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে কাপোৰ ধুবৰ সময়ত শিলচটা কাপোৰ আছাৰিবলৈ ব্যৱহাৰ কৰে। সদায় দেখি থকা বস্তুটোকে বোপদেৱে সেইদিনা নতুন চকুৰে চাবলৈ ধৰিলে। কাপোৰ আছাৰোঁতে আছাৰোঁতে প্ৰকাণ্ড শিলচটা মিহি আৰু চেপেটা হৈ পৰিছে। হঠাৎ দিব্য-জ্ঞান লাভ কৰা

মানুহৰ দৰে বোপদেৱে মনে মনে ভাবিবলৈ ধৰিলে—'শিলৰ নিচিনা কঠিন বস্তু এটাকো কাপোৰৰ নিচিনা এটা কোমল বস্তুৱে এনেদৰে ক্ষয় কৰি কৰি মিহি আৰু চেপেটা কৰিব পাৰিছে। এইটো কেনেকৈ সম্ভৱ হ'ল? দিনৰ পিছত দিন, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ ধৰি কাপোৰৰ ঘঁহনি লগাৰ ফলতহে শিলো ক্ষয় গৈ মিহি হ'ল। ময়ো যদি এনেকৈ নিজৰ মনটোক চোকা কৰিবলৈ ধৈৰ্য নেহেৰুৱাই চেষ্টা কৰি থাকোঁ, তেন্তে এদিন নহয় এদিন মই নিশ্চয় কৃতকাৰ্য হ'ম।'

আত্মহত্যা নকৰি মনত নতুন সংকল্প লৈ বোপদেৱ ঘৰলৈ ঘূৰি আহিল। পিছদিনাৰ পৰা তেওঁ আৰম্ভ কৰিলে জীৱনৰ নতুন সাধনা। কেৱল জ্ঞানৰ সাধনা নহয়, জ্ঞানৰ লগতে ধৈৰ্যৰ সাধনা। যিটো বস্তুৱে মহামূৰ্খ বোপদেৱক এদিন মহাপণ্ডিত কৰিলে, সেইটো আছিল অশেষ ধৈৰ্য সহকাৰে কৰা কঠোৰ পৰিশ্ৰম।

যিকোনো ডাঙৰ কাম কৰিবলৈ প্ৰতিভা আৰু পৰিশ্ৰম-ক্ষমতাতো লাগেই; কিন্তু আটাইতকৈ বেছিকৈ লাগে ধৈৰ্য। উদাহৰণ স্বৰূপে, ডঃ টমাছ কুপাৰৰ কথাকে ধৰা যাওক। এখন বৃহৎ আকাৰৰ ইংৰাজী অভিধান তেওঁ অকলে প্ৰণয়ন কৰি আছিল। অভিধানৰ কামত বেছিকৈ সময় আৰু মনোযোগ দিব লগা হোৱাৰ ফলত স্বাভাৱিকতেই তেওঁ সংসাৰৰ দায়িত্ব অলপ অৱহেলা কৰিবলৈ বাধ্য হৈছিল। তাৰ কাৰণে তেওঁৰ পত্নী মনে মনে ক্ষুব্ধ হৈ পৰিছিল। সি যি কি নহওক, আঠবছৰ কঠোৰ পৰিশ্ৰম কৰি ডঃ কুপাৰে অৱশেষত অভিধানখন লিখি শেষ কৰিলে। এদিন তেওঁ বিশেষ সকামত বাহিৰলৈ ওলাই গৈছিল। ঘৰলৈ ঘূৰি আহি তেওঁ দেখিলে—মুখত এটা অস্বাভাৱিক আনন্দৰ হাঁহি ফুটাই তেওঁৰ পত্নী বহি আছে তেওঁ লেখা-পঢ়া কৰা কোঠাটোত। কিবা এটা অঘটনৰ আশংকাত ডঃ কুপাৰৰ বুকুখন চিৰিং কৰিবলৈ ধৰিলে। কোঠাটোৰ যিখিনি ঠাইত তেওঁ অভিধানৰ পৰ্বতাকাৰ পাণ্ডুলিপিটো থৈছিল সেই ঠাইখিনিলৈ তেওঁৰ চকু গ'ল। অভিধানখন তাত নাই!

'মোৰ কাগজবোৰ কি হ'ল?'—তেওঁ ঘৈণীয়েকক সুধিলে।

'মই সেইবোৰ পুৰি পেলালো।'

মানুহজনৰ আঠবছৰৰ পৰিশ্ৰম এতিয়া তেওঁৰ সমুখত পৰি আছে এমুঠি ছাই হৈ। এই দৃশ্য দেখি খঙত বা যন্ত্ৰণাত ডঃ কুপাৰ পাগল হৈ যোৱা উচিত আছিল। যিকোনো সাধাৰণ মানুহৰ ক্ষেত্ৰত সেইটোৱেই হ'লহেঁতেন একমাত্ৰ স্বাভাৱিক প্ৰতিক্ৰিয়া। কিন্তু ডঃ কুপাৰ এজন সাধাৰণ মানুহ নাছিল। সেয়ে হোৱা হ'লে আজি আমি তেওঁক স্মৰণ নকৰিলোহেঁতেন। কিছুসময় ছাইৰ দ'মটোলৈ চাই থাকি অৱশেষত তেওঁ শান্তভাৱে ক'লে—'তোমাক খং কৰাৰ পৰিৱৰ্তে মই তোমাক ধন্যবাদ দিছোঁ, কাৰণ তুমি মোৰ জীৱনৰ আয়ুস আঠবছৰ বঢ়াই দিলা। অভিধানখন মই আকৌ লিখিবলৈ আৰম্ভ কৰিম, আৰু এইটোও ঠিক যে সেইখন শেষ নকৰালৈকে মই কেতিয়াও নমৰোঁ।'

ঠিক একে ঘটনা ঘটিছিল উনৈশ শতিকাৰ ইংৰাজ চিন্তানায়ক টমাছ কাৰ্লাইলৰ জীৱনত। তেওঁ ফৰাচী বিপ্লৱৰ এখন সু-বৃহৎ ইতিহাস লিখিছিল। প্ৰায় এহাজাৰ পৃষ্ঠাৰ পাণ্ডুলিপিখন কাৰ্লাইলে তেওঁৰ বন্ধু জন ষ্টুৱাৰ্ট মিলক পঢ়িবলৈ দিছিল। এদিন মিল ঘৰত নথকা অৱস্থাত তেওঁৰ এগৰাকী লিগিৰীয়ে ফৰাচী বিপ্লৱৰ ইতিহাসৰ পাণ্ডুলিপিখনক পেলনীয়া কাকতৰ দ'ম বুলি ভাবি সাৰি-পুছি বাহিৰলৈ নি পুৰি পেলালে। সেই হৃদয়-বিদাৰক খবৰটো পায়ো কিন্তু কাৰ্লাইল হতাশাত ভাগি নপৰিল—যেনেকৈ ভাগি পৰা নাছিল ডঃ কুপাৰ। তেওঁ আকৌ কিতাপখন লিখিবলৈ বহিল, আৰু এদিন সেইখন লিখি শেষ কৰি উলিয়ালে।

এনেকুৱা উদাহৰণ দি দি শেষ কৰিব নোৱাৰি। পৃথিৱীত যি মানুহেই কিবা এটা কঠিন বা মহৎ কৰ্ম সম্পাদন কৰিছে তেওঁৰ জীৱন-কাহিনী পঢ়ি চালে আমি জানিব পাৰিম যে প্ৰধানকৈ ধৈৰ্যৰ জোৰতহে তেওঁৰ পক্ষে তেনে কাম কৰা সম্ভৱ হৈছে। কিন্তু যিকোনো ক্ষেত্ৰতে কৃতকাৰ্য হ'বলৈ কেৱল ধৈৰ্য হ'লেই নহ'ব; তাৰ লগত যোগ হ'ব লাগিব অধ্যৱসায়, অৰ্থাৎ নেৰানেপেৰা চেষ্টা। আচলতে ধৈৰ্য আৰু অধ্যৱসায় একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি। ঘঁহি থাকিলেহে শিল ক্ষয় যায়। কিন্তু মাত্ৰ এবাৰ বা দুবাৰ ঘঁহিলেই সি ক্ষয় নাযায়। বহুত দিন ধৰি নিয়মিতভাৱে ঘঁহি থাকিলেহে সি ক্ৰমে ক্ৰমে ক্ষয় হৈ গৈ থাকে। যিকোনো কঠিন কামৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। কামটো কৰিবলৈ আৰম্ভ কৰিয়েই কঠিন বুলি ভাবি কৰিবলৈ এৰি দিলে মানুহে সেই কামৰ সুফল ভোগ কৰিবলৈ কেতিয়াও আশা কৰিব নোৱাৰে। কিন্তু ঘঁহি থাকিলে শিলো ক্ষয় হোৱাৰ দৰে নেৰানেপেৰাকৈ চেষ্টা কৰি থাকিলে অতি কঠিন কামটোও লাহে লাহে সহজ হৈ আহে। কামটো কৰি থাকোঁতে অনেকবাৰ ব্যৰ্থতাৰ সন্মুখীন হ'ব লগা হ'ব পাৰে; তেনেবোৰ মুহূৰ্তত হতাশাই মানুহক গ্ৰাস কৰি ধৰাটো একো অস্বাভাৱিক নহয়। কিন্তু মানুহে হতাশাক জয় কৰিব পাৰে একমাত্ৰ ধৈৰ্যৰ বলেৰে। বিজুলী-চাকিৰ বাল্ব্ উদ্ভাৱন কৰোঁতা টমাছ আলভা এডিছনৰ এহাজাৰ দুশটা চেষ্টা ব্যৰ্থ হৈছিল; অৰ্থাৎ বাল্বটো নিৰ্মাণ কৰাৰ কামত সম্পূৰ্ণ কৃতকাৰ্য হোৱাৰ আগতে সেই কামত তেওঁ এহাজাৰ দুশবাৰ অকৃতকাৰ্য হৈছিল। সহস্ৰাধিকবাৰ ব্যৰ্থ হৈয়ো সেই একেটা কামতে লাগি থাকিবলৈ কিমান ধৈৰ্যৰ প্ৰয়োজন হ'ব সেই কথা কল্পনা কৰি চোৱাচোন। এডিছনৰ বিষয়ে কোৱা হয় যে তেওঁ পৃথিৱীখন পোহৰ কৰি থৈ গ'ল। কিন্তু দহবাৰ, এশবাৰ, বা পাঁচশবাৰ অকৃতকাৰ্য হোৱাৰ পিছত তেওঁ যদি বিজুলী-চাকিৰ বাল্ব্ উদ্ভাৱন কৰাৰ চেষ্টা পৰিত্যাগ কৰিলেহেঁতেন, তেন্তে পৃথিৱীখন আজিও আন্ধাৰ হৈয়েই নাথাকিলহেঁতেননে?

টমাছ আলভা এডিছনে কেৱল পৃথিৱীখনকে পোহৰ কৰি থৈ যোৱা নাই; লগতে তেওঁ সকলো মানুহলৈকে এই বহুমূলীয়া শিক্ষাও এৰি থৈ গৈছে যে অসীম ধৈৰ্যই হ'ল কৃতকাৰ্যতাৰ গোপন ৰহস্য।

কৃতকাৰ্যতাৰ গোপন ৰহস্য অৱশ্যে কেৱল এটা নহয়—যেনেকৈ এখন সুস্বাদু ব্যঞ্জনৰ উপকৰণ মাত্ৰ এটা বা দুটা হ'ব নোৱাৰে। মানুহে যি কাম কৰে সেই কামটোক ভাল পাবলৈ শিকিব লাগিব। কৰিবলৈ ভাল নলগা এটা কাম নিজৰ ইচ্ছাৰ বিৰুদ্ধে কৰি থাকিব লগা হ'লে সি জীয়াই থকাৰ আনন্দ বহুখিনি হৰণ কৰে। যিকোনো কাম—তেহেলৈ লাগে সি যিমানেই বিৰক্তিদায়ক নহওক কিয়—ভাল পোৱাৰ প্ৰধান উপায় হ'ল কামটোৰ প্ৰতিদানত পাব পৰা সুন্দৰ পুৰস্কাৰটোৰ কথা সকলো সময়তে মনত ৰখা বা কল্পনা কৰি থকা। উদাহৰণ স্বৰূপে, প্ৰতিদিনে এটা নিৰ্দিষ্ট সময়ত শাৰীৰিক ব্যায়াম কৰাটো অতি বিৰক্তিদায়ক কাম। এই বিৰক্তিৰ ভয়তে বেছিভাগ মানুহে ব্যায়াম নকৰে। কিন্তু বিৰক্তিক জয় কৰি যিসকল লোকে নিয়মিতভাৱে ব্যায়াম কৰে তেওঁলোক সু-স্বাস্থ্যৰ অধিকাৰী হয়। মানুহৰ সুখ আৰু আনন্দৰ প্ৰধান উৎসবোৰৰ ভিতৰত এটা হ'ল সু-স্বাস্থ্য। সেই কাৰণে নিয়মিতভাৱে ব্যায়াম কৰিবলৈ বিৰক্তি অনুভৱ কৰা মানুহে যদি সততে নিজকে এই কথা কৈ থাকে যে ব্যায়াম কৰি থকাৰ ফলত মই এদিন এটা সুন্দৰ আৰু শক্তিমান শৰীৰৰ অধিকাৰী হ'ম, তেন্তে বিৰক্তি জয় কৰাটো তেওঁৰ পক্ষে নিচেই সহজ হৈ পৰিব।

গিয়াৰ্ডিনি নামৰ এজন বিখ্যাত ভায়োলিন-বাদক আছিল। তেওঁৰ শিষ্য হ'বলৈ মন কৰি এদিন এজন ডেকা মানুহে তেওঁৰ ওচৰলৈ গৈ সুধিলে—'মহাশয়, ভায়োলিন শিকিবলৈ কিমান দিন লাগিব?' গিয়াৰ্ডিনিয়ে উত্তৰ দিলে—'দিনে বাৰঘণ্টাকৈ অভ্যাস কৰিলে কুৰি বছৰত তুমি ভায়োলিনখন বজাব

পৰা হ'বা।' মানুহৰ জীৱনৰ লক্ষ্য যিমানেই ডাঙৰ হয়, সিমানেই কঠোৰ আৰু দীঘলীয়া হয় তেওঁৰ পৰিশ্ৰম। ঘাঁহ যিমান সোনকালে বাঢ়ে সিমান সোনকালে মৰে। এজোপা বৰ গছ বা আঁহত গছৰ চৰম বৃদ্ধি হ'বলৈ বহুবছৰ লাগে; কিন্তু সি জীয়াইয়ো থাকে বহুবছৰ। মানুহে সততে এই কথা মনত ৰাখিব লাগে যে কিবা নহয় কিবা এটা দাম নিদিয়াকৈ তেওঁ এই পৃথিৱীত একো বস্তু পাবলৈ আশা কৰিব নোৱাৰে। জীৱনৰ যিকোনো কৰ্মক্ষেত্ৰতে কৃতকাৰ্যতাৰ কাৰণে দিব লগা দামটো হ'ল কঠোৰ পৰিশ্ৰম আৰু অধ্যৱসায়। বেছি কৃতকাৰ্যতাৰ কাৰণে বেছি দাম, কম কৃতকাৰ্যতাৰ কাৰণে কম দাম। সেই কথাটোকে এনেকৈয়ো ক'ব পাৰি যে তুমি পুঠিমাছ খাব খুজিলে পুঠিমাছৰ দাম দিলেই হ'ব; কিন্তু ৰৌমাছ খাব খুজিলে দিব লাগিব ৰৌমাছৰ দাম। তুমি যদি কোনোমতে পেটে-ভাতে খাই জীৱনটো শেষ কৰি দিব খোজা, তেন্তে মাত্ৰ অলপ সময় কাম কৰি দিনটোৰ বাকী সময়খিনি শুই-বহি বা ৰং-তামাছা কৰি কটাই দিলেও তোমাক কোনেও হকা-বধা কৰাৰ দৰকাৰ নহ'ব। কিন্তু যদিহে তুমি শাৰীৰিক আৰু মানসিক ভোগৰ বহুতো উপকৰণ আহৰণ কৰি জীয়াই থকাৰ আনন্দ পৰিপূৰ্ণভাৱে উপভোগ কৰিব খোজা, তেন্তে তুমি তাৰ কাৰণে যথেষ্ট দাম দিব লাগিব কঠোৰ পৰিশ্ৰমৰ ৰূপত।

জীৱনৰ কিবা এটা লক্ষ্য ঠিক কৰি লৈ তাত উপনীত হ'ব খোজা মানুহে প্ৰথমে যিবোৰ গুণ আয়ত্ত কৰি ল'ব লাগিব, সেইবোৰৰ ভিতৰত তিনিটা প্ৰধান গুণ হ'ল ধৈৰ্য, অধ্যৱসায় আৰু পৰিশ্ৰম-শক্তি। কিন্তু এইবোৰৰ লগত আৰু এটা গুণ যোগ হোৱা দৰকাৰ। সেইটো হ'ল একাগ্ৰতা। পাণ্ডৱ আৰু কৌৰৱক অস্ত্ৰ-শিক্ষা দিছিল দ্ৰোণাচাৰ্যই। শিক্ষা সমাপ্ত হোৱাৰ পিছত গুৰুৱে শিষ্যসকলৰ পৰীক্ষা ল'বলৈ এটা দিন ঠিক কৰিলে। তেওঁ কৌৰৱ আৰু পাণ্ডৱসকলক এখন গহন অৰণ্যৰ মাজলৈ লৈ গ'ল। এজোপা ডাঙৰ গছৰ তলত থিয় হৈ তেওঁ পৰীক্ষাৰ্থীসকলক এজন এজনকৈ মাতি ক'লে—'গছজোপাৰ কোনোবা এটা ডালত এটা চৰাই বহি আছে। তুমি ধনুকাঁড় মাৰি চৰাইটোৰ চকুদুটা বিন্ধিব লাগিব। এতিয়া তুমি গছজোপাৰ ওপৰলৈ মূৰ তুলি চোৱা আৰু কি দেখিছা মোক কোৱা।' বেছিভাগেই ক'লে যে তেওঁলোকে গা-গছজোপা, গছজোপা মেৰিয়াই থকা লতাবোৰ আৰু ডাল-পাতবোৰ দেখিছে; তাৰ মাজতে কোনো কোনোৱে চৰাইটোও দেখিছে। দ্ৰোণাচাৰ্যই ঘোষণা কৰিলে যে তেওঁলোক আটায়েই পৰীক্ষাত অনুত্তীৰ্ণ হৈছে। এনেতে পৰীক্ষাৰ সন্মুখীন হ'বলৈ কৰ্ণ আহিল। তেওঁ ওপৰলৈ চাই দ্ৰোণাচাৰ্যক ক'লে যে তেওঁ গছজোপাৰ বহু ওপৰৰ এটা ডালত বহি থকা এটা চৰাই দেখিছে। কিন্তু কৰ্ণৰ উত্তৰতো দ্ৰোণাচাৰ্য সম্পূৰ্ণ সন্তুষ্ট নহ'ল। একেবাৰে শেষত আহিল দ্ৰোণাচাৰ্যৰ প্ৰিয়তম শিষ্য অৰ্জুন। তেওঁ ওপৰলৈ কিছুসময় চাই থাকি ক'লে—'মই বহুত ওপৰত এটা চৰাইৰ দুটা চকু দেখিছোঁ। তাৰ বাহিৰে মই আন একো দেখা নাই।'

দ্ৰোণাচাৰ্যই অৰ্জুনক সৰ্বশ্ৰেষ্ঠ ধনুৰ্ধৰ বুলি ঘোষণা কৰিলে।

ইয়াকেই বোলে একাগ্ৰতা, অৰ্থাৎ এটা মাত্ৰ লক্ষ্যত সমস্ত মনোযোগ কেন্দ্ৰীভূত কৰা কাৰ্য। চাৰিটা ঘোঁৰাই যদি এখন ৰথ মাত্ৰ এফালে টানে, তেন্তে ৰথখন সেই দিশত দ্ৰুতগতিৰে ধাৱিত হ'ব। কিন্তু ৰথখন যদি চাৰিটা ঘোঁৰাই চাৰিফালে টানে, তেন্তে ৰথখন কোনোফালেতো আগবাঢ়িব নোৱাৰিবই, বৰং চাৰিওফালৰ টনা-আঁজোৰাত সি ভাগি-ছিগি টুকুৰা-টুকুৰ হ'ব। জীৱনৰ লক্ষ্য সম্পৰ্কেও সেই একেটা কথাকে ক'ব পাৰি। মানুহে যদি যিকোনো এটা লক্ষ্যক জীৱনৰ প্ৰধান লক্ষ্য হিচাপে ঠিক কৰি লৈ কেৱল সেই লক্ষ্য অভিমুখে আগবাঢ়িবলৈ চেষ্টা কৰি থাকে, তেন্তে এদিন নহয় এদিন তেওঁ সেই লক্ষ্যত উপনীত হ'ব পৰাৰ আশা থাকে। কিন্তু তাকে নকৰি তেওঁ যদি একেসময়তে কেবাটাও লক্ষ্য অভিমুখে

আগবাঢ়িবলৈ চেষ্টা কৰে, বা মানসিক অস্থিৰতাৰ বশৱৰ্তী হৈ ঘনে ঘনে লক্ষ্য সলনি কৰে, এটাক এৰি আনটোক ধৰে, তেন্তে তেওঁ কোনোফালেদিতো আগবাঢ়িব নোৱাৰিবই, বৰং তেওঁৰ শক্তি-সামৰ্থ্যৰ অবাবতে অপচয় হ'ব, আৰু চাৰিটা ঘোঁৰাই চাৰিফালে টনা এখন ৰথৰ দৰে তেওঁৰ জীৱনটোও পৰিণত হ'ব ধ্বংসস্তূপত।

এজন মানুহে যেনিবা জীৱনৰ এটা লক্ষ্য ঠিক কৰি ল'লে, আৰু বহুতো সজ গুণ আয়ত্ত কৰি লৈ সেই লক্ষ্য অভিমুখে আগবাঢ়িবলৈ ধৰিলে। তথাপিযে তেওঁ লক্ষ্যত উপনীত হ'ব পাৰিবই, বা কৃতকাৰ্য হ'বই, তাৰ কোনো নিশ্চয়তা নাই। ৰোগ, আকস্মিক দুৰ্ঘটনা, পানীৰ তলৰ কাঁইটৰ নিচিনা নানা অদৃশ্য বিপদ-বিঘিনি—এইবোৰে জীৱনৰ বাটত পদে পদে মানুহৰ চৰিত্ৰ-শক্তিৰ পৰীক্ষা কৰে। এই সকলোবোৰ অতিক্ৰম কৰি বাঞ্ছিত লক্ষ্যত উপনীত হ'বলৈ হ'লে মানুহে আয়ত্ত কৰিব লাগিব অপৰাজেয় মনোবল। সেইটো কেনেকৈ কৰিব পাৰি তাৰ এটা সৰু উদাহৰণ দিওঁ।

ভাৰতত ব্ৰিটিছ শাসন প্ৰৱৰ্তন হোৱাৰ পিছত যিসকল মহানুভৱ ইংৰাজ মনীষীয়ে এই দেশত আধুনিক জ্ঞান-চৰ্চা আৰু শিক্ষা-বিস্তাৰৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লৈছিল তেওঁলোকৰ ভিতৰত এজন আছিল উইলিয়াম কেৰী। তেওঁ মূলতে আছিল এজন ধৰ্ম-প্ৰচাৰক, আৰু ভাৰতত খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰাৰ উদ্দেশ্যেই তেওঁ এই দেশলৈ আহিছিল। কিন্তু তেওঁ তেওঁৰ কৰ্মক্ষেত্ৰ কেবল ধৰ্ম-প্ৰচাৰৰ মাজতেই সীমাবদ্ধ কৰি ৰখা নাছিল। ভাষাতত্ত্ব আৰু উদ্ভিদ-বিদ্যাত অসামান্য পাণ্ডিত্য অৰ্জন কৰা উইলিয়াম কেৰীয়ে বিভিন্ন ভাৰতীয় ভাষালৈ বাইবেল অনুবাদ কৰা আৰু কৰোৱাৰ দায়িত্ব লোৱাৰ উপৰি ভাৰতীয় ভাষাবোৰৰ ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰিছিল। এজন বিদেশী ইংৰাজ হৈয়ো তেওঁ আছিল ফোৰ্ট উইলিয়াম কলেজৰ বাংলা, মাৰাঠী আৰু সংস্কৃত ভাষাৰ অধ্যাপক। এইবোৰৰ উপৰিও তেওঁ ভাৰতৰ কৃষি আৰু উদ্ভিদৰ বিষয়েও কেবাখনো গৱেষণামূলক কিতাপ লিখি থৈ গৈছে।

উইলিয়াম কেৰীৰ কৰ্মক্ষেত্ৰ ইমান বহল আছিল যে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীতো তেওঁৰ নাম উল্লেখ কৰিব লগা হৈছে। ডঃ মহেশ্বৰ নেওগে 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত লিখিছে—''ই ডেনিয়েল পট্ছে তেওঁৰ 'ব্ৰিটিছ বেপ্টিষ্ট মিছনেৰিজ ইন ইণ্ডিয়া' নামৰ গ্ৰন্থত উল্লেখ কৰিছে যে ১৮০৩ চনত জগন্নাথত তীৰ্থ কৰিবলৈ গৈ ঘূৰি অহা ব্ৰাহ্মণ পণ্ডিত এজনক ডঃ কেৰীয়ে লগ পোৱাৰ পিছত তেওঁ শ্ৰীৰামপুৰতে থাকিবলৈ লয়।'' এই ব্ৰাহ্মণ পণ্ডিতজনেই কলিয়াবৰৰ আত্মাৰাম শৰ্মা হোৱাৰ সম্ভাৱনা। গুণাভিৰাম বৰুৱাই লিখিছে—'মানৰ দিনৰ পূৰ্বেই কলিয়াবৰৰ আত্মাৰাম নামে এজন অসমীয়া ব্ৰাহ্মণ গৈ শ্ৰীৰামপুৰত বাস কৰি আছে। তেওঁ তাতে বিয়া কৰাইছে, সতি-সন্ততি হৈছে। তেওঁ ছপাখানাৰ পণ্ডিত আছিল। তেওঁৰ সাহায্যতে ডাক্তৰ কেৰী পাদ্ৰি চাহাবে প্ৰথমে অসমীয়াত খ্ৰীষ্টিয়ানৰ বাইবেল গ্ৰন্থ ছপায়।'

উইলিয়াম কেৰী আছিল এজন দৰিদ্ৰ মুচীৰ ল'ৰা। কঠোৰ সাধনা আৰু পৰিশ্ৰম কৰি তেওঁ সেই সাধাৰণ অৱস্থাৰ পৰা বহুত ওপৰলৈ উঠিছিল। তেওঁযে ওপৰলৈ উঠিবই তাৰ প্ৰমাণ পোৱা গৈছিল তেওঁৰ বাল্যকালতে। এদিন তেওঁ এজোপা ডাঙৰ গছ বগাই ওপৰলৈ উঠিবলৈ চেষ্টা কৰিছিল। গছজোপাৰ আধামান উঠোঁতেই ভৰি পিছলি তেওঁ মাটিলৈ পৰি গ'ল আৰু তেওঁৰ ভৰি এখন ভাগিল। কেবাসপ্তাহ তেওঁ বিছনাত পৰি থাকিব লগা হ'ল। কিন্তু যেতিয়া ভগা ভৰি জোৰা লাগিল আৰু তেওঁ শৰীৰৰ শক্তি ঘূৰাই পালে, তেতিয়া বিছনাৰ পৰা উঠিয়েই কেৰীয়ে কৰা প্ৰথম কামটো কি আছিল?

তেওঁ দৌৰ মাৰি গছজোপালৈ গ'ল আৰু পুনৰ গছজোপা বগাই একেবাৰে ওপৰলৈ উঠিহে এৰিলে।

## ছয়

এদিন এজন বিশ-একৈশ বছৰীয়া ডেকা মানুহে মোৰ ওচৰলৈ আহি ক'লে—'ছাৰ, মই এটা উপদেশ বিচাৰি আপোনাৰ ওচৰলৈ আহিছোঁ। মোৰ ঘৰ নলবাৰীৰ এখন ভিতৰুৱা পিছপৰা গাঁৱত। ঘৰৰ আৰ্থিক অৱস্থা অতি বেয়া। খেতিৰ মাটি মাত্ৰ দুবিঘা আছে। সেই মাটিত হোৱা ধানেৰে বছৰটোত এটা মাহো খাবলৈ নোজোৰে। কিন্তু তেনে দুৰৱস্থাৰ মাজতো মোৰ পিতা আৰু দাদাই হাজিৰা কাম কৰি কৰি মোক বি.এ.লৈকে পঢ়ুৱালে। মই পঢ়া-শুনাত কোনোদিনেই চেষ্টাৰ ত্ৰুটি কৰা নাছিলো; কেতিয়াবা দুই-তিনিসাঁজ ভাত খাবলৈ নাপালেও পেটত গামোচা বান্ধি হ'লেও পঢ়িছিলো। যোৱা বছৰ মই বুৰঞ্জীত মেজৰ লৈ বি.এ. পাছ কৰিলো। মোক বি.এ. পাছ কৰাওঁতেই পিতাহঁত সৰ্বস্বান্ত হ'ল। গতিকে এম.এ. পঢ়িবলৈ যোৱাৰ প্ৰশ্নই নুঠে। এতিয়া মই কিবা এটা চাকৰিত সোমাই পিতা আৰু দাদাৰ ঋণ পৰিশোধ কৰিব লাগিব। গোটেই জীৱন কোনোদিনেই পেট ভৰাই খাবলৈ নোপোৱা মোৰ মা-পিতা, দাদা আৰু ভনীকেইজনীয়ে এতিয়া পৰম আশাৰে চাই আছে কেৱল মোৰ মুখলৈ; সিহঁতে ভাবিছে যে মই বি.এ. পাছ কৰিলো যেতিয়া সিহঁতৰ দুখৰ দিন অন্ত পৰিবলৈ বেছি দিন নাই। কিন্তু সিহঁতক মই যিটো কথা মুখ খুলি কোৱা নাই, সেই কথাটোকে আপোনাক ক'বলৈ মই আজি আপোনাৰ ওচৰলৈ দৌৰি আহিছোঁ। ছাৰ, কথাটো হ'ল এই যে মই যদি এটা ভাল চৰকাৰী চাকৰি বিচাৰিব লাগে, তেন্তে তাৰ কাৰণে পৰীক্ষা দিব লাগিব, আৰু চাকৰি পাব পৰাকৈ পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ হ'লে মই খুব পঢ়িব লাগিব। কিন্তু ছাৰ, মোৰ শৰীৰটো এশ-এটা বেমাৰৰ ভঁৰাল। মোৰ ডিঙিৰ বেমাৰ, কাণৰ বেমাৰ, নাকৰ বেমাৰ। ডাক্তৰৰ মতে সেইবোৰ কিবা এলাৰ্জিৰ কাৰণে হোৱা বেমাৰ—যিবোৰ সহজে আৰোগ্য হোৱাৰ কোনো আশা নাই। সকলো সময়তে মোৰ ইমান বেছি মূৰৰ বিষ হৈ থাকে যে মই চকুৰে ভালকৈ নেদেখোঁ আৰু কিতাপ পঢ়াত মনোযোগ দিব নোৱাৰোঁ। মোৰ বেমাৰৰ তালিকা কিন্তু ইমানতে শেষ হোৱা নাই। মোৰ সকলো সময়তে পেটৰ অসুখ হৈ থাকে, বুকু জ্বলা-পোৰা কৰে, খোৱাবস্তু ভালকৈ হজম কৰিব নোৱাৰোঁ। ডাক্তৰৰ মতে গেষ্ট্ৰিকৰ অসুখ। এইবোৰৰ উপৰি মোৰ মনটো সকলো সময়তে বিষণ্ণ হৈ থাকে, কিবা এটা অজান আশংকাত বুকুখন ধপ্‌ধপাই থাকে, ৰাতি ভালকৈ টোপনি নাহে। ডাক্তৰৰ মতে ই এটা মানসিক তথা স্নায়ৱিক ৰোগ—Anxiety neurosis। ছাৰ, ইমানবোৰ বেমাৰৰ হেঁচাত মই এনেকৈ ভাগি পৰিছোঁ যে ভালকৈ পঢ়া-শুনা কৰি কেৰিয়াৰ গঢ়া দূৰৰ কথা, জীয়াই থাকিবলৈকে মোৰ সাহস নোহোৱা হৈছে। প্ৰায়েই আত্মহত্যাৰ কথা ভাবোঁ; কিন্তু কেৱল মোৰ মুখলৈকে ব্যাকুল আশাৰে চাই থকা পিতা-মা আৰু ভাই-ভনীকেইটাৰ করুণ মুখকেইখনে সেই পথলৈ আগবঢ়াত এই পৰ্যন্ত মোক বাধা দি ৰাখিছে। ... ... ছাৰ, মই চাৰিওফালে অন্ধকাৰ দেখিছোঁ; বাচি থাকিবলৈ মোক কিবা এটা উপায় দিয়ক।'

ডেকাজনে প্ৰায় একেটা উশাহতে তেওঁৰ দুখৰ কাহিনী কৈ শেষ কৰি হঠাৎ নীৰৱ হৈ পৰিল। তেওঁৰ মুখৰ পৰা ওলোৱা প্ৰতিটো শব্দ মই অখণ্ড মনোযোগেৰে শুনি আছিলো আৰু লগে লগে বহুত কথা ভাবিও আছিলো। কিন্তু ডেকাজনৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে মই আৰু বহুত কথা চিন্তা কৰি চোৱাৰ প্ৰয়োজন হ'ল। তেওঁৰ নীৰৱতাৰ সমান অংশীদাৰ হৈ ময়ো বহুত সময় নীৰৱ হৈ ৰ'লো।

আমি যেতিয়া ল'ৰা-ছোৱালীক তেওঁলোকৰ ভৱিষ্যতটো গঢ়িবলৈ উপদেশ আৰু প্ৰেৰণা দিওঁ, তেতিয়া আমি ঘাইকৈ তেওঁলোকৰ স্বভাৱ-চৰিত্ৰৰ কথা ভাবিয়েই কথাবোৰ কওঁ। অৰ্থাৎ স্বতঃসিদ্ধভাৱে এই কথা আমি ধৰি লওঁ যে ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ ভৱিষ্যতটো উজ্জ্বল আৰু সুন্দৰ কৰি গঢ়ি তুলিবলৈ হ'লে তেওঁলোকে প্ৰথমতে সৎ স্বভাৱ আৰু চৰিত্ৰৰ অধিকাৰী হ'বলৈ চেষ্টা কৰিব লাগিব। কিন্তু নানা ৰোগ-ব্যাধি আৰু ভগ্ন-স্বাস্থ্যও যে বহুতো ল'ৰা-ছোৱালীৰ উন্নতিৰ বাটত ডাঙৰ বাধা হৈ থিয় দিব পাৰে সেই কথা আমি প্ৰায়েই মনত নাৰাখোঁ। আমাৰ নিচিনা দৰিদ্ৰ দেশৰ বহুতো ল'ৰা-ছোৱালীৰ জীৱন অনাহাৰ-অৰ্ধাহাৰ আৰু অপুষ্টিয়ে অকালতে পঙ্গু কৰি পেলায়; কোনোমতে বাচি থকাৰ বাহিৰে আন একো উচ্চাকাংক্ষাৰ কথা তেওঁলোকে মনলৈকে আনিব নোৱাৰে। আমাৰ দেশত এনেকুৱা ল'ৰা-ছোৱালীৰ সংখ্যাই বোধহয় সৰহ হ'ব—যিসকলৰ এজন প্ৰতিনিধি হ'ল ওপৰত উল্লেখ কৰা ডেকাজন। সাধাৰণ ল'ৰা-ছোৱালীক দিয়াৰ নিচিনাকৈ আমি যদি তেওঁলোককো গতানুগতিক মামুলি উপদেশবোৰকে দিওঁ, তেন্তে সেইটো হ'ব তেওঁলোকৰ কটা ঘাত চেঙা তেল দিয়াৰ নিচিনা কথা; তাৰ দ্বাৰা তেওঁলোকৰ একো উপকাৰ কৰা নহ'ব। বৰং আমি তেওঁলোকক এই অভয়-বাণী শুনাব লাগিব যে ৰোগ-ব্যাধি আৰু শাৰীৰিক দুৰ্বলতাৰ বিৰুদ্ধে যুদ্ধ কৰি নিজৰ মনোবল অটুট ৰাখিব পৰাৰ সমান ডাঙৰ বীৰত্ব আন একোৱেই নাই। আমি তেওঁলোকক এই কথা স্মৰণ কৰাই দিব লাগিব যে প্ৰত্যেক মানুহৰ মাজত এনে এটা শক্তি সুপ্ত হৈ থাকে—যি শক্তিৰ বলেৰে মানুহে সকলো দুৰ্ভাগ্য আৰু দুৰ্বলতাক জয় কৰি সেইবোৰৰ ওপৰলৈ উঠিব পাৰে। মানুহে কেৱল নিজৰ চেষ্টাৰে সেই শক্তিক জগাব পাৰিব লাগিব।

দীঘলীয়া নীৰৱতা ভঙ্গ কৰি অৱশেষত মই তেওঁক ক'লো—'তোমাৰ প্ৰশ্নৰ উত্তৰত মই তোমাক এটা কাহিনী ক'ব খোজোঁ। কাল্পনিক কাহিনী নহয়। এজন সঁচা মানুহৰ সঁচা কাহিনী। সেই কাহিনীটো শুনি তুমি যদি তোমাৰ দুৰ্ভাগ্যক জয় কৰিবলৈ কিবা শিক্ষা আৰু প্ৰেৰণা পোৱা, তেন্তে তুমি মোৰ ওচৰলৈ অহাটো সাৰ্থক হ'ব। কিন্তু আচল কাহিনীটো কোৱাৰ আগতে তাৰ পাতনি হিচাপে মই তোমাক এটা বেলেগ কথা কৈ ল'ব খোজোঁ। কেইদিনমানৰ আগতে মই টেলিভিশ্যনত এখন ইংৰাজী চিনেমা চাইছিলো। কিবা কামত দুজন বন্ধু অৰণ্যলৈ গৈছিল। তাতে এটা প্ৰকাণ্ড ভালুকৰ লগত তেওঁলোকৰ ভেটাভেটি হ'ল। তাৰ ৰাজ্যত মানুহৰ অনুপ্ৰৱেশ হোৱা দেখি ভালুকটোৰ ইমান খং উঠিল যে সি মানুহদুজনক মাৰিবলৈ বদ্ধপৰিকৰ হ'ল। ভালুকটোৰ হিংস্ৰ মূৰ্তি দেখি মানুহদুজনেও বুজি পালে যে ভালুকটোক নামাৰিলে তেওঁলোকে তাৰ পৰা প্ৰাণ লৈ সাৰি আহিব নোৱাৰিব। কিন্তু তেওঁলোকৰ হাতত বন্দুক নাছিল; আছিল মাত্ৰ এখন দা। ভালুকটোৰ লগত তেওঁলোকৰ মুখামুখি যুঁজ হোৱা নাছিল; দুয়োপক্ষই আক্ৰমণ কৰিবলৈ ছেগ বিচাৰি বহুত সময় ধৰি লুকা-ভাকু খেলি আছিল। বন্ধুদুজনৰ ভিতৰত এজন আছিল দুৰ্বল প্ৰকৃতিৰ ভয়াতুৰ মানুহ। ভালুকৰ মূৰ্তি দেখি তাক ফেপেৰি পাতি ধৰা দূৰৰ কথা, দূৰৰ পৰা তাৰ গোঁজৰণি শুনিয়েই ভয়তে তেওঁৰ মূৰ্চ্ছা যোৱাৰ উপক্ৰম হ'ল। কিন্তু আনজন আছিল অতি সাহসী আৰু আত্ম-বিশ্বাসী মানুহ। তেওঁ দুৰ্বল বন্ধুজনক ক'লে—'মই আফ্ৰিকাত থাকোঁতে নিৰস্ত্ৰ মানুহে খালী হাতেৰে সিংহক বধ কৰা মই নিজৰ চকুৰে দেখিছোঁ। কাপুৰুষে হাতত অস্ত্ৰ থাকিলেও শত্ৰুক বধ কৰিব নোৱাৰিব পাৰে; আনহাতে সাহিয়াল মানুহে খালী হাতেৰেও শত্ৰুক বধ কৰিব পাৰে। সাহসেই তেওঁৰ অস্ত্ৰ। এতিয়া তুমি কোৱা—'এজন মানুহে যিটো কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

ভয়াতুৰ মানুহজন কুঁজা হৈ মাটিত বহি আছিল। সাহসী মানুহজনে একেটা কথাকে কেবাবাৰো

আওৰাই থকা সত্ত্বেও ভয়াতুৰ মানুহজনৰ মুখৰ পৰা বহুত সময়লৈকে একো মাতেই নোলাল। সাহসী মানুহজনে তেতিয়া এটা প্ৰকাণ্ড ধমক দি ক'লে—'কোৱা বুলিছোঁ নহয়, কোৱা—এজন মানুহে যিটো কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

ভয়াতুৰ মানুহজনে কঁপা কঁপা মাতেৰে ক'লে—'এজন মানুহে যি কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

সাহসী মানুহজনে চিঞৰি ক'লে—'সেইদৰে নহয়, মাতটো ডাঙৰ কৰি আৰু এবাৰ কোৱা—এজন মানুহে যি কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

ভয়াতুৰ মানুহজনে মাটিত পোন হৈ বহি আগতকৈ ডাঙৰ মাতেৰে ক'লে—'এজন মানুহে যি কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

সাহসী মানুহজনে তৃতীয় বাৰৰ কাৰণে ক'লে—'মাতটো আৰু ডাঙৰ কৰি কোৱা—এজন মানুহে যি কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

ভয়াতুৰ মানুহজনে মাতটো যিমান পাৰে ডাঙৰ কৰি ক'লে—'এজন মানুহে যি কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পাৰে।'

তুমিও সততে এই কথা মনত ৰাখিব লাগিব যে এজন মানুহে যি কাম কৰিব পাৰে, আন সকলো মানুহেই সেই কাম কৰিব পৰা উচিত।

এতিয়া মই তোমাক ক'ব খোজা আচল কাহিনীটো শুনা।

তোমাৰ বেমাৰৰ তালিকাখন বেছ দীঘল। কিন্তু তথাপিতোযে বুৰঞ্জীত মেজৰ লৈ তুমি বি.এ. পাছ কৰিলা, তাৰ পৰাই বুজিব পাৰি যে তোমাৰ বেমাৰবোৰে তোমাক যন্ত্ৰণা দি থাকিলেও তোমাক শয্যাশায়ী বা ধৰাশায়ী কৰিব পৰাৰ জোখাৰে সিহঁত সিমান শক্তিশালী নাছিল। কিন্তু মই যিজন মানুহৰ কথা তোমাক এতিয়া ক'বলৈ ওলাইছোঁ তেওঁক বেমাৰে এনেকৈ কাবু কৰিছিল যে স্কুললৈ যাব নোৱাৰি তেওঁ লেখা-পঢ়া আধৰুৱাকৈ এৰিব লগা হৈছিল। অৰ্থাৎ তোমাতকৈ তেওঁৰ শাৰীৰিক অৱস্থা আছিল বহুগুণে বেছি বেয়া। কিন্তু এনে এজন মানুহেই কেৱল নিজৰ অদম্য মনোবল আৰু অপৰাজেয় ইচ্ছা-শক্তিৰ সহায়েৰে বিজ্ঞানৰ সাধনাত আত্ম-নিয়োগ কৰি সেইসময়ৰ ইংলেণ্ডৰ দুজন সৰ্বশ্ৰেষ্ঠ বৈজ্ঞানিকৰ ভিতৰত এজন হ'ব পাৰিছিল। আনজন আছিল তেওঁৰ সমসাময়িক ছাৰ আইজাক নিউটন।

মানুহজনৰ নাম আছিল জন ফ্লেমষ্টিদ।

১৬৪৬ খ্ৰীষ্টাব্দৰ ১৯ আগষ্টত ফ্লেমষ্টিদৰ জন্ম হৈছিল। তেওঁৰ বয়স যেতিয়া মাত্ৰ তিনিবছৰ, তেতিয়াই তেওঁৰ মাকৰ মৃত্যু হৈছিল। তেওঁৰ সুৰা-ব্যৱসায়ী পিতৃয়ে তেওঁৰ শিক্ষাৰ কাৰণে যথেষ্ট যত্ন লৈছিল। স্কুলত পঢ়ি থকা অৱস্থাতে এদিন ফ্লেমষ্টিদ এখন নৈত গা ধুবলৈ গৈছিল। তেতিয়া তেওঁৰ বয়স চৈধ্যবছৰ। নৈখনৰ পানীবোৰ আছিল বৰফৰ নিচিনা চেঁচা। গা ধুই উঠি অহাৰ লগে লগে ফ্লেমষ্টিদে ভীষণ অসুস্থতা অনুভৱ কৰিবলৈ ধৰিলে। প্ৰথম অৱস্থাত সকলোৱে তেওঁৰ অসুখটোক পানীলগা জ্বৰ বুলি ভাবিছিল। কমবয়সীয়া ল'ৰা-ছোৱালীৰ হঠাৎ খুব ঠাণ্ডা লাগিলে বা পানীলগা জ্বৰ হ'লে এবিধ মাৰাত্মক বীজাণুৱে গলত আক্ৰমণ কৰি টনচিল, ফেৰিঞ্জ আৰু লেৰিঞ্জৰ নানাবিধ ৰোগৰ সৃষ্টি কৰে। ঠিক সময়ত বীজাণুৰ আক্ৰমণক বাধা দিব নোৱাৰিলে সিহঁতে কেতিয়াবাগৈ হৃৎপিণ্ড আক্ৰমণ

কৰি দুৰাৰোগ্য বাত-ব্যাধিৰ সৃষ্টি কৰে। এইবিধ বীজাণুৰ দ্বাৰা হৃৎপিণ্ড আক্ৰান্ত হ'লে আজিকালিও তাৰ সফল চিকিৎসা সম্ভৱ নহয়; ফ্লেমষ্টিদৰ সময়ত তাৰ চিকিৎসা আছিল কল্পনাৰো অতীত। কিন্তু দুৰ্ভাগ্যৰ কথা যে ফ্লেমষ্টিদৰ ঠিক সেইটো বেমাৰেই হ'ল। অতি দ্ৰুতগতিৰে বাত-ব্যাধি তেওঁৰ সমস্ত শৰীৰত বিয়পি পৰিল আৰু গাঁঠিয়ে গাঁঠিয়ে বিষ হোৱাৰ কাৰণে তেওঁ খোজ কাঢ়িব নোৱৰা হৈ পৰিল। তেওঁ স্কুল এৰিবলৈ বাধ্য হ'ল। বিছনাখনেই হ'ল তেওঁৰ একমাত্ৰ আশ্ৰয়। কিন্তু বিছনাত পৰি থাকিও তেওঁৰ শান্তি নাছিল, কাৰণ মূৰৰ পৰা ভৰিলৈকে তেওঁৰ সৰ্বশৰীৰত আছিল কেৱল যন্ত্ৰণা।

তুমি অলপ আগতে মোক কৈছিলা যে ৰোগৰ যন্ত্ৰণাত পাগল হৈ তুমি মাজে-সময়ে আত্মহত্যা কৰাৰ কথা চিন্তা কৰা। তোমাৰ শাৰীৰিক অৱস্থা এনেকুৱা নহয় যে লৰচৰ কৰাৰ শক্তি হেৰুৱাই পেলাই আৰু অসহ্য যন্ত্ৰণাত কাতৰ হৈ তুমি দিনে-ৰাতিয়ে বিছনাত শুই থাকিবলৈ বাধ্য হৈছা। তদুপৰি যন্ত্ৰণাৰ সাময়িক উপশম ঘটাবলৈ আজিকালি নানা ঔষধো পোৱা যায়। কিন্তু আজিৰ পৰা ছাৰে তিনিশ বছৰৰ আগৰ ইংলেণ্ডৰ কথা ভাবি চোৱাচোন। তোমাক আগতেই কৈছোঁ যে ফ্লেমষ্টিদৰ যিটো বেমাৰ হৈছিল সেই বেমাৰৰ চিকিৎসা সেই সময়ত গোটেই পৃথিৱীতে আছিল কল্পনাৰো অতীত। তথাপি ফ্লেমষ্টিদৰ দেউতাক ষ্টিফেন ফ্লেমষ্টিদে পুতেকৰ চিকিৎসাৰ একো চেষ্টা নকৰাকৈ সকলো আশা ত্যাগ কৰি ভাগ্যক ধিয়াই বহি থকা নাছিল। সেই সময়ত বেজ-জ্ঞানীৰ মনে-সজা চিকিৎসা আৰু জৰা-ফুকাই আছিল এইবোৰ ৰোগৰ একমাত্ৰ চিকিৎসা। পুতেকৰ আৰোগ্যৰ আশাত ষ্টিফেন ফ্লেমষ্টিদে এইবোৰ একো কৰিবলৈ বাকী নাৰাখিলে। কিন্তু সকলো চেষ্টা ব্যৰ্থ হ'ল। ফ্লেমষ্টিদে বুজিলে যে সৰ্বাঙ্গত অসহ্য বিষ অনুভৱ কৰি কৰি বিছনাত শুই শুই মৃত্যুলৈ অপেক্ষা কৰাৰ বাহিৰে এতিয়া তেওঁৰ আন একো কৰিবলৈ উপায় নাই। ফ্লেমষ্টিদ যদি তোমাৰ নিচিনা অলপ-ধতুৱা কাপুৰুষ হ'লহেঁতেন, তেন্তে তেৰোঁ নিশ্চয় তোমাৰ নিচিনাকৈ মাজে-সময়ে আত্মহত্যাৰ কথা চিন্তা কৰিলেহেঁতেন। আত্মহত্যা কৰিবলৈ তোমাতকৈ তেওঁৰ বহুত বেছি ডাঙৰ যুক্তি আছিল। কিন্তু আত্মহত্যাৰ কথা চিন্তা নকৰি তেওঁ কি কৰিলে?

তেওঁ বিছনাত শুই শুই কিতাপ পঢ়িবলৈ আৰম্ভ কৰিলে। তেওঁ মনে মনে এইবুলি সংকল্প ল'লে যে স্কুললৈ যাব নোৱৰাৰ ক্ষতিপূৰণ তেওঁ ঘৰতে কৰি ল'ব; অৰ্থাৎ বিছনাত শুই শুই কিতাপ পঢ়িয়েই তেওঁ নিজকে শিক্ষিত কৰি তুলিব। এনেকৈ কিতাপ পঢ়ি থাকোঁতে এদিন তেওঁৰ হাতলৈ আহিল 'গগন-মণ্ডল' নামৰ এখন জ্যোতিৰ্বিজ্ঞানৰ কিতাপ—যিখন কিতাপত তেতিয়ালৈকে আৱিষ্কৃত হোৱা গ্ৰহ-নক্ষত্ৰৰ বৰ্ণনা দিয়া হৈছিল। কিতাপখন পঢ়ি তেওঁ ইমান ভাল পালে যে সেইখন পঢ়ি থাকোঁতেই তেওঁ মনে মনে জ্যোতিৰ্বিজ্ঞানী হোৱাৰ সংকল্প ল'লে। সেই বিষয়ে আৰু কিতাপ সংগ্ৰহ কৰি তেওঁ গভীৰ মনোযোগেৰে পঢ়িবলৈ ধৰিলে। কিন্তু এইখিনিতে এটা কথা পাহৰিলে নচলিব যে কিতাপ পঢ়ি পঢ়ি তেওঁ শৰীৰৰ যন্ত্ৰণাৰ কথা পাহৰি থাকিব পৰা নাছিল; এক মুহূৰ্তৰ কাৰণেও যন্ত্ৰণাই তেওঁক লগ এৰা দিয়া নাছিল। কিন্তু গভীৰ আধ্যাত্মিক বলেৰে বলীয়ান হৈ তেওঁ যন্ত্ৰণাক উপেক্ষা কৰি জ্ঞানৰ সাধনাত মগ্ন হৈ আছিল।

ফ্লেমষ্টিদে চৈধ্যবছৰ বয়সত শয্যাশায়ী হৈ জ্যোতিৰ্বিজ্ঞানৰ কিতাপ পঢ়িবলৈ আৰম্ভ কৰিছিল। তাৰ আঠ বছৰৰ পিছত অৰ্থাৎ তেওঁৰ বাইশ বছৰ বয়সত ফ্লেমষ্টিদে নিজকে এজন জ্যোতিৰ্বিজ্ঞানী হিচাপে প্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হ'ল। ১৬৬৮ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহত এটা সূৰ্যগ্ৰহণ হৈছিল। সেই সূৰ্যগ্ৰহণ পৰ্যবেক্ষণ কৰি তেওঁ এটা বৈজ্ঞানিক প্ৰবন্ধ লিখিলে। প্ৰবন্ধটো প্ৰকাশ হোৱাৰ লগে লগে সেই সময়ৰ

বৈজ্ঞানিক মহলে তেওঁক এজন সম্ভাবনাপূৰ্ণ জ্যোতিৰ্বিজ্ঞানী হিচাপে স্বীকৃতি দিলে।

ইয়াৰ পিছৰ পৰা বিভিন্ন বৈজ্ঞানিক আলোচনীত এটাৰ পিছত এটাকৈ ফ্লেমষ্টিদৰ প্ৰবন্ধ প্ৰকাশ হ'বলৈ ধৰিলে। ৰোগ-শয্যাত শুই শুই বিশাল গগন-মণ্ডলত বিচৰণ কৰি ফুৰা আৰু গ্ৰহ-নক্ষত্ৰৰ ৰহস্য ভেদ কৰা তৰুণ বিজ্ঞানীজনৰ প্ৰতিভাৰ দ্বাৰা আকৃষ্ট হৈ বহুত গুণী-জ্ঞানী মানুহে তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহিল। ফ্লেমষ্টিদে কিন্তু কেৱল আকাশৰ বিষয়ে নতুন নতুন তথ্য আৱিষ্কাৰ কৰাতে ক্ষান্ত হৈ নাথাকি বতৰ আৰু সমুদ্ৰৰ জোৱাৰ-ভাটাৰ গতি-প্ৰকৃতিও অধ্যয়ন কৰিবলৈ ধৰিলে। তেওঁৰ এইবোৰ অধ্যয়নৰ ফল সৰ্বসাধাৰণ মানুহৰ ব্যৱহাৰিক জীৱনতো নানা কামত আহিল। এইবোৰ কামৰ দ্বাৰাই ফ্লেমষ্টিদে এটা সময়ত ইংলেণ্ডৰ ৰজা দ্বিতীয় চাৰ্লছৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হ'ল। ১৬৭৫ খ্ৰীষ্টাব্দৰ ৪ মাৰ্চৰ এটা ৰাজকীয় আদেশৰ দ্বাৰা ফ্লেমষ্টিদক 'পৰ্যৱেক্ষক জ্যোতিৰ্বিজ্ঞানী' হিচাপে নিযুক্তি দি তেওঁক এটা নতুন কামৰ দায়িত্ব দিয়া হ'ল। সেই সময়ত সমুদ্ৰগামী নাবিকসকলে জাহাজৰ দিক-নিৰ্ণয়ৰ কাৰণে আকাশৰ গ্ৰহ-নক্ষত্ৰৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। বছৰৰ বিভিন্ন সময়ত আকাশত গ্ৰহ-নক্ষত্ৰৰ অৱস্থান শুদ্ধভাৱে জনা থাকিলে নাবিকসকলৰ পক্ষে দিক-নিৰ্ণয় কৰা কামটো অধিক সহজ হয়। গ্ৰহৰ গতি-বিধি আৰু নক্ষত্ৰৰ অৱস্থানৰ বিষয়ে যাৱতীয় তথ্য সংগ্ৰহ কৰি সেইবোৰ লিপিবদ্ধ কৰাৰ দায়িত্ব দিয়া হ'ল ফ্লেমষ্টিদক। এই কাম কৰিবলৈ তেওঁ এটা মানমন্দিৰ অৰ্থাৎ গ্ৰহ-নক্ষত্ৰ পৰ্যৱেক্ষণ কৰা গৱেষণাগাৰ স্থাপন কৰিব লগা হ'ল। ফ্লেমষ্টিদে একক প্ৰচেষ্টাৰে স্থাপন কৰা এই গ্ৰীনউইছ মানমন্দিৰটোৱেই হ'ল পৃথিৱীৰ আটাইতকৈ বিখ্যাত আৰু বৃহৎ মানমন্দিৰ। একপ্ৰকাৰে চাবলৈ গ'লে মহাকাশলৈ মানুহৰ জয়যাত্ৰাৰ সূচনা কৰিছিল গ্ৰীনউইছ মানমন্দিৰে, আৰু তাৰ প্ৰতিষ্ঠাতা আছিল জন ফ্লেমষ্টিদ নামৰ এজন চিৰ-ৰুগ্ন পঙ্গু মানুহ। বাত-ব্যাধিৰ দ্বাৰা আক্ৰান্ত হৈ যিজন মানুহে খোজ কাঢ়ি ঘৰৰ পৰা স্কুললৈ যাব নোৱাৰিছিল, সেইজন মানুহে অৰ্জন কৰিছিল মহাকাশত বিচৰণ কৰাৰ ক্ষমতা। অৱশ্যে ভৰিৰে খোজকাঢ়ি বা মহাকাশ-যানত উঠি তেওঁ আকাশ চলাথ কৰি ফুৰা নাছিল; সেই কাম তেওঁ কৰিছিল জ্ঞানৰ দৃষ্টিৰ সহায়েৰে।

## সাত

পৃথিৱীৰ সকলো যুগৰ সকলো দেশৰ শ্ৰেষ্ঠ লেখকসকলৰ এখন তালিকা যদি প্ৰস্তুত কৰা হয়, তেন্তে সেই তালিকাত কোন কোন লেখকক ঠাই দিয়া হ'ব বা নহ'ব সেই বিষয়ে মতানৈক্য হ'ব পাৰে। কিন্তু সেই তালিকাত যিকেইজন লেখকক ঠাই দিয়াৰ প্ৰশ্নত সকলো মানুহ একমত হ'ব তেওঁলোকৰ ভিতৰত এজন হ'ব টলষ্টয়। নেপোলিয়নৰ ৰাছিয়া-অভিযানৰ পটভূমিত লিখা তেওঁৰ 'যুদ্ধ আৰু শান্তি' নামৰ উপন্যাসখনক বহুতো সমালোচকে পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ উপন্যাস বুলি ক'ব খোজে। পৃথিৱীৰ প্ৰায় সকলো ভাষালৈকে অনূদিত হোৱা এই



*টলষ্টয়*

উপন্যাসখন অসমীয়া ভাষালৈকো অনূদিত হৈছে। অনুবাদ কৰিছে সুৰেন্দ্ৰমোহন দাসে। টলষ্টয়ৰ কেবাটাও বিখ্যাত গল্পও 'টলষ্টয়ৰ সাধু' নাম দি অসমীয়ালৈ অনুবাদ কৰা হৈছে।

আমি ইয়াত অৱশ্যে টলষ্টয়ৰ সাহিত্য-প্ৰতিভাৰ বিষয়ে আলোচনা কৰিব খোজা নাই। এই সৰু পুথিখনত আমি যিটো বিষয় আলোচনা কৰিছোঁ তাৰ লগত ৰজিতা খোৱা তেওঁৰ জীৱনৰ এটা সত্য কাহিনী ক'বৰ কাৰণেহে প্ৰথমে তেওঁৰ পৰিচয়টো খুব চমুকৈ দি লৈছোঁ।

টলষ্টয়ৰ এজন বন্ধুৱে এদিন কাৰোবাৰ মুখৰ পৰা গম পালে যে টলষ্টয়ে তেওঁৰ জমিদাৰীৰ কাৰ্যালয়ত সহায়কৰ পদত নিযুক্তি দিবলৈ উপযুক্ত মানুহৰ সন্ধান কৰিছে। তেওঁৰ চিনাকি এজন নিবনুৱা ডেকাই বহুত দিন ধৰি এটা চাকৰি বিচাৰি আছিল। সেই ডেকাজনক চাকৰিটো দিবলৈ অনুৰোধ কৰি ভদ্ৰলোকজনে টলষ্টয়লৈ এখন চিঠি লিখিলে। টলষ্টয়ে চিঠিখনৰ উত্তৰ নিদি কেৱল আপোন-মনে মিচিকিয়াই হাঁহিলে।

কিছুদিনৰ পিছত টলষ্টয়ৰ বন্ধুজনে জানিব পাৰিলে যে তেওঁ চুপাৰিছ কৰা ডেকাজনক টলষ্টয়ে চাকৰিটো নিদিলে। তেওঁৰ খুব খং উঠিল, আৰু খঙৰ ভমকতে তেওঁ টলষ্টয়লৈ এখন চিঠি লিখিলে— 'আপোনাৰ কাৰ্যই মোৰ মনত সঁচাকৈয়ে খুব আঘাত দিলে। মই শুনিবলৈ পাইছোঁ যে আপুনি এনে এজন মানুহক চাকৰিটো দিলে যিজন মানুহক আপুনি সমূলি চিনিয়েই নাপায়। তেওঁ কাৰো পৰা কোনো পৰিচয়-পত্ৰ বা প্ৰমাণ-পত্ৰও আপোনাক দেখুৱাব পৰা নাই। অথচ এনে এজন মানুহকে চাকৰিটো দি মই চুপাৰিছ কৰি পঠোৱা মানুহজনক আপুনি সম্পূৰ্ণৰূপে অৱজ্ঞা কৰিলে!'

বন্ধুজনৰ খঙাল চিঠিখনৰ উত্তৰত টলষ্টয়ে লিখিলে—'আপুনি এটা কথা ঠিকেই শুনিছে। কৰ্মপ্ৰাৰ্থী ডেকাজনে লগত এখনো প্ৰশংসা-পত্ৰ অনা নাছিল। কিন্তু অনেক প্ৰশংসা-পত্ৰ কঢ়িয়াই আনিছিল তেওঁৰ সমস্ত ব্যক্তিত্ব আৰু তেওঁৰ মাৰ্জিত আচৰণে।

আপোনাক মই কথাটো বুজাই কওঁ শুনক। মোৰ কোঠাটোত সোমোৱাৰ আগতে দুৱাৰ-মুখত ৰৈ প্ৰথমে তেওঁ মোৰ অনুমতি খুজিলে। মোৰ অনুমতি পোৱাৰ লগে লগেই কিন্তু তেওঁ কোঠাটোলৈ সোমাই নাহিল। দুৱাৰডলিৰ বাহিৰত থকা পা-পোছত জোতাযোৰ ঘঁহি ঘঁহি তেওঁ ধূলিবোৰ গুচাই জোতাযোৰ পৰিষ্কাৰ কৰিলে। তাৰ পিছত তেওঁ কোঠাটোলৈ সোমাই আহিল; কিন্তু মই বহিবলৈ নোকোৱালৈকে তেওঁ থিয় হৈ থাকিল। মই তেওঁক সোধা প্ৰতিটো প্ৰশ্নৰে তেওঁ উত্তৰ দিলে সম্পূৰ্ণ স্পষ্টভাৱে আৰু গভীৰ আত্মবিশ্বাসৰে সৈতে। প্ৰশ্নোত্তৰ শেষ হোৱাৰ পিছতো তেওঁ কোঠাটোৰ পৰা ঘপহকৈ ওলাই নগ'ল। যাবৰ কাৰণে তেওঁ মোৰ অনুমতি প্ৰাৰ্থনা কৰিলে। মোৰ অনুমতি পোৱাৰ পিছতহে তেওঁ মোক নমস্কাৰ জনাই মোৰ পৰা বিদায় ল'লে।

এনে এজন মানুহক চাকৰি নিদি মই আন কাক দিম?'

টলষ্টয়ৰ নাওমান চিঠিখনৰ প্ৰতিটো শব্দ মনোযোগ দি পঢ়ি চালেই বুজা যাব যে এজন উচ্চাকাংক্ষী মানুহৰ যিবোৰ গুণ থকা উচিত তেনেকুৱা কেবাটাও প্ৰধান গুণৰ কথা ইয়াত কোৱা হৈছে। তেনেকুৱা এটা গুণ হ'ল শিষ্টাচাৰ। নম্ৰ আৰু ভদ্ৰ মানুহক সকলোৱে ভাল পায়। তেনে মানুহক কোনো কথাতে বিমুখ কৰিবলৈ পৰাপক্ষত কোনেও নিবিচাৰে। আনহাতে আন সকলো প্ৰকাৰে যোগ্যতা থকা এজন মানুহৰ মাত-কথা যদি কৰ্কশ আৰু আচৰণ ৰুক্ষ হয়, তেন্তে তেনে মানুহক সহায় কৰিবলৈ কোনেও আগবাঢ়ি নাহে আৰু সকলোৱেই তেওঁৰ সঙ্গ পৰিহাৰ কৰিবলৈ বিচাৰে। জীৱনত কৃতকাৰ্যতা লাভ কৰিব পৰাৰ এটা প্ৰধান চৰ্ত হ'ল আনৰ প্ৰীতি আৰু শ্ৰদ্ধা অৰ্জন কৰিব পৰা ক্ষমতা। টলষ্টয়ৰ চিঠিত উল্লেখ

কৰা ডেকাজনে আন সকলো প্ৰতিযোগীক চেৰ পেলাই চাকৰিটো পাব পৰাৰ এটা প্ৰধান কাৰণ আছিল তেওঁৰ মধুৰ আচৰণ তথা শিষ্টাচাৰ।

কিন্তু কেৱল শিষ্টাচাৰৰ জোৰত কোনেও আনৰ পৰা শ্ৰদ্ধা আদায় কৰিব নোৱাৰে—যদিহে তেওঁৰ আন কিছুমান বিশেষ গুণ আৰু দক্ষতা নাথাকে। উদাহৰণ স্বৰূপে আকৌ টলষ্টয়ৰ চিঠিৰ ডেকাজনৰ কথাকে ধৰা যাওক। কোঠাটোত সোমোৱাৰ আগতে জোতাযোৰৰ ধূলি মচি তেওঁ প্ৰমাণ কৰিলে যে তেওঁ খুব পৰিপাটি আৰু পৰিষ্কাৰ। অতি স্পষ্টভাৱে আৰু আত্মবিশ্বাসৰে সৈতে টলষ্টয়ৰ প্ৰতিটো প্ৰশ্নৰ উত্তৰ দি তেওঁ প্ৰমাণ কৰিলে যে তেওঁ আত্মবিশ্বাস অৰ্জন কৰিছে নিজৰ বাছি লোৱা কৰ্মক্ষেত্ৰত দক্ষতা অৰ্জন কৰি; বক্তব্যৰ স্পষ্টতা অৰ্জন কৰিছে নিজৰ চিন্তা-শক্তিৰ বিকাশ সাধন কৰি।

মানুহৰ কেৱল উচ্চাকাংক্ষা থাকিলেই নহ'ব; উচ্চাকাংক্ষাক বাস্তৱত পৰিণত কৰিবলৈ তেওঁ বহুতো গুণ আয়ত্ত কৰিব লাগিব। ধৈৰ্য, অধ্যৱসায়, একাগ্ৰতা, মনোবল আদি কেতবোৰ আৱশ্যকীয় গুণৰ কথা ইয়াৰ আগৰ অধ্যায়কেইটাত কোৱা হ'ল। কিন্তু সেইবোৰ গুণতকৈ পৰিপাটিতা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, চিন্তাৰ স্পষ্টতা, নিজৰ বক্তব্য সাৱলীলভাৱে প্ৰকাশ কৰাৰ ক্ষমতা আৰু শিষ্টাচাৰৰ গুৰুত্ব কোনো গুণেই কম নহয়। এটা ঘৰ সাজিবলৈ যেনেকৈ মাটি, শিল, চূণ, বিলাতী মাটি, কাঠ, লোহা-লক্কৰ আদি বহুতো বস্তুৰ দৰকাৰ হয়, মাত্ৰ এবিধ বস্তুৰে ঘৰ সাজিব নোৱাৰি, ঠিক তেনেকৈ কৃতকাৰ্যতাৰ সৌধ নিৰ্মাণ কৰিবলৈকো মানুহৰ স্বভাৱত বহুতো গুণৰ সমাৱেশ ঘটোৱাৰ প্ৰয়োজন হয়।

জীৱনত কৃতকাৰ্যতা লাভ কৰিবলৈ শিষ্টাচাৰেও যে মানুহক কিমান সহায় কৰে সেই কথাটো বুজিবলৈ বেছিভাগ মানুহেই চেষ্টা নকৰে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰপতি আছিল জৰ্জ ওৱাশ্বিংটন। আমেৰিকা প্ৰথমতে ইংলেণ্ডৰ উপনিৱেশহে আছিল। ইংলেণ্ডৰ শাসন ওফৰাই পেলাই স্বাধীন হ'বলৈ আমেৰিকাবাসীয়ে ইংলেণ্ডৰ বিৰুদ্ধে যুদ্ধ কৰিব লগা হৈছিল। সেই যুদ্ধত আমেৰিকান সৈন্যবাহিনীৰ প্ৰধান সেনাপতি আছিল জৰ্জ ওৱাশ্বিংটন। আমেৰিকা স্বাধীন হোৱাৰ পিছত তেওঁক সৰ্বসন্মতিক্ৰমে নতুন স্বাধীন ৰাষ্ট্ৰখনৰ ৰাষ্ট্ৰপতি ৰূপে নিৰ্বাচিত কৰা হ'ল। ওৱাশ্বিংটনৰ চৰিতকাৰসকলে কয় যে সেই সময়ৰ আমেৰিকাত তেওঁতকৈ ডাঙৰ যুদ্ধবিদ্যাবিশাৰদ, আইনজ্ঞ, বিদগ্ধ, বাগ্মী আৰু পণ্ডিত মানুহ আৰু কেবাজনো আছিল। তেন্তে কিবোৰ গুণৰ বলতনো ওৱাশ্বিংটনে সেই সকলোকে চেৰ পেলাই স্বাধীন আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰথমজন ৰাষ্ট্ৰপতি হোৱাৰ গৌৰৱ অৰ্জন কৰিব পাৰিলে?

ওৱাশ্বিংটনৰ পঢ়াশলীয়া শিক্ষা বেছি নাছিল। ঘৰুৱা অসুবিধাৰ কাৰণে তেওঁ পোন্ধৰ বছৰ বয়সতে পঢ়াশালি এৰিব লগা হ'ল। ছাত্ৰ হিচাপে তেওঁ বিশেষ প্ৰতিভাৰ পৰিচয় দিব পৰা নাছিল। সেই সময়ত তেওঁ লিখা কিছুমান চিঠি-পত্ৰ আৰু ডায়েৰিৰ পাত পিছত উদ্ধাৰ কৰিব পৰা হৈছে। তেওঁৰ আখৰ-জোঁটনি আৰু বাক্য-গঠনত ধৰা পৰা বাৰপাচি ভুল দেখিয়েই বুজিব পৰা গৈছে যে তেওঁ খুব চোকা ছাত্ৰ নাছিল। কিন্তু পণ্ডিতসকলে কয় যে যিবোৰ সু-শিক্ষাৰ বলেৰে জৰ্জ ওৱাশ্বিংটনে কৃতকাৰ্যতাৰ উচ্চতম শিখৰত আৰোহণ কৰিব পাৰিছিল সেইবোৰ শিক্ষা তেওঁ আহৰণ কৰিছিল পৃথিৱীৰ পঢ়াশালিৰ পৰা। তেওঁ অসংখ্য কিতাপ পঢ়া পণ্ডিত মানুহ নাছিল; কিন্তু আনৰ ভাল গুণবোৰ আয়ত্ত কৰিবলৈ চেষ্টা কৰি তেওঁ হৈ উঠিছিল এজন স্বভাৱ-জ্ঞানী চৰিত্ৰৱান মানুহ।

জৰ্জ ওৱাশ্বিংটনৰ জন্ম হৈছিল ভাৰ্জিনিয়া ৰাজ্যত। আমেৰিকাৰ বুৰঞ্জীত ভাৰ্জিনিয়াৰ এক বিশেষ গুৰুত্ব আছে। ইউৰোপীয়সকলে আমেৰিকাত উপনিৱেশ স্থাপন কৰিবলৈ লোৱাৰ পিছত তেওঁলোকে যিখন প্ৰথম স্থায়ী চহৰ স্থাপন কৰিছিল, জেইমছ টাউন নামৰ সেই চহৰখন স্থাপন কৰা হৈছিল

ভাৰ্জিনিয়াত। ধপাতৰ খেতি কৰি আৰু জাহাজেৰে বাণিজ্য কৰি ভাৰ্জিনিয়া অতি সোনকালে উত্তৰ আমেৰিকাৰ আটাইতকৈ সমৃদ্ধিশালী ৰাজ্যত পৰিণত হৈছিল। আমেৰিকাৰ স্বাধীনতা-যুদ্ধতো নেতা আৰু আগ-ৰণুৱাৰ ভূমিকা লৈছিল ভাৰ্জিনিয়া ৰাজ্যই। গতিকে কোৱা বাহুল্য মাথোন যে সেই সময়ত ভাৰ্জিনিয়াত এনেকুৱা বহুতো মানুহ ওলাইছিল—যিসকলে নিজৰ নেতৃত্বৰ গুণাৱলী আৰু চৰিত্ৰৰ বলেৰে নিজৰ ৰাজ্যখনক সকলো ক্ষেত্ৰতে আটাইতকৈ আগবঢ়া ৰাজ্যত পৰিণত কৰিব পাৰিছিল।

এইখন ভাৰ্জিনিয়াই আছিল জৰ্জ ওৱাশ্বিংটনৰ আচল পঢ়াশালি। যিসকল মানুহে ভাৰ্জিনিয়াক সেইসময়ৰ উত্তৰ আমেৰিকাৰ আটাইতকৈ উন্নত আৰু সমৃদ্ধিশালী ৰাজ্য হিচাপে গঢ়ি তুলিছিল, তেওঁলোক স্বভাৱতেই আছিল পৰিশ্ৰমী, বুদ্ধিমান, দায়িত্বশীল আৰু আনক নেতৃত্ব দিব পৰা নানা সজ গুণৰ অধিকাৰী। জৰ্জ ওৱাশ্বিংটনে কিতাপ বেছিকৈ নপঢ়িলেও তেওঁৰ চৌদিশৰ মানুহবোৰৰ কথা-বাৰ্তা আৰু আচাৰ-আচৰণ সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰি তেওঁলোকৰ সজ গুণবোৰ আয়ত্ত কৰিবলৈ চেষ্টা কৰিছিল। সাধাৰণ বুদ্ধিৰ সহায়েৰেই তেওঁ এটা কথা ভালকৈ বুজি পাইছিল যে জীৱনত যিকোনো ক্ষেত্ৰতে কৃতকাৰ্যতা অৰ্জন কৰিবলৈ মানুহক কিছুমান সজ গুণ আৰু সজ অভ্যাসৰ প্ৰয়োজন হয়। কেৱল কিতাপ পঢ়ি কোনেও সেইবোৰ সজ গুণ আৰু সজ অভ্যাস আয়ত্ত কৰিব নোৱাৰে। জীৱনত কৃতকাৰ্যতা লাভ কৰিবৰ কাৰণে প্ৰয়োজনীয় বুলি প্ৰমাণিত হোৱা সেই সজ গুণ আৰু অভ্যাসবোৰ শিকাৰ এটা অতি সহজ উপায় হ'ল ইতিমধ্যেই কৃতকাৰ্যতা অৰ্জন কৰা লোকসকলৰ কথা-বাৰ্তা আৰু আচৰণ সূক্ষ্মভাৱে নিৰীক্ষণ কৰা। অৰ্থাৎ তেওঁলোকৰ জীৱনৰ বাস্তৱ উদাহৰণৰ পৰা শিক্ষা আহৰণ কৰিবলৈ চেষ্টা কৰা।

জৰ্জ ওৱাশ্বিংটনে ঠিক তাকেই কৰিলে। অৰ্থাৎ কিতাপৰ পৰিৱৰ্তে তেওঁ মানুহ বেছিকৈ পঢ়িবলৈ চেষ্টা কৰিলে।

ৰাজনৈতিক আৰু অৰ্থনৈতিক উভয় ক্ষেত্ৰতে ভাৰ্জিনিয়াক নেতৃত্ব দিয়া লোকসকলৰ জীৱন খুব ওচৰৰ পৰা নিৰীক্ষণ কৰি ওৱাশ্বিংটনে আৱিষ্কাৰ কৰিলে যে জীৱনত উন্নতি কৰিবলৈ হ'লে মানুহ কেৱল বুদ্ধিমান আৰু পৰিশ্ৰমী হ'লেই নহ'ব; মানুহৰ মনত সন্তোষ লগোৱাকৈ কেনেকৈ কথা পাতিব লাগে আৰু আচৰণ কৰিব লাগে সেই কথাও তেওঁ শিকিব লাগিব। অৰ্থাৎ তেওঁ বুজি পালে যে মানুহে 'কথাত কটা যায় আৰু কথাত বঁটা পায়'। এই কথা বুজি পোৱাৰ পিছত তেওঁ নিজৰ কাৰণে এশ দহটা নিয়ম থকা এখন আচৰণ-বিধি প্ৰস্তুত কৰিলে। কেৱল আচৰণ-বিধি প্ৰস্তুত কৰিয়েই ক্ষান্ত হৈ নাথাকি তেওঁ পৰম নিষ্ঠাৰে সৈতে সেই নিয়মবোৰ দৈনন্দিন জীৱনত পালন কৰিবলৈ চেষ্টা কৰিলে। জৰ্জ ওৱাশ্বিংটনে যেতিয়া কেৱল নিজৰ বুদ্ধিৰে এই আচৰণ-বিধিখন প্ৰস্তুত কৰিছিল তেতিয়া তেওঁৰ বয়স হৈছিল মাত্ৰ তেৰবছৰ।

জৰ্জ ওৱাশ্বিংটনৰ আচৰণ-বিধিৰ মাত্ৰ কেইটামান নিৰ্দেশ তলত উল্লেখ কৰা হ'ল।

যেতিয়া কেইজনমান বা বহুতো মানুহৰ উপস্থিতিত তেওঁলোকক উদ্দেশ্য কৰি কিবা কথা ক'ব লগা হয়, তেতিয়া প্ৰতিটো কথা আৰু আচৰণৰ মাজেদি তাত উপস্থিত থকা লোকসকলৰ প্ৰতি শ্ৰদ্ধাৰ ভাব ফুটি উঠা উচিত।

আনে কথা কৈ থাকোঁতে টোপনি নাযাবা। আনে থিয় হৈ থাকোঁতে তুমি নিজে বহি নাথাকিবা। যি সময়ত তুমি নীৰৱ হৈ থকা উচিত সেই সময়ত তুমি মুখ নেমেলিবা।

খেলা-ধূলাৰ সময়ত বা জুইৰ কাষত বহিবৰ সময়ত আটাইতকৈ শেষত অহাজনক আদৰ-সাদৰ কৰি বহিবলৈ দিয়াটো হ'ল শিষ্টাচাৰ।

আনে কিবা লিখি থাকিলে বা পঢ়ি থাকিলে ওচৰলৈ গৈ জুমি চাবলৈ চেষ্টা নকৰিবা। তেওঁ নুসুধিলে তুমি উপযাচি একো মন্তব্য নিদিবা।

সদায় হাঁহিমুখীয়া হৈ থাকিবা। কিন্তু কিবা গহীন বিষয়ৰ আলোচনাত ভাগ ল'ব লগা হ'লে তুমি গহীন হৈ দেখুৱাবা।

কোনো মানুহৰ শাৰীৰিক প্ৰতিবন্ধকতাৰ কাৰণে তেওঁক ভেঙুচালি নকৰিবা।

তোমাৰ শত্ৰুৰো বিপদ বা দুৰ্ভাগ্য দেখি কেতিয়াও আনন্দ প্ৰকাশ নকৰিবা।

বাটত তোমাতকৈ বয়োজ্যেষ্ঠ বা মাননীয় মানুহ দেখিলে অলপ থমকি ৰৈ তেওঁ পাৰ হৈ নোযোৱালৈকে অপেক্ষা কৰিবা।

কৰ্মব্যস্ত মানুহৰ লগত কথা পাতোঁতে অতি চমুকৈ আৰু পৰিপাটিকৈ তোমাৰ ক'বলগীয়া কথাখিনি ক'বা।

কাৰোবাৰ লগত কথা পাতোঁতে বা কাৰোবালৈ চিঠি লিখোঁতে তেওঁক সন্মান প্ৰদৰ্শন কৰিবলৈ যেনেকৈ সম্বোধন কৰিব লাগে ঠিক তেনেকৈ কৰিবা।

তোমাতকৈ বয়োজ্যেষ্ঠ বা মাননীয় মানুহৰ লগত কিবা বিষয়ত তৰ্ক কৰিব লগা হ'লে নিজকে বেছি শ্ৰেষ্ঠ বা শুদ্ধ বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা নকৰিবা। তুমি কেৱল নম্ৰ আৰু শান্তভাৱে নিজৰ মতটো ব্যক্ত কৰিবা।

যিকোনো বিষয়ত নিজৰ সমকক্ষজনক একো কথা শিকাবলৈ চেষ্টা নকৰিবা। তেনে কৰিলে তোমাৰ দম্ভালিহে প্ৰকাশ পাব।

এনে সাধাৰণভাৱে সাজ-পোছাক পিন্ধিবা—যাতে তাৰ মাজেদি আনৰ প্ৰশংসা বিচৰাতকৈ তোমাৰ শাৰীৰিক প্ৰয়োজন পূৰণ কৰাৰ চেষ্টাহে বেছিকৈ প্ৰতিফলিত হয়।

নিজৰ সুনাম ৰক্ষা কৰি চলিবলৈ হ'লে সদায় সৎ সঙ্গ বিচাৰিবা আৰু অসৎ সঙ্গ পৰিহাৰ কৰি চলিবা। অসৎ সঙ্গতকৈ নিঃসঙ্গতা সদায় বেছি কাম্য।

কথা-বাৰ্তাত কেতিয়াও নিন্দা বা বিদ্বেষ প্ৰকাশ নকৰিবা। কথা-বাৰ্তাত আৱেগতকৈ সদায় যুক্তিক বেছি প্ৰাধান্য দিবা।

নিজে সত্য বুলি নজনা বা বিশ্বাস নকৰা কোনো কথা প্ৰচাৰ কৰি নুফুৰিবা।

কৰিব নোৱৰা কাম কৰিম বুলি কেতিয়াও কাকো প্ৰতিশ্ৰুতি নিদিবা; কিন্তু এবাৰ প্ৰতিশ্ৰুতি দিলে তাক পালন কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিবা।

কোনো মানুহৰ অনুপস্থিতিত তেওঁৰ বিষয়ে বেয়া কথা নক'বা।

আনে বিৰক্তি অনুভৱ কৰাকৈ বেছি কথা নক'বা।

নিজৰ কৰ্মক্ষেত্ৰত কৃতকাৰ্যতা অৰ্জন কৰা বা ধনী-মানী হোৱাটোৱেই জীৱনৰ একমাত্ৰ উচ্চাকাংক্ষা হোৱা উচিত নহয়। মানুহ যিহেতু এটা সামাজিক প্ৰাণী, সেইকাৰণে জীৱনত শান্তি পাবলৈ হ'লে সমাজৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি চলা দৰকাৰ। সমাজৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি চলাৰ প্ৰধান উপায় হ'ল শিষ্টাচাৰ। এটা উদাহৰণৰ দ্বাৰা এই কথাটোকে আৰু অধিক স্পষ্ট কৰি বুজাব পাৰি। মটৰ গাড়ীৰ ইঞ্জিন

চলিবলৈ পেট্ৰল, ডিজেল আদি ইন্ধনৰ দৰকাৰ হয়। কিন্তু ইঞ্জিনটো সচল কৰি ৰাখিবলৈ পেট্ৰলৰ উপৰি মবিলজাতীয় আৰু এবিধ তেল ব্যৱহাৰ কৰিব লগা হয়। যিকোনো ইঞ্জিনেই সৰু-বৰ বহুতো যন্ত্ৰাংশৰ সমষ্টি। এই যন্ত্ৰাংশবোৰ ইটোৰ লগত সিটো জোৰা দিয়া থাকে। যন্ত্ৰাংশবোৰ চলিবলৈ আৰম্ভ কৰিলেহে গোটেই ইঞ্জিনটো সচল হয়। কিন্তু যন্ত্ৰাংশবোৰ জোৰা দি থোৱা ঠাইবোৰত যদি কিবা এবিধ তেল বা চৰ্বি দি সেইবোৰ পিছল কৰি ৰখা নহয়, তেন্তে যন্ত্ৰাশবোৰ চলিবলৈ আৰম্ভ কৰাৰ লগে লগে ইটোৱে সিটোৰ গাত ঘঁহনি খাই গোটেইবোৰ ভাগি-ছিগি চূৰমাৰ হ'ব। আমি এখন সমাজক এটা ইঞ্জিনৰ লগত তুলনা কৰিব পাৰোঁ। এটা ইঞ্জিন যেনেকৈ বহুতো যন্ত্ৰাংশৰ সমষ্টি, এখন সমাজো তেনেকৈ বহুতো মানুহৰ সমষ্টি। সমাজত বাস কৰা সকলো মানুহেই পৰস্পৰৰ লগত নানা প্ৰকাৰে জড়িত। ইঞ্জিনৰ যন্ত্ৰাংশবোৰ পৰস্পৰৰ লগত ঘঁহনি খাই চূৰমাৰ নহ'বলৈ সিহঁতৰ জোৰালগা ঠাইবোৰত তেলজাতীয় বস্তু ব্যৱহাৰ কৰিব লগা হোৱাৰ দৰে সমাজৰ বিভিন্ন মানুহৰ মাজত সংঘৰ্ষ লাগি সমাজখন ভাগি-ছিগি নোযোৱাকৈ ৰাখিবলৈ সকলো মানুহেই কিছুমান আচৰণ-বিধি মানি চলিব লগা হয়। এই আচৰণ-বিধিকে আমি একেটা মাত্ৰ শব্দত শিষ্টাচাৰ বুলি ক'ব পাৰোঁ।

শিষ্টাচাৰৰ আচল পৰিচয় ফুটি উঠে উচ্চ স্থানত থকা মানুহে তেওঁতকৈ তলৰ স্থানত থকা মানুহৰ প্ৰতি দেখুওৱা আচৰণৰ যোগেদি। তলৰ স্থানত থকা মানুহে তেওঁতকৈ ওপৰৰ স্থানত থকা মানুহক সমীহ কৰি চলা বা সন্মান দেখুওৱাটো নিচেই স্বাভাৱিক কথা। বৰং সেইটো নকৰাটোহে হ'ব অতি অস্বাভাৱিক। ঠিক সেইদৰে সমান মান-মৰ্যাদাৰ অধিকাৰী মানুহে স্বাভাৱিকতেই পৰস্পৰৰ প্ৰতি সৌজন্য প্ৰদৰ্শন কৰে। কিন্তু যিজন মানুহ প্ৰকৃত অৰ্থত শিষ্টাচাৰী, তেওঁ তেওঁতকৈ তলৰ স্থানৰ মানুহৰ প্ৰতিও সন্মান প্ৰদৰ্শন কৰি এই কথা স্বীকাৰ কৰি লয় যে মানুহেই হ'ল মানুহৰ প্ৰধান পৰিচয়; সেই পৰিচয়ৰ তুলনাত তেওঁৰ পদ-মৰ্যাদা নিতান্তই গৌণ।

আমেৰিকাৰ ৰাষ্ট্ৰপতি আব্ৰাহাম লিংকনৰ কথা ওপৰত এবাৰ কৈ অহা হৈছে। শিষ্টাচাৰৰ প্ৰসঙ্গত তেওঁৰ নামটো আকৌ এবাৰ স্মৰণ কৰিব লগা হ'ল।

এদিন আব্ৰাহাম লিংকন ঘোঁৰাগাড়ীত উঠি কোনোবা এঠাইলৈ গৈ আছিল। ৰাতিপুৱাটো আছিল খুব স্নিগ্ধ আৰু সুন্দৰ। পুৱাৰ জুৰ বতাহ গাত লৈ চৌদিশৰ মনোৰম প্ৰাকৃতিক দৃশ্য উপভোগ কৰাৰ উদ্দেশ্যে ৰাষ্ট্ৰপতিয়ে তেওঁৰ কচোৱানক গাড়ীখন লাহে লাহে চলাবলৈ নিৰ্দেশ দিছিল।

সমুখৰ ফালৰ পৰা আহি থকা এজন বুঢ়া নিগ্ৰোৱে বাটৰ কাষত থিয় হৈ মূৰৰ টুপী খুলি ৰাষ্ট্ৰপতিক অভিবাদন জনালে।

'সুপ্ৰভাত মহাশয়, সুপ্ৰভাত'— আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিয়ে সমান সৌজন্য প্ৰদৰ্শন কৰি নিগ্ৰোজনক প্ৰতি-অভিবাদন জনালে।

(এইখিনিতে এটা কথা স্মৰণ কৰা দৰকাৰ যে যদিও আব্ৰাহাম লিংকনৰ শাসন কালতে দাস-প্ৰথাৰ বিলোপ সাধন কৰাৰ চেষ্টা আৰম্ভ হৈছিল, কিন্তু ওপৰত উল্লেখ কৰা ঘটনাটো ঘটিবৰ সময়ত আমেৰিকাত দাস-প্ৰথা পূৰামাত্ৰাই চলি আছিল, আৰু নিগ্ৰোসকল সকলো ধৰণৰ নাগৰিক অধিকাৰ আৰু সামাজিক মৰ্যাদাৰ পৰা সম্পূৰ্ণৰূপে বঞ্চিত আছিল।)

ৰাষ্ট্ৰপতি লিংকনে নিগ্ৰোজনক কেৱল সুপ্ৰভাত কৈয়েই ক্ষান্ত হৈ নাথাকিল। নিগ্ৰোজনে যেনেকৈ মূৰৰ টুপী খুলি আৰু গাটো সামান্য কুঁজা কৰি তেওঁক অভিবাদন জনাইছিল, তেৱোঁ ঠিক তেনেকৈ মূৰৰ টুপী খুলি আৰু গাটো সামান্য হলাই নিগ্ৰোজনক প্ৰতি-অভিবাদন জনালে।

একেটা বাটেদি গৈ থকা এজন শ্বেতাঙ্গ মানুহে এই গোটেই দৃশ্যটো দেখি আছিল। পিছদিনা তেওঁ

লিংকনক দেখা কৰিবলৈ তেওঁৰ কাৰ্যালয়লৈ গ'ল। অভিবাদন বিনিময়ৰ পিছত মানুহজনে লিংকনক ক'লে— 'কালি ৰাতিপুৱা আপুনি ঘোঁৰাগাড়ীত উঠি ক'ৰবালৈ গৈছিল... ...।'

মানুহজনৰ কথা শুনি লিংকনে মনে মনে ভাবিলে যে মানুহজন লিংকনৰ চকুত নপৰাত আৰু ৰাষ্ট্ৰপতিৰ লগত অভিবাদন বিনিময় কৰিবলৈ সুযোগ নোপোৱাত তেওঁ মনত আঘাত পাইছে। লিংকনে লৰালৰিকৈ ক'লে— 'মই অতিশয় দুঃখিত বন্ধু, মই আপোনাক নেদেখিলো। কিন্তু আপুনিওতো হাত দাঙি গাড়ীখন ৰখাই মোৰ লগত কথা পাতিব পাৰিলেহেঁতেন। সি যি কি নহওক, এতিয়া কওকচোন, আপুনিনো কি সকামত মোৰ ওচৰলৈ আহিছে?'

মানুহজনে ক'লে— 'মই আপোনাক এইটো কথা সুধিবলৈ আহিছোঁ— আপুনি কালি কিয় মূৰৰ টুপী খুলি আৰু সুপ্ৰভাত কামনা কৰি সেই বুঢ়া নিগ্ৰোটোক অভিবাদন জনাইছিল।'

আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিয়ে গহীন হৈ মানুহজনৰ চকুলৈ চাই ক'লে— 'মই এই কথাটোকে প্ৰমাণ কৰিবলৈ বিচাৰিছিলো যে আন কোনো মানুহতকৈ মই কম সভ্য আৰু কম শিষ্টাচাৰী নহয়!'

## আঠ

আধুনিক জগতত কৃতকাৰ্যতা অৰ্জন কৰাৰ এটা প্ৰধান সঁজুলি হ'ল কিতাপ। ইয়াৰ আগৰ এটা অধ্যায়ত কোৱা হৈছিল যে কেৱল কিতাপ পঢ়ি কোনো মানুহ জ্ঞানী আৰু চৰিত্ৰবান হ'ব নোৱাৰে। পোন্ধৰ শতিকাত যোহানেছ গুটেনবাৰ্গে ছপাযন্ত্ৰ আৱিষ্কাৰ কৰাৰ আগলৈকে কিতাপ আছিল এটা অতি দুৰ্লভ বস্তু। সমাজৰ মুষ্টিমেয় মানুহেহে কিতাপ পঢ়িব পাৰিছিল বা কিতাপ পঢ়িবলৈ পাইছিল। ফলত বেছিভাগ মানুহেই আছিল নিৰক্ষৰ। কিন্তু কিতাপেই যদি জ্ঞানৰ একমাত্ৰ উৎস বা চৰিত্ৰ-গঠনৰ প্ৰধান আহিলা হ'লহেঁতেন, তেন্তে পৃথিৱীৰ বেছিভাগ মানুহ নিৰক্ষৰ হৈ থকাৰ সময়ত বেছিভাগ মানুহেই হৈ থাকিলেহেঁতেন অজ্ঞানী আৰু চৰিত্ৰহীন। কিন্তু বাস্তৱত তাৰ বিপৰীতটোহে ঘটিছিল যেন লাগে। পৃথিৱীৰ বেছিভাগ সাধু-সন্ত, মহাত্মা আৰু ধৰ্মগুৰু ওলাইছিল সেই নিৰক্ষৰ মানুহবোৰৰ মাজৰ পৰাই। এটা মাত্ৰ উদাহৰণ স্বৰূপে ইছলাম ধৰ্মৰ প্ৰৱৰ্তক পয়গম্বৰ হজৰত মহম্মদৰ কথাকে ক'ব পাৰি। তেওঁ সম্পূৰ্ণ নিৰক্ষৰ আছিল। কিন্তু এই নিৰক্ষৰ মানুহজনে ঈশ্বৰৰ মুখৰপৰা শুনা যি মহাবাণী মানৱ জাতিলৈ এৰি থৈ গৈছে তাৰ ব্যাখ্যা কৰি যুগৰ পিছত যুগ ধৰি নিজৰ জীৱন পাত কৰিছে অসংখ্য উচ্চ শিক্ষিত মহাপণ্ডিতে।

কিন্তু সৎ পথত চলিবলৈ বা নৈতিক চৰিত্ৰ গঠন কৰিবলৈ কিতাপৰ সহায়ৰ দৰকাৰ নহ'লেও মানুহৰ বাসভূমি এই বিশ্ব-জগত সম্পৰ্কে যাৱতীয় জ্ঞান আহৰণ কৰি নিজৰ কৰ্মক্ষেত্ৰত উন্নতি কৰিবলৈ কিতাপ নপঢ়িলেই নহয়। মানুহ সভ্য হ'বলৈ আৰম্ভ কৰাৰ প্ৰথম অৱস্থাত প্ৰাকৃতিক শক্তিবোৰক বশীভূত কৰিবলৈ আৰু জীৱনৰ ৰহস্য জানিবলৈ মানুহে তন্ত্ৰ-মন্ত্ৰ আৰু যাদু-বিদ্যাৰ আশ্ৰয় লৈছিল। সেই যুগত তন্ত্ৰ-মন্ত্ৰ আৰু যাদুবিদ্যা জনা লোকসকলেই সমাজৰ আটাইতকৈ জ্ঞানী আৰু প্ৰভাৱশালী লোক বুলি বিবেচিত হৈছিল। ঠিক সেইদৰে সেই যুগত সাংসাৰিক ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰাৰ প্ৰধান সম্বল আছিল বাহুবল আৰু অস্ত্ৰবল। পৃথিৱীৰ সকলো জাতিৰ প্ৰাচীন কাব্য আৰু পুৰাণৰ বেছিভাগ নায়ক আছিল বাহুবলী আৰু অস্ত্ৰবলী বীৰসকল। তেওঁলোকেই সমাজত উচ্চতম মৰ্যাদাৰ আসন দখল কৰিছিল। কিন্তু সভ্যতাৰ বিকাশৰ লগে লগে মানুহৰ সমাজত তন্ত্ৰ-মন্ত্ৰৰ গুৰুত্ব আৰু বাহুবলৰ প্ৰাধান্য ক্ৰমান্বয়ে হ্ৰাস পাবলৈ ধৰিলে। তন্ত্ৰ-মন্ত্ৰৰ ঠাই ল'লে মানুহে প্ৰকৃতিক অধ্যয়ন কৰি লাভ কৰা জ্ঞানে; বাহুবলৰ ঠাই ল'লে মস্তিষ্কৰ বলে। প্ৰায় চাৰিশমান বছৰৰ আগতে মানুহৰ সভ্যতাত আধুনিক যুগৰ আৰম্ভ হ'ল। প্ৰাচীন যুগত বীৰৰ আসন পাইছিল বাহুবলী আৰু অস্ত্ৰবলী লোকসকলে। আধুনিক যুগত বীৰ তথা

সমাজৰ নেতাৰ আসন পাইছে মস্তিষ্ক তথা চিন্তা-শক্তিৰ বলত বলী পণ্ডিত, লেখক, দাৰ্শনিক আৰু বৈজ্ঞানিকসকলে। আধুনিক যুগত মানুহৰ উন্নতিৰ প্ৰধান আহিলা হ'ল জ্ঞান। কিতাপে জ্ঞান সঞ্চয় কৰে আৰু নতুন নতুন জ্ঞান আহৰণ কৰে। সেইকাৰণে উচ্চাকাংক্ষা থকা মানুহে নিয়মিতভাৱে কিতাপ পঢ়িবই লাগিব। কিতাপ নপঢ়া মানুহে নিজৰ উচ্চাকাংক্ষা চৰিতাৰ্থ কৰিবলৈ চেষ্টা কৰা আৰু ইন্ধন নোহোৱাকৈ মটৰ গাড়ী চলাবলৈ চেষ্টা কৰা প্ৰায় একেই কথা।

মই যদিও ক'লো যে আজিৰ যুগত উন্নতি কৰিবলৈ হ'লে কিতাপ নপঢ়িলেই নহয়, কিন্তু নিজৰ কৰ্মক্ষেত্ৰত উন্নতি কৰাটোৱেই কিতাপ পঢ়াৰ একমাত্ৰ উদ্দেশ্য নহয়। যীশুখৃষ্টৰ জন্মৰ আগতেই, অৰ্থাৎ আজিৰ পৰা দুহাজাৰ বছৰৰ আগতে মাৰ্কাছ টুলিয়াছ চিচেৰো নামৰ এজন ৰোমান দাৰ্শনিকে মানুহে কৰিব পৰা ছটা ভুলৰ কথা উল্লেখ কৰিছিল। সেইবোৰৰ ভিতৰত এটা ভুল আছিল নিয়মিতভাৱে কিতাপ পঢ়াৰ অভ্যাস আয়ত্ত নকৰা। কিতাপৰ বিষয়ে বেছি কথা কোৱাৰ আগতে বাকী পাঁচটা ভুলৰ কথাও তোমালোকক কৈ থওঁ। চিচেৰোৰ মতে মানুহে কৰিব পৰা বাকী পাঁচটা ভুল হ'ল—(১) আনক ধ্বংস নকৰাকৈ নিজে উন্নতি কৰিব নোৱাৰি—এনে এটা ভ্ৰান্ত ধাৰণা পোষণ কৰা; (২) যিবোৰ কথা সলনি কৰা বা শুধৰণি কৰা অসম্ভৱ তেনেবোৰ কথাৰ বিষয়ে অনাহকত দুশ্চিন্তা কৰি থকা; (৩) আমি কিবা এটা কাম কৰিব নোৱাৰিলো বুলিয়েই সেই কাম আন কোনেও কৰিব নোৱাৰিব, অৰ্থাৎ কামটো কৰা অসম্ভৱ—এনে এটা কথাত জোৰকৈ লাগি থকা; (৪) তুলনামূলকভাৱে গুৰুত্বহীন কামবোৰ পিছত কৰিবৰ কাৰণে পেলাই থ'বলৈ নিশিকা, আৰু (৫) আমি নিজে যেনেকৈ জীৱনটো যাপন কৰোঁ আৰু যিবোৰ কথা বিশ্বাস কৰোঁ, ঠিক তেনেকৈ জীৱনটো যাপন কৰিবলৈ আৰু সেইবোৰ কথাকে বিশ্বাস কৰিবলৈ আনকো বাধ্য কৰা।

মানুহে কৰিব পৰা ভুল মাত্ৰ এই ছটাতে সীমাবদ্ধ নহ'বও পাৰে। বা আন কোনোবা এজন দাৰ্শনিক বা জ্ঞানী মানুহক যদি মানুহে কৰিব পৰা ভুলৰ আন এখন তালিকা কৰিবলৈ কোৱা হয়, তেন্তে তেওঁৰ তালিকাত মানুহৰ আন কিবাকিবি ভুলেও ঠাই পাব পাৰে। সেইটো খুবেই স্বাভাৱিক। কিন্তু মানুহে কৰিব পৰা যি ছটা ভুলৰ কথা চিচেৰোৱে কৈছে সেইকেইটা পৰিহাৰ কৰি চলিবলৈ প্ৰত্যেক মানুহেই চেষ্টা কৰা উচিত।

দুহাজাৰ বছৰৰ আগতেই ৰোমান দাৰ্শনিক চিচেৰোৱে কৈ থৈ গৈছে যে নিয়মিতভাৱে কিতাপ পঢ়াৰ অভ্যাস আয়ত্ত নকৰাটো মানুহৰ এটা ডাঙৰ ভুল। নিয়মিতভাৱে কিয় কিতাপ পঢ়িব লাগে? কিতাপ পঢ়িব লাগে জ্ঞান আহৰণৰ কাৰণে—যি ধৰণৰ জ্ঞানে নিজৰ কৰ্মক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰিবলৈ তথা উন্নতি কৰিবলৈ মানুহক সহায় কৰে। কিতাপ পঢ়িব লাগে আনন্দ আহৰণৰ কাৰণে—যি ধৰণৰ আনন্দৰ অবিহনে জীৱনটো কোনো কোনো সময়ত নিৰস আৰু বৈচিত্ৰ্যহীন হৈ পৰে। কিতাপ পঢ়িব লাগে আমাৰ মনত মহৎ ভাব আৰু অনুভূতি জাগ্ৰত কৰিবৰ কাৰণে—যি ধৰণৰ ভাব আৰু অনুভূতিয়ে আমাক প্ৰাত্যহিক জীৱনৰ তুচ্ছতাত লেটি লৈ থকাৰ পৰা উদ্ধাৰ কৰি একোটা মহৎ লক্ষ্যৰ ফালে ঠেলি ঠেলি নি থাকে। এইবোৰৰ উপৰি মানুহৰ আজৰি সময় কটোৱাৰ বিবিধ উপায়ৰ ভিতৰত এটা অতি উত্তম উপায় হ'ল কিতাপ পঢ়া।

আধুনিক যান্ত্ৰিক যুগত অতীতৰ সকলো যুগতকৈ মানুহৰ আজৰি সময় অনেক গুণে বৃদ্ধি পাইছে। গতিকে আজৰি সময় কেনেকৈ কটোৱা যায় সেই প্ৰশ্নও আগতকৈ বেছি জটিল হৈ আহিছে। ইংৰাজ দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলেতো স্পষ্টকৈ ঘোষণা কৰিছে যে বুদ্ধি খটুৱাই আৰু বিচাৰ-বিবেচনা প্ৰয়োগ কৰি আজৰি সময়ৰ সদ্ব্যৱহাৰ কৰাৰ সামৰ্থ্য অৰ্জন কৰিব পৰাটোৱেই হ'ল সভ্যতাৰ চূড়ান্ত ফচল। বাৰ্ট্ৰাণ্ড ৰাছেল কুৰি শতিকাৰ দাৰ্শনিক। কিন্তু তেওঁতকৈ প্ৰায় আঢ়ৈ হাজাৰ বছৰৰ আগতে ওপজা আন এজন দাৰ্শনিকেও আজৰি সময় কটোৱাৰ সমস্যাটো অতি গভীৰভাৱে চিন্তা কৰিব লগা হৈছিল। তেওঁ

হ'ল গ্ৰীক দাৰ্শনিক এৰিষ্টটল। তেওঁৰ মতে মানুহে কাম কৰা সময়তকৈ আজৰি সময়ৰ গুৰুত্ব বেছি।

মানুহে কাম বা পৰিশ্ৰম কিয় কৰে? বেছিভাগ ক্ষেত্ৰতে পৰিশ্ৰমৰ উদ্দেশ্য হ'ল জীৱন নিৰ্বাহৰ কাৰণে প্ৰয়োজনীয় সমলবোৰ— অন্ন-বস্ত্ৰ-বাসস্থান— আহৰণ কৰা। সেইখিনি আহৰণ কৰাৰ পিছত মানুহে আৰু বেছিকৈ পৰিশ্ৰম কৰে আৰাম-স্বাচ্ছন্দ্য আৰু ভোগ-বিলাসৰ সামগ্ৰী আহৰণ কৰিবৰ কাৰণে। মানুহে কেৱল প্ৰাণ ধাৰণ কৰিয়েই সন্তুষ্ট হৈ থাকিব নোখোজে বা নোৱাৰে। নানা আৰাম-স্বাচ্ছন্দ্য আৰু ভোগ-বিলাসৰ উপকৰণেৰে মানুহে জীয়াই থকাৰ অভিজ্ঞতাটোকে আনন্দময় কৰিব খোজে। কিন্তু পৰিশ্ৰমৰ উদ্দেশ্য যিয়েই নহওক কিয়, কোনো মানুহেই অনবৰত পৰিশ্ৰম কৰি থাকিব নোৱাৰে। শৰীৰৰ হেৰোৱা শক্তি পুনৰ ঘূৰাই পাবৰ কাৰণে তেওঁ মাজে-সময়ে জিৰণি লোৱাৰ প্ৰয়োজন হয়। জিৰণি ল'বলৈ বাধ্য হোৱা এই সময়খিনিকো একপ্ৰকাৰে আজৰি সময় বুলি ক'ব পাৰি। কিন্তু প্ৰকৃত অৰ্থত সেইখিনি সময়কে আমি আজৰি সময় বুলি কওঁ— যিখিনি সময়ত কৰিবলৈ আমাৰ একো কাম নাথাকে বা একো কাম কৰাৰ প্ৰয়োজন নহয়।

এৰিষ্টটলৰ সময়ত গ্ৰীচ দেশত দাস-প্ৰথা প্ৰচলিত আছিল; গতিকে সংখ্যাত তাকৰীয়া কিছুমান মানুহৰ হাতত প্ৰচুৰ আজৰি সময় আছিল। আজিৰ যুগৰ মানুহৰ দাস-দাসী নাই, কিন্তু আছে নানা ধৰণৰ যন্ত্ৰ-দাস। এই যন্ত্ৰ-দাস অৰ্থাৎ বিচিত্ৰ প্ৰকাৰৰ যান্ত্ৰিক সঁজুলিবোৰে আধুনিক মানুহৰ কামৰ সময় ক্ৰমাৎ চুটি কৰিছে আৰু আজৰি সময় ক্ৰমাৎ দীঘলীয়া কৰিছে। গতিকে এই কথা একো আচৰিত নহয় যে আঢ়ৈ হাজাৰ বছৰৰ আগে-পাছে ওপজা দুজন দাৰ্শনিকৰ সমুখত একেটাই প্ৰশ্ন ঃ মানুহে আজৰি সময়বোৰ কেনেকৈ কটোৱা উচিত?

উচ্চাকাংক্ষী মানুহেও নিজকে সকলো সময়তে এই প্ৰশ্নটো কৰা উচিত ঃ গোটেই জীৱন ধৰি অশেষ পৰিশ্ৰম কৰি মই যিখিনি আজৰি সময় সৃষ্টি কৰিম, সেই আজৰি সময়খিনি মই কেনেকৈ কটাম? এজন মানুহৰ জীৱনৰ গুণগত মান কি হ'ব সেইটো নিৰ্ভৰ কৰিব এই প্ৰশ্নটোৰ উত্তৰৰ ওপৰত।

এৰিষ্টটলৰ মতে ই এটা অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন। তেওঁৰ মতে জীৱিকা উপাৰ্জনৰ কাৰণে বা নিজে বাছি লোৱা কৰ্মক্ষেত্ৰত কৃতকাৰ্য হ'বৰ কাৰণে মানুহে কৰা পৰিশ্ৰম খুব প্ৰয়োজনীয় হ'ব পাৰে; কিন্তু সেইধৰণৰ পৰিশ্ৰমে মানুহৰ জীৱনটোক সুন্দৰ আৰু মহৎ নকৰে। জীৱনটোক সুন্দৰ আৰু মহৎ কৰে কেৱল মানুহে আজৰি সময়ত কৰা কামবোৰেহে। অৰ্থাৎ এৰিষ্টটলৰ মতে আজৰি সময়খিনিও আচলতে কামৰহে সময়।

বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাই মানুহৰ আজৰি সময় ক্ৰমাৎ বৃদ্ধি কৰিছে। কিন্তু বৰ্তমান যুগৰ বেছিভাগ মানুহেই সমস্ত আজৰি সময় খৰচ কৰি শেষ কৰে কেৱল টি.ভি., চিনেমা আৰু খেলা-ধূলা চাই। জীৱিকাৰ কাৰণে কৰা পৰিশ্ৰমৰ বাহিৰে বাকী গোটেইখিনি সময় যদি মানুহে নিষ্ক্ৰিয় আমোদ-প্ৰমোদ কৰিয়েই কটাই দিয়ে, তেন্তে মানুহৰ নৈতিক আৰু মানসিক বিকাশ বাধাগ্ৰস্ত হ'ব, আৰু তাৰ ফলত বহু যুগৰ সাধনাৰে গঢ়া মানুহৰ সভ্যতা-সংস্কৃতিৰ অৱনতি ঘটিবলৈ আৰম্ভ কৰিব। সেইটোৱেই হ'ল বাৰ্ট্ৰাণ্ড ৰাছেলৰ মনত দেখা দিয়া এটা প্ৰধান আশংকা। আধুনিক মানুহৰ সমুখত দেখা দিয়া বহুতো জটিল সমস্যাৰ ভিতৰত এটা প্ৰধান সমস্যা হ'ল ঃ দিনে দিনে বাঢ়ি অহা আজৰি সময়খিনি আমি কেনেকৈ ব্যৱহাৰ কৰিম?

ধনী-দৰিদ্ৰ নিৰ্বিশেষে সকলো মানুহেই লাভদায়কভাৱে আজৰি সময়খিনি ব্যৱহাৰ কৰিব পৰাৰ এটা সহজ উপায় হ'ল ভাল কিতাপ পঢ়া। ইংৰাজ কবি টমাছ হুদে কৈছিল— 'মোৰ কিতাপবোৰেই মোক সদায় জুৱাৰিৰ আড্ডা, মদপীৰ সঙ্গ আৰু ধোদৰ পচলা নিষ্কৰ্মাবোৰৰ মেলৰ পৰা আঁতৰাই ৰাখে। যি মানুহে পোপ আৰু এডিছনৰ সান্নিধ্য পাইছে, যি মানুহে মিল্টন আৰু শ্বেক্‌ছ্‌পীয়েৰৰ নীৰৱ কিন্তু মহৎ চিন্তাধাৰাৰ অংশ লোৱাৰ সুযোগ পাইছে, তেওঁ নিশ্চয় অসৎ আৰু হীন সংসৰ্গ কেতিয়াও সহ্য কৰিব নোৱাৰে।'

কিতাপে মানুহক কু-সঙ্গ আৰু কু-কৰ্মৰ পৰা ৰক্ষা কৰাৰ উপৰি ই মানুহক মানসিক অৱসাদৰ পৰা ৰক্ষা কৰে। ই মানুহক সঙ্গ দিয়ে, শিক্ষা দিয়ে, আনন্দ দিয়ে। যি মানুহক এবাৰ কিতাপৰ নিচাই পাইছে তেওঁক আন একো নিচাই টলাব নোৱাৰে।

আধুনিক জগতত কিতাপে কেনেকৈ মানুহৰ ভাগ্য সলনি কৰে তাৰ উদাহৰণ স্বৰূপে এটা সঁচা কাহিনী কওঁ শুনা।

আমেৰিকাৰ ইণ্ডিয়ানসকল এসময়ত এছিয়াৰ অধিবাসী আছিল। প্ৰায় চল্লিশ হাজাৰ বছৰৰ আগতে তেওঁলোকে ছাইবেৰিয়াৰ ওচৰৰ বেৰিং প্ৰণালী পাৰ হৈ উত্তৰ আমেৰিকাত প্ৰৱেশ কৰে। দক্ষিণ আমেৰিকালৈকে বিয়পি পৰিবলৈ তেওঁলোকৰ আৰু ত্ৰিশ হাজাৰ বছৰ সময় লাগিছিল। নানা উপজাতিত বিভক্ত ইণ্ডিয়ানসকলৰ কেইটামান উপজাতি এতিয়াও আদিম অসভ্য অৱস্থাতে আছে যদিও আন কেবাটাও ইণ্ডিয়ান উপজাতিয়ে আমেৰিকাৰ মাটিত ইউৰোপীয়সকলে ভৰি দিয়াৰ কেবাশতিকাৰ আগতেই কেবাটাও উন্নত সভ্যতা গঢ়ি তুলিছিল। সেইবোৰৰ ভিতৰত আজতেক্ আৰু ইন্‌কা সভ্যতা বিশেষভাৱে উল্লেখযোগ্য। অসমীয়া কবি দেৱকান্ত বৰুৱাই তেওঁৰ 'আমি দুবাৰ মুকলি কৰোঁ' নামৰ বিখ্যাত কবিতাত ইন্‌কা সভ্যতাৰ কথা বিশেষভাৱে উল্লেখ কৰিছে। (ভ্ৰমিলো বহুত বাট, পেৰুত ইন্‌কাৰ স'তে সোণ-ৰূপ খটোৱা পাল্কিত।)

দক্ষিণ আমেৰিকাৰ আমাজন নদী পৃথিৱীৰ দ্বিতীয় দীৰ্ঘতম নদী। এই নদীৰ দুয়ো পাৰৰ বিশাল অটব্য অৰণ্যক ৰেইন-ফৰেষ্ট তথা বৰ্ষাৰণ্য বুলি কোৱা হয়। কিয় কোৱা হয় তাৰ ব্যাখ্যা নামটোৰ মাজতেই পোৱা যায়। এই বিশাল গভীৰ অৰণ্যক আৱিষ্কাৰ কৰি মানুহে এতিয়াও শেষ কৰিব পৰা নাই। নৃ-তত্ত্ববিদসকলৰ অনুমান যে আমাজন বৰ্ষাৰণ্যৰ আটাইতকৈ ভিতৰুৱা আৰু দুৰ্গম অঞ্চলবোৰত এতিয়াও এনে কিছুমান ইণ্ডিয়ান জনগোষ্ঠী আছে—যিসকলে যোৱা দহ হাজাৰ বছৰ ধৰি বাহিৰৰ জগতৰ একো খবৰ নাপায়। বাহিৰৰ জগতৰ মানুহে এতিয়ালৈকে তেওঁলোকক দেখা নাই; তেওঁলোকৰো বাহিৰৰ জগতৰ মানুহৰ লগত এতিয়ালৈকে ভেটাভেটি হোৱা নাই। তেওঁলোকক অদৃশ্য মানুহ বুলি কোৱা হয়।

কিন্তু পেৰুৰ বৰ্ষাৰণ্যৰ এটা তেৰ বছৰীয়া ইণ্ডিয়ান ল'ৰা এদিন ঘটনা-ক্ৰমে বাহিৰৰ জগতৰ সংস্পৰ্শলৈ আহিল।

কোনোবা এজন মিশ্যনেৰিয়ে বৰ্ষাৰণ্য চাবলৈ গৈ ভুলক্ৰমে বা আন যিকোনো প্ৰকাৰেই হওক, বিশ্ববিখ্যাত আলোচনী 'নেশ্যনেল জিয়গ্ৰাফিক'ৰ এটা কপি তাত এৰি থৈ আহিছিল। মিগুৱেল হিলাৰিঅ' মেনেনিমা নামৰ তেৰবছৰীয়া ইণ্ডিয়ান ল'ৰাটো হাবিত ঘূৰি ফুৰোঁতে ঘাঁহনিৰ ওপৰত পৰি থকা আলোচনীখন তাৰ চকুত পৰিল। তেনেকুৱা বস্তু ইয়াৰ আগতে সি জীৱনত কেতিয়াও দেখা নাছিল। শিপিবো-কনিবো নামৰ উপজাতিত জন্মগ্ৰহণ কৰা এই ল'ৰাটোৰ মাকে পিৰান্‌হা মাছ ধৰি আৰু আৰ্মাদিল্লো চিকাৰ কৰি নাৱেৰে ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ ঘূৰি ফুৰোঁতে নাৱতেই তাৰ জন্ম হৈছিল। সাবালক হৈ সিও তাৰ মাকৰ বৃত্তিকেই ল'বলৈ বাধ্য হ'লহেঁতেন, আৰু শতাব্দীৰ পিছত শতাব্দী ধৰি তাৰ পূৰ্বপুৰুষে যি ধৰণৰ জীৱন কটাইছিল, সেই একেধৰণৰ জীৱন কটাই পৃথিৱীৰ পৰা বিদায় ল'বলৈ বাধ্য হ'লহেঁতেন মিগুৱেল নামৰ সেই ইণ্ডিয়ান ল'ৰাটোও। বাহিৰৰ নিত্য-পৰিৱৰ্তনশীল বিশাল জগতখনৰ কোনো খবৰ নোপোৱাকৈয়ে দুৰ্গম বৰ্ষাৰণ্যত জন্মগ্ৰহণ কৰা ল'ৰাটোৰ জীৱন শেষ হৈ গ'লহেঁতেন বৰ্ষাৰণ্যৰ অন্ধকাৰতেই।

কিন্তু অকল্পনীয়ভাৱে তাৰ জীৱন আৰু ভাগ্য সলনি কৰি দিলে ঘাঁহনিত পৰি থকা 'নেশ্যনেল জিয়গ্ৰাফিক' নামৰ আলোচনীখনে।

কিতাপ, আলোচনী, কাগজ, ছপা আখৰ, ছবি—এইবোৰ বস্তু জীৱনত সি কেতিয়াও দেখা নাছিল। এনেবোৰ বস্তুৰ অস্তিত্ব কল্পনা কৰাটোও তাৰ পক্ষে আছিল অসম্ভৱ। ঘাঁহনিৰ পৰা আলোচনীখন বুটলি লৈ সি তাৰ পাত লুটিয়াবলৈ ধৰিলে। 'নেশ্যনেল জিয়গ্ৰাফিক'ৰ পাতে পাতে থাকে ছবি। ছবিৰ ভাষা বিশ্বজনীন; অৰ্থাৎ মানুহৰ বাসভূমি, জাতি আৰু ভাষা যিয়েই নহওক কিয়, ছবি চাই সেইখন কিহৰ

ছবি সেই কথা মানুহে বুজিব পাৰে বা অনুমান কৰি ল'ব পাৰে। নিৰক্ষৰ মানুহেও ছবি চাই কিবাকিবি কথা অনুমান কৰি ল'ব পাৰে।

আলোচনীখনৰ পাত লুটিয়াই থাকোঁতে এটা পৃষ্ঠাত থকা নিউইয়ৰ্ক চহৰৰ এখন ছবিত মিগুৱেলৰ চকু থৰ লাগি ৰ'ল। বহুত সময় ধৰি ছবিখন চাই চাই জীৱনত প্ৰথম বাৰৰ কাৰণে সি এই কথা জানিব পাৰিলে যে আমাজন নদীৰ পাৰৰ বৰ্ষাৰণ্যখনেই সমগ্ৰ পৃথিৱী নহয়। বৰ্ষাৰণ্যৰ চাৰিসীমাৰ বাহিৰত অন্য এখন পৃথিৱী আছে, আৰু তাত সেই ছবিখনত দেখুওৱাৰ নিচিনা ঠাই আছে। সি তেতিয়াই মনে মনে প্ৰতিজ্ঞা কৰিলে যে বাহিৰৰ সেই ৰহস্যময় পৃথিৱীখন নিজৰ চকুৰে নেদেখালৈকে সি কেতিয়াও নমৰে। মিগুৱেলৰ তেতিয়া বয়স হৈছিল তেৰবছৰ।

মিশ্যনেৰিসকলৰ সহায়ত সি বৰ্ষাৰণ্যৰ পৰা কিছুদূৰত এখন চহৰৰ স্কুলত নাম ভৰ্তি কৰিলে। তাৰ গাঁৱৰ পৰা স্কুললৈ নাৱেৰে আছিল চাৰিদিনৰ বাট। যথা সময়ত স্কুলৰ শিক্ষা সাং কৰি সি পেৰুৰ ৰাজধানী লিমাৰ কলেজত পঢ়িবলৈ গ'ল। কলেজত পঢ়িবৰ কাৰণে মিশ্যনেৰিসকলে তাক যথেষ্ট সহায় কৰিছিল যদিও তাৰ প্ৰয়োজন অনুপাতে সেই সহায় যথেষ্ট নাছিল। অনেক সময়ত হোটেলৰ পেলনীয়া এৰেহা খাদ্য খাই সি ভোকৰ জ্বালা শাঁত কৰিব লগা হৈছিল; কিতাপ পঢ়িব লগা হৈছিল আলিবাটৰ বিজুলী-চাকিৰ পোহৰত। এই কঠোৰ তপস্যাৰ পুৰস্কাৰ সি নোপোৱাকৈ নাথাকিল। কলেজৰ শেষ পৰীক্ষাত সসম্মানে উত্তীৰ্ণ হৈ সি অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লাভ কৰিবৰ কাৰণে এটা বৃত্তি পালে। এনেকৈয়ে এখন কিতাপৰ বোকোচাত উঠি এটা ল'ৰা আমাজনৰ বৰ্ষাৰণ্যৰ পৰা, আৰু লগতে হাজাৰ বছৰীয়া অজ্ঞানতাৰ অন্ধকাৰৰ পৰা, ওলাই আহি অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ৰ নিচিনা বিশ্ববিখ্যাত জ্ঞান-চৰ্চাৰ কেন্দ্ৰত প্ৰৱেশ কৰিবলৈ সক্ষম হ'ল।

এনেকুৱাই কিতাপৰ মহিমা।

উইল ডুৰাণ্ট নামৰ এজন আমেৰিকান লেখক তেওঁৰ দুখন কিতাপৰ কাৰণে সমগ্ৰ পৃথিৱীতে বিখ্যাত। কিতাপ দুখনৰ নাম হ'ল 'দৰ্শনৰ কাহিনী' (The Story of Philosophy) আৰু 'সভ্যতাৰ কাহিনী' (The Story of Civilisation)। উইল ডুৰাণ্টে ইমান সৰল আৰু মনোৰম ভাষাত দৰ্শন আৰু ইতিহাসৰ কাহিনী লিখিছে যে সেই দুটা বিষয়ৰ প্ৰতি অকণো আগ্ৰহ অনুভৱ নকৰা মানুহেও কিতাপদুখন পঢ়িবলৈ বাধ্য হৈছে। তেওঁৰ কিতাপ পঢ়িয়েই পৃথিৱীৰ লাখ লাখ মানুহ দৰ্শন আৰু ইতিহাসৰ প্ৰতি অনুৰাগী হৈছে। ইয়াৰ উপৰিও তেওঁ আৰু এটা ডাঙৰ কাম কৰিছে। কিতাপ পঢ়াটো যে কিমান লাভদায়ক আৰু আনন্দদায়ক কাম সেইটো কথা সৰ্বসাধাৰণ মানুহক বুজাবলৈ তেওঁ বহুতো মনোৰম প্ৰবন্ধ লিখিছে। বৰ্তমান যুগত কিতাপ পঢ়াৰ অভ্যাস জনপ্ৰিয় কৰি তোলাত উইল ডুৰাণ্টে এটা ডাঙৰ ভূমিকা লৈছে।

উদাহৰণ স্বৰূপে, উইল ডুৰাণ্টৰ এখন ৰচনাৰ এটা সৰু অংশ মই তলত অসমীয়ালৈ অনুবাদ কৰি দিছোঁ। সেইখিনি কথা পঢ়াৰ পিছতো যদি তোমালোকে কিতাপৰ প্ৰতি অকণো আগ্ৰহ অনুভৱ নকৰা, তেনেহ'লে বুজিব লাগিব যে তোমালোকৰ পাষাণ-হৃদয় গলাবলৈ স্বয়ং ভগৱানৰো সাধ্য নাই!

উইল ডুৰাণ্টে লিখিছে—

'মই যদি ধনী মানুহ হ'লোহেঁতেন, তেন্তে মই বহুতো কিতাপ কিনি মোৰ নিজৰ কাৰণে এটা ডাঙৰ পুথিভঁৰাল কৰিলোহেঁতেন। কিতাপবোৰ মই ইমান ধুনীয়াকৈ বন্ধাই ল'লোহেঁতেন— যাতে সিহঁতৰ চেহেৰা দেখিলেই মোৰ চকুত আনন্দৰ জেউতি বিৰিঙি উঠে আৰু সিহঁতক চুইয়ো ভাল লাগে। কিতাপবোৰৰ কাগজ হ'লহেঁতেন দামী আৰু আখৰবোৰ সহজে পঢ়িব পৰাকৈ ডাঙৰ। কিতাপবোৰেই মোৰ দেৱতা। সেই দেৱতাসকলক মই পিন্ধালোহেঁতেন সোণ-চৰোৱা দামী চামৰাৰ সাজ। মই ৰাতি কিতাপবোৰৰ সমুখত শাৰী শাৰী মমবাতি জ্বলালোহেঁতেন আৰু সিহঁতৰ নাম জপ কৰিলোহেঁতেন ৰুদ্ৰাক্ষৰ মালাৰ দৰে। মই মোৰ পুথিভঁৰালটো আন্ধাৰ,

শীতল আৰু আহল-বহল কৰি ল'লোহেঁতেন; বাহিৰৰ অবাঞ্ছিত শব্দ আৰু দৃশ্য তাত প্ৰৱেশ কৰিব নোৱৰাৰ ব্যৱস্থা কৰিলোহেঁতেন। কোঠাটোত থাকিলহেঁতেন কেবাখনো আৰামদায়ক চকী— যাতে চকীকেইখন দেখিলেই তাত বহি চিন্তা কৰিবলৈ আৰু ধ্যান কৰিবলৈ মন যায়। পুথিভঁৰালটোৰ বিভিন্ন অংশ পোহৰ কৰিবলৈ মই ঢাকনী-লগোৱা লেম্প ব্যৱহাৰ কৰিলোহেঁতেন। বেৰৰ প্ৰতিআঙুল ঠাই ঢাকি ৰাখিলেহেঁতেন শাৰী শাৰী কিতাপবোৰে— যিবোৰৰ মাজত সঞ্চিত হৈ আছে যুগ যুগৰ পুঞ্জীভূত জ্ঞান। আৰু এনেকৈ সজাই লোৱা পুথিভঁৰালটোলৈ মোৰ হাতদুখনে আৰু মোৰ হৃদয়ে দিন-ৰাতিৰ যিকোনো সময়তে নিমন্ত্ৰণ কৰিলেহেঁতেন মোৰ বন্ধুসকলক— যদিহে তেওঁলোকৰ হাতবোৰ পৰিষ্কাৰ আৰু আত্মা জ্ঞানৰ ক্ষুধাত কাতৰ।

মোৰ সেই কিতাপৰ মন্দিৰৰ সোঁমাজত মই জমা কৰিলোহেঁতেন সমগ্ৰ পৃথিবীৰ শিক্ষাদায়ক সাহিত্যৰ বাছকবনীয়া সৰ্বশ্ৰেষ্ঠ এশখন কিতাপ। কিতাপবোৰ থ'বলৈ মই মনতে কল্পনা কৰি লওঁ এখন ৰঙাকাঠৰ টেবুল। ওৱেষ্টমিনষ্টাৰ এবিত থকা ৰজা হেনৰিৰ গীৰ্জাৰ মণিকূটটোত লগোৱা কাঠবোৰ যিসকল বাঢ়ৈয়ে কাটি উলিয়াইছিল সেই একেকেইজন বাঢ়ৈয়েই মোৰ টেবুলখনো পৰম যত্নসহকাৰে সাজিছিল বুলি মই মনতে কল্পনা কৰি লওঁ। মোৰ প্ৰিয় কিতাপবোৰক ধূলি-মাকতিৰ পৰা ৰক্ষা কৰিবলৈ টেবুলখনৰ সোঁমাজত থাকিব এটা আইনাৰ বাকচ। বাকচটো আইনাৰ হোৱাৰ কাৰণে মানুহে কিতাপবোৰ চাই থাকিবও পাৰিব। মই কল্পনা কৰি লওঁ যে প্ৰতিসপ্তাহে একোটা নিৰ্দিষ্ট সময়ত মোৰ বন্ধুসকল তালৈ আহিব, আৰু মধুৰ আলস্যৰ মাজত তেওঁলোকে হাতত তুলি ল'ব ইখনৰ পিছত সিখন কিতাপ।

তুমিও মোৰ লগত বহিবানে? সম্ভৱতঃ তুমি এজন কলেজীয়া ছাত্ৰ, আৰু তুমি শিক্ষা-জীৱন আৰম্ভ কৰিবলৈ সাজু হৈছা। এনেকুৱাও হ'ব পাৰে যে কলেজলৈ যাবলৈ তুমি কেতিয়াও সুযোগেই নাপালা। তুমি যদি পঢ়াশলীয়া পাঠ্যক্ৰমৰ পৰিৱৰ্তে জীৱনটোকে অধ্যয়ন কৰিছা, তেন্তে সিও ভাল কথা। বাস্তৱতাৰ লগত ঘঁহনি খাই তুমি মহৎ মানুহৰ মহত্ত্ব বুজিব পৰাকৈ পৈণত হৈ উঠিছা। মোৰ এই টেবুলত বহি তুমি মনৰ আন্তৰ্জাতিক সংঘৰ সদস্য-পদৰ কাৰণে প্ৰস্তুতি চলাব পাৰিবা; তুমি বন্ধুত্ব স্থাপন কৰিবা প্লেটো আৰু লিওনাৰ্ডোৰ লগত; বেকন আৰু মৰ্তাইৰ লগত।... ...

## ন

প্ৰত্যেক মানুহেই নিজৰ ভৱিষ্যতৰ পৰিকল্পনা কৰোঁতে এটা অতি গুৰুত্বপূৰ্ণ কথা মনত ৰখা উচিত। সেইটো হৈছে এই যে কোনো মানুহেই এটা পানী-নসৰকা কোঠালি বা বিচ্ছিন্ন দ্বীপ নহয়। মানুহ সামাজিক জীৱ। সহস্ৰ বন্ধনৰ দ্বাৰা তেওঁ সমাজৰ লগত অবিচ্ছেদ্যভাৱে জড়িত। আন কথাত ক'বলৈ গ'লে সমাজক বাদ দি ব্যক্তিৰ অস্তিত্ব কল্পনা কৰাই অসম্ভৱ। এজন মানুহক যদি তেওঁৰ শৈশৱ কালতে এটা নিৰ্জন দ্বীপলৈ নিৰ্বাসিত কৰি মৃত্যু নোহোৱা পৰ্যন্ত তেওঁক তাত সম্পূৰ্ণ অকলশৰে থাকিবলৈ বাধ্য কৰা হয়, তেওঁক তাত বিবিধ ভোগ-বিলাসৰ সামগ্ৰীৰে পুতি থ'লেও মানুহজনে জীয়াই থকাৰ আনন্দ অনুভৱ কৰিব নোৱাৰিব। কোনো মানুহেই কেৱল নিজৰ কাৰণে জীয়াই থাকিব নোৱাৰে। মানুহে যদি কাকো ভাল পাব নোৱাৰে বা কাকো ঘৃণা কৰিব নোৱাৰে, কাকো শ্ৰদ্ধা কৰিব নোৱাৰে বা কাকো নিন্দা কৰিব নোৱাৰে, তেন্তে মানুহৰ হৃদয় বোলা বস্তুটোৰ গঠন আৰু বিকাশ হ'ব নোৱাৰে। হৃদয় তথা আৱেগ-অনুভূতি নথকা মানুহৰ লগত যন্ত্ৰৰ একো পাৰ্থক্য নাই। আনহাতে আৱেগ-অনুভূতিৰ অৰ্থই হ'ল সমাজ পাতি বাস কৰা মানুহে ইজনে সিজনৰ প্ৰতি প্ৰকাশ কৰা প্ৰেম-ঘৃণা, শ্ৰদ্ধা-নিন্দা, ঈৰ্ষা-কৰুণা আদি নানা ধৰণৰ প্ৰতিক্ৰিয়া। এজন মানুহে যদি জন্মৰ পৰা মৃত্যুলৈকে সম্পূৰ্ণ অকলশৰে জীৱনটো কটাবলগীয়া হয়, তেন্তে তেওঁ কাৰো প্ৰতি কোনো ধৰণৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰাৰ প্ৰয়োজনেই নহ'ব। ফলত তেওঁ হ'ব এজন হৃদয়হীন আৰু আকাংক্ষাহীন মানুহ। তেনে মানুহৰ জীৱনৰ কোনো অৰ্থ আৰু লক্ষ্য থাকিব নোৱাৰিব। সেই কাৰণে কথাটো এনেকৈ ক'লে বোধহয় ভুল নহ'ব যে যদিও ব্যক্তিৰ সমষ্টিয়েই সমাজ, কিন্তু ব্যক্তিক গঢ়ি তোলে সমাজেহে। সমাজক বাদ

দি ব্যক্তিৰ কোনো উচ্চাকাংক্ষা বা জীৱনৰ সাৰ্থকতা থাকিব নোৱাৰে। সেই কাৰণেই মহাবিজ্ঞানী এলবাৰ্ট আইনষ্টাইনে কৈছিল— 'কোনো মানুহেই নিজে অকলে একো কৰিব নোৱাৰে। তেওঁ নিজে জীৱনত যি হ'ব পাৰিছে বা কৰিব পাৰিছে তাৰ কাৰণে তেওঁ সমাজৰ অসংখ্য মানুহৰ ওচৰত নানা প্ৰকাৰে ঋণী। নিজৰ কামৰ দ্বাৰাই আৰু সেৱাৰ দ্বাৰাই সেই ঋণ পৰিশোধ কৰিবলৈ চেষ্টা কৰাটো প্ৰতিজন মানুহৰে পবিত্ৰ কৰ্তব্য।'

এইখিনি কথা কোৱাৰ অৰ্থ হ'ল এইটো যে ব্যক্তিগত উন্নতিয়েই মানুহৰ একমাত্ৰ উচ্চাকাংক্ষা হ'ব নোৱাৰে। ধৰা, তোমাৰ জীৱনৰ উচ্চাকাংক্ষা আছিল এজন গায়ক বা অভিনেতা বা চিকিৎসক হোৱা। কঠোৰ পৰিশ্ৰমৰ দ্বাৰাই তুমি তোমাৰ জীৱনৰ লক্ষ্যত উপনীত হ'বলৈ সমৰ্থ হ'লা। তাকে কৰি তুমি প্ৰচুৰ মান-যশ আৰু ধনৰো অধিকাৰী হ'লা। কিন্তু কেৱল সেইখিনি পায়েই তুমি জীৱনত সুখ আৰু শান্তি পাব পাৰিবানে? যদি সুখ আৰু শান্তিয়েই নাপালা, তেন্তে মান-যশ আৰু ধন-সম্পত্তি পাই তোমাৰ লাভ হ'ল কি?

আচলতে প্ৰতিজন মানুহে জীৱনৰ নাটকত একে সময়তে বহুতো ভূমিকাত অভিনয় কৰিব লগা হয়। 'লাচিত বৰফুকন' নাটকত তোমাক যদি লাচিত বৰফুকনৰ ভাও দিয়া হয়, তেন্তে তুমি কেৱল সেইটো ভাৱত অভিনয় কৰিলেই হ'ব। কিন্তু জীৱনৰ নাটকত সেই কথা নাখাটে। জীৱনৰ নাটকত তুমি কেৱল এজন ডাক্তৰ বা উকীল নহয়; কেৱল এজন গায়ক বা অভিনেতা নহয়। জীৱনৰ নাটকত তুমি কাৰোবাৰ পুত্ৰ, কাৰোবাৰ পিতা; কাৰোবাৰ পত্নী, কাৰোবাৰ ভগ্নী; কাৰোবাৰ বন্ধু, কাৰোবাৰ প্ৰতিবেশী। এইবোৰৰ উপৰি তুমি সমাজৰ এজন সদস্য তথা নাগৰিক। মঞ্চৰ নাটকত তুমি কেৱল লাচিত বৰফুকনৰ ভূমিকাত দক্ষতাৰে অভিনয় কৰিব পাৰিলেই নিজৰ সৃষ্টিৰ আনন্দ অনুভৱ কৰাৰ উপৰিও দৰ্শক আৰু সমালোচকৰ প্ৰশংসা পাবা। কিন্তু জীৱনৰ নাটকত তুমি একে সময়তে কেবাটাও ভূমিকাত দক্ষতাৰে অভিনয় কৰিব পাৰিলেহে জীয়াই থকাৰ আনন্দ আৰু সমাজৰ প্ৰশংসা পাবা। সেইকাৰণে তোমাৰ জীৱনৰ উচ্চাকাংক্ষা কেৱল ডাক্তৰ বা উকীল, বিজ্ঞানী বা সাহিত্যিক হোৱাৰ মাজতে সীমাবদ্ধ থাকিলে নহ'ব। তুমি নিজকে তিল তিলকৈ প্ৰস্তুত কৰিব লাগিব এজন আদৰ্শ পুত্ৰ আৰু পিতৃ, স্বামী আৰু পত্নী, বন্ধু আৰু প্ৰতিবেশী হ'বলৈ; লগতে সমাজৰ এজন আদৰ্শ নাগৰিক হ'বলৈ। এই একেটা কথাকে অলপ বেলেগ ভাষাৰে এনেকৈয়ো ক'ব পাৰি যে জীৱনত কেৱল তুমি নিজে সুখী হ'লেই নহ'ব; অনকো সুখী কৰিবলৈ তুমি শিকিব লাগিব। চাৰিওফালে অসুখী মানুহৰ দ্বাৰা পৰিৱেষ্টিত হৈ থাকি তুমি কেতিয়াও অকলে সুখী হ'ব নোৱাৰা। সেই কাৰণে প্ৰত্যেক মানুহে নিজৰ স্বাৰ্থতেই নিজে সুখী হোৱাৰ লগতে আনক সুখী কৰিবলৈ চেষ্টা কৰাটোকো জীৱনৰ এটা পবিত্ৰ কৰ্তব্য হিচাপে গ্ৰহণ কৰিব লাগে। এই ৰচনাখনৰ দ্বিতীয়টো অধ্যায়ত তোমালোকক মই মোৰ এজন শিক্ষাগুৰুৰ কথা কৈছিলো। আমি পাঠশালাত তেওঁৰ ছাত্ৰ হৈ থাকোঁতে কথা-প্ৰসঙ্গত তেওঁ এদিন আমাক কৈছিল— '... ... আনৰ মুখত হাঁহি ফুটাবলৈ চেষ্টা কৰা,— সেইটোৱেই হ'ব মোৰ জীৱনৰ ব্ৰত। আজিকালিৰ ভাষাত উচ্চাকাংক্ষা।' প্ৰত্যেক মানুহেই মোৰ শিক্ষাগুৰুজনৰ নিচিনাকৈ আনৰ মুখত হাঁহি ফুটোৱাটোকে জীৱনৰ একমাত্ৰ ব্ৰত বা উচ্চাকাংক্ষা হিচাপে গ্ৰহণ কৰাৰ দৰকাৰ নাই। সেইটো কৰিলে জীৱনৰ বিভিন্ন কৰ্মক্ষেত্ৰত কাম কৰি সমাজৰ উন্নতি সাধিবলৈ মানুহৰ অভাৱ হ'ব। কিন্তু মানুহে নিজৰ ব্যক্তিগত উচ্চাকাংক্ষা চৰিতাৰ্থ কৰিবলৈ চেষ্টা কৰি থকাৰ লগতে আনৰ মুখত হাঁহি ফুটাই তুলিবলৈ অৰ্থাৎ আনক সুখী কৰিবলৈ চেষ্টা কৰি থাকিব পাৰে। এই দুটাৰ মাজত কোনো বিৰোধ নাই। তাৰ কাৰণে অতিৰিক্ত শক্তি আৰু সময় খৰচ কৰাৰো কোনো দৰকাৰ নাই। তাৰ কাৰণে মানুহৰ হৃদয়ত থাকিব লাগে কেৱল আনৰ প্ৰতি মৰম আৰু সহানুভূতি।

আইনষ্টাইনে কৈছিল যে প্ৰত্যেক মানুহে সমাজৰ ঋণ পৰিশোধ কৰিবলৈ চেষ্টা কৰিব লাগে। তেওঁ নিজে সেইটো কৰিছিল মানুহৰ জ্ঞানৰ দিগন্ত বিস্তৃত কৰি। অন্যান্য প্ৰতিভাশালী লোকসকলেও শিল্প, সঙ্গীত, সাহিত্য, দৰ্শন আদি বিভিন্ন ক্ষেত্ৰলৈ নিত্য-নৱ অৱদান আগবঢ়াই সমাজৰ ঋণ পৰিশোধ কৰে। কিন্তু কেৱল সেইটোৱেই সমাজৰ ঋণ পৰিশোধ কৰাৰ একমাত্ৰ উপায় নহয়। ঠিক সেইদৰে সমাজৰ ঋণ পৰিশোধ কৰাৰ একচেটিয়া অধিকাৰ একমাত্ৰ প্ৰতিভাশালী লোকসকলক কোনেও দিয়া নাই। প্ৰতিভা থাকক বা নাথাকক,

প্ৰত্যেক মানুহেই সমাজৰ ঋণ পৰিশোধ কৰিব পৰাৰ এটা অতি সহজ উপায় আছে। সেইটো হৈছে সমাজৰ সেৱা কৰিবলৈ কিছু সময় আছুতীয়াকৈ ৰখা। সমাজৰ সেৱা কৰা মানেও আচলতে নিজকে সেৱা কৰা বুলিয়ে বুজিব লাগে, কাৰণ সামূহিকভাৱে সমাজখনৰ উন্নতি বা মঙ্গল হ'লে তাৰ ভাগ সমাজৰ প্ৰত্যেকজন সদস্যই পায়।

ভাৰত এখন দৰিদ্ৰ দেশ। পৃথিৱীৰ দৰিদ্ৰ দেশবোৰৰ তালিকাত ভাৰতেও স্থায়ীভাৱে স্থান দখল কৰি আছে। অন্ততঃ এতিয়ালৈকে। অৱশ্যে সেই কথাৰ অৰ্থ এইটো নহয় যে ভাৰতত ধনী মানুহ একেবাৰেই নাই বা আৰ্থিক ক্ষেত্ৰত ভাৰতে সমূলি অগ্ৰগতি লাভ কৰিব পৰা নাই। ভাৰতৰ এশ কোটি মানুহৰ ভিতৰত দহ-পোন্ধৰ কোটিমান মানুহ যথেষ্ট ধনী হৈছে। পৃথিৱীৰ যিকোনো উন্নত দেশৰ মাফকাঠিৰেই তেওঁলোকক ধনী বুলি ক'ব পাৰি। ঠিক সেইদৰে পৃথিৱীৰ যি দহখন দেশক ঔদ্যোগিক ক্ষেত্ৰত আটাইতকৈ উন্নত বা আগবঢ়া দেশ বুলি ধৰা হয়, সেই দহখন দেশৰ এখন হ'ল ভাৰত। অথচ ভাৰত এতিয়াও এখন অতি দৰিদ্ৰ দেশ বুলিয়ে পৰিগণিত হৈ আছে। তাৰ কাৰণ হ'ল এয়েই যে এই বিশাল দেশখনৰ আশী বা নব্বৈ কোটি মানুহ এতিয়াও দৰিদ্ৰ হৈ আছে। তেওঁলোকৰ ভিতৰতো এনে বহু কোটি মানুহ আছে—যিসকল কেৱল দৰিদ্ৰ নহয়; তেওঁলোক অতি-দৰিদ্ৰ। এজন মানুহৰ দৈনিক উপাৰ্জন যিমানখিনি হ'লে তেওঁক দৰিদ্ৰ বুলি ধৰা হয়, এই অতি দৰিদ্ৰ মানুহবোৰৰ দৈনিক উপাৰ্জন তাতোকৈয়ো কম। ভাৰতত এনে মানুহৰ সংখ্যা বেছি হোৱাৰ কাৰণেই ই এতিয়াও পৃথিৱীৰ আটাইতকৈ দৰিদ্ৰ দেশবোৰৰ এখন হৈ আছে।

আমেৰিকা যুক্তৰাষ্ট্ৰ এখন ধনী দেশ। কেৱল ধনী দেশ নহয়, ই সমগ্ৰ বিশ্বৰ ভিতৰত আটাইতকৈ ধনী দেশ। মানৱ জাতিৰ কেবাহাজাৰ বছৰীয়া বুৰঞ্জীত আমেৰিকা যুক্তৰাষ্ট্ৰৰ সমান ধনী দেশৰ দ্বিতীয় এটা উদাহৰণ পাবলৈ নাই। বিল গেইটছ নামৰ এজন আমেৰিকান ধনকুবেৰৰ বাৰ্ষিক উপাৰ্জনৰ পৰিমাণ পৃথিৱীৰ বেছিভাগ দেশৰ বাৰ্ষিক বাজেটৰ ধনৰ পৰিমাণতকৈ বেছি। আমেৰিকা যুক্তৰাষ্ট্ৰ কিমান ধনী দেশ সেই কথা বুজিবলৈ এই এটা মাত্ৰ উদাহৰণেই যথেষ্ট।

আমেৰিকা যুক্তৰাষ্ট্ৰ পৃথিৱীৰ আটাইতকৈ ধনী দেশ হোৱাৰ বহুতো ঐতিহাসিক কাৰণ আছে। গোটেইবোৰ কাৰণ উল্লেখ কৰিবলৈ ইয়াত ঠাই নহ'ব। আমাৰ আলোচ্য বিষয়ৰ লগত তাৰ বিশেষ সম্পৰ্কও নাই। কিন্তু এটা কথা নক'লেই নহয় যে আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু অন্যান্য যিকেইখন দেশ খুব ধনী হৈছে তেওঁলোকৰ ধন-সোণ আকাশৰ পৰা তেওঁলোকৰ মুখলৈ সৰি পৰা নাই; তেওঁলোকে সেই ধন-সোণ উপাৰ্জন কৰিছে কঠোৰ পৰিশ্ৰম কৰি। মাৰ্টিন লুথাৰ আৰু জন কেলভিন আদি দুজনমান খ্ৰীষ্টিয়ান ধৰ্মগুৰুৱে চাৰিশমান বছৰৰ আগতেই ইউৰোপৰ মানুহক এই শিক্ষা দিছিল যে মানুহে কামৰ যোগেদিও ঈশ্বৰৰ উপাসনা কৰিব পাৰে আৰু কাম ভালকৈ কৰাটো মানুহৰ অৱশ্য-পালনীয় কৰ্তব্য। জন কেলভিনে আনকি এই বুলিও কৈছিল যে যি মানুহে পৃথিৱীৰ কৰ্মক্ষেত্ৰত কৃতকাৰ্যতা অৰ্জন কৰিব নোৱাৰে, তেওঁ স্বৰ্গলৈ যোৱাৰো যোগ্যতা অৰ্জন কৰিব নোৱাৰে। অৰ্থাৎ ইউৰোপৰ মানুহৰ মূৰত এই কথাটো ভালকৈ সুমুৱাই দিয়া হ'ল যে কঠোৰ পৰিশ্ৰম কৰাটো প্ৰত্যেক মানুহৰে এটা নৈতিক কৰ্তব্য।

ইউৰোপ-আমেৰিকাৰ বহুতো দেশ ধনী হোৱাৰ নানা ঐতিহাসিক কাৰণ থাকিব পাৰে। উদাহৰণ স্বৰূপে, সেইবোৰ দেশে ঔপনিবেশিক শোষণৰ দ্বাৰা এছিয়া-অফ্ৰিকাৰ বহুতো দেশৰ ধন-সোণ লুণ্ঠন কৰি নিছিল। কিন্তু এটা কথা কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰি যে তেওঁলোকৰ উন্নতিৰ মূলতে আছিল ঘাইকৈ তেওঁলোকৰ পৰিশ্ৰম-শক্তি। পৰিশ্ৰমৰ প্ৰতি অনুৰাগ। আনকি এছিয়া আৰু আফ্ৰিকাৰ দুৰ্গম অঞ্চলত উপনিৱেশ স্থাপন কৰিবলৈ তেওঁলোক সাত সাগৰ তেৰ নদী পাৰ হৈ আহিব পাৰিছিল ঘাইকৈ তেওঁলোকৰ অসাধাৰণ পৰিশ্ৰম- শক্তি আৰু চৰিত্ৰ-শক্তিৰ বলতেই।

পৰিশ্ৰমৰ প্ৰতি গভীৰ আৰু আন্তৰিক অনুৰাগ নাথাকিলে কোনো মানুহেই এই সংসাৰত উন্নতি কৰিব নোৱাৰে। মানুহে কেৱল বাধ্যত পৰি পৰিশ্ৰম কৰিলেই নহ'ব; পৰিশ্ৰমক তেওঁ ভাল পাব লাগিব অন্তৰৰ পৰা।

এনেধৰণৰ পৰিশ্ৰমৰ বলতহে পৃথিৱীৰ উন্নত দেশৰ মানুহবোৰ উন্নতিৰ জখলাত আৰু ওপৰলৈ উধাই গৈ আছে। ১৯৭২ চনৰ পৰা ১৯৮২ চনৰ ভিতৰত আমেৰিকানসকলক এটা প্ৰশ্ন সোধা হৈছিল— 'যদি বাকী জীৱনটো বহি খাব পৰাকৈ আপোনাৰ হাতলৈ যথেষ্ট ধন আহে, তেন্তে আপুনি কাম কৰিবলৈ এৰি দিবনে?' সেইসময়ত প্ৰশ্নটোৰ উত্তৰ দিয়া লোকসকলৰ ভিতৰত শতকৰা ৭০ জনে কৈছিল যে তেওঁলোকে তেতিয়াও কাম কৰিয়েই থাকিব। সেই একেটা প্ৰশ্নকে যেতিয়া আমেৰিকানসকলক ১৯৮৩ চনত আৰু ১৯৮৭ চনৰ ভিতৰত সোধা হ'ল, তেতিয়া দেখা গ'ল যে ধন ঘটাৰ কোনো প্ৰয়োজন নথকা সত্ত্বেও কাম কৰি থাকিব খোজা মানুহৰ সংখ্যা শতকৰা ৭০ জনৰ পৰা শতকৰা ৭৪ জনলৈ বৃদ্ধি পাইছে। কিন্তু এই বৃদ্ধি শতকৰা ৭৪ জনতে থমকি নৰ'ল। ১৯৮৮ চনত কেৱল কাম কৰাৰ আনন্দৰ কাৰণেই কাম কৰি থাকিব খোজা আমেৰিকানৰ সংখ্যা শতকৰা ৮৫ জনলৈ বৃদ্ধি পালে। অৰ্থাৎ আমেৰিকা যিমানেই ধনী হৈছে সিমানেই সেই দেশত বৃদ্ধি পাইছে কাম কৰি আনন্দ পোৱা মানুহৰ সংখ্যা। তেওঁলোকে কেৱল ধনৰ লোভত কাম নকৰে; কাম কৰে কাম কৰি পোৱা আনন্দৰ লোভত। তেওঁলোকে বিশ্বাস কৰে যে তেওঁলোকে জীৱনত যিটো বস্তু খুব বেছিকৈ বিচাৰে সেইটো তেওঁলোকক দিব পাৰে একমাত্ৰ কামেহে; জিৰণিয়ে নহয়। তেওঁলোকে জীৱনত খুব বেছিকৈ বিচৰা সেই বস্তুটোনো কি? সেইটো হ'ল নিজৰ প্ৰতিভা আৰু পটুতা প্ৰমাণ কৰাৰ সুযোগ।

(ওপৰত উল্লেখ কৰা তথ্যখিনি সংগ্ৰহ কৰা হৈছে The Work-Ethic : Then and Now নামৰ এটা প্ৰবন্ধ আৰু Work in America নামৰ এখন কিতাপৰ পৰা। প্ৰবন্ধটো প্ৰকাশ হৈছিল The Public Interest নামৰ এখন আমেৰিকান আলোচনীত। Work in America নামৰ কিতাপখন প্ৰকাশ কৰিছিল আমেৰিকা যুক্তৰাষ্ট্ৰৰ 'স্বাস্থ্য, শিক্ষা আৰু জনকল্যাণ বিভাগে'। এই আলোচনী আৰু কিতাপবোৰ ভাৰতৰ কেবাখনো প্ৰধান চহৰত থকা আমেৰিকান লাইব্ৰেৰিকেইটাত পোৱা যায়।)

আমেৰিকানসকলৰ এই পৰিশ্ৰম-প্ৰীতি সকলো মানুহেই আয়ত্ত কৰিবলৈ চেষ্টা কৰা উচিত। কিন্তু মই ইয়াত বিশেষভাৱে তোমালোকৰ মনোযোগ আকৰ্ষণ কৰিব খুজিছোঁ আমেৰিকানসকলৰ আন এটা সজ গুণৰ প্ৰতি। সেইটো হ'ল তেওঁলোকৰ সমাজ-সেৱাৰ প্ৰৱণতা। ওপৰত মই কৈ আহিছোঁ যে প্ৰত্যেক মানুহেই সমাজৰ ঋণ পৰিশোধ কৰিবলৈ চেষ্টা কৰা উচিত। সেইটো কৰাৰ অতি সহজ উপায় হ'ল সমাজৰ সেৱা কৰা, আৰু তাৰ কাৰণে নিজৰ কিছু সময় আছুতীয়াকৈ ৰখা। এই ক্ষেত্ৰত আমি আমেৰিকানসকলৰ পৰা শিকিবলগীয়া কথা বহুত আছে।

অকল আমি অৰ্থাৎ ভাৰতীয়সকলেই কিয়, এজন ব্ৰিটিছ সাংবাদিকৰ মতে ব্ৰিটিছসকলেও আমেৰিকানসকলৰ পৰা শিকিবলগীয়া কথা বহুত আছে। জোনাথন ফ্ৰীডলেণ্ড নামৰ এই ব্ৰিটিছ সাংবাদিকজনে আমেৰিকানসকলৰ সামাজিক জীৱন অধ্যয়ন কৰি এই সিদ্ধান্তলৈ আহিছে যে দুশবছৰৰ আগতে আমেৰিকা ব্ৰিটেইনৰ অধীন আছিল যদিও এতিয়া ব্ৰিটেইনহে আমেৰিকাৰ অধীন হৈ পৰিছে। অৱশ্যে এই পৰাধীনতা নহয়। ই হ'ল সাংস্কৃতিক পৰাধীনতা। আজিকালি ব্ৰিটিছসকলে বেছিভাগ কথাতে আমেৰিকানসকলৰ ভাল কথাবোৰ নকল নকৰি বেয়া কথাবোৰহে বেছিকৈ নকল কৰিবলৈ লৈছে।

আমেৰিকানসকলৰ এই ভাল কথাবোৰনো কি— যিবোৰ আনকি ব্ৰিটিছৰ নিচিনা সুসভ্য আৰু উন্নত জাতিয়েও অনুকৰণ কৰা উচিত?

আমি আমাৰ নিজৰ দেশ অৰ্থাৎ ভাৰতৰ অভিজ্ঞতাৰ পৰা এই কথা জানো যে আমাৰ দেশৰ বেছিভাগ মানুহ খুব বেছি পৰিমাণে চৰকাৰৰ মুখাপেক্ষী। সকলো কাম চৰকাৰে কৰি দিব লাগিব; আনকি এখন গাঁও বা চহৰৰ যিকোনো এটা চুবুৰিৰ মানুহখিনিয়ে নিজে কৰি ল'ব পৰা কামখিনিও নকৰি চৰকাৰৰ মুখলৈ চাই থাকে। উদাহৰণ স্বৰূপে, আৱৰ্জনা জমা হৈ নিজৰ থকা ঠাইখন নৰককুণ্ডত পৰিণত হ'লে চুবুৰিটোৰ মানুহে বাতৰি কাকতলৈ চিঠিৰ পিছত চিঠি লিখিব; কিন্তু সকলোৱে লগলাগি আৱৰ্জনাখিনি চাফা কৰাৰ কথা কেতিয়াও নাভাবে। গছ-গছনিৰ অভাৱত পৰিবেশ দূষিত আৰু অসুন্দৰ হোৱাৰ কথা সকলোৱেই জানে।

সেই বিষয়ে ওজৰ-আপত্তিৰো অন্ত নাই। কিন্তু চুবুৰিটোৰ সকলো মানুহেযে লগলাগি বাটৰ দুয়োকাষে কেইজোপামান গছ ৰুই নিজৰ চুবুৰিটো সুন্দৰ আৰু বাসযোগ্য কৰি তুলিব পাৰে সেই কথা কোনেও চিন্তা নকৰে। এনেকুৱা উদাহৰণ দি দি অন্ত কৰিব নোৱাৰি।

আনহাতে এই কথাও লক্ষ্য কৰা গৈছে যে আধুনিক প্ৰশাসন-ব্যৱস্থা যিমানেই জটিল হৈছে ঠিক সেই পৰিমাণে হ্ৰাস পাইছে চৰকাৰৰ কৰ্মদক্ষতা। এই ঘটনা কেৱল আমাৰ দেশতে ঘটা নাই; পৃথিৱীৰ বেছিভাগ দেশতেই এনে ঘটনা ঘটিছে। নাগৰিকসকলৰ আটাইবোৰ সমস্যা আৰু অভাৱ-অভিযোগৰ প্ৰতি মনোযোগ দিবলৈ চৰকাৰবোৰৰ সময় আৰু সামৰ্থ্য ক্ৰমাৎ টুটি আহিছে।

এনে পৰিস্থিতিত সৰ্বসাধাৰণ মানুহৰ সমুখত মাত্ৰ দুটা পথ খোলা আছে। হয় তেওঁলোকে নিজে একো নকৰি চৰকাৰৰ মুখাপেক্ষী হৈ হাত সাবটি বহি থাকিব— যাৰ ফলত তেওঁলোকৰ সমস্যা আৰু অসুবিধা ক্ৰমাৎ বাঢ়ি গৈ থাকিব; অথবা তেওঁলোকে নিজে কৰিব পৰা কামখিনি সামূহিক প্ৰচেষ্টাৰে নিজে কৰি লৈ নিজৰ জীৱন সমস্যামুক্ত কৰাৰ উপৰি প্ৰকৃত স্বাধীনতাও ভোগ কৰিব। মহাত্মা গান্ধীয়ে ভাৰতৰ প্ৰতিখন গাঁৱৰ কাৰণে স্বাধীনতা বিচাৰিছিল। তাৰ অৰ্থ এইটোৱেই আছিল যে এখন গাঁৱৰ মানুহে চৰকাৰৰ মুখলৈ চাই নাথাকি নিজে কৰিব পৰা আটাইবোৰ কাম নিজে কৰি ল'ব, আৰু তাকে কৰি গাঁওখন প্ৰকৃত অৰ্থত স্বাধীন আৰু স্বাৱলম্বী হ'ব।

ব্ৰিটিছ সাংবাদিক জোনাথন ফ্ৰীডলেণ্ডৰ মতে আমেৰিকানসকলে এই স্বাধীনতা বহু পৰিমাণে অৰ্জন কৰিছে। তেওঁলোকে কেতিয়াও এনে প্ৰশ্ন নকৰে ঃ মোৰ এই কামটো চৰকাৰে বা আন যিকোনো সংস্থাই কেতিয়া কৰি দিব? তেওঁলোকে নিজকে সোধে ঃ "মোৰ এই কামটো 'মই' নিজে কেতিয়া কৰি ল'ম?" ফ্ৰীডলেণ্ডে লিখিছে— "আমেৰিকানসকলে বাছ-ষ্টপত বা ডাক্তৰৰ ওৱেইটিং ৰুমত বহি বহি মনে মনে এনেকুৱা কথা ভাবি নাথাকে ঃ 'তেওঁলোক মোৰ সেৱা কৰিবলৈ কেতিয়া ওলাই আহিব বা ডাক্তৰসকলে কেঞ্চাৰৰ ঔষধ কেতিয়া উদ্ভাৱন কৰিব?' তেওঁলোকে বৰং নিজকে সোধে ঃ 'এইবোৰ কাম 'আমি' নিজে কেতিয়া কৰি ল'ম?' আমেৰিকাৰ ৰাজনৈতিক ব্যাকৰণত 'মই' আৰু 'আমি'ৰ প্ৰাধান্য বেছি। তাত 'তেওঁলোকলৈ' কোনেও অপেক্ষা কৰি নাথাকে।" তেওঁলোকে এই কথা ধৰি লৈছে যে তেওঁলোকৰ সমাজখন তেওঁলোকে যদি নিজে ভাল কৰি নলয়, তেন্তে আন কোনেও সেই কাম কৰি নিদিয়ে। আনকি চৰকাৰেও। আমেৰিকাৰ প্ৰতিজন নাগৰিকৰ নিজৰ চুবুৰিটো বা চহৰখনৰ প্ৰতি এনে প্ৰবল দায়িত্ববোধ থকাৰ কাৰণেই তেওঁলোকে সমাজৰ কাম কৰিবলৈ নিজৰ কিছু সময় আছুতীয়াকৈ ৰাখে। উকীল, ডাক্তৰ, সাংবাদিক, ব্যৱসায়ী— যাৰ যি বৃত্তি নহওক কিয়, তেওঁলোকৰ বেছিভাগ মানুহেই সপ্তাহটোৰ অন্তত এটা সন্ধিয়া সমাজৰ কল্যাণকৰ যিকোনো কামৰ কাৰণে গা খাটি দিয়ে।

ব্ৰিটিছ সাংবাদিকজনে কৈছে যে আমেৰিকানসকলৰ এই সজ গুণটো ব্ৰিটিছসকলে আয়ত্ত কৰিবলৈ চেষ্টা কৰা উচিত। কিন্তু ব্ৰিটিছসকলতকৈয়ো বহুত বেছি পৰিমাণে এই গুণটো আয়ত্ত কৰিবলৈ চেষ্টা কৰা উচিত ভাৰতীয়সকলে। পৃথিৱীৰ প্ৰায় সকলো দেশতে চৰকাৰৰ সামৰ্থ্য আৰু কৰ্মদক্ষতা হ্ৰাস পোৱালৈ লক্ষ্য ৰাখি নাগৰিকসকলে সংঘবদ্ধভাৱে আত্মনিৰ্ভৰশীল হ'বলৈ শিকিব লাগিব। আমি কথাই কথাই কওঁ যে আজিৰ ছাত্ৰই কাইলৈ নাগৰিক। কিন্তু ভাল নাগৰিক হোৱাৰ শিক্ষা যদি ছাত্ৰ অৱস্থাতে দিয়া নহয়, তেন্তে তেওঁলোক আপোনা-আপুনি ভাল নাগৰিক হৈ গঢ় লৈ উঠিব বুলি আশা কৰিব নোৱাৰি।

উচ্চাকাংক্ষাৰ বিষয়ে এতিয়ালৈকে যিমানখিনি কথা কোৱা হ'ল তাৰ দ্বাৰা বুজাব খোজা হৈছে যে এজন সম্পূৰ্ণ মানুহ হোৱাটোৱেই হোৱা উচিত প্ৰতিজন মানুহৰ প্ৰকৃত উচ্চাকাংক্ষা। এজন মানুহক আমি কেতিয়া সম্পূৰ্ণ মানুহ বুলি ক'ব পাৰোঁ?

সংসাৰ-ত্যাগী সন্ন্যাসীৰ বাহিৰে প্ৰত্যেক মানুহৰ তিনিটা জীৱন থাকে। ব্যক্তিগত জীৱন, সাংসাৰিক জীৱন, সামাজিক জীৱন। ব্যক্তিগত জীৱনৰ উচ্চাকাংক্ষা হ'ল নিজৰ সহজাত প্ৰতিভাৰ লগত সঙ্গতি ৰাখি এখন কৰ্মক্ষেত্ৰ বাছি লৈ তাত কৃতকাৰ্য হোৱা। যেনে—ডাক্তৰ, উকীল, সাংবাদিক, সঙ্গীতজ্ঞ,

প্ৰশাসক, ৰাজনীতিক ইত্যাদি হোৱা। কিন্তু এজন ডাক্তৰ কেৱল ডাক্তৰেই নহয়; তেওঁ পিতৃ ৰূপে পুত্ৰ ৰূপে স্বামী ৰূপে ভ্ৰাতৃ ৰূপে এটা পৰিয়ালৰ সদস্য। সেই ভূমিকাত সফল হ'বলৈ তেওঁ হ'ব লাগিব এজন স্নেহপৰায়ণ আৰু কৰ্তব্যনিষ্ঠ মানুহ। সেইটো হ'ব পাৰিলেহে তেওঁ নিজৰ পৰিয়ালটোক সুখী কৰিব পাৰিব, আৰু পৰিয়ালৰ শান্তিময় পৰিবেশৰ পৰা নিজৰ কাৰণে আহৰণ কৰিব পাৰিব সুখ আৰু শান্তি। কিন্তু মানুহৰ জীৱন কেৱল নিজৰ কৰ্মক্ষেত্ৰ আৰু পৰিয়ালৰ মাজতে সীমাবদ্ধ নহয়। তেওঁ নিজৰ সমাজখনৰ এজন সদস্য আৰু সমাজখনৰ সুখ-দুখৰ সমভাগী। সমাজখন যদি সুখী, সুন্দৰ আৰু শান্তিপূৰ্ণ হয়, তেতিয়াহে সমাজৰ প্ৰতিজন সদস্যই সেই সুখ-শান্তিৰ ভাগ পাব। সেইকাৰণে নিজৰ আৰু নিজৰ পৰিয়ালৰ কাৰণে কাম কৰাৰ লগতে সমাজৰ কাম কৰিবৰ কাৰণেও কিছু সময় আছুতীয়াকৈ ৰখাটো প্ৰতিজন শুভবুদ্ধিসম্পন্ন মানুহৰে কৰ্তব্য।

মানুহৰ কৰ্তব্য নিৰ্দেশ কৰি গুৰু নানকদেৱে আমালৈ এটা সুন্দৰ উদাহৰণ এৰি থৈ গৈছে।

এদিন গুৰু নানকে তেওঁৰ পুতেকক ওচৰলৈ মাতি আনি ক'লে—'আজি তুমি গোহালিটো চাফা কৰিব লাগিব। মই চাফা কৰিবলৈ পাহৰি গ'লো।'

পুতেকে অলপ আগতে গা-পা ধুই চাফা সাজ-পাৰ পিন্ধি প্ৰাৰ্থনা কৰিবলৈ সাজু হৈছিল। গোহালিৰ গোবৰ চাফা কৰি কাপোৰ লেটেৰা কৰিবলৈ তেওঁৰ অকণো ইচ্ছা নাছিল। তেওঁ পিতাকক ক'লে—'মই এতিয়া গোহালি চাফা কৰিব নোৱাৰোঁ। গা ধুই চাফা কাপোৰ-কানি পিন্ধি মই মন্দিৰলৈ যাবলৈ সাজু হৈছোঁ। গোহালি চাফা কৰি লেতেৰা হৈ মই মন্দিৰলৈ যাব নোৱাৰোঁ।'

এইবুলি কৈ তেওঁ মন্দিৰলৈ গুচি গ'ল।

নানকৰ বহুতো শিষ্যৰ ভিতৰত এজন আছিল অঙ্গদ। নানকে অঙ্গদক মাতি আনি গোহালি চাফা কৰিবলৈ নিৰ্দেশ দিলে। অঙ্গদে বিনাবাক্যব্যয়ে গুৰুৰ আদেশ শিৰোধাৰ্য কৰি গোহালিটো চাফা কৰিলে। গোহালি চাফা কৰাৰ পিছত তেওঁ গা ধুই মন্দিৰলৈ গ'ল।

পিছদিনাখন নানকে তেওঁৰ শিষ্যসকলৰ এখন ডাঙৰ সভা আহ্বান কৰিলে। সেই সভাত তেওঁ ঘোষণা কৰিলে যে তেওঁৰ মৃত্যুৰ পিছত অঙ্গদ হ'ব তেওঁৰ উত্তৰাধিকাৰী, অৰ্থাৎ শিখসকলৰ প্ৰধান পুৰোহিত আৰু ধৰ্মগুৰু। নানকৰ এই ঘোষণা শুনি তেওঁৰ শিষ্যবৰ্গ অতি আচৰিত হ'ল, কাৰণ সকলোৱেই এই কথা স্বতঃসিদ্ধ বুলি ধৰি লৈছিল যে গুৰুৰ মৃত্যুৰ পিছত গুৰুৰ আসনত বহিব তেওঁৰ পুত্ৰ। সমজুৱাসকলে তেওঁক প্ৰশ্ন কৰিলে—'গুৰুদেৱ, নিজৰ পুত্ৰক বঞ্চিত কৰি আপুনি অঙ্গদক উত্তৰাধিকাৰী বুলি ঘোষণা কৰাৰ কাৰণ কি?'

নানকে ক'লে—'মই মোৰ পুত্ৰক গোহালিটো চাফা কৰিবলৈ নিৰ্দেশ দিছিলো। কিন্তু গাৰ কাপোৰ-কানি লেতেৰা হোৱাৰ ভয়ত তেওঁ গোহালি চাফা কৰিবলৈ অস্বীকাৰ কৰিলে। তদুপৰি তেওঁ গোহালি চাফা কৰাতকৈ মন্দিৰলৈ যোৱাৰ ওপৰত বেছি গুৰুত্ব দিলে। আনহাতে মই অঙ্গদক গোহালি চাফা কৰিবলৈ কোৱা মাত্ৰকতে তেওঁ মন্দিৰলৈ যোৱাৰ কামো পিছলৈ ৰাখি তৎক্ষণাৎ গোহালি চাফা কৰিবলৈ লাগি গ'ল। যি মানুহে নিজৰ গোহালিটো চাফা কৰিবলৈ ইচ্ছা নকৰে, তেওঁ সমাজখন চাফা কৰিব কেনেকৈ? ... ... এতিয়া তোমালোকে নিশ্চয় বুজিছা যে মোৰ উত্তৰাধিকাৰী হ'বলৈ অঙ্গদেই হ'ল আটাইতকৈ উপযুক্ত মানুহ।'

## দহ

কিন্তু মানুহৰ কৰ্তব্য কেৱল নিজৰ কৰ্মক্ষেত্ৰ, পৰিয়াল আৰু সমাজৰ মাজতে সীমাবদ্ধ নহয়। আমাৰ এই বিনন্দীয়া পৃথিৱীখনত মানুহৰ বাহিৰেও বাস কৰে অসংখ্য পশু-পক্ষী, কীট-পতঙ্গ, মাছ-কাছ,

সৰীসৃপজাতীয় প্ৰাণী আৰু গছ-গছনি। যিহেতু মানুহৰ পৰা আৰম্ভ কৰি ক্ষুদ্ৰতম তৃণ-তৰুলৈকে সকলোৰে মাজত একেই প্ৰাণৰ প্ৰকাশ ঘটিছে, সেইকাৰণে পৃথিৱীত বাস কৰা সকলো প্ৰাণীয়েই পৰস্পৰৰ আত্মীয়। জে.বি.এছ. হলডেন নামৰ এজন বিশ্ববিখ্যাত জীৱ-বিজ্ঞানীক ১৯৫৭ চনৰ 'চৰ্দাৰ বল্লভভাই পেটেল সোঁৱৰণি বক্তৃতা' দিবলৈ দিল্লীলৈ নিমন্ত্ৰণ কৰা হৈছিল। তেওঁৰ বক্তৃতাৰ বিষয় আছিল—'জীৱনৰ ঐক্য।' বৈজ্ঞানিক গৱেষণাৰ দ্বাৰাই আহৰণ কৰা জ্ঞানৰ পোহৰত তেওঁ এই কথা প্ৰমাণ কৰি দেখুৱাইছিল যে একেটা মাত্ৰ উৎসৰ পৰাই পৃথিৱীৰ সকলো প্ৰাণীৰ উদ্ভৱ হৈছে, আৰু সেই অৰ্থত সকলো প্ৰাণীয়েই সহোদৰ। কিন্তু কোনো ধৰণৰ বৈজ্ঞানিক তত্ত্ব বা তথ্যৰ লগত পৰিচিত নোহোৱাকৈয়ে শ শ বছৰৰ আগতেই ভাৰতীয় ঋষিসকলে ঘোষণা কৰিছিল 'যত জীৱ তত শিৱ'—অৰ্থাৎ প্ৰত্যেক প্ৰাণীৰ মাজতেই প্ৰকাশ ঘটিছে ঈশ্বৰৰ। সেই কাৰণে মানুহৰ প্ৰেম আৰু কৰ্তব্য কেৱল মানুহৰ মাজতেই সীমাবদ্ধ থাকিলে নহ'ব; এই পৃথিৱীৰ ক্ষুদ্ৰ-বৃহৎ সকলো প্ৰাণী আৰু উদ্ভিদকো মানুহে সমান মমতাৰে ভাল পাব পাৰিব লাগিব। মানুহৰ এটা উচ্চাকাংক্ষা হ'ব লাগিব নিজৰ হৃদয়খন ইমান বেছিকৈ বহল কৰা—যাতে এই পৃথিৱীৰ সকলো প্ৰাণী আৰু উদ্ভিদকে তেওঁ নিজৰ আত্মীয় বুলি গ্ৰহণ কৰিব পাৰে।

যোল শতিকাত ভাৰতবৰ্ষত যিসকল সন্ত আৰু মহাপুৰুষৰ আবিৰ্ভাৱ হৈছিল তেওঁলোকৰ ভিতৰত এজন আছিল মাৰাঠী সন্ত একনাথ (১৫২৮—১৬০৩)। তেওঁ মাৰাঠী ভাষালৈ বহুতো পুৰাণৰ অনুবাদ কৰাৰ উপৰি পৌৰাণিক চৰিত্ৰবোৰক লৈ বহুতো উপাখ্যান ৰচনা কৰিছিল। হিন্দু সমাজৰ অস্পৃশ্যতাৰ বিৰুদ্ধেও তেওঁ তেতিয়াই বিদ্ৰোহ ঘোষণা কৰিছিল। এদিন কিবা এটা পৰ্ব উপলক্ষ্যে তেওঁৰ ঘৰলৈ বহুতো ব্ৰাহ্মণক নিমন্ত্ৰণ কৰা হৈছিল। কিন্তু একনাথে একেখন ৰভাৰ তললৈকে অস্পৃশ্যসকলক নিমন্ত্ৰণ কৰি আনি ব্ৰাহ্মণৰ কাৰণে ৰন্ধা খাদ্য তেওঁলোকৰ মাজত বিতৰণ কৰি দিছিল। একনাথৰ সেই কাৰ্য যোল শতিকাৰ মহাৰাষ্ট্ৰত কিমান বৈপ্লৱিক আছিল সেই কথা আজিৰ মানুহৰ কাৰণে কল্পনা কৰাও অসম্ভৱ। ভাৰতৰ অমৰ সন্তসকলৰ ভিতৰত একনাথো এজন।

একনাথে এবাৰ এনে এটা সংকল্প ল'লে যে পবিত্ৰ গঙ্গাজলেৰে তেওঁ ৰামেশ্বৰম মন্দিৰৰ বিগ্ৰহক স্নান কৰাব। গঙ্গানদীৰ উৎস হ'ল ভাৰতৰ উত্তৰে থকা হিমালয় পৰ্বত। ৰামেশ্বৰম হ'ল ভাৰতৰ দক্ষিণতম প্ৰান্ত। অৰ্থাৎ একনাথে গঙ্গানদীৰ পৰা গঙ্গাজল সংগ্ৰহ কৰি ৰামেশ্বৰম মন্দিৰলৈ কঢ়িয়াই লৈ যাবলৈ হ'লে এই বিশাল দেশখনৰ একেবাৰে উত্তৰৰ পৰা একেবাৰে দক্ষিণলৈ সুদীৰ্ঘ পথ ভ্ৰমণ কৰিব লাগিব। তাকো পদব্ৰজে, অৰ্থাৎ খোজকাঢ়ি। কিন্তু সেই যুগত ভাৰতৰ সাধু-সন্ত আৰু পুণ্যাৰ্থীসকলে খোজকাঢ়ি ভাৰত ভ্ৰমণ কৰাটোক কোনো কথা বুলিয়েই নাভাবিছিল। অসমৰ মহাপুৰুষ শংকৰদেৱেও খোজকাঢ়িয়েই বাৰবাৰ ভাৰতৰ বিভিন্ন তীৰ্থস্থান দৰ্শন কৰিছিল। সেইসময়ত ভাৰত ৰাজনৈতিকভাৱে বহুতো স্বাধীন ৰাজ্যত বিভক্ত আছিল; কিন্তু উমৈহতীয়া সংস্কৃতিৰ এনাজৰীয়ে সমগ্ৰ ভাৰতৰ মানুহক এনেভাৱে পৰস্পৰৰ আপোন কৰি বান্ধি ৰাখিছিল যে সকলোৱেই একেখন দেশত বাস কৰা বুলি অনুভৱ কৰিছিল। সন্ত একনাথে হিমালয়ৰ পৰা পবিত্ৰ গঙ্গাজল লৈ সুদূৰ ৰামেশ্বৰম অভিমুখে আগবাঢ়োঁতে তেওঁ কেবাখনো স্বাধীন ৰাজ্যৰ মাজেদি যাব লগা হৈছিল; কিন্তু এবাৰৰ কাৰণেও তেওঁৰ মনত এনেকুৱা অনুভৱ হোৱা নাছিল যে তেওঁ বিদেশী ৰাজ্যৰ মাজেদি গৈ আছে।

সি যি কি নহওক, একনাথে খোজকাঢ়ি ৰামেশ্বৰম অভিমুখে আগবাঢ়িবলৈ ধৰিলে। তেওঁৰ মূৰত গঙ্গাজলেৰে ভৰ্তি এটা কলহ। কেবামাহো খোজকঢ়াৰ পিছত অৱশেষত এদিন একনাথৰ ক্লান্তিকৰ ভ্ৰমণৰ সামৰণি পৰিবৰ উপক্ৰম হ'ল। আৰু অলপ মাত্ৰ দূৰত্ব অতিক্ৰম কৰিলেই তেওঁ ৰামেশ্বৰমত গৈ ভৰি দিব।

এনেতে এটা ঘটনা ঘটিল। তেওঁৰ বাট ভেটি থিয় হৈ আছে এটা গাধ। সি বোধহয় কেবাদিনো পানী খাবলৈ পোৱা নাই; পিয়াহত তাৰ প্ৰাণ যায় যায় অৱস্থা। পিয়াহত আতুৰ হোৱা প্ৰাণীয়ে পানীৰো গোন্ধ

পায়। গাধটোৱে এনে করুণ দৃষ্টিৰে একনাথৰ মূৰৰ পানীৰ কলহটোলৈ চাব ধৰিলে যে দৃশ্যটো দেখি মুহূৰ্ততে একনাথৰ হৃদয় গলি জোল হৈ গ'ল। মুহূৰ্তৰ কাৰণেও চিন্তা নকৰি বা দ্বিধা অনুভৱ নকৰি তেওঁ গাধটোৰ ওচৰলৈ আগবাঢ়ি গৈ তাৰ মেলা মুখখনত পানী ঢালি দিলে। গাধটোৱে হেঁপাহ পলুৱাই পানী খোৱাৰ পিছত একনাথে কলহত থকা বাকী পানীখিনি গাধটোৰ গাত ঢালি দিলে। নতুনকৈ জীৱন পোৱাৰ আনন্দত গাধটোৰ গাৰ প্ৰতিডাল নোম শিহৰিত হৈ উঠিল।

একনাথ হিমালয়ৰ পৰা ৰামেশ্বৰমলৈ অকলে অহা নাছিল। তেওঁৰ লগত আছিল আৰু এজন তীৰ্থযাত্ৰী। একনাথৰ কাণ্ড দেখি সহযাত্ৰীজন বিস্ময়ত হতভম্ব হৈ পৰিল। সুদূৰ হিমালয়ৰ পৰা সুদীৰ্ঘ দুৰ্গম পথ অতিক্ৰম কৰি একনাথে মূৰত গঙ্গাজলৰ কলহ কঢ়িয়াই আনিছিল কেৱল এটা গাধৰ প্ৰাণ বচাবলৈ? মানুহজনৰ মুখৰ পৰা বহুতপৰ এটা শব্দও নোলোৱা হ'ল। যেতিয়া তেওঁ কথা কোৱাৰ শক্তি ঘূৰাই পালে, তেতিয়া তেওঁ একনাথক ক'লে—'তুমি কি কাম কৰিলা সেই কথা তুমি নিজে বুজি পাইছানে? এটা মাত্ৰ মুহূৰ্তৰ ভিতৰতে তুমি হেৰুৱালা সমস্ত জীৱনৰ পুণ্যৰ সঞ্চয়।'

একনাথে স্নিগ্ধ হাঁহি এটা মাৰি উত্তৰ দিলে—'বন্ধু, মই কিন্তু তোমাৰ কথাত একমত হ'ব নোৱাৰিলো। আজিহে গঙ্গাজলৰ প্ৰকৃত সদ্ব্যৱহাৰ হ'ল। মোৰ কামতযে ঈশ্বৰ পৰম সন্তুষ্ট হৈছে সেই বিষয়ে মোৰ মনত বিন্দুমাত্ৰ সন্দেহ নাই।'

ফ্লোৰেঞ্চ নাইটিংগেলৰ নাম নুশুনা শিক্ষিত মানুহ কোনোবা থাকিব পাৰে বুলি ধাৰণা নহয়। নাৰ্ছিং হ'ল আধুনিক চিকিৎসা সেৱাৰ এটা প্ৰধান অঙ্গ। নাৰ্ছক বাদ দি চিকিৎসালয় বা চিকিৎসা সেৱাৰ কথা কল্পনাই কৰিব নোৱাৰি। কিন্তু ফ্লোৰেঞ্চ নাইটিংগেল (১৮২০—১৯১০) নামৰ এগৰাকী বিদুষী আৰু অভিজাত ইংৰাজ মহিলাই স্বেচ্ছাই নাৰ্ছ হ'বলৈ আগবাঢ়ি নহালৈকে এনে এটা বৃত্তিৰ কথা কোনেও কল্পনাও কৰিব পৰা নাছিল। তেওঁৰ জীৱনত একোৰে অভাৱ নাছিল; তথাপি জীৱনৰ একত্ৰিশ বছৰ বয়সত তেওঁ এদিন নিজৰ ডায়েৰিত লিখিছিল—'ধন-ঐশ্বৰ্য, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ মৰম-চেনেহ, বিদেশ-ভ্ৰমণ—একোৱেই মোক সুখ দিব পৰা নাই। এনেহে লাগিছে যেন একমাত্ৰ মৃত্যুৱেহে মোক শান্তি দিব পাৰিব। হে ভগৱান, মোৰ কি গতি হ'ব? মই এইবোৰৰ পৰা কেনেকৈ আঁতৰি পলাওঁ? মোক এনে এটা কাম দিয়া প্ৰভু—যিটো কামৰ মাজত মই বিচাৰি পাম জীৱনৰ সাৰ্থকতা।'


*ফ্লোৰেঞ্চ নাইটিংগেল*

কিছুদিন চিন্তা কৰাৰ পিছত তেনে এটা কাম তেওঁ নিজেই বিচাৰি পাইছিল। কামটো আছিল যুদ্ধক্ষেত্ৰত আহত হোৱা সৈনিকসকলৰ শুশ্ৰূষা। সেই কাম কৰিবলৈ গৈয়েই ফ্লোৰেঞ্চ নাইটিংগেল নাৰ্ছিং সেৱাৰ প্ৰৱৰ্তন কৰিলে—যিটো আজি হৈ পৰিছে আধুনিক চিকিৎসা সেৱাৰ অবিচ্ছেদ্য অঙ্গ।

কিন্তু তেওঁৰ মনত জীৱৰ প্ৰতি কৰুণাৰ ভাব প্ৰথম জগাই তুলিছিল—মানুহে নহয়—এটা কুকুৰে।

ফ্লোৰেঞ্চ নাইটিংগেল তেতিয়া এজনী দহ-এঘাৰ বছৰীয়া সৰু ছোৱালী। এদিন তেওঁ চুবুৰিটোৰ গীৰ্জাৰ পুৰোহিতৰ লগত কোনোবা এফালে গৈ আছিল। সমুখৰ ফালৰ পৰা আহি থকা ৰ'জাৰ নামৰ এজন গৰখীয়াক দেখি পুৰোহিতে সুধিলে—'কি অ' ৰ'জাৰ, আজি দেখোন তোৰ লগত তোৰ কুকুৰটো নাই?'

ৰ'জাৰে কন্দনামুৱা হৈ ক'লে—'ফাদাৰ, তাৰ অৱস্থা বৰ বেয়া। কেইটামান দুষ্ট ল'ৰাই শিলগুটি দলিয়াই তাৰ ভৰিখন ভাঙি দিছে। শিলগুটি লাগি তাৰ গাটোৱো কেবাঠাইত ঘা হৈছে। এতিয়া সি লৰচৰ কৰিব নোৱাৰি এঠাইত পৰি আছে; কিন্তু যন্ত্ৰণাত তাৰ গাটো কঁপি আছে।'

পুৰোহিতজনে উস-আস কৰি ক'লে—'পিছে তই এতিয়া কি কৰিম বুলি ভাবিছ? তাক ভাল কৰাৰ কিবা উপায় আছেনে?'

ৰ'জাৰে প্ৰায় আৰ্তনাদ কৰি ক'লে—'নাই ফাদাৰ, তাক ভাল কৰাৰ কোনো উপায় নাই। মই আৰু বেছিপৰ তাৰ কষ্ট চাই থাকিব নোৱাৰিম। তাক মাৰি পেলোৱাৰ বাহিৰে তাক যন্ত্ৰণাৰ পৰা মুক্তি দিয়াৰ আন কোনো উপায় নাই।'

ইমানপৰে ফ্লোৰেঞ্চ নাইটিঙ্গেলে পুৰোহিত আৰু ৰ'জাৰৰ কথা-বাৰ্তা নীৰৱে শুনি আছিল। কিন্তু কুকুৰটোক মাৰি পেলাব খোজাৰ কথা শুনি তাই চিঞৰি উঠিল—'এনে কথা মুখলৈ নানিবা। মাৰি পেলোৱাটো সমস্যাৰ একো সমাধান নহয়। ব'লাচোন, কুকুৰটোৰ ওচৰলৈ মোক লৈ ব'লা। তাক ভাল কৰাৰ নিশ্চয় কিবা এটা উপায় ওলাব।'

ৰ'জাৰে নাইটিঙ্গেলক তাৰ ঘৰলৈ লৈ গ'ল। নাইটিঙ্গেলে কুকুৰটোৰ আঘাতপ্ৰাপ্ত ভৰিখনত খুব মৰমেৰে হাত বুলাবলৈ ধৰিলে। তাৰ পিছত তাই গৰম পানীত কাপোৰ ভিজাই কুকুৰটোৰ ফুলি উঠা ভৰিখনত সেক দিবলৈ আৰম্ভ কৰিলে।

প্ৰায় গোটেই দিনটো কুকুৰটোৰ তেনেকৈ সেক দিব লগা হ'ল। ৰাতিলৈ তাৰ বিষ বহুতখিনি পাতলিল আৰু সি থিয় হ'ব পৰা হ'ল। কিন্তু নাইটিঙ্গেলে যেতিয়া ঘণ্টাৰ পিছত ঘণ্টা ধৰি কুকুৰটোৰ ভৰিখনত সেক দি আছিল তেতিয়া তেওঁৰ মনটো শূন্য হৈ থকা নাছিল। পৰম মমতাৰে কুকুৰটোৰ যন্ত্ৰণাখিনি অনুভৱ কৰি থাকোঁতে তেওঁৰ মনলৈ আহিছিল মানুহৰ যন্ত্ৰণাৰ কথাও। সেইদিনাই তেওঁ মনে মনে সংকল্প লৈছিল যে যন্ত্ৰণাৰ উপশম ঘটাবলৈ চেষ্টা কৰাটোৱেই হ'ব তেওঁৰ জীৱনৰ ব্ৰত।

যিজন মানুহক ১৯৫২ চনৰ শান্তিৰ ন'বেল বঁটা দিয়া হৈছিল তেওঁৰ নাম আছিল এলবাৰ্ট স্বোৱেইৎজাৰ (১৮৭৫—১৯৬৫)। তেওঁ আছিল এজন ডাঙৰ চিকিৎসাবিদ আৰু ডাঙৰ সঙ্গীতজ্ঞ। মানৱ-সেৱাক জীৱনৰ একমাত্ৰ ব্ৰত হিচাপে গ্ৰহণ কৰা স্বোৱেইৎজাৰে ৩৭ বছৰ বয়সত আফ্ৰিকালৈ গৈ গেবন নামৰ দেশখনৰ অৰণ্যৰ মাজত এখন কুষ্ঠাশ্ৰম স্থাপন কৰে। আফ্ৰিকাৰ কুষ্ঠৰোগীসকলৰ সেৱা-শুশ্ৰূষা কৰিয়েই তেওঁ গোটেই জীৱন অতিবাহিত কৰে। তেওঁৰ এই অতুলনীয় মানৱ-সেৱাৰ কাহিনী সমগ্ৰ জগততে বিয়পি পৰে আৰু তেওঁৰ কুষ্ঠাশ্ৰম পৰিণত হয় এখন তীৰ্থক্ষেত্ৰত।

কিন্তু স্বোৱেইৎজাৰ কেৱল চিকিৎসক বা মানৱ-সেৱকেই নাছিল; তেওঁ আছিল আমাৰ যুগৰ এজন মহান ভাবুক আৰু দাৰ্শনিক। তেওঁৰ দৰ্শনৰ মূল শিক্ষা আছিল বিশ্বপ্ৰেম আৰু জীৱনৰ প্ৰতি শ্ৰদ্ধা। জীৱন মানে কেৱল মানুহৰ জীৱন নহয়; কীট-পতঙ্গৰ পৰা আৰম্ভ কৰি গজহস্তীলৈকে সৰু-বৰ সমস্ত প্ৰাণীৰ জীৱন। তেওঁ মানুহক এই শিক্ষা দিছিল যে সকলো প্ৰাণীয়েই একেজন ঈশ্বৰৰ সন্তান, আৰু সকলো প্ৰাণীক সমান মৰমৰ দৃষ্টিৰে চোৱাটো হ'ল মানুহৰ ধৰ্ম।

এদিন তেওঁ নোবেল গিলেপ্‌ছি নামৰ এজন সহকৰ্মীক লগত লৈ কুষ্ঠাশ্ৰমৰ ওচৰৰ অৰণ্যত কিবা কামত ঘূৰি ফুৰিছিল। তেওঁৰ মূৰৰ ওপৰৰ ছাতিটোত আছিল এটা ডাঙৰ ফুটা। সেই ফুটাইদি এটা ডাঙৰ ক'লা মৌ-মাখি সোমাই আহি স্বোৱেইৎজাৰৰ মুখৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। গিলেপ্‌ছিয়ে ভাবিলে যে মৌ-মাখিটোক মাৰি নেপেলালে সি যিকোনো মুহূৰ্ততে স্বোৱেইৎজাৰক কামুৰিব পাৰে। হাতৰ লাঠিডালেৰে তেওঁ মৌ-মাখিটোক মাৰ এটা শোধাই তাক মাটিত বগৰাই দিলে। মৌ-মাখিটোৱে আধামৰা হৈ মাটিত পৰি ছটফটাবলৈ ধৰোঁতে তেওঁ তাক বুটজোতাৰে খচকি পিহি মাৰিবলৈ উদ্যত হ'ল।

স্বোৱেইৎজাৰে হাতখন দাঙি গিলেপ্‌ছিক বাধা দি ক'লে—'গিলেপ্‌ছি, তুমি এটা অতি গুৰুত্বপূৰ্ণ কথা পাহৰি গৈছা যেন পাইছোঁ।'

দণ্ডা ভৰিখন মাটিলৈ নমাই আনি গিলেপ্ছিয়ে আচৰিত হৈ সুধিলে—'মই কি কথা পাহৰি গৈছোঁ?'

স্বোৱেইৎজাৰে ক'লে—'তুমি পাহৰি গৈছা যে আমি এইখন দেশত আলহী মাত্র; কিন্তু এই ক'লা মৌ-মাখিটো এই দেশৰ স্থায়ী অধিবাসী তথা নাগৰিক। মৌ-মাখিটো হ'ল গৃহস্থ আৰু আমি হ'লো আলহী। আলহীয়ে গৃহস্থৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিব লাগে; কিন্তু তাৰ পৰিৱৰ্তে তুমি আলহীজন উদ্যত হৈছা গৃহস্থক হত্যা কৰিবলৈ!'

মই ওপৰত এবাৰ কৈ আহিছোঁ যে গছৰো প্ৰাণ আছে, আৰু আন সকলো প্ৰাণীৰ দৰেই গছকো আমি প্ৰেমৰ দৃষ্টিৰে চাব লাগে। এই বিষয়ে ৰমণ মহৰ্ষিয়ে কি কয় শুনাইক।

ৰমণ মহৰ্ষি উনৈশ শতিকাৰ এজন বিখ্যাত সন্ত। মাদ্ৰাজ চহৰত (এতিয়া চেন্নাই) জন্মগ্ৰহণ কৰা এই সন্তজনে ডেকা কালতেই সংসাৰ ত্যাগ কৰি তপস্বীৰ জীৱন আৰম্ভ কৰে। অতি সোনকালেই অলৌকিক শক্তিসম্পন্ন মহৰ্ষি হিচাপে তেওঁৰ খ্যাতি সমাজত বিয়পি পৰে। তেওঁ কোনো ধৰ্ম প্ৰচাৰ কৰা নাছিল বা তেওঁ কাৰো গুৰু হ'বলৈকো বিচৰা নাছিল। কিন্তু তেওঁৰ খ্যাতি আৰু ব্যক্তিত্বৰ দ্বাৰা আকৃষ্ট হৈ যিসকল লোক তেওঁৰ ওচৰলৈ আহিছিল তেওঁলোক সকলোৱেই পৰম শান্তি পাইছিল আৰু জীৱনৰ নতুন পথৰ সন্ধান পাইছিল। ছমাৰছেট মম এজন ডাঙৰ ইংৰাজ লেখক। তেওঁ আছিল ঈশ্বৰৰ অস্তিত্বত বিশ্বাস নকৰা নাস্তিক। কিন্তু তেৰোঁ Point of View নামৰ এখন কিতাপত ৰমণ মহৰ্ষিৰ বিষয়ে এটা দীঘল প্ৰবন্ধ লিখি এই কথা স্বীকাৰ কৰিছে যে ৰমণ মহৰ্ষিৰ আশ্ৰমত থকা সময়খিনিত তেওঁ যি ধৰণৰ শান্তি পাইছিল আৰু যি ধৰণৰ গঁভীৰ আধ্যাত্মিক অভিজ্ঞতা লাভ কৰিছিল তেনে অভিজ্ঞতা তেওঁৰ জীৱনত আন কোনো সময়তে হোৱা নাছিল।

এদিন এগৰাকী যুৱতী মহিলাই ৰমণ মহৰ্ষিৰ ওচৰলৈ আহি তেওঁক প্ৰণাম কৰি ক'লে—'পূজনীয় মহৰ্ষি, মোৰ এটা ডাঙৰ সমস্যা হৈছে। তাৰ সমাধান বিচাৰি মই আপোনাৰ ওচৰলৈ আহিছোঁ। মোৰ কাৰণে আপুনি স্বয়ং ভগৱান। মই সদায় আপোনাৰ পূজা কৰোঁ। কিছুদিনৰ আগতে মই এনে এটা সংকল্প ল'লো যে পূজাৰ উপচাৰ স্বৰূপে মই আপোনাৰ চিত্ৰখনৰ আগত একলাখখিলা বেলপাত দিম। সেই কাম মই তিনিমাহৰ ভিতৰত কৰি শেষ কৰিম।'

মহিলাগৰাকীৰ কথাৰ মাজতে বাধা দি ৰমণ মহৰ্ষিয়ে ক'লে—'কিন্তু আইজনী, তুমি এইটো বৰ ভুল কাম কৰিছা। মই ভগৱান নহয়, মই এজন সামান্য মানুহ মাত্র।'

মহিলাগৰাকীয়ে ক'লে—'আপুনি ভগৱান হয় নে নহয় সেই কথা আপুনি নিজে কেনেকৈ জানিব? মই মনে-প্ৰাণে বিশ্বাস কৰোঁ যে আপুনি ভগৱান। মোৰ বিশ্বাসেই আপোনাক মোৰ ভগৱানত পৰিণত কৰিছে। কিন্তু সেইটো মোৰ সমস্যা নহয়। মোৰ সমস্যা হ'ল এই যে তিনিমাহৰ ভিতৰত মই মোৰ সংকল্প পূৰণ কৰিব নোৱাৰিম বুলি মোৰ মনত ভয় সোমাইছে। ইতিমধ্যে মই পঞ্চাশ হাজাৰ বেলপাত উপচাৰ স্বৰূপে আপোনাৰ চৰণত অৰ্পণ কৰিলো। কিন্তু বাকী পঞ্চাশ হাজাৰ বেলপাত মই সংগ্ৰহ কৰিব পৰাৰ কোনো আশা নাই, কাৰণ ইতিমধ্যেই পাত সৰি বেলগছবোৰ একেবাৰে লঠঙা হৈ পৰিছে। মই এতিয়া কি কৰোঁ, প্ৰভু?'

মহৰ্ষিয়ে স্নিগ্ধ হাঁহি এটা মাৰি ক'লে—'তুমি মোক ভগৱান বুলি ভাবিলেও মইতো আচলতে ভগৱান নহয়। গতিকে তোমাৰ কাৰণে মই বেলগছত পাত সৃষ্টি কৰিব নোৱাৰোঁ। কিন্তু তুমি যাতে তোমাৰ সংকল্প পূৰণ কৰিব পাৰা তাৰ কাৰণে মই তোমাক আন এটা উপায় দিব পাৰোঁ।'

মহৰ্ষিৰ কথা শুনি মহিলাগৰাকীৰ শুকান মুখত হাঁহি বিৰিঙিল। তেওঁ ব্যগ্ৰ হৈ সুধিলে—'কি উপায়, প্ৰভু?'

মহৰ্ষিয়ে ক'লে—'উপায় হ'ল এই ঃ তুমি পঞ্চাশ হাজাৰ বেলপাত দি মোৰ পূজা কৰাৰ পৰিৱৰ্তে তুমি পঞ্চাশ হাজাৰ বাৰ নিজৰ গাত খুব জোৰেৰে চিকুটিব লাগিব।'

মহৰ্ষিৰ কথা শুনি ভয় খাই মহিলাগৰাকীয়ে ক'লে—'পঞ্চাশ হাজাৰ বাৰ মই নিজে নিজৰ গাত চিকুটিব লাগিব! কিন্তু প্ৰভু সিমান যন্ত্ৰণা মই জানো সহ্য কৰিব পাৰিম?'

মহৰ্ষিয়ে শান্ত মাতেৰে ক'লে—'তুমি যেতিয়া বেলগছবোৰৰ পৰা পঞ্চাশ হাজাৰখিলা বেলপাত ছিঙিছিলা, তেতিয়া বেলগছবোৰেও দুখ পোৱা নাছিল নেকি? তুমিতো তেতিয়া সিহঁতৰ যন্ত্ৰণাৰ কথা ভবা নাছিলা! নিষ্ঠুৰতা পাপ—তেহেলৈ নিষ্ঠুৰতা তুমি মানুহৰ প্ৰতিয়েই কৰা বা গছৰ প্ৰতিয়েই কৰা। বেলগছক কষ্ট দি তুমি পাপ কৰিছিলা। তুমি এতিয়া পাপৰ প্ৰায়শ্চিত্ত কৰিব লাগিব নিজক সেই একেই সমান কষ্ট দি।'

গছৰ প্ৰতি মানুহৰ প্ৰেমৰ আৰু এটা কাহিনী কওঁ শুনা।

মোগল সম্ৰাট আউৰঙ্গজেৱ এদিন সভাসদসকলৰ দ্বাৰা পৰিৱেষ্টিত হৈ ৰাজসভাত বহি আছে। এনেতে এজন কটকী উধাতু খাই ৰাজসভালৈ সোমাই আহিল। আচম্বিতে এনেকৈ আহিব লগা হোৱাৰ কাৰণে কটকীজনে প্ৰথমতে সম্ৰাটক ক্ষমা খুজিলে। তাৰ পিছত তেওঁ ক'বলৈ আৰম্ভ কৰিলে—'জাহাপনা, মই আপোনালৈ দুঃসংবাদ লৈ আহিছোঁ। কাশ্মীৰ জয় কৰাৰ পিছত আপুনি শ্ৰীনগৰত যিটো মছজিদ নিৰ্মাণ কৰাইছিল সেইটো এটা ভয়ংকৰ অগ্নিকাণ্ডত প্ৰায় ধ্বংসপ্ৰাপ্ত হ'ল।'

কটকীৰ কথা শুনি দুশ্চিন্তাত সম্ৰাটৰ কপালৰ গাঁঠি থুপ খালে। তেওঁ কটকীক সুধিলে—'মছজিদটো ধ্বংস হ'ল সেই কথা বাৰু বুজিলো। কিন্তু মইয়ে মছজিদৰ কাষত কেইজোপামান চিনাৰ গছৰ পুলি ৰোৱাইছিলো সেই গছকেইজোপাও জুইত জাহ গ'ল নেকি?'

সম্ৰাটৰ আচল উদ্বেগৰ কাৰণ বুজি পাই কটকীয়ে স্বস্তিৰ নিশ্বাস এটা পেলাই ক'লে—'জাহাপনা, খোদাৰ অশেষ কৰুণা যে গছকেইজোপা ৰক্ষা পৰিল। মছজিদটো জ্বলি থকাৰ সময়ত বতাহ পশ্চিমৰ পৰা পূবলৈ বলিছিল। ফলত মছজিদৰ পশ্চিমফালে থকা গছকেইজোপাক জুইয়ে স্পৰ্শ কৰিব নোৱাৰিলে।'

এইবাৰ আউৰঙ্গজেৱে স্বস্তিৰ দীঘল নিশ্বাস এটা পেলাই কটকীজনক পুৰস্কাৰ দি বিদায় দিলে।

কটকীজন যোৱাৰ পিছত এজন মোল্লাই সম্ৰাটক সুধিলে—'জাহাপনা, আপোনাৰ বিচাৰত মছজিদতকৈয়ো গছৰ মূল্য বেছি হ'ল কিয়?'

সম্ৰাটে উত্তৰ দিলে—'মছজিদ মানুহে সাজে। সি যদি ধ্বংস হয় তাক অতি কম সময়ৰ ভিতৰতে সাজি উলিয়াব পাৰি। কিন্তু আল্লাৰ অপূৰ্ব সৃষ্টি গছ ফলে-ফুলে জাতিস্কাৰ হৈ ডাঙৰ হ'বলৈ বহুত সময় লাগে। শ্ৰীনগৰৰ মছজিদৰ কাষত মই যিকেইজোপা চিনাৰ গছ ৰোৱাইছিলো সিহঁত ডাঙৰ হৈ এতিয়া আকাশৰ ওচৰ পাইছেগৈ। সিহঁত যদি মৰি যায়, তেন্তে নতুনকৈ চিনাৰ গছ ৰুই ডাঙৰ কৰিবলৈ কিমান বছৰ লাগিব সেই কথা ভাবি চাওকচোন।'

ইমান পৰে ইতৰ প্ৰাণী আৰু উদ্ভিদৰ প্ৰতি মানুহৰ নিঃস্বাৰ্থ প্ৰেমৰ কথা কোৱা হ'ল। অৰ্থাৎ যিসকল লোকে নিজৰ হৃদয়ত সৰ্ব-জীৱৰ প্ৰতি আত্মীয়তা আৰু কৰুণা অনুভৱ কৰে, তেওঁলোকে কোনো উপকাৰৰ আশা নকৰিও উদ্ভিদকে ধৰি প্ৰকৃতিৰ সকলো প্ৰাণীকে নিঃস্বাৰ্থভাৱে ভাল পায়। কিন্তু তোমালোকক এতিয়া মই এই কথাও ক'ব লাগিব যে মানুহে নিজৰ স্বাৰ্থতো উদ্ভিদকে ধৰি সকলো প্ৰাণীকে ভাল পাব লাগিব আৰু সিহঁতক ৰক্ষা কৰিব লাগিব।

মূৰ্খ আৰু অদূৰদৰ্শী ধনীৰ দুলালে চকু মুদি পৈতৃক সম্পত্তি খৰচ কৰি দেউলীয়া হোৱাৰ দৰে মানৱ জাতিয়েও যোৱা কেবাশতাব্দী ধৰি প্ৰকৃতিক লুটি-পুটি শেষ কৰি এতিয়া দেউলীয়া হ'বলৈ আৰম্ভ কৰিছে। মানুহে যদি আগ-পিছ নুগুণি আৰু কিছুদিন প্ৰকৃতিক এনেকৈ ধ্বংস কৰি থাকে, তেন্তে মানুহে নিজে জ্বলোৱা জুইত জাঁপ দি আত্মহত্যা কৰাৰ নিচিনা ঘটনা ঘটিব। বিশেষকৈ অৰণ্যৰ অবিহনে বনৰীয়া পশু-পক্ষী দূৰৰ কথা, পৃথিৱীত মানুহৰ অস্তিত্বই অসম্ভৱ হৈ উঠিব।

বুদ্ধিমান মানুহে সদায় অতীতৰ ভুলৰ পৰা শিক্ষা লৈ তেনে ভুলৰ পুনৰাবৃত্তি নকৰিবলৈ চেষ্টা কৰে। কিন্তু নির্বোধ মানুহে একেটা ভুলকে বাৰে বাৰে কৰি থাকে। আমি কিয় অৰণ্য আৰু বনৰীয়া পশু-পক্ষীক সযতনে ৰক্ষা কৰিব লাগে সেই কথা জানিবলৈ আমি মানৱ জাতিৰ অতীত ইতিহাসত ভুমুকি মাৰি চাব পাৰোঁ।

গ্রীক সভ্যতা ধ্বংস হোৱাৰ কাৰণ কি? কোনো কোনো পণ্ডিতে অনুমান কৰে যে মেলেৰিয়া জ্বৰেই প্রাচীন জগতৰ আটাইতকৈ সভ্য জাতি গ্রীকসকলৰ ধ্বংসৰ প্রধান কাৰণ। প্রাচীন ভাৰতৰ হৰপ্পা আৰু মহেঞ্জোদাৰোত যি উন্নত সভ্যতা গঢ়ি উঠিছিল সি কিয় নিশ্চিহ্ন হৈ গ'ল? একশ্রেণীৰ পণ্ডিতৰ মতে বানপানীৰ ধ্বংসলীলাই তাৰ প্রধান কাৰণ। প্রায় এহাজাৰ বছৰৰ আগতে দক্ষিণ আমেৰিকাত মায়া নামৰ এটা জাতিয়ে এটা মহান সভ্যতা গঢ়ি তুলিছিল। এই সভ্যতাক জীৱনী-শক্তি দিছিল বর্তমানৰ উত্তৰ গোৱাটেমালাৰ বিশাল বনাঞ্চলে। কিন্তু মাত্র কেইশতাব্দীমানৰ ভিতৰতে এই বৈচিত্র্যপূর্ণ বিশাল সভ্যতা সম্পূর্ণৰূপে ধ্বংসপ্রাপ্ত হ'ল। তেওঁলোকৰ জনসংখ্যাও পঞ্চাশ লাখৰ পৰা হ্রাস পাই পাই এদিন গোটেই দেশখন প্রায় জনশূন্য হ'ল। বহু শতাব্দী ধৰি তাৰ কাৰণটো আছিল সম্পূর্ণ ৰহস্যাবৃত। কিন্তু পণ্ডিতসকলে অশেষ ধৈর্যসহকাৰে গৱেষণা কৰি এতিয়া ঠাৱৰ কৰিছে যে যি অৰণ্য আছিল সেই সভ্যতাৰ ধাত্রী, সেই অৰণ্যক ধ্বংস কৰি পেলোৱাৰ ফলতেই মায়া সভ্যতাও চিৰকালৰ কাৰণে বিলুপ্ত হৈ গ'ল।

মায়াসকলৰ জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল অতি মন্থৰ। বর্তমান কালত জনসংখ্যা দুগুণ হ'বলৈ প্রায় ত্রিশ বছৰ সময় লাগে। কিন্তু বিখ্যাত মায়া সভ্যতা সৃষ্টি কৰা মানৱ-গোষ্ঠীৰ জনসংখ্যা দুগুণ হ'বলৈ সময় লাগিছিল প্রায় চাৰিশ বছৰ। ইমান মন্থৰ গতিৰে জনসংখ্যা বৃদ্ধি হোৱা সত্ত্বেও খেতিৰ মাটি মুকলি কৰিবৰ কাৰণে তেওঁলোকে এনেভাৱে হাবি-বন কাটি নির্মূল কৰিছিল যে সেই অঞ্চলত হোৱা প্রবল বৃষ্টিপাতে নঙঠা মাটিবোৰ ধুই উটুৱাই নি হ্রদ আৰু সাগৰত পেলাইছিল। ফলত ৰিক্তা ধৰিত্রীয়ে হেৰুৱাই পেলাইছিল জীৱন-পোষণৰ সমস্ত শক্তি। কেৱল অৰণ্য ধ্বংস কৰাৰ শাস্তি স্বৰূপেই মায়া সভ্যতা চিৰকালৰ কাৰণে নিশ্চিহ্ন হৈ গ'ল।

আঁদ্রে ছাখাৰভ আছিল ৰাছিয়াৰ এজন ডাঙৰ পদার্থবিজ্ঞানী। ৰাছিয়াৰ প্রথমটো হাইড্র'জেন বোমা তেৱেঁই নির্মাণ কৰিছিল। তেওঁ ভৱিষ্যদ্বাণী কৰিছিল যে যি চাৰিটা কাৰণত মানৱজাতি ধ্বংস হ'ব পাৰে, সেই চাৰিটা কাৰণৰ ভিতৰত এটা হ'ল বায়ুমণ্ডলৰ দূষণ। একমাত্র গছ-গছনিয়েহে অম্লজান আৰু এঙাৰ গেছৰ ভাৰসাম্য ৰক্ষা কৰি বায়ুমণ্ডলক মানুহৰ জীৱন-ধাৰণৰ উপযোগীকৈ নির্মল কৰি ৰাখিব পাৰে। কল-কাৰখানা আৰু সকলো ধৰণৰ ইঞ্জিনে খুব বেছি পৰিমাণে এঙাৰ গেছ নির্গত কৰে। গতিকে প্রযুক্তি-বিদ্যা আৰু কল-কাৰখানাৰ ওপৰত মানুহৰ নির্ভৰশীলতা যিমানেই বাঢ়িব, ঠিক সিমানেই মানুহৰ অস্তিত্ব-ৰক্ষাৰ কাৰণে বাঢ়িব অৰণ্যৰ প্রয়োজন। গছ-গছনিৰ সংখ্যা কম হৈ আহিলে দিনে দিনে বাঢ়ি অহা কল-কাৰখানাৰ ধোৱাই বায়ুমণ্ডল এনেভাৱে বিষাক্ত কৰি পেলাব যে মানুহৰ জীৱন-ধাৰণ অসম্ভৱ হৈ পৰিব।

খেতিৰ প্রধান বিপদ দুটা ঃ অনাবৃষ্টি আৰু বানপানী। এই দুয়োটাকেই হাবি-বননিয়ে নিয়ন্ত্রণ কৰে। বাৰিষাৰ বতৰত উজনিৰ পৰা কোবাল গতিৰে বৈ অহা পানীৰ গতিবেগ নিয়ন্ত্রিত কৰিবলৈ যদি ব্যাপক বনাঞ্চল নাথাকে, তেন্তে নামনিত বানপানীয়ে প্রবল আৰু অনিয়ন্ত্রিত ৰূপ ধাৰণ কৰে। অসমৰ মানুহে নিজৰ ভয়াৱহ অভিজ্ঞতাৰ পৰাই এই কথা বুজি পোৱা উচিত। যোৱা কেবাদশক ধৰি অসমত বানপানীয়ে অভূতপূর্ব প্রলয়ংকৰ ৰূপ ধাৰণ কৰিছে। পাহাৰীয়া অঞ্চলৰ হাবি-বননি সেৰেঙা হোৱাটোৱেই তাৰ প্রধান কাৰণ।

এখন ঠাইত বৰষুণ কিমান হ'ব সেই কথাও বহু পৰিমাণে নির্ভৰ কৰে হাবি-বননিৰ ওপৰত। অৰণ্যৰ ধ্বংসই সদায় অনাবৃষ্টি মাতি আনে। কিন্তু বৰষুণ কেৱল দিলেই নহ'ব; বৰষুণৰ পানী শুহি ল'বলৈ মাটিৰ শক্তিও থাকিব লাগিব। গছৰ শিপা আৰু গেলি-পচি মাটিৰ লগত মিহলি হৈ যোৱা

পাতবোৰে এটা ৰাসায়নিক প্ৰক্ৰিয়াৰে মাটিৰ পানী শুহি ল'ব পৰা শক্তি বৃদ্ধি কৰে। কেৱল তেনে মাটিয়েহে বৰষুণৰ পানী শুহি লৈ খেতিৰ উপযোগী হৈ থাকিব পৰাকৈ ৰসাল হৈ থাকিব পাৰে। হাবি-বননি নোহোৱা হ'লে পানী মাটিৰ ওপৰেদি বাগৰি গুচি যায়, আৰু ফলত প্ৰকৃতিৰ এই অমূল্য দানৰ বিপুল অপচয় হয়।

নৈৰ গৰাখহনীয়াও মানুহৰ এটা ডাঙৰ বিপদ হৈ দেখা দিছে। খহনীয়াইযে কেৱল খেতিৰ মাটি আৰু গাঁও-ভূঁইকে ভাঙি উটুৱাই নিয়ে এনে নহয়; জনপূৰ্ণ সমৃদ্ধিশালী নগৰ একোখনৰো ভেটি সি ৰাতিটোৰ ভিতৰতে কঁপাই দিয়ে। খহনীয়াৰ এটা প্ৰধান কাৰণ হ'ল যথেষ্ট পৰিমাণৰ হাবি-বননিৰ অভাৱ। পানীৰ গতিবেগ নিয়ন্ত্ৰিত কৰিবলৈ আৰু মাটি শিপাৰে কামুৰি ধৰি ৰাখিবলৈ হাবি-বন নাথাকিলেই নৈয়ে পাৰ খহাবলৈ আৰম্ভ কৰে।

মানুহৰ জীৱন-ধাৰণৰ কাৰণে হাবি-বননিৰ প্ৰয়োজনীয়তাৰ কথা কৈ শেষ কৰিব নোৱাৰি। প্ৰকৃতিৰ ভাৰসাম্য ৰক্ষা কৰি মানুহকো জীয়াই থকাত সহায় কৰিবলৈ পশু-পক্ষী আৰু কীট-পতঙ্গৰ অস্তিত্ব অপৰিহাৰ্য। হাবি-বননি নোহোৱা হৈ গ'লে পশু-পক্ষী আৰু কীট-পতঙ্গ ক্ৰমে-ক্ৰমে বিলুপ্ত হ'ব, আৰু তাৰ লগে লগে সি মানুহৰ ধ্বংসও মাতি আনিব।

মাছ মানুহৰ এটা প্ৰধান খাদ্য। কিন্তু মাছৰ জীৱন-ৰক্ষা আৰু বংশ-বৃদ্ধিৰ কাৰণে কেৱল পানীয়েই যথেষ্ট নহয়। কেৱল হাবি-বননিয়েহে নিয়মিত খাদ্যৰ যোগান ধৰি আৰু জলধাৰাক আৱৰ্জনা কঢ়িয়াই অনাৰ পৰা বাধা দি পানীক মাছৰ জীৱন-ধাৰণৰ অনুকূল কৰি ৰাখে। হাবি-বননি কম হৈ অহাৰ লগে লগে মাছৰ পৰিমাণো কম হৈ আহিবলৈ বাধ্য।

বায়ুৰ অবিহনে মানুহে মুহূৰ্তমাত্ৰ জীয়াই থাকিব নোৱাৰে। কিন্তু সেই বায়ুৰ অস্তিত্ব মানুহে সচেতনভাৱে অনুভৱেই নকৰে। খন্তেকৰ কাৰণে উশাহ লোৱা বন্ধ হ'লেহে মানুহে বুজি পায় যে বায়ুৱেই হ'ল মানুহৰ সৰ্বপ্ৰথম আৰু সৰ্বপ্ৰধান প্ৰয়োজন। যোৱা দুশবছৰৰ ঔদ্যোগিক সভ্যতাই ভূ-পৃষ্ঠ ক্ৰমে বন-শূন্য আৰু অনাৱৰণ কৰি অনাৰ পিছতহে মানুহে এতিয়া উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছে যে অৰণ্যৰ অবিহনে মানুহৰ জীৱন-ধাৰণ অসম্ভৱ। অৰণ্যই হ'ল জীৱনৰ একমাত্ৰ চিৰন্তনী মাতৃ আৰু ধাত্ৰী। কেৱলযে মানুহৰ শাৰীৰিক অস্তিত্ব ৰক্ষাৰ কাৰণেই অৰণ্যৰ প্ৰয়োজন আছে এনে নহয়। মানুহৰ আধ্যাত্মিক আৰু আৱেগিক জীৱনৰ কাৰণে অৰণ্যৰ প্ৰয়োজন তাতোকৈ হাজাৰগুণে বেছি। যিখন পৃথিৱীত মানুহৰ ক্লান্ত চকুত মোহাঞ্জন সানি দিবলৈ অৰণ্যৰ শ্যামলিমা নাই, যিখন পৃথিৱীত বতাহে গছৰ পাতত মৰ্মৰ-ধ্বনি তুলি থৈ নাযায়, যিখন পৃথিৱীত পশুৰ চকিত পদধ্বনি আৰু চৰাইৰ কল্-কাকলি চিৰকাললৈ নীৰৱ হৈ গৈছে, সেইখন পৃথিৱীত মানুহৰ হৃদয়ো পৰিণত হ'ব এখন মৰুভূমিত। কংক্ৰীটৰ কাৰাগাৰত বন্দী মানুহে তেতিয়া চিৰিয়াখানাৰ পশু-পক্ষীৰ নিচিনাকৈ কাৰাগাৰৰ দেৱালত হাত-ভৰি আছাৰি ক্ষত-বিক্ষত হ'ব লাগিব।

মানুহক মানুহ কৰিছে কেৱল অৰণ্যই।

এই বিষয়ে বিন্দুমাত্ৰ সন্দেহ নাই যে অৰণ্যৰ অবিহনে পৃথিৱীত প্ৰাণৰ অস্তিত্ব অসম্ভৱ। সেইকাৰণেই অৰণ্যক ৰক্ষা কৰিবলৈ প্ৰাণপণ চেষ্টা কৰিব লাগিব। জীৱনৰ লক্ষ্য ঠিক কৰিবৰ সময়ত প্ৰত্যেক কিশোৰ-কিশোৰীয়ে মনে মনে এই বুলিও সংকল্প ল'ব লাগিব যে অৰণ্য আৰু পশু-পক্ষীক ৰক্ষা কৰাটো হ'ব তেওঁৰ জীৱনৰ অন্যতম সাধনা। অজ্ঞতাৰ কাৰণেই মানুহে ভৱিষ্যতৰ কথা চিন্তা নকৰি অৰণ্য ধ্বংস কৰে। সেই অজ্ঞতা দূৰ কৰাৰ ব্যৱস্থা কৰিব লাগিব। তাৰ কাৰণে পঢ়াশালিয়েই হ'ল আটাইতকৈ উপযুক্ত ঠাই। মানুহৰ জীৱন নিৰাপদ আৰু সুন্দৰ কৰিবলৈ গছ-গছনিৰ অপৰিহাৰ্য প্ৰয়োজনৰ কথা যদি ল'ৰা-ছোৱালীক আৰম্ভণিৰে পৰা শিকোৱা যায়, তেন্তে ক্ৰমশঃ ডাঙৰবোৰলৈকে সঞ্চাৰিত হ'ব সেই জ্ঞান আৰু প্ৰেম।

## এঘাৰ

প্ৰত্যেক মানুহৰে চাৰিটা কৰ্তব্য থাকে।

প্ৰথমটো কৰ্তব্য হ'ল নিজৰ প্ৰতি। প্ৰত্যেক মানুহেই নিজকে শাৰীৰিকভাৱে স্বাস্থ্যৱান আৰু নৈতিকভাৱে চৰিত্ৰৱান কৰি গঢ়ি তুলিবলৈ চেষ্টা কৰিব লাগে। এই চেষ্টা গোটেই জীৱন জুৰি চলি থাকিব লাগিব। কৈশোৰৰ কোনোবা এটা সময়ত বা যৌৱনৰ দুৱাৰডলিত ভৰি দি মানুহে জীৱনৰ এটা লক্ষ্য ঠিক কৰি লৈ সেই লক্ষ্যত উপনীত হ'বলৈ কঠোৰ সাধনা কৰিব লাগিব। জীয়াই থকাৰ আনন্দ আহিব এই সাধনাৰ পৰা।

মানুহৰ দ্বিতীয়টো কৰ্তব্য হ'ল নিজৰ পৰিয়ালৰ প্ৰতি। আদৰ্শ পিতৃ-মাতৃ আৰু আদৰ্শ পুত্ৰ-কন্যা হ'বলৈ চেষ্টা কৰাটো মানুহৰ এৰাব নোৱৰা নৈতিক কৰ্তব্য। পিতৃ-মাতৃয়ে নিজৰ জীৱনৰ আৰ্হিৰ দ্বাৰা সন্তানসকলক স্বাস্থ্যৱান, চৰিত্ৰৱান আৰু সদাচাৰী কৰি গঢ়ি তুলিবলৈ চেষ্টা কৰিব লাগিব। সন্তানসকলে আন্তৰিক স্নেহ-শ্ৰদ্ধাৰ দ্বাৰা পিতৃ-মাতৃক সন্তুষ্ট কৰি আৰু বৃদ্ধ বয়সত তেওঁলোকৰ যত্ন লৈ কৃতজ্ঞতাৰ ঋণ পৰিশোধ কৰিব লাগিব।

মানুহৰ তৃতীয়টো কৰ্তব্য হ'ল সমাজৰ প্ৰতি। সমাজক বাদ দি কোনো মানুহ চলিব নোৱাৰে। এক প্ৰকাৰে চাবলৈ গ'লে প্ৰত্যেকজন ব্যক্তিয়েই সমাজৰ সৃষ্টি। সমাজ পাতি বাস কৰে কাৰণেই মানুহৰ মনত নানা আৱেগ-অনুভূতি, আশা-আকাংক্ষা আৰু জীৱনৰ মহৎ আদৰ্শবোৰে ঠাই পায়। মানুহৰ সভ্যতা-সংস্কৃতি কোনো এজন মানুহে অকলে কৰা সৃষ্টি নহয়। সমাজ পাতি বাস কৰা মানুহে যুগ যুগ ধৰি পৰস্পৰৰ লগত সহযোগিতা কৰি মানুহৰ সভ্যতা-সংস্কৃতি গঢ়ি তুলিছে, আৰু প্ৰত্যেক মানুহেই তাৰ ফচলৰ ভাগ পাইছে। মানুহে সমাজৰ এই ঋণ পৰিশোধ কৰা উচিত সমাজৰ এজন আদৰ্শ সদস্য তথা নাগৰিক হৈ, সমাজৰ কাৰণে কিছু কাম কৰি।

মানুহৰ চতুৰ্থটো কৰ্তব্য হ'ল প্ৰাকৃতিক পৰিবেশৰ প্ৰতি। এতিয়া এই কথা দিনৰ পোহৰৰ দৰেই স্পষ্ট হৈ পৰিছে যে অৰণ্য ধ্বংস কৰিলে মানুহৰ নিজৰ ধ্বংসও অনিবাৰ্য। অৰণ্য মানে কেৱল গছ-লতা আৰু ঘাঁহ-বন নহয়; অৰণ্য হ'ল পশু-পক্ষী, কীট-পতঙ্গ আৰু সৰীসৃপৰ আশ্ৰয়স্থল। অৰণ্য ধ্বংস কৰা মানে এই সমস্ত প্ৰাণীৰ আশ্ৰয়-স্থল ধ্বংস কৰি সিহঁতক অকাল-মৃত্যু তথা বিলুপ্তিৰ পথলৈ ঠেলি দিয়া। পৃথিৱীৰ সমস্ত প্ৰাণীৰ অস্তিত্ব পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। কাক ধ্বংস কৰি কাক ৰক্ষা কৰি পৰিবেশৰ ভাৰসাম্য ৰক্ষা কৰিব লাগে—সেই কথা জানে একমাত্ৰ প্ৰকৃতিয়ে। মানুহে লোভ আৰু অজ্ঞতাৰ বশৱৰ্তী হৈ অন্ধভাৱে অৰণ্য ধ্বংস কৰি থাকিলে সমস্ত ইতৰ প্ৰাণীৰ লগতে মানুহৰ নিজৰ ভৱিষ্যতো বিপন্ন হৈ পৰিব। সেই কাৰণে অৰণ্য আৰু ইতৰ প্ৰাণীকুলৰ ৰক্ষাৰ দায়িত্ব লোৱাটো প্ৰতিজন মানুহৰে অৱশ্য-পালনীয় কৰ্তব্য।

* * *